

# ধনশিৰি

স্মৃতিগ্ৰন্থ

পঞ্চচত্বাৰিংশ গোলাঘাট অধিৱেশন ॥ ১৯৭৮ ॥

২৫, ২৬, ২৭ আৰু ২৮ ফাগুন ১৮৯৯ শক ॥

৯, ১০, ১১ আৰু ১২ মাৰ্চ, ১৯৭৮ ॥

জোনাকী নগৰ ঃ গোলাঘাট

## সম্পাদনা সমিতি

শ্ৰীপ্ৰফুল্লকান্ত বৰুৱা ।
" চিদানন্দ শইকীয়া ।
" ললিত বৰুৱা ।
" শ্ৰীকান্ত কলিতা ।
" নগেন শইকীয়া ।
" হেম বৰা ( সম্পাদক )



···মই মৰি গলে যদি মোৰ আদৰ্শত মই কোৱা কথাখিনিক যদি তোমালোকে স্মৰণ কৰি পেলাই, সেই মতে কাম কৰিবলৈ দৰ্কাৰ বুলি ভাবা তেতিয়াই মই জীয়াই আছোঁ ।

—৺নীলমণি ফুকন ॥



মৰিলে পুনৰ আহি
দুখীয়া দেশতে মোৰ
লওঁ যেন পুনৰ জনম।···

—৺নলিনীবালা দেৱী ॥

নবীন-নবীনা তৰুণ-তৰুণীৰ
সুন্দৰ বা সুন্দৰতৰ কিবা আশা
পোষণ কৰি মনৰ সফুৰাত
তাকে ধিয়াই আছোঁ।···

—৺সুৰেন্দ্ৰ নাথ শইকীয়া ॥



অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি
৺নীলমণি ফুকন,

প্ৰাক্তন সভানেত্ৰী
৺নলিনীবালা দেৱী

আৰু

গোলাঘাট সাহিত্য সভাৰ সভাপতি
৺সুৰেন্দ্ৰনাথ শইকীয়াৰ

**পবিত্ৰ স্মৃতিত**

**ধনশিৰি**

# সূচী-পত্ৰ




বেটুপাত—গুৱাহাটী আৰ্টিষ্ট গিল্ড, গুৱাহাটী ॥
গৰমপানী, ফটাশিল, শ্ৰীশ্ৰীআঠখেলীয়া নামঘৰ, গ্ৰুপ আদি ফটো ঃ- ষ্টুডিঅ' দৰ্পণ ঃ গোলাঘাট ॥


# সম্পাদকীয়

## জয়জয়তে—

অসম সাহিত্য সভাৰ পঞ্চচত্বাৰিংশ অধিবেশন উপলক্ষে গোলাঘাট নগৰত অসমৰ বিভিন্ন প্ৰান্তৰৰ সাহিত্যসেৱী, সাহিত্যৰসিক শুভানুধ্যায়ীৰ আগমন ঘটিছে। এনে এটি শুভক্ষণত আমি সকলোটিকে আদৰিবলৈ পাই অতিশয় আনন্দিত হৈছোঁ আৰু তেখেত-সকলক আমাৰ মাজত পাই ধন্য হৈছোঁ। অধিবেশনখনি সাফল্যমণ্ডিত কৰি তোলাত প্ৰতিনিধি, দৰ্শক, বিশিষ্ট অতিথি, সংগীত-শিল্পী, প্ৰদৰ্শনীৰ বাবে অহা বিভিন্ন ব্যক্তি আদি সকলোৰে অৰিহণা সমান। আমি অভ্যৰ্থনা সমিতিয়ে তেখেতসকলক সেৱা-শুশ্ৰূষা কৰাৰ দায়িত্ব গ্ৰহণ কৰিয়ো কৃতকাৰ্য্যতাৰে খোজ দিব পৰা নাই বুলি অনুভৱ হৈছে। বৰ্তমান সময়ৰ কিছুমান এৰাব নোৱাৰা অসুবিধাই আমাক পদে পদে বিপদত পেলাইছে। বানপানী আৰু বয়-বস্তুৰ চৰাদাম আদিয়ে যোৱা বছৰটোত মহকুমাটোক বেয়াকৈ ক্ষতিগ্ৰস্ত কৰি গৈছে। ইয়াৰোপৰি অসম বিধান সভালৈ ফেব্ৰুৱাৰীৰ শেষত হোৱা নিৰ্বাচনে আমাক অতিশয় বিপদাপন্ন কৰিলে। এনে এটা পৰিস্থিতিত অনাড়ম্বৰভাবে 'জোনাকী নগৰ'ত অধিবেশনখনি আয়োজন কৰিছোঁহক। ত্ৰুটি-বিচ্যুতিৰ নিশ্চয় সীমা নাথাকিব। তথাপিও, মৰসাহ কৰি সদৌটিৰে আগত দণ্ডৱৎ প্ৰণাম জনাইছোঁ আৰু গাঁঠিৰ গুৱা খাই আমাক উদ্ধাৰ কৰিবলৈ অনুৰোধ জনাইছোঁ।

পূৰ্বৰ অধিবেশনবিলাকৰ দৰেই এটা গতানুগতিক পথেদি গোলাঘাট অধিবেশনখনো পাৰ হৈ যাব। আগৰ খনচেৰেক অধিবেশনতকৈ দেখদেখকৈ নিষ্প্ৰভ আমাৰ অধিবেশনখনৰ এটা তাৎপৰ্য থাকিব। সুধীবৃন্দই অভ্যৰ্থনা সমিতিৰ তালিকাখন মন দি চালেই তাৎপৰ্যটো অনুমান কৰিব পাৰিব। তথাপিও আমি সাহস কৰিছোঁ। কাৰণ, সাহিত্য সভা ৰাইজৰ অনুষ্ঠান। গতিকে ৰাইজৰেই দায়িত্ব সৰ্বাধিক।

## সাহিত্য সভাৰ মেলামুখিতা—

বহুত দিনৰ পৰা সাহিত্য সভাৰ মেলামুখী অৱস্থাৰ কথা কাকতে-পত্ৰে, ইকাণে-সিকাণে আলোচনা-বিলোচনা হৈ আহিছে। কিন্তু মেলামুখী স্বভাব পৰিহাৰ কৰিবলৈ সাহিত্যসভা যত্নবান হোৱা নাই। মেলামুখী হলে হয়তো সাধাৰণ ৰাইজৰ মনোৰঞ্জন হব ; কিন্তু সাহিত্য আৰু সাহিত্যিকৰ উপকাৰ ক'ত? যদি সাহিত্য অথবা সাহিত্যিকৰ, উপকাৰ নকৰাকৈ এখন অধিবেশন সমাপ্ত হৈ যায় ; তাতকৈ দুখৰ আৰু কি কাৰণ থাকিব পাৰে! প্ৰদৰ্শনী চাই ঘূৰি যোৱা দৰ্শকসকলৰ মাজলৈ সাহিত্য সভাই কেইখোজ দিব পাৰিছে,—ভাবিবৰ নিশ্চয় সময় হ'ল। অসমৰ ৰাইজক বছৰৰ মূৰে মূৰে প্ৰদৰ্শনী এখন দেখুৱালেই সাহিত্য সভাৰ দায়িত্ব শেষ নহয়। সাহিত্যক বাস্তৱিকভাৱে জনমুখী কৰিবলৈ নানা ধৰণৰ চিন্তা-গবেষণাৰ প্ৰয়োজন। সাহিত্য সভাই ইয়াৰ প্ৰয়োজনীয়তা উপলব্ধি কৰা উচিত।

## নতুনক আদৰিব লাগে—

অসমীয়া সাহিত্যৰ নবীন চাম লিখক-লিখিকাৰ সৰহভাগেই সাহিত্য সভাৰ কাম-কাজত বিতুষ্ট। তেওঁলোকক সাহিত্য সভাই মুঠেই আকৰ্ষণ কৰিব পৰা নাই। ইয়াৰ নিশ্চয় গভীৰ কাৰণ আছে। দুই-একৰ মতে সাহিত্যসভাৰ ৰক্ষণশীল মনোভাৱেই ইয়াৰ বাবে দায়ী। কোনো কোনোৱে সাহিত্য সভাক উগ্ৰ জাতীয়তাবাদী অনুষ্ঠান বুলিও সমালোচনা কৰিছে। সাহিত্য সভা যে জাতীয়তাবাদী অনুষ্ঠান, এইটো সঁচা। আনৰ জাতীয়তাবাদৰ ওপৰত কুঠাৰাঘাত নকৰাকৈ এই অনুষ্ঠানটোৱে জাতীয়তাবাদৰ পোষকতা কৰাটোক আমি কেতিয়াও বিৰোধিতা নকৰোঁ। সেইদৰে নিজস্বতা ত্যাগ কৰি পৰস্বাৰ্থ পূৰণকাৰীসকলকো আমি সমৰ্থন কৰিব নোৱাৰো। নিজৰ জাতীয় স্বাৰ্থ সংৰক্ষণ কৰিওতো সাহিত্য সভাৰ দৃষ্টিভঙ্গী প্ৰগতিশীল হব পাৰে। বৈজ্ঞানিক দৃষ্টিভঙ্গী গ্ৰহণ কৰি সাহিত্যসভা যদি অগ্ৰসৰ হব পাৰে ; নলিখক-লিখিকাসকলে তেতিয়া নিজেনিজেই সাহিত্য সভাৰ আনুষ্ঠানিকতাৰ মাজত প্ৰৱেশ কৰিবহি। কিন্তু নতুনচামক আনিব নোৱাৰিলে—সাহিত্য সভাই অদূৰ ভবিষ্যতে চৰম বিপদৰ সন্মুখীন হবলগীয়া হব পাৰে।

## গৱেষণাৰ মাধ্যম

অসমৰ দুখন বিশ্ববিদ্যালয়ত অসমীয়া ভাষা-সাহিত্যৰ পাঠদান হয়। দুয়োখন বিশ্ববিদ্যালয়তে অসমৰ গুণীসকল শিক্ষাদানত নাইবা পৰিচালনাত জড়িত। তেখেতসকল পাকে-প্ৰকাৰে অসম সাহিত্য সভাৰ সদস্য আৰু জনচেৰেক অসম সাহিত্য সভাৰ গুৰিয়াল। এই সকলৰ দুই চাৰিজনৰ উপস্থিতিতে অসম সাহিত্য সভাই অসমীয়া ভাষাৰ মাধ্যমত গৱেষণা হব লাগে বুলি প্ৰস্তাৱ গ্ৰহণ কৰা বহুত দিনেই হ'ল। সাহিত্য সভাই আনবোৰ প্ৰস্তাৱ গ্ৰহণ কৰি ডাকযোগে কৰ্তৃপক্ষলৈ পঠাই দি সন্তুষ্ট থকাৰ দৰেই এই প্ৰস্তাৱকো নিশ্চয় পঠাইছে। ইয়াৰ কাৰ্যকৰিতাৰ বাবে কি ব্যৱস্থা গ্ৰহণ কৰিছে আমি নাজানো। কিন্তু বিষয়-বাছনি সভাৰ তৰ্জন-গৰ্জনবোৰ ভাওনাৰ বীৰৰ সংলাপলৈহে পৰিনত হোৱা যেন অনুভৱ হৈছে।

অসমীয়া ভাষা গবেষণাৰ মাধ্যম হবলৈ এতিয়াও যোগ্য হোৱা নাই নেকি ? অসমীয়া ভাষাৰ প্ৰকাশিকা শক্তি নাই নেকি ? যদি যোগ্যতা আছেই,—তেনেহলে কিয় যোগ্য আসন দিয়া নাই ? কাৰ দোষত অসমীয়া ভাষা আজি অৱহেলিত ? অসমীয়া পণ্ডিতেই যদি অসমীয়া ভাষাক গৱেষণাৰ ভাষাৰূপে স্বীকৃতি দি সৰ্বোচ্চ মৰ্যদা নিদিয়ে ; তেনেহলে সাহিত্য সভা পাতি কাছাৰত কেইজনে অসমীয়া পৰীক্ষাত পাছ কৰিলে, তাৰ প্ৰতিবেদন নিদিয়াই ভাল। এইখিনিতে বিশ্ববিদ্যালয় কৰ্তৃপক্ষৰ দৃষ্টি আকৰ্ষণ কৰি এই বিষয়ৰ স্পষ্টীকৰণ এটা দাবী জনোৱা হ'ল। লগতে এই বছৰৰ পৰাই অসমীয়া ভাষাক গবেষণাৰ মাধ্যমৰূপে মৰ্যদা দিবলৈ টানি অনুৰোধ জনোৱা হ'ল।

## অৱহেলিত গোলাঘাট

অৱশেষত আমাৰ নিজৰ কথালৈ আহিছোঁ। ১৮৩৯ চনত প্ৰস্তাবিত হৈ ১৮৪৬ খৃঃতে গোলাঘাট পূৰ্ণাঙ্গ মহকুমাত পৰিণত হৈছিল। তেতিয়াৰে পৰা গোলাঘাট নগৰখন এই ঠাইত গঢ়ি উঠিছে। বৃটিছৰ দিনত এই নগৰৰ কিছুমান বৈশিষ্ট্য আছিল। বৰ্তমান জাতীয় চৰকাৰৰ দিনত এই চহৰৰ কোনো বৈশিষ্ট্য সংৰক্ষিত হোৱা নাই। স্বাধীনতাৰ আগৰ নগৰখনেই অপৰিবৰ্তিত ৰূপত থকা বুলি বহু লোকে কয়। নগৰখনৰ উন্নয়নৰ কাৰণে ৰাইজ আৰু চৰকাৰ কোনোৱেই সজাগ নহয়। কান্দিলেহে কল পায় যদিও গোলাঘাটৰ মানুহে কান্দিব নাজানে। নিৰ্বিকাৰ চিত্তে সাত কুৰি বছৰীয়া পুৰণি চহৰখনক চৰকাৰে যি দিয়ে সেয়ে হ'ব--এনে এটা 'ভেম পুৰীয়া' মনোবৃত্তিৰে ঘৰত বহি থাকিলে গোলাঘাটৰ উন্নয়ন সম্ভৱ নহয়। মাউখে উটিলে গুৰি পকৰাৰ মৰণ নাই। ব্যাখ্যা নিষ্প্ৰয়োজন।

গোলাঘাটৰ উন্নয়নৰ বাবে অসমৰ বিকল্প প্ৰধান পথ এটা নগৰৰ মাজেদি নিব লাগে। ডিব্ৰুগড়ৰ পৰা গুৱাহাটীলৈ হোৱা পৰিবহন বিলাকৰ কিছুমান যোৰহাট–তিতাবৰ গোলাঘাট হৈ চলাব লাগে। প্ৰধান ৰেল পথটো এই নগৰৰ মাজেদি যোৰহাট মৰিয়নিয়েদি নিব লাগে। বিশ্ব বিখ্যাত কাজিৰঙাৰ পৰা আটাইতকৈ চমু এই নগৰখনক পৰ্যটক কেন্দ্ৰ কৰি তুলিব লাগে। গৰম পানী, ফটাশিল, আঠখেলীয়া, কাচমাৰি, নেঘেৰিটিং আদিক পৰ্যটন স্থান ৰূপে সজাই তুলিব লাগে। বৰ্তমান নগাভূমি মণিপুৰ আদিৰ দুৱাৰ মুখ স্বৰূপ গোলাঘাট নগৰৰ উন্নয়নৰ লগে লগে অনতিপলমে এই নগৰক সদৰ হিচাবে লৈ গোলাঘাটক জিলালৈ উন্নীত কৰিব লাগে। নকৈ গঠিত হোৱা জনতা চৰকাৰৰ ওচৰত আমাৰ এইয়ে প্ৰথম দাবী।

## সামৰণিত—

অসম সাহিত্য সভাৰ পঞ্চচত্বাংৰিশ অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ অন্যতম যুটীয়া সম্পাদকৰূপে নিৰ্বাচন কৰাৰ উপৰিও স্মৃতিগ্ৰন্থৰ সম্পাদনাৰ দায়িত্বাৰোপ কৰি ৰাইজে মোৰ প্ৰতি যি চেনেহ আৰু বিশ্বাসৰ নতুন প্ৰত্যয় দাঙি ধৰিলে ; তাৰ বাবে সকলোৰে ওচৰত কৃতজ্ঞতা প্ৰকাশ কৰিছোঁ। ৰাইজৰ অৰ্পিত দায়িত্বসমূহ নিয়াৰিকৈ পালন কৰাৰ যোগ্যতা মোৰ নাই। ইয়াৰোপৰি কিছুমান অনিয়ন্ত্ৰিত পৰিস্থিতিৰ সৃষ্টি হোৱাত 'ধনশিৰি'ৰ আঁচনিখন মনোমত আৰু প্ৰতিটো বিষয় যোগ্যজনৰ ওপৰত অৰ্পিত কৰিবলৈ নোপোৱাত খেদ থাকি গ'ল। প্ৰৱন্ধ-পাতিবোৰৰ কিছুমানে মানদণ্ড ৰক্ষা কৰিব পৰা নাই। সেইয়া আমাৰেই দুৰ্বলতা। তথাপি, যিসকল লিখকে আমাক প্ৰৱন্ধ-পাতি সময় মতে দি সহায় কৰিলে, তেখেত সকলৰ ওচৰত আমি ঋণী হলোঁ।

'ধনশিৰি'ত যথেষ্ট সংখ্যক ফটো ছপাবলৈ মন কৰিছিলোঁ। কিন্তু, সময়মতে ফটোবিলাক সংগ্ৰহ কৰি পৰিয়ালৰ লোকে আমাক দিব নোৱাৰাত বাদ দিব লগীয়া হ'ল। আমাৰ অনুৰোধত যিসকল সদাশয়লোকে ফটো আদি দি সহায় কৰিলে ; তেখেতসকলক এইখিনিতে ধন্যবাদ জনালোঁ।

কম সময়ৰ ভিতৰত 'ধনশিৰি'ক সজোৱা হৈছে। ইয়াৰ বাবে সম্পদনা সমিতিয়ে যথেষ্ট স্বাধীনতা দি মোক কৃতজ্ঞ কৰিছে। সম্পাদনা সমিতিৰ উপৰিও সৰ্বশ্ৰী জীৱন দাস; নন্দ বৰা, সুৰেন্দ্ৰনাথ বৰা; শ্ৰীমতী পুণ্য বৰা, শ্ৰীজ্যোতি প্ৰসাদ লডিয়া আৰু দৰ্পন ষ্টুডিঅ'ৰ কৰ্মকৰ্তা সকলে বিভিন্ন ক্ষেত্ৰত সহযোগিতা আগবঢ়াই আমাক উপকৃত কৰিছে। বেটুপাতখন খৰখেদাকৈ আঁকি দি 'গুৱাহাটী আৰ্টিষ্ট গিল্ডে' চিৰ কৃতজ্ঞ কৰি তুলিলে।

শ্ৰীগুৰু প্ৰেছৰ অন্যতম পৰিচালক বন্ধুবৰ শ্ৰীৰমেন্দ্ৰ নাৰায়ণ দত্তবৰুৱাই কম সময়ৰ ভিতৰতে 'ধনশিৰি' ছপাবলৈ গাত লৈ বিপদৰ পৰা আমাক উদ্ধাৰ কৰাত ধন্যবাদ জনালোঁ। দিহা পৰামৰ্শ দি উপকৃত কৰাৰ বাবে শ্ৰীনন্দ তালুকদাৰ আৰু শ্ৰীকৃষ্ণকান্ত ভট্টাচাৰ্য্য ওচৰত ঋণী হলোঁ। সদৌশেষত শ্ৰীগুৰুপ্ৰেছৰ কৰ্মীবৃন্দ বিশেষকৈ শ্ৰীগোপাল দত্তক ধন্যবাদ জনোৱা হ'ল। দিনে ৰাতিয়ে কাম কৰি 'ধনশিৰি' ছপোৱাত তেখেতসকলৰ অৰিহণা সৰ্বাধিক।

শেষত ত্ৰুটি-বিচ্যুতিৰ কাৰণে সকলোৰে ক্ষমা ভিক্ষা কৰি সামৰণি মৰা হ'ল।

—হেম বৰা,
সম্পাদক, 'ধনশিৰি'

# ধনশিৰি

অধ্যাপক--শ্ৰীঅতুল চন্দ্ৰ হাজৰিকা

( ১ )

দেৱৰ গ্ৰামত নেঘেৰিটিঙত
ফুলিলে মোহিনী ভাং,
জয়া-বিজয়াই শিৱনাম গায়
জাৰৰ জড়তা হয় সাং।

( ২ )

শিৱৰ বাত্ৰিত ঘোটাৰ বাগীত
ভোলানাথ নিদ্ৰা যায়,
বহাগী ৰূপহী মেলিলে চুপহি
উঠে পুনু সাৰ পায়।

( ৩ )

দেৱগাঁৱৰ নটী অতি ৰূপৱতী
নৃত্য-গীত বিতোপন,
হৰ মোহনৰ লীলা মনোহৰ
নাচে দিব্য উপবন।

( ৪ )

নৃত্য কলাকেন্দ্ৰ দেখি পূৰ্ণচন্দ্ৰ
আকাশত হয় ম্লান ;
সেই দেৱগ্ৰাম নাহিকে উপাম
ধৰণীত জ্যোতিষ্মান।

( ৫ )

সেই দেৱদাসী হৰৰ মোহিনী
নুমাই পূজাৰ দীপ ;
মৰি উপজিল ধনশিৰি হ'ল
নাগবালা দীপলিপ।

( ৬ )

সাজিলে-পাৰিলে দেও দি নাচিলে
উটালে বুৰালে পাৰ ;
সঘনে পিচলে, বুকুৰ বাঁচলি
ৰূপালী বসন গাৰ।

( ৭ )

ডিমাপুৰ পাই যাঠি দলিয়াই
বুকুত মেঠনি মাৰি ;
বোকাজান আৰু নাওজান এৰি
চাপলি মেলিলে লৰি।

( ৮ )

নাচি নাচি তাই বিহু মাৰি মাৰি
পালে আহি গোলাঘাট,
বৰপথাৰত নুমলী-গড়ত
নৱ জীৱনৰ নাট।

( ৯ )

পেঁপাই মাতিলে গগণা বাজিলে
হ'ল তাই দিগম্বৰী ;
নেঘেৰী-খোপাৰ ধুতুৰাৰ থোপা
মাটিত পৰিল সৰি।

( ১০ )

তাকে দেখা পাই বুলিলে ভোলাই
"শুন হেৰ ধনশিৰি,
লাজ পুৰি খালি উভতি নাচিলি
হলি তই নাটেশৰী।

( ১১ )

জাহ্নবী জটাত পাৰ্ব্বতী কোলাত
কটিত বাঘৰ ছাল ;
নহ'লেও হ'ব যোগী ধূৰ্জটিক
তোৰ দৰে হাড়মাল।"

( ১২ )

ত্ৰিনয়নে মোৰ পুৰিছিল কাম
দেখি তোৰ অতপালি ;
নিজ কৰ্মফলে তয়ো আজি ধন
শিৱপদ হেৰুৱালি।

( ১৩ )

শুনি ৰুদ্ৰবাণী নাচনী তটিনী
নেপালে অলপো বেয়া,
বুলিলে, "গোসাঁই থাকা ভাং খাই
দূৰতে সাতোটি সেৱা।

( ১৪ )

তুলিলোঁ শিৰত ভকতি ভাবত
তোমাৰ ই অভিশাপ,
দেৱ মন্দিৰত দেৱদাসী হই
দুনাই নকৰোঁ পাপ।

( ১৫ )

ডুম ডুম ডম্বৰু নেলাগে বাজিব
কাণৰ কাষত মোৰ,
দূৰতে হাঁহিম দূৰতে নাচিম
দেৱগাওঁ বহু দূৰ।

( ১৬ )

শিৰই এৰিলে লুইতে ৰাখিলে
'ধন'ৰ বেজাৰ নাই ;
ধনশিৰিমুখ তাতে মিলে সুখ
বহুনাই চুমা খায়॥









সাহিত্য সভাৰ গোলাঘাট অধিবেশনত সৰস্বতীৰ আশীৰ্ব্বাদেই মূলৰিষয় হক। জয় সৰস্বতীৰ জয়। নিঃকিন ভক্ত—

**শ্ৰীপ্ৰসন্ন লাল**



নব-নিৰ্বাচিত সভাপতি
শ্ৰীপ্ৰসন্ন লাল চৌধুৰী



বিদায়ী সভাপতি
চৈয়দ আব্দুল মালিক

# প্ৰসন্নলাল চৌধুৰীৰ ব্যক্তিত্ব আৰু প্ৰতিভা

—নন্দ তালুকদাৰ

'নজৰুল মই নহও বন্ধু
ইকবালো হোৱা নাই
সিলোকৰ এটি চুটি সংস্কৰণ
হবলৈ মন নাই।
বিশেষণবোৰ দেখিলেই মোৰ
মূৰ কৰে ৰাইজাই।'

অসম সাহিত্য সভাৰ পঞ্চচত্বাবিংশ গোলাঘাট অধিবেশনৰ নৱ-নিৰ্বাচিত সভাপতি প্ৰসন্নলাল চৌধুৰী অগ্নিকবি, বিদ্ৰোহীকবি নামেৰে খ্যাত। প্ৰসন্নলালক কোনো কোনোৱে নজৰুলৰ লগত তুলনা কৰে আৰু কোনো কোনোৱে নজৰুলৰ প্ৰভাবৰ কথাও কোৱা শুনা যায়। যথাৰ্থতে এই উক্তি সুচিন্তিত নহয়। নজৰুলৰ বৈপ্লবিক জীৱন-দৰ্শন আৰু বিদ্ৰোহাত্মক ৰচনাৰাজিৰ লগত প্ৰসন্নলালৰ সাদৃশ্য আছে। নজৰুলৰ ডেকাকালচোৱা এক বেপৰোৱা মনোভাব, এক উশৃংখল জীৱন। চকুত আৰু কবিতাত অগ্নিশিখা। প্ৰসন্নলালৰো বাল্যকালৰ এছোৱা উশৃংখল জীৱন। বহুক্ষেত্ৰতে দুয়োগৰাকী বিপ্লবী মনীষাৰ ব্যক্তিকে ৰিজাব পাৰি। কিন্তু প্ৰসন্নলালৰ ওপৰত নজৰুলৰ প্ৰভাবৰ কথা ক'ব নোৱাৰি। বয়সত প্ৰসন্নলাল ২।৩ বছৰৰ ডাঙৰ। বয়সত নবীন হলেও নজৰুলৰ সাহিত্যিক জীৱনৰ শুভাৰম্ভ প্ৰসন্নলালতকৈ ২।৩ বছৰ পূৰ্বত। কিন্তু প্ৰসন্নলালে 'শক্তিজাগ' কবিতা ৰচনাৰে স্বদেশ প্ৰেম আৰু বৈপ্লবিক চিন্তাধাৰাৰ নিদৰ্শন দাঙি ধৰাৰ সময়ত নজৰুল ৪৯ নং বেঙ্গল ৰেজিমেন্টৰ সৈনিক। ইয়াৰ প্ৰায় এক ডেৰ বছৰ পিছত কলিকতা চেন্ট পল কলেজত দ্বিতীয় বাৰ্ষিকত পঢ়ি থাকোতে প্ৰসন্নলালে নাট্যকাৰ স্বৰূপে আত্ম প্ৰকাশ কৰে 'নীলাম্বৰ' নাটক ৰচনাৰ মাধ্যমেৰে। প্ৰসন্নলালৰ 'শক্তিজাগ' কবিতা প্ৰকাশ হয় ১৯১৯ খৃঃত ছাত্ৰ সন্মিলনৰ সংকলন 'সন্মিলন প্ৰবন্ধাৱলীত'ত। নজৰুলৰ বিখ্যাত 'বিদ্ৰোহী' কবিতা প্ৰকাশ হৈছিল 'মোছলেম ভাৰত'ত ১৯২২ খৃঃত। অৱশ্যে 'বিদ্ৰোহী' কবিতা ৰচনাৰে নজৰুলে জনমানসত যি আলোড়ন তুলিব পাৰিছিল প্ৰসন্নলালৰ 'শক্তিজাগ' ছাত্ৰ সন্মিলনৰ 'সন্মিলন প্ৰবন্ধাৱলী'ৰ পাততে নীৰৱে শুই আছিল।

প্ৰসন্নলালৰ জন্ম অসমৰ এটি প্ৰাচীন আৰু সম্ভ্ৰান্ত পৰিয়ালত। বংশৰ আদি পুৰুষ বিজয়সিংহ চিলাৰায় দেৱানৰ লগত সুদূৰ দিল্লীৰ পৰা নৰনাৰায়ণৰ ৰাজ্যলৈ আহিছিল। বিজয় সিংহৰ ঘৰ সুদূৰ ৰাজপুতনাত। এই বংশৰে খীৰা মৰলে প্ৰথমতে সুন্দৰীদিয়াত শ্ৰীমাধৱদেৱক আশ্ৰয় দিছিল। খীৰা মৰলৰ পুত্ৰ মাধৱ মৰলক শ্ৰীমাধৱদেৱে 'মিতা' বুলিছিল। হৰিপ্ৰসাদ চৌধুৰী বংশৰ এগৰাকী প্ৰতিপত্তিশালী লোক। তেওঁৰ দিনৰ পৰাই বাসস্থান সলনি হ'ল বৰপেটাৰ ছাৰিজানৰ পাৰৰ দহাটীলৈ।

হৰিপ্ৰসাদ চৌধুৰীৰ পুত্ৰ গোবিন্দৰাম চৌধুৰী। গোবিন্দৰাম চৌধুৰী এগৰাকী অধ্যৱসায়ী আৰু প্ৰতিপত্তিশালী লোক। তেওঁ ফাৰ্চি ভাষা ভালদৰে জানিছিল। তেওঁ ৭ টকা দৰমহাত কৰ্মজীৱন আৰম্ভ কৰি শেষত তহচিলদাৰ পদ লাভ কৰিছিল। তহচিলদাৰ স্বৰূপে তেওঁৰ দৰমহা ২০০ টকা। গোবিন্দৰাম চৌধুৰী এজন ওখ-পাখ শুৱনী লোক। এবাৰ তেওঁ পলাশবাৰী জাহাজঘাটত গৱৰ্ণৰক

দেখা কৰিবলৈ যাওঁতে তেওঁক সুধিছিল 'আপ কোন দেশকা আদমী হ্যায়'। ভাবিছিল অসমীয়া মানুহ নো এনে বীৰবেশৰ হ'বনে ?

তেতিয়াৰ দিনত তেওঁ 'বঙ্গদৰ্শন', 'সমাচাৰ চন্দ্ৰিকা', 'তত্বনিধি' আদি বঙ্গালা সংবাদপত্ৰ-আলোচনীৰ নিয়মীয়া গ্ৰাহক। গোবিন্দৰাম চৌধুৰীয়ে প্ৰসূতি চিকিৎসা সম্পৰ্কে ৰচনা কৰা কাব্য 'সুতিকা পটল'। 'মান ভঞ্জন' আৰু 'ৰাম বনবাস' বঙলা ভাষাত লিখা তেওঁৰ দুখন নাটক।

গোবিন্দৰামৰ পুত্ৰ শ্যামলাল চৌধুৰী। শ্যামলাল চৌধুৰী পলাশবাৰীত তহচিলদাৰ স্বৰূপে কাৰ্য্যনিৰ্বাহ কৰি পিছত এছ ডি চি নিযুক্ত হৈছিল। ১৮৯৭ খৃঃৰ বৰ ভুঁইকঁপৰ পটভূমিত তেওঁ ৰচনা কৰিছিল 'ভূমিকম্প' নামৰ এখন সৰু কাব্য।

শ্যামলাল চৌধুৰীৰ পুত্ৰ প্ৰসন্নলাল চৌধুৰী। ১৮৯৮ খৃঃৰ ডিচেম্বৰ মাহত ( ২১ আঘোণ ) পলাশবাৰীতে প্ৰসন্নলালৰ জন্ম। পলাশবাৰীতে তেওঁৰ পঢ়াশালীয়া শিক্ষা আৰম্ভ। পিতৃৰ মৃত্যুৰ পিছত মাক প্ৰমীলা চৌধুৰী বৰপেটালৈ গুছি আহিল। বৰপেটা হাইস্কুলত পঢ়া কালছোৱাৰ শেষৰডোখৰত সঙ্গদোষত পৰি প্ৰসন্নলাল এজন উশৃংখল ছাত্ৰ। সপ্তমমানতে দুবাৰ অকৃতকাৰ্য্য হোৱাৰ পিছত যোৰহাট বেজবৰুৱা হাইস্কুলত ভৰ্তি হয়। বেজবৰুৱা হাইস্কুল এক-প্ৰকাৰ তেওঁৰ জীৱনৰ এটি 'টাৰ্ণিং পয়েন্ট'। শ্ৰেণীত দুবাৰকৈ অকৃতকাৰ্য্য হোৱা ছাত্ৰজনে বেজবৰুৱা হাইস্কুলত শ্ৰেণীত সদায় প্ৰথম স্থান লাভ কৰি প্ৰথম বিভাগত প্ৰবেশিকাত উত্তীৰ্ণ হয় আৰু প্ৰবেশিকা পৰীক্ষাৰ্থীৰ মাজত পতা ৰচনা প্ৰতিযোগিতাত প্ৰথম স্থান অধিকাৰ কৰি স্বৰ্ণ পদক লাভ কৰিছিল।

প্ৰবেশিকা পাছ কৰি কটন কলেজত পঢ়িছিল যদিও সেই বছৰটো তেওঁৰ এটা নিস্ফল বছৰ। এবছৰ পঢ়িয়ে এৰি কলিকতালৈ গৈ চেন্ট পল কলেজত পুনৰ আই এ শ্ৰেণীত ভৰ্তি হয়। উক্ত কলেজৰ পৰাই আই এ পাছ কৰি ১৯২৪ খৃঃত ডিষ্টিংচন সহ বি এ ডিগ্ৰী লাভ কৰিলে। গুৱাহাটী আৰ্ল ল কলেজত পঢ়িছিল যদিও পৰীক্ষা দিয়া নহল।

প্ৰসন্নলাল চৌধুৰী আজীৱন শিক্ষাসেৱী। শিক্ষা-দানেৰে কৰ্মজীৱনৰ আৰম্ভনি আৰু শিক্ষাদানতে কৰ্মজীৱনৰ সামৰণি। মাজতে এবছৰ কাল প্ৰচাৰ বিভাগৰ বিশেষ বিষয়া স্বৰূপে কাৰ্য্যনিৰ্বাহ কৰাৰ বাহিৰে তেওঁ আন চাকৰি কৰা নাই। ডিগ্ৰী লাভৰ পিছতে এছ ডি চি চাকৰিৰ বাবে প্ৰাৰ্থী হৈছিল যদিও চাকৰি নিমিলিল।

ছাত্ৰৱস্থাত জাতীয় অন্দোলন, সন্ত্ৰাসবাদী দলৰ লগত জড়িত আছিল যদিও পিছৰ জীৱনত কোনো ৰাজনৈতিক দলৰ সক্ৰিয় কৰ্মী নাছিল। কিন্তু ১৯৬৭ খৃঃত তেওঁ লোকসভা নিৰ্বাচনত বৰপেটা সমষ্টিৰ পৰা জনসংঘৰ প্ৰাৰ্থীস্বৰূপে তেতিয়াৰ কেন্দ্ৰীয় শিক্ষামন্ত্ৰী ফখৰুদ্দিন আলি আহমদৰ বিৰুদ্ধে প্ৰতিদন্দিতা কৰিছিল। প্ৰসন্নলালৰ নিচিনা এগৰাকী আজীৱন শিক্ষাসেৱী, প্ৰথিতযশা সাহিত্যিক আৰু বিৰাট ব্যক্তিত্বসম্পন্ন পুৰুষে কোনো ৰাজনৈতিক দলৰে সভ্য হৈ নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা নকৰাই ভাল আছিল। ই তেওঁৰ জীৱনৰ এটি ব্যতিক্ৰম। নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিছিল যদিও তেওঁ ক্ষমতাৰ লোভৰ পৰা সদায় উৰ্দ্ধত। ক্ষমতা আৰু ঐশ্বৰ্য্যৰ লোভত মোহান্ধ লোক প্ৰসন্নলাল নহয়। মনকৰা হলে তেওঁ গোলাঘাট অধিবেশনৰ বহু পূৰ্বতে সাহিত্য সভাৰ সভাপতিৰ আসনত বহিব পাৰিলেহেঁতেন।

পলাশবাৰী আৰ বি হাইস্কুল, উত্তৰ গুৱাহাটী কমলদেৱ ইনষ্টিটিউচন, কামৰূপ একাডেমী, বজালী হাইস্কুল, বৰপেটা জীৱনলতা ছোৱালী হাইস্কুল, গমুৰা বিদ্যানিকেতন আদিত তেওঁ ১৯২৬ খৃঃৰ পৰা ১৯৭৩ খৃঃলৈকে সুদীৰ্ঘ কাল শিক্ষাদান কৰিলে যদিও তেওঁৰ প্ৰকৃত কৰ্মভূমি বৰপেটা বিদ্যাপীঠ। সুদীৰ্ঘ একুৰি তেৰ বছৰ কাল (১৯৩১-১৯৬৫) তেওঁ বৰপেটা বিদ্যাপীঠৰ প্ৰধান শিক্ষক। বৰপেটা বিদ্যাপীঠৰ হেডমাষ্টৰ বা প্ৰধান শিক্ষক প্ৰসন্নলাল চৌধুৰীজনহে প্ৰকৃতপক্ষে জনমানসৰ প্ৰসন্নলাল। এইখন শিক্ষা-নুষ্ঠানৰ প্ৰধান শিক্ষক স্বৰূপে প্ৰসন্নলাল ব্যক্তি আৰু অনুষ্ঠান এক হৈ পৰিছিল।

সাধাৰণতে দুই শ্ৰেণীৰ শিক্ষক পোৱা যায়। এক শ্ৰেণীৰ শিক্ষাদানে শিক্ষাৰ্থীক পৰীক্ষা ঘৰত সৰহ নম্বৰ পোৱাত সহায় কৰে। আন এক শ্ৰেণী শিক্ষাবিদৰ শিক্ষাদানে প্ৰসাৰিত কৰে শিক্ষাৰ্থীৰ মনৰ দিগন্ত। ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা, হেম বৰুৱা, প্ৰসন্নলাল চৌধুৰী এই শ্ৰেণীৰ শিক্ষক। প্ৰসন্নলালৰ শিক্ষা দানে ছাত্ৰক ডাঙৰ মানুহ, উচ্চপদস্থ বিষয়া, ৰাজ-নীতিবিদ, পণ্ডিত হোৱাৰ শিক্ষা নিদিব পাৰে, কিন্তু ছাত্ৰক শিকাব পাৰিছিল নৈতিকতা দেশপ্ৰেম, সমাজ-সেৱা আৰু নিৰ্ভীকতাৰ মহান আদৰ্শ। পইচা ঘটা ধনী হোৱাৰ চিন্তাত তেওঁ কোনো কালে গুৰুত্ব আৰোপ কৰা নাই; তেনে আদৰ্শ তেওঁৰ পৰা ছাত্ৰয়ো পাব নোৱাৰে।

স্কুলত শিক্ষকসকলেও তেওঁক সমীহ কৰি চলিছিল। কিন্তু তেওঁৰ সহকৰ্মী শিক্ষকৰ ওপৰত আছিল গভীৰ বিশ্বাস আৰু আস্থা। একোটা





অনুষ্ঠানৰ বৰমুৰীয়াজনে তলতীয়া লোকসকলৰ ওপৰত বিশ্বাস আৰু আস্থা নাৰাখিলে অকল শাসনৰ বাঘজৰী নিয়ন্ত্ৰণ কৰিয়ে এটা অনুষ্ঠান গঢ়ি তুলিব নোৱাৰে। হেম বৰুৱা, প্ৰসন্নলালচৌধুৰী সহকৰ্মী-সকলৰ প্ৰতি আস্থা আৰু বিশ্বাসেৰে অনুষ্ঠান পৰিচালনা কৰা একোজন বৰমুৰীয়া।

স্বাধীনতা লাভৰ পূৰ্বতে তেওঁ বিদ্যাপীঠ স্কুলৰ ছাত্ৰৰ বাবে এটি সাজ (ইউনিফৰ্ম) ঠিক কৰি দিয়ে। বগা ধুতি-চোলা-পেন্ট ; ডাঠ চকলেট ৰঙৰ জৰহৰ কোট ; আগটো জোঙা সত্ৰীয়া পাগুৰীৰ নিচিনা গান্ধী টুপী, টুপীটোৰ মাজত তিনি ইঞ্চিমান দীঘল এডোখৰ সেউজীয়া কাপোৰ আৰু কাপোৰ দোখৰৰ মাজত ডাঠ কমলাৰঙৰ এটি চক্ৰ। তেওঁ ছাত্ৰ-সকলৰ আগত পোছাকৰ ব্যাখ্যা কৰি কৈছিল "সেউ-জীয়া অসম ভূমিত নতুন সূৰ্য্য উদয় হৈছে। তোমা-লোক তাৰেই প্ৰতীক। ডাঠ চকলেট ৰঙৰ জৰহৰ কোটটো হৈছে বৰ্ম স্বৰূপ'।

হেডমাষ্টাৰ স্বৰূপে তেওঁৰ শাসন বাঘৰ চকুৰে কৰা কঢ়া শাসন। তেওঁৰ নামত দুৰ্দান্ত ল'ৰাও ভয়ত কম্পমান। বহুতো অভিভাৱকে বিদ্যাপীঠত পঢ়িবলৈ দি 'প্ৰসন্ন চৌধুৰী' আছে বুলি নিশ্চিন্ত হ'ব পাৰিছিল।

প্ৰসন্নলালৰ চৰিত্ৰ সহজতে সেও নমনা আৰু অদমনীয় পৌৰুষত্বৰে সমুজ্বল। জীৱনৰ জয়-পৰাজয়' পোৱা-নোপোৱাৰ হিচাপ-নিকাচ প্ৰসন্নলালৰ লক্ষ্য নহয়। প্ৰসন্নলালৰ জীৱনত সমাজৰ আচাৰ নীতি-তকৈ বিবেকৰ প্ৰাধ্যান্য বেচি। দহজনক দেখি গতানুগতিকভাবে আঠুলোৱা লোক প্ৰসন্নলাল নহয়। তেওঁ ডেকাকালতে বৰপেটাহেন চহৰত ৰক্ষণশীলতাৰ বাধা নিষেধ নামানি সকলোৰে জনাজাত কৰি কুকুৰা চৰাই খাইছিল আৰু ঘৰতে পুহিছিল। সেই কাৰ্য্যত আনে বু-বু বা বা কৰিলেও তেওঁ কেৰেপকে নকৰিছিল।

নীলাম্বৰ নাটকৰ নীলাম্বৰৰ উক্তিৰ মাজতো প্ৰসন্নলালৰ পৰিচয় পোৱা যায়। প্ৰথম দৃশ্যতে অভিষেকৰ সময়ত নীলাম্বৰে কৈছে "মই যেন সক-লোকে এৰি বনবৰাগী হৈ ক'ৰবালৈ গুচি যাম।" ৰাজমুকুট পিন্ধি ৰাজ্যৰ শাসনভাৰ গ্ৰহণ কৰাৰ মুহূৰ্ততো নীলাম্বৰৰ মনলৈ উদাসীন ভাব অহাৰ দৰে প্ৰসন্নলালো সকলো সময়তে উদাসীন। বন্ধনৰ মাজত থাকিব নিবিচৰা লোক।

আকৌ শেষৰ অঙ্কত মৃতা চন্দ্ৰাৰ বেদীৰ কাষত ফৰিদ খাই কেবল অস্ত্ৰ ত্যাগ কৰিবলৈ বাৰে বাৰে অনুৰোধ কৰা সত্বেও অস্ত্ৰ ত্যাগ নকৰি এবুকু সাহসেৰে কৈছে—"অস্ত্ৰ ত্যাগ নকৰোঁ। সজেয় হৈ আহিছিলোঁ অজেয় হৈ যাম।" প্ৰসন্নলালৰ প্ৰকৃতিও অজেয় হৈ থকা, কাৰো ওচৰত সেও নমনা। নিৰ্ভীকতা, স্পষ্টবাদিতা, বেপৰোৱা স্বভাৱ প্ৰসন্নলালৰ শিৰৰ ভূষণ, মুকুট-মণি।

প্ৰসন্নলালৰ সাহিত্য কীৰ্তি 'নীলাম্বৰ' নাটক আৰু কবিতাৰাজি। নীলাম্বৰ নাটক ৰচনাৰ সময়ত তেওঁ কুৰিৰ দেওনা পাৰ হোৱা দ্বিতীয় বাৰ্ষিক আই এ শ্ৰেণীৰ ছাত্ৰ। নীলাম্বৰ এখন ঐতিহাসিক মঞ্চ-সফল আৰু জনপ্ৰিয় নাটক। আঙ্গিকৰ ফালৰ পৰা বিচাৰ কৰিবলৈ হলেও নীলাম্বৰ এখন পূৰ্ণাঙ্গ সাৰ্থক ট্ৰেজেডী। নাটখনিৰ কুটিল চৰিত্ৰ নন্দ অসমীয়া নাট্য-সাহিত্যৰ এটি সাৰ্থক কুটিল চৰিত্ৰ। অনুপম চৰিত্ৰ, বলিষ্ঠ সংলাপে নাটখনিৰ সৌন্দৰ্য্য চৰাইছে। ঐতিহাসিক নাটক যদিও ঐতিহাসিক নাট্যকাৰৰ স্বাধীনতা অক্ষুণ্ণ ৰাখি কাহিনী মনোৰম, আকৰ্ষণীয় আবেগ প্ৰবল কৰি তুলিছে।

'অগ্নিমন্ত্ৰ' আৰু 'প্ৰসন্নলালৰ চানেকী কবিতা' তেওঁৰ দখন কাব্য গ্ৰন্থ যদিও প্ৰথমখন অপ্ৰকাশিত ছপা পুথিহে। ৰোমান্টিক যুগৰ পৰিপূৰ্ণ কালচোৱাত জন্ম লাভ কৰিলেও ৰোমান্টিক কবিৰ পলায়নবাদী মনোবৃত্তি, বৈৰাগ্য বা হা-হুতাসেই কাব্য সৃষ্টিৰ উৎস হৈ পৰা আৰু বিলাসী কল্পনাৰ মোহ জালত বুৰগৈ থকা কবি প্ৰকৃতিৰ প্ৰসন্নলাল ব্যতিক্ৰম।

প্ৰসন্নলালৰ কবিতাৰ 'প্ৰধান উৎস হৈছে প্ৰতিবাদ। ৰোমান্টিক যুগৰ কবিসকলৰ দৰে প্ৰসন্নলালৰ কবি-তাৰ উৎস প্ৰেম আৰু পৃথিবী নহয়। তেওঁৰ কবিতাৰাজি কল্পনাৰে ভাৰাক্ৰান্ত নহয়, উপলব্ধিৰে সমুজ্বল কবিতা। সংগ্ৰামী জীৱনৰ বেদনা আৰু সমস্যাৰ প্ৰতি তেওঁৰ উপলব্ধি ব্যাপক আৰু গভীৰ। জাতীয় চেতনা আৰু সংগ্ৰামী মনোভাব ছাত্ৰাবস্থাতে অঙ্কুৰিত হয় যদিও তেওঁৰ কবিতাৰাজিত। শ্ৰেণী সংগ্ৰামৰ ধ্বনি নাই ; প্ৰতিবাদৰ ধ্বনিৰেহে মুখৰিত। প্ৰসন্নলাল যুগ সন্ধিক্ষণৰ কবি যদিও গোষ্ঠী-চৈতন্যৰ উৰ্দ্ধত। সম্ভৱতঃ সেই বাবেই তেওঁ এঘৰীয়া। এঘৰীয়া হলেও কাব্য চৰ্চা প্ৰসন্নলালৰ বাবে 'জিৰণিৰ মাজুলী' নহয়।

বৈপ্লবিক ভাব-আদৰ্শৰ কবি হিচাপে প্ৰসন্নলাল আৰু নজৰুল একে পথৰ যাত্ৰী। নজৰুলৰ কবিতাৰ দৰে প্ৰসন্নলালৰ কবিতাত আছে অন্যায়, শোষণ, নিষ্পেষণ, অন্ধ নৈষ্ঠিকতাক মষিমূৰ কৰিব খোজা এক দুৰ্বাৰ আকাঙক্ষ্যা। আৰু সমাজৰ সকলো স্তৰৰ মানুহৰ প্ৰতি ভ্ৰূকুটি। নজৰুলৰ লগত প্ৰসন্নলালৰ সাদৃশ্য আছে বহু ক্ষেত্ৰতে—বিদ্ৰোহমূলক জীৱনদৰ্শনত

আৰু দুৰ্বাৰ গতিৰ ছন্দোময় কবিতা প্ৰকাশত। কিন্তু প্ৰসন্নলাল নজৰুলৰ ভাব আদৰ্শৰে পুষ্ট বা ছত্ৰ ছায়াত সঞ্জীৱিত বিদ্ৰোহী কবি নহয়। প্ৰসন্নলাল প্ৰসন্নলালেই, নজৰুল নহয়।

কাল্পনিক কাব্যনাট 'অপেস্বৰী' ছাত্ৰ-ছাত্ৰীৰ বাবে ৰচনা কৰা 'জাতিৰ ফুল' 'আমাৰ দেশৰ সাধু' আদি তেওঁৰ আন আন প্ৰকাশিত ৰচনা।

প্ৰসন্নলাল আছিল এগৰাকী জনপ্ৰিয় অভিনেতা আৰু নিপুণ চিকাৰী। 'চিকাৰ নিকাৰ' তেওঁৰ মনোৰম 'চিকাৰ কাহিনী'ৰ পাণ্ডুলিপি। মাধৱ কন্দলীৰ 'সাতকাণ্ড ৰামায়ণ' হোলী গীতৰ সংকলন 'ৰঙ্গে ফাগু খেলে' তেওঁৰ সম্পাদিত পুথি। জীৱনৰ ভাটি বয়সত 'অপৰাজেয়' কথাছবিত এটি ভূমিকাত ওলাই আৰু ফণী তালুকদাৰ ৰচিত আৰু প্ৰযোজিত 'মৰা হাতী' অনাতাঁৰ নাটত অংশ গ্ৰহণ কৰি তেওঁৰ অদম্য শিল্পীমনৰ পৰিচয় দিব পাৰিছিল।

ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাই 'বিদ্ৰোহী কবি প্ৰসন্নলাল' কবিতাৰে তেওঁক স্বাগতম জনাই আহ্বান কৰিছিল বিপ্লৱৰ বহ্নি প্ৰজলিত কৰিবলৈ—

তুমি সুনিপুণ গোৱা গুণগুণ
দীপক ৰাগিণী
দেইপুৰি লৈ যাওক
অসমৰ আকাশ-অৱনী
নবীনৰ তৃষ্ণাতুৰ
অলস বননি
কবিতাৰ প্ৰণয় ফুলনি
মুক্ত কৰা বিপ্লৱ ধ্বনি
বজোৱা বজোৱা অগ্নিবীণ
হেৰা বিদ্ৰোহী নবীন।











৺হেমচন্দ্ৰ বৰুৱা



৺হেমচন্দ্ৰ গোস্বামী

# ধনশিৰিৰ পাৰে পাৰে

শ্ৰীলীলা গগৈ

গোলাঘাট এটা অৰ্বাচীন নাম। ধনশিৰি এখন প্ৰাচীন নদী। গোলাঘাটৰ কেইমাইলমান দক্ষিণে দৈয়াং আৰু ধনশিৰি একেলগ হৈ দৈয়াং নামটো হেৰুৱাই ধনশিৰি হৈ ঢপলিয়াই গৈ লখৌৰ উত্তৰে লুইতত মিলি গৈছে। বুৰঞ্জীত ধনশিৰিতকৈ দৈয়াঙৰ নামহে অধিক উজ্বল, অধিক ঘটনাপূৰ্ণ। এই ধনশিৰি-দৈয়াঙৰ পাৰে পাৰে গাওঁ বহিছিল, নগৰ বহিছিল, সংস্কৃতিৰ পুলি-পোখা মেলিছিল আৰু একালত জয় জয় ময় ময় হৈ উঠিছিল। কালৰ সোঁতত সাগৰত নগৰ হ'ল, নগৰত হাবিতলী হ'ল। সেই এদিনৰ সভ্যতা-সংস্কৃতিৰ পৰশত জিলিকি উঠা ধনশিৰি-দৈয়াঙৰ পাৰ নিস্তব্ধ হ'ল, ইতিহাসৰ আঁত ছিগিল; বালি, মাটি, হাবি-লতাই ইতিহাসৰ বুকু পুতি পেলালে। উনবিংশ শতিকাৰ কোনোবা এটা ক্ষণত অসমত ধন বুটলিবলৈ অহা ব্যৱসায়ীয়ে গোলা পাতিলে ধনশিৰিৰ পাৰত। তাতে ঘাট বহিল। গোলা আৰু ঘাট গোট খাই আধুনিক গোলাঘাটৰ জন্ম হ'ল।

গোলাঘাট ১৮৭৪—৭৫ চনমানতহে[১] এটা মহকুমালৈ ৰূপান্তৰিত হয়। ১৮২৫ চনত ইংৰাজে অসম অধিকাৰ কৰাৰ পিছত ধনশিৰি নৈকে সীমা কৰি উজনি খণ্ড 'জুনিয়ৰ খণ্ড' আৰু নামনি খণ্ড 'ছিনিয়ৰ খণ্ড' নাম দি দুটা প্ৰশাসনীয় গোট সৃষ্টি কৰিলে। উজনি খণ্ডৰ প্ৰথম প্ৰশাসক নিযুক্ত হ'ল কৰ্ণেল ৰিছাৰ্ড। কৰ্ণেল ৰিছাৰ্ডৰ পিছত কৰ্ণেল কুপাৰ আৰু কেপ্তেইন নিউভিল চাহাব উজনি খণ্ডৰ সামৰিক শাসনকৰ্তা নিযুক্ত হয়। এইদৰে বছৰ-চেৰেক শাসন-কাৰ্য্য চলাৰ পিছত ১৮৩৮ চনত লালবন্দী দিব নোৱাৰাৰ অপৰাধত জুনিয়ৰ খণ্ডৰ শাসনভাৰ পোনপটীয়াকৈ ইংৰাজৰ অধীনলৈ নিয়া হয়। ইতিমধ্যে ১৮৩২-৩৩ চনত দৰং, নগাওঁ আৰু কামৰূপ জিলা সৃষ্টি কৰা হয় আৰু ১৮৩৪ চনত ৰংপুৰ নামেৰে এখন জিলা পতা হয়। ৰংপুৰ জিলাৰ নাম পাছত শিৱপুৰ জিলা হয়। শিৱপুৰ জিলাৰ মহকুমা তিনিটা: জয়পুৰ, শিৱসাগৰ (ৰংপুৰ) আৰু যোৰহাট। তেতিয়া শিৱসাগৰ জিলাৰ পশ্চিম সীমা আছিল ধনশিৰি। ধনশিৰিৰ পশ্চিমাঞ্চল নগাওঁ জিলাৰ অন্তৰ্গত আছিল। ১৮৭৪—৭৫ চনত শিৱসাগৰ জিলাৰ সীমা পুনৰ নিৰ্দ্ধাৰণ কৰি জয়পুৰ মহকুমাটো লক্ষীমপুৰ জিলাত জাপি দি শিৱসাগৰ, যোৰহাট আৰু গোলাঘাট তিনিটা সুকীয়া মহকুমা পতা হয়। তেতিয়াৰে পৰাই বুৰঞ্জীৰ বছা-দৈয়াং-মৰঙ্গী গোলাঘাট নামে জনাজাত হৈ উঠে।

ধনশিৰিৰ বড়ো নাম ডিমা অৰ্থাৎ বৰ নৈ। সেই ডিমাৰ পাৰতে পুৰ পাতিছিল কছাৰী ৰজাই, সেয়ে ডিমাপুৰ। কছাৰী ডিমাক আহোমে বুলিছিল টি-মা। নগৰখনক চে-নাম-টিমা, নৈখনক নাম-টিমা।

১ ১৮৩৮ চনত পুৰন্দৰ সিংহৰ পৰা জাইগীৰ কাঢ়ি লোৱাৰ পিছত ১৮৩৯ চনত ইংৰাজে গোলাঘাটক কেন্দ্ৰ কৰি এটা মহকুমা গঠনৰ সিদ্ধান্ত গ্ৰহণ কৰে। এই চনৰে পৰা হামদৈৰ কাষৰ বিখ্যাত টৌপোলাঘাটৰ গাতে লাগি থকা ওখ চাপৰি কেইটামান বাছি লৈ শিবিৰ আৰম্ভ কৰে। এই চনৰ পৰা জয়পুৰৰ লগতে গোলাঘাট মহকুমা ৰূপে স্বীকৃত হয়। ১৮৪৬ চনত লক্ষীমপুৰ আৰু শিৱসাগৰ এই দুখন জিলাক পুনৰ গঠন কৰি জয়পুৰক লক্ষীমপুৰৰ লগ লগোৱা হয়। শিৱসাগৰ জিলাত দুটা মহকুমা—শিৱসাগৰ আৰু গোলাঘাট—ঘোষিত হয়। তেতিয়াৰে পৰা গোলাঘাট পূৰ্ণাঙ্গ মহকুমা হয়। ১৮৬৯ খৃঃৰ ১৮ ডিচেম্বৰত যোৰহাট মহকুমা শিৱসাগৰ আৰু গোলাঘাট মহকুমাৰ কিছু অংশ লৈ গঠিত হয়। এই পুৰণি তথ্য সমূহ হাণ্টাৰৰ 'ষ্টেটিষ্টিকেল একাউণ্টচ্ অব আসাম' গ্ৰন্থত পোৱা যায়। গ্ৰন্থখন ১৮৭৯ চনত প্ৰথম প্ৰকাশিত হৈছিল।

—সম্পাদক, ধনশিৰি।

ডিমাপুৰ নগৰখন ইটাৰ গড় মাৰি বেৰি থোৱা হৈছিল বাবে ইটানগৰ বুলিও উল্লেখ কৰা হৈছে। ডিমাপুৰ একালত গোলাঘাট মহকুমাৰ অন্তৰ্গত আছিল। ডিমাপুৰ হেড়মিয়াল কছাৰীসকলৰ ৰাজধানী আছিল। ডেৰচোংফাৰ দিনত মাইবঙলৈ ৰাজধানী তুলি নিয়াৰ আগতে ইয়েই কছাৰীসকলৰ কৃষ্টি-সংস্কৃতি চৰ্চাৰ প্ৰাণকেন্দ্ৰ আছিল। আনপিনে দৈয়াং, বছা, মৰুং, ঘিলাধাৰী, মৰঙী আহোম যুগৰ ৰাজনৈতিক কাৰ্য্যকলাপৰ বিখ্যাত কেন্দ্ৰ আছিল। অ'ত-ত'ত হাবিয়ে হুচঙে সিঁচৰতি হৈ থকা ঐতিহাসিক সমলৰ বাহিৰেও দেৱৰগাওঁ, নুমলীগড় দেওপৰ্বত আদি প্ৰাক-আহোম যুগতেই ধৰ্মীয় অনুষ্ঠানৰ চৰ্চাকেন্দ্ৰ হিচাপে বিখ্যাত হৈ উঠিছিল। এই যুগটোৰ ইতিহাস, সমল হাতত লৈ, দহদহীয়া প্ৰমাণেৰে লিখি উলিয়াবলৈ সময় লাগিব, সাধ্য-সাধনাৰো প্ৰয়োজন হ'ব।

কাছমাৰী আৰু ডিমাপুৰত যি ধ্বংসাৱশেষ পোৱা গৈছে, সি একে ঐতিহ্য আৰু পৰম্পৰাৰ পৰিচায়ক। দুয়ো ঠাইতে ভাস্কৰ্য্যখচিত শিলাস্তম্ভ দেখিবলৈ পোৱা যায়। এটা কথা লক্ষ্য কৰিছোঁ, ডিমাপুৰৰ শিলাস্তম্ভৰ গাত থকা ভাস্কৰ্য্যৰ 'মটিফ' আঙামী মানুহৰ গাত লোৱা কাপোৰখনত বৈ উলিওৱা 'মটিফ'ৰ লগত সাদৃশ্য আছে। সি যি কি নহওক, এসময়ত এই ধনশিৰিৰ পাৰত নগা আৰু বড়ো সংস্কৃতিৰ সমন্বয় সাধনৰ শুভক্ষণ মিলিছিল কিন্তু কালৰ কুটিল গতিত পৰি তাৰ চিন স্থায়ী নহ'ল। ভাষাতাত্ত্বিক পণ্ডিতে বড়ো-নগা একেটা ঠালতে থুপাই থৈছে। আহোম ৰাজত্বই স্পৰ্শ কৰাৰ আগতে গোলাঘাটৰ সমুদায় অঞ্চল কছাৰী অধ্যুষিত অঞ্চলত পৰিণত হৈছিল। উজনি অসমৰ সোণোৱাল কছাৰীসকলে যেনেকৈ নিজৰ ভাষা এৰি অসমীয়া ভাষালৈ বিভিন্ন জাতি-জনজাতিৰে সৈতে মিলি গ'ল ঠিক সেইদৰেই ধনশিৰি-দৈয়াঙৰ পাৰৰ কছাৰী মানুহেও অসমীয়া ভাষা গ্ৰহণ কৰি অন্যান্য জাতি-জনজাতিৰ লগত মিলি গ'ল। অসমীয়া ভাষা-সংস্কৃতিলৈ যিখিনি বড়ো-কছাৰী উপাদান আহিছে, এওঁবিলাকৰ যোগেদিয়েই আহিছে। সাংস্কৃতিক উপাদান ফৰ্মুটি মাৰি দলিয়াই দিব নোৱাৰি, দিয়া-লোৱাৰ মাজেদিয়ে বিকশিত হৈ উঠিব পাৰে। শদিয়লীয়া কছাৰী আৰু হেড়েমিয়াল কছাৰী মূলতঃ একে ঠালৰ। টুহানফা স্বৰ্গদেৱৰ দিনত বৰাহী-কছাৰী ৰজাৰ ৰাজধানী আছিল বৰ্তমান সোণাৰি নগৰৰ ওচৰত। তাৰেপৰা ভতীয়াই চাৰিং, নামডাং এনেকৈ গৈ শীতল-নেঘেৰী পালেগৈ অৰ্থাৎ কাকডোঙা পাৰ হৈ গোলাঘাট মহকুমাত সোমালগৈ। এই সময়ৰেপৰা বুৰঞ্জীত মাজে সময়ে গোলাঘাট অঞ্চলৰ ঠাইসমূহৰ নামৰ উল্লেখ পোৱা যায়। শীতল বা শীতলা পথাৰ আৰু নেঘেৰী দুখন সাৰুৱা পথাৰ আৰু প্ৰাক আহোম যুগত অতি ঘন বসতিপূৰ্ণ ঠাই আছিল। নেঘেৰী পথাৰৰ কাষতে থকা ওখ টিংটোৱেই নেঘেৰীটিং য'ত ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱৰ দিনত পঞ্চদেৱতাৰ বিগ্ৰহৰে সৈতে শিৱমন্দিৰ নিৰ্মাণ কৰায়। প্ৰাক-আহোম যুগৰে পৰা এটি দেৱমন্দিৰযুক্ত গাওঁ এখন থকা বাবে দেৱৰগাওঁ নামটো খ্যাত হৈ উঠিছিল। স্বৰ্গদেও প্ৰতাপসিংহই দেৱৰগাঁৱৰ প্ৰাচীন দেৱস্থানতে এটি শিৱমন্দিৰ স্থাপন কৰি ইয়াৰ পূজা-সেৱা চলাবলৈ মাটি-বাৰী পূজাৰী-সেৱকীয়া নিৰ্বন্ধ কৰি দিয়ে। আনপিনে দেৱৰগাঁৱত ৰজাৰ বাহৰ প্ৰতিষ্ঠিত হোৱাত দেৱৰগাঁও-ৰজাবাহৰ অঞ্চলত বিভিন্ন খেলমেলৰ মানুহৰ সমাবেশ ঘটে আৰু সাংস্কৃতিক জীৱন বিকশিত হৈ উঠে। গোলাঘাট মহকুমাৰ অন্তৰ্গত অঞ্চলত দেৱৰগাঁৱৰ উপৰিও নুমলীগড় আৰু জটীয়াবাঙ্গত ৰজাবাহাৰ আছিল। গজপুৰৰপৰা দেৱৰগাঁৱলৈ ৬৪০০ বেও, দেৱৰগাঁৱৰপৰা জটীয়াবাঙ্গলৈ ৯৫০০ বেও, তাৰপৰা নুমলী বাহৰলৈ ৮০০০ বেও। জটীয়াবাঙ্গ বৰ্তমান কাজিৰঙ্গা অভয়াৰণ্যৰ ভিতৰত ব্ৰহ্মপুত্ৰৰ কাষত অৱস্থিত। **দেৱৰগাঁও ( দেৰগাঁও )** ঃ দেৱৰগাঁও বোধকৰোঁ সপ্তম-অষ্টম শতিকা মানৰেপৰাই বিখ্যাত হৈ উঠে। পুৰণি দেৱৰগাওঁ মন্দিৰৰ ধ্বংসাৱশেষ ব্ৰহ্মপুত্ৰৰ বুকুত জাহ গ'ল। তাৰপৰা অনা শিলৰ টুকুৰাবোৰৰ যিখিনি নেঘেৰীটিঙৰ খটখটিত দেখা পোৱা যায়, সেইখিনি তেজপুৰৰ ভাস্কৰ্য্যত ব্যৱহৃত শিলৰ লগত মিল আছে। আনপিনে দেওপানী-নুমলীগড়ৰ ভাস্কৰ্য্যও সমসাময়িক যেন লাগে। দেৱৰগাঁৱত কোনো এজন ঔৰ্ব্য ঋষিৰ নাম জড়িত হোৱালৈ চাই ইয়াতো এদিন আৰ্য্য সংস্কৃতিৰ পৰশ পৰিছিল যেন লাগে কিন্তু ইতিহাস নিমাত। আহোম ৰজাই শীতল-নেঘেৰী মাৰি দেৱৰগাওঁ দখল কৰিবৰ সময়ত ই কছাৰীসকলৰ দেও-উপাসনাৰ জাগ্ৰত থান আছিল। স্বৰ্গদেও প্ৰতাপসিংহ নিজে শৈৱ আছিল। ৰাজপাটত বহাৰ আগতে তেওঁৰ গাত দেও উঠিছিল আৰু নিয়মীয়াকৈ ভোগ-প্ৰসাদ দি পূজা-সেৱা কৰিছিল। ৰাজপাটত বহিবৰ সময়ত তেওঁৰ লগত থকা শিৱলিঙ্গটি নগৰৰ কাষতে এটি সৰু মন্দিৰ সজাই, 'মহেশ্বৰ ঘৰ কৰি' আঁতৰাই থলে। কিন্তু শিৱমন্দিৰসমূহ সজাই তেওঁৰ শ্ৰদ্ধা প্ৰকাশ কৰিলে। বিশ্বনাথ, দেৱৰগাঁও আদি প্ৰাচীন দেৱস্থানত তেৱেঁই পোনপ্ৰথম মন্দিৰ নিৰ্মাণ কৰোৱায়। বৰ্তমান নেঘেৰীটিং মন্দিৰৰপৰা কেইবা মাইলো পশ্চিমে প্ৰাচীন শিৱ মন্দিৰ আছিল। প্ৰতাপসিংহৰ এই মন্দিৰৰ প্ৰতি গভীৰ আৰু আস্থা ভক্তি আছিল। প্ৰত্যেক দিনাই পূজাৰ নিৰ্মালি ঘোঁৱাৰে দেৱৰগাঁৱৰপৰা গড়গাঁৱলৈ নিয়াৰ ব্যৱস্থা আছিল আৰু সেই উদ্দেশ্যেই দেৱৰগাঁৱৰপৰা ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে গজপুৰ, দিখৌমুখ হৈ গড়গাঁৱলৈ বৰ আলিটো বন্ধাইছিল। ১৫১৩ শকৰ কাতিত লুইত আৰু দিহিং লগ লাগি কোবাল হৈ গৰা খহাবলৈ ধৰে। ইয়াৰ আগতে দিহিং ধনশিৰি মুখতহে লুইতৰ লগ লাগিছিল গৰা-খহনীয়াই দেৱৰগাঁৱৰ পুৰণি দ'ল খহাই নিয়াত স্বৰ্গদেৱ ৰাজেশ্বৰসিংহই (১৭৫১—১৭৬৯ ) নেঘেৰীটিঙত মূল বিগ্ৰহ বাণলিঙ্গ প্ৰতিষ্ঠা কৰি নতুনকৈ মন্দিৰ নিৰ্মাণ কৰায়। কিন্তু লক্ষ্মীসিংহইহে উচৰ্গা কৰে। দেৱৰগাঁৱৰ নতুন দ'লৰ জোখা ঃ বাজু দহ হাত ৮ আঙুলকৈ, মেৰে ১৭ হাত ৪ আঙুলকৈ, গহবৰ ১৩ হাত, ডাঠে ১২ হাত। বেৰে খুৰাপাটেদি ১১৫ হাত। ওখকে খুৰাপাটৰপৰা ওপৰৰ বৰমুঠলৈ ২৫ হাত। আৰে ভিতৰতে মেখেলাৰপৰা ঘট ৭ হাত, গলধনত মেৰে ২২ হাত। মুঠৰপৰা সঙ্গদ'লৰ বাজুত দীঘলে মৰিছেগৈ ৫ হাত। সঙ্গদ'লৰ মেখেলাৰপৰা গা-দ'লৰ মেখেলালৈ ৯।। হাত। বৰদ'লৰপৰা সঙ্গদ'ললৈ নিলগ ৭ হাত, ডাঠে ৪।। হাত। গহবৰ ১২।। হাত, পোতে ৭ হাত। জগমোহনৰ ঘৰটি দীঘে ১৪।। হাত, পথালি ১৬।।৪ হাত। ভিতৰে শূন্য দীঘে ১০ হাত ১ বেগেত, পথালি শূন্য ৮।।৪ হাত। ডাঠে ৪ হাত, ওখকে ৯ হাত, শূন্য ৭ হাত।

আতে লাগিছে লঠিয়া শিল ৫০৪৭০ টা, ইটা ১০৫৫০২০ খন। গুৰ ১৪৯০ কলহ, মাহ ২১৪ পুৰা, শণ ৩০ ডাঙ্গ, তেল ৪৪ কলহ, মাছ ৪৫ ডাঙ্গ, চূণগুৰি ৪৫২০ ঢোল, চকাচূণ ৩৬৩০ কলহ।

**মৰঙ্গী** ঃ গোলাঘাটৰ উত্তৰ-পশ্চিম অঞ্চলটোৱেই মৰঙ্গী। মৰঙ্গীত আহোম ৰজাই চকী পাতি এজন দাঁতিঅলীয়া গোহাঁই নিয়োগ কৰি সীমান্ত-প্ৰশাসনৰ সু-ব্যৱস্থা কৰিছিল। এৱেঁই মৰঙ্গীখোৱা গোহাঁই। দিহিঙ্গীয়া ৰজাদেৱৰ দিনত ( ১৪৯৭—১৫৩৯ ) বুঢ়াগোহাঁইৰ পুতেক ত্যাওমুংক্লিংলুঙ্গক পোনপ্ৰথম মৰঙ্গীখোৱা গোহাঁই পাতিলে। মৰঙ্গীখোৱা গোহাঁই মৰঙ্গী অঞ্চলৰ শাসনকৰ্তা হোৱাৰ উপৰিও দক্ষিণ-পশ্চিম অঞ্চলৰ সীমা-মূৰিয়লিত থকা কছাৰী আৰু নগাসকলৰ লগত ৰাজনৈতিক সম্পৰ্ক ৰক্ষা কৰাৰ দায়িত্ব পাইছিল। মৰঙ্গীখোৱা গোহাঁইৰ ৰাজকীয় মৰ্য্যাদা শদিয়াখোৱা গোহাঁই আৰু সলাল গোহাঁইৰ সম-পৰ্য্যায়ৰ। তিনিজনা ডাঙৰীয়াতকৈ মৰ্য্যাদাত নাম-নাচ কম। দাঁতিঅলীয়া গোহাঁয়ে নিজৰ অধীনস্থ ৰাজ্যখণ্ডৰপৰা ৰজাঘৰলৈ দিবলগীয়া লগুৱা-লিক্‌চৌ আৰু অন্যান্য প্ৰয়োজনীয় আৰু নিৰ্দ্ধাৰিত দ্ৰব্যৰ যোগান দিব লাগে। তদুপৰি নিজৰ বিলাইতৰ সেনা আৰু ৰজাঘৰীয়া সৈন্য লৈ যুদ্ধলৈ যোৱাটো নিয়ম। তেওঁবিলাকে প্ৰাণদণ্ড পৰ্য্যন্ত দণ্ড বিহিব পাৰে কিন্তু অস্ত্ৰাঘাত কৰি মৃত্যুদণ্ড দিব নোৱাৰে।

মৰঙ্গী বা মৰঙ্গীখোৱা গোহাঁইৰ কথা উঠিলেই ধনশিৰি-দৈয়াং উপত্যকাত আহোমৰ আধিপত্য বিস্তাৰৰ কথা আহি পৰে। শদিয়লীয়া কছাৰীৰ প্ৰথম ৰজা মাণিক। মাণিকৰ ৰাজ্য পুবে শদিয়া, পশ্চিমে দিখৌমুখ, উত্তৰে দিহিঙৰ দক্ষিণপাৰ, দক্ষিণে দিলিহৰ কেন্দুগুৰি ( কছাৰী বুৰঞ্জী, পৃষ্ঠা ২ )। পঞ্চদশ শতিকাৰ কছাৰী ৰজা ডেৰচোংফাৰ তিনিপুৰুষ আগৰ ৰজা বিখ্যাত মহামাণিফা। মহামাণিফা সোণাপুৰত ( সোণাৰি ) ৰজা হৈছিল যদিও বিক্ৰমাদিত্যফা মৰাৰ পিছত মাণিফাক সোণাপুৰত থৈ মহামাণিফা পাটহড়ম্ব অৰ্থাৎ ডিমাপুৰত ৰজা হ'লগৈ। তেতিয়ালৈকে ডিমাপুৰ কছাৰীৰ মূল ৰাজধানী আৰু সোণাপুৰ পালি ৰাজধানী আছিল। চুপিমফা ৰজাৰ দিনতে পোনপ্ৰথমে আহোম কছাৰীৰ সংঘৰ্ষ আৰম্ভ হয় মহং আৰু নামচাঙৰপৰা খেদি নিমনাগড় সীমাকৈ ৰাজ্য লয়। ১৩৯৫ শকত ( ১৪৭৩ চন ) তাৰপৰা দিখৌ সীমা কৰি কিছুমান দিন আছিল। কন্‌চেং বৰপাত্ৰ গোহাঁই সেনাপতি হৈ কছাৰীক দিখৌৰপৰা ক্ৰমে নামডাং, চাৰিং, শিলপানী ( জাঁজী নৈ ), গাভৰু পৰ্বত এনেকৈ ঠেলি নি দেৱৰগাঁৱৰ শীতল-নেঘেৰী পালেগৈ। আহোমে শীতল-নেঘেৰীত কিছুদিন থানা পাতি আছিল, কছাৰী হুঁহকি গৈ ৰ'লগৈ কাকডোঙাত। তাৰ পিছত নাহৰনি, মণিপথাৰ ( বোধকৰোঁ বৰ্তমান ৰহচলা পথাৰ ) পাৰ হৈ ধনশিৰি সীমা কৰি মৰঙ্গীত কোঁঠ মাৰি ৰ'লগৈ। এইদৰে মৰঙ্গীত কোঠ মাৰি কিছুদিন থকাৰ পিছতেই মৰঙ্গী এৰি দিজোৱা পালেগৈ। এয়া ডেৰচোংফাৰ আগৰ ৰজা খোৰাফাৰ কথা। খোৰাফাৰ মৃত্যুৰ পিছত ডেৰচোংফা ডিমাপুৰত ৰজা হ'ল।* ইয়াৰ পিছত মিলাপ্ৰীতিৰে থাকিবলৈ উভয় পক্ষতে যত্ন কৰা হৈছিল যদিও অৱ-

* মৰুং অঞ্চলত কছাৰী ৰজা ডেৰছোংফাৰ শিবিৰ আছিল। পাছলৈ তাতে মৰুঙ্গীয়া ৰাজখোৱাক নিযুক্ত কৰে।



।। ধনশিৰি ।।

শেষত দুৰ্জয় ৰণ হ'ল আৰু আহোম সৈন্য জিকি কালপানী, কলিয়নী, দৈয়াং আৰু ৰবৈয়াত চাৰিখন চকী পাতিলে আৰু চুৰ্পাক বৰচেটিয়া পাতি মৰঙীত থাকিবলৈ নিযুক্ত কৰিলে।*

গড়মা কুঁৱৰীৰ লগত আহি স্বৰ্গদেৱৰ লগত থাকি গৈছিল মদন কুমাৰ। আহোম-কছাৰীৰ যুদ্ধত ডেৰচোংফা ৰজা মৰিল। কিছুদিনৰ পিছত মদন কুমাৰক নিৰ্ভয়নাৰায়ণ নাম দি ডিমাপুৰত (লখীপ্ৰপুৰত) ৰজা পাতিলে। লগত দিলে কেঁকেৰা-দোলা ১খন, সুণীয়া হেংদান এখন, কেপক্ৰা তলচা ১খন, সোণৰ লাউ খাৰু এযোৰ, কেৰু এযোৰ, কুন্মিন্ ১, মুক্তাৰ হাৰ ১ গছ, সোণৰ কলহ দুযোৰ, ৰূপৰ কলহ দুযোৰ, সোণৰ পিয়লা ১টা, বান এখন, ৰূপৰ মাইহাং এখন, বেলা ১, সোণৰ জৰা ১টা, ৰূপৰ জৰা ১টা, খাট, তুলী, ফুলাম আঠুৱা। কছাৰীয়ে স্বৰ্গদেৱলৈ দিবলগীয়া বস্তুৰ নিৰ্বন্ধ ঃ স্বৰ্গদেৱলৈ ঘোঁৰা দুটা, বৰপাত্ৰলৈ দুটা, বুঢ়াগোহাঁইলৈ দুটা, বৰচেটিয়ালৈ ১টা, মুঠ সাতোটা ঘোঁৰা।

মৰঙীত কোঠ মাৰি আহোম আধিপত্য বিস্তাৰ কৰিলেও দেওপানীৰপৰা দক্ষিণাংশ কছাৰীৰ শাসনতে আছিল। ইতিমধ্যে কছাৰী ৰাজধানী ডিমাপুৰৰপৰা মাইবঙলৈ তুলি নিলে। স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ দিনত ( ? ) মাইবং অধিকাৰ কৰিবৰ উদ্দেশ্যে ধনশিৰিৰ বাটেদি যিটো অভিযান পৰিচালনা কৰিছিল তাৰ গুৰি ধৰিছিল পানীদিহিঙীয়া ডেকাবৰুৱাই। পিছত বৰবৰুৱাও যোগ হ'লহি। এই অভিযানৰ পালি সেনাপতিসকল হ'ল ঃ বাঁহবৰীয়া বৰচেটিয়া, বৰবৰুৱাৰ দদাই ভিতৰুৱাল ফুকন, সৰুজনা দুৱৰা ফুকন, পাত্ৰ বৰফুকনৰ পুতেক আঠগঞা ৰাজখোৱা, বৰবৰুৱাৰ পুতেক পানীদিহিঙীয়া ৰাজখোৱা, দুৱৰা ফুকনৰ ককায়েক তৰুৱা দিহিঙীয়া ৰাজখোৱা, মিৰিসন্দিকৈৰ বছা ৰাজখোৱা, নগামুৱা চাওডাঙৰ বৰুৱা, দুৱলীয়া বৰফুকনৰ পুতেক, বৰবৰুৱাৰ পুতেক, ভিতৰুৱাল ফুকনৰ পুতেক, দুৱৰা ফুকনৰ পুতেক, দোৱালৰ ৰাজখোৱা, তৰুৱা দিহিঙীয়া, পানী দিহিঙীয়া, মূলে-দোৱালে হাজৰিকীয়া ৭৪ টা। ১৬২৮ শকৰ পুহৰ ৯ দিন যাওঁতে ধনশিৰি কোঁঠৰপৰা দেওপানীত কোঁঠ দিলেগৈ, বাট ৯২০০ বেও।

দেওপানীৰপৰা গৈ ৩৭০০০ বেও দূৰত দিলাও কোঠ। দিলাও কোঠৰ কাষতে দিজুৱা। দিজুৱাৰ কাষত কালডাঙৰা, বৰ বেংমা, সৰু বেংমা, খৰিছাযোগনীয়া নগা গাওঁ। এইবোৰ ঠাইত বুৰঞ্জীৰ পৰশ পৰিছিল, যুদ্ধ হৈছিল, জয়-পৰাজয়ৰ ইতিহাস ৰচিত হৈছিল। এই অভিযানত সৈন্য গৈছিল ২৫০৭৭ টা। বাটৰ জোখ এনে ধৰণৰ---দেওপানী কোঠলৈ ৯২০০ বেও, দিলাও কোঠলৈ ৫২০০ বেও, কাকজান কোঠলৈ ৬৪০০ বেও, তিনিমুনি কোঠলৈ ৩৮৪০ বেও। ইয়াৰপৰা গৈ ডিমাপুৰৰ পুৰণি ৰাজধানী। বুৰঞ্জীত আছে, 'দো-কোঠৰ মাজত ধনশিৰিৰ উত্তৰপাৰে ইটাগড় আছে। চৌপাশে এশ কি ছকুৰি (পুৰা) মাটি হ'ব। ভিতৰত শিলৰ খুটা ৪০ টা, ঘৰৰ ভেটি, পুখুৰী আছে ২টা, একোপুৰাৰ মাটি হ'ব।' (কছাৰী বুৰঞ্জী, পৃষ্ঠা ৯৩)। ইয়াৰ উপৰিও দিজুৱাত ছটা পুখুৰী থকাৰ কথা উল্লেখ আছে। দীঘে ১১৪ বেও, পথালিয়ে ৮৫ বেও এয়ে পুৰাকৈ হ'ল ২৪ পুৰা ১০ লেচা মন্দ (পৃষ্ঠা, ৯৩)। এইবোৰ অঞ্চল বৰ্তমান নাওজান-বোকাজানৰ মাজৰ নামবৰ সংৰক্ষিত বনাঞ্চলৰ অন্তৰ্গত। বিশাল গভীৰ অৰণ্যৰ বুকুত বা কিমান ইতিহাস শুই আছে, কোনে জানে ?

**ৰাজখোৱা** ঃ গোলাঘাট মহকুমাৰ দক্ষিণ-পশ্চিম অঞ্চল মৰঙীখোৱা গোহাঁইৰ অধীনত থকাৰ উপৰিও প্ৰতাপসিংহ স্বৰ্গদেৱৰ দিনত মোমাই তামুলী বৰবৰুৱাই ৰাজ্য-সংগঠন কৰোঁতে বছা আৰু দৈয়াং দুটা খণ্ড কৰি দুজন ৰাজখোৱাৰ অধীনত দিয়ে। বছা মহকুমাৰ উত্তৰ অঞ্চল আৰু দৈয়াং মধ্য অঞ্চল। পিছলৈ ধনশিৰি সীমা ধৰি ওপৰ দৈয়াং আৰু নাম দৈয়াং দুটা খণ্ডত ভাগ কৰা হয়। তাৰো পিছলৈ মাজু দৈয়াং বুলি মাজৰ অংশ এটা নামকৰণ কৰি ওপৰ দৈয়ঙীয়া ৰাজখোৱা, * নাম দৈয়ঙীয়া ৰাজখোৱা আৰু মাজু দৈয়ঙীয়া ৰাজখোৱা বুলি তিনিজন ৰাজখোৱা নিযুক্ত কৰে। বছাত বছা ৰাজখোৱাই শাসন কৰিছিল। পিছলৈ ৰাজ্য বহলি যোৱাত মৰঙীৰ দক্ষিণ-পূৰত মক্ৰং আৰু ঘিলাধাৰীত দুখন ৰাজ পাতি ৰাজখোৱা নিযুক্ত কৰে। এওঁবিলাকক মক্ৰঙীয়া ৰাজখোৱা আৰু ঘিলাধৰীয়া ৰাজখোৱা * বোলে। ৰাজখোৱাসকলৰ তলে হাজৰিকা

* দিহিঙীয়া ৰজাই চুতীয়া ৰাজ্য দখল কৰিবৰ সময়ত ৰটাৰপৰা এঘৰ কলিতা মানুহ ধৰি আনি এটাক সোণাৰি চেতিয়া পাতিলে আৰু এটাক খঙীয়া কাড়ী পাতিলে। চুৰ্পাক বৰচেতিয়া পাতি বাঁহবৰীয়া চেতিয়া নাম দি চমুৱা পাতি মৰঙ্গীৰ অধিকাৰী কৰিলে।

* বোধকৰোঁ ৰুদ্ৰসিংহৰ দিনতেই প্ৰথম ঘিলাধাৰী ৰাজখোৱা বিষয়ৰ সৃষ্টি হয় আৰু চিৰিঙৰ ঘৰৰ চিৰিং ফুকন ভকতক পোন প্ৰথম ঘিলাধাৰী ৰাজখোৱা পাতিলে।



আৰু শইকীয়া পাতি দেশ সংগঠন কৰে। সেই সময়তে মোমাই তামুলী বৰবৰুৱাই পতা ভালেমান শয়েকৰ স্মৃতি আজিও সেউজীয়া হৈ আছে। ওপৰ দৈয়ঙীয়া ৰাজখোৱা দিহিঙীয়া সন্দিকৈৰ গেন্ধেলা ৰাজখোৱাক ৰাজখোৱা পদৰপৰা কমলেশ্বৰ সিংহই বৰফুকন পদত নিযুক্ত কৰিছিল আৰু তেওঁৱেই কলীয়াভোমোৰা ওৰফে প্ৰতাপবল্লভ নামে জনাজাত হৈছিল। মানক খেদিবলৈ ইংৰাজ অহাৰ সময়ত কেচু পোৱালী বছা ৰাজখোৱা এজন মুখিয়াল লোক আছিল। শৰাইঘাটৰ যুদ্ধত লুথুৰিচেটিয়া ওপৰ দৈয়ঙীয়া ৰাজখোৱাই ৰাঙলী বুৰুজৰ পৰা কামাখ্যালৈ উঠা পশ্চিম খটখটিলৈকে লগত ৮০ জন চোৰবছা লৈ ঘোঁৰাত উঠি, মূৰত ৰণটুপী পিন্ধি, হাতত তৰোৱাল, ধনু আৰু যাঠি লৈ যুদ্ধ কৰিছিল। উত্তৰপাৰেও লুথুৰিৰ পুতেক দৈয়ঙীয়া ৰাজখোৱাই পালি সেনাপতি হিচাপে যুদ্ধ কৰিছিল। শৰাইঘাটৰ যুদ্ধত মৰঙীখোৱা গোহাঁয়েও কুৰুৱাত বাঁহগড়ীয়া আতন বুঢ়াগোহাঁইৰ নেতৃত্বত যুদ্ধ কৰিছিল। ইয়াৰ উপৰিও অসুৰৰ আলিৰ দক্ষিণফালে পৰ্বতত মৰঙীখোৱা চেতিয়াই পালি দিছিল। মানুহজন তেলকলীয়া, কঁকিলাসজীয়া ; টুপীটো ক'লা পাৰৰ পাথি যেন। হাতত দাখন লৈ চোৰ বছা এশৰে সৈতে বচন বুলি ফুৰিছিল। এইদৰে অসমৰ জাতীয় জীৱনলৈ ধনশিৰি-দৈয়াংপৰীয়া ডেকাই জীৱন উচৰ্গা কৰিছিল।

**মিৰজুমলাৰ আক্ৰমণ** ঃ মিৰজুমলাৰ অসম আক্ৰমণৰ কোবাল সোঁতটো আহি ধনশিৰিমুখতে খুন্দা খাইছিলহি। ব্ৰহ্মপুত্ৰৰপৰা নুমলীলৈকে এই অঞ্চল দ বিল। সেইবাবে পাৰে পাৰে নুমলীগড় বন্ধাইছিল। লখৌগড় আন এটি সামৰিক দিশৰপৰা বিশেষত্বপূৰ্ণ গড়। লুইতে উজাই অহা শত্ৰুসৈন্যক ইয়াতেই বাধা দিয়া হৈছিল। চিলাৰায়ে আহোম ৰাজ্য আক্ৰমণ কৰোঁতেও এইপোনেই দিহিং পাৰ হৈ মৰঙীত সোমাইছিলহি। আগতেই কোৱা হৈছে, তেতিয়াৰ দিনত দিহিং ধনশিৰিমুখলৈকে আছিল। গতিকে লখৌ আৰু নুমলীগড় বিখ্যাত হৈ উঠিছিল। চামধৰাগড়ৰ যুদ্ধত অসমীয়া সৈন্য হাৰিল। পোতাকল্লঙৰ কোঠত লেচাম হাতীবৰুৱাই অসীম পৰাক্ৰমেৰে যুঁজিছিল যদিও নগঞা শইকীয়া ভোটাই ডেকাই গোপন বাট দেখুৱাই দিয়াত মোগল আহি সলা পালেহি। সলাতো মনোহৰ কাকতিয়ে মৰোঁজীওঁ সোঁ-আঁধিকৈ যুদ্ধ কৰিছিল যদিও ১৬৬২ চনৰ মাৰ্চ মাহত মিৰজুমলাৰ আহি লখৌ পালেহি। খৰালি দিহিং আৰু দিখৌত পানী শুকানদেখি মনোৱাৰ খাঁ নামেৰে সেনাপতি এজনৰ হাতত নাও-নাৱৰাৰ দায়িত্ব দি মাৰ্চৰ ১২ তাৰিখে লখৌৰপৰা চেউনি আলিয়েদি গড়গাঁৱলৈ যাত্ৰা কৰিলে। বাটত দেৱৰগাঁৱত দুদিনমান ৰ'ল। যথাৰ্থতে দেৱৰগাঁৱতেই মোগলৰ অত্যাচাৰ আৰম্ভ হ'ল। দ'লৰ ঘট হিলৈ মাৰি ছিঙিলে। ঠাকুৰকো গো-মাংস খুৱালে। ব্ৰাহ্মণৰো লগুণ ছিঙিলে। (মিৰজুমলাৰ অসম আক্ৰমণ, পৃষ্ঠা ৫৩)। দেৱৰগাঁৱত থাকোঁতেই বাঁহবৰীয়া কটকী, ভেলাইৰ পুতেক, লখন তামুলী, ভাবৰিয়াল বামুণ, চয়াল মুদৈ এই পাঁচজনক কটকী পঠিয়াই পেচ-কচ দি সন্ধি কৰিবলৈ প্ৰস্তাৱ দিয়ালে কিন্তু চয়াল মুদৈয়ে বিশ্বাসঘাতকতা কৰি মোগলক কলে, 'তোমালোকে জংঘল এৰি এতিয়া মুকলি পালাহি। গড়গাঁৱৰ পাটত হাতী, নাও, হিলৈ আনো অনেক বস্তু পাবা।' চয়াল মুদৈৰ উচটনি পাই মিৰজুমলাই গড়গাঁৱলৈ খৰ-খেদাকৈ যাত্ৰা কৰিলে। চয়াল মুদৈয়ে মোগলৰ ফলীয়া হৈ ৰছিদ খাঁৰ লগত ফুৰিবলৈ ধৰিলে। চয়াল মুদৈয়ে বৰ নাওশালখনো দেখুৱাই দিলে কিন্তু নাওশাল মোগলৰ হাতত পৰা দেখি অসমীয়া সৈন্যই জুই লগাই দিয়ে। সেই সময়ত চয়াল মুদৈ নাওশালতে আছিল। মোগলে চয়াল মুদৈয়েই জুই লগালে বুলি তাক ফাঁচী দি মাৰিলে। তিপামৰ ঘিলাঝাৰি ঘাটত ১৬৬৩ চনৰ ২২ জানুৱাৰীত হোৱা সন্ধিমতে মিৰজুমলা ভটীয়াই যাওঁতেও দেৱৰগাঁৱেদিয়েই গৈ ২৯ জানুৱাৰীৰ দিনা লখৌৰপৰা নাও-নাৱৰা লৈ যায়। মিৰজুমলাৰ লগত ওপৰ দৈয়ঙীয়া লুথুৰি চেটিয়া, নামদৈয়ঙীয়া ৰাজখোৱা ভেলাইৰ পুতেক, আৰু মৰঙীয়াল হাজৰিকাও গৈছিল। এইদৰে ধনশিৰিপৰীয়া ৰাইজে মোগল আক্ৰমণৰ প্ৰত্যক্ষ অভিজ্ঞতা লাভ কৰিছিল।

**আলিগড়** ঃ গোলাঘাট মহকুমাৰ মাজেদি বুৰঞ্জীৰ বঁকিয়া বগাই কেইবাটাও আলি আৰু গড় গৈছে। সবাতোকৈ দীঘল আলিটো হ'ল চেউনী আলি। সলাল গোহাঁইৰ কলিয়াবৰৰ শিবিৰৰপৰা এই আলিয়ে বোকাখাট, কমাৰগাওঁ, দেৰগাওঁ ছুই যোৰহাটেদি চাৰিং পাইছেগৈ। ইয়াৰে দেৱৰগাঁৱৰ ওচৰত পুৰণি চেউনী আৰু নতুন চেউনী দুভাগ হৈছে। পুৰণি চেউনী নগৰৰ দক্ষিণভাগেদি পাৰ হৈ গৈছে। দ্বিতীয়তো ডাঙৰ আলি হ'ল ধোদৰ আলি। কমাৰগাঁৱৰপৰা দক্ষিণ-পূবলৈ গৈ গোলাঘাট নগৰৰ মাজেদি কমাৰবন্ধা হৈ তিতাবৰ-মৰিয়নীয়েদি উজনিলৈ গৈছে। চেউনী আলিটো বাদুলি বৰফুকনৰ হতুৱাই স্বৰ্গদেও জয়ধ্বজসিংহই বন্ধোৱাইছিল। ধোদৰ আলিটো বন্ধায় স্বৰ্গদেও গদাধৰ সিংহই। ৰজাঘৰীয়া দায়িত্বৰপৰা হাত সাৰিবলৈ

গোঁসাই আৰু ভকতৰ ভাও জোৰা পাইক ধৰি আনি ১১০ মাইল দীঘল ধোদৰ আলিটো বন্ধায়। ইয়াৰ উপৰিও গোলাঘাট মহকুমাৰ ভিতৰত পৰা অকাৰ আলি গদাধৰসিংহই, কমাৰবন্ধা আলি, ম'হেৰবন্ধা আলি, চুচন্দে বন্ধা আলি স্বৰ্গদেও কমলেশ্বৰ সিংহই বন্ধোৱায়। নুমলীগড় আৰু লখৌ গড় দুয়োটা গড়েই স্বৰ্গদেও প্ৰতাপসিংহই মোমাই তামুলী-বৰবৰুৱাৰ হতুৱাই বন্ধোৱায়। ইয়াৰ উপৰিও মহকুমাৰ ইফালে-সিফালে সৰু-বৰ আলি বন্ধাই-ছিল। কিন্তু পাহৰণিয়ে গিলি পেলাইছে।

গোলাঘাট মহকুমাত কছাৰী ৰাজত্বৰ স্মৃতিচিন কিবা আছিল যদিও আজি তাৰ চিন হেৰাই গৈছে। কছাৰীহাট, কছাৰীসকলৰ ব্যৱসায়-বাণিজ্যৰ কেন্দ্ৰ। মৰঙ্গী, গৰঙ্গা, দিজুৱা, দিয়াং ( দৈয়াং ), দিলাও ( দিলা ), দিমা, দিফলু আদি বড়ো ভাষাৰ শব্দ। বহতলা পথাৰত থকা দক্ষিণফালৰ পুৰণি পুখুৰীটো কছাৰীসকলে খন্দা বুলি জনা যায়। কিন্তু চতুৰ্দশ শতিকাৰ শেহভাগতেই ধনশিৰিৰ পাৰত আহোম ৰাজত্বৰ আৰম্ভণি হয়। তেতিয়াৰেপৰা প্ৰায় পাঁচ শ বছৰ আহোম ৰাজত্বৰ পদক্ষেপ পৰে। অনেক ঠাইত সৰু-বৰ আঁচোৰ পৰে। ক'ৰবাত সাঁচ থাকিল, ক'ৰবাত চিন মৰিল। ৰাংচালি, ৰাং তৈয়াৰ কৰা ঠাই ; খুমটাই, এটা আহোম ফৈদ বাস কৰা ঠাই ; লুকুমাই, এটা আহোম খেল বাস কৰা ঠাই ; ঢেকিয়াল, ঢেঁকীশাল থকা ঠাই, ৰজাবাহৰ, ৰজাৰ শিবিৰ ; বেতিয়নী* বেতযোগনীয়া ঠাই, গুৰযোগনীয়া আদি উল্লেখযোগ্য। ইয়াৰ বাহিৰেও বোকাখাত ন-শ মৰীয়া-সৈন্যই বোকা বুটলি আনি খেতি কৰি ছ-শ ডাঙৰী পোৱা কাহিনীজড়িত। দোৰিয়াজানৰ কাষত খুন্‌টাই। প্ৰকৃততে হ'ব লাগে খুন্‌তাই। খুন্‌তাই মূল সাতঘৰীয়া আহোমৰ এঘৰ। লান্-টুৰ্বান নামেৰে খুন্‌তাই ফৈদৰ আহোম এজনক ধান চুৰি কৰা দোষত চুহানফা ৰজাই ৰূপ চাৰি টকা দণ্ড কৰিলে। ইয়াৰে প্ৰতিশোধ লৈ লান্ টুৰ্বানে ৰজাক যাঠিৰে খুঁচি মাৰিলে। পুতেক চুপিমফা ৰজা হৈ লান্ টুৰ্বান আহোমক নিলগাই নি দেৰৰ-গাঁৱৰ পশ্চিমে শূলত দি মাৰিলে আৰু তেওঁৰ বংশৰ সকলো লোকক দোৰিয়া জানৰ কাষত পাতিলে। সেইডোখৰ ঠায়েই খুন্‌তাই নামৰপৰাহে খুমটাই হ'ল। ধনশিৰি-দৈয়াঙ উপত্যকাত তামুলীপথাৰ, ( বৰ্তমান কাজিৰঙ্গা অভয়াৰণ্যৰ অন্তৰ্গত ), বছাপথাৰ, মণিপথাৰ, হামদৈপথাৰ, বৰপথাৰ, লায়েকৰপথাৰ, ফুটুকাতলীপথাৰ আদি বিখ্যাত পথাৰ আছিল। আৰু এই অঞ্চলত বহতো ধানৰ ভঁৰালত ধান সাঁচি থৈছিল। ঢেকিয়াল শয়েকৰ মানুহে ৰজাৰ ঘৰলৈ চাউল যোগান ধৰিব লাগিছিল। ঢেকিয়াল শয়েকৰ লগতে মলখুৰছা, চাউলকঁৰা, চিৰাখুন্দা আদি খেলৰ গাওঁ আছিল। ঢেকিয়াল বিখ্যাত হৈ উঠিছিল।

গোলাঘাট অঞ্চলৰ কছাৰী মানুহৰ উপৰিও অন্যান্য সম্প্ৰদায়ৰ মানুহ সিঁচৰতি হৈ আছে আৰু এইটো কথাও সত্য যে এই অঞ্চলত বিভিন্ন জাতিৰ মাজত জাতিগত সমন্বয় সাধন হৈছিল। আহোম, কছাৰী, চুতীয়া, কোচ, কলিতা, কায়স্থ সকলোটি একেটা শয়েকত বাস কৰি পিছলৈ সমভাৱাপন্ন হৈ মিলি গৈছিল। ইয়াৰ উপৰিও ধনশিৰি-দৈয়াং উপত্য-কাত ব্ৰহ্মদেশৰ শ্যান বা টাই মানুহ আহি বসবাস কৰিছিল। তেওঁবিলাক হ'ল ঃ নৰা, টাই-আইতন বা আইতনীয়া আৰু টাই-টুৰুং।

**নৰাকোঁৱৰ** ঃ ব্ৰহ্মদেশত নৰাসকলক 'মান-নাম' আৰু 'মান-নয়' নামে জনাজাত। নৰাসকল আহোম-খামতি আদি টাইসকলেৰে সৈতে একে ঠালৰ। তদুপৰি বৈবাহিক সম্পৰ্কও ঘটিছিল। আহোম ৰাজত্বৰ শেহলৈকে নৰা ৰাজ্যলৈ কটকী আহ-যাহ কৰিছিল। স্বৰ্গদেও চুকাফা নৰাৰজাৰ ভনীয়েকৰ পুতেক। গড়গঞা ৰজাৰ বিদুষী কুঁৱৰী নাঙ্গ-চাওচিং নৰাৰজাৰ কুঁৱৰী। ১৪৯৫ শকত নৰা ৰাজ্য মানৰজাই আক্ৰমণ কৰাত আহোম ৰজাৰ সহায় খুজিলে। ৰজাই ভনীয়েকক খোজাত আৰু নৰাৰজাই দিবলৈ গাত লোৱাত জোৰণৰ অলঙ্কাৰ পঠালে। নৰা ৰজাই কন্যাৰ লগত মিত্ৰ সম্বন্ধে চুলুঙ্গ-নখিৰা, ৰু-চাউ-বণ-বাউ, থাও-মুঙ্গ-তুঙ্গ, ৰিং-বলি-ক ত্যাওলুং-ত্যাওফুলুঙ্গ, আখৈখোৱা দেওধাই চাওমুঙ্গখাম কোঁৱৰ সৈতে পাইক এঘাৰ ঘৰ, বন্দী ছকুৰি, বেটী দুকুৰি, হাতী এটা, ঘোঁৰা এটা দিলে। বৰগোহাঁইৰ ত্যাওলুং-ৰুকম্ আৰু চিৰিঙ্গৰ ঢেং-কং গৈ কুঁৱৰীক আগবঢ়াই আনিলেগৈ। নৰাকুঁৱৰীৰ লগত অহা চাওমুঙ্গখাম কোঁৱৰক ৰজাৰ বংশ বুলি সুকীয়াকৈ নৰাকোঁৱৰ খেল পাতি গিয়াতিকৈ ল'লে। লগত অহা চুলুঙ্গ-নখিৰা, ৰু-চাউ-বণ-বাউ, থাও-মুঙ্গ-তুঙ্গ, ৰিং-বলি-ক আৰু ত্যাওলুং-ত্যাওফুলুঙ্গ

* এবাৰ মৰঙ্গীৰ বৰচেটিয়া গৈ কছাৰী ৰাজ্যত সোমালগৈ। তেওঁৰে পো-নাতিক আনি কছাৰী চেতিয়া খেলত দিছিল জাতত কলিতা। পকামুৱা নামেৰে এজন নাচনী ছোৱালীৰ লগত লিগিৰা খাটিছিল। তেওঁকে বেতিয়নীত বেতকটীয়া বৰুৱা পাতিছিল স্বৰ্গদেও ৰুদ্ৰসিংহই।





এই পাঁচঘৰক পাত্ৰ পাতি দিলে। এওঁবিলাকক নৰা-পাতৰ বোলে। নৰাকোঁৱৰৰ অধীনত হিলৈদাৰী খেল পাতিলে, ইয়াকে নৰা হিলৈদাৰী বোলে। গোলাঘাট নগৰৰ ইফালে সিফালে কেইবাখনো নৰাগাওঁ আছিল। এইসকল টাই মানুহ পিছলৈ আহোমৰ মাজত সোমাই পৰিল কিন্তু পিছত অহা বৌদ্ধ নৰাসকল টাই-খাম-য়াং নামেৰে সুকীয়া হৈ থাকিল।

**চিনাতলী** ঃ গোলাঘাট অঞ্চলত, বিশেষকৈ গোলাঘাট-দেৰগাঁৱৰ মাজত বহুতো নট-কলিতা মানুহ বাস কৰিছিল। গায়ন, পাখোজীয়া, নাচ-নিয়াৰ, ঢুলীয়া, কালীয়া, মৃদঙ্গীয়া, খুলীয়া, বিয়াহ-গোৱা, পদগোৱা আদি খেলবোৰলৈ নট-কলিতা মানুহ বাছি নিয়া হৈছিল। চিনাতলীয়া নটৰে জীয়ৰী ফুলমতী। মাকৰ নাম সীতা কালুগঞা নটিনী। দুয়ো দেৰগাঁৱৰ মন্দিৰৰ নটিনী আছিল। ৰূপ আৰু সৌন্দৰ্য্যত মোহিত হৈ শিৱসিংহই ফুলমতীক ফুলেশ্বৰী তথা প্ৰমথেশ্বৰী নাম দি বৰকুঁৱৰী পাতিলে। পাছত ছত্ৰ-দণ্ড-কেঁকোৰা-দোলা দি বৰ-ৰজা পাতিলে। এই সময়ত চিনাতলীয়া নটৰ ভালেমান কেইজন বিষয়া নিযুক্ত হৈছিল। ফুলেশ্বৰীৰ ভায়েক হৰিনাথ বৰচেতিয়া, চেতিয়াপাত্ৰ, বৰগোহাঁই আৰু বৰপাত্ৰ, গড়গঞা পাতৰ, দদায়েক জয়ানন্দক ঢেকিয়াল বৰুৱা, দদায়েক হৰি তিমপীয়া ফুকন, মোমায়েক খনিকৰ বৰুৱা, আন এজন মোমায়েকক চাওডাং বৰুৱা, সতাই নামেৰে এজনক দেৱীঘৰৰ বৰুৱা পাতিছিল। চিনাতলীয়া গায়নৰ এঘাৰ খেল পাতি শিৱসাগৰৰ শিৱদ'লত ( বৰদ'লত) দিছিল। এই সময়তে আহোম-কলিতাৰ মাজত তেজৰ সংমিশ্ৰণ হৈছিল। ফুলেশ্বৰী কুঁৱৰীয়ে ভনীয়েক দময়ন্তীক ৰূপ সন্দিকৈৰ দিখৌমুখীয়া ৰাজ-খোৱাৰ পুতেক ৰমানাথলৈ ; মোমায়েকৰ জীয়েকক পুথাও ফুকনৰ পুতেক পচামলৈ ; জয়ানন্দৰ দদায়েকৰ জীয়েকক তিবোৱালৰ নাতিয়েকলৈ দিলে। ৰূপ-সন্দিকৈ দিখৌমুখীয়া ৰাজখোৱাৰ পুতেক সলাল গোহাঁই ৰমানাথৰ দুটি পুতেক হৰি আৰু হৰিচন্দ্ৰ। সিহঁত দুটাক বাপেকক দি খুলশালীয়েক দ্ৰৌপদী, দময়ন্তীক, আনি অম্বিকা নাম দি বৰকুঁৱৰী পাতিলে। অম্বিকাই নিজৰ পুতেক উগ্ৰসিংহক তিপাম-ৰজা, সলাল গোহাঁইৰ পুতেক হৰিক শদিয়লীয়া গোহাঁই আৰু হৰিচন্দ্ৰক বৰগোহাঁই পাতিছিল। এইদৰে চিনাতলীয়ে একালত অসমীয়া সংস্কৃতিলৈ বিপুল বৰঙনি আগবঢ়াইছিল আৰু সৌ সিদিনালৈকে ঢুলীয়া-খুলীয়াৰ প্ৰতিযোগিতাই গিৰগিৰাই আছিল। দেৰগাঁৱৰ দেৱদাসী নৃত্যই একালত বিশেষ বৈশিষ্ট্য লাভ কৰিছিল ; ৰজাৰ ঘৰলৈ বাছকৰনীয়া নৃত্য-পটিয়সী গাভৰুক লিগিৰী কৰি নিয়া হৈছিল। চিনাতলীয়া নট কলিতাসকলে গায়ন হিচাপে বিশেষ কৃতিত্ব দেখুৱাব পাৰিছিল।

**টাই-টুৰুং আৰু টাই-আইতন** ঃ টাই-টুৰুং-সকল পূৰ্বৰ বিখ্যাত মুং-কং ৰাজ্যৰ মানুহ। মুং-কং ৰাজ্যৰপৰা মুং-মাও-খাও-চাং ৰাজ্যলৈ উঠি যায়। তাৰপৰাও উঠি আহি পাটকাইৰ সিপাৰত থকা নাম-টুৰুং বা টুৰুংপানী নৈৰ পাৰত বাস কৰিবলৈ লয়। অষ্টাদশ শতিকাৰ মাজভাগত খামতি-ফাকিয়ালসকল অসমলৈ অহাৰ দৰে টুৰুংসকলো উঠি আহে আৰু পাটকাই পাৰ হওঁতেই চিংফৌবিলাকে দলে-বলে বন্দী কৰি থয়। এইদৰে কেইবা পুৰুষো থকাৰ পিছত ১৮২৫ চনত কেপ্তেইন নিউভিল চাহাবে চিংফৌৰ হাতৰপৰা মোকলাই নিয়ে আৰু কালক্ৰমে আহি ধনশিৰি উপত্যকা পায়হি। চিংফৌ-কাচিন-সকলৰ প্ৰভাৱত টুৰুং মানুহৰ মাত-কথাত চিংফৌ ঠাঁচ সোমায়। মুং-আইতন বিখ্যাত মুং-কং ৰাজ্যৰ কৰতলীয়া দেশ। ই নাম-তিয়ুকা নৈৰ পাৰত অৱস্থিত। টাই আইতনসকল মূলতে মুংমাও ৰাজ্যৰ মানুহ। খামতিসকলৰ ওচৰ সম্পৰ্কীয়। ব্ৰহ্মৰজাৰ অত্যা-চাৰত তিষ্ঠিব নোৱাৰি পাটকাই পাৰ হৈ আহি খামতিসকলৰ লগতে বসবাস কৰিবলৈ লয়। মানৰ আক্ৰমণৰ সময়ত শিৱসাগৰ জিলালৈ উঠি আহে। এওঁবিলাকৰ নিজা ভাষা আৰু লিপি আছে। ধৰ্ম বৌদ্ধ। সংস্কৃতিত বৌদ্ধধৰ্মৰ প্ৰভাৱ সুস্পষ্ট। বৌদ্ধবিহাৰসমূহত বহুতো বহমূলীয়া প্ৰাচীন গ্ৰন্থ আছে।

**ধৰ্ম** ঃ খৃষ্টীয় দ্বিতীয়-তৃতীয় শতিকাতেই সহজ-যানী বা কালচক্ৰযানী বৌদ্ধ ধৰ্মই কামৰূপত যি প্ৰসাৰ সাধন কৰিছিল, তাৰ কিবা প্ৰভাৱ বা বিস্তৃতি হৈছিলনে নাই তাক জনাৰ কোনো উপায় নাই, কিন্তু কোনো কোনো গোলাঘটীয়া মানুহৰ মাজত চলি থকা ৰাতিখোৱা পন্থলৈ* চালে পাছৰ যুগৰ তান্ত্ৰিক বৌদ্ধ ধৰ্ম বৈষ্ণৱ আদৰ্শৰ লগত মিশ্ৰিত হৈ চলিছিল যেন লাগে। কিন্তু এইটো ঠিক যে কছাৰীসকলৰ বুঢ়াগোসাঁই-বুঢ়ীগোসাঁনী খৃষ্টীয় অষ্টম-নৱম শতি-কাত শিৱ আৰু দুৰ্গালৈ ৰূপান্তৰিত হৈছিল। নুমলী-গড়ৰ ৰাংচালি নৈৰ পাৰত অৱস্থিত দেওপৰ্বতত এটি উচ্চখাপৰ স্থাপত্য-ভাস্কৰ্য্য খচিত শিৱ মন্দিৰ

* এই পন্থ গোপনে সম্প্ৰদায় নিৰ্বিশেষে সকলোৰে মাজত প্ৰচলিত আছিল।

আছিল। মন্দিৰবিলাকৰ গাত থকা ভাস্কৰ্য্যসমূহ ধৰ্মীয়, ধৰ্মনিৰপেক্ষ, সামাজিক, পৰম্পৰাগত আদি ভাগত ভগাব পাৰি। দেওপৰ্বতৰ ভগ্নাৱশেষত উৰণীয়া বিদ্যাধৰ, যুদ্ধৰত পুৰুষ, বেতাল, ঋষিৰ আগত নৃত্যৰতা অপ্সৰা, ত্ৰিপুৰাৰি শিৱ আদি বিভিন্ন মূৰ্তি দেখিবলৈ পোৱা যায়। ঋষিৰ সন্মুখত নৃত্যৰতা অপ্সৰাৰ মূৰ্তিটোৰ লগত উৰিষ্যাৰ কোণাৰক মন্দিৰৰ বিশ্ব মিত্ৰৰ আগত মেনকাৰ নৃত্যৰ ভাস্কৰ্য্যখিনিৰ মিল আছে। আনপিনে গোলাঘাটৰপৰা ২৭ মাইল দক্ষিণ-পশ্চিমে দেওপানী নৈৰ পাৰত একেঠাইতে শিলৰ এটি চতুৰ্ভুজা দুৰ্গা মূৰ্তি, শিৱ মূৰ্তি, উমা-মহেশ্বৰৰ যুগলমূৰ্তি আৰু শঙ্খ-চক্ৰ-গদা-পদ্মধাৰী বিষ্ণু মূৰ্তি পোৱা গৈছে। বিষ্ণু মূৰ্তিৰ গাত 'ভগৱতো নাৰায়ণস্য শৈলী প্ৰতিমা ভত্তয়ন্তং' লিখিত লিপিৰপৰা পুৰাতাত্বিক পণ্ডিত দীক্ষিতে খৃষ্টীয় নৱম শতিকাৰ বুলি ঠাৱৰ কৰিছে। ইয়াৰ পৰা এই অঞ্চলত শাক্ত, শৈৱ, বৈষ্ণৱ ধৰ্মই সমান্তৰালভাৱে গা-কৰি উঠিছিল বুলি ঠাৱৰ কৰিব পাৰি। নগাজৰী গাঁৱত আবিষ্কৃত ব্ৰাহ্মীলিপিৰে লিখা শিলালিপিয়ে খৃষ্টীয় পঞ্চম-ষষ্ঠ শতিকাতে হিন্দুধৰ্মই ধনশিৰি-দৈয়াং উপত্যকাক স্পৰ্শ কৰিছিল যেন লাগে। বৈষ্ণৱ যুগতো বেলগুৰি, আঁহতগুৰি, এলেঙ্গি, কুকুৰাবাহী, ন-গোসাঁই সত্ৰ আদি প্ৰতিষ্ঠিত হৈছিল; পিছলৈ সত্ৰৰ শাখা-প্ৰশাখা প্ৰতিষ্ঠিত হৈ সৰু-বৰ অনেক সত্ৰৰ সৃষ্টি হয়। ইংৰাজ আগমনৰ সময়ত খৃষ্টান মিছনেৰীয়েও গোলাঘাটত ধৰ্ম প্ৰচাৰ কৰে। আনপিনে স্বৰ্গদেও প্ৰতাপসিংহৰ দিনৰেপৰাই গোলাঘাটত মুছলমান বসতি আৰম্ভ হয়। নাহৰনি, কছাৰীহাট আদি অতি পুৰণি মুছলমান গাওঁ। কছাৰীহাটৰ ক'লা ফকীৰৰ দৰগাহ, গোলাঘাটৰ লঙ্কৰ শ্বাহৰ দৰগাহ, লাল ফকীৰৰ দৰগাহ বিখ্যাত। এটা কথা এইখিনিতে উল্লেখ কৰা উচিত হ'ব যে গোলাঘটীয়া মুছলমানসকল ধৰ্মত ইচলাম হ'লেও সামাজিক ৰীতি-নীতি আৰু সাংস্কৃতিক জীৱনত জাতে-পাতে অসমীয়া হৈ মিলি গৈছিল। সৌ সিদিনা মাত্ৰ ৰাজনীতিৰ বা-মাৰলিত পৰি তেওঁবিলাকৰ ধৰ্মীয় জীৱনলৈ তথা সামাজিক ৰীতি-নীতিলৈ পৰিৱৰ্তন আহিছে কিন্তু সময়ক মচি পেলাব পৰা নাই।

কৃষিমুখী গ্ৰাম্য-সংস্কৃতিৰ স্মৃতি নিতান্তই ক্ষণস্থায়ী। হয়তো যুগে যুগে মানুহ আহিছে, মানুহ গৈছে, শতিকা জুৰি বসবাস কৰিছে কিন্তু চিন থৈ যোৱা নাই। ডিমা বা দিয়াং (দৈয়াং) অষ্ট্ৰোমঙ্গোলীয় ভাষাৰ পৰিচয় হ'ব পাৰে কিন্তু কোনো এক সুদূৰ শতিকাতে ধনশ্ৰী বা ধনশিৰিলৈ পৰিবৰ্তন হ'ল। দেওপৰ্বত, দেওপানীৰ ভাস্কৰ্যই হয়তো হেজাৰ বছৰৰ আগৰ ইতিহাস সৌৰৰায় কিন্তু গৱেষণাৰ অভাৱত সঠিককৈ ক'ব পৰা হোৱা নাই। দুখৰ কথা, আমাৰ দেশৰ বুৰঞ্জীৰ বিষয়ে, আমাৰ সাংস্কৃতিক ঐতিহ্যৰ বিষয়ে অসমৰ বাহিৰৰ পণ্ডিতে, যাৰ মাটিৰ গোন্ধৰ লগত পৰিচয় নাই, কি কয়, আমি তালৈ বাট চাই থাকোঁ আৰু তেওঁবিলাকে কোৱাৰ পাছত আমি ভাটৌৰ দৰে অনুকৰণ কৰোঁ। আগত অজস্ৰ সমল পৰি থকা সত্বেও আমাৰ কোনো চেষ্টা, শ্ৰম, প্ৰেৰণা নাই। তাৰেই পৰিণতি স্বৰূপে ধনশিৰিপৰীয়া সংস্কৃতিৰ ইতিহাস লিখিবলৈ আঁত বিচাৰি পোৱা টান হৈছে। অতীতৰ বুকুত, পাহৰণিৰ বুকুত আৰু পৃথিৱীৰ বুকুত হয়তো অনেক ঐতিহ্যমণ্ডিত সমল পৰি আছে।

॥ গ্ৰন্থপঞ্জী ॥


আসাম বুৰঞ্জী, হৰকান্ত বৰুৱা সদৰামিন
অসম বুৰঞ্জী, ডঃ সূৰ্য্যকুমাৰ ভূঞা (সম্পাদিত)
মীৰজুমলাৰ অসম আক্ৰমণ, সূৰ্য্যকুমাৰ ভূঞা
অসম বুৰঞ্জী, শৰৎকুমাৰ দত্ত (সম্পাদিত)
পুৰণি অসম বুৰঞ্জী, হেমচন্দ্ৰ গোস্বামী
কছাৰী বুৰঞ্জী, সূৰ্য্যকুমাৰ ভূঞা (সম্পাদিত)
দেওধাই অসম বুৰঞ্জী " "
পবিত্ৰ অসম ডঃ মহেশ্বৰ নেওগ "
লাচিত বৰফুকন, ডঃ সূৰ্য্যকুমাৰ ভূঞা
শৰাইঘাটৰ যুদ্ধৰ কথা লীলা গগৈ (সম্পাদিত)
টাই সংস্কৃতিৰ ৰূপৰেখা "
আহোম জাতি আৰু অসমীয়া সংস্কৃতি "
বুৰঞ্জীয়ে পৰশা নগৰ "
হেৰোৱা দিনৰ কথা "
বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা, মনোৰঞ্জন শাস্ত্ৰী
ঢেকীয়াল হাইস্কুল ৰূপালী জয়ন্তী গ্ৰন্থ নগেন শইকীয়া (সম্পাদিত)
তুঙ্গখুঙ্গীয়া বুৰঞ্জী ডঃ সূৰ্য্যকুমাৰ ভূঞা (সম্পাদিত)
সাতসৰী অসম বুৰঞ্জী " "
অসম বুৰঞ্জী, গুণাভিৰাম বৰুৱা


॥ সাঁচিপতীয়া পুথি ॥


চকৰিফেঁটী বুৰঞ্জী
অসম বুৰঞ্জী (জাঁজী)
চাংৰুং ফুকনৰ বুৰঞ্জী






# গোলাঘাটৰ ভৌগোলিক বিৱৰণ

ডং শিশিৰ কুমাৰ দত্ত

শিৱসাগৰ জিলাৰ তিনিটা মহকুমা—শিৱসাগৰ, যোৰহাট আৰু গোলাঘাট। এই জিলাৰ পশ্চিমাংশৰ অঞ্চলটোৱেই গোলাঘাট নামেৰে পৰিচিত। এই জিলাৰ সীমা পুবে কাকডোঙা আৰু উত্তৰে ব্ৰহ্মপুত্ৰ নদী। গোলাঘাটৰ উত্তৰে দৰং আৰু লক্ষীমপুৰ জিলা, পুবে যোৰহাট মহকুমা, দক্ষিণে ইয়াৰ বিস্তৃতি নগা পাহাৰৰ পাদদেশ পৰ্য্যন্ত আৰু পশ্চিমে মিকিৰ পাহাৰে এই মহকুমাৰ সীমা আগুৰি আছে।

গোলাঘাটৰ ভৌগোলিক বিৱৰণৰ পাতনি মেলাৰ পূৰ্বে এই অঞ্চলটোনো কিয় গোলাঘাট নামেৰে পৰিচিত হ'ল সেই বিষয়ে এটি চমু আলোচনাৰ প্ৰয়োজন।

নগা পাহাৰৰ পৰা ভৈয়ামলৈ নামি ধনশিৰি নদীখন গোলাঘাট মহকুমাৰ সোঁ মাজেদি বৈ গৈ ব্ৰহ্মপুত্ৰত মিলিছেগৈ। পূৰ্বতে যানবাহনৰ বাবে বিশেষ সুবিধা নথকাত ধনশিৰি নদীয়েদি বয়-বস্তুসমূহ গোলাঘাটলৈ আমদানী কৰা হৈছিল। লাগতিয়াল সা-সামগ্ৰীৰ উপৰিও বিশেষকৈ গোলা-বাৰুদ আদি কঢ়িয়াবলৈ ডাঙৰ ডাঙৰ নাও ব্যৱহাৰ কৰা হৈছিল। আজি কিছুদিনৰ আগলৈকে গোলাঘাটৰ যি স্থানত মাৰোৱাৰী সম্প্ৰদায়ৰ ব্যৱসায়ী সকলৰ দোকান-পোহাৰ আছিল সেই অঞ্চলৰ পৰা ধনশিৰি দলঙলৈকে এই অঞ্চলটোৰ নাম নগাবালি।[1] পূৰ্বতে বয়-বস্তু আৰু গোলা বাৰুদ আদি আনি নগাবালি অঞ্চলতে গুদাম সজাই জমা কৰা হৈছিল। এই গোলা বাৰুদসমূহ বিশেষকৈ নগাসকলৰ লগত হোৱা সংঘৰ্ষৰ কাৰণে ব্যৱহাৰ কৰা হৈছিল। সেইবাবে সেই অঞ্চলটোক নগাবালি বোলে। অসমীয়া ভাষাত গোলা[2] মানে খাৰ-বাৰুদ। আনহাতে আকৌ লাগতিয়াল সা-সামগ্ৰীৰ বেহা-বেপাৰ কৰা স্থান অৰ্থাৎ দোকান-পোহাৰকো গোলা বোলা হয়। ঘাট মানে হৈছে নদীৰ বন্দৰ। যিহেতু ধনশিৰি নদীৰ ঘাটত উল্লেখিত সামগ্ৰীসমূহৰ গোলা আৰু গুদাম ঘৰ আদি এই অঞ্চলটিত আছিল সেইবাবে এই ঠাই ডোখৰ গোলাঘাট নামেৰে পৰিচিত। পূৰ্বতে নগাসকলৰ লগত যুঁজ-বাগৰৰ বাবে সৈন্য সামন্ত, মাল-বস্তু কঢ়িওৱা ভাৰী, দোভাষী, সজাতী, গুপ্তচৰ আদি থাকিবৰ বাবে নাগাবালি অঞ্চলত তম্বু আৰু খেৰৰ ঘৰ আদি সজা হৈছিল। পাছলৈ অসম ইংৰাজসকলৰ অধীনলৈ অহাৰ লগে লগে আহোম ৰজা পুৰন্দৰ সিংহৰ ৰাজ্যৰ সীমা এই পাহাৰীয়া অঞ্চললৈ বিস্তৃত হোৱাত নগাবালিৰ নগাসকলৰ লগত হোৱা সংঘৰ্ষৰ বাবে প্ৰস্তুতি এই অঞ্চলটিত ওৰ পৰিল। পাছলৈ এই অঞ্চলটো নগাসকলৰ লগত হোৱা বাণিজ্যৰ কেন্দ্ৰ হৈ পৰিছিল। নগাসকলে পাহাৰৰ পৰা জলকীয়া, কপাহ, আদা, কচু, কমলা আদি ভৈয়ামলৈ লৈ আহিছিল। বিনিময়ত তেওঁলোকে নিমখ, ছাগলী, গৰু আদি লৈ গৈছিল। যান বাহনৰ সু-ব্যৱস্থা নথকাত সেই সময়ত ধান, চাউল আদি গোলাঘাটৰ পৰা এই ঘাটেদি ৰপ্তানী কৰা হৈছিল।

শিৱসাগৰ জিলাৰ মহকুমা তিনিটাৰ ভিতৰত এসময়ত গোলাঘাটৰ পৰিধিয়েই সৰ্ববৃহৎ আছিল। উল্লেখযোগ্য যে যদিও গোলাঘাট বৰ্তমান শিৱসাগৰ জিলাৰ অন্তৰ্গত, পূৰ্বতে গোলাঘাট নগাওঁ জিলাৰ ভিতৰতহে পৰিছিল। (Hunter, 1879 P248)

আজি কেইবছৰমান আগলৈকে গোলাঘাটৰ সীমা

১ পুৰণি কালত নগাকাট ৰূপে জনাজাত আছিল।

২ 'গোলা' শব্দটো অসমীয়া ভাষাত অৰ্বাচীন শব্দ। অসমীয়া ভাষাৰ শব্দ ভাণ্ডাৰলৈ ই প্ৰতিবেশী শব্দ হিচাপে বঙলা ভাষাৰ পৰা আহিছে। 'গোলা' শব্দৰ অৰ্থ প্ৰধানকৈ দোকান। মাৰোৱাৰীসকলেও 'দোকান'ক গোলা বোলে। হিন্দীত এই শব্দই খাৰ-বাৰুদ বুজায়।
—সম্পাদক, ধনশিৰি।

অক্ষাংশ ২৫°৪৮´৫১´´—২৬°৫২´৪৯´´ আৰু দ্ৰাঘিমাংশ ৯৩°০´—৯৪°১৮´´ৰ ভিতৰত আছিল। সেই সময়ত বৰ্তমান নগা পাহাৰৰ উখা, মেৰাপানী আৰু মিকিৰ পাহাৰৰ পূব ভাগৰ পাদদেশৰ এটা বৃহৎ অঞ্চল আৰু নগাওঁৰ এটি বুজন অংশ গোলাঘাট মহকুমাৰ অন্তৰ্ভুক্ত আছিল। উল্লেখযোগ্য যে বৰ্তমান নগা পাহাৰৰ বাণিজ্যৰ প্ৰধান কেন্দ্ৰস্থল আৰু সেনাবাহিনীৰ সদৰ ঠাই ডিমাপুৰ (১নং মেপ) এসময়ত গোলাঘাটৰ অন্তৰ্ভুক্ত আছিল।

যাতায়াতৰ দিশৰ পৰা গোলাঘাটৰ স্থিতি সুবিধাজনক নহয়। কিয়নো গোলাঘাটলৈ যাবলৈ পোনপটীয়া আলিবাট বা বেলবাট নাই। অৰ্থাৎ প্ৰধান বেলবাটেৰে গ'লে ফৰকাটিং জংছনত নামি শাখা লাইনেৰে বা বাছেৰে গোলাঘাটলৈ যাব লাগে। আনহাতে ৰাষ্ট্ৰীয় ঘাই পথ গোলাঘাটৰ পৰা ২৪ কিঃ মিঃ আঁতৰেদি গৈছে। গতিকে ৰাষ্ট্ৰীয় পথেৰে গ'লে কমাৰগাঁও বা দেৰগাঁৱত নামিব লাগে।

গোলাঘাট মহকুমা স্থাপন কৰা হয় ১৮৪৬ চনত। পূৰ্বৰ গোলাঘাটৰ সীমাৰ মুঠ কালি প্ৰায় ৫০০০ বৰ্গ কিলোমিটাৰ আছিল। ১৮৭১--৭২ চনৰ পিয়লমতে সেই সময়ত গোলাঘাট মহকুমাত মুঠ ৫৪ খন গাওঁ, ১৪,৮২৬ টা ঘৰ, ৭৬,৪৮৬ বাসিন্দা আছিল। সেই সময়ত প্ৰতিঘৰত গড়ে প্ৰায় ৫·৩ জনকৈ মানুহ আছিল। (Hunter L.C. P 23)

স্বাধীনোত্তৰ যোৱা ৩০ বছৰত গোলাঘাটৰ সীমাৰ ভালে অংশ কাটি নবনিৰ্মিত নগালেণ্ড আৰু মিকিৰ পাহাৰৰ সীমাৰ অন্তৰ্ভুক্ত কৰা হয়। ১৯৫১ চনত গঠন কৰা মিকিৰ পাহাৰ জিলাত গোলাঘাট মহকুমা এলেকাৰ ১৭৯·৭২ বৰ্গ কিঃ মিঃ অঞ্চল অন্তৰ্ভুক্ত কৰা হয়।

উল্লেখযোগ্য যে যদিও গোলাঘাটৰ পূৰ্বৰ বহুতো অংশ কাটি নিয়া হ'ল তথাপিও শিৱসাগৰ জিলাৰ তিনিওটা মহকুমাৰ ভিতৰত গোলাঘাটৰ কালি এতিয়াও অধিক।

গোলাঘাট মহকুমাৰ অন্তৰ্গত কোনো পৰ্বত নাই। যিহেতু ইয়াৰ অৱস্থান নগা আৰু মিকিৰ পাহাৰৰ পাদদেশত সেই হেতুকে দক্ষিণ আৰু দক্ষিণ পশ্চিমে সীমান্ত অঞ্চলত আৰু গোলাঘাট নগৰৰো ঠায়ে ঠায়ে ভূ-সংস্থানত (topography) কিছু তৰংগিত (undulation) প্ৰকৃতি দেখা যায়। অৱশ্যে ইয়াৰ বুজন অংশ নবগঠিত মিকিৰ পাহাৰ আৰু নগালেণ্ডৰ সীমাভুক্ত কৰাৰ ফলত এই তৰংগিত প্ৰকৃতি বৰ্তমান খুব কম পৰিমাণেহে দেখা যায়। গোলাঘাটৰ ভূ-সংস্থান প্ৰায় সমতল (flat)। আৰু ইয়াৰ অৱস্থান মাধ্য সমুদ্ৰ পৃষ্ঠতকৈ (mean sea level) প্ৰায় ৬০ মিটাৰ ওপৰত।

যিহেতু মিকিৰ পাহাৰ আৰু নগা পাহাৰৰ সীমাত এই মহকুমা অৱস্থিত এই দুই পাহাৰীয়া এলেকাৰ জলবায়ুৰ যথেষ্ট প্ৰভাৱ এই অঞ্চলত পৰিছে। অৱশ্যে শিৱসাগৰ জিলাৰ সমগ্ৰ অঞ্চলতে প্ৰায় একে-ধৰণৰ জলবায়ু দেখা যায়। কিয়নো এই গোটেই জিলাখনৰ দক্ষিণ আৰু দক্ষিণ-পশ্চিম অংশ নগাপাহাৰ আৰু মিকিৰ পাহাৰৰ সীমান্তত অৱস্থিত। অৱশ্যে তথাপিও ভিন ভিন অঞ্চলত জলবায়ুৰ কিছু তাৰতম্য দেখা যায়। শিৱসাগৰ মহকুমাৰ সোণাৰী আৰু ওচৰে-পাজৰে থকা অঞ্চলটো যিহেতু নগা পাহাৰৰ নিচেই ওচৰত সেইবাবে সেই অঞ্চলটোত বৰষুণ যথেষ্ট হয় আৰু ঠাণ্ডা বেছি। সেই অনুপাতে গোলাঘাট অঞ্চলত বৰষুণ কম আৰু গৰম বেছি হয়।

সাধাৰণতে পাহাৰীয়া অঞ্চলৰ দাঁতি-কাষৰীয়া ঠাই সমূহত যথেষ্ট বৰষুণ হয়। কিন্তু গোলাঘাট মহকুমাৰ ক্ষেত্ৰত ইয়াৰ ব্যতিক্ৰম দেখা যায়। কিয়নো গোলাঘাটৰ দক্ষিণ-পশ্চিমে মিকিৰ পাহাৰ অঞ্চলত বৃষ্টিছায়া অৱস্থা (rain shadow condition) দেখা যায় আৰু তাৰ প্ৰভাৱ গোলাঘাটৰ এলেকাত পোনপটীয়াকৈ পৰিছে।

আঢ়ৈ কুৰি বছৰৰ বৰষুণৰ মাত্ৰাৰ হিচাপৰ পৰা গড় উলিয়ালে দেখা যায় যে এই অঞ্চলত বৰষুণৰ পৰিমাণ দক্ষিণ-পশ্চিম দিশৰ পৰা উত্তৰ পূব-দিশলৈ ক্ৰমে বৃদ্ধি হৈ যায়। শতকৰা ৬৪ ভাগ বৰষুণ সাধাৰণতে মৌচুমী বতৰতে হয়। ইয়াৰ ভিতৰত জুলাই মাহত সৰ্বাধিক বৰষুণ হয়। এই মাহত গড়ে ৩৩৬·৩ মিঃ মিঃ বৰষুণ হয়। শিৱসাগৰ জিলাত গড়ে প্ৰায় ১১৯ দিন বৰষুণ হয়। তাৰ ভিতৰত বৰপথাৰ আৰু আঠাবাৰীত যথাক্ৰমে ৯৪ দিনৰ পৰা ১৩২ দিনৰ ভিতৰত তাৰতম্য (variation) হয়। উল্লেখযোগ্য যে আজিলৈকে ৰখা বৰষুণৰ গড় হিচাপ অনুযায়ী শিৱসাগৰ জিলাত ২৪ ঘণ্টাত সৰ্বোচ্চ বৰষুণ হোৱা দিন হিচাপে ১৮৮৯ চনৰ জুন মাহৰ ২৩ তাৰিখে গোলাঘাট অঞ্চলত অভিলেখ (record) স্থাপিত হয়। সেই দিনা গোলাঘাটত ২৫৩·৫ মিঃ মিঃ (৯·৯৮´´) বৰষুণ হৈছিল। ইয়াৰ পাছৰ অভিলেখ ২২৪·৮ মিঃ মিঃ ১৯০১ চনৰ জুন মাহৰ ৭ তাৰিখে এই অভিলেখ চেলেঙত কৰা হৈছিল। গোলাঘাট মহকুমাৰ গোটেই অঞ্চলটোতে কেনে ধৰণৰ বৰষুণ হয় ২নং মেপত সেই বিষয়ে এটা পৰিষ্কাৰ আভাস দিয়া হৈছে। (after S. K. Dey et. al 1977)

শিৱসাগৰ জিলাৰ গোটেই এলেকাটোতে তাপ আৰু আৰ্দ্ৰতা প্ৰায় একে। গতিকে শিৱসাগৰ মহকুমাৰ অভিলেখকে গোটেই এলেকাটোৰ বাবে সাধাৰণভাৱে ব্যৱহাৰ কৰিব পাৰি।

এই অঞ্চলটোত আঘোন মাহ সোমোৱাৰ লগে লগে জাৰকালি আৰম্ভ হয়। এই সময়ত দিন আৰু ৰাতি উভয় সময়তে তাপ দ্ৰুতভাৱে কমে। পুহৰ শেষৰ ফালে আৰু মাঘৰ প্ৰথমাৰ্দ্ধত আটাইতকৈ বেছি ঠাণ্ডা পৰে। ফাগুনৰ দ্বিতীয়াৰ্দ্ধ সোমোৱাৰ লগে লগে তাপ বাঢ়ি আহে। অভিলেখ অনুযায়ী জানুৱাৰী মাহত দিনে গড় হিচাপে সৰ্বনিম্ন ৯·৮ চেঃৰ পৰা সৰ্বাধিক ২১°৬ চেঃ তাপ বিচৰণ কৰে। জুলাই মাহত গড়ে সৰ্বাধিক ৩১°৮ চেঃ তাপ হয়।



১ নং মেপ : গোলাঘাট মহকুমা (১৯০৬ চন)

শিৱসাগৰ মহকুমাত বৰ্তমানলৈকে সৰ্বাধিক তাপ ৪২·৮ চেঃ আৰু সৰ্বনিম্ন ২·৮ চেঃ অভিলেখ স্থাপিত হৈছে। সৰ্বাধিক তাপ ১৯৪৫ চনৰ মে' মাহৰ ২৩ আৰু সৰ্বনিম্ন তাপ ১৯০৫ চনৰ ফেব্ৰুৱাৰী মাহৰ ১৩ তাৰিখে অভিলেখ স্থাপিত হয়।

উত্তৰ পূব ভাৰতৰ প্ৰায় সমগ্ৰ অঞ্চলটোৱেই ভূমিকম্পৰ দিশৰ পৰা বিপদজনক। এই অঞ্চলটোক 'ভূমিকম্পনীয় বিভ্ৰাট বলয়' (seismically disturbed zone) বোলা হয়। তাৰ ভিতৰত মেঘালয়, নগালেণ্ড, মিকিৰ পাহাৰ আৰু উজনি অসমত ইয়াৰ মাত্ৰা অধিক। ভূমিকম্পৰ দিশৰ পৰা উজনি অসম আৰু নগা পৰ্বতৰ মাজত আটাইতকৈ যিডোখৰ বিপদজনক অঞ্চল, সেই অঞ্চলটো বেল্ট্ অব চুপেন: (Belt of schuppen) নামেৰে পৰিচিত। এতিয়ালৈকে এই অঞ্চলটোত আঠোটা বৃহৎ বৃহৎ উদ্ভেদৰ (thrust) অৱস্থিতি স্থাপিত কৰা হৈছে। ইয়াৰ এটা উদ্ভেদৰ ফলত নগা পৰ্বতৰ গোটেই অঞ্চলটো উত্তৰ পূব দিশলৈ আঁতৰি যায়। এই উদ্ভেদ সমূহৰ স্থিতি বৰ জটিল। সিহঁত ওপৰাওপৰি (overriden) হৈ আছে। এই 'বেল্ট অব চুপেন' ব্ৰহ্মপুত্ৰ উপত্যকাৰ ডিগবৈৰ ওচৰৰ পৰা প্ৰায় গোলাঘাট মহকুমাৰ সীমালৈকে জুৰি আছে। অসম উপত্যকাৰ লগত সংযোগ থকা এই বেল্টৰ দীৰ্ঘতা ৩৫০ কিঃ মিঃ। ইয়াৰ উপৰিও এই বেল্টে দক্ষিণ পশ্চিম দিশত দীঘে আৰু ৫০ কিঃ মিঃ অঞ্চল জুৰি আছে। এই বেল্টৰ উত্তৰ পশ্চিম অংশক 'নগা উদ্ভেদ' বুলি কোৱা হয় যদিও গোটেই অঞ্চলটো এটা উদ্ভেদ সমতলত (thrust plane) হোৱা নাই। তাত মুঠ ৬ টা ভিন ভিন উদ্ভেদ আছে।

এই 'বেল্ট অব চুপেন' গোলাঘাটৰ দক্ষিণে নিচেই ওচৰতে আছে। সেইবাবে অতীজৰে পৰা এই অঞ্চলটো ভূমিকম্পৰ দিশৰ পৰা বিপদজনক অৱস্থাত আছে। যিহেতু গোলাঘাটৰ সীমাৰ ভিতৰত কোনো শিলা মাটিৰ ওপৰত ওলাই থকা (out crop) অৱস্থাত নাই সেইবাবে আগেয়ে হৈ যোৱা ভূমিকম্প বিলাকৰ কোনো প্ৰমাণ আমাৰ চকুত নপৰে। কিয়নো ভূমিকম্পৰ কম্পনৰ প্ৰমাণ শিলাত, বিশেষকৈ গেদীয় শিলাত পৰিষ্কাৰভাৱে দেখা যায়।

শিৱসাগৰ, ৰুদ্ৰসাগৰ, গেলেকী, নাজিৰা, আমগুৰি, টিয়ক, নামতি, দুলীয়াজান, হুগৰীজান, ডিগবৈ, নাহৰকটীয়া, মৰাণ আদি ঠাইত থাকুৱা তেলৰ বাবে অসংখ্য দ তেলৰ কূপ খনন কৰা হৈছে। এই খননৰ ফলত কেৱল যে থাকুৱা তেলহে উদ্ধাৰ কৰিব পৰা গৈছে সেইটো নহয়; এই খনন সমূহৰ পৰা বিজ্ঞানৰ দিশৰ পৰাও বহুতো তথ্যপাতি উদ্ধাৰ কৰিব পৰা গৈছে। সেইদৰে মিকিৰ পাহাৰৰ ডিলাই, কয়লাজান, চম্পনা লাংচ' আদি ঠাইত চূণশিলৰ বাবে আৰু নগালেণ্ডৰ বিভিন্ন অঞ্চলত তেল আৰু কয়লাৰ বাবে ভালেকেইটা কূপ খনা হৈছে। এই বিশাল তেল কূপৰ খননৰ পৰা উদ্ধাৰ কৰা তথ্যপাতিৰ ওপৰত ভিত্তি কৰি যি বিলাক মাটিৰ

তলৰ ( Sub-surface ) মানচিত্ৰ অঁকা হৈছে সেই-বিলাক অধ্যয়ন কৰিলে দেখা যায় যে গোটেই ব্ৰহ্মপুত্ৰ উপত্যকা, নগাপৰ্বত আৰু মিকিৰ পাহাৰত ভূমিকম্পৰ ফলত শিলাভাগত হোৱা অজস্ৰ স্থানান্তৰিত কৰণৰ সম্ভেদ পোৱা যায়। অলপতে দেৰগাঁও অঞ্চলত তেলৰ দ কূপ খনন কৰা হৈছিল। সেই **তেল** পুওতো একে ধৰণৰ সম্ভেদ পোৱা যায়।

গোলাঘাট নগৰৰ পৰা প্ৰায় ২৯ কিঃ মিঃ উত্তৰ ফালে প্ৰধান নদী ব্ৰহ্মপুত্ৰ পূবৰ পৰা পশ্চিম ফালে বৈ গৈছে। দক্ষিণ ফালে ইয়াৰ উপনদী ধনশিৰি, ডিফলু, দৈয়াং আৰু নামবৰ নদীয়েই প্ৰধান। পূব সীমায়েদি কাকডোঙা নদী বৈ গৈছে।

ধনশিৰি নদীখন নগাপৰ্বতৰ দক্ষিণ পশ্চিম চুকৰ লাইচিয়াং শিখৰৰ নামনিৰ পৰা ওলাই আহি গোলাঘাট নগৰৰ পশ্চিমেদি বৈ গৈ ধনশিৰি মুখত ব্ৰহ্মপুত্ৰ নদীত পৰিছেগৈ। উপনদী কেইখনৰ ভিতৰত ধনশিৰিয়েই আটাইতকৈ ডাঙৰ আৰু দীঘল। ধনশিৰিৰ উৎপত্তি স্থানৰ পৰা ধনশিৰি মুখলৈকে য'ত ই ব্ৰহ্মপুত্ৰৰ লগত মিলিত হৈছেগৈ এই অঞ্চলৰ মুঠ দৈৰ্ঘ্য ৩৫২ কিলোমিটাৰ। উৎপত্তি স্থানৰ পৰা এই উপনদীখনে প্ৰথমে ৩৭ কিঃ মিঃ উত্তৰ পশ্চিম দিশে বৈ গৈ প্ৰায় ডিমাপুৰ পোৱালৈকে এই দিশতে বৈ শিৱসাগৰ জিলাত সোমাইছেহি। ডিমাপুৰৰ পৰা গোলাঘাট মহকুমা সোমোৱালৈকে এই উপনদীয়ে দক্ষিণমুৱা হৈ বৈ গৈছে। তাৰ পৰা হঠাতে গতি সলনি কৰি পশ্চিম ফালেদি বৈ গৈ ধনশিৰি মুখলৈকে অৰ্থাৎ মোহনালৈকে একে দিশতে বৈ গৈছে। উপনদীখনৰ এই সময়খিনিৰ বিশদ ভৌগোলিক বিৱৰণ পোৱা নাযায়। কিয়নো সেই অঞ্চলসমূহ অটব্য হাবিৰে ভৰপুৰ। ধনশিৰিৰ উৎপত্তি স্থানৰ পৰা ডিমাপুৰ পোৱালৈকে ই কাছাৰ আৰু নগালেণ্ডৰ সীমা নিৰ্দ্ধাৰণ কৰিছে। এই নদীখনৰ সোঁ পাৰৰ প্ৰধান উপনদী কেইখন হ'ল দৈয়াং আৰু ডিফু আৰু বাওঁ পাৰৰ পৰা ইয়াত মিলিত হৈছেহি নামবৰ, দৈগ্ৰোং আৰু কালিয়নি। এই কেইখনৰ উপৰিও কাকডোঙা, ৰেঙ্গোনা, ভোগতি আদি ইয়াৰ উপনদী।

ধনশিৰিৰ মুঠ আৱহক্ষেত্ৰ ( catchment area ) ১২২০·৯৮ বৰ্গ কিঃ মিঃ। এই উপনদীৰ সৰ্বাধিক বিসৰ্জন ( maximum discharge ) ১৯৫৫, ১৯৫৬, ১৯৫৭, ১৯৫৮, ১৯৫৯ আৰু ১৯৬০ চনত প্ৰতি চেকেণ্ডত ক্ৰমে ৩৯,৯৯০, ৪৯,৭৩০, ৪১,৭৪৬, ৪৩,৮২৮, ৪১,০৭৪ আৰু ৩৪,৪৪১ কিউবিক ফুট।

বাৰিষা সৰু সৰু জাহাজ নুমলীগড়ৰ পৰা ধনশিৰিৰ মুখলৈ অহা যোৱা কৰিব পাৰে। অৱশ্যে মাৰ নাৱেৰে ৩০০ কুইন্টল পৰ্য্যন্ত ওজন লৈ বাৰমাহে এই দূৰত্ব চলাচল কৰা দেখা যায়। এই মাল বস্তুৰ ভিতৰত বিশেষকৈ ধান, চাউল, চাহপাত, মৰাপাট আদিয়েই প্ৰধান। কিন্তু প্ৰতি বছৰে এই প্ৰণালীত যি ভাৱে পলস পৰিবলৈ ধৰিছে এই হিচাপে কিছুদিন গ'লে সময়ত এই পথেৰে মাৰ নাও চলোৱাটোও অসম্ভৱ হৈ পৰিব।

দৈয়াং উপনদীখন মাত' থানাৰ পৰা ওলাই প্ৰায় ৭২ কিঃ মিঃ দূৰত্ব উত্তৰ পূব দিশে বৈ হঠাতে উত্তৰ পশ্চিম দিশলৈ ঘূৰি নগা পৰ্বতৰ প্ৰধান অংশ কাটি ক্ৰমাৎ ভৈয়ামলৈ বৈ গৈছে। ভৈয়ামলৈ সোমোৱাৰ কিছু দূৰত বেংমা আহি এই উপনদীৰ লগ লাগিছেহি। তাৰ পাছত ইয়াৰ গতি উত্তৰমুৱা হৈছে আৰু এই দিশতে বৈ গৈ দৈয়াং মুখত ধনশিৰিত মিলিছেগৈ। দৈয়াঙৰ সৰহভাগ পানী বেংমা আৰু ঔখাৰ মাজৰ পৰ্বত শাৰীৰ পৰা বৈ অহা। পৰ্বত অঞ্চলত এই উপনদীখনত কেৱল ৩।৪ মাহ মান নাও চলাব পাৰি কিয়নো পানী শুকোৱাৰ লগে লগে নতা অঞ্চলত ওলাই থকা শিলাসমূহে ইয়াৰ গতিত বাধা দিয়ে। এই অঞ্চলৰ শিলাসমূহ যদি 'ব্লাচ্‌টিং' ( blasting ) কৰি আঁতৰাই দিব পৰা যায় তেন্তে সম্ভৱ এই নদীৰে ঔখা-মোককচাং পথ পৰ্য্যন্ত নাও চলাচল কৰিব পাৰিব। দৈয়াং নদীৰ মুঠ দৈৰ্ঘ্য প্ৰায় ২০০ কিঃ মিঃ আৰু ইয়াৰ আৱহক্ষেত্ৰ প্ৰায় ৪৫১৫ বৰ্গ কিঃ মিঃ।

ধনশিৰিৰ আৰু এখন উপনদী ডিফু। এই নদীখনে ধনশিৰিৰ সোঁ পাৰে ডিমাপুৰৰ পৰা ১০ কিলোমিটাৰ দূৰত ভটীয়নি সোঁতত মিলিছেগৈ। এই নদীখনৰ বিষয়ে বিশদ বিৱৰণ পোৱা নাযায়। কিয়নো নদীখনে সৰহ অঞ্চল অটব্য অৰণ্যৰ মাজেদি গতি কৰিছে।

ধনশিৰিৰ প্ৰধান উপনদী অৰ্থাৎ নামবৰ, দৈগ্ৰোং, কলিয়নি আদিৰ উৎপত্তি মিকিৰ পাহাৰত। দৈগ্ৰোঙৰ মুঠ দৈৰ্ঘ্য ৬৪ কিঃ মিঃ আৰু আৱহক্ষেত্ৰ ৩৯১·৪৫ বৰ্গ কিঃ মিঃ। কলিয়নিৰ মুঠ দৈৰ্ঘ্য ৮৮ কিঃ মিঃ আৰু আৱহক্ষেত্ৰ ১৩২৩·২৯ বৰ্গ কিঃ মিঃ। এই নদী কেইখনৰ বিসৰ্জন ( discharge ) অতি কম। এই কেইখন পাহাৰীয়া নৈ বাবে ইয়াৰ পানী বিসৰ্জনৰ ( discharge ) পৰিমাণ অনিয়মীয়া অৰ্থাৎ অনিশ্চিত ধৰণৰ (Fluctuating nature)।

গোলাঘাট মহকুমাত থকা শিলাসমূহ খুব ডাঠ পলস মাটিৰ আৱৰণেৰে ঢকা অৱস্থাত আছে। দ্বিতীয়তে এই অঞ্চলত কোনো দ কূপ খনন কৰা হোৱা নাই। সেইবাবে এই অঞ্চলৰ শিলাসমূহৰ বিষয়ে পোনপটীয়া বিৱৰণ সংগ্ৰহ কৰাটো সম্ভৱপৰ নহয়।



গোলাঘাটৰ দেৰগাঁও অঞ্চলত থাকৰা তেল অনুসন্ধানৰ বাবে মাখোন এটি দ কূপ খনন কৰা হৈছিল। এই কূপ আৰু শিৱসাগৰ আৰু ডিব্ৰুগড় জিলাত খন্দা ভিন ভিন কূপৰ পৰা পোৱা তথ্যপাতিৰ ওপৰত ভিত্তি কৰি গোলাঘাট মহকুমাৰ ভূ-পৃষ্ঠৰ তলত থকা ভিন ভিন শিলাসমূহ আৰু সেইবিলাকৰ নিক্ষেপনৰ ( deposition ) বিষয়ে এটি চমু বিৱৰণ দিবলৈ প্ৰয়াস কৰা হৈছে।

| বয়স | শিলাসমূহৰ নাম |
|---|---|
| অধুনাকল্প ও প্লাইণ্টচিন (প্ৰায় ১ নিযুত বছৰ পুৰণি) | পলসুৱা মাটি |
| বিষম বিন্যাস | |
| প্লাই অ'চিন (প্ৰায় ৮ নিযুত বছৰ পুৰণি) | ডিহিং সংঘ (ধেকীয়াজুলি স্তৰ) |
| বিষম বিন্যাস | |
| মাইঅ'-প্লাইঅ'চিন (২০-৯ নিযুত বছৰ পুৰণি) | নামছাং স্তৰ |
| বিষম বিন্যাস | |
| মাইঅ'চিন (২৫ নিযুত বছৰ পুৰণি) | গিৰুজান আলতীয়া মাটি<br>টিপম বালি শিল<br>সুৰমা সংঘ |
| বিষম বিন্যাস | |
| অলিগ'চিন (৩৮ নিযুত বছৰ পুৰণি) | বেৰাইল সংঘ |
| ইঅ'চিন (৬৫ নিযুত বছৰ পুৰণি) | কপিলি ভূ-তাত্বিক গঠন<br>প্ৰাং চূণশিল<br>লাকাডং বালিশিল |
| পেলিঅ'চিন (৭৫ নিযুত বছৰ পুৰণি) | লাঙপাৰ |
| (??) বিষম বিন্যাস | |
| ক্ৰুটেছিয়াছৰ উপৰিভাগ (প্ৰায় ৯০—৮০ নিযুত বছৰ পুৰণি) | মহাদেক (?) ভূ-তাত্বিক গঠন |
| বিষম বিন্যাস | |
| প্ৰাচীনতম (প্ৰায় ৩,৬০০ নিযুত বছৰ পুৰণি) | গ্ৰেনাইট আৰু গ্ৰেনাইট নিছ। |

গোলাঘাট মহকুমাৰ প্ৰাচীনতম শিলাভাগ আৰ্কেয়ান (Archean) সময়ৰ। এই শিলাভাগ ভাৰতৰ ভিত্তি সমষ্টিৰ (basement complex) লানি। ভাৰতবৰ্ষৰ এই বিধ শিলাই প্ৰাচীনতম। ইহঁতৰ উৎপত্তি আগ্নেয়িক আৰু ইয়াত কোনো জীৱাশ্ম পোৱা নাযায়।

ইয়াৰ পাছৰ শিলাভাগ মেঘালয়ৰ মহাদেক ভূ-তাত্বিক গঠনৰ সমসাময়িক, অৰ্থাৎ ক্ৰুটেছিয়াছ যুগৰ শেষৰ ফালৰ শিলা। এইবিধ বালি শিল মেঘালয়ৰ খাছীয়া, জয়ন্তীয়া আৰু গাৰো (?) মণিপুৰৰ উখৰুল অঞ্চল, অসমৰ দেৰগাঁও আৰু টেঙাখাটত (?) এইবিধ শিলা পোৱা গৈছে। উখৰুল, দেৰগাঁও আৰু টেঙাখাটত পোৱা শিলাভাগ খাছীয়া আৰু জয়ন্তীয়া পাহাৰৰ মহাদেক শিলাসমূহৰ সমসাময়িক বুলি প্ৰায় ঠিৰাং কৰা হৈছে। ভিন ভিন অঞ্চলত পোৱা এই শিলাসমূহৰ সহ-সম্বন্ধ স্থাপন কৰাৰ বাবে বৈজ্ঞানিক অনুসন্ধান চলি আছে।

ইয়াৰ পাছৰ শিলাভাগ লাংপাৰ নামেৰে পৰিচিত। এইবিধ শিল সাধাৰণতে চূণশিলযুক্ত বালি (Calcareous Sandstone) আৰু বোকাশিলৰ সমষ্টি। জীৱাশ্মৰ ওপৰত ভিত্তি কৰি খাছীয়া পাহাৰৰ এই বিধ শিলাৰ লগত ব্ৰহ্মপুত্ৰ উপত্যকাৰ টেঙাখাট অঞ্চলৰ লগত সহ-সম্বন্ধ স্থাপন কৰিবলৈ সক্ষম হৈছে।



ইয়াৰ ওপৰৰ ভাগ শিলা জয়ন্তীয়া সংঘৰ। এতিয়ালৈকে ইয়াৰ তিনিবিধ শিলা—লাকাডং, প্ৰাং আৰু কপিলী ভূ-তাত্বিক গঠনৰ বুলি চিনাক্ত কৰিব পৰা হৈছে। এই তিনিবিধৰ লগত খাছীয়া জয়ন্তীয়া পাহাৰতো পোৱা সমসাময়িক জয়ন্তীয়া সংঘৰ সেই তিনিভাগ শিলাৰ লগত সহ-সম্বন্ধ স্থাপন কৰিবলৈ সক্ষম হৈছে। উজনি অসমৰ দুই এটা দ-কূপত পোৱা এই সংঘৰ শিলাভাগত থাকৰা তেল আৰু গেছ পোৱা গৈছে।

জয়ন্তীয়া সংঘৰ উপৰিভাগ শিলা বেৰাইল সংঘৰ।

ব্ৰহ্মপুত্ৰ উপত্যকাৰ ডিব্ৰুগড় আৰু শিৱসাগৰ জিলাৰ সৰহভাগ থাকুৱা তেল আৰু গেছ এই সংঘৰ শিলা ভাগতে পোৱা গৈছে। উল্লেখযোগ্য যে ব্ৰহ্মপুত্ৰ উপত্যকাৰ কেইবাবিধো শিলৰ পৰা যদিও থাকুৱা তেল উদ্ধাৰ কৰা হৈছে, ভূ-তাত্ত্বিকসকলৰ মতে সম্ভৱত বেৰাইল সংঘৰ শিলাভাগেই থাকুৱা তেল আৰু গেছৰ আশ্ৰয় (Reservoir rock)। মাৰ্ঘেৰিটা, লিডু, জয়পুৰ, দিলি আদিত পোৱা কয়লাসমূহো এই সংঘৰ শিলাতে পোৱা যায়।



মেপ নং ৪ : উত্তৰ পূৰ্বাঞ্চল । ইঅ'চিন যুগৰ ভূমানচিত্ৰ (প্ৰায় ৩০ নিযুত বছৰ আগৰ)

ইয়াৰ ওপৰৰ শিলাভাগ সুৰমা সংঘৰ। ইয়াৰ টিপাম ভূ-তাত্ত্বিক গঠনৰ শিলাভাগত ডিগবৈ আৰু লাকোৱা অঞ্চলৰ থাকুৱা তেল আৰু গেছ পোৱা গৈছে। এই সংঘৰে একেবাৰে উপবিভাগ অৰ্থাৎ গিৰুজান আলতীয়া মাটি ভাগত অৰুণাচলৰ খাৰ-ছাঙতো থাকুৱা তেলৰ সন্ধান পোৱা গৈছে। এই সংঘৰ উপবিভাগ নামছাং স্তৰৰ। এই স্তৰত বহুতো উদ্ভিদৰ জীৱাশ্ম পোৱা গৈছে। নামছাং স্তৰৰ উপবিভাগ দিহিং সংঘৰ।

১৯৭১ চনৰ পিয়লমতে গোলাঘাট মহকুমাৰ বৰ্তমান মুঠ কালি ৩৫৪০'৭ বৰ্গ কিঃ মিটাৰ অৰ্থাৎ পূৰ্বৰ গোলাঘাটতকৈ প্ৰায় ১৪৫৯'৩ বঃ কিঃ মিঃ কালি কম। গোলাঘাট মহকুমাৰ বৰ্তমান সীমা আগুৰি আছে অক্ষাংশ ২৬°৪′—২৬°৪২′০″ আৰু দ্ৰাঘিমাংশ ৯৩°১৮′৩৪″—৯৪°৯′৪″ ৰ ভিতৰত। এই মহকুমাত বৰ্তমান নগৰ অঞ্চলৰ কালি ১২'৩ আৰু গাওঁ অঞ্চলৰ কালি ৩৫২৮'৪ বৰ্গ কিঃ মিঃ। মুঠ জনসংখ্যা ৫৩৭,০০০। মহকুমাটোত মুঠ শিক্ষানুষ্ঠান প্ৰায় ১,০০০ আৰু ছাত্ৰ-ছাত্ৰীৰ সংখ্যা প্ৰায় ৯১ হাজাৰ।

গোলাঘাট মহকুমাটোৰ সদৰ স্থান। চৰকাৰী কাৰ্য্যাৱলীৰ বাবে ভিন ভিন কাৰ্য্যালয় (office) সমূহ ইয়াতে অৱস্থিত। উল্লেখযোগ্য স্থানসমূহ হ'ল দেৰগাঁও, বৰুৱাবামুন গাঁও, বোকাখাত, কাজিৰঙা, ফৰকাটিং আদি।

দেৰগাঁৱত পুলিচ ট্ৰেইনিং কলেজ আৰু বুনিয়াদী শিক্ষাৰ কেন্দ্ৰ আছে। দেৰগাঁৱৰ ওচৰতে নেঘেৰি-টিঙত এটি শিৱমন্দিৰ আছে। এই অঞ্চলটি যথেষ্ট ওখ। এই ঠাইৰ কিছুদূৰ উত্তৰে মহাবাহু ব্ৰহ্মপুত্ৰ বৈ গৈছে। এই স্থানৰ ওচৰে-পাজৰে ব্ৰহ্মপুত্ৰৰ এটা প্ৰধান সুঁতিয়ে কেইবাবাৰো সোঁতৰ গতি সলনি কৰাত সেই অঞ্চলত সৰু সৰু কেইবাটাও দ্বীপৰ সৃষ্টি কৰিছে (Wade, 1800 p 347)। এই অঞ্চলসমূহ খেতিবাতিৰ বাবে উপযুক্ত স্থান। দেৰগাঁৱৰ প্ৰায় ৫ কিঃ মিটাৰ দক্ষিণ পশ্চিমে মিছা-মৰাত এটি চেনী কল আছে।

গোলাঘাট মহকুমাৰ কাজিৰঙা এখন উল্লেখযোগ্য সংৰক্ষিত অভয়াৰণ্য। ইয়াত বন বিভাগৰ অফিচ আৰু জিৰণি ঘৰ আছে। এই অভয়াৰণ্য ভ্ৰমণকাৰী সকলৰ বাবে এখন অতি আকৰ্ষণীয় আমোদৰ থলী। ভাৰতৰ ভিন ভিন স্থানৰ উপৰিও বিদেশৰ ভালেমান ভ্ৰমণকাৰী প্ৰতি বছৰে এই ঠাইলৈ আহে। এই অৰণ্য অসংখ্য বন্য পশু-পক্ষীৰে ভৰপূৰ। তাৰ ভিতৰত বিশ্ববিখ্যাত এশিঙীয়া গঁড় উল্লেখযোগ্য। চৰকাৰে ভ্ৰমণকাৰীসকল থাকিবলৈ আৰু বন্য পশু পক্ষী দেখুৱাবৰ বাবে ব্যৱস্থা ৰাখিছে। ঠাইডোখৰৰ বৈশিষ্ট্য আৰু ইয়াৰ পৰা উপাৰ্জন কৰা দেশী আৰু বিদেশী মুদ্ৰাৰ দিশৰ পৰা লক্ষ্য কৰিলে দেখা যায় যে এই অঞ্চলটি ভ্ৰমণকাৰীসকলৰ বাবে যিমান আকৰ্ষণীয় কৰাটো উচিত আছিল তাত সিমানটো মনোযোগ দিয়া হোৱা নাই। এই স্থানত চৰকাৰে ভ্ৰমণকাৰীসকলৰ বাবে নানান সুবিধা আগবঢ়াই যথেষ্ট আকৰ্ষণীয় কৰিলে ভৱিষ্যতে এই অঞ্চলটোৱে চৰকাৰী পুঁজিলৈ যথেষ্ট অৰিহণা আগ-বঢ়াব।

আন এখন উল্লেখযোগ্য অভয়াৰণ্য হৈছে নামবৰ। গোলাঘাটৰ পৰা ডিমাপুৰলৈ যোৱা ঘাই পথৰ প্ৰায় ১৬ কিঃ মিটাৰ দূৰত্বত এই অৰণ্য। ইয়াৰ নামবৰ নদীত এটা জলপ্ৰপাত আছে। ইয়াক ফটা শিল বোলা হয়। কিম্বদন্তি মতে পৰশুৰামে মাতৃহত্যা কৰাৰ পাছত হাতৰপৰা কুঠাৰখন নেৰোৱা হয়। খণ্ডত কুঠাৰখন এৰুৱাবলৈ বুলি তেওঁ সেই শিল-চটাত কুঠাৰখন আছাৰ মাৰি দিয়ে। শিলছটাই সেই আঘাত সহ্য কৰিব নোৱাৰি ফাটি চিটা-চিট হয়। এই শিলছটাই হেনো নামবৰ নদীৰ পানী ভেটি ৰাখিছিল। শিলছটা ফাটি যোৱাত নদীৰ পানী তাৰ ওপৰেদি বাগৰি আহি তলত পৰেহি। এই নামবৰ নদীৰ ওচৰতে ঘাই পথৰ কাষতে গোলাঘাটৰ পৰা ১৯ কিঃ মিঃ দূৰত্বত এটা তপত পানীৰ উহ আছে। এই পানীত গন্ধক আছে। সেইবাবে ইয়াত গা ধুলে চৰ্মৰোগ নাশ হয়।

ৰাষ্ট্ৰীয় ঘাই পথত কমাৰগাঁৱৰ পৰা কিছুদূৰ পশ্চিমে নুমলীগড় নামে এডোখৰ ঠাই আছে। ইয়াত আহোম ৰজাৰ দিনৰ এটা গড় আছে। আহোম কুঁৱৰী নুমলী আইদেউৰ নামানুসৰিয়েই এই গড়ৰ নাম নুমলীগড়।

গোলাঘাটৰ পৰা প্ৰায় ৪৮ কিঃ মিঃ পশ্চিমে ৰাষ্ট্ৰীয় ঘাইপথৰ কাষত বোকাখাত নামে এক উন্নত অঞ্চল আছে। এই অঞ্চলটোৰ চাৰিওকাষে চাহ বাগানে আগুৰি আছে। গাখীৰৰ বাবে এই স্থান প্ৰসিদ্ধ। ইয়াৰ ১১ কিঃ মিঃ উঃ পূৱে ধনশিৰি নদীৰ জাহাজঘাট আছে। পূৰ্বতে গোলাঘাটৰ পৰা নাৱেৰে বস্তু-বাহানি অনা-নিয়া কৰা সময়ত এই ঘাটলৈকে নাও চলাচলৰ ব্যৱস্থা আছিল।

ফৰকাটিং, সৰুপথাৰ, বৰপথাৰ আদি ঠাইত ধানখেতি ভাল হয়। ধানখেতিৰ দিশৰ পৰা সৰু-পথাৰৰ স্থান প্ৰথম। ইয়াত ভালেকেইটা চাউল আৰু তেলৰ কল আছে। ফৰকাটিং অঞ্চলত মুঠ ৮টা চাউলৰ কল আছে। তাৰে এটাত তেল পেৰাৰো ব্যৱস্থা আছে।

এইখিনিতে গোলাঘাট মহকুমাৰ ভৌগোলিক বিৱ-ৰণৰ লগতে সেই অঞ্চলৰ অতীত ভূগোলৰ (Palaeo-geography) বিষয়ে এটি থূলমূল বিৱৰণ দিবলৈ চেষ্টা কৰা হৈছে।

প্ৰায় ৯০—৮০ নিযুত বছৰ আগতে গোলাঘাট মহকুমা সামুদ্ৰিক গৰ্ভত আছিল (মেপ নং ৩) এই কথাৰ প্ৰমাণ পোৱা যায় অলপতে দেৰগাঁৱত খাকুৱা তেলৰ বাবে খনন কৰা দ কূপৰ পৰা উদ্ধাৰ কৰা জীৱাশ্মসমূহৰ পৰা। তাৰ পৰা উদ্ধাৰ কৰা জীৱাশ্মসমূহ সামুদ্ৰিক পৰিবেশতহে জীয়াই থাকিব পাৰে। জীৱাশ্ম বিজ্ঞানবিদ সকলে এইবিলাকৰ সহ-সম্বন্ধ মেঘালয়ৰ মহাদেক ভূতাত্ত্বিক গঠনৰ শিলাসমূহৰ লগত আছে বুলি বিবেচনা কৰিছে। টেঙাখাতৰ তেল কূপত এই শিলাভাগৰ ঠিক ওপৰৰ ভাগ অৰ্থাৎ লাঙপাৰ ভূতাত্ত্বিক গঠনৰ স্থিতি স্থাপন কৰিছে। এই সম্বন্ধ জীৱাশ্মৰ ওপৰত ভিত্তি কৰি কৰা হৈছে। লাঙপাৰত পোৱা জীৱাশ্ম সমূহেও সামুদ্ৰিক পৰিৱেশৰ ইঙ্গিত দিয়ে। অৰ্থাৎ ৯০—৭৫ নিযুত বছৰত এই অঞ্চললৈ সমুদ্ৰই দুবাৰ অতিক্ৰম কৰিছিল।

উল্লেখযোগ্য যে খাছীয়া আৰু জয়ন্তীয়া পাহাৰত পোৱা মহাদেকৰ জীৱাশ্মসমূহ দক্ষিণ ভাৰতৰ, বিশেষকৈ ত্ৰিচিনাপল্লী, উটাটুৰ, এৰিয়ালুৰ আদিত পোৱা জীৱাশ্মসমূহৰ লগত যথেষ্ট মিল আছে। জীৱাশ্মবিদ্ সকলে উভয় স্থানৰ জীৱাশ্মসমূহ অধ্যয়ন কৰি সেই সময়ত দক্ষিণ ভাৰত আৰু খাছীয়া জয়ন্তীয়া পাহাৰত পোৱা জীৱাশ্মসমূহ একেখন সমুদ্ৰৰে অৰ্থাৎ দক্ষিণ ভাৰতৰ পৰা সেই সমুদ্ৰ খাছীয়া জয়ন্তীয়া পাহাৰ পৰ্য্যন্ত আহিছিল বুলি মত পোষণ কৰে। এওঁলোকৰ মতে সম্ভৱত সেই একেখন সমুদ্ৰই দক্ষিণ ভাৰতৰ পৰা খাছীয়া জয়-ন্তীয়া পাহাৰ হৈ উত্তৰলৈ মণিপুৰ, দেৰগাঁও হৈ উজনি অসমলৈকে আহিছিল। অৱশ্যে এই বিষয়ে এতিয়াও অধ্যয়ন চলি আছে।



মেপ নং ৩: উত্তৰ পূৰ্বাঞ্চল । ক্ৰীটেচিয়াছ যুগৰ শেষৰ ফালৰ (প্ৰায় ৮০ নিযুত বছৰ আগৰ)

ইয়াৰ পাছত তৃতীয়বাৰ সমুদ্ৰই এই অঞ্চল অতি-ক্ৰম কৰে ইঅ'চিন যুগত অৰ্থাৎ প্ৰায় ৩৯—৬৫ নিযুত বছৰৰ ভিতৰত (মেপ নং ৪)। এই সমুদ্ৰ খাছীয়া জয়ন্তীয়া পাহাৰৰ ফালৰ পৰা আহি উত্তৰ পূৱত উজনি অসমৰ টেঙাখাট পৰ্য্যন্ত পাইছিলহি। উত্তৰে এই সমুদ্ৰ টেঙাখাটতকৈ আৰু আগুৱাইছিল নেকি সেই বিষয়ে বাতৰি পোৱা নাযায়। কিয়নো টেঙাখাটৰ উত্তৰে খনা কূপত এতিয়ালৈকে এই সংঘৰ শিলা পোৱা নাই। এই সংঘৰ শিলা দেৰগাঁও, আমগুৰি, দিচাংমুখ, দিখৌমুখ, ৰুদ্ৰসাগৰ, টেঙাখাট আদিৰ তেল কূপত পোৱা গৈছে।

ইয়াৰ ওপৰৰ সংঘৰ শিলাসমূহে অৰ্থাৎ বেৰাইল সংঘৰ শিলাসমূহে ক্ৰমবৰ্দ্ধমান বদ্বীপীয় পৰিস্থিতিত জমা হোৱাৰ ইঙ্গিত দিয়ে।

বেৰাইল সংঘৰ ওপৰৰ শিলা কেইভাগ নদীৰ পানীয়ে কঢ়িয়াই অনা বোকা বালি আদিৰ পৰা গঠিত হৈছে।

॥ উল্লিখন ॥


1. Wade., J. P, ( 1800 )
2, Rabinson., W. ( 1841 )
3. Hunter., W. W. ( 1879 )
4. Mathur, L. P. & Evans., P. ( 1964 )
5. Government of ( 1967 ) Assam
6. Dutta., S. K. ( 1969-71 )
7. Saikia, M. N. ( 1972 )
8. Dutta., S. K. (1976 )
9. Idem ( 1977 )

10. Dey., S. K., Chakravarty., R. C., ( 1977 ) Ghosh., P & Saikia., Deepa

An account of Assam.
A descriptive account of Assam.
A statistical account of Assam.
Oil in India. I. G. C. XXII Session.
Assam District Gazetteers, Sibsagar District.
Assam through the ages.
Jr. Geo. Soc. of Assam.
Golaghat past & present
Jr. Souvenir XVIIth. Ann. Corp. Assam Vat. Association.
Tertiary palaeogeography of N. E. India. Jr. Geophytology.
Stratigraphy of the Assam oil field. P. G.
Jr. Dibrugarh University.
Soil & Climatic Conditions of Sibsagar & Nowgong Tea Districts Sp. Bull. No. 9. Tok Exp. Station.








# গোলাঘাটৰ প্ৰত্নতাত্ত্বিক সমল

ডঃ মোহিনী কুমাৰ শইকীয়া

"কৃষি কৰিবা বাৰে বাণিজ কৰিবা নাৰে।" এই কথাষাৰ অসমীয়া সমাজত প্ৰচলিত হৈ আহিছে। ইয়াৰ পৰাই সহজে কব পাৰি যে নৈৰ পাৰৰ সাকুৱা আৰু বান বিধৌত অঞ্চলতেই অসমীয়া মানুহে বসবাস কৰাৰ উপযোগী বুলি বিবেচনা কৰিছিল। অৰ্থাৎ অসমৰ সভ্যতা ঘাইকৈ নৈ পৰীয়া সভ্যতা। সেয়েহে এই দেশৰ প্ৰতি নদীৰ উপত্যকাতেই পুৰণি সভ্যতাৰ চিহ্ন বা অৱশেষ দেখা যায়। ধনশিৰি আৰু দৈয়াং নদীৰ উপত্যকাতো এনে প্ৰাচীন কীৰ্তিৰ অৱশেষ দেখা যায়। এই দুই নৈৰ উপত্যকাই বৰ্তমানে গোলাঘাট বুলি জনাজাত।

ধনশিৰি আৰু দৈয়াং বোধহয় বহু শ বছৰৰ আগতে দুখন সুকীয়া নদী হিচাবে ব্ৰহ্মপুত্ৰত পৰিছিল। কোনো প্ৰাকৃতিক পৰিবৰ্তনৰ হেঁচাত এদিন দৈয়াং ধনশিৰিত মিলি গ'ল। স্থানীয় লোকৰ মুখত কিছুকালৰ আগলৈকে শুনা এই দুই নদীৰ বিবাহৰ কাহিনীৰ এটি মালিতাৰ পৰা বুজা যায় যে দুই নদীৰ গতি সঘনে সলনি হৈছিল আৰু শেষত দুয়ো এখন নৈত পৰিণত হৈছিল। প্ৰকৃততে দুয়োখন নদীৰেই গতি অতি অকোৱা পকোৱা। ইয়াৰ কাৰণ বোধহয় গোলাঘাট অঞ্চলৰ মাটিৰ প্ৰকৃতি আৰু এই দুই নদীৰ পানীৰ কোনো বিশিষ্ট ৰাসায়নিক গুণ। ধনশিৰিৰ কেইমাইলমান পুবেদি বৈ গৈছে অন্য এক নদী—নাম তাৰ দিলশিৰি। আজিৰ মানুহৰ মাজত এই নদী অৱশ্যে কাকডোঙা বুলিহে প্ৰখ্যাত। এই দিলশিৰি, ধনশিৰিৰ দৰে অকাই-পকাই যোৱা নাই। ই তৰাং আৰু শীৰ্ণ। কিন্তু দুয়োখন নদীয়েই একে নগা পাহাৰৰ পৰা বৈ আহিছে। ইয়াৰ পৰাই অনুমান কৰিব পাৰি যে ধনশিৰি উপত্যকাৰ মাটি আৰু পানী দিলশিৰি উপত্যকাতকৈ পৃথক। আৰু সেয়েহে দুয়ো উপত্যকাত বাস কৰা লোকৰ শিল্প ব্যৱসায় কিছু পৃথক আছিল। প্ৰকৃততে ধনশিৰি উপত্যকাৰ বনাঞ্চলৰ গছ বন আৰু কীট-পতঙ্গ দিলশিৰি অঞ্চলত সিমানকৈ পোৱা নাযায়। এই ধনশিৰি দৈয়াং উপত্যকাক পশ্চিম ফালে কাৰ্বি পাহাৰৰ অন্তৰ্ভুক্ত ঘোৰাচো পাহাৰ বা বুঢ়াপাহাৰে ভেটামাৰি কলং কপিলী উপত্যকাৰ পৰা আঁতৰাই ৰাখিছে। সেয়েহে ধনশিৰি দৈয়াং কূলৰ জীৱন ধাৰণৰ পদ্ধতি অতীতৰ পৰা এক বিশিষ্ট থলুৱা ৰূপ লৈ আছিল বুলি অনুমান কৰিব পাৰি। কিন্তু ই কিমান শক্তিশালী আছিল বা আনৰ ওপৰত ই কিমান প্ৰভাৱ বিস্তাৰ কৰিব পাৰিছিল তাক নিৰ্ণয় কৰিব পৰা যায় ইয়াৰ অতীতৰ শিল্প কলা আৰু অৰ্থনৈতিক জীৱনৰ অনুসন্ধানৰ যোগেদিহে। এই অনুসন্ধানৰ ওপৰতে ভৰ দি এই অঞ্চলৰ বৰ্তমান অৰ্থনৈতিক উন্নয়নৰ কথাও সফলতাৰে চিন্তা কৰিব পৰা হব যেন লাগে।

ধনশিৰি আৰু দৈয়াং নদীৰ উপত্যকা দুটিৰ সাকুৱা আৰু সমতল অঞ্চলেই বৰ্তমান গোলাঘাট নামে জনাজাত হৈছে। এই নামৰ উদ্ভৱ ১৯ শতিকাৰ মাজভাগৰ পৰাহে। সপ্তদশ শতিকাত এই অঞ্চলৰ নাম দৈয়াং আৰু ওপৰ দৈয়াং নামেৰে দুখন সমৃদ্ধিশালী অঞ্চলত বিভক্ত কৰা হৈছিল।

অসমৰ অন্যান্য পুৰণি অঞ্চলবোৰৰ দৰেই দৈয়াং ধনশিৰি উপত্যকাতো কেইবাটা যুগৰো পুৰণি বুৰঞ্জীৰ সমল থকাটোৰ ইঙ্গিত পোৱা যায়। প্ৰাচীন কালৰ ইউৰোপীয় পৰিব্ৰাজক কেইবাজনৰো বিৱৰণীত গঙ্গাৰ পূব ফালে "শ্ৰীচ" বা চিৰিচ নামৰ এখন ঠাই থকাৰ উল্লেখ আছে। এই ঠাইতে "চিৰোজ" বা "চিৰেচ" নামৰ নদী থকাৰ কথাও পোৱা যায়। বৰ্তমানৰ পূৰ্বাঞ্চলটোত কেইবাখনো নদীৰ নামৰ

পাচত শিৰি শব্দটো আছে। আনকি ব্ৰহ্মপুত্ৰ নদীকো চিঁৰিলুইত বুলি কোৱা হয়। গোলাঘাটৰ ধনশিৰিও এই নদী কিখনৰে এখন। 'গ্ৰীচ' দেশত হেনো সোণৰ খনি আছিল।

সৌ সিদিনালৈকে ধনশিৰি আৰু সোৱণশিৰিৰ বালি ধুই সোণ গোটোৱা হৈছিল। এই পশ্চিমীয়া পৰিব্ৰাজক সকলৰ বিৱৰণী যুগুত কৰা হৈছিল কেইবা শতিকাৰ আগতে এওঁলোকৰ বিৱৰণীত থকা গ্ৰীচ দেশ আৰু চিৰোজ নদী যদি এই অঞ্চলতে আছিল বুলি অনুমান কৰা হয় তেন্তে এই ধনশিৰি নদাৰ উপত্যকাৰ সভ্যতা সিমানেই পুৰণি বুলিব পাৰি।

দৈয়াং ধনশিৰিৰ বিবাহৰ কাহিনীৰ এটি মনোৰম মালিতাৰ কথা ওপৰত উল্লেখ কৰা হৈছে। ইয়াৰ পৰা জনা যায় যে দৈয়াং নৈ ধনশিৰিৰ পৰা বহুত দূৰেদি বৈছিল। ধনশিৰিৰ আৰু দিলশিৰি ( আজি কাকডোঙা নামে জনাজাত ), দুয়ো লগৰী হেনো একালত একে লগহৈ ঘোৰাচো দেশৰ মাজেদি লুইতৰ কোলালৈ বৈছিল। ঘোৰাচো দেশৰ বুঢ়া পাহাৰে হয়তো এই কথা ভালকৈয়ে জানে। কিন্তু আমাৰ কিংবদন্তী আমাৰ বুঢ়ীআই সকলৰ লগতে মৰিশালীত নিমাত হ'ল। সৰু দৈয়াং নদী ডেকা হৈ ধনশিৰিৰ ৰূপত মুগ্ধ হৈ পৰ্বত পাহাৰ অনাই বনাই বিয়া কৰাবলৈ আহিল। লাজুকী ধনশিৰিয়েও লাজতে লগ নিদি এনি-তেনি বনাই চাপলি মেলিছিল। কিন্তু যিদিনা দুয়োৰে মিল হ'ল সেইদিনা দুয়ো উপত্যকাই দুই নদীৰ ৰংমতলীয়া কলধ্বনিত থলকনি উঠিছিল। এই কাহিনীৰ পৰা অনুমান হয় দৈয়াং নদী বহুকাল আগতে অন্য পথেদি গতি কৰিছিল। নাইবা এখন সৰু নৈ বা জানহে আছিল। কোনো নৈসৰ্গিক কাৰণ বশতঃ দৈয়াং নদী ডাঙৰ নদীলৈ পৰিবৰ্তন হৈ গতি সলাই ধনশিৰিত মিলি গ'লহি। দৈয়াং যে পাচলৈ ধনশিৰিৰ দৰেই প্ৰখ্যাত নদী হ'ল সেই কথা আহোম যুগত এই দুই নদীৰ উপত্যকাক কেৱল ওপৰ দৈয়াং আৰু নামদৈয়াং বোলাৰ কথাই প্ৰমাণ কৰে।

এই অঞ্চল আহোম শাসনৰ অধীন হয় ষষ্ঠদশ শতিকাত। তাৰ আগতে ই হেৰেম্বীয়াল কছাৰী ৰাজ্যৰ অন্তৰ্ভুক্ত আছিল। স্বাধীন কছাৰী ৰজা বীৰোচন মতিফাৰ কাৰ্য্যকাল বোধহয় দ্বাদশ ত্ৰয়োদশ শতিকাৰ জোৰাতে হ'ব পাৰে। সেই সময়ত দৈয়াং ধনশিৰি উপত্যকা তেওঁৰ ৰাজ্যৰ অন্তৰ্ভুক্ত আছিল নে নাই কোৱা টান। কিন্তু পাচৰ যুগত ইয়াত যে কছাৰী ৰাজশক্তিৰ সৌধ গঢ়ি উঠিছিল সন্দেহ নাই। কিন্তু তাৰো বহু আগতে প্ৰবল প্ৰতাপী আৰু বিভিন্ন বংশী কামৰূপ ৰজাসকলৰ ৰাজ্যই এই অঞ্চল সামৰি লৈছিল। কাৰণ তাৰ কীতিচিন ইয়াত এতিয়াও সিঁচৰিত হৈ আছে।

১৯৭৩ চনত গোলাঘাটৰ সৰুপথাৰৰ নগাজৰী খনিকৰ গাঁৱত এখনি প্ৰাচীন শিলালিপি উদ্ধাৰ কৰা হয়। এই শিলালিপিৰ সবহখিনি আখৰেই খৃঃ ৩৬০ৰ পৰা ৭০০ খৃঃ লৈকে উত্তৰ ভাৰতত ব্যৱহৃত হোৱা ব্ৰাহ্মী আখৰৰে অবিকল একে। কোনো কোনো পণ্ডিতৰ মতে এই শিলালিপি পঞ্চম শতিকাৰ পাচৰ হব নোৱাৰে। এই লিপিখনি প্ৰথমে যি ঠাইত আছিল তাত এজোপা বৃহৎ জৰী গছ হৈছিল। জৰী জোপাৰ তলতে অনেক শিলৰ খণ্ডৰ লগতে এই লিপিখনিও পৰি আছিল। নগাভূমিৰ পৰা এই অঞ্চলত বেপাৰ কৰিবলৈ অহা নগালোকসকল এই জৰীৰ তলতে বহি জিৰাই ভাত পানী খাইছিল বাবে গছজোপাক কাষৰীয়া মানুহে নগাজৰী বুলিছিল। পাচলৈ সেই ঠাইকো নগাজৰী বুলি কোৱা হ'ল। এতিয়াও এই ঠাইত ডাঠ হাবি আছে। ভালকৈ অনুসন্ধান কৰিব পাৰিলে ইয়াৰ ভূগৰ্ভত সেই শিলালিপিৰ যুগৰ অসমৰ বুৰঞ্জীৰ আপুৰুগীয়া সম্পদ উদ্ধাৰ হব পাৰে। ইয়াৰ পৰা কেইমাইলমান দূৰত ধনশিৰিৰ ইপাৰে অৱস্থিত দেওপানী বাগিচা। এই বাগিচাৰ অন্তৰ্ভুক্ত অঞ্চলতে বিখ্যাত দেওপানী মন্দিৰৰ ভগ্নাৱশেষ আছে। বাগিচাৰ গৰাকী আৰু গোলাঘাট দেৱৰাজ ৰায় মহাবিদ্যালয়ৰ দাতা স্বৰ্গীয় সুৰেন্দ্ৰ নাথ ৰায় দেৱৰ সৌজন্যত বহু বছৰৰ আগতে গোলাঘাটৰ দৌলেশ্বৰ দত্তকে ধৰি দুজনমান সুধী লোকে এই মন্দিৰৰ পৰা এটি বিষ্ণুমূতি উদ্ধাৰ কৰি ৰাজ্যিক সংগ্ৰহালয়ত দিয়ে। মূতিৰ গাত থকা লিপিত প্ৰাচীন অসমৰ শালস্তম্ভ বংশৰ দিগ্লেখ বৰ্মা নামৰ কোনো ৰজাৰ নাম পোৱা গৈছে। দেওপানীৰ ওচৰৰ বৰপথাৰৰ ৰজাপুখুৰী, টেঙানী অঞ্চলত আৰু তাৰ পৰা পুবে বহুত দূৰত থকা দেৰগাঁৱৰ শীতল পথাৰত পোৱা বিষ্ণুমূতি কেইটা জোখে-মাপে গঢ়ে-গতিয়ে দেওপানীৰ মূতিটিৰে অবিকল একে। এই মন্দিৰ কেইটিৰ বিশেষত্ব হৈছে ইয়াৰ নিৰ্মাণত ইটাৰ ব্যৱহাৰ অধিক আছিল। শিলৰ ব্যৱহাৰ কম। এই একে ধৰণৰ প্ৰাক আহোম যুগৰ ইটাৰ মন্দিৰ এই অঞ্চলৰে শিশুপানী, মেমমাটি, দুৱৰিয়নী, খাৰুৱা বস্তি আদিতো পোৱা গৈছে। মেমমাটি-দুৱৰিয়নী, টেঙানী অঞ্চলত সংলগ্ন। টেঙানী বনাঞ্চলৰ মাজত এঠাইত এটি মনোৰম সূৰ্য্যমূতি পোৱা গৈছে। একালত মেমমাটি-দুৱৰিয়নীৰ নিচেই কামেদিয়েই ধনশিৰি বৈ গৈ সূৰ্য্যমূতি থকা ঠাইক চুই গৈছিল। সূৰ্য্য মন্দিৰৰ পৰা দুৱৰিয়নীৰ দূৰত্ব প্ৰায় ৩।৪ মাইল হব যেন লাগে। কিন্তু দুৱৰিয়নীৰ পৰা এই দূৰত্বখিনি জুৰি একালত ইটাৰ দেৱাল থকা যেন লাগে। কাৰণ এই দূৰত্বৰ মাজত ঠায়ে ঠায়ে ইটাৰ দেৱাল দেখা যায়। কেৱল মেমমাটি দুৱৰিয়নীৰে কালি প্ৰায় ১ বৰ্গ কিলোমিটাৰ হ'ব। এইখিনি ঠাইৰো তলে তলে ইটাৰ দেৱাল আৰু দেৱালত সংযোজিত সুন্দৰ খনি আৰু কুঠি দেখা যায়। দেৱালৰ ভিতৰত সৰুবৰ পুখুৰীৰো চিন আছে। টেঙানীৰ সূৰ্য্যমূতিৰ কাষৰীয়া ঠাইতো ওখ ঢাপ দিয়া বাৰী, গড়খাৱৈ আৰু পুখুৰী দেখা যায়। অটব্য অৰণ্য থকাৰ বাবে ইয়াৰ জৰীপ সহজসাধ্য নহয়। শিশুপানীৰ ভগ্নাৱশেষৰ মাজেদিও নৈ বৈ গৈছে। কিন্তু এই ভগ্নাৱশেষৰ অনতিদূৰতে গুৱাহাটীৰ দীঘলী পুখুৰীৰ আকাৰৰ দুটি পুখুৰী ওচৰাউচৰিকৈ আছে। পুখুৰীৰ কাষতে আছে এক ইটা মন্দিৰৰ ভগ্নাৱশেষ।

এই একে গড়ৰ ইটাৰ মন্দিৰ আৰু পুখুৰী নগাঁৱৰ ডবকা, হাওৰাঘাট, হোজাই, যোগীজান অঞ্চলতো প্ৰচুৰ দেখা যায়। এই ঠাইবোৰত সিঁচৰিত হৈ থকা শিলৰ টুকুৰা, পোৰা মাটিৰ মূতি বা কাৰুকাৰ্যৰ মাজত থকা আখৰ আদিৰ পৰাও অনুমান হয় যে ধনশিৰি দৈয়াং উপত্যকা এই ভগ্নাৱশেষৰ প্ৰাক্ আহোম যুগৰ এক ৰাজ বংশৰ ৰাজত্ব কালতে নিৰ্মিত হৈছিল; আৰু সেই কালত এই ঠাই অতিকৈ ঘন বসতিপূৰ্ণ আছিল। কাৰণ কলং-কপিলী-দৈয়াং-ধনশিৰি বিধৌত এই সমভূমিও খেতিৰ বাবে জলসিঞ্চনৰ অৰ্থে অতবোৰ দুৰ্জয় পুখুৰীৰ প্ৰয়োজন নাছিল। এইবোৰ কেৱল জনতাক বিশুদ্ধ পানী যোগানৰ বাবেহে নিৰ্মিত হৈছিল।

দেওপানীত পোৱা মূতিৰ লিপিত উল্লেখ থকা ৰজা দিগ্লেখ বৰ্মা যদি শালস্তম্ভ বংশৰ শেষৰ ৰজাসকলৰ এজন হয় তেন্তে কব পাৰি যে এই শালস্তম্ভ বংশৰ শেষৰ ৰজাসকলৰ কালৰে পৰাই চেপেটা ইটাৰ সৌধ নিৰ্মাণ হয়তো প্ৰৱল হয়; আৰু এই ইটা-শিল্প কাৰুকাৰ্য সম্ভৱ কামৰূপৰ পাল বংশীয় ৰজাসকলৰ ৰাজত্বৰ শেষলৈকে অৰ্থাৎ দ্বাদশ শতিকালৈ বেছিকৈয়ে প্ৰচলন আছিল। সেয়েহে গোলাঘাটৰ বৰপথাৰ, সৰুপথাৰ, শিশুপানী আৰু দেৰগাঁৱৰ শীতল পথাৰৰ মন্দিৰ সেই সময়ৰ বুলিয়েই কব লাগিব। দেওপানীৰ মূতিত থকা লিপিয়ে প্ৰাচীন অসমৰ বুৰঞ্জীয়ে এক নিখোজ হোৱাৰ বতৰা দিছে বুলি কোৱা হয়। সেইবাবে এতিয়াও লোকচক্ষুৰ অন্তৰালত থকা গোলাঘাটৰ এই ইটাৰ মন্দিৰসমূহৰ থলি উচিত ভাৱে পৰ্য্যবেক্ষণ কৰিলে এনে নিখোজ বতৰা আৰু ধৰা পৰিব পাৰে।

শালস্তম্ভ বংশৰ আদি ৰজাসকলৰ দিনত বিশেষকৈ শ্ৰীহৰ্ষদেৱৰ সময়ত বোধহয় মন্দিৰ নিৰ্মাণত শিলহে বেছি ব্যৱহাৰ কৰিছিল। গোলাঘাটৰ নুমলীগড়ৰ দেওপৰ্বতৰ ওপৰত এটি শিলৰ মন্দিৰৰ ভগ্নাৱশেষ আছে। ইয়াৰ ভালেকেইটি মূতি অসম ৰাজ্যিক সংগ্ৰহালয়ত সংৰক্ষিত হৈছে। কিন্তু বিয়াগোম শিলত কটা অতুলনীয় কাৰুকাৰ্যৰ সম্ভাৰ তাত পৰি আছে। ৰক্ষণাবেক্ষণৰ অভাৱত দৰ্শন কৰি অনেকেই তাৰ ক্ষতিও সাধন কৰিছে। নুমলীগড় দেওপাহাৰৰ এই ভগ্ন মন্দিৰটোৰ কেইটামান কথা বেলেগ ধৰণৰ যেন অনুমান হয়। আমাৰ সকলো মন্দিৰৰ ভিতৰখন চোতালতকৈ দ আৰু গহবৰ যেন। এই মন্দিৰটোৰ মজিয়া এটা প্ৰকাণ্ড শিলেৰে নিৰ্মিত আৰু ই চোতালৰ পৰা বহু ওখ। এই শিলটোৰ ওপৰখন ইমান সমান আৰু নিমজকৈ কাটি মজিয়াখন কৰা হৈছে যে দেখিলে আজিকালি 'ঢালাই' পকাৰ মজিয়া যেনহে লাগে। মজিয়াৰ প্ৰায় মাজতে উপাস্য দেৱতাৰ মূতি বহুৱাবলৈ চাৰিচুকীয়া গাঁত কটা আছে আৰু দেৱতাক স্নান কৰোৱা পানী বৈ যাবলৈ জান কটা আছে। মজিয়াখন আয়ত ক্ষেত্ৰাকাৰহে। মন্দিৰৰ ওপৰ চালখনো এছটা দুৰ্জয় আকাৰৰ চেপেটা শিলৰ। শিলছটা কাছপিঠীয়া কৰি কটা। আকাৰত ই মজিয়াৰ সতে সমান বা কিছু ডাঙৰ। শিলছটাৰ তলফালে এপাহ বিয়াগোম পদুমফুল কটা আছে। চেপেটা শিলৰ চাল থকাৰ পৰা অনুমান কৰা হয় যে এই মন্দিৰটো পিৰামিড আকাৰৰ নাইবা কলডিলীয়া আকাৰৰ নাছিল। ই সম্ভৱ গুপ্ত যুগৰ আগছোৱাৰ মন্দিৰৰ গঢ় আছিল। নাইবা অণ্টম শতিকাৰ উৰিষ্যা পৰশুৰামেশ্বৰ মন্দিৰৰ ঠগৰ হব পাৰে। ইয়াত থকা কাৰুকাৰ্যবোৰ উৰিষ্যাৰ এই মন্দিৰ বা তাৰ সমসাময়িক অন্য মন্দিৰৰ লগত মিলে। ইয়াৰ কীতিমুখ, মনিলতা, নৰনাৰীৰ মূতি অতি মনোমোহা। দেৱ-দেৱতাৰ চিত্ৰতকৈ ইয়াত প্ৰাকৃতিক বস্তুৰ চিত্ৰ, মহাভাৰতৰ কাহিনী, ভাগৱতৰ চিত্ৰৰহে প্ৰাধান্য আছে। দৈনন্দিন জীৱনৰ চিত্ৰও প্ৰায় সমানসংখ্যক আছে। কামসূত্ৰৰ মুদ্ৰা, ঢেকী বা উৰালক কেন্দ্ৰ কৰি অসমীয়া ঘৰুৱা জীৱনৰ গোপন কাহিনী, ডা-ডাঙৰীয়াৰ বিলাস, সমৰত মানুহৰ চিত্ৰ আদি প্ৰকৃততে আপুৰুগীয়া। দেওপাহাৰৰ এই মন্দিৰটোৰ ভেটিৰ আকাৰ, চালৰ গঢ় আদিয়ে প্ৰকৃততে ইয়াক উৰিষ্যাৰ পৰশুৰামেশ্বৰ মন্দিৰৰ বুলিহে বিশ্বাস জন্মায়। ইয়াৰ ভেটিৰ লগত নগাঁৱৰ যোগীজানৰ পঞ্চায়ত অফিচৰ কাষত থকা ভগ্ন মন্দিৰ আৰু তাৰ অলপ দূৰত থকা "সংগ্যা দেৱী"

মন্দিৰৰ ভেটিৰ তুলনাৰ আৱশ্যক। সংগ্যা দেৱীৰ মন্দিৰত গজ-সিংহৰ আৰু সৰ্প দেৱ-দেৱীৰ চিত্ৰ চকুত লগা কিন্তু নুমলীগড়ৰ দেওপৰ্বতৰ মন্দিৰৰ শিলৰ মাজত গজসিংহ দেখা নাযায়। আছিল যদিও কোনোৱে তাক আঁতৰাই নিব পাৰে নাইবা শিলৰ স্তূপৰ মাজত ঢাক খাই থাকিব পাৰে। ইয়াৰ শিলত কিছুমান আখৰ কটা অ'ত ত'ত দেখা যায়। আখৰবোৰ ৭ম বা ৮ম শতিকাৰ স্থানীয় ৰূপলৈ সলনি হোৱা ব্ৰাহ্মী আখৰৰ সদৃশ। সেয়ে হ'লে এই মন্দিৰৰ নিৰ্মাণ কাল এই সময়তে বুলি ধৰিব পাৰি। এই সময়ছোৱাত শালস্তম্ভ বংশৰ শ্ৰীহৰ্ষদেৱ (৭২৫—৭৫০) নামৰ প্ৰবল প্ৰতাপী ৰজাজনে অসমত ৰাজত্ব কৰিছিল। তেওঁৰ ৰাজ্যৰ ভিতৰত সুদূৰ উৰিষ্যা, বঙ্গ আৰু বিহাৰৰো কিছু অংশ সামৰি লৈছিল। নিজৰ ৰাজ্যত অন্তৰ্ভুক্ত উৰিষ্যাত সেই সময়ত নিৰ্মাণ কৰা মন্দিৰৰ লগত আৰু নিজ ৰাজ্য খাচ ভূমিৰ ভিতৰৰ নুমলীগড়ৰ দেওপাহাৰৰ মন্দিৰৰ মিল থকাটো সেইবাবে স্বাভাৱিক। হয়তো এই দুই ঠাইৰ মন্দিৰ এইজন ৰজায়ে নিৰ্মাণ কৰাও সম্ভৱ। নুমলীগড়ৰ এই মন্দিৰ আৰু যোগীজানৰ মন্দিৰ দুটাৰ অৱশেষ ৰক্ষা কৰা সেইবাবে অতি প্ৰয়োজন। ই পৰ্যটকৰ দৰ্শনৰ উপৰিও বুৰঞ্জী অধ্যয়নৰ বাবে বিশেষ সম্বল যোগাব তাত সন্দেহ নাই।

শুদ্ধ শিলেৰে মন্দিৰ সজাটো বেছি কষ্টসাধ্য আৰু ব্যয়বহুল বাবেই হয়তো শ্ৰীহৰ্ষদেৱৰ পাছৰ সেই বংশৰ ৰজা দিগ্লেখ বৰ্মা আদিয়ে ইটাৰ মন্দিৰ নিৰ্মাণ কৰে। প্ৰকৃততে যোগীজানৰ পৰা গোলা-ঘাটলৈকে এই সমগ্ৰ অঞ্চলত পোৱা ভগ্নাৱশেষবোৰৰ ভিতৰত ইটাৰে নিৰ্মাণ কৰা সৌধৰ সংখ্যা সৰহ। নুমলীগড় দেওপৰ্বতৰ মন্দিৰটোৰ কিছু দূৰত আৰু দুই তিনিটা শিলৰ মন্দিৰ মাটিৰ তলত পোত খাই থকা যেন অনুমান হয়। কিন্তু এই ঠাইৰ কাষতে অন্য এটি পাহাৰত আকৌ ঘূৰণীয়া ভেটিৰ ইটাৰ মন্দিৰৰ ভগ্নাৱশেষ পোৱা যায়। এই প্ৰসঙ্গতে উল্লেখ কৰা দৰ্কাৰ যে দেৰগাঁৱৰ শিৱদৌলৰ দীঘলীয়া খট্খটিত যিবোৰ শিল পৰা আছে তাৰ গাত থকা কাৰুকাৰ্য, আখৰ আদিৰ পৰা অনুমান হয় যে সেই-বোৰ কোনো প্ৰাচীন মন্দিৰৰ ভগ্নাৱশেষৰ পৰা বুটলি আনি তাত দিয়া হৈছিল। সপ্তদশ শতিকাত স্বৰ্গ-দেৱ প্ৰতাপ সিংহই এই মন্দিৰটো গেলাবিলৰ কাষত নিৰ্মাণ কৰিছিল আৰু এই মন্দিৰটো ঘাইকৈ ইটাৰে আছিল। সেই ঠাইত এতিয়াও সিঁচৰিত হৈ আছে। মিৰজুমলাৰ বাহিনীয়ে ইয়াক ধ্বংস কৰাৰ বহুকালৰ পাছত স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহই বৰ্তমানৰ দেৰগাঁৱৰ দৌলটি নেঘেৰিটিঙত নিৰ্মাণ কৰায়। খুব সম্ভৱ ৰজা প্ৰতাপ সিংহই অতি প্ৰাচীন শিলৰ মন্দিৰৰ ভগ্নাৱশেষ পাই তাতেই এটি মন্দিৰ পুনৰ নিৰ্মাণ কৰিছিল। প্ৰাচীন কীৰ্তিৰ প্ৰতি এইসকল উপৰিপুৰুষৰ শ্ৰদ্ধা আৰু হেঁপাহৰ লগত আজিৰ আমাৰ মনত তাৰ ভাৱৰ তুলনা কৰিলে নিশ্চয় লজ্জিত হব লাগিব।

খৃঃ ৫ম আৰু ৬ষ্ঠ শতিকাতো অসমত কেৱল শিলেৰেই সুন্দৰ মন্দিৰ নিৰ্মাণ প্ৰথা বহলাই প্ৰচলন হৈছিল; সেইকথা সৰুপথাৰৰ নগাজৰী খনিকৰ গাঁৱৰ শিলালিপি থকা ঠাইৰ মন্দিৰৰ অৱশেষে প্ৰমাণ কৰে। এই মন্দিৰৰ গঢ় আৰু আকৃতি নুমলীগড় দেওপৰ্বতৰ মন্দিৰৰ আকৃতিতকৈ কিমান পৃথক বা একে তাৰ তুলনা কৰিবৰ বাবে সৰুপথাৰৰ সেই মন্দিৰৰ স্থানৰ খননকাৰ্য্য প্ৰয়োজন। এই অধ্যয়নে নিশ্চয় অসমৰ অট্টালিকা-নিৰ্মাণৰ কৌশল আদিৰ বৈশিষ্ট্য আদিৰ আৰু কলাকৃষ্টিৰ ক্ৰমবিকা-শৰ চৰ্চাত সহায় কৰিব। কেৱল এছটা কাছ-পিঠীয়া শিলেৰেই ঢাকি সজা নুমলীগড় দেওপৰ্বতৰ এই ভগ্ন মন্দিৰটো বোধহয় প্ৰাচীন অসমৰ মন্দিৰ বা শিলৰ অট্টালিকা নিৰ্মাণৰ অন্য এক পদ্ধতিৰ এক বিশিষ্ট উদাহৰণ হ'ব পাৰে। সেইবাবে ইয়াৰ অদূৰত মাটিৰ তলত পোত খাই বাকী থকা মন্দিৰৰ ভেটি আৰু সৰুপথাৰৰ নগাজৰীৰ মন্দিৰৰ ভেটি আৰু কাৰুকাৰ্য উদ্ঘাটন আৰু সংৰক্ষণৰ বিশেষ প্ৰয়োজন আছে। ইয়াৰ উপৰি ই হয়তো অসমৰ অতি প্ৰাচীনকালৰ মন্দিৰ নিৰ্মাণ কাহিনীৰ সম্বল যোগাব। বৰপথাৰৰ দুৱৰিয়নীৰ কাষৰ ইটাৰে নিৰ্মিত শিৱমন্দিৰ আৰু টেঙানী বনাঞ্চলৰ সূৰ্য্য-মূৰ্তিৰ কাষত শিলৰ পৰা কাটি উলিওৱা দুটি প্ৰকাণ্ড শংখ দেখা গৈছিল। শংখ দুটিৰ বহু অংশ ভাগি গ'ল। মন্দিৰৰ এনে সজুলি অন্য ঠাইত দেখা মনত নপৰে। শংখ দুটিৰ আকৃতি, গঢ় আৰু নিৰ্মাণৰ পাৰদৰ্শিতাই নিশ্চয় দৰ্শকক চমৎকৃত কৰিব। এই দুই সম্পদ নিশ্চয় প্ৰাচীনকালৰ অসমীয়া মানুহৰ শিল্প-দৃষ্টিৰ ক্ষমতা আৰু পৈণত কাৰুকাৰ্যৰ এক আপুৰুগীয়া নিদৰ্শন।

বৰপথাৰৰ দুৱৰিয়নীৰ কাষত থকা শিৱ মন্দিৰৰ শিৱলিঙ্গৰ আকাৰৰ শিৱলিঙ্গ উজনি অসমৰ অন্য ঠাইত দেখা মনত নপৰে। এই শিৱলিঙ্গৰ আকাৰ গঢ়, তেজপুৰৰ পৰ্বতীয়া আৰু নগাঁৱৰ কামপুৰৰ মচ্জিদ প্ৰাঙ্গণত ৰক্ষিত শিৱলিঙ্গৰ একে। কামপুৰৰ বিগ্ৰহ আদিতে ডবকা পৰ্বতৰ ওপৰত আছিল বুলি কয়। কালক্ৰমত মন্দিৰ ধ্বংস হোৱাত আৰু বিভিন্ন সময়ত হোৱা ভূমিকম্পৰ জোকাৰত ই পৰ্বতৰ পৰা বাগৰি বাগৰি আহি তলৰ পথাৰৰ বুকুত পোত গৈ আছিল। কোনো মুছলমান খেতি-য়কে হালবাই থাকোঁতে তাক পাই মচ্জিদ চৌহদত থয়গৈ। এই লিঙ্গৰ যোনিমণ্ডল এতিয়াও ডবকা পৰ্বতৰ ওপৰৰ ভিতৰুৱা ঠাইত আছে। ইয়াৰ ব্যাস ৮॥ ফুট। দুৱৰিয়নীৰ মন্দিৰৰ যোনিমণ্ডল ইটাৰ তলত থকাৰ বাবে ইয়াৰ মাপ লব পৰা নগ'ল। কিন্তু লিঙ্গটিৰ ব্যাস ১॥ ফুট হব।

শিশুপানীৰ মন্দিৰৰ ভগ্নাৱশেষৰ নিচেই কাষত দুটা সৰু পুখুৰী আছে। এই পুখুৰীৰ পাৰৰ পৰা সংৰক্ষিত বনাঞ্চলৰ অটব্য অৰণ্য। এই অৰণ্যৰ মাজতে প্ৰায় ৫´ ওখ এটি মূৰ্তি দেখা গৈছিল। এই ঠাইৰ পৰা কিছুদূৰত থকা দুৰ্জয় পুখুৰী দুটাৰ পাৰৰ ইটাৰ মন্দিৰৰ ভগ্নাৱশেষৰ মাজত এটি পুৰুষ দেৱতাৰ মূৰ্তি আছে। সেয়া বোধহয় শিৱ মূৰ্তি। মূৰ্তিৰ কাৰু-কাৰ্য সাধাৰণ ধৰণৰ। শিশুপানীৰ পৰা গোলাঘাট বা জামুগুৰিৰ ফালে উজাই আহিলে বাটৰ কাষতে পোৱা যায় বিখ্যাত কাছমাৰী অঞ্চলৰ ভগ্নাৱশেষ। ইয়াৰ বিৱৰণী ৱেড চাহাবৰ বুৰঞ্জীত পোৱা যায়। এয়া ব্ৰহ্মপুত্ৰ উপত্যকাৰ দক্ষিণাঞ্চলৰ প্ৰতাপী কছাৰী ৰজাসকলৰ ৰাজত্ব কালৰ এক বিশেষ স্মৃতিৰ চিন। ইয়াত উনচল্লিছটি সৰু বৰ স্তম্ভ আছে। এই স্তম্ভ কেইটিৰ গাত খচিত কাৰু-কাৰ্য অন্য কোনো কীৰ্তি চিহ্নৰ মাজত পোৱা নাযায়। বৰ্তমানে নগাভূমিৰ অন্তৰ্ভুক্ত হোৱা ডিমাপুৰৰ স্তম্ভ-ৰাজিৰ লগত এই স্তম্ভৰাজিৰ মিল থাকিলেও কাৰু-কাৰ্য, গঢ় আৰু গঠনত কাছমাৰীৰ স্তম্ভৰাজি আটক-ধুনীয়া। ইয়াৰ এটা প্ৰায় চাৰিফুট ওখ চাৰিশিৰীয়া স্তম্ভৰ ওপৰছোৱা বন্তিৰ দৰে খুলি গাঁত কৰা আছে। ইয়াৰ পৰা অনুমান হয় কাছমাৰীৰ এই স্তম্ভৰাজি কোনো পূজা-সেৱাৰ কাৰণেহে স্থাপন কৰা হৈছিল। ইয়াতে এটা শিলত ভৈৰৱ সদৃশ এক ৰেখাচিত্ৰ কটা আছে। এই ঠাইত কছাৰীসকলে মূৰ্তি পূজা কৰিছিল। সেই পূজা কেনে ধৰণৰ-আৰু কোন দেৱতাৰ পূজা তাৰ সন্ধান উলিয়ালে নিশ্চয় অসমৰ সেই যুগৰ ধৰ্মচৰ্চাৰ এটা দিশ জনা যাব। ইংৰাজসকলৰ ৰাজত্বৰ কালত এই আটকধুনীয়া স্তম্ভৰাজিৰ সংৰক্ষণৰ ব্যৱস্থা কৰিছিল। ঠাইখনৰ চাৰিওফালে সেই সময়ত মৰা চাপ আৰু গড়খাৱৈৰ ওপৰত দিয়া তাঁৰৰ জেওৰাৰ খুটা এতিয়াও তাত আছে। বৰ্তমান জাতীয় চৰকাৰৰ কাৰ্যকাল-ছোৱাত অৱশ্যে ইয়াৰ প্ৰকৃত সংৰক্ষণৰ ব্যৱস্থা নকৰাত এই ঠাইডোখৰ ডাঠ হাবিয়ে চাটি পেলাইছে।

মাটিত বাগৰি থকা স্তম্ভ কেইটামান লাহে লাহে পোত যাবলৈ ধৰিছে। বৰ্তমানৰ অসমৰ পুৰাতত্বৰ সম্বলৰ ভিতৰত এই স্তম্ভ কেইটি একক আৰু আপু-ৰুগীয়া—তাত সন্দেহ থাকিব নোৱাৰে। ইয়াৰ ওপৰত খোদিত চিহ্ন আদিয়ে এক নিখোজ হোৱা সভ্যতাৰ হয়তো বিশেষ বতৰা দিব পাৰিব। এই চিহ্ন আৰু চিত্ৰবোৰত সৰ্বভাৰতীয় কাৰুকাৰ্যৰ প্ৰভাৱ নাই যেন লাগে। প্ৰকৃতপক্ষে কবলৈ গ'লে এয়া ধনশিৰি দৈয়াং উপত্যকাৰ মধ্যযুগীয়া সভ্যতাৰ আপুৰুগীয়া অভিলেখ।

দৈয়াং-ধনশিৰিৰ উপত্যকাতেই বোধহয় সৌমা-ৰত গোটখোৱা উদয়গিৰিৰ লোককৃষ্টিৰ এসুঁতি আৰু কপিলী উপত্যকাইদি অহা প্ৰাচীন ভাৰতৰ কামৰূপী কৃষ্টিধাৰাৰ এসুঁতিৰ মিল হৈ এক অপূৰ্ব ৰূপধাৰণ কৰিছিল। কাছমাৰীৰ স্তম্ভৰাজি বোধহয় তাৰে স্বাক্ষৰ। দৈয়াং নদীক ত্ৰৈৰঙ্গ নদী আৰু কপিলীৰ পাৰৰ ডবকাক ত্ৰিবেগ ৰূপে বৰ্ণনা কৰা পুৰণি পুথিত পোৱা যায়। বাৰিষা দৈয়াঙৰ পানীত তিনিটা ৰঙৰ তিনিধাৰা সোঁত বৈ থকা যেন দেখা যায়। নামবৰ বনাঞ্চলৰ দুসুঁতিমুখত এই তাৰতম্য সহজে চকুত পৰে। দুসুঁতিমুখৰ পৰা উজাই গ'লে অৰণ্যৰ মাজত এটা প্ৰকাণ্ড গড় পোৱা যায়। এই গড়টোৰ যন্ত্ৰাকৃতি সুৰাৰে ব্যৱস্থা আছে।

চীনা পৰিব্ৰাজক ফাহিয়ানৰ বিৱৰণীত "কা-পি-লী" নামৰ ৰাজ্যৰ উল্লেখ আছে। এই ৰাজ্যৰ পৰা প্ৰায় ৪২৮ খৃঃমানত ইয়াৰ ৰজাই চীনদেশলৈ ৰাজদূত পঠাইছিল। এই "কা-পি-লী" ৰজাজনৰ নাম চীনাভাষাত "ইয়ু-ই" অৰ্থাৎ "চন্দ্ৰই ভাল পোৱা" বুলি উল্লেখ আছে। স্বৰ্গীয় কনকলাল বৰুৱাই এওঁকেই কামৰূপেশ্বৰ ভাস্কৰ বৰ্মাৰ উপৰিপুৰুষ চন্দ্ৰমুখ বৰ্মা বুলি অনুমান কৰিছিল। কিন্তু আহোম যুগত ৰচিত কামৰূপৰ বুৰঞ্জীত চন্দ্ৰহাস নামৰ এজন উজনি অসমৰ ৰজাৰ নাম পোৱা যায়। এইজন ৰজাই পূবফালৰ হেমন্তগিৰিৰ কাষৰ পৰা আহি উজনি বলমাত শিল আৰু ইটাৰে দৌল সাজি নগৰ কৰিছিল। কিন্তু পাছত মৃগাঙ্ক নামৰ ৰজাই অশ্ব-মেধ যজ্ঞ কৰি দিগ্‌বিজয় কৰি আহি চন্দ্ৰহাসক পৰাস্ত কৰি পলাবলৈ বাধ্য কৰাইছিল। অশ্বমেধ যজ্ঞ কৰি দিগ্‌বিজয় কৰা কামৰূপৰ ৰজা আছিল ভাস্কৰ বৰ্মাৰ আজোককাক মহেন্দ্ৰ বৰ্মাদেৱ। এওঁৰ ৰাজত্বৰ কাল পঞ্চম শতাব্দীৰ আগছোৱাতেই অন্ত পৰে। খুব সম্ভৱ সেই সময়ত উজনি অসমৰ চন্দ্ৰ-হাস ৰজাই দৈয়াং-ধনশিৰিৰ উপত্যকাৰ উপৰিও কপিলী উপত্যকা পৰ্য্যন্ত ৰাজ্য বিস্তাৰ কৰিছিল। কিন্তু মৃগাঙ্কৰ হাতত পৰাস্ত হৈ তেওঁ ধনশিৰি উপত্য-কাই দি পলাই মণিপুৰত ৰয়গৈ। এই প্ৰসঙ্গতে গোলাঘাটৰ আৰু এখন অতি প্ৰাচীন আৰু মহিমা-

মগ্ন স্থানৰ কথা উল্লেখ কৰিব পাৰি। এই ঠাইক বৰ্তমান শিতল বা শিতলা পথাৰ বোলা হয়। ই দিলশিৰি বা কাকডোঙাৰ পাৰত। ইয়াতে ওপৰত উল্লেখ কৰা দেওপানীৰ বিষ্ণুমূতিৰ সাদৃশ্যৰ মূতি উদ্ধাৰ হৈছে। এই পথাৰৰ সীমাতে দেৰগাঁৱৰ শিৱদৌল আছে। প্ৰচলিত কিংবদন্তীৰ মতে এই ঠাইত ঔৰ্ব মুনিয়ে একলাখ শিৱলিঙ্গ প্ৰতিষ্ঠা কৰিছিল; কিন্তু কালক্ৰমত এই সকলো তললৈ সোমাই যোৱাত ঠাইখন শিৱতল যোৱা বা শিৱতল আৰু শেষত শিতল বোলা হয়।

যোগিনীতন্ত্ৰত সৌমাৰ মহাপীঠত শিৱতাপ পীঠ থকাৰ কথা উল্লেখ আছে। এই শিৱতাপ পীঠেই কালক্ৰমত শীতল নামলৈ ৰূপান্তৰিত হোৱা বুলি মতবাদ আছে। ইয়াত ঔৰ্বমুনিয়ে এককোটি শিৱলিঙ্গ স্থাপন কৰিছিল বুলিও কিংবদন্তী আছে। এই শিৱতাপ বা শীতল পথাৰেই ঔৰ্বমুনিৰ ঔৰ্বাশ্ৰম বুলি জন-বিশ্বাস আছিল। যোগিনীতন্ত্ৰৰ মতে সৌমাৰ মহাপীঠৰ শিৱতাপ পীঠত বক্ৰশৈবেশ্বৰ লিঙ্গ আৰু কমলা শিলা আছে। দেৰগাঁৱৰ অৰ্থাৎ নেঘেৰিটিঙৰ শিৱদৌলৰ শিৱলিঙ্গই হয়তো বক্ৰশৈবেশ্বৰ বুলি একালত প্ৰখ্যাত আছিল। এই শিৱস্থানত কছাৰী বা আহোম ৰাজত্বৰ আৰম্ভৰ বহুত আগতেই এক মন্দিৰ থকাৰ সম্ভাৱনাৰ কথা আগতে উল্লেখ কৰা হৈছে। এই প্ৰসঙ্গতে বৰ্তমানৰ দেৰগাঁৱ দৌলৰ খটখটিত থকা শিলৰ কাৰুকাৰ্য, আখৰ আদিৰ বৈশিষ্ট্যৰ কথাও উনুকিওৱা হৈছে। এই প্ৰস্তৰ খণ্ডবোৰৰ সংৰক্ষণ আৰু অন্য পুৰণি মন্দিৰৰ প্ৰস্তৰ খণ্ডৰ লগত তুলনামূলক অধ্যয়নৰ প্ৰয়োজন।

শিলাখণ্ডৰ অধিক ব্যৱহাৰ কৰি সজা মন্দিৰ আৰু পোৰা ইটা অধিক ব্যৱহাৰ কৰি সজা মন্দিৰ বোধহয় অসমৰ বা খনিকৰী শিল্পৰ দুটা পৃথক যুগৰ কথা বুজাব পাৰে। অন্ততঃ গোলাঘাট মহকুমাৰ মন্দিৰত এই কথা যথাৰ্থ হব যেন অনুমান হয়। উদাহৰণস্বৰূপে "সৰুপথাৰ শিলালিপি"ৰ মন্দিৰ আৰু দেওপানী লিপিৰ মন্দিৰলৈ আঙুলিয়াব পাৰি।

ইটাৰে নিৰ্মিত মন্দিৰৰ কাষতে বা কিছু দূৰতে প্ৰায় মাটিৰ বাচনৰ ভগা সা-সঁজুলি পোৱা যায়। ইয়াৰ ভিতৰত মলা, চৰু, গছা, কলহ, টেকেলি আৰু কেতিয়াবা কমণ্ডলুৰ নলিছা লগা খোলাই প্ৰধান। এই ভগা কমণ্ডলু গুৱাহাটীৰ আমবাৰীতো পোৱা হৈছিল। যোগীজান, হোজাই আদিতো এনে মন্দিৰৰ কাষৰ নদীৰ পাৰত এই সঁজুলিৰ টুকুৰা দেখা যায়। গোলাঘাটৰ সৰুপথাৰ, বৰপথাৰ, দেওপানী অঞ্চলতো এনে সঁজুলিৰ টুকুৰা মাজে মাজে ওলায়।

আমবাৰীত পোৱা সম্বলৰ মাজত চীনামাটিৰ বাচনো আছিল। এনে বাচন হয়তো অসমৰ মাজেদি অন্য ঠাইলৈ ৰপ্তানি কৰা হৈছিল নাইবা অসমলৈ আমদানি কৰা হৈছিল। কোনো কোনোৰ মতে ই মুছলমান ৰজাসকলৰ বাহিনীয়ে হয়তো অসমলৈ আনিছিল। প্ৰাচীন অসমতো ইয়াৰ উৎপাদন হব পাৰে বুলিও কোনোৱে চিন্তা কৰাৰ প্ৰয়াস কৰিছিল। এনে চিন্তা অৱশ্যে অহেতুক বুলিয়েই বিবেচিত হৈছিল। কিন্তু গোলাঘাট মহকুমাতো দুই এঠাইত দ গাঁত খান্দোতে মাটিৰ তলত এনে বাচনৰ অংশ পোৱা লোক আছে। এনে অংশ পোৱা দুই-এটুকুৰা ঠাই চিন ৰখা হৈছে। ইয়াৰ ভিতৰত বকীয়াল বুঢ়াগোহাঁইখাট উল্লেখযোগ্য। এনে ঠাইডোখৰত পথাৰ, চাপৰি আদিত নৌকাকৃতিৰ কিছুমান দ চুলা আছে। এই চুলাৰ তলত ছাই আদিৰ লগতে বৰ ডাঠ বাচনৰ খোলাও পোৱা যায়। আৰু চুলাৰ কাষৰ দুই-এঠাইত পোৰামাটিৰ অলংকাৰৰ অংশও কোনো কোনোৱে পাইছিল। এই চুলাবোৰ সাধাৰণ চুলাৰ দৰেই মাটিত গাঁত খান্দি ভিতৰফালে লেপিমছি নিমজকৈ সজা। ইয়াত সম্ভৱ অতি টানকৈ আৰু দীৰ্ঘদিন ধৰি জুই জ্বলাই ৰাখিছিল। কাৰণ চুলাৰ কেউকাষৰ মাটি বহুত দূৰলৈকে ইটাৰ দৰে টান হৈ পৰিছিল। বকীয়াল অঞ্চলৰ এই চুলাৰ একে আকাৰৰ দুটামান চুলা জামুগুৰিৰ ওচৰৰ দলৌজান চাহবাগিচাতো পোৱা গ'ল। দলৌজানৰ চুলাৰ বিশেষত্ব হ'ল ইয়াৰ ভিতৰফালে যি লেপন দিয়া হৈছিল সি সম্ভৱ জুইৰ তাপতেই চীনামাটিৰ বাচনৰ নিচিনা জকমকীয়া টান নিমজ খোলা চামনিলৈ ৰূপান্তৰ হৈছিল। চাহবনুৱাৰ আগত ভগা এই চুলাৰ জকমকীয়া অংশ কিছু বৰ্তমান গোলাঘাটৰ দেৱৰাজ ৰয় মহাবিদ্যালয়ত থোৱা হৈছে। ইয়াৰ কেইমাহমানৰ পাছতে মিছামৰা মৌজাৰ হালোৱা গাঁৱত এনে ধৰণৰ আৰু প্ৰায় ৮ ফুট অন্য এক চুলা পোৱা গৈছে। এইটো চুলাৰ আকাৰ অৱশ্যে পকা নাদৰ দৰে। ইয়াৰ ভিতৰৰ লেওটো টান চামনিলৈ পৰিবৰ্তন হৈ চীনামাটিৰ বাচনৰ দৰে মিহি আৰু জকমকীয়া হৈ পৰিছে। এই দুই ঠাইৰ চুলাৰেই জকমকীয়া ঠাইৰ চামনিটোৰ পাছৰ তৰপ মাটি পৰীক্ষা কৰি দেখা গৈছে তাত তুঁহৰ দৰে শস্যৰ খোলা কপিলা ৰঙৰ মাটিৰ লগত মিল হৈ ঠায়ে ঠায়ে আছে। চুলাৰ পৰা কিছু আঁতৰত পোৱা মাটিৰ ৰং গৈৰিক কিন্তু অন্য মাটিৰ পৰা ই কিছু পৃথক। চুলা খন্দা মাটিডোখৰো তেনে ৰঙৰেই। এইবোৰৰ পৰা অনুমান হয় যে পুৰণি কালত এই অঞ্চলত কুমাৰ-মাটিৰ লগত কোনো পদাৰ্থ মিহলাই এনে কিছু বাচন নিশ্চয় তৈয়াৰ কৰা হৈছিল। উক্ত ধৰণৰ চুলাত সেইবোৰ পোৰাৰ লগে লগে চীনা মাটিৰ বাচনৰ নিচিনা নহলেও অন্ততঃ তেনেধৰণৰ টান জকমকীয়া অন্য এক শ্ৰেণীৰ বাচনলৈ ৰূপান্তৰ হৈছিল। প্ৰাচীন অসমৰ মৃৎ শিল্পৰ বৈশিষ্ট্য চৰ্চ্চাত বকীয়াল, দলৌজান আৰু হালোৱা গাঁৱৰ এই দুই বিশিষ্ট চুলা কেইটা বৰ্তমানলৈকে একক সম্বল বুলি কব পাৰি। এই কেইটাৰ আৰু ইয়াৰ স্থানখিনি প্ৰকৃতপক্ষে সংৰক্ষণ কৰাটো বাঞ্ছনীয়।

একালত গোলাঘাট মহকুমাৰ ভিতৰত থকা মিকিৰ পাহাৰৰ প্ৰাচীন কীতিৰ সংৰক্ষণ জৰীপ আদি যথাযথভাবে কৰাৰ প্ৰয়োজন হৈছে। বৰ্তমান মিকিৰ পাহাৰৰ বিস্তীৰ্ণ অন্য অঞ্চল বহিৰাগতৰ লীলাভূমি হৈ পৰিছে। এই ঠাইবোৰৰ বিশেষকৈ ধনশিৰি-দৈয়াঙৰ পাৰে পাৰে একালত অনেক ঠাইত নানা গৃহ, মন্দিৰ আদিৰ চিন আছিল। নদীৰ পাৰৰ পৰা পাহাৰৰ নখলৈ অনেক ঠাইত, ঠেক হলেও সুদীৰ্ঘ সমতল আছে। এইবোৰ বৰ্তমান বহিৰাগত লোকে খেতিৰ বাবে মুকলি কৰিছে। এনে কৰোঁতে কোনো কোনো ঠাইত পোৱা শিলৰ ইটা খোলা আদি আঁতৰাই নি অন্য ঠাই পোৱাইছে। ফলত পুৰণি সম্বলৰ ঠাইবোৰ নিখোজ হৈ আহিছে। পাহাৰৰ নখত আৰু পয়ৰাত থকা টিলাবোৰৰ সম্বলও একেই হৈ পৰিছে।

বৰ্তমানে খৰালিত যান-বাহনৰ অসুবিধা হ'লেও এইবোৰ ঠাইত বহিৰাগতৰ ঠাইৰ গাঁও বহিছে। এই লোকসকল অতি সাধাৰণ আৰু নিৰক্ষৰ শ্ৰেণীৰ হোৱাৰ বাবে পুৰণি সম্বলৰ মূল্যজ্ঞান তেওঁলোকৰ প্ৰায়েই নাই। ইয়াৰ সংৰক্ষণৰ বাবে এনে লোকক সজাগ কৰাটো অতি প্ৰয়োজন হৈ পৰিছে। এনে অঞ্চলৰ ভিতৰত বগীজান বাগিচা আৰু আখৈফুটীয়া অঞ্চলত সংলগ্ন পাহাৰৰ ওপৰত এটি গোল বা গাগৰিৰ গঢ়ৰ শিল আছে। এই শিলৰ গঢ়টো প্ৰাকৃতিক হলেও ইয়াৰ গাত মানুহৰ হাতৰ বোল পৰা যেন লাগে। এই শিলত ফাকুৱাৰ সময়ত ৰঙচুৱা বোল ধৰে। এই ঠাইলৈ যোৱা বৰ্তমান অতি কষ্টসাধ্য। পৰ্যটক বিনোদন কেন্দ্ৰ হিচাপে এই ঠাইৰ উন্নয়ন কৰাটো বোধহয় উচিত হব। সেইদৰে লেটেকুজান বাগিচাৰ কিছু দূৰত দুৰ্গম ঠাইত অন্য এক গাগৰিগঢ়ীয়া শিল আছে। ইয়াৰ ভিতৰখন বোধহয় ফোপোলা। হাতেৰে চকিয়ালে শব্দ হয়। ইয়াৰ মুখত অৰ্থাৎ ওপৰফালে এছটা দুৰ্জয় শিল দি ঢাকি থোৱা আছে। কাষৰীয়া মানুহৰ বিশ্বাস যে ইয়াৰ ভিতৰত কোনো ৰজাই বিপৰ্যয়ৰ সময়ত নিজৰ সাজ আৰু অলংকাৰ লুকুৱাই ৰাখিছিল। এনে ধৰণৰ অন্য স্থানৰ ভিতৰত গণেশ পথাৰ আৰু ৰাংচালীৰ কথা উল্লেখ কৰিব পাৰি। মুঠৰ ওপৰত ধনশিৰি-দৈয়াং বিধৌত সমগ্ৰ অঞ্চলতে অসংখ্য পুৰণি কীতি লুকাই আছে। আৰু বৰ্তমানে নদী খহনীয়াত আৰু বহিৰাগতৰ অত্যাচাৰত এইবোৰ প্ৰায় নাশ পাই আহিছে। ১৯৭৭ চনৰ বাৰিষা ধনশিৰিৰ গৰা খহোঁতে বৰপথাৰ অঞ্চলত, মাটিৰ ৮/৯ ফুট তলত এটি ডাঙৰ ঘৰৰ ভেটিৰ শাৰী শাৰীকৈ ইটা দেখা গৈছিল। খহনীয়াত ইটা উটি গ'লে ধনৰ কলহ পোৱাৰ আশাত কেইবাজনো লোকে খাপ পাতি আছিল।

ত্ৰিপুৰা "ৰাজমালাত" দৈয়াং নদীক "তৈয়ঙ্গ" বুলি উল্লেখ কৰিছে। একালত ত্ৰিপুৰা ৰাজ্য এই নদী পৰ্যন্ত বিস্তৃত আছিল আৰু ৰাজ্যৰ ৰাজধানী আছিল কপিলী নদীৰ পাৰত। ত্ৰিপুৰাৰ বৰকোঁৱৰ দ্ৰিকপতিয়ে হেৰেম্ব দেশৰ পুত্ৰহীন কন্যা বিয়া কৰাই হেৰেম্ব ৰাজ্যৰ অধিপতি হয়। কিন্তু তেওঁৰ ভায়েক "দক্ষিণাই" বিদ্ৰোহ কৰাত দ্ৰিকপতিয়ে যুদ্ধত ঘটুৱাই কপিলী পৰ্য্যন্ত বিস্তৃত ত্ৰিপুৰাক হেৰেম্ব ৰাজ্যৰ ভিতৰুৱা কৰি লয়। সেইবাবে অনুমান হয় ধনশিৰিৰ পাৰৰ সমগ্ৰ অঞ্চল হেৰেম্ব ৰাজ্যৰ ভিতৰত আছিল। ত্ৰিপুৰা ৰাজমালাত উল্লেখ কৰা ঠাই কেইখনমানৰ নাম মন কৰিবলগীয়া। এই ঠাইৰ ভিতৰত কপিলী পাৰৰ "ত্ৰিবেগ" বৰ্তমানে "ডবকা" বুলি ঠাৱৰ কৰা হৈছে। অৱশ্যে ৰাজমালাত সমগ্ৰ ত্ৰিপুৰাকে ত্ৰিবেগ বোলা যেন অনুমান হয়। আৰু এখন ঠাইৰ নাম হ'ল "কাচৰঙ্গ"। কোনো কোনোৰ মতে কাচৰঙ্গ বৰ্তমানৰ কাজিৰঙা হব পাৰে। এই অঞ্চল বোধহয় ত্ৰিপুৰাৰ অন্তৰ্গত নাছিল। ত্ৰিবেগ বা ত্ৰিপুৰা এই কাচৰঙ্গ পৰ্যন্ত বিস্তৃত আছিল বুলিহে উল্লেখ আছে। এই অঞ্চল অৰ্থাৎ কাচৰঙ্গ বৰ্তমানৰ কাছাৰ জিলাৰ কোনো অংশ হব পাৰে। আৰু ই হয়তো হেৰেম্ব ৰাজ্যৰ অধীনহে আছিল। নগাওঁ আৰু গোলাঘাটৰ ডিমাচা কছাৰী সকলৰ মাজৰ কিংবদন্তী আৰু স্থান আৰু ফৈদৰ কাহিনীবোৰ শুনিলে তেওঁলোকেই যে হেৰেম্বিয়াল কছাৰী তাক বিশ্বাস কৰিব লগা হয়। বাঁহৰ চালিৰ ওপৰত বেজীৰে লিখা তেওঁলোকৰ এখন পুথি ১৯৬৯-৭০ চনত দেখিবলৈ পোৱা গৈছিল। পুথিৰ ভাষাবোৰৰ বৰ্ণবোৰ "কুকীচীন" ভাষাৰ বৰ্ণৰ দৰে। এইখিনিৰ অধ্যয়ন কৰিব পাৰিলে বোধহয় গোলাঘাট-নগাঁৱৰ নানা ঠাইত পৰি থকা শিলৰ ওপৰৰ আঁক-বাঁক চিনৰ পৰা কোনো তথ্য বাহিৰ হ'ব পাৰে।

ধনশিৰি নদীৰ আশে-পাশে বা তাৰ উপত্যকাৰ

বহুত ঠাইৰ নামৰ পাছত "ঙ্গ" বা 'ঙ্গী' আৰু টিং শব্দ পোৱা যায়। উদাহৰণ স্বৰূপে কৰঙ্গ বা কৰঙ্গা, মহং বা মহঙ্গ, মৰঙ্গ বা মৰঙ্গী, মায়ঙ্গ, দৰঙ্গ ইত্যাদি। "দৰ" বা "দ" এক বিশেষ উপাস্য বিগ্ৰহ বুলি জনা যায়। এই পূজাক 'দ' পূজা বোলা হয়। সেইদৰে 'টিং' শব্দ জড়িত ঠাই গোলাঘাটতে অনেক আছে। যেনে—ওৱাটিং, ফৰকাটিং, সেন্দুৰী টিং, বৰটিং, ভুলকী টিং, ফপৰিয়া টিং ইত্যাদি। সাধাৰণ অৰ্থত টিং মানে ওখ আগ বা শীৰ্ষ বিন্দু। এই ঠাইবোৰত বোধহয় হেৰেম্বিয়াল কছাৰী ৰজা-সকলৰ নানা বিষয়ৰ শাসন-বিষয়াৰ কাৰ্যালয় আছিল। নাইবা সৈন্যৰ চকি আছিল। সেইবাবে কাজিৰঙ্গাক যদি ত্ৰিপুৰা ৰাজমালাত উল্লেখ কৰা কাচৰঙ্গ বুলি ধৰা হয় তেতিয়া হলে ই হেৰেম্ব ৰাজ্যৰ অঙ্গ বুলি ক'ব পাৰি।

মধ্য যুগত কাজিৰঙ্গাৰ কিছু অংশ বুৰঞ্জীবিখ্যাত মৰঙ্গী অঞ্চলৰ ভিতৰত পৰিছিল। অৰ্থাৎ বৰ্তমানৰ কাজিৰঙ্গা বনাঞ্চলৰ 'আৰিমুৰা'ৰ পৰা বোকাখাত, নুমলীগড়, ৰঙাগড়া, লখৌ আদি ঠাই সেই কালৰ মৰঙ্গীৰ ভিতৰত আছিল। মৰঙ্গীখোৱা গোহাঁই আছিল ইয়াৰ শাসনকৰ্তা। আৰিমুৰাৰ অন্য এক নাম 'শলা' বা 'শালান' বুলি কোৱা হয়। নুমলীগড়ৰ পৰা বঢ়াই নিয়া মাটিৰ গড়বোৰে ডবকা পৰ্যন্ত পৰশিছিল, তাৰ চিন এতিয়াও হাবিৰ মাজত পোৱা যায়। এটা গড় বাঢ়ি গৈ কুকুৰাবাহীয়েদি কলিয়াবৰ পৰ্যন্ত পাইছিল বুলি অনুমান কৰা হয়। বোকাখাত নামটোৰ লগত অসমত বহা প্ৰথম পাঠান-সকলৰ কথা জড়িত আছে বুলি কোৱা হয়। গৌড়ৰ নবাবৰ সেনাপতি তুৰ্বকৰ লগত বীৰাঙ্গনা মূলা গাভৰুৰ এই অঞ্চলৰ পৰা কিছু দূৰতে সংঘৰ্ষ হৈছিল। তুৰ্বক নিধন কৰি অসমৰ ৰজা চুহুংমুঙে বঙ্গদেশৰ কৰতোৱালৈকে নিজৰ সীমা বঢ়াইছিল আৰু হাজোত থকা পাঠান সৈন্যক ধৰি বন্দী কৰি আনে। যুদ্ধৰ বাহিৰে অন্য কাৰ্য্যত অভিজ্ঞ এই বন্দীখিনিক ৰজাই প্ৰথমে খেতিবাতিৰ বাবে বিলতীয়া হিচাবে লগাইছিল আৰু আহোম সৈন্যৰ খোপনি থকা অন্যতম শ্ৰেষ্ঠ ঠাই এই নুমলীগড়ৰ মূৰত বা এমুৰীয়াকৈ পাঠানৰ এই বন্দী ৰণুৱাক ৰাখি খেতিত লগাইছিল। তেওঁ-লোকে খেতি কৰিব নাজানি দূৰৰ পৰা বোকা কঢ়িয়াই আনি ধান ৰুই গড় এমুৰীয়া হৈ থকা ন-শ যুদ্ধবন্দীয়ে ছশ ডাঙৰী পাইছিল। শেষত ৰজাই তেওঁলোকক পিতলৰ বাচন নিৰ্মাণৰ ব্যৱসায় কৰিবলৈ দিয়ে। এই পাঠান সম্প্ৰদায়ৰ মুছলমান সকলক পাচলৈ মৰীয়া বোলা হয়। "মৰীয়া" শব্দৰ ভালেকেইটি বিশ্লেষণ পোৱা যায়। গড়ৰ এমুৰত ৰক্ষণাবেক্ষণ দি ৰখা আৰু এক প্ৰায় আচহুৱা ধৰ্ম আৰু ৰীতি-নীতি মনা এই মানুহখিনিক বোধহয় প্ৰথম গড়ৰ এমুৰীয়া বা এমুৰীয়া আৰু শেষত 'মৰীয়া" হ'ল বুলি ভাবি চাব পৰা হয়। বোকাখাতৰ কাষতে মৰীয়া পথাৰ বুলি এখন ঠাই আছে, গড়মুড় বোলা ঠায়ো ইয়াৰ পৰা সৰহ দূৰত নহয়। গোলাঘাট, মৰঙ্গী কিছু ঠাইত আনকি কাজিৰঙাৰ সিপাৰৰ কলিয়াবৰত এতিয়াও মৰীয়া লোকৰ ঠাই আছে। তেওঁলোক যে মোগল যুগৰ আগৰ পাঠান যুগৰ পাঠান লোক এই কথা তেওঁলোকৰ অসমত বসবাস কৰাৰ কালেই প্ৰমাণ কৰে।

মৰঙ্গীৰ অন্তৰ্গত লখৌ অঞ্চল মোগল বুৰঞ্জী-প্ৰসিদ্ধ। ইয়াত আৰু ৰঙাগড়াত আহোম ৰণুৱাৰ চাউনি আছিল। নুমলীগড় কেতিয়া সাজিছিল সঠিক বিৱৰণ পোৱা নাযায়। এই যন্ত্ৰাকৃতিৰ গড় নামনি অসমৰ ধমধমাৰ বৈদ্যগড়, নগাঁৱৰ ৰহাৰ জোঙাল গড়ৰ সমকক্ষ। গঠন আকৃতিও একে যেন লাগে। কোনোৰ মতে নুমলীগড় কছাৰীৰ নুমলী কুঁৱৰীৰ গড়। কোনোৰ মতে এই গড় আহোম ৰজাৰ কোনো নুমলী গোঁহায়ে সাজে। কিন্তু এতিয়ালৈকে প্ৰকাশ কৰা বুৰঞ্জীত আহোম ৰাজ্যৰ নুমলীগড় বা নুমলীগড় সজাৰ বতৰা চকুত পৰা নাই। নুমলীগড়ৰ আশে-পাশে পোৱা ভগ্নাৱশেষৰ শিল-ইটাৰ কাৰুকাৰ্যৰ টুকুৰাবোৰ অৱশ্যে প্ৰাক্ আহোম, আৰু প্ৰাক্ কছাৰী যুগৰ বুলি অনুমান হয়। খুবসম্ভৱ পুৰণি কামৰূপৰ ৰজাসকলৰ দিনতে ৰহা বা ধমধমাৰ গড়ৰ দৰে ইয়াকো নিৰ্মাণ কৰা হৈছিল। ই হয়তো তেতিয়া ইমান বিস্তৃত নাছিল। পাছত কছাৰী ৰজাই আৰু আহোম ৰজাই যুদ্ধৰ বাবে ঠাইডোখৰৰ গড়টিৰ আভাস পাই তাক বহলাই আৰু বেছি সবলকৈ নিৰ্মাণ কৰে।

কছাৰী আৰু আহোম যুদ্ধৰ কথা থকা বুৰঞ্জীত 'মৰঙ্গী গড়ৰ' উল্লেখ পোৱা যায়। মৰঙ্গী অঞ্চলত কিন্তু এনে প্ৰখ্যাত গড়ৰ চিহ্ন এতিয়া দেখা নাযায়। বিৱৰণীৰ পৰা বুজা যায় এই মৰঙ্গীগড় ধনশিৰি নদীৰ পাৰতে আছিল। সেই বাবে নামবৰ ৰিজাৰ্ভৰ মাজৰ গড়ক মৰঙ্গীগড় বুলি ঠাৱৰোৱা টান। নুমলী-গড়েই খুব সম্ভৱ এই বিখ্যাত মৰঙ্গীৰ গড় হ'ব পাৰে। এই অঞ্চল তেতিয়া মৰঙ্গী ৰাজ্যৰ ভিতৰুৱা আছিল। ১৫১৩ খৃঃমানত আহোম স্বৰ্গদেৱ চুহুংমুঙে কছাৰীৰ হাতৰ পৰা মৰঙ্গী দখল কৰে আৰু মৰঙ্গীগড় বৰগোহাঁইক থাকিবলৈ দিয়ে। পাছত মহাৰজা নিজেও মৰঙ্গীত থাকিবলৈ যায়। ঠিক সেই সময়তেই কছাৰী ৰজাই গৌড়ৰ পাঠান ৰজাৰ বাহিনীৰ বিৰুদ্ধে যুদ্ধ কৰি আছিল। এই যুদ্ধৰ কাৰণ হ'ল বুৰঞ্জী-



বিখ্যাত গড়মা কুঁৱৰী। আহোম আৰু পাঠানৰ হেঁচাত কছাৰী ৰাজশক্তি ভাগি পৰে। কছাৰী ৰজাক হত্যা কৰি কছাৰীৰ কুঁৱৰী গৌড়ৰ জীয়াৰী অনিন্দ্য-সুন্দৰী গড়মাক আহোম সেনাই আনি ধনশিৰিৰ সিপাৰৰ মৰঙ্গীত থকা চুহুংমুঙ স্বৰ্গদেৱৰ হাতত দিয়ে। ধনশিৰিৰ সিপাৰে ৰজা থাকিব পৰা অতি সুৰক্ষিত ঠাই নুমলীগড়ৰ বাহিৰে অন্য নাছিল। কছাৰীৰ পৰা ধৰি অনা কুঁৱৰীগৰাকী চুহুংমুঙৰ কাৰেঙত নিশ্চয় নুমলী বা শেহতীয়া কুঁৱৰী হিচাবে প্ৰখ্যাত হৈছিল। আৰু তেওঁৰ ৰূপত মুগ্ধ হৈ ৰজাই পোন-প্ৰথমে বাসকৰা মৰঙ্গীৰ এই গড়েই সম্ভৱ পাচলৈ নুমলীগড় হিচাবে জনাজাত হয়। কিংবদন্তীৰ কছাৰীৰ কুঁৱৰীৰ নামৰ নুমলীগড় আৰু আহোমৰ নুমলী কুঁৱৰী থকা গড় এই দুই কথাই বোধহয় বুৰঞ্জীৰ এই অমৰ কাহিনীকেই কৈছে। গড়মা কুঁৱৰীৰ আমোদদায়ক কাহিনী আজি পুনৰ জীৱন্ত হৈ অসমীয়া সাহিত্যত "নীলাম্বৰ' নাটকৰ দৰে সুন্দৰ সাহিত্যৰ সৃষ্টি হৈছে। শ্ৰীনৱকান্ত বৰুৱাৰ "গড়মা কুঁৱৰী" উপন্যাসৰ কথাও এই প্ৰসঙ্গতে উল্লেখ কৰিব পাৰি। কিন্তু দুখৰ কথা যে সেই কুঁৱৰীৰ ৰূপেৰে ৰঞ্জিত হোৱা "নুমলীগড়" আজি চৰকাৰী ঠিকাদাৰ আৰু বহিৰাগতৰ বাহিৰেও থলুৱা অসমীয়া লোকেই খাই ধূলিসাৎ কৰি নিছে। এই প্ৰসিদ্ধ কাহিনীৰ এই প্ৰসিদ্ধ গড়টি কছাৰী আৰু আহোম ৰজাই অতীতত যিদৰে সংৰক্ষণ কৰিছিল সেইদৰে আজিৰ সুসভ্য জনতাই গঠন কৰা স্বাধীন চৰকাৰে পুনৰ ৰক্ষাৰ বাবে চেষ্টা কৰিবনে? অসমৰ জনতাই উপলব্ধি কৰা উচিত যে জেৰেঙা আৰু জয়দৌলৰ দৰেই এই নুমলীগড়ও অসমৰ নাৰীৰ পতিব্ৰতা আৰু দেশভক্তা গুণৰ এক জীৱন্ত নিদৰ্শন। কাৰণ ইয়াতেই গৌড়ৰ দেশত্যাগী আৰু অসতী কুঁৱৰী গৌড়মা সোমাই নিজৰ আঁচলত বান্ধি অনা জুইৰে, কমতা আৰু কছাৰী ৰাজ্যৰ পাছত আহোম ৰাজ্যকো চাৰখাৰ কৰাৰ উপক্ৰম কৰিছিল। আৰু সেই জুইক নিজৰ বুকুৰ তেজ ঢালি নিৰ্বাপিত কৰিছিল অসমৰ অমৰ সতী পতিব্ৰতা আৰু দেশভক্তা মূলা গাভৰুৱে। অসমীয়া নাৰীৰ সতীত্ব আৰু দেশপ্ৰেমৰ এই অতুলনীয়া নিদৰ্শনৰ প্ৰতীক এই নুমলীগড় নিঃচিহ্ন কৰাৰ আজিৰ অবিৰাম প্ৰচেষ্টাক চাই থাকিবলৈ কাৰ লাজলগা উচিত আমি ভাবিবলৈ অবকাশ পামনে? আজিৰ দিনত চৰকাতকৈ ৰাইজ ডাঙৰ। চৰকাৰে যদি কোনো কাম কৰিব নোৱাৰে ৰাইজে পাৰে।

ত্ৰিপুৰাৰ 'ৰাজমালাত' উল্লেখ কৰা কাচৰঙ্গ বোলা অঞ্চলক যদিও বৰ্তমানৰ কাজিৰঙা হ'ব পাৰে বুলি অনুমান কৰা হৈছে তথাপিও তাত যথেষ্ট সন্দেহ আছে। ৰাজমালাৰ মতে কাচৰঙ্গ ত্ৰিপুৰাৰ পশ্চিম সীমাত হে অৱস্থিত। সেইবাবে এই কাচৰঙ্গ 'খাচ' বা খাচীয়া ৰাজ্যও হ'ব পাৰে। গোলাঘাটৰ অন্তৰ্গত আৰু সংশ্লিষ্ট কাজিৰঙা বনাঞ্চলৰ নামটোৰ অৰ্থ অন্যও হ'ব পাৰে। বৰ্তমানৰ কাজিৰঙাৰ প্ৰায় বুকুতেই আছে হাতীখুলি চাহবাগিচা। এই বাগিচাই বনাঞ্চলখনিক উত্তৰা দক্ষিণাকৈ ভাগ কৰি থৈছে। হাতীখুলিৰ অৰ্থ হ'ল হাতীৰ বাসস্থান বা বিহাৰ কৰা অঞ্চল। প্ৰকৃততে এই ঠাইত বনৰীয়া হাতী অইন ঠাইতকৈ বেছি পোৱা যায় বা দেখা যায়। বৰ্তমান কহঁৰাৰ পৰ্যটক চ'ৰা থকা ঠাইৰ পাছফালে পাহাৰৰ নখতে এটা হাতীৰ মূৰ্তি থিয় হৈ আছে। ই অতি পুৰণি। শিলত কটা এনেকুৱা হাতীৰ মূৰ্তি পাহাৰৰ ভিতৰলৈ আৰু আছে বুলি শুনা যায়। হাতীৰ মূৰ্তিৰে আৱৰা অঞ্চলক হাতীখুলি বোলা আৰু হাতীখুলিতে কাজিৰঙা থকাটো মন কৰিবলগীয়া। হাতীৰ অন্য নাম "কুঞ্জৰ" (সং)। হাতীৰ খুলি বা "কুঞ্জৰৰ ৰঙ্গভূমি" এই কথা কেইটাৰ অৰ্থ একেই। হয়তো হাতীখুলিয়েই কাৰ্বি ভাষাত একালত "কুঞ্চৰ-ৰঙ্গ" ৰূপ পাইছিল। আৰু পাছলৈ সিয়েই কাজিৰঙালৈ ৰূপান্তৰ হব পাৰে। স্বৰ্গীয় ৰাজমোহন নাথ ডাঙৰীয়াই অৱশ্যে ইয়াৰ অন্য এক বিশ্লেষণ দিছে। কিন্তু কথা হ'ল এই হাতীখুলি অঞ্চল য'ত অতি প্ৰাচীন কালতে শিলত হাতীৰ মূৰ্তি কাটি ৰাখি থোৱা হৈছিল, সেইঠাইক বুকত-লৈহে কাজিৰঙা অঞ্চল হৈছে।

কাজিৰঙাৰ পশ্চিম অঞ্চলৰ বাগৰিৰ পৰা কহঁৰা, বোকাখাত, নুমলীগড়, ৰাংচালী আৰু কাৰ্বি আংলঙৰ ভিতৰুৱা অঞ্চল পৰ্যন্ত, অন্যফালে দিলশিৰি বা কাকডোঙাৰ উপত্যকাৰ পৰা ধনশিৰি-দৈয়াং উপত্যকা জুৰি থকা পাহাৰুৱা বা সমতল অঞ্চলত যিমানবোৰ পুৰণিকীৰ্তিৰ ভগ্নাৱশেষ, পুখুৰী, গড় আদি পোৱা যায় তাৰ পৰা সহজে অনুমান কৰিব পাৰি যে একালত এই অঞ্চল দেশখনৰ এক অতি জনাকীৰ্ণ অঞ্চল আছিল। এই স্মৃতিবোৰৰ সৰহখিনিয়েই প্ৰাক আহোম আৰু প্ৰাক্ কছাৰী যুগৰ বুলি সহজেই অনুমান কৰিব পাৰি। কামৰূপৰ শালস্তম্ভ বংশৰ ৰজাসকলৰ স্মৃতিচিন হয়তো উদ্ঘাটন হোৱাৰ কথা আগতে উল্লেখ কৰা হৈছে। দেৰগাঁৱৰ শিৱদৌলৰ ওচৰত থকা শিলৰ কাৰুকাৰ্যৰ লগত তেজপুৰৰ দ পৰ্বতীয়াত পোৱা শিলৰ মন্দিৰৰ কাৰুকাৰ্যৰ মিল দেখা গৈছে। তেজপুৰৰ এই কীৰ্তিবোৰ শালস্তম্ভ বংশৰ ৰজা হৰ্জৰ বৰ্মাৰ সমসাময়িক বুলিও অনুমান কৰা হৈছে।

হৰ্জৰ বৰ্মা ৰজাৰ ৰাজ্যৰ অন্যতম পুৰী বা উপ-

ৰাজধানী স্বৰূপ অঞ্চলৰ নাম আছিল হাৰূপেশ্বৰ। এই ঠাইখনক বিভিন্ন লিপিত হাৰোপেশ্বৰ, হত-পেশ্বৰ বা হদপেশ্বৰ বুলি বৰ্ণনা কৰা পোৱা যায়। প্ৰাচীন শাসনাৱলীৰ মতে এই হদপেশ্বৰ নগৰী লৌহিত্য পাৰত অৱস্থিত আৰু লৌহিত্য জল এই নগৰৰ হস্তী-বাহিনীৰ ক্ৰীড়াৰ ফলত নিতৌ উথলি আছিল। তেজপুৰ নগৰ লুইতৰ পাৰত হোৱাৰ বাবে আৰু তাত হৰ্জৰ পুখুৰীৰ দৰে প্ৰাচীন চিহ্ন থকাৰ বাবে এই হদপেশ্বৰ নগৰী তেজপুৰত থকা বুলি অনুমান কৰা হৈছে। অন্যহাতে আকৌ ৰজা হৰ্জৰ বৰ্মা শালস্তম্ভ বংশৰ কোনো ৰজাৰ সন্তান তাকো নিঃসন্দেহে স্থিৰ কৰিব পৰা নাই।

এই প্ৰসংগতে এষাৰ কথা ৰৰকৈ মনলৈ আহে। একালত নুমলীগড়ৰ গাৰ কাষেদিয়েই ব্ৰহ্মপুত্ৰ বৈ গৈছিল। এতিয়াও ই গড়ৰ পৰা ৪।৫ মাইলমান দূৰেদিহে বৈছে। বুঢ়া পাহাৰ বা ঘোৰাচো পাহাৰৰ কাষত এতিয়াও এই নৈ ৰাষ্ট্ৰীয় পথৰ নিচেই কাষতে আছে। হাতীখলি-কাজিৰঙাৰ সমতল অঞ্চল এতিয়াও বান-বিধৌত অঞ্চল বুলি সহজেই ধৰিব পাৰি। এই অঞ্চলৰ কিছু ভটীয়াই ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰত তেজপুৰ অৱস্থিত। তেজপুৰত ৰজা হৰ্জৰ বৰ্মাৰ এখন শিলা-লিপি পোৱা গৈছে। এই লিপিত লুইতৰ বুকুত মাছুৱৈৰ নাও আৰু ৰণ-নাও চলাৰ বিধি ঘোষণা কৰা হৈছে। ধনশিৰিৰ কাষৰ পৰা বুঢ়া-পাহাৰ আৰু কাৰ্বি পৰ্বত পৰশি থকা নুমলী-গড়টোৰ দৰে দুৰ্জয় গড় থকা বাবে আৰু তাৰ কাষেদি বৈ যোৱা লুইতৰ মৰি সুঁতিৰ চিন দেখি অনুমান হয় যে প্ৰাচীন হদপেশ্বৰ নগৰীয়ে প্ৰকৃততে নুমলীগড়ৰ পৰা হাতীখলি বুঢ়াপাহাৰকহে ঘাইকৈ সামৰি আছিল। এই অঞ্চলত পৰি থকা অলেখ অতি পুৰণি কীৰ্তিয়েও যেন তাকেহে কয়। হতপেশ্বৰ বা হদপেশ্বৰ নামটোও হেডেমেশ্বৰ বা হেড়েম্বশ্বৰলৈ ৰূপান্তৰিত হৈছে বুলি ধৰিব পাৰি।

হৰ্জৰ বৰ্মা বোধহয় শালস্তম্ভ বংশৰ কোনো ৰজাৰ (প্ৰালম্ভ) উপপত্নী জীৱদাৰ সন্তান। তেওঁৰ নিজৰ তাম্ৰশাসনত ( দ পৰ্বতীয়া ) কোৱা হৈছে যে কুন্তীৰ গৰ্ভত যুধিষ্ঠিৰৰ দৰে, সুভদ্ৰাৰ গৰ্ভত অভিমন্যুৰ দৰে তেওঁ জীৱদাৰ গৰ্ভত জন্ম ধাৰণ কৰিছিল। দ্ৰৌপদী আৰু সুভদ্ৰাৰ সম্বন্ধ আৰু যুধিষ্ঠিৰৰ জন্ম-কাহিনী সকলোৱে জানে। হৰ্জৰ বৰ্মাৰ দ্বিতীয় উপৰি ৰজাৰ নাম প্ৰালম্ভ বা শালম্ভ বুলি তাম্ৰ-শাসনত পোৱা গৈছে। শাসনাৱলীত নামটো অদ্ভুত নাম বুলিও কোৱা হৈছে। নগাঁৱৰ কপিলী উপত্যকাৰ হায়ংথলত পোৱা তাম্ৰশাসনৰ মতে জনা যায় যে হৰ্জৰ বৰ্মাই পৰ্বতীয়া অঞ্চলত থকা ৰজাসমূহৰ নিজৰ ভিতৰত লগা যুদ্ধ-খৰিয়াল নাশ কৰি সকলোকে জয় কৰি তলতীয়া কৰিছিল। এই তাম্ৰশাসন-বোৰত থকা নানা ঠাই, গৃহ, নদী আদিৰ বৰ্ণনাৰ লগত ধনশিৰি, দৈয়াং, কপিলী উপত্যকাৰ তুলনামূলক অধ্যয়ন কৰাৰ প্ৰয়োজন। এনে অধ্যয়নে হদপেশ্বৰ নগৰী হয়তো এই ধনশিৰি কপিলী উপত্যকাৰ ভিতৰতহে থকা প্ৰমাণ দিব পাৰে। এই অঞ্চলটিতেই যে প্ৰাচীন কালত বোৱা পূবৰ মঙ্গোলীয়-বৰাহী আৰু পশ্চিমৰ আৰ্য সংস্কৃতিৰ সমন্বয় ঘটিছিল, সেইকথা ইয়াত পোৱা মূৰ্তি, ঘৰৰ ভেটি, মন্দিৰৰ গড় আৰু কাৰুকাৰ্যই ইঙ্গিত দিব পাৰে। প্ৰকৃততে ধনশিৰি উপত্যকাই দি মণিপুৰৰ মাজে উত্তৰ মানদেশৰ আগলৈ থকা এটি বাণিজ্য-পথৰ চিহ্ন এতিয়াও পোৱা যায়। কিংবদন্তীৰ মতে মানৰ শেহতীয়া আক্ৰমণ এই পথেদিহে হৈছিল। বদনৰ পৰিয়ালৰ কোনো ব্যক্তিয়ে মানক এই পথেদি আনি ধনশিৰিৰ পাৰে পাৰে আগুৱাই শাওঁতলীৰ ওচৰৰ আবৰঘাট পাৰ কৰাই বেতিয়নীৰ স্বৰ্গীয় ধনী বৰবৰুৱাৰ হাউলী ধ্বংস কৰাইছিল।

অতি প্ৰাচীন কালৰে পৰা অসমীয়া মানুহৰ সংস্কৃতিৰ একধাৰাক এইদৰে ফল্গু ধাৰাৰ দৰে বহন কৰি থকা গোলাঘাটৰ এই পুৰাতত্বৰ সম্পদৰাজিক কোনো জাতিহিতৈষী লোকে সংৰক্ষণ কৰিলে নিশ্চয় দেশৰ অতীত বুৰঞ্জীৰ চৰ্চাৰ এক নতুন পথ মুকলি হ'ব।





# গোলাঘাট মহকুমাৰ বনজ-সম্পদ

শ্ৰীজীৱন দাস

পৃথিৱীৰ মানচিত্ৰত অসমক বিশেষ স্থান দিয়া বিশ্ববিখ্যাত কাজিৰঙাক সাৱটি থকা এয়া শিৱসাগৰ জিলাৰ পশ্চিমত অৱস্থিত গোলাঘাট মহকুমা। উত্তৰত বৰ চাপৰি শুৱাই থকা বৰফ-বগা কঁহুৱা ফুলৰ সজ্জাৰে মহাবাহু ব্ৰহ্মপুত্ৰ, দক্ষিণত নগা সীমান্তৰ পৰ্বত-পাহাৰে পিন্ধি থকা সেউজীয়া সাজ, পূবত হাবি-বননিৰ মাজে মাজে কুলু কুলু সুৰে বৈ থকা অসংখ্য ভাঁজেৰে কাকডোঙা নৈ আৰু দক্ষিণ-পশ্চিমত কাৰ্বি আংলং, নগাওঁ জিলাৰ শেষ সীমাৰেখাৰে আগুৰি থকা এইখন গোলাঘাট মহকুমা যাৰ মাটিকালি ৫,৩৬, ৬০৮ হেক্টৰ। ইয়াৰ বন-এলেকা হ'ল ১,৩৬,৯১৮ হেক্টৰ। বৃটিছৰ শাসনকালত গোলা-ঘাট মহকুমাৰ সংৰক্ষিত বনাঞ্চল গঠন হয় ১৮৭৪ চনত। সঁচা কথা কবলৈ হ'লে তেতিয়াৰ পৰাই বন-এলেকা বৈজ্ঞানিকভাবে পৰিচালিত হয়। গোলা-ঘাট বন বিভাগৰ অন্তৰ্ভুক্ত ৰিজাৰ্ভড্ ফৰেষ্ট বা সংৰক্ষিত বনাঞ্চলৰ সংখ্যা হ'ল এনে ধৰণৰ ঃ

| নাম | মুঠ মাটিকালি | |
|---|---|---|
| ১। দৈয়াং | ২৪,৩৫০ | হেক্টৰ |
| ২। আপাৰ দৈগ্ৰোং | ২,১২৪·৮০ | ঐ |
| ৩। লোৱাৰ দৈগ্ৰোং | ২০৪৮·০০ | ঐ |
| ৪। নামবৰ নৰ্থ | ১৫,২৩২·০০ | ঐ |
| ৫। নামবৰ ছাউথ্ | ২৬,৮৩৭·২৯ | ঐ |
| ৬। ৰেংমা | ১৩,৭৬০·০০ | ঐ |
| ৭। ডিফু | ১৬,৪৫০·০০ | ঐ |

সংৰক্ষিত বনাঞ্চলৰ বাহিৰত থকা হাবি-জংগল লাহে লাহে নাইকিয়া হৈ আহিছে। চাহ-বাগিছাৰ অন্তৰ্ভুক্ত কিছু ঠাইত গছ-গছনি আছিল যদিও চিলিং আইনৰ কৱলত পৰি তাতো বনভূমি টুটি আহিছে। ৰাজনৈতিক কাৰণবশতঃ বৰ্তমানে ওপৰোক্ত এলেকা-সমূহ সম্পূৰ্ণভাবে শিৱসাগৰ জিলাৰ ভাৰপ্ৰাপ্ত বন বিষয়াৰ শাসনাধীনত নাই। কাৰ্বি আংলং জিলাৰ বন বিষয়াসকলে কাৰ্বি আংলং জিলাৰ ভিতৰত পৰা অংশৰ তদাৰক কৰে। নগাৰাজ্য প্ৰতিষ্ঠিত হোৱাৰ পিছৰ পৰা অসম আৰু নগাৰাজ্যৰ মাজত সীমা-বিবাদ হোৱাত কিছু বনভূমি গোলাঘাট মহকুমাৰ বন বিভাগৰ নক্সাত থাকিলেও নগাল্যাণ্ডৰ নগা চৰ-কাৰে দাবী কৰি আছে। এই সন্দৰ্ভত সময়ে সময়ে ৰক্তাৰক্তিও নোহোৱা নহয়। এতিয়ালৈকে এই সীমা বিবাদৰ শেষ সিদ্ধান্ত হোৱা নাই। বন বিভাগৰ কামকাজ চোৱা-চিতাৰ কাৰণে বন বিভাগে ফৰেষ্ট ৰিজাৰ্ভৰ ভিতৰত নিজা খৰছত তলত উল্লেখ কৰা বনপথবোৰ তৈয়াৰ কৰিছে আৰু তদাৰক কৰি আছে। এই বন-পথ সজাৰ ঘাই উদ্দেশ্য হ'ল দূৰৈত থকা বনজ সম্পদ যাতে সহজতে উলিয়াই আনি ৰাইজৰ মাজত বিতৰণ কৰিব পাৰে। তেনে পথ ঃ

| নাম | দূৰত্ব | |
|---|---|---|
| ১। জামুগুৰি-মেৰাপানী | ১৮·৫ | কিঃ মিঃ |
| ২। দুবৰণি-বৰহোলা | ৩৫ | ঐ |
| ৩। চুঙাজান-নাওজান | ১২·১ | ঐ |
| ৪। চকিয়ালঘাট-পিঠাঘাট | ১৪·২ | ঐ |

এই বন-পথৰ অৱস্থা সিমান ভাল নহয়। সকলো ঋতুতে দুই-এটা পথেৰে চলাচল কৰিব পাৰি কিন্তু বেছিভাগ বন-পথেই বাৰিষাকালত যানবাহনৰ কাৰণে অনুপযুক্ত। হয়তো আৰ্থিক অৱস্থা টনকিয়াল নোহোৱাৰ কাৰণেই এনে হৈছে। উল্লেখ কৰিব পাৰি যে, দৈয়াং ৰিজাৰ্ভৰ মাজেৰে যোৱা ওখা-মেৰা-পানী আলিটো অতি পুৰণি আৰু গোলাঘাটৰ পৰা

নামবৰ বিজাৰ্ভৰ মাজেৰে যোৱা ৩৯ নং ৰাষ্ট্ৰীয় পথটোও সমসাময়িক। এই দুটা পথে ইংৰাজী V আখৰৰ আকৃতি ধাৰণ কৰি অহৰহ গোলাঘাট নগৰলৈ জনতাৰ সোঁত বোৱাই আছে। দুয়োটা পথ এতিয়া গড়কাপ্তানী বিভাগৰ তত্বাৱধানত।

॥ বনগাঁও ॥

বৃটিছৰ দিনত যেতিয়া হাবি-বননি শ্ৰেণীভুক্ত কৰি বৈজ্ঞানিকভিত্তিত বন পৰিচালনাৰ কাম কৰা হয় তেতিয়া বৃটিছ শাসকসকলে এটা কথাৰ প্ৰতি বিশেষ দৃষ্টি দিছিল আৰু সেইটো হ'ল বনগাঁও পত্তন। আজিৰ দৰে হাবি-বননিয়ে ঘূৰি ফুৰা ৰাইজৰ সোঁত তাহানি নাছিল। ঘৰৰ নঙলাৰ মূৰৰ পৰাই অটব্য হাবি আছিল। মানুহৰ সংখ্যা আছিল তাকৰ। গাঁও আছিল দূৰে দূৰে। তাতো অধিককৈ জন-জাতীয় লোকেহে বাস কৰিছিল। হাবিত নানান জাতৰ জীৱ-জন্তু, বিলত মাছ-পুঠি, গছৰ ডালত সুৰীয়া মাতৰ বিভিন্ন পখী, গছ-গছনি উৰ্ভৈনদী আছিল। বৃটিছসকলে চিন্তা কৰিলে যে, বনৰ বনজ-সম্পদ বিক্ৰী নকৰিলে ৰাজভঁৰালৈ ৰাজহ নাহে আৰু ফলত বনাঞ্চলৰ সম্প্ৰসাৰণ আৰু তদাৰক কৰা সমস্যা হৈ উঠিব। গতিকেই তেওঁলোকে প্ৰথমতে সস্তাতেই প্ৰধানকৈ হাবিৰ গছ-গছনি, হাতী বিক্ৰী কৰাৰ ব্যৱস্থা কৰিলে। লাহে লাহে ৰাজহ বাঢ়িল ; কিন্তু বনজ সম্পদ কমি আহিল। এই কাৰণে হাবিৰ পৰা সময়ে সময়ে ওলাই যোৱা গছৰ ক্ষতিপূৰণ হিচাপে তেতিয়াৰ চাহিদা থকা গছৰ বাগিছা স্ৰজন কৰাৰ আঁচনি পাঙিলে। কিন্তু সমস্যা হ'ল বনুৱাকলৈ। ৰিজাৰ্ভৰ ওচৰত যি দুই-এখন স্থানীয় গাঁও আছিল সেই গাঁৱৰ মানুহে নিজৰ খেতি-বাৰীতেই ব্যস্ত ; তাৰোপৰিও হাজিৰা কাম কৰিবলৈ বৰ ইচ্ছুক নাছিল। সেয়েহে চতুৰ বেপাৰী বৃটিছে নিজাকৈ গাঁও পাতি বনুৱাক ঘাইকৈ এই কামত থটুওৱাৰ মনস্থ কৰি জনজাতীয় গাঁও সংৰক্ষিত বনাঞ্চলৰ ভিতৰত প্ৰতিষ্ঠা কৰিলে। আঁচনিয়ে কাম দিলে। এই বনগাঁৱৰ লোকক ঘৰেপ্ৰতি এটা নিৰিখত চৰকাৰী মাটি আবাদ কৰিবলৈ দিলে। ইয়াৰ বিনি-ময়ত এই লোকসকলে খেতিৰ মাটিৰ চলিত ৰাজহৰ ৰেটত সামান্য হিচাপে মাটিৰ খাজনা আদায় দিব লাগিব আৰু বিনামূলীয়াকৈ বিভাগক পাঁচ দিন প্ৰত্যেক সাবালক মতা মানুহে কাম কৰি দিব লাগিব। আৱশ্যক হলে হাজিৰা লৈ কুৰি দিন কাম কৰিবও লাগিব। বন গাঁওবোৰ বন বিভাগৰ তত্বাৱধানত চলে। এই লোকসকলে চৰকাৰী নামত থকা মাটি হস্তান্তৰ কৰিব নোৱাৰিব, বিক্ৰী কৰিব নোৱাৰিব নাইবা দান দিব নোৱাৰিব। এওঁলোকে 'গিৰমিত' (এগ্ৰিমেণ্ট) দি এই নিয়মবোৰ মানি চলাৰ প্ৰতিশ্ৰুতি দিলেহে বন গাঁৱত প্ৰবেশ কৰিব পাৰিব। খোলো-চাকৈ কবলৈ হলে এই লোকসকলে চৰকাৰৰ নীতি-নিয়ম মানি চলিব লাগিব আৰু তেনে কৰিলে পুৰুষানু-ক্ৰমে সংৰক্ষিত বনাঞ্চলৰ ভিতৰত থাকি তেওঁ-লোকক দিয়া মাটি ভোগদখল কৰি থাকিব পাৰিব ; কিন্তু যদিহে ইয়াৰ ব্যতিক্ৰম ঘটে তেন্তে চৰকাৰ তথা বন বিভাগে এনে ব্যক্তিক বিজাৰ্ভৰ পৰা বাহিৰ কৰি দিব পাৰিব। এই গাঁওবোৰৰ বনুৱাই হ'ল বন বিভাগৰ বাগিছা স্ৰজনৰ জনক। এই গাঁও-বোৰৰ নাম ঃ

(১) মেৰাপানী (২) গৰমপানী (৩) তৰাণি (৪) চাওদাংপথাৰ (৫) কাছমাৰী (৬) মূৰফুলনী (৭) গমাৰীগুৰি (৮) নাওজান (৯) চুঙাজান আৰু (১০) উৰিয়ামঘাট।

॥ বন বাগিছা ॥

বনগাঁৱৰ বন গাঁৱলীয়া মজদুৰ পোৱাৰ পিছত ক্ষতিপূৰণ বাগিছা স্ৰজন কৰাৰ আঁচনি কৃতকাৰ্য্য হ'ল। প্ৰথম বাগিছাখন খোলা হ'ল ১৯২০ খৃষ্টাব্দত। এতিয়ালৈ মূল্যবান গছৰ বাগিছা যথা (চেগুণ, শিমলু, পমা, অমাৰী, গমাৰী, চাম, হোলক, বনচুম, শাল, (কম পৰিমাণে) আজাৰ, কদম আদিৰ মুঠ এলেকা হ'ল ১৯৮৩·৪৭ হেক্‌টৰ। এই স্ৰজনৰ কেন্দ্ৰস্থলীৰ নাম ঃ জামুগুৰি, গমাৰীগুৰি, কাছমাৰী, মূৰফুলনী, আমগুৰি, লক্ষীবাৰী, গৰমপানী, ঘিলাধাৰী, বৰপথাৰ, তৰাণি, মেৰাপানী, নাওজান, উৰিয়ামঘাট, চুঙাজান। এই বাগিছাত হোৱা গছবোৰ ডাঙৰ হলে বনবিভাগে বিক্ৰী কৰিলে ৰাজহ পাব সঁচা, কিন্তু খৰছ অনুপাতে ৰাজহ পাব বুলি মনে নধৰে। ইয়াৰ প্ৰথম কাৰণ হ'ল স্ৰজন কৰা বাগিছাৰ ওপৰত একশ্ৰেণী লোকে বে-আইনীভাবে উপদ্ৰৱ কৰি আছে আৰু সন্দেহ হয় যে, অনুপ্ৰবেশকাৰীয়ে এই বাগিছাৰ অপৈণত গছ-গছনিৰ অশেষ ক্ষতি সাধন কৰিছে আৰু যদিহে বন বিভাগে সুব্যৱস্থাৰে ইয়াক ৰক্ষণাবেক্ষণ নকৰে তেন্তে অভীষ্ট সিদ্ধিৰ আশা দূৰপৰাহত। দ্বিতীয় কাৰণটো হ'ল বন বিভাগৰ ১ নম্বৰ শত্ৰু ৰাক্ষসীলতা —'মাইকেনিয়া'। এই লতাই অসমৰ ইমূৰৰ পৰা সিমূৰলৈ ছানি ধৰি বন বাগিছাৰ যথেষ্ট ক্ষতি কৰিবলৈ ধৰিছে। ইয়াক সোনকালে বিনষ্ট কৰাৰ হেতু উদ্ভাৱন কৰিব নোৱাৰিলে ইয়ে যে সময়ত সকলো গ্ৰাস কৰিব ইয়াত কোনো সন্দেহ নাই।







॥ বিশ্ব-বিখ্যাত কাজিৰঙা ॥





অসমৰ প্ৰাচীন নামঘৰ
॥ শ্ৰীশ্ৰীআঠখেলীয়া ॥



প্ৰকৃতিৰ বিস্ময়
॥ গৰম পানী ॥



ৰমনীয় প্ৰকৃতি
॥ ফটাশিল ॥

## ॥ ৰাজহ আৰু বন-সম্পদ ॥

যিকোনো কাৰণতেই হওক অতীতৰ সেই অটব্য মূল্যৱান গছ-গছনিৰে ভৰা হাবি-জংগল এতিয়া আৰু নাই। অতীজৰ বন-ভূমি সঙ্কুচিত হৈ আহিছে, গছ-গছনি নাই বুলিলেই হয়। প্ৰায় কেইখন সংৰক্ষিত বনাঞ্চলত হাজাৰ হাজাৰ অনুপ্ৰবেশকাৰীয়ে হাবিৰ মাটি দখল কৰি গছ-গছনি কাটি, জীৱ-জন্তু মাৰি অন্ত কৰিলে। এতিয়া ৰিজাৰ্ভৰ পুৰণি নামটোহে ৰৈছেগৈ। সেই কাৰণেই বন বিভাগে যি সাময়িক কৰ্ম-আঁচনি (ৱাকিং প্ল্যান) কৰে সেই আঁচনি ১৯৬৫-৬৬ চনৰ পৰা বন্ধ আছে। হাবিত 'গ্ৰীণ কুপ' বুলি মাৰ্কা কৰি বিক্ৰী কৰা আঁচনি এতিয়া আৰু নাই। কেৱল বছৰেকীয়া উন্নয়নমূলক আঁচনিভুক্ত (ক্লিয়াৰ ফেলিং কুপ) উদং কুপ কৰি বাগিছা সৃজনৰ ব্যৱস্থাহে আছে। তথাপি শিল-বালি, মাছ-মহল, বেত-মহল, খৰি-কাঠ বিক্ৰী কৰি পোৱা ৰাজহৰ হিচাপ এটা দিলে বিষয়টো স্পষ্ট হ'ব। বনজ সম্পদ আহৰণ, সংৰক্ষণ আৰু বিক্ৰী কৰণৰ ইয়াত দুটা ফৰেষ্ট ৰেঞ্জ আছে। এটা গোলাঘাট ফৰেষ্ট ৰেঞ্জ আৰু আনটো হ'ল নাওজান ফৰেষ্ট ৰেঞ্জ। তাৰোপৰিও একাউন্ট বিট তিনিটা আৰু বনজ সম্পদ চলাচল কৰোঁতে পৰীক্ষা-নিৰীক্ষা চলোৱাৰ কাৰণে দহটা চেক্ গেট আছে। (এই পৰিসংখ্যাৰ ভিতৰত কাজিৰঙা জাতীয় উদ্যান ধৰা হোৱা নাই) ১৯৭৫-৭৬ বিত্তীয় বছৰত বন বিভাগে মুঠ ৪,৫৫,৯২৬'৮৮ পইচা অৰ্জন কৰিছে। তাৰে ভিতৰত ঃ

| | | | |
|---|---|---|---|
| ১) | কাঠৰ পৰা পোৱা ৰাজহ | ১,২০,৪৭৮'০৫ | পইচা |
| ২) | খৰিৰ পৰা পোৱা ,, | ২৯৫৪'০০ | ঐ |
| ৩) | বেত-খেৰ-আগৰ মহলৰ পৰা | ১৩,৭৪৭'০০ | ঐ |
| ৪) | হাতীৰ পৰা পোৱা ৰাজহ | ৪৮১০'০০ | ঐ |
| ৫) | শিল-বালিৰ পৰা ,, | ১,৯৮,৯৬৪'৬৪ | ঐ |
| ৬) | মাছ মহল, ক্ষতিপূৰণ আদি | ১,১৫,০০৭'১৩ | ঐ |
| ৭) | বনগাঁৱৰ মাটিৰ খাজানা | ৬১২১'৬৪ | ঐ |

হাবি সঙ্কোচন হোৱাৰ লগে লগে যে ৰাজহ কমি আহিছে সেই কথা নোকোৱাই ভাল।

## ॥ অতীতৰ স্মৃতি-চিহ্ন ॥

দৈয়াং সংৰক্ষিত বনাঞ্চলত সিঁচৰতি হৈ পৰি থকা স্মৃতি-চিহ্নবোৰে অতীতৰ কোনো এটা সময়ত যে, এই ঠাইত উন্নত কোনো জাতি-গোষ্ঠীয়ে বাস কৰিছিল তাৰেই পৰিচয় দিয়ে। কালৰ কুটিল গতিত এই লোকসকল নাইকিয়া হৈ গ'ল সঁচা, কিন্তু তেওঁলোকৰ সংস্কৃতিৰ চানেকিৰূপে ৰৈ গ'ল এই অমূল্য সম্পদ। ইয়াৰ পম খেদি সত্য-তথ্য আবিষ্কাৰ হলে আমাৰ সংস্কৃতিৰ ভঁৰাল টনকিয়াল হব। গোলাঘাটৰ পৰা জামুগুৰি হৈ জামুগুৰি-কাছমাৰী বনপথটোৰে গৈ থাকিলে প্ৰায় চল্লিশ কিলোমিটাৰ দূৰত্বত আলিৰ দাঁতিতে এটুকুৰা ঠাই আছে। এই ঠাইত ডাঙৰ ডাঙৰ শিলৰ চল্লিশটা স্তম্ভ আছে। স্তম্ভবোৰৰ গাত ঢাল-তৰোৱাল, ধনু-কাঁড়, কুকুৰা আদি অঙ্কিত আছে। এটা স্তম্ভত লিপিও আছে, কিন্তু লিপিবোৰ অস্পষ্ট। কাষত পুৰণি ইটাৰ গড়ৰ চিহ্নও গছ-গছনিৰ মাজত পৰিলক্ষিত হয়। এই ঠাইৰ চাৰিওফালে দ ট্ৰেঞ্চ কটা আছে। হয়তো অতীতত কোনোৱে




এই বিষয়ে অধ্যয়ন কৰিছিল, ৰক্ষণাবেক্ষণ কৰিছিল, কিন্তু আমি এই বিষয়ে একো নেজানো। এই ঠাইৰ পৰা ৮ কিলোমিটাৰমান আঁতৰত তেলীশাল নামৰ ঠাইত দুটা ডাঙৰ, চাৰিটা মজলীয়া আকাৰৰ পুৰণি পুখুৰী আছে। এক বৰ্গ কিলোমিটাৰ এলেকাতেই এই পুখুৰীবোৰ আছে। ডাঙৰ পুখুৰী এটাৰ পাৰত ভাগিছিগি যোৱা পুৰণি মন্দিৰৰ অৱশেষ পৰি আছে।

মন্দিৰৰ ভিতৰত এটা শিৱ-মূৰ্তি অৱহেলিত অৱস্থাত আছে। পুখুৰীৰ পৰা অলপ দূৰৈত এটা চতুৰ্ভুজ অম্বিকাৰ মূৰ্তি এজোপা গছৰ গুৰিত পৰি আছে। তেলী শালৰ দৰে এটা বেদী স্তম্ভও আলিৰ দাঁতিত আছে। তাৰ ওচৰতেই এছটা ৬ ফুট দীঘল ৩½ ফুট বেৰৰ শিল পোতা আছে। কাষত এটা সৰু পুখুৰীও আছে। পুৰণি মন্দিৰৰ ভগ্নাৱশেষ ইটা, শিল আদি সিঁচৰতি হৈ পৰি আছে। নুমলী-গড়ৰ গাতে লগা চাপৰ পাহাৰখনত অতি পুৰণি মঠ-মন্দিৰৰ ভগ্নাৱশেষ আছে। স্থানীয় লোকে কোৱা মতে এয়া হেনো জৰাসন্ধৰ মন্দিৰ। ভগ্ন মন্দিৰৰ এছটা শিলত থকা কাৰুকাৰ্যৰে ভৰপুৰ মন্দিৰৰ চন্দ্ৰাতপ বুলি অনুমান কৰিব পাৰি। মন্দিৰৰ ওচৰত অ'ত ত'ত পৰি আছে নানান দেৱ-দেৱীৰ মূৰ্তি। ওচৰতে বাবাথান পাহাৰৰ পাদদেশত অতীতৰ শিৱমন্দিৰ বিদ্যমান। বৰপথাৰৰ ওচৰত টেঙানি-আলিচিঙা বোলা ঠাইত ধনশিৰি নৈৰ পাৰত এটা সূৰ্য দেৱতাৰ মূৰ্তি আছে। মূৰ্তিটো চতুৰ্ভুজ, ঘোঁৰাত আৰোহিত। এই মূৰ্তিটোও অৱহেলিত অৱস্থাত পৰি আছে। এনেবোৰ পুৰণি মূৰ্তিয়ে হয়তো পুৰণি কথাৰ সন্তেদ দিব পাৰিব বুলি আমাৰ বিশ্বাস হয়। গোলাঘাটৰ বিস্তৃত এলেকাত পুৰণি কালত প্ৰতিষ্ঠিত কাক গোসাঁনীৰ থান, আঠখেলীয়া নামঘৰ, নেঘেৰিটিঙৰ শিৱমন্দিৰে অতীতৰ ঐতিহ্যলৈ হাত বাউল দি আছে, আমি গৈ অতীত ৰোমন্থন কৰিবহে লাগে।

॥ অভয়াৰণ্য—গৰমপানী ॥

নামবৰ বিজাৰ্ভড্ ফৰেষ্টৰ ভিতৰত গোলাঘাটৰ গাতে লাগি থকা গৰমপানী অভয়াৰণ্য। ১৯৬২ চনত ই প্ৰতিষ্ঠিত হয়, মাটিকালি মাত্ৰ ৬৪০ হেক্টৰ। অসমৰ আঠখন অভয়াৰণ্যৰ ভিতৰত এইখনেই সৰু অভয়াৰণ্য। শুনা যায় আগৰ দিনত নামবৰ হাবিত জীৱজন্তুৰ প্ৰাধান্য আছিল কিন্তু এতিয়া কেইটামান হাতীত বাহিৰে জন্তু নাই বুলিলেই হয়। ইয়াৰ কাৰণ বিশ্লেষণ কৰিলে জনা যায় যে, যাতায়াতৰ সুবিধাৰ কাৰণে চোৰাং চিকাৰীয়ে বন্যপ্ৰাণী বধ কৰি শেষ কৰিলে। এতিয়া ব'লগৈ অইন অভয়াৰণ্যত নথকা গৰমপানীৰ পুখুৰীটো আৰু ফটাশিলৰ নামবৰ নদীৰ জলপ্ৰপাতটো। আগতে শিৱসাগৰ বন বিভাগে ইয়াক সম্পূৰ্ণভাৱে তদাৰক কৰিছিল কিন্তু এতিয়া কাৰ্বি আংলং জিলা গঠিত হোৱাৰ কাৰণে আৰু বন বিভাগৰ বন্য প্ৰাণী ৰক্ষণাবেক্ষণৰ ভাৰ বেলেগ গোটৰ ওপৰত ন্যস্ত কৰাৰ বাবে সকলোৱে সমূহীয়াকৈ ইয়াক চোৱা চিতা কৰা বুলি কলে অত্যুক্তি কৰা নহয়। ইয়াত আগতে আঠটামান পুং থকাৰ খবৰ পোৱা যায়। প্ৰাকৃতিক দুৰ্যোগত দুটাত বাহিৰে বাকীবোৰ পোত গ'ল। ৩৯ নম্বৰ ৰাষ্ট্ৰীয় পথৰ কাষত থকা পুখুৰীটো দ। বৰপুং বোলা পুংটো ডাঙৰ যদিও বাম। এতিয়াও তাত বনৰীয়া চৰাই আৰু যি দুই-এটা জন্তু আছে সিহঁতে আহি ইয়াৰ নিমখ পানী খায়। কেইবা-ঠাইতো এই পুখুৰীৰ গৰমপানীৰ বুৰ্বুৰণি দৃশ্যমান। আলিৰ দাঁতিৰ পুংটোত নামবৰ নদীৰ গৰাখহনীয়া প্ৰতিৰোধ কৰাৰ বাবে বন বিভাগে চেষ্টা কৰি আছে যদিও ভৱিষ্যতে কেতিয়াবা ই যে নামবৰ নদীৰ লগত মিলি যাব ই ধ্ৰুৱ। মাঘ মাহত মাঘ বিহুৰ সময়ত ইয়াত স্নানপ্ৰয়াসী লোকৰ সমাগম অধিক হয়। এই গৰমপানীত গন্ধকৰ পৰিমাণ অধিকভাৱে থকাৰ কাৰণে মানুহৰ চৰ্মৰোগ নিৰাময় হয় বুলি কোৱা হয়। ফটাশিল বনভোজীৰ উৎকৃষ্ট ঠাই। সন্ধ্যা, ললিতা, কান্তাৰ ত্ৰিধাৰাৰ কল্ কল্ ৰবে অৰণ্যৰ নিস্তব্ধতা ভেদি এক অৱৰ্ণনীয় সুৰৰ ঝঙ্কাৰ তুলি মানুহৰ মন মোহে।

॥ কাজিৰঙা ॥

গোলাঘাটৰ নামকৰণ পুৰণি কালত ধনশিৰিৰে জাহাজেৰে চাহ-বাকচ কঢ়িওৱাৰ সময়ত ধনশিৰিৰ পাৰত ৰাজস্থানৰ বেপাৰীয়ে গোলা খোলাৰ কাৰণে হ'ল নে আন কোনো কাৰণতে হ'ল কিম্বদন্তি অনু-যায়ী কিন্তু কাজিৰঙা হ'ল দুটা শব্দৰ সংমিশ্ৰণত। কাজি আৰু ৰঙা—কাজিৰঙা। অতীতত হেনো এহাল বুঢ়া-বুঢ়ী এখন বিলৰ পাৰত এটা জুপুৰি ঘৰ সাজি আছিল। কাজি বুঢ়াৰ নাম আৰু ৰঙা বুঢ়ীৰ। সময়ত এই কাজিৰঙাই বিশ্ববিখ্যাত হ'লগৈ। এটা কথাত কাজিৰঙাৰ গড়ক অসমৰ ৰাজদূত বুলিব পাৰি। এই ৰাজদূতৰ কাৰণেই অসমৰ নাম জাকত-জিলিকা হৈ আছে আৰু আন্তৰ্জাতিক ক্ষেত্ৰত কাজি-ৰঙা বিশ্ববিখ্যাত হৈছে। কাজিৰঙা অভয়াৰণ্যৰ বিষয়ে জানিবলৈ হলে আমি পিছলৈ উভতি চাব লাগিব। ১৯০৪ চনমানত কাজিৰঙাক বিখ্যাত কৰা গড়ৰ বংশ প্ৰায় নিৰ্বংশ হৈছিল। এনে হোৱা দেখি বন বিভাগে পৃথিৱীৰ এই আপুৰুগীয়া জন্তু-টোক ৰক্ষণাবেক্ষণ দিয়াৰ কাৰণে কাৰ্যব্যৱস্থা হাতত ললে। ১৯২৬ চনত কাজিৰঙা গেম চেংচুৰেৰী হিচাপে ঘোষণা কৰা হ'ল। ১৯৬৬ চনত গড় গণনা কৰি পোৱা হ'ল ৪০০টা। ইয়াৰ পিছৰ গণনাৰ চন, ১৯৭২। এই গণনাত কিন্তু গড়ৰ সংখ্যা অভাৱনীয়ভাৱে বৃদ্ধি হোৱা বুলি জনা গ'ল। গড়ৰ সংখ্যা পোৱা হ'ল ৭০০ টা। ইতিমধ্যে কাজিৰঙাই পৃথিৱীৰ অভয়াৰণ্যবোৰৰ ভিতৰত এখন আগশাৰীৰ অভয়াৰণ্য বুলি জনাজাত হ'ল। গেম চেংচুৰেৰীৰ পৰা অভয়াৰণ্য আৰু অৱশেষত দেশ আৰু বিদেশৰ মাজত জাতীয় উদ্যানলৈ উন্নীত হৈ আনবোৰ জাতীয় উদ্যানৰ দৰে গজগজীয়া আসন অধিকাৰ কৰি ললে। বিশেষজ্ঞৰমতে এই জাতীয় উদ্যান ভালদৰে পৰি-চালিত আৰু সংৰক্ষিত হোৱাৰ বাবে পুৰস্কৃত হ'ল। কাজিৰঙা জাতীয় উদ্যানত যে কেৱল গড়েই আছে এনে নহয়। জাক জাক ফুটুকী হৰিণ, বনৰীয়া ম'হ, হাতীৰ পাল, গাহৰি, বনগৰু, ঢেকীয়াপতীয়া আৰু নাহৰফুটুকী বাঘ, ভালুক, কাছ, দুৰা, অজগৰ কাজিৰঙাৰ হাবিত অভয়ভাৱে চৰি ফুৰে। ইয়াৰ উপৰিও হাজাৰ হাজাৰ চৰাইয়ে অভয়াৰণ্যৰ বৰ বৰ বিলত চৰি কলৰৱ কৰি পৰ্যটকৰ মন আকৃষ্ট কৰে। বছৰে বছৰে দেশ-বিদেশৰ পৰা দেশফুৰা চৰাইয়ে আহি ইয়াত বিচৰণ কৰি সময়ত বিদায় লয়। এই প্ৰতিশ্ৰুতিৰে ঃ 'জাৰ হলে অন্ত আহিব বসন্ত পছোৱা বলিব জুৰ। তেতিয়া আহিম আকৌ নাচিম ধৰিম গানৰ সুৰ।' ইহঁতে অহা বছৰত আকৌ আহি মিলনৰ কথা দি কেনিবা যায়গৈ। পখী-বন্ধুৱে অতীত প্ৰতিজ্ঞা সুঁৱৰি কাজিৰঙাৰ বুকুত তোলে আনন্দৰ হিল্লোল। ভেলাও দেশভ্ৰমা চৰাইৰ লগৰ, কিন্তু এই ভেলাই অভয়াৰণ্যত বাহ সাজি কণী পাৰি পোৱালি জগাই বংশবৃদ্ধি কৰা দৃষ্টান্ত মন কৰিবলগীয়া। বৰ বৰ বিলৰ বৰ বৰ মাছ-পুঠি, মাছ-ভক্ষী পখী, নানান জাতৰ হৰিণৰ জাক আৰু ঐতিহ্যবহনকাৰী গড়ে হাজাৰ হাজাৰ কিলোমিটাৰ দূৰৈৰ পৰা অহা পৰ্যটকক অকল আকৃষ্ট কৰাই নহয় তেওঁলোকে আমাৰ এই জাতীয় উদ্যানৰ স্মৃতি লৈ যায় তেওঁলোকৰ আপোন ঘৰলৈ। তেওঁলোকৰ কাৰণে কাজিৰঙাত দুটা পৰ্যটকনিবাস আছে। আধু-নিক সা-সুবিধা পাৰ্যমানে তেওঁলোকক যচা হয়। এই পৰ্যটক নিবাসৰ উপৰিও অভয়াৰণ্যৰ ভিতৰত ব্ৰহ্মপুত্ৰৰ পাৰত আৰিমোৰাত এটা, ৩৭ নম্বৰ ৰাষ্ট্ৰীয় পথৰ দাঁতিত বাগৰিত এটা, কহঁৰাত ভূমি সংৰক্ষণ বিভাগৰ এটা পৰিদৰ্শন বঙলা আছে। ভাৰতীয় আৰু বিদেশী পৰ্যটকে ছাবিৰ মাজে মাজে বন্য-প্ৰাণী দৰ্শনাৰ্থে বিভাগীয় হাতী আছে, জীপ আছে, মিনি বাছ আছে। এই সকলোবোৰ সুবিধা পাবলৈ হলে বিভাগে স্থিৰ কৰি দিয়া নিৰিখৰ বিনিময়ত পাব পাৰি। কাজিৰঙাই সুদীৰ্ঘ জীৱনত দেশ-বিদেশৰ বহু গণ্যমান্য ব্যক্তিৰ সংস্পৰ্শলৈ আহিছে, আশীৰ্বাদ পাইছে। এয়া অসম তথা ভাৰত-গৌৰৱ কাজিৰঙা। সুদূৰ হিমালয়ৰ বৰফ শৃঙত যেতিয়া সূৰুযৰ কিৰণমালাই খেলা কৰে তেতিয়া সেই দৃশ্য হৈ পৰে অপূৰ্ব মনোমোহা স্বৰ্গীয় পট।

শ্যামলিমাৰ ঊৰ্দ্ধত নীলা আকাশৰ বুকত শুভ্ৰ চাদৰৰ চিকমিকনিয়ে চকুত চাঁট মাৰি ধৰে। কবৰ মন যায়, ক'ৰবাত যদি স্বৰ্গ আছে, এয়া সেই, এয়া সেই !

বহু ৰখীয়া-পৰীয়া থকা সত্বেও, ইয়াক ৰক্ষণাবেক্ষণ দিয়াত লাখ লাখ টকা খৰছ হলেও কাজিৰঙাৰ পৰা চোৰাংকৈ মাছ-পুঠি, গড় হত্যা কৰা, হৰিণ-পহু মৰা কাৰ্য একেবাৰেই বন্ধ হৈছে বুলি ক'ব নোৱাৰি। ৱাৰ্ল্ড ৱাইল্ড লাইফ বোৰ্ডে ইয়াৰ সংৰক্ষণৰ বাবে আৰ্থিক সাহায্য প্ৰদান কৰিছে। অলপতে ৱাইৰলেচ চেটৰ যোগান ধৰা হৈছে যাতে চোৰাং চিকাৰী কোনোমতে সাৰি যাব নোৱাৰে। এয়া হ'ল যিমান পৰা যায় সিমান সাধ্যানুসৰি কৰা প্ৰচেষ্টা। কিন্তু মন দূৰদৰ্শিতা আৰু সৎভাৱেৰে পৰিত্ৰ নহলে চোৰাং চিকাৰীক অৰ্থ-লোভৰ পৰা সহজতে বিৰত কৰিব পৰা নেযায়। কাজিৰঙাৰ বুকুত চোৰাং চিকাৰীৰ ৰাইফলৰ গুলীত কৰ্তব্যপৰায়ণ ৰখীয়া তেজেৰে লুতুৰি-পুতুৰি হৈ মৃত্যু বৰণ কৰিছে। চোৰাং চিকাৰীয়েও লৌহমাল্য পৰিধান কৰিছে আৰু কোনো কোনো চোৰাং চিকাৰীৰ ৰক্তৰ বোলেৰে কাজিৰঙাই ফাঁকু খেলিছে ; তথাপি——তথাপিও চোৰাং চিকাৰী শেষ হৈ যোৱা নাই। মাজে মাজে সংবাদপত্ৰৰ প্ৰথম পৃষ্ঠাতেই গড়-পহুৰ সংবাদ পৰিবেশিত হয়। শুভাকাংক্ষী ৰাইজ চমকি উঠে, আচৰিত হয়। লাখটকীয়া গড়ে আমাৰ ৰাজহৰ ভঁৰাল চহকী কৰিছে সঁচা, আমাক পৃথিবীৰ ভিতৰত বিখ্যাত কৰিছে সিও মিছা নহয়, কিন্তু তাৰ বিনিময়ত অভয়াৰণ্যৰ বন্যপ্ৰাণীসবক ঠিকমতে ৰক্ষা কবচ দিয়া হোৱা নাই। প্ৰত্যেক বছৰেই ব্ৰহ্মপুত্ৰৰ বৰ বানে শ শ জীৱ জন্তুৰ যি বিপদ মাতি আনে তাক প্ৰতিৰোধ কৰাৰ একো ব্যৱস্থা হোৱা নাই। বানপানীৰ আতঙ্কত নিজৰ জীৱন ৰক্ষা কৰিবলৈ থৰকাচুতি হেৰুৱাই ৰাজআলি পাৰ হওঁতেই বহু জন্তু মৰে। ভুতৰ ওপৰত দানহৰ দৰে মাংসলোভী চিকাৰীয়ে এই বানপীড়িত হৰিণ, গড়, গাহৰিক গুলীয়াই গুলীয়াই হত্যা কৰে। তেতিয়া মানুহৰ মানৱতা পলাই ফাঁট মাৰে। বহুদিন আগতে কৰ্তৃপক্ষই এটা আঁচনি হাতত লোৱা বুলি শুনা গৈছিল আৰু সেই আঁচনিটো আছিল অভয়াৰণ্যৰ মাজত ডাঙৰ ডাঙৰ টীপ তৈয়াৰ কৰি দি বানপানীৰ গৰাহৰ পৰা এই বন্য প্ৰাণীবোৰক ৰক্ষা কৰাটো। কি কাৰণত এই আঁচনি কাৰ্যকৰী কৰা নহ'ল জনা নেযায়। অলপ আগবাঢ়ি আমাৰ কবৰ মন যায়, ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে সুদৃঢ় মথাউৰি এটা বান্ধিব নোৱাৰিনে ? মানুহক ৰক্ষা কৰাৰ কাৰণে যদি ব্ৰহ্মপুত্ৰৰ পাৰত মথাউৰি বান্ধিব পাৰি তেন্তে অসমক তথা ভাৰতক বিখ্যাত কৰা পৃথিবীৰ আপুৰুগীয়া জন্তু বিশেষকৈ এক খড়্গৰ গড় ৰক্ষাৰ হেতু মথাউৰি কিয় দিব নোৱাৰি ? হাজাৰ আমি বন্যজন্তু সংৰক্ষণৰ ধ্বনি দিলেও অভয়াৰণ্যৰ দাঁতি কাষৰীয়া দুখীয়া কৃষকসকলৰ অতি কষ্টে কৰা ধাননি পথাৰ, আন শস্যৰ পথাৰ হাতী, বনমহিষ, গড়, হৰিণে অনিষ্ট কৰিলে এই কৃষকসকলে কেতিয়াও সহ্য কৰিব নোৱাৰে। কাৰণ জীয়াই থকাৰ যি কঠোৰ সংগ্ৰাম বন্যপ্ৰাণীৰ ঠিক তেনেদৰে এই খেতিয়কসকলোৰো একেটাই সমস্যা। বন্যজন্তুক এই ক্ষতিকাৰক ব্যৱস্থাৰ পৰা কি ধৰণে, আঁতৰোৱাৰ বন বিভাগে তথা চৰকাৰে ব্যৱস্থা লৈছে সেয়া অভয়াৰণ্যৰ কাষৰ ৰাইজৰ অবিদিত। বন্যজন্তু সংৰক্ষণৰ চিন্তা তেতিয়াহে কাৰ্যকৰী হব যেতিয়া বন্যজন্তুৱে কাৰো মুখৰ বড়াভাত কাঢ়ি নেখায়।

এতিয়া আমি আয়-ব্যয়ৰ এটা থূলমূল হিচাপ দাঙি ধৰোঁ যাতে পাঠক সমাজে সম্যক জ্ঞান আহৰণ কৰিব পাৰে। এই জাতীয় উদ্যানৰ এলেকা হ'ল ৪২,৪৯৬ হেক্টৰ। আইনমতে অভয়াৰণ্যৰ ভিতৰৰ পৰা গছ-গছনি কটা, বন্যজন্তু হত্যা কৰা মানা। কেৱল পৰ্যটকৰ পৰাহে চৰকাৰী ৰাজহ পোৱা হয়। এই পৰ্যটকৰ সংখ্যা ১৯৭১ চনত আছিল ৩১৪১ জন ভাৰতীয় আৰু ৫৭৫ জন বিদেশী। এই বছৰত আয় হয় ৬২,৩৬১'৩১ পইচা। তুলনামূলকভাৱে ১৯৭৫ চনত ৰাজহ আৰু পৰ্যটক বৃদ্ধি হয়। ভাৰতীয় পৰ্যটক ৩০৬১ আৰু বিদেশী পৰ্যটক ৭০৪ জন। ৰাজহ পোৱা হয় ১,২৮,১৩৮'৭২ পইচা। ইয়াত আয় অনুপাতে খৰছ অধিক। অৱশ্যে 'কমাৰ্চিয়েল লাইনত' ইয়াক বিবেচনা কৰিব নোৱাৰি।

১৯৭৫-৭৬ চনৰ খৰছ ঃ

| | | |
|---|---|---|
| ১)ৱাইল্ড লাইফ ডিভিজন আঁচনি | ১৯,৯২২'৯৯ | পইচা |
| ২) ন্যাচন্যাল পাৰ্ক আঁচনিত | ২,৯৭,৪০০'৮০ | ঐ |
| ৩) কেন্দ্ৰীয় স্কীমত | ২,২৪,৯৮৫'৬৬ | ঐ |

১৯৭৬-৭৭ চনৰ খৰছ ঃ

| | | |
|---|---|---|
| ১) ৱাইল্ড লাইফ ডিভিজন আঁচনি | ৪৭,১২৩'৪১ | ঐ |
| ২) ন্যাচন্যাল পাৰ্ক আঁচনিত | ২,৯৩,২২৬'০০ | ঐ |
| ৩) 'চেণ্ট্ৰেল স্কীমত' | ১,৯৮,৯৫৩'৪৬ | ঐ |





আয়

| | | |
|---|---|---|
| ১৯৭৫-৭৬ | ১,২২,৪৮৬'৭৪ | পইচা |
| ১৯৭৬-৭৭ | ৫,১৬,৭৫৭'৫৪ | ঐ |

কাজিৰঙা ৰেঞ্জৰ তত্বাৱধানত জাতীয় পাৰ্কৰ সীমাৰ বাহিৰে কিছু বনভূমি আছে সেই এলেকাৰ পৰা গছ-গছনি বিক্ৰী কৰি পোৱা ৰাজহো ইয়াত অন্তৰ্ভুক্ত কৰা আছে।

আলেখ্য সামৰাৰ আগতে অভয়াৰণ্যৰ জীৱ-জন্তুৰ লেখ ললে ভাল হয়। ১৯৭২ চনৰ জন্তু পিয়ল মতে জীৱ-জন্তুৰ সংখ্যা হ'ল এনে ধৰণৰ ঃ

গড়—৬৭০, হাতী—৪৩০, বাঘ—৩০, নাহৰফুটুকী—১২, ভালুক—৩০, বনগৰু—১৮, বিভিন্ন জাতৰ হৰিণ প্ৰায় ১০০০। ( বন মহিষৰ হিচাপ পোৱা নহ'ল ) অভয়াৰণ্যৰ সকলো প্ৰাণীকে গণনা কৰাটো অসম্ভৱ। বন বিভাগে বিশেষ পদ্ধতিৰে ওপৰোক্ত জন্তুসমূহৰ পিয়ল সম্পন্ন কৰিছে। অভয়াৰণ্যৰ ভিতৰত থকা মুঠ ১৪৫ বিধ চৰাইক চিনাক্ত কৰিব পৰা গৈছে। তাৰে কেতবোৰৰ নাম ঃ

বনৰীয়া ৰাজহাঁহ, ঘিলা হাঁহ, মদৰুৱা শৰালি, ৰঙা মূৰীয়া নীলা মূৰীয়া মুগী হাঁহ, বগা চকোৱা, হালধীয়া মূৰী, টিকনি থকা চাকৈ চকোৱা, দহিকলা, ফুটুকী মাছৰোকা, পানী ময়ূৰ, পানী কুকুৰা, তেতেৰী বগ, বালিঘোক, বগা বালিমাহী, হালধীয়া বালিমাহী, পেট ক'লা গঙাচিলনী, ৰামপাৰ, বৰ বালিমাহী, নীলানেজীয়া মৌপিয়া, সৰু মৌপিয়া, বন কুকুৰা, ডৰিক, তেলটুপী, বাৰেটোকা, বৰ কপৌ, সৰু কপৌ, কুলি, কেতেকী, টোকোৰা চৰাই, হেতুলুকা, নীলমতি, তেলীয়া সাৰেং, বগা চৰাই আদি।

আমি আশা ৰাখিছোঁ, আমাক পৃথিবীত বিখ্যাত কৰা এই জাতীয় উদ্যানত থকা জীৱ-জন্তু, চৰাই-পখিলা, মাছ-কাছই যেন উপযুক্ত ৰক্ষণাবেক্ষণ পায়।

এই গোলাঘাট মহকুমাক সমৃদ্ধ কৰিছে যমুনা-গঙ্গা সদৃশ দৈয়াং আৰু ধনশিৰি নৈয়ে। উত্তৰ ভাৰতৰ যমুনা আৰু গঙ্গাই পুত জলধাৰাৰে উত্তৰ ভাৰতভূমি বিধৌত কৰি সমৃদ্ধিশালী কৰি তোলাৰ দৰে গোলাঘাটৰ যমুনা-গঙ্গাইও বাৰিষা ফেনে-ফোটোকাৰে ওফন্দি পৰে আৰু সোঁতত ভটীয়াই লৈ আনে হাবিৰ মূল্যৱান কাঠ আৰু খৰি। সেই সময়ত নৈৰ পাৰ উৎসৱমুখৰ হৈ উঠে আৰু নৈ পৰীয়ালোকে বছৰত খেতি চপাই ভঁৰালত সাঁচি ৰখাৰ দৰে খৰি-কাঠ সংগ্ৰহ কৰি ৰাখে। অদূৰদৰ্শিতাৰ ফল স্বৰূপে দৈয়াঙৰ দুৰ্গতি হৈছে সঁচা, ৰেংমাত নগাই নগা যাঠী পুতিছে সিও সঁচা, কিন্তু আমি গোলাঘাট মহকুমাৰ সৰ্বসাধাৰণক সোঁৱৰাই দিব খোজোঁ, গোলাঘাটৰ বনজ-সম্পদ প্ৰাথমিক ভাৱে তেওঁলোকৰ নিজৰ ; গতিকেই সংৰক্ষণৰ দায়িত্বও আছে।



# সত্ৰ-সংস্কৃতি, মঠ-মন্দিৰ ইত্যাদিৰ ইতিবৃত্ত

শ্ৰীপ্ৰফুল্ল চন্দ্ৰ বৰা

॥ক॥

॥ ১॥

প্ৰকৃততে সুসংহত অসমীয়া সংস্কৃতিৰ ইতিহাস নৱ-বৈষ্ণৱ আন্দোলনৰ ইতিহাস ; লগতে সেই সাংস্কৃতিক ঐতিহ্যক ব্যাপ্তি দিলে পৰৱৰ্তী স্তৰৰ সত্ৰানুষ্ঠানৰ প্ৰসাৰতাই। দুজনা মহাপুৰুষ শংকৰ-মাধৱৰ বিদেহী হোৱাৰ পিছতো ধৰ্ম ধৰি থকা ঠাকুৰ-সকলে আৰু অন্যান্য আচাৰ্যসকলে সঞ্চালনিকৈ নৱ বৈষ্ণৱ আন্দোলনৰ ভিত্তি বহল আৰু সবল কৰিবৰ অৰ্থে বিশেষতঃ সমগ্ৰ ব্ৰহ্মপুত্ৰ উপত্যকাত অনেক সত্ৰ আৰু তাৰ শাখা-প্ৰশাখা প্ৰতিষ্ঠা কৰে। বৈষ্ণৱ যুগত কোচবেহাৰ পৰ্যন্ত বৃহত্তৰ সাংস্কৃতিক অসমৰ অন্তৰ্গত হোৱাৰ হেতুকে উজনি অসমৰ পৰা তালৈকে 'সূত্ৰে মণিগুণা ইব' অসমৰ জনমানস তথা সামাজিক বিভিন্নতা একত্ৰ গ্ৰথিত আছিল। উত্তৰ কালত আচাৰ্য সকলে আদৰ্শৰ ক্ষেত্ৰত নিজৰ ভিতৰতে উপৰ্যুপৰি অন্তৰ্দ্বন্দ্ব সৃষ্টি আৰু বাহিৰতো অনেক প্ৰতিকূল ৰাজনৈতিক আৰু সামাজিক প্ৰতিবন্ধকতাৰ সত্বেও সত্ৰ-সমাজৰ এক নিজস্ব ভাবমূৰ্তি গঢ়ি তুলিছিল। সেই সত্ৰ-সমাজেই আছিল সপ্তদশ-অষ্টাদশ শতিকাৰ নৱ-বৈষ্ণৱ ধৰ্মৰ থিতাপি লোৱাৰ থলী।

॥ ২ ॥

শংকৰোত্তৰ কালৰ ইতিহাসত আহোমৰ ৰাজনৈতিক পৰিক্ৰমাত গোলাঘাটৰ সময়ে সময়ে প্ৰাধান্য নথকা নহয়। অনেক ৰাজকীয় প্ৰসংগত গোলাঘাট অঞ্চলৰ কেইবাখনি ঠাইৰো উল্লিখন মন কৰিবলগীয়া। কিন্তু তদানীন্তন সাংস্কৃতিক ঐতিহ্যৰ বুজ ল'লে শংকৰ-মাধৱ আৰু গুৰু দুজনাৰ জীৱদ্দশাতে প্ৰসিদ্ধি লাভ কৰা আৰু সমূহীয়াভাৱে বৈষ্ণৱ আন্দোলনৰ উত্তৰাধিকাৰিত্ব লাভ কৰা গোপালদেৱ, পুৰুষোত্তম, চতুৰ্ভুজ, নাৰায়ণদাস ঠাকুৰ আতা, মথুৰাদাস আতা, পদ্ম আতা আদি বন্দিত ধৰ্মাচাৰ্যসকলৰ কীৰ্তি-কাহিনীৰ লগত গোলাঘাট অঞ্চল সংপৃক্ত হৈ পৰাৰ প্ৰমাণ পোৱা নাযায়। অৱশ্যে সত্ৰ-সংস্কৃতিৰ বিস্তাৰৰ যুগত গোলাঘাট অঞ্চল পোহৰলৈ অহাটো দেখদেখকৈ ওলাই থকা কথা। লগতে এই কথাও কোৱা বাহুল্য মাথোন, তদানীন্তন সত্ৰ-সমাজৰ বিস্তাৰ ঘটিছিল চাৰি-সংহতিৰ সৌজন্যত—ভিন ভিন্ন ভাৱে। চাৰিটি পৃথক সুঁতিয়েদি—পুৰুষ, ব্ৰহ্ম, নিকা আৰু কাল সংহতি ভুক্ত হৈ গোলাঘাট অঞ্চলৰো সত্ৰ আৰু শাখা-প্ৰশাখাবোৰ প্ৰতিষ্ঠিত হৈছিল।

প্ৰসংগক্ৰমে উল্লেখযোগ্য যে শংকৰোত্তৰ অসমীয়া সাহিত্যৰো এক বুজন পৰিমাণ সত্ৰ সমাজকেন্দ্ৰিক আছিল। চৰিত-পুথিসমূহৰ উপৰিও পূৰ্বৱৰ্তী মহাপুৰুষসকলৰ পদাংক অনুসৰণ কৰা কাব্য-নাট-গীত আদিৰো নিৰৱচ্ছিন্ন চৰ্চা চলিছিল সত্ৰ-সমাজৰ গইনা লৈয়েই। কিন্তু মন কৰিবলগীয়া কথা যে গোলাঘাট অঞ্চলৰ আঢ়ৈ কুৰিৰো অধিক সৰু বৰ সত্ৰই এলেঙী (দেয়াং) সত্ৰৰ কবি ৰঘুনাথ মহন্তৰ বাহিৰে আমাৰ প্ৰাচীন সাহিত্যৰ এগৰাকীও উল্লেখ-যোগ্য কবি-সাহিত্যিকক জন্ম দিয়া নাই। অৱশ্যে এই কথাও লগতে অনস্বীকাৰ্য যে অঞ্চলটোৰ এই সত্ৰবোৰক কেন্দ্ৰ কৰিয়েই বহুতো পৌৰাণিক নাট ভাওনাৰ উদ্দেশ্যে লেখা হৈছে। সিবোৰ হাতে-লেখা অৱস্থাতে যত্ৰ-তত্ৰ সিঁচৰতি হৈ আছে! গতানুগতিকতাই সেই শ্ৰেণীৰ ভাওনাৰ নাটৰ প্ৰধান লক্ষণ। প্ৰায়বোৰ সত্ৰতে প্ৰাচীন সাঁচিপতীয়া পুথিবোৰ—প্ৰধানতঃ কীৰ্তন-দশম-ঘোষা-ৰত্নাৱলী আৰু ঠায়ে ঠায়ে সচিত্ৰ ভাগৱতৰ দশম স্কন্ধ, মহাভাৰতৰ পৰ্ব বিশেষ—ভক্তি ভাৱে সংৰক্ষণ কৰা হৈছে। বৈষ্ণৱ সংস্কৃতিমূলক অনুষ্ঠান বাৰ মাহত তেৰটা হ'লেও বৈপ্লৱিকভাৱে এই অঞ্চলৰ কোনো সত্ৰই পুৰণি কৃষ্টিমূলক অনুষ্ঠানৰ যোগেদি নতুন যুগৰ মানুহৰ মন মুহিবৰ প্ৰয়াস কৰাৰ দৃষ্টান্ত নাই। তথাপি নামঘৰ-মণিকূট আৰু আনুসংগিক ৰীতিৰে, এগছি বস্তিৰে এই ধাৰা ঐতিহ্যক বহন কৰাৰ গৌৰৱৰ ভাগী সত্ৰ কেইখনিকেই বুলিব লাগিব।

॥ ৩ ॥

ডঃ মহেশ্বৰ নেওগ ডাঙৰীয়াই তেখেতৰ দ্বাৰা সম্পাদিত এখনি আপুৰুগীয়া গ্ৰন্থ 'পবিত্ৰ অসম'ত সৰ্বমুঠ দুকুৰি পোন্ধৰখনমান সত্ৰ আৰু ইয়াৰ শাখা-প্ৰশাখাৰ চিনাকি দাঙি ধৰিছে। সত্ৰ সমূহক (১) বৈষ্ণৱ, (২) শাক্ত আৰু (৩) চৈতন্যীয়া—এই তিনি ভাগত ভগাব পাৰি। এই তিনিটা বিভাজন হ'লেও বৈষ্ণৱ পন্থৰ সত্ৰইহে স্বাভাৱিকতে প্ৰাধান্য বিস্তাৰ কৰি আছে। গোলাঘাট মহকুমাত বৈষ্ণৱ সত্ৰৰ সংখ্যা আঢ়ৈ-কুৰিখনেই হ'ব।

ওপৰোক্ত বৈষ্ণৱ সত্ৰসমূহৰ বিভাজন চাৰিটা সংহতিক কেন্দ্ৰ কৰিয়েই হৈছে। সংহতিৰ দৃষ্টিৰ পৰা লেখ ল'বলৈ গলে পুৰুষ সংহতিৰ সত্ৰই সৰ্বাধিক। তাৰ পিছতে ব্ৰহ্ম সংহতিৰ সংখ্যাধিক্য। কাল সংহতি আৰু নিকা সংহতি ভুক্ত সত্ৰৰ সংখ্যা নিতান্তই তাকৰীয়া। গোলাঘাট মহকুমাৰ নাম ব্ৰহ্ম সংহতিৰ সত্ৰৰ ইতিহাসত বিশেষভাৱে স্মৰণীয় ; কিয়নো, অসমৰ ব্ৰহ্ম সংহতিৰ চাৰিখন প্ৰধান সত্ৰৰ অন্যতম বা মূল ঐতিহ্যবাহী কুৰুৱাবাহী সত্ৰ গোলাঘাটৰ অন্তৰ্গত। বংশীগোপাল প্ৰতিষ্ঠিত এই সত্ৰ বোকাখাট চহৰ আৰু ব্ৰহ্মপুত্ৰৰ সমীপস্থ কুৰুৱাবাহী নামে ঠাইত আছে। ইয়াৰ এভাগ নগাঁৱতো আছে। আউনীআটি আৰু গড়মূৰ সত্ৰলৈ সাধাৰণতে কুৰুৱাবাহী সত্ৰৰ পৰাই সত্ৰৰ উত্তৰাধিকাৰী বিধিমতে নিয়াৰ প্ৰথা চলি আহিছে।

ওপৰোক্ত বিভাজনৰ উপৰিও গোলাঘাট অঞ্চলৰ সত্ৰবিলাকৰ আন কেইবাটাও সৰু-সুৰা বিভাজন কৰি দেখুৱাব পাৰি ঃ এই অঞ্চলৰ সত্ৰবিলাক বৰ বাৰজনীয়া থুল, সৰু বাৰজনীয়া থুল, এলেঙি থুল, দিহিং থুল, বংশীগোপালৰ পৰা বঢ়া বা আঙ্গাপৰ, লেটুগ্ৰামৰ ঠাল বা শাখা, বেঙেনাআটিৰ ঠাল বা শাখা আৰু কাথবাপু আদি বিভিন্ন ভাগত ভগাব পাৰি।

'পবিত্ৰ অসম'তেই ইয়াৰ সত্ৰসমূহৰ পূৰ্ণ তালিকা দিয়া হৈছে। সেই মতে বৈষ্ণৱ সত্ৰ সমূহ হ'ল ঃ আধাৰ, আহঁতগুৰি, উলুতলী, এলেঙি, ঔগুৰি, কঠিয়াতলি, কন্দলি, কাথবাপু (মিছামৰীয়া, বগা আৰু ৰাম কাথ), কুৰুৱাবাহী, খৰঙিয়াল, গজলা (দুঠাইত), গৌৰাঙ্গ, চকটা, চাপৰি, চুপহা, চেঙাপৰীয়া, চেঁচা, জকাই, জতকৰা, ঠকৰিয়াল, তেলপানী, থুকুবিল, দিচিয়াল, দিহিং, ন সত্ৰ, নমাটি, নাচনীপাৰ, পহুমৰীয়া, পুখুৰীপাৰ, পুৰণিমাটি, ফুলবাৰী, বকুলগুৰি, বৰহাই-পুখুৰী, বালিবাপু গঞা, বিষ্ণুপুৰ, বিহিমপুৰ, বেলগুৰি, বেঙেনাআটি, ভোটসৰিচ, মদাৰগুৰি, মধুমিশ্ৰ, মাহৰা, মিছিমিআটি, ৰূপকলীয়া, লেটুগ্ৰাম, হাটকুছি আৰু হালধিআটি।

দুৰ্দশাগ্ৰস্ত আহোমৰজা লক্ষ্মী সিংহই তেওঁৰ গুৰু ৰমানন্দ ভট্টাচাৰ্যৰ দ্বাৰাই অনুগৃহীত হৈ ভট্টাচাৰ্যক উপযুক্ত মান-মৰ্যাদাৰে ভূমি-বৃত্তি সহিতে থাপিছিল, আৰু এইজনা গোসাঁই লোকসমাজত পৰিচিত হৈছিল 'ন গোসাঁই' ৰূপে। দক্ষিণহেঙেৰা মৌজাত শাক্তপন্থী এই ন গোসাঁইৰ ঘৰ বুলি ডঃ নেওগ ডাঙৰীয়াই উল্লেখ কৰিছে। দেৰগাঁৱস্থ ন গোসাঁইৰ সত্ৰৰো প্ৰসিদ্ধি আছে। এই ন গোসাঁইকে পহুমৰীয়া গোসাঁই বুলিও জনা যায়। দেৰগাঁৱৰ ন গোসাঁইৰ ঘৰত লক্ষ্মী সিংহৰ দিনৰ তামৰ ফলিকে ধৰি কেইবাপদো বস্তু আছে।

প্ৰকৃততে গোলাঘাটৰ শাক্ত সত্ৰৰ ভিতৰত উল্লেখ-যোগ্য হ'ল ৰুদ্ৰ সিংহ স্বৰ্গদেৱৰ সময়ত অসমলৈ অহা দেৱীভক্ত সাধক পদ্মনাভৰ দ্বাৰা প্ৰতিষ্ঠিত বালিমুকলিমূৰীয়া সত্ৰ। যোৰহাট নগৰৰ সমীপস্থ বালি-গাঁৱতো ইয়াৰ এটা শাখা আছে। দুৰ্গাপূজা এই শাক্ত সত্ৰৰ প্ৰধান উৎসৱ।

চৈতন্য পন্থাৱলম্বীসকলৰ প্ৰভাৱ অসমত নিচেই সেৰেঙা। কিন্তু গোলাঘাট মহকুমাৰ বৰপথাৰলৈ যোৰহাটৰ কৰঙাৰ পৰা উঠি আহি বহা পুৰুষোত্তম সত্ৰকে ধৰি তিনিখন চৈতন্যীয়া সত্ৰ ইয়াত আছে। আন দুখন চৈতন্যীয়া সত্ৰৰ এখন আহঁতগুৰি মৌজাত আৰু আনখন 'দেৰগাঁও সত্ৰ' বুলি খ্যাত। ডঃ নেওগদেৱে 'পবিত্ৰ অসম'ত শেষোক্তখনিৰ সন্দৰ্ভত এইবুলি কৈছে ঃ বঙ্গদেশৰ নিত্যানন্দৰ বংশধৰ ৰামদেৱে দেৰগাঁৱত এখনি চৈতন্যীয়া সত্ৰ প্ৰতিষ্ঠা কৰা বুলি ৰঙ্গনাথ আৰু ৰেৱানাথৰ 'গুৰু বংশাৱলী'ত পোৱা যায়।

॥ ৪ ॥

গোলাঘাট চহৰৰ দক্ষিণ-পূবে দহ মাইলমান নিলগত আঠখেলীয়া নামৰ ঠাইত এই শতিকাত বিখ্যাত হৈ পৰা আঠখেলীয়া নামঘৰ এক প্ৰকাৰ নতুন তীৰ্থত পৰিণত হৈছে। নিতৌ অজস্ৰ যাত্ৰীৰ ভিৰ হোৱা এই নামঘৰটি কাকডোঙা নৈৰ পাৰত অৱস্থিত। নিতৌ নিয়মীয়া নাম-প্ৰসংগ হয়। সুন্দৰকৈ কীৰ্তনঘৰ সজাই দিছে ইয়াৰ পৰিচালনাৰ দায়িত্বত থকা এখনি নিৰ্বাচিত সমিতিয়ে।

গোলাঘাট অঞ্চলত কম পৰিমাণেহে বৌদ্ধ ধৰ্মা-

ৰলম্বী লোক আছে। অতি প্ৰাচীন আৰু স্থায়ী ধৰণৰ বৌদ্ধ বিহাৰ আদি নাই।···

॥ খ ॥

॥ ৫ ॥

**নেঘেৰিটিঙৰ শিৱদৌল ঃ** গোলাঘাটৰ প্ৰাচীনতম মঠ-মন্দিৰৰ ভিতৰত দেৰগাঁৱৰ নিকটবৰ্তী নেঘেৰিটিঙৰ শিৱদৌল অসমৰ মঠ-মন্দিৰৰ মাজত বিশেষভাৱে উল্লেখযোগ্য। নেঘেৰিটিঙৰ এটি টিলাৰ ওপৰত নিৰ্মিত বৰ্তমানৰ শিৱমন্দিৰ আহোম ৰজা ৰাজেশ্বৰ সিংহই সজোৱা। কিন্তু এই দৌলৰ লগত বিতৰ্কিত দেৰগাঁও বা দেৱগ্ৰামৰ নাম জড়িত। কাৰণ এই দৌল দেৰগাঁৱৰ শিৱ দৌল বুলি প্ৰসিদ্ধ। আৰু দেৰগাঁও নামৰ আঁতিগুৰিয়েই হ'ল বিতৰ্কৰ বিষয়।

ব্ৰহ্মপুত্ৰ নদীৰ তীৰত বহু শতাব্দীৰ পূৰ্বেই (আনুমানিক খৃষ্টীয় ৮ম-৯ম শতিকামানত) আহোম ৰাজশক্তিৰ অসমত প্ৰবেশৰ আগতেই এই দৌল শিলেৰে নিৰ্মাণ কৰা হৈছিল। নুমলীগড়ৰ প্ৰাচীন শিলৰ মন্দিৰ আৰু বিশ্বনাথৰ প্ৰাচীন শিৱ মন্দিৰৰ সমসাময়িকভাৱে ইয়াক নিৰ্মাণ কৰা হৈছিল বুলি পণ্ডিতসকলৰ মত। কিন্তু কালক্ৰমত লুইতে খহোৱাত পুৰণি দৌল ধ্বংসপ্ৰাপ্ত হয়। এইখিনিতেই এই শিৱ মন্দিৰ আৰু এই অঞ্চলৰ শিৱ পূজা প্ৰচলনৰ ইতিহাস ধুঁৱলী-কুঁৱলী। আহোমৰ ৰাজদণ্ডৰ তললৈ যোৱাৰ আগলৈকে অৰ্থাৎ ষষ্ঠদশ শতিকাৰ আগভাগত চুহুংমুঙ ৰজাৰ দিনত আহোম শাসনাধীন হোৱাৰ পূৰ্বলৈকে এই অঞ্চল কছাৰী শাসনাধীন আছিল। তেতিয়া দেৰগাঁও-নেঘেৰিটিং অঞ্চল শাসন কৰিছিল কছাৰীৰ ৰাজভ্ৰাতা ডেৰচা বা ডেৰচাংফা আৰু এই ডেৰচাৰ নামৰ পৰাই এই অঞ্চলৰ নাম ডেৰগাঁও (দেৰগাঁও) হোৱাৰ সপক্ষে যুক্তিযুক্ততা আছে। ডঃ মোহিনী কুমাৰ শইকীয়াদেৱে 'নাম কিয় দেৰগাঁও' শীৰ্ষক নিৱন্ধত যি অনুমান কৰিছে সেয়াও নিশ্চয় প্ৰণিধানযোগ্য। ডঃ শইকীয়াই কৈছে, "---- ডেৰচাৰ নামৰ পৰাই নেঘেৰিটিঙৰ কাষৰ এই গাঁৱৰ নামো ডেৰচা গাঁও আৰু কালক্ৰমত দেৰগাঁও হৈছে বুলি ভাবিব পাৰি। নাইবা নেঘেৰিটিঙত বাহৰ কৰা ডেৰচাৰ অজস্ৰ সৈন্যৰ মঙ্গল আৰু জয়ৰ হকে তেওঁলোকৰ দেওৰ থানত বা দেৱৰ কাষত নিয়মীয়া পূজা চলাবলৈ যা-যোগাৰ কৰা লোকৰ গাঁৱক দেওৰ গাঁও বা দেৱৰ গাঁও বুলি প্ৰতিপন্ন কৰাৰ পাচত ঠাইখনৰ নামো দেৱ বা দেওৰ গাঁও হ'ব পাৰে। অসমৰ পুৰণি তাম্ৰ শাসনবোৰত মন্দিৰ বা কোনো থানত পূজা-সেৱা চলাবৰ বাবে ভূমি অগ্ৰহাৰ বা গ্ৰাম-দানৰ কথা পোৱা যায়। কছাৰীসকলৰ দেও—'বাথৌ ব্ৰা' বা বুঢ়াবুঢ়ীৰ স্বৰূপ শিৱ-পাৰ্বতীৰ সমসৰ। তেওঁলোকৰ নিজা পূজাৰীয়ে 'দেৱৰ' বা দেও পূজা আজিও ঠায়ে ঠায়ে চলায়। ডিমাচাসকলৰ পূজাৰীক চৌদাং বোলে। এই দেও পূজাৰ বাবে বহুৱা গাঁও আৰু ডেৰচাৰ প্ৰভাৱৰ পৰাই দেৰগাঁও নামৰ উৎপত্তি হোৱাটো বেছি সম্ভৱ। ডেৰচাৰ নামেৰে অভিহিত ডেৰচোৱা বিল বা ডেৰচা বিল এই অঞ্চল আজিও আছে।" ----- গতিকে কছাৰী অধ্যুষিত অঞ্চলটোত বৈদিক স্তৰলৈ উন্নীত হোৱাৰ পূৰ্বে কছাৰী মতেৰে শিৱ-পাৰ্বতী বা 'বাথৌ ব্ৰা' পূজা হোৱাটোত অস্বাভাৱিকতা একো নাই। এই প্ৰসংগৰ অৱতাৰণাৰ প্ৰয়োজন এইবাবেই যে এটা প্ৰসিদ্ধ শিৱ-মন্দিৰৰ দূৰৈৰ অতীতৰ পৃষ্ঠভূমি পাৰ্যমানে তন্নতন্নকৈ পৰীক্ষা কৰাৰ সাহস আমাক লাগে। যি কি নহওক, কছাৰীৰ পতনৰ পিছত দেৰগাঁও-নেঘেৰিটিং আহোম ৰাজ্যৰ অংগীভূত হ'ল। আহোম ৰজা বুদ্ধিস্বৰ্গনাৰায়ণে প্ৰাচীন শিৱ মন্দিৰ শিৱলিঙ্গ প্ৰতিষ্ঠা কৰি পূজা-পাতলৰ ব্যৱস্থা কৰি দিছিল বুলি জনা যায়। কিন্তু লুইতৰ খহনীয়াই লগ এৰা নাছিল।

'বুদ্ধিস্বৰ্গনাৰায়ণ' প্ৰতাপ সিংহৰ দিনত নিৰ্মাণ কৰা মন্দিৰৰ পূজা-পাতলৰ অৰ্থে নতুনকৈ ব্ৰাহ্মণ পণ্ডিত আনি প্ৰতিষ্ঠা কৰিছিল। এই মন্দিৰ মীৰজুম্‌লাৰ আক্ৰমণত ক্ষতিগ্ৰস্ত হৈছিল। ইয়াৰ পৰৱৰ্তী স্তৰত অষ্টাদশ শতিকাত ৰাজেশ্বৰ সিংহৰ দিনত নতুনকৈ নিৰ্মাণ কৰা নেঘেৰিটিঙৰ শিৱদৌলৰ কাৰুকাৰ্য চালে চকুৰোৱা। শিৱদৌলক কেন্দ্ৰ কৰি সেই দৌলৰ গাতে লগাকৈ পঞ্চদেৱতাৰ (বিষ্ণু, সূৰ্য, গনেশ দুৰ্গা) দৌল আছে। ইয়াত বাণ লিঙ্গ প্ৰতিষ্ঠা কৰা আছে। ৰাজেশ্বৰ সিংহৰ মৃত্যুৰ পাছত লক্ষ্মীসিংহই নতুন দৌলৰ পূজা-পাতলৰ ব্যৱস্থা নিয়মীয়া কৰিবৰ অৰ্থে ভুধৰ আগমাচাৰ্যৰ বংশধৰসকলক বৰঠাকুৰ ৰূপে নিয়োগ কৰা হয়। দৌলৰ নামত ৰজাই অনেক খাত-পাম আৰু পৰিচৰ্যাকাৰী মানুহ দিছিল। লগতে দৌলত নৃত্য-গীতৰ বাবে ওচৰৰে এখন নট গাঁও দিয়া হৈছিল। নেঘেৰিটিঙৰ শিৱদৌলৰ সদ্যলুপ্ত নটীৰ নৃত্য অসম বিখ্যাত। শিৱৰাত্ৰি প্ৰধান উৎসৱ আৰু সেই উপলক্ষে ডাঙৰ মেলা হয়।

**নুমলীগড়ৰ শিৱদৌল ঃ** গোলাঘাট চহৰৰ পৰা প্ৰায় চল্লিশ কিলোমিটাৰ উত্তৰ-পশ্চিমে ধনশিৰি নৈৰ পশ্চিম পাৰত নুমলীগড় চাহ বাগিছা অঞ্চলত মিকিৰ পাহাৰৰ ঠাল-ঠেঙুলিৰে বিস্তৃত হৈ থকা অঞ্চল এটাত প্ৰাচীন কালৰ ভগ্নাৱশেষ কিছুমান পোৱা গৈছে। ইয়াত অতি প্ৰাচীন কালত এটা শিৱ মন্দিৰ থকাৰ কথা প্ৰমাণ পোৱা গৈছে। অঞ্চলটিৰ নাম দেওপৰ্বত।



ইয়াৰ ওচৰতে পাহাৰী ঠাইত থকা শিলৰ কাৰুকাৰ্যৰ নানা ভগ্নাৱশেষ সিচঁৰতি হৈ আছে। লোক বিশ্বাসত এই প্ৰাচীন নগৰ হ'ল 'জৰাসন্ধৰ নগৰ'। জৰাসন্ধ নগৰ (?) আৰু শিৱ মন্দিৰৰ কাৰুকাৰ্যবোৰ উৎকৃষ্ট শিল্প-কৰ্মৰ নিদৰ্শন। বৰ্তমান শিৱ মন্দিৰ থকা ঠাইত প্ৰাচীন ভগ্নাৱশেষৰ কিয়দংশ সংগ্ৰহ কৰি সংৰক্ষণ কৰা হৈছে। শিলত কটা মূৰ্তি, ষাঁড় আৰু উৰন্ত পৰী (?) আদিৰ কাৰুকাৰ্য চালে চকুৰোৱা। এইবোৰ কছাৰী ৰাজত্ব কিম্বা আহোম ৰাজত্বৰ বহুপূৰ্বৰে বুলি পণ্ডিতসকলৰ মত। 'পবিত্ৰ অসম'ত নুমলীগড়ৰ শিৱ দৌলৰ বিষয়ে এইদৰে উল্লেখ কৰা হৈছে ঃ "ভাৰত চৰকাৰৰ আৰ্কিঅ'লজিকেল ডিপাৰ্টমেণ্টৰ আৰ, ডি, বেনাৰ্জীয়ে তেজপুৰত ভাগি পৰি থকা শিলৰ ঘৰ, মন্দিৰ আদি অষ্টম-নৱম শতিকাৰ কাৰু-কাৰ্য বুলি কয়। নুমলীগড়ৰ দেওপৰ্বতৰ ভগা মন্দিৰটোও তেজপুৰৰ শিলৰ মন্দিৰৰ কাৰুকাৰ্যৰে একে বুলি বিশেষজ্ঞসকলে কৈছে। গতিকে এই মন্দিৰটোও তেতিয়াই বা তাৰ পাছতে সজা বুলি বিশ্বাস হয়। তেতিয়াহ'লে নৱম শতিকাৰ আদিতে তেজপুৰত ৰাজধানী পাতি ৰাজত্ব কৰা হৰ্জৰ বৰ্মা বা তেওঁৰ পাছৰ কোনোবা এজন ৰজাই এই মন্দিৰটো নিৰ্মাণ কৰিছিল আৰু এটা ডাঙৰ ভূমিকম্পত এই মন্দিৰটো ভাগি পৰিল বুলি অনুমান হয়।—বহুত বছৰ দেওপৰ্বতৰ ওপৰত শিৱ মন্দিৰ ভাগি পৰি থকাৰ পাছত এজন স্থানীয় সৎ ব্ৰাহ্মণে (নাৰায়ণ কন্দলি ঠাকুৰ) ১৭৪৮ শকমানত ভগা মন্দিৰৰপৰা শিৱলিঙ্গ আনি দেওপৰ্বতৰ নামনিত উত্তৰ-পশ্চিম সমভূমিত এটি সৰু খেৰৰ ঘৰ সাজি স্থাপন কৰেহি, আৰু তাত দৈনিক পূজা কৰিবলৈ লয়।"

তেতিয়াৰে পৰা নুমলীগড় শিৱদৌলত দৈনিক শিৱ পূজাৰ প্ৰচলন আৰম্ভ হয়। পুৰুষানুক্ৰমে উক্ত নাৰায়ণ কন্দলি ঠাকুৰৰ পুত্ৰাদিয়ে ইয়াৰ পূজা-পাতল অদ্যাৱধি চলাই আছে। কিন্তু কালক্ৰমত এই শিৱদৌলৰ নাম হ'লহি 'বাবা থান'। শিৱৰাত্ৰি আৰু দুৰ্গাপূজা প্ৰধান উৎসৱ। নুমলীগড় দেৱালয় আৰু দেওপৰ্বতৰ বৈচিত্ৰ্যপূৰ্ণ ভগ্নাৱশেষে চিৰদিন প্ৰত্নতত্ত্ববিদৰ কৌতূহল জগাই আহিছে।

॥ ৬ ॥

**কোটোহাগুৰি দৌল ঃ** দশভুজা দুৰ্গা আৰু কালী মূৰ্তি অধিষ্ঠিত কোটোহাগুৰি দৌলৰ ইতিহাসৰ লগত গৰখীয়াই ফৰিং বলি দি দেৱী পূজা আৰম্ভ কৰাৰ কাহিনী জড়িত হৈ আছে। গৰখীয়াৰ কাহিনীয়ে আমাক পোনচাটেই মনত পেলাই দিয়ে কমতাৰ ৰজা বিশ্বসিংহৰ গৰখীয়া জীৱনৰ ফৰিং বলি দিয়া কাহিনীলৈ। অলমতি বিস্তৰেণ।

গোলাঘাট চহৰৰ কিছু নিলগত আঠগাঁও মৌজাৰ অন্তৰ্গত এই কোটোহাগুৰি দৌল। ইয়াৰ আন এটা নাম 'হামদৈ গোসাঁনী থান'; কাৰণ বিখ্যাত হামদৈ পথাৰ অঞ্চলতে এই দৌল আছে। কোটোহা বাঁহ থকা ঠাইত এই দৌল নিৰ্মাণ কৰাৰ বাবে ইয়াৰ নাম কোটোহাগুৰি দৌল। বলি-বাহনেৰে আড়ম্বৰকৈ পতা দুৰ্গাপূজা ইয়াৰ প্ৰধান উৎসৱ।

॥ ৭ ॥

**কাক থান ইত্যাদি ঃ** বোকাখাট নগৰৰ সমীপতে ৰাষ্ট্ৰীয় ঘাইপথৰ দক্ষিণে আৰু কাজিৰঙাত দুখনি থান আছে, নাম—কাক গোসাঁনীৰ থান। জনবিশ্বাসত দুৰ্গাপূজাৰ সময়ত দেও উঠাটো এই থানৰ চিৰচৰিত প্ৰথা। দুয়োখনতে বিস্তৰ বলি-বাহনেৰে দুৰ্গা পূজা পতা হয়। দৈনিক গোসাঁনীৰ পূজা হয়। যাত্ৰীৰ সমাগমো যথেষ্ট। ইয়াৰ গোসাঁনীৰ মূৰ্তি গদাধৰ সিংহই পলাতক অৱস্থাত লগত লৈ ফুৰি এই থানত থোৱা বুলি এচাম লোকৰ ধাৰণা। সেই অৱস্থাত গদাপাণি কোঁৱৰ বোকাখাটলৈ অহাৰ সম্ভেদ বুৰঞ্জীয়েও দিয়ে। বোকাখাটৰ অৰ্জুন দৈৱজ্ঞই চাই-চিতি তেওঁ ৰজা হ'ব পাৰিব বুলি ভবিষ্যদ্বাণী কৰিছিল। পিছত সেই জন দৈৱজ্ঞক গদাধৰ সিংহই যথোচিতভাৱে পুৰস্কৃত কৰিছিল। শিৱ সিংহৰ দিনত প্ৰতিষ্ঠা কৰা আন এখন গোসাঁনীৰ থান দেৰগাঁৱতো আছে।

॥ গ ॥

॥ ৮ ॥

অসমীয়া সাহিত্যৰ ইতিহাসৰ লগত জড়িত আমেৰিকাৰ প্ৰখ্যাত বেপ্তিষ্ট মিছনৰ দলে খৃষ্টধৰ্ম প্ৰচাৰৰ কাৰণে যোৱা শতিকাতে নগা পাহাৰকে ধৰি সমগ্ৰ অসমত কেইবাটাও কেন্দ্ৰ স্থাপন কৰিছিল। ১৮৯৬ খৃষ্টাব্দতে গোলাঘাটতো বেপ্তিষ্ট মিছনৰ এটি কেন্দ্ৰৰ কাম আৰম্ভ কৰা হৈছিল বুলি জনা যায়। সম্প্ৰতি গোলাঘাটত তিনিটা গীৰ্জা পোৱা যায়। ১৯০৬ চনত গোলাঘাট অঞ্চলৰ কেইখনমান চাহবাগিচাৰ বৃটিছ মেনেজাৰৰ সৌজন্যত (১) ক্ৰাইষ্ট চাৰ্চ (Christ church) নিৰ্মাণ কৰে। ইয়াত থকা আন দুটা গীৰ্জা হ'ল (২) লিটল ফ্লাৱাৰ পেৰিছ চাৰ্চ (Little Flower Parish church) আৰু (৩) আমেৰিকান বেপ্তিষ্ট ফৰেইন মিছন চাৰ্চ

(American Baptist Foreign Mission church)

॥ ঘ ॥

॥ ৯ ॥

দৰগাহ শব্দটিৰ অৰ্থ সমাধি-ক্ষেত্ৰ। শব্দটি ফাৰ্চী শব্দ।

অসমৰ ধৰ্মীয় তথা সাংস্কৃতিক ইতিহাসৰ লগত জড়িত কেইবাগৰাকীও বিশিষ্ট বহিৰাগত ইচলাম-ধৰ্মী পীৰৰ দৰগাহ অসমত আছে। পৰবৰ্তী কালতো কেইবাখনিও উল্লেখযোগ্য দৰগাহ আবিষ্কৃত হৈছে। বিখ্যাত জিকিৰ-জাৰীৰ ৰচয়িতা ইচলামৰ সাধক আজান ফকীৰ বা শ্বাহ মিলনৰ দৰগাহ, খোন্দকাৰ পীৰৰ দৰগাহ আদি উল্লেখনীয়।

গোলাঘাট অঞ্চলত সন্ধেদ পোৱা প্ৰসিদ্ধ দৰগাহ কেইখন হ'ল—(১) লঙৰ শ্বাহৰ দৰগাহ, (২) লাল ফকীৰৰ দৰগাহ আৰু (৩) ক'লা ফকীৰৰ দৰগাহ।

লঙৰ শ্বাহ আছিল এজন প্ৰাচীন সাধু। এই দৰগাহ কেইখনত সাধাৰণতে 'জিয়াৰত' (দৰ্শন) আৰু উৰুচ (তিথি) হয়।



বিঃ দ্ৰঃ— প্ৰবন্ধটি যুগুতাওঁতে ডঃ মহেশ্বৰ নেওগ সম্পাদিত 'পবিত্ৰ অসম'ৰ সহায় লোৱা হৈছে।—



# সুকুমাৰ সাধনা আৰু এমেচাৰ চ'চাইটি

শ্ৰীমাখন প্ৰসাদ দুৱৰা

বাগৰ্থাবিব সম্পৃক্তৌ বাগাৰ্থ প্ৰতিপত্তয়ে।
জগতঃ পিতৰৌ বন্দে পাৰ্ব্বতী পৰমেশ্বৰৌ ॥

বেদ সমূহত নিহিত ঈশ-স্তুতি প্ৰশস্তিৰ উপৰিও জনকল্যাণকৰ নিৰ্দেশাৱলীৰ দৰে, আয়ুৰ্বেদ শাস্ত্ৰৰ ৰোগ নিৰাময়ৰ বিধান আৰু শল্য চিকিৎসাৰ ব্যৱস্থা নাট্যশাস্ত্ৰৰ অভিনয়ৰ যোগে সমাজৰ সংস্কাৰ আৰু হিত সাধনৰ নিমিত্তে থকা উপাদানসমূহৰ কাৰণেই জ্ঞানীজনে আয়ুৰ্বেদ আৰু নাট্য শাস্ত্ৰক পঞ্চম বেদ বুলি অভিহিত কৰিছে।

অভিনয় মানুহৰ সহজ প্ৰবৃত্তি। মানৱ মনত বৰ্তমান প্ৰদৰ্শন ধৰ্মিতাই ( Exibitionism ) সম্ভৱতঃ ইয়াৰ প্ৰধান কাৰণ।

গোলাঘটীয়া ৰাইজৰ সুকুমাৰ কলাৰ প্ৰতি অনুৰাগ, আকৰ্ষণ বহু কালৰ পৰা পৰিলক্ষিত। ইয়াৰ গুৰি বিচাৰিবলৈ হ'লে আগৰ চামৰ স্বৰ্গীয় গুৰু প্ৰসাদ চলিহা, অসাধাৰণ তীক্ষ্ণধীসম্পন্ন স্বৰ্গীয় কৃষ্ণপ্ৰসাদ দুৱৰা আদি ডাঙৰীয়াসকলৰ সঙ্গীতৰ জ্ঞানৰ কথা সুঁৱৰিব লাগিব। স্বৰ্গীয় কৃষ্ণপ্ৰসাদ দুৱৰাই কলিকতাত আইন পঢ়া কালত "ষ্টাৰ", "মিনাৰ্ভা" আদি বিখ্যাত ৰঙ্গমঞ্চৰ সেই কালৰ কলিকতীয়া বিখ্যাত সঙ্গীতজ্ঞসকলৰ লগত ঐক্যতান বাদনত যোগ দিয়া কথা তেখেতৰ মুখে শুনিবলৈ পাইছিলোঁ। স্বৰ্গীয় দুৱৰাই সুন্দৰকৈ তবলা বেহেলা বজাব জানিছিল। ইয়াৰ পৰবৰ্তী সঙ্গীতজ্ঞসকল স্বৰ্গীয় আনন্দেশ্বৰ বৰুৱা, স্বৰ্গীয় গোপাল গগৈ আদিৰ কথা মনলৈ আহে। স্বৰ্গীয় গগৈদেৱৰ ধ্ৰুপদীয় গলগলীয়া মাতৰ বৰগীতৰ ধ্বনি আজিও বহুতৰে কাণত বাজি আছে। এখেতসকলৰ উত্তৰাধিকাৰী শ্ৰীযুত ৰাজেন্দ্ৰ নাথ বৰুৱা, স্বৰ্গীয় ৰাম প্ৰসাদ কাকতী, স্বৰ্গীয় বিষ্ণু গোস্বামী, স্বৰ্গীয় ৰাধা গোস্বামী প্ৰমুখ্যে বহুতৰে নাম উল্লেখ কৰিব পাৰি। শ্ৰীযুত বৰুৱাই তবলা আৰু শাস্ত্ৰীয় সঙ্গীতত পাৰদৰ্শিতা দেখুৱাইছিল। তেখেতৰ ৰচিত "শুভ্ৰ বসন পিন্ধিছে কানন, কুলিয়ে পাতৰ আঁৰত কুৰুলিয়াই"—আদি শাস্ত্ৰীয় সঙ্গীত সেইকালত বিখ্যাত আছিল। ৰাম প্ৰসাদ কাকতীয়ে সুৰীয়া সুৱদী মাতেৰে শাস্ত্ৰীয় গীত গাইছিল, বেহেলা বজাব জানিছিল, তবলাৰ হাত বৰ মিঠা আছিল। মৃত্যুৰ কিছু দিনৰ আগতেও বৰ্তমানৰ অনাতাঁৰৰ আধুনিক গীতৰ কটু সমালোচনা তেখেতৰ মুখে শুনিবলৈ পাইছিলো। স্বৰ্গীয় বিষ্ণু গোস্বামী সঁচাকৈয়ে স্বীকৃত সঙ্গীতজ্ঞ থকাৰ উপৰিও ভাল নাট্যকাৰ আছিল। তেখেতৰ "কুবেৰ" এখনি উচ্চ স্তৰৰ সামাজিক নাটক। অকালতে কালে হৰি নিনিয়া হ'লে তেখেতৰ পৰা সুকুমাৰ কলালৈ বহু অনুদান আশা কৰিব পৰা হ'লহেঁতেন। নিঃস্ব হ'লেও সঙ্গীতক প্ৰাণতকৈও ভাল পোৱা আৰু এজনৰ কথা উল্লেখ নকৰিলে এই পঞ্জীয়ন সম্পূৰ্ণ নহ'ব। দুখীয়া, অতি সাধাৰণ ঘৰৰ, মুখত হাঁহিৰে সৈতে সঙ্গীতৰ মৃদু গুঞ্জন লাগি থকা এইজন স্বৰ্গীয় লম্বোদৰ দাসে বেহেলা তবলা সুন্দৰকৈ বজাব জানিছিল। অতি বিনয়ী অমায়িক লম্বোদৰ ওস্তাদৰ বসন্ত বাহাৰ ৰাগৰ "আয়ি সখিৰি বসন্ত বাহাৰ—সব সখি মিল অব যমুনা পাৰ", "নিপত কম্পত তুহ শ্যাম" গানৰ চোকোৰাক শিকোৱা "সখি কোমল প্ৰাণত আজি হানে ঘনেঘন। নাজানো কিয় মন এনে উছাটন।" আদি গীত সেই কালত সকলোৰে জনাজাত আৰু প্ৰিয় আছিল। গোলাঘটীয়া ৰাইজৰ সুকুমাৰ কলা প্ৰেমৰ আঁত বিচাৰি অলপ আগলৈ চাব লাগিব। মণিৰাম দেৱানৰ ফাঁচীৰ পাছত হৰনাথ পৰ্বতীয়া বৰুৱা ডাঙৰীয়া ইংৰাজৰ প্ৰতিনিধি ৰূপে সদৰামিন হৈ গোলাঘাটলৈ আহে। ম'হৰ গাড়ীত, তামোলৰ বটা, পিক্ বান, ৰূপ খটোৱা ধোঁৱা খোৱা লগুৱা লিকচৌ লৈ মহা আড়ম্বৰেৰে কেছাৰীলৈ অহা সদৰামিন ডাঙৰীয়ালৈ সকলো আমোলা ত্ৰস্তমান।

প্ৰবাদ আছে ৰাইজে তেখেতক সাক্ষাত যমৰজা বুলি অভিহিত কৰিছিল। মন পাবলৈ টান এইজন ডাঙৰীয়াৰ কিন্তু শঙ্কৰ-মাধৱ গুৰু দুজনাৰ প্ৰতি আছিল অসীম ভক্তি আৰু আনুগত্য। গুৰুজনাৰ অৱদান নাম, বৰগীত, কীৰ্তন, ভাওনা আদি শঙ্কৰী কলাকৃষ্টিলৈ তেখেতৰ গভীৰ অনুৰাগ আছিল। কুমাৰপট্টিৰ নামঘৰ তেখেতেই থাপি-ছিল। ফল স্বৰূপে উঠ বুলিলে উঠা, বহ বুলিলে বহা আমোলাসকলে নাম-কীৰ্তন, ভাওনা আদিত গা দাঙি যোগ দিছিল। সেয়ে শাপেই আশীৰ্বাদ হোৱা এইজন ডাঙৰীয়াকে গোলাঘাটৰ ৰাইজৰ সুকুমাৰ কলাৰ প্ৰতি আগ্ৰহ আকৰ্ষণৰ কাৰণ বুলি ভবাৰ থল আছে। অসমৰ আন আন জিলাৰ তুলনাত গোলাঘাটত উঠা নাম, হিৰা নাম, দিহা নাম, পাল নাম আদিৰ বহুল প্ৰচলনৰো এয়ে অন্যতম কাৰণ বুলিব পাৰি।

গোলাঘাটৰ সাংস্কৃতিক পৰিবেশৰ চমু আভাষ মুখবন্ধৰ পাছত গোলাঘাট ৰঙ্গমঞ্চৰ সৃষ্টি আৰু বিকাশৰ ইতিবৃত্ত এটি চিত্ৰিত কৰাৰ যত্ন কৰা হ'ব।

গোলাঘাটত নাট্য মঞ্চ বা অভিনয়ৰ কথা ভাবিবলৈ হ'লে এজন মানুহৰ নাম উল্লেখ কৰিব লাগিব। অভিনয়ক প্ৰাণতকৈও ভাল পোৱা এইজন উদ্যোগী পুৰুষ স্বৰ্গীয় জয়চন্দ্ৰ মিত্ৰ মুঞ্চীপ ডাঙৰীয়াকে গোলা-ঘাটৰ ৰঙ্গমঞ্চৰ স্ৰষ্টা আৰু মঞ্চাভিনয়ৰ প্ৰবৰ্দ্ধনৰ অধ্বন ফলক স্থাপক বুলিব পাৰি।

১৮৯৫ চনত ভৰ কোম্পানীৰ মাটিত (বৰ্তমান স্বৰ্গীয় সতীশ দত্ত উকিলৰ ভেটিত) স্বৰ্গীয় জয়চন্দ্ৰ মুঞ্চীপ, স্বৰ্গীয় ঘনশ্যাম বৰুৱা, স্বৰ্গীয় কৃষ্ণ প্ৰসাদ দুৱৰা, মহানন্দ চিৰস্তাদাৰ, স্বৰ্গীয় গুৰুচৰণ বৰবৰা, হৰিপ্ৰসন্ন ভৰ, কালী প্ৰসাদ দে প্ৰমুখ্যে বঙালী অসমীয়া সমবেত ৰাইজৰ যুটীয়া প্ৰচেষ্টাত খেৰ-বাঁহেৰে নাট্যমঞ্চৰ প্ৰথম ভেটি স্থাপিত হয়। ৰাজহৱা কামত জাতিবৰ্ণ নিৰ্বিশেষে গোলাঘটীয়া ৰাইজৰ সহযোগ সেই কালৰ পৰাই মন কৰিব লগীয়া। সেই সময়ত স্থাপিত মঞ্চত সীতাহৰণ, নল-দময়ন্তী, হৰিশ্চন্দ্ৰ আদি বঙলা নাটকৰ অভিনয় হৈছিল। মাটিৰ গিৰীহঁতৰ লগত কিবা কথাত মতভেদ হৈ ১৮৯৬ চনত স্বৰ্গীয় জয়চন্দ্ৰ মিত্ৰ, স্বৰ্গীয় কৃষ্ণ প্ৰসাদ দুৱৰা, স্বৰ্গীয় মহানন্দ বৰুৱা, স্বৰ্গীয় সোমেশ্বৰ বৰুৱা, স্বৰ্গীয় ঘনশ্যাম বৰুৱা, স্বৰ্গীয় গুৰুপ্ৰসাদ চলিহা, শ্ৰীনাথ বেজবৰুৱা, স্বৰ্গীয় কৃষ্ণা-নন্দ গোহাঞি, স্বৰ্গীয় গুৰুচৰণ বৰবৰা, স্বৰ্গীয় ৰজনী বৰুৱা, স্বৰ্গীয় নৰেন্দ্ৰ নাথ বৰুৱা, স্বৰ্গীয় জগৎ চন্দ্ৰ গোস্বামী আদিৰ যত্নত বৰ্তমান স্বৰ্গীয় লোকানন্দ ৰাজহৱা নামঘৰ থকা ঠাইতে নতুনকৈ মঞ্চ পাতে। সেই ঠাইত থকা হিত সাধনী সভাৰ ঘৰটোৱেই প্ৰথমতে মঞ্চ ৰূপে ব্যৱহৃত হৈছিল। টিংপাত আদি আগৰেই আছিল।

১৮৯৬ চনত প্ৰথম বাৰৰ বাবে গোলাঘাটত অসমীয়া নাটকৰ অভিনয় হৰিশ্চন্দ্ৰ (বঙলা নাটৰ অনুবাদ) অনুষ্ঠিত হয়। এই নাটকৰ ভাৱৰীয়া সকলৰ পূৰ্ণ বিবৰণ নেপালেও হৰিশ্চন্দ্ৰৰ ভাৱত স্বৰ্গীয় জয়চন্দ্ৰ মুঞ্চীপ, শৈব্যাৰ ভাৱত স্বৰ্গীয় গুৰু প্ৰসাদ চলিহা, চণ্ডালৰ ভাৱত স্বৰ্গীয় ঘনশ্যাম বৰুৱা, চণ্ডালনীৰ ভাৱত স্বৰ্গীয় কৃষ্ণ প্ৰসাদ দুৱৰা, বামুণৰ ভাৱত স্বৰ্গীয় কৃষ্ণানন্দ গোহাঞি আদিয়ে অভি-নয় কৰাৰ কথা জনা যায়। নাটক পৰিচালনা কৰি-ছিল স্বৰ্গীয় জয়চন্দ্ৰ মুঞ্চীপে। ১৮৯৬ চনৰ পৰা ১৯০১ চনলৈ সমিতিৰ সভাপতি আছিল স্বৰ্গীয় ঘনশ্যাম বৰুৱা, সম্পাদক স্বৰ্গীয় কৃষ্ণপ্ৰসাদ দুৱৰা আৰু শ্ৰীনাথ বেজবৰুৱা। ইতিমধ্যে স্বৰ্গীয় গোপী নাথ বৰদলৈ মুঞ্চীপ, স্বৰ্গীয় ৰাধানাথ সন্দিকৈ আদি আন ঠাইৰ পৰা বদলি হৈ অহা চৰকাৰী চাকৰিয়াল সকলেও এই নাট্যমঞ্চৰ অভ্যুত্থানত যোগ দিয়েছি। মঞ্চৰ ক্ৰমোন্নতিত স্বৰ্গীয় ঠাকুৰ দাস দেৱে হলঘৰটো সদায় অৱিহণা যোগায়। মহিলাৰ বাবে ভালেখিনি আসনো কৰোৱা হয়। নাট্যমঞ্চৰ এই সমৃদ্ধি দুৰ্ভাগ্য-বশতঃ, ১৯০১।১৯০২ চনৰ জৰীপ পিয়লৰ ব্যস্ত-তাৰ কাৰণে ভটিয়নী সোঁতত ৰবলৈ ধৰিলে। ১৯০২ চনত সমিতিৰ ঘৰ একেবাৰেই ভাগি যায়।

১৯০৩ চনত আকৌ Settlement office কে প্ৰেক্ষাগৃহ ৰূপে ব্যৱহাৰ কৰি নতুন উদ্যমেৰে মঞ্চ তৰা হ'ল। সমিতিৰ সভাপতি স্বৰ্গীয় নাথ বেজ-বৰুৱা, সম্পাদক স্বৰ্গীয় কৃষ্ণ প্ৰসাদ দুৱৰা, সঙ্গীত বিভাগত স্বৰ্গীয় কৃষ্ণ প্ৰসাদ দুৱৰা, স্বৰ্গীয় গুৰুপ্ৰসাদ চলিহাৰ উপৰিও স্বৰ্গীয় লম্বোদৰ দাসক লোৱা হয় আৰু এই ব্যৱস্থা ১৯১০ চন পৰ্যন্ত অব্যাহত থাকে। ১৯০৩ চনৰ পৰা ১৯১০ চনৰ সময়ছোৱাত অসমীয়া প্ৰথম শ্ৰেণীৰ নাটক ভ্ৰমৰঙ্গ, মেঘনাদ বধ, জন্মাষ্টমী আদিৰ অভিনয় হয়। ভ্ৰমৰঙ্গৰ কামপুৰীয়া নিৰঞ্জনৰ ভাৱত স্বৰ্গীয় টঙ্কেশ্বৰ চলিহা আৰু মায়াপুৰীয়া নিৰ-ঞ্জনৰ ভাৱত স্বৰ্গীয় যাদৱ দুৱৰাই বিশেষ খ্যাতি লভিছিল। যোৰহাটৰ পৰা আহি "কেম্প" কৰি এই অভিনয় চাবলৈ অহা ৰাইজৰ মাজত এই দুজন "নিৰঞ্জন কোম্পানী" বুলিহে জনাজাত আছিল। কলিমনৰ ভাৱত সেই সময়ত অদ্বিতীয় আছিল স্বৰ্গীয় কীৰ্তিনাথ বৰদলৈ আৰু স্বৰ্গীয় ব্ৰহ্মানন্দ দত্ত।

১৯০১ চনত বেণুধৰ ৰাজখোৱা ডাঙৰীয়াৰ যত্নত এই থিয়েটাৰ ঘৰতে ক্লাব পতাৰো দিহা কৰা হয়। সেয়ে বোধকৰো গোলাঘাট টাউন ক্লাবৰ ভেটি স্থাপন।





সেই মসয়তে স্বৰ্গীয় সাৰদা বৰুৱা, স্বৰ্গীয় গোবিন্দ বৰুৱা, স্বৰ্গীয় হেম মেনেজাৰ, যোগদেৱ শৰ্মা (ধেমে-লীয়া ভাৱত) স্বৰ্গীয় গঙ্গানাথ চলিহা (খুহতীয়া ভাৱত) স্বৰ্গীয় ৰোমেশ্বৰ হাজৰিকা (মহিলাৰ ভাৱত) স্বৰ্গীয় গোলাপ গোসাঁই, স্বৰ্গীয় হৰিপ্ৰসাদ বৰুৱা, স্বৰ্গীয় সৰ্বানন্দ দুৱৰা (ভাল গায়ক আৰু নাচত পাকৈত), স্বৰ্গীয় টঙ্কেশ্বৰ চলিহা, স্বৰ্গীয় যাদৱ দুৱৰা (মহিলাৰ ভাৱত) (স্বৰ্গীয় দুৱৰাই ঐন্দ্ৰিলাৰ ভাও সুচাৰুৰূপে অভিনয় কৰিছিল বুলি স্বৰ্গীয় কীৰ্তিনাথ বৰদলৈৰ মুখে শুনিছিলোঁ), স্বৰ্গীয় উমাচৰণ কাকতী (ধেমেলীয়া ভাৱত), স্বৰ্গীয় লক্ষেশ্বৰ হাজৰিকা, স্বৰ্গীয় গৰ্গ নাথ শইকীয়া, স্বৰ্গীয় কমল দুৱৰা (মহিলাৰ ভাৱত স্বৰ্গীয় দুৱৰাই পাচত বিশেষ পাৰদৰ্শিতা দেখুৱাইছিল), স্বৰ্গীয় কীৰ্তিনাথ বৰদলৈ (ভাৱৰ উপৰিও নাচ-গানত বিশেষ ৰূপে খ্যাত) আদি বহুতেই অভিনয়ত যোগ দিছিলহি। নাট্য সমিতিৰ বিষয়-ববীয়া আছিল সভাপতি স্বৰ্গীয় শ্ৰীনাথ বেজবৰুৱা, সম্পাদক স্বৰ্গীয় যাদৱ দুৱৰা, সঙ্গীত—স্বৰ্গীয় যাদৱ দুৱৰা আৰু স্বৰ্গীয় ব্ৰহ্মানন্দ দত্ত, মঞ্চাধ্যক্ষ স্বৰ্গীয় গোবিন্দ বৰুৱা। ১৯১৩ চনত স্বৰ্গীয় কুলধৰ চলিহা দেৱে মুঞ্চীপ হৈ আহি নতুন উদ্যমেৰে নাট্য সমি-তিৰ গুৰি ধৰে। স্বৰ্গীয় কালিৰাম দত্ত, স্বৰ্গীয় উপেন্দ্ৰ নাথ দত্ত, স্বৰ্গীয় হংস বৰুৱা, স্বৰ্গীয় হেঙুল হাজৰিকা, স্বৰ্গীয় নব শৰ্মা (নাচ গানত) স্বৰ্গীয় কেদাৰ বৰবৰা (নাচ গানত), স্বৰ্গীয় গোপাল বৰদলৈ, স্বৰ্গীয় জগন্নাথ বৰদলৈ, স্বৰ্গীয় ৰাম প্ৰসাদ কাকতী, (সঙ্গীত নৃত্যৰ) স্বৰ্গীয় মোক্ষদা ভূঞা, স্বৰ্গীয় গোবিন কটকী, স্বৰ্গীয় মহেন্দ্ৰনাথ গোহাঞি, স্বৰ্গীয় হিৰেশ্বৰ দাস (মহিলা), শ্ৰীযুত ৰাজেন্দ্ৰ নাথ বৰুৱা, স্বৰ্গীয় গুণীন্দ্ৰনাথ বৰুৱা আদি বহুত নতুন অভিনেতাই সেই সময়তে নাট্য সমিতিত যোগ দিয়েহি। পিছৰ বছৰত স্বৰ্গীয় কৃষ্ণ প্ৰসাদ বৰুৱা, স্বৰ্গীয় প্ৰমোদাভিৰাম দাস, স্বৰ্গীয় বিষ্ণু গোস্বামী, স্বৰ্গীয় মহেশ্বৰ বৰুৱা, স্বৰ্গীয় মহেন্দ্ৰ নাথ বৰবৰা (তেখেতক সকলোৱে ঘৰুৱা নামেৰে সাগৰ বৰবৰা বুলিহে জানিছিল), স্বৰ্গীয় জীৱন তামুলী, শ্ৰীমাণিক চক্ৰবৰ্তী ডাঃ জিতেন্দ্ৰ নাথ বৰুৱা (তেখেত বোম্বাইত ভিক্টোৰিয়া উদ্যানৰ 'কিউৰেটৰ') আদি নতুন ভাৱৰীয়াসকল ওলায়।

১৯১৮ চনত গোলাঘাটৰ পৰা আঠজন ছাত্ৰই প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ প্ৰথমবাৰৰ বাবে প্ৰবেশিকা পৰীক্ষাৰ্থীয়ে স্বৰ্গীয় শৈলধৰ ৰাজখোৱা ৰচিত "বিদ্যাৱতী" নাটকৰ অভিনয় কৰে। ইমান কিজন ছাত্ৰই গোলাঘাটৰ পৰা একেলগে পৰীক্ষাত উত্তীৰ্ণ আগতে হোৱা নাছিল। তেতিয়াৰ পৰাই সমিতিৰ অভিনেতাৰ অভাৱ দূৰ হয়। সেই ছাত্ৰ-সকলৰ মাজৰ স্বৰ্গীয় খগেশ্বৰ বৰুৱা, স্বৰ্গীয় আহম্মদ চাহ, স্বৰ্গীয় ত্ৰৈলোক্য হাজৰিকা, স্বৰ্গীয় লক্ষী হাজৰিকা, স্বৰ্গীয় টঙ্কেশ্বৰ বড়া, শ্ৰীযুত যোগেশ্বৰ দত্ত, শ্ৰীযুত নগেন বৰুৱা আৰু শ্ৰীযুত যোগেশ্বৰ মহন্তই সমিতিত যোগ দিয়ে। ১৯১৭।১৮ চনৰ পৰা স্বৰ্গীয় প্ৰমোদ দাস, স্বৰ্গীয় ত্ৰৈলোক্য হাজৰিকা আৰু শ্ৰীযুত নগেন বৰুৱাই—প্ৰথম দুজনে মৃত্যুকাল পৰ্যন্ত আৰু শ্ৰীযুত বৰুৱাই আজিলৈকে সুখ্যাতিৰে অভিনয় কৰাৰ উপৰিও নাট্য সমিতিৰ সকলো দায়িত্ব লৈ এমেচাৰ থিয়েটাৰ চ'চাইটিৰ কৰ্ণধাৰ ৰূপে পৰিগণিত হৈ আহিছে। ১৯১৯ চনত মহিলাৰ ভাও লওঁতাৰ লেখ বাঢ়িল—এইবাৰ স্বৰ্গীয় জিতেন্দ্ৰনাথ বৰুৱা, স্বৰ্গীয় তাৰা প্ৰসাদ বৰুৱা, স্বৰ্গীয় উপেন্দ্ৰ নাথ গোহাঁঞি আদিয়ে যোগ দিয়ে।

১৯১৯ চনত নাট্য সমিতিৰ বিশেষ অধিবেশনৰ প্ৰস্তাৱ যোগে নাটঘৰ বৰ্তমান থকা নগৰৰ মাজ ঠাইলৈ আনিবলৈ থিৰ কৰা হ'ল। মুহূৰ্ততে তেনে ডাঙৰ কামৰ কাৰণে ধনৰ অভাৱত চিন্তাই সকলোকে ইতস্ততঃ কৰিবলৈ বাধ্য কৰিলে। কিন্তু নাট্যকলাক প্ৰাণতকৈও ভাল পোৱা কলাসাধক স্বৰ্গীয় যাদৱ দুৱৰাৰ নেতৃত্বত আৰু নাট্যামোদী স্বৰ্গীয় হংস বৰুৱা, স্বৰ্গীয় উপেন দত্ত, স্বৰ্গীয় গোবিন্দ বৰুৱা, স্বৰ্গীয় হেম বৰুৱা, (হেম মেনেজাৰ ৰূপে জনাজাত) স্বৰ্গীয় গৰ্গ শইকীয়া আদিৰ উদ্যমত প্ৰস্তাৱ গৃহীত নিশাই ঘৰ ভাঙি আনি পাচদিনাই বৰ্তমান থকা ঠাইত ঘৰ তৰিলেহি। নতুন ঘৰৰ কাৰণে স্বৰ্গীয় সোমেশ্বৰ শইকীয়া মৌজাদাৰে ২৫০ টকাৰ খুটা, স্বৰ্গীয় যাদৱ দুৱৰাই ৪০০ টকাৰ কাঠ দিছিল। নাট্য ৰসিক দুৱৰাই মৃত্যুৰ সময়লৈকে যি উদ্যমেৰে সমিতিৰ বিষয়ে প্ৰাণপণে খাটিছিল, কালে অকালতে হৰি নিনিয়া হ'লে আমাৰ নাট্য সমিতিৰ বিশেষ উন্নতি বহু আগতেই হ'লহেঁতেন। নাট্য সমিতিৰ নতুন ঘৰ সজাৰ লগে লগেই স্বৰ্গীয় মহেন্দ্ৰ গোহাঞি, স্বৰ্গীয় উপেন দত্ত আৰু শ্ৰীযুত ৰাজেন বৰুৱা দেৱে লগ লাগি সমিতিৰ কাৰণে দেহেকেহে খটাৰ উদাহৰণ স্বৰূপে শ্ৰীযুত বৰুৱা আৰু স্বৰ্গীয় গোহাঞিদেৱে নাট্য সমিতিৰ ধনৰ অভাৱৰ কাৰণে নিজ নিজ নামত হেণ্ডনোট দি ভীমৰাজ মঙ্গিৰামৰ দোকানৰ পৰা নিজ দায়িত্বত টিনপাত আনি ষ্টেজঘৰ সাজিলে। আজিও হলৰ ওপৰত থকা সৰহ ভাগ টিনপাত সেইখিনিয়েই। নাট্যমন্দিৰ সম্পূৰ্ণ কৰি তোলাত স্থানীয় বহুলোকে নানা তৰহৰ দান দি এই প্ৰচেষ্টাক জয়যুক্ত কৰিলে। ইতিমধ্যে এটা নতুন উপসৰ্গই দেখা দিলে। নাটঘৰৰ মাটি ডোখৰ চৰকাৰী। অনুমতি লোৱা সম্পৰ্কত আসোঁৱাহৰ কাৰণে চৰকাৰৰ

পৰা আপত্তি আহিল। স্বৰ্গীয় ঘনশ্যাম বৰুৱা দেৱৰ উপদেশ ক্ৰমে তেতিয়াৰ টাউন কমিটিৰ ভাইচচেয়াৰমেন স্বৰ্গীয় গোপিকা বল্লভ গোস্বামীদেৱৰ যত্নত সমিতিৰ নামত মাটিৰ একচনা পট্টা হ'ল।

১৯১৯-২০ চনত গানৰ চোকোৰা নাচনি ল'ৰাক নিৰ্ভুলকৈ নাচ শিকাবলৈ শ্ৰীযুত ৰাজেন্দ্ৰ নাথ বৰুৱা, স্বৰ্গীয় কীৰ্তিনাথ বৰদলৈ, স্বৰ্গীয় গোপাল বৰনলৈ দেৱে ল'ৰাৰ লগতে নিজে নাচিছিল আৰু নাচৰ পৰি-বেশৰ লগত খাপ খোৱাকৈ গীত ৰচি শিকাইছিলও। সেই বছৰ স্বৰ্গীয় মহেন্দ্ৰ নাথ গোহাঞি জেনেৰেল মেনেজাৰ আছিল। কিবা কথাত মন নিমিলাত তেখেতে উক্ত পদ ইস্তফা দিছিল। গোহাঞি দেৱক পুনৰ ঘূৰাই অনাৰ অভিনৱ চেষ্টা হ'ল তেখেতৰ বিয়াৰ দিনা ১৯২২ চনত সমিতিৰ ডেকা বুঢ়া সক-লোৰে দৰা আগচি "পুনৰ জেনেৰেল মেনেজাৰ হ'ম" বুলি প্ৰতিশ্ৰুতি লৈহে বাট এৰি দিয়া। ১৯২৫ চনলৈ তেখেত সেই পদত আছিল। কাছাৰীৰ পৰা আহোঁতে বাহিৰে বাহিৰে থিয়েটাৰ ঘৰত সোমাই কোট সোলো-কাই, পটলুং কোচাই হাতত বাল্টি লৈ হলৰ ভিতৰত পানী সিঁচা দেখা গৈছিল, নিজে বাঁহ কাটি জেওৰাও দিছিল। এইবোৰ তেখেতৰ একাগ্ৰতাৰ পৰিচায়ক।

১৯২২ চনলৈকে থকা নাচনি চোকোৰাৰ যাত্ৰা আদিত হোৱা খেমটা নাচেই চলিছিল। তাৰ পাচত চোকোৰাৰ অভাৱ আৰু দৰ্শকৰ ৰুচিৰ পৰিবৰ্তনৰ লগে লগে শ্ৰীযুত ৰাজেন্দ্ৰনাথ বৰুৱা আৰু স্বৰ্গীয় বিষ্ণু গোস্বামীৰ প্ৰচেষ্টাত বড়গীত, ওজাপালিৰ আহিৰ নতুন নৃত্য গীতৰ প্ৰচলন হয়। সেই সময়ৰ পূৰ্ণিমা সন্মিলনত এনে ধৰণৰ গীত-মাতৰ বহল চৰ্চ্চা হয়। স্বৰ্গীয় ৰাধিকা দুৱৰাই এই অনুষ্ঠানত আগ ভাগ লৈছিল।

গোলাঘাটত ১৯২৯ চনত একেলগে হোৱা ছাত্ৰ সন্মিলন, মহিলা সভা আৰু সাহিত্য সভাত কিনা ৪৫০খন টিনৰ চকী, নাট্য সমিতিৰ পৰা পোৱা সকলো ধৰণৰ সহায়ৰ বাবে মাত্ৰ ২০০ টকাৰ নাম মাত্ৰ মূল্যত বিক্ৰি কৰা হয়। সেই চকীয়ে নাট্য সমিতিৰ এটা ডাঙৰ অভাৱ পূৰণ কৰে।

১৯৩৬ চনত হিতসাধনী সভাৰ সভাপতি স্বৰ্গীয় গোপিকাবল্লভ গোস্বামীৰ যত্নত উক্ত সভাৰ পৰা নাট্য সমিতিলৈ ৮৫০ টকাৰ দান পোৱা যায়। নাট্য-সমিতিৰ পুঁজিৰ সৰ্বমুঠ ৮৫০০ টকাৰে ১৯৩৮ চনত বৰ্তমান 'ষ্টেজ' আৰু চোঁ ঘৰ সজা হয়। শ্ৰীযুত নগেন বৰুৱা আৰু স্বৰ্গীয় দুৰ্গানাথ হাজৰিকাৰ যত্নত সাতজন দাতাৰ পৰা সাতখন দৃশ্যপট সংগ্ৰহ কৰা হয়। ১৯৩৮ চনত চৰ্দাৰ বোলাসিঙৰ লগত ৭০০০ টকাত নাট্যমন্দিৰৰ যাবতীয় ঘৰ সুন্দৰকৈ সজাৰ চুক্তি কৰা হয়। সেই চুক্তি-পত্ৰত কোনো কোনোৱে চহী কৰিবলৈ আপত্তি কৰিছিল যদিও স্বৰ্গীয় মহেন্দ্ৰনাথ বৰুৱা, স্বৰ্গীয় চেকেণ্ডাৰ আলি, স্বৰ্গীয় প্ৰমোদাভিৰাম দাস, স্বৰ্গীয় ৰমাকান্ত বৰুৱা, স্বৰ্গীয় ত্ৰৈলোক্য নাথ হাজৰিকা, স্বৰ্গীয় দুৰ্গানাথ হাজৰিকা, শ্ৰীযুত বিষ্ণু প্ৰসাদ চলিহা আৰু শ্ৰীযুত নগেন্দ্ৰনাথ বৰুৱাই ব্যক্তি-গত দায়িত্বত স্বাক্ষৰ কৰি চৰ্দাৰজীক টকা দিয়াৰ দায়িত্ব গাত পাতি লয়। চুক্তিমতে কিছু কাম আগ বাঢ়োঁতেই দ্বিতীয় মহাযুদ্ধৰ ৰণ শিঙা বাজিলে। গোলাঘাটৰ আগচোতাল ডিমাপুৰেই ৰণথলী হ'লহি। ঘৰৰ কাম বন্ধ হ'ল। চৰ্দাৰৰ কৰা কামৰ বাবে প্ৰায় ৩০০০ টকা আদায় কৰি চুক্তিনামা ৰদ কৰা হ'ল।

১৯৪৩ চনত সেই আধৰুৱা ঘৰটোকে চৰকাৰে যোগান বিভাগৰ গুদাম পাতিবলৈ অধিগ্ৰহণ কৰে। ১৯৪৫ চনত হোৱা ভুঁইকঁপৰ বাবে ভগা দেৱালৰ ক্ষতিপূৰণ হিচাবে ৬২০০ টকা আৰু গুদাম কেৰেয়া বাপে ১০৫০ টকা পোৱা হয়। ১৯৫১ চনলৈ সমি-তিৰ মাটি একচনা আছিল। তেতিয়াৰ বিত্ত মন্ত্ৰী শ্ৰীযুত বিষ্ণু মেধিক লগ ধৰি সকলো আলোচনা কৰি আবেদন জনোৱাত ৫২ চনৰ পৰা ম্যাদী পট্টাৰ ব্যৱস্থা হয়। ১৯৪৮ চনৰ গোলাঘটীয়া ৰাইজৰ ওপৰত হোৱা পাইকাৰী জৰিমনা (collective fine) ১২৮১ টকা শ্ৰীযুত নগেন্দ্ৰনাথ বৰুৱাৰ যত্নত নাট্য সমিতিয়ে পায়। সেই টকা আৰু আগৰ ভাওনা কৰি পোৱা ৭০০ টকাৰে ২২০ খন কাঠৰ চকী আৰু ২০খন হাতলগা বেঞ্চ নাট্য সমিতিৰ বাবে কৰোৱা হয়।

দেশ স্বাধীন হোৱাৰ পাচত শ্ৰীপ্ৰদীপ চলিহা আৰু শ্ৰীযদু শইকীয়াৰ অশেষ যত্নত নাট্য সমিতিৰ তৰফৰ পৰা অঙ্কীয়া নাট "ৰুক্মিণী হৰণ"ৰ অভিনয় কৰা হয়। প্ৰবীণ অভিনেতা স্বৰ্গীয় প্ৰমোদ দাস, স্বৰ্গীয় ত্ৰৈলোক্য হাজৰিকা, স্বৰ্গীয় মাধৱ বৰুৱা, শ্ৰীযুত নগেন বৰুৱা, শ্ৰীযুত বিষ্ণু প্ৰসাদ চলিহা আদিৰ খোল-তালৰ লগত প্ৰবেশ, যুদ্ধ আদি চাই দৰ্শকে বৰ সন্তোষ পাইছিল। এই ভাও চাবলৈ যোৰহাটৰ পৰা অহা মানুহো ঠাইৰ অভাৱত ঘূৰি যাব লগীয়া হৈছিল। এই অভিনয়ৰ বিশেষত্ব, ইয়াৰ আগতে অসমৰ ক'তো আধুনিক সাজ-পাৰেৰে এনে ভাওনা কৃতকাৰ্যৰে অভিনীত হোৱা নাছিল। অভিনয়ত শ্ৰীযুত (সকল) কানু বায়ন আৰু মণিৰাম বায়নৰ অপৰিহাৰ্য অৱদান উল্লেখ কৰিব লাগিব। ইয়াৰ পিছতো সীতা-সয়ম্বৰ, পাৰিজাত হৰণ আদি কেইবা-খনো অঙ্কীয়া নাট শ্ৰীযুত প্ৰদীপ চলিহা আৰু শ্ৰীযুত যদু শইকীয়াৰ পৰিচালনাত অভিনীত হয়।

১৮৯৬ চনৰ পৰা ১৯০২ চনলৈকে থকা নাট্য সমিতিৰ খেৰ-বাঁহৰ ঘৰে (প্ৰতিটো বছৰে সভ্য সকলে নিজে ঘৰ চাইছিল) এতিয়া পূৰ্ণাঙ্গ ৰূপ লৈছে। এই কৃতকাৰ্যতাৰ কাৰণে যি সকলে অশেষ ত্যাগ স্বীকাৰ কৰি অনেক অৱদান দিছিল, এই সৰু প্ৰৱন্ধত তেখেত সকলৰ নাম উল্লেখ কৰা সম্ভৱ নহয়। জীৱিত সকললৈ কৃতজ্ঞতা আৰু যি সকলক কালে হৰি নিলে তেখেতসকললৈ আন্তৰিক শ্ৰদ্ধা জনোৱাত বাজে আন একো উপায় নাই।

১৯৪৭ চনত শ্ৰীযুত যোগেন গোস্বামী, শ্ৰীযুত বিষ্ণু প্ৰসাদ চলিহা আৰু স্বৰ্গীয় দৌলেশ্বৰ দত্তৰ দ্বাৰা সমিতিৰ সংবিধান (constitutions) ৰচিত হয়। ১৯৪৮ চনত সমিতিক "গোলাঘাট এমেচাৰ থিয়েটাৰ চ'চাইটি" নামকৰণ কৰি পঞ্জীবদ্ধ কৰা হয়।

১৯২৯।৩০ চনত গোলাঘাটলৈ প্ৰথমবাৰৰ বাবে অহা পাচি থিয়েটাৰ চাই গোলাঘাটৰ মাৰোৱাৰী হিন্দু-স্থানী আৰু অসমীয়া অভিনেতা সকলে গোটখাই "স্বামী ভক্ত" নামৰ হিন্দী নাটক কৃতকাৰ্যতাৰে অভি-নয় কৰে। স্বৰ্গীয় গজানন জালান, ইন্দ্ৰচান্দ লিলা, আব্দুল ৰেজাক (মহিলাৰ ভাৱত) ৰাধাকিচন বাজাজ, ধানচুক বাজাজ, লক্ষীনাৰায়ণ বাজাজ, জুমৰমল মিত্ৰ (মহিলাৰ ভাৱত) স্বৰ্গীয় ডাক্তৰ নুৰ ৰহমান আদিয়ে কৃতকাৰ্যতাৰে কৰা এই নাটক চাই যোৰহাটৰ ডেপুটি কমিচনাৰে অভিনেতাসকলক মাতি নি যোৰ-হাটতো পুনৰাভিনয় কৰায়।

পুৰণি অভিনেতাসকলৰ ভিতৰত স্বৰ্গীয় গোবিন্দ বৰুৱা সভা শুৱনি ওখ ডাঙৰ মানুহ আছিল। তেখেতে বিখ্যাত অভিনেতা দানী বাবুক অনুকৰণ কৰিছিল। গলগলীয়া মাতেৰে জয়মতী নাটকত বুঢ়াগোহাঁঞিৰ ভাৱৰ বচন ভংগী অলপ বেচি নাট-কীয় হ'লেও তেখেতে দৰ্শকৰ মন জিনিব পাৰিছিল। সেই নাটকতে স্বৰ্গীয় লক্ষী হাজৰিকাৰ হুবহু তিৰো-তাৰ চেহেৰা আৰু গমগতিৰে জয়মতীৰ ভাও বৰ ভাল হৈছিল। বিখ্যাত অভিনেতা স্বৰ্গীয় গুণীন বৰুৱাৰ গদাধৰ অতুলনীয় আছিল। স্বৰ্গীয় গৰ্গ শইকীয়া, স্বৰ্গীয় কেদাৰ বৰুৱাৰ কৌপিন মৰা পোছাকেৰে চকুৱাৰ ঠোঁঙাত মাংস খোৱাৰ বাস্তৱ অভিনয় দৰ্শকৰ মনত আজিও আছে। স্বৰ্গীয় গুণীন বৰুৱাৰ ছাহজাহান নাটকৰ যশোবন্তৰ ভাও, নগা কোঁৱৰত কনচেঙৰ ভাৱে মানুহৰ মনত স্থায়ী প্ৰভাৱ পেলাব পাৰিছিল। মঞ্চৰ ওপৰত যাঠীডালৰ জোংটো ওপৰলৈ কৰি খোচ মাৰি থিয় কৰি কাষ-লতিৰ মাজে সৰকাই মঞ্চৰ ওপৰত পৰি আত্মহত্যা কৰা কনচেঙৰ ভাও দেখি দৰ্শকৰ মাজৰ মহিলা, ল'ৰা-ছোৱালীয়ে চিঞৰি উঠিছিল। মঞ্চৰ আঁৰত ৰৈ থকা অভিনেতাসকলে সঁচাকৈয়ে যাঠীৰ খোচ খালে বুলি পট পৰাৰ লগে লগে উধাতু খাই মঞ্চত উঠি-ছিলহি। স্বৰ্গীয় ত্ৰৈলোক্য নাথ হাজৰিকাৰ "বাঘ-ৰাজ", "শকুনি", "জয়চাঁদ", কংস আদিৰ ভাও অতি উচ্চস্তৰৰ আৰু মনোগ্ৰাহী হৈছিল। শ্ৰীযুত সুৰেন শইকীয়া এজন উচ্চস্তৰৰ হাস্যৰসিক ভাৱৰীয়াৰ উপৰিও, নাট্যকাৰ সংগীতজ্ঞ আৰু ৰসগ্ৰাহী সুনিপুণ শিল্পী। শ্ৰীযুত সূৰ্য্য বৰুৱাই ২৫ বছৰৰ ওপৰ কৃতকাৰ্যতাৰে ধেমেলীয়া ভাও দি আহিছে। তেখেতে বোলছবিতো একাধিকবাৰ সুনিপুণ অভিনয় কৰি দৰ্শকৰ শলাগ লাভ কৰিছে। ৬।৭ বছৰ বয়সৰ পৰা সুৰেন শইকীয়াৰ বোকোচাত উঠি "কেৰকোচ কেৰ-কোচ বৰাগী ভটীয়াই গ'ল। আমাৰ বৰাগী কাই বৰাগিনী লগ পাই ষোল বছৰীয়া হ'ল।" ভাও দিয়া "কেৰকোচ গোসাঁই" বুলি জনাজাত শ্ৰীযুত হৰিশ্চন্দ্ৰ গোসাঁই গোলাঘটীয়া ৰাইজৰ মনত সদায়েই সেউ-জীয়া হৈ থাকিব। বহুত ধুনীয়া মহিলাক লাজ দিব পৰা এখেতৰ খোজ-কাটল, কথা কোৱাৰ ধৰণ সৰুফুটীয়া কুণ্ডত চুছিকটা ধুনীয়া মুখৰ 'মজিয়ানা' সীতা, শেৱালি, ৰঙিলীৰ ভাও গোলাঘাটত কিয় গোটেই অসমতে অনবদ্য। মজিয়ানা নাটকত সুৰেন শইকীয়াৰ আব্বাল্লা, হৰিশ গোসাঁইৰ মজিয়ানা, সূৰ্য্য বৰুৱাৰ মুস্তাফা গোটেই অসমতে এক অতু-লনীয় অভিনয় হৈছিল। শইকীয়া দেৱৰ কুশল কোঁৱৰ নাটকৰ প্ৰথম অভিনয়ৰ দিনা স্বৰ্গীয় কুশল কোঁৱৰৰ পৰিবাৰো উপস্থিত আছিল। সেইদিনা দৰ্শকৰ হেঁচাত হলত ঠাই দিব নোৱাৰি পুলিচৰ সহায় ল'ব লগা হৈছিল। নীলপদ্ম বৰুৱা, সিংজী, কুশল কোঁৱৰৰ ভাও অতি সফলতাৰে অভিনীত হৈছিল। শেষ দৃশ্যত দৰ্শকৰ উচুপনি স্পষ্ট ভাৱে শুনা গৈছিল। শইকীয়া দেৱৰ নাট সমূহ প্ৰধানতঃ হাস্যৰসাত্মক হ'লেও তাৰ মাজত থকা এটি কৰুণ ধ্বনিয়ে ( cli ging ringing pathos ) দৰ্শকৰ অন্তৰ চুই গৈছিল। ৰস জ্ঞান থকা সুকুমাৰ কলা সেৱী, পঢ়া কালতে "ফুলৰো" নাটকত "ভাডুৰাম', মানময়ী গাৰ্লচ স্কুলত 'দাৰোৱান', মেবাৰ পতনত 'হেদায়ত আলি খাঁ'ৰ ভাও কলিকতীয়া মঞ্চত কৃত-কাৰ্যতাৰে অভিনয় কৰি 'মেজ বাবু' স্বৰ্গীয় শ্যামা প্ৰসাদৰ প্ৰশংসা পোৱা এই শিল্পীৰ অভিনয় মন কৰিবলগীয়া। তেখেতে মঞ্চত বহুৱালি কৰি সস্তীয়া হাস্যৰসৰ সৃষ্টি কৰা নাই। ইংৰাজ হাস্যৰসিক অভিনেতা, Charles Chaplin আৰু Har ld Llyodৰ নিচিনাকৈ তেখে-তৰ অভিনয়ত হাস্যৰসৰ লগতে কৰুণ ৰস সজ্জিত। Chesterton ৰ Dickens ৰ বিষয়ে উক্ত এষাৰ

কথা এইজন শিল্পীৰ অভিনয় আৰু নাটক সৃষ্টি দুয়োটা দিশতে প্ৰযোজ্য। "Humour in its essence consists in enjoying at o'her's cost. He was the throughly popular humour of obvious farce and broad comedy. He was never tempted to jingle his jester's belt out of season so as to make the right look wrong and the wrong ridiculous."

শৰৎ শৰ্মাৰ 'জলমবটা' এখনি উচ্চ শ্ৰেণীৰ নাটক— "ডাঙৰীয়া দেউতাই ছুঁহে লেখিছে, গা লেখা নাই।" আদি কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ প্ৰতি উক্ত বচন ভঙ্গী তৎকালীন সমাজৰ নিখুঁত পৰিচায়ক। স্বৰ্গীয় পুণ্যব্ৰত বৰুৱা সূক্ষ্ম দৃষ্টিৰ ৰসগ্ৰাহী যুৱক আছিল। অকাল মৃত্যুৱে হৰি নিনিয়াহেঁতেন তেখেতৰ পৰা সমাজে বহু আশা কৰিব পাৰিলেহেঁতেন।

আমাৰ স্থানীয় নাট্যকাৰ তাকৰীয়া হলেও স্বৰ্গীয় বিষ্ণু গোস্বামীৰ "কুবেৰ", স্বৰ্গীয় ঘনশ্যাম গগৈৰ "লক্ষ্মী সিংহ", স্বৰ্গীয় ৰাধিকা দুৱৰাৰ স্বৰ্গীয় ৰজনী বৰদলৈৰ উপন্যাসৰ ছাঁলৈ লিখা "ৰহদৈ লিগিৰী", শ্ৰীযুত যদু শইকীয়াৰ "কুৰঙ্গ নয়নী", "আৰিমত্ত", স্বৰ্গীয় তাৰাপ্ৰসাদ বৰুৱাৰ "মোগল বিজয়", স্বৰ্গীয় ৰাপুৰাম কাকতীৰ "শান্তিবাৰী", "নাগকন্যা", শ্ৰীযুত সুৰেন শইকীয়াৰ "কুশল কোঁৱৰ", "মজাৰ বিয়া", ঘোকোচ" "আপোচকৈ" আদি কৰি ৩৩খন নাটক, শ্ৰীযুত শৰৎ শৰ্মাৰ "ৰাজ মৈদাম", "কোৰ্বান", "জলমবটা", পঙ্কজ বৰুৱা, স্বৰ্গীয় পুণ্যব্ৰত বৰুৱাৰ 'স্বৰ্ণ খনিকৰ' আদি নাটকৰ অভিনয় আমাৰ মঞ্চত সফলভাৱে অভিনীত হয়। অকাল মৃত্যুৱে হৰি নিয়া আন এজন কৃতী শিল্পী নাট্যকাৰ সোমেশ্বৰ কলিতাৰ নাট্য সমিতিলৈ অৱদান উল্লেখযোগ্য। তেখেতে আমাৰ মাজৰে সফল ৰূপশিল্পী শ্ৰীযুত অৰুণ কলিতাৰ লগতে সমিতিৰ বহুত পট, কাষৰীয়া পট আদি দক্ষতাৰে আঁকাৰ উপৰিও কেইবাখনো প্ৰহসন নাটক অনাতাঁৰ কেন্দ্ৰত প্ৰচাৰিত হৈছিল।

আগতে উল্লেখ কৰি অহাৰ দৰে সমাজত একতা স্থাপন আৰু সকলো ৰাজহুৱা কামত অকৃত্ৰিম সহযোগিতাৰ প্ৰধান উৎস বুলি এমেচাৰ থিয়েটাৰ চ'চাইটিক অভিহিত কৰিব পাৰি। "সূত্ৰে মণিগণাঃ ইব" হিন্দু-মুছলমান, জৈন-খৃষ্টান, অসমীয়া, বঙালী, ৰাজস্থানী-নেপালী, পাঞ্জাবী, সকলোৰে মিলনভূমি এই এমেচাৰ থিয়েটাৰ চ'চাইটিয়ে সকলোকে একতাৰ ডোলেৰে বান্ধি, গোলাঘাটক সকলো দিশত সমৃদ্ধি পথত আগুৱাই, এক শান্তিপূৰ্ণ কল্যাণময় পৰিবেশৰ সৃষ্টি কৰিব পাৰিব বুলি আশা কৰিব পাৰি। সৌ সিদিনা মাথো হোৱা এই একতাৰ পৰিচায়ক শ্ৰীযুত সকল "ৰামচন্দ্ৰ যোশী", মোহন জালান, হৰক নাৰায়ণ গুপ্ত, স্বদেশ বানাৰ্জী, জয়দেউ খাণ্ডেলৱাল, আদি সকলোৰে সফল অভিনয়—"মণিৰাম দেৱানৰ" কথা উল্লেখ কৰি এই প্ৰৱন্ধৰ সামৰণি মৰা হ'ল।

● ●

---

শ্ৰীযুত অতুল হাজৰিকাৰ "মঞ্চলেখা", শ্ৰীযুত যদু শইকীয়া, শ্ৰীযুত প্ৰদীপ চলিহাৰ "এমেচাৰ থিয়েটাৰ চ'চাইটিৰ বুৰঞ্জী," ডাঃ হৰিশচন্দ্ৰ ভট্টাচাৰ্যৰ "Glimpses of drama" প্ৰবন্ধাৱলীৰ অবলম্বনত।





# গোলাঘাটৰ বিশিষ্ট শিক্ষক আৰু শিক্ষাবিদ্‌সকল

শ্ৰীচিদানন্দ শইকীয়া

॥ এক ॥

অসমেই শেহতীয়াকৈ বৃটিছৰ তললৈ যোৱা ৰাজ্য। ১৮২৬ চনত অসমে পৰাধীনতা বৰণ কৰে। কিন্তু পৰাধীনতাৰ শিকলিত বান্ধ খোৱাৰ দিন ধৰিয়েই মুক্তিৰ বাবে অসমৰ স্বাধীনচিতীয়া জনগণে বিভিন্ন ধৰণে সংগ্ৰামত অৱতীৰ্ণ হ'ল। গমধৰ কোঁৱৰ আদিয়ে ১৮৩০ চনতেই বিদ্ৰোহৰ অগনি জ্বলালে। মণিৰাম দেৱান চিপাহী বিদ্ৰোহৰ অন্যতম নায়ক হিচাবে অসমত বিদ্ৰোহ কৰাৰ অপৰাধত ফাঁচিকাঠত উঠিলে। সেই আদিম বিদ্ৰোহৰ সময়ত নানা নিৰ্যাতন আৰু ফাঁচি বৰণ কৰা অন্যান্যসকলৰ ভিতৰত বাহাদুৰ গাওঁবুঢ়া, পিয়লি ফুকন, পিয়লি বৰুৱা, ফৰ্মুদ আলি আদিৰ দৰে প্ৰাতঃস্মৰণীয় লোকসকল আছিল। অসমত এনেদৰে বিভিন্ন ধৰণৰ বিদ্ৰোহ আদি চলিলেও ভাৰতবৰ্ষত বিক্ষিপ্তভাৱে চলা বিদ্ৰোহৰ মাজেদিও, পশ্চিমীয়া শিক্ষা আৰু বিজ্ঞানৰ চৌৰে দেশত প্ৰভাৱ বিস্তাৰ কৰিব ধৰিলে। অসমক নকৈ পৰাধীনতাৰ শিকলিৰে বান্ধি বৃটিছ শাসকবৰ্গই বঙ্গদেশৰ অভিজ্ঞ লোকক অসম শাসন কৰাত সহায় কৰিবলৈ পঠালে। এই সুযোগতেই অসমলৈ বাঙালী আভিজাত্য দল এটাৰ আগমন হয়। এইসকল সাম্ৰাজ্যবাদী শাসকৰ প্ৰৰোচনাত অসমৰ শিক্ষা, ভাষা, সাহিত্য, সংস্কৃতিত বিভ্ৰান্তিকৰ অৱস্থাৰ সৃষ্টি হয়। অসমত শিক্ষা-সংস্কৃতিৰ ক্ষেত্ৰত এটা বঙলুৱা প্ৰভাৱ পৰে। অৱশ্যে আৰম্ভণিৰে পৰাই এই প্ৰচেষ্টাৰ বিৰুদ্ধে যুঁজ দি অসমীয়া ভাষা-সাহিত্যৰ প্ৰতিষ্ঠাতালোকঁৰো আবিৰ্ভাৱ হল। ইতিমধ্যে ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যলৈ অহা মিছনেৰী চাহাবসকলেও অসমীয়া ভাষা, সাহিত্যক জীপ দিয়াত সহায় কৰিলে। এয়ে ইংৰাজ আগমনৰ আদিছোৱা অসমৰ চিত্ৰ।

উনৈশ শতিকাৰ মাজভাগৰ পৰাই বঙ্গদেশত আধুনিক পাশ্চাত্য শিক্ষাৰ প্ৰসাৰ হব ধৰিলে। বহুতো বাঙালী লোকে ইতিমধ্যে পাশ্চাত্য ইংৰাজী শিক্ষা লৈ বঙ্গদেশৰ নতুন ভাৱধাৰাত অনুপ্ৰাণিত কৰাবলৈ প্ৰচেষ্টা চলালে। কলিকতাত ইংৰাজী শিক্ষাৰ কলেজ আদিও হ'ল। বিশ্ববিদ্যালয়ো প্ৰতিষ্ঠা হ'ল। ইংৰাজী শাসনত সহযোগিতা আগবঢ়াবৰ বাবে অসমতো ইংৰাজী প্ৰচলনৰ আৱশ্যকতা হ'ল। গতিকে, পৌৰাণিক শিক্ষাত এটা সংস্কাৰ সাধন কৰিবলগীয়া হ'ল। ঠায়ে ঠায়ে বাঙালী পাঠশালা স্কুল প্ৰতিষ্ঠা হল। তাতেই অসমীয়া লোকে "বঙলা" শিকিবলৈ ধৰিলে। দুই-চাৰিজনে "বাঙালী বাবুৰ" লগত থাকি ইংৰাজী শিক্ষা কৰিছিল। লাহে লাহে আধুনিক শিক্ষাৰ বাহক ইংৰাজী ভাষাটো শিক্ষাৰ আৱশ্যকতা বহুতেই অনুভৱ কৰিলে। আৰু টকা-কড়িৰ সুবিধা থকাসকল উচ্চ শিক্ষাৰ বাবে কলিকতালৈ যাব ধৰিলে। কিন্তু ইতিমধ্যে অসমত কেইখনমান চৰকাৰী হাইস্কুল প্ৰতিষ্ঠা হৈছে। পাদুৰী চাহাবসকলে ধৰ্ম প্ৰচাৰৰ লগতে শিক্ষা প্ৰচাৰতো মন দিছিল। ১৮৫৪ চনৰ পৰা অসমত প্ৰাথমিক শিক্ষা প্ৰচাৰ কৰিবলৈ চৰকাৰে ব্যৱস্থা কৰে। ফলত ঠায়ে ঠায়ে কিছু বাঙালী ভাষাৰ পাঠশালা প্ৰতিষ্ঠা হয়। এয়ে শিক্ষা প্ৰচাৰৰ আদি বুৰঞ্জী বুলিব পাৰি।

চৰকাৰী প্ৰচেষ্টাৰে শিক্ষা বিস্তাৰ যথেষ্ট নোহোৱা বাবে ব্যক্তিগত প্ৰচেষ্টাতহে বহুতো স্কুল আদি প্ৰতিষ্ঠা হৈছিল। ইতিমধ্যে অসমৰ কিছু সংখ্যক ডেকাই কলিকতাত গৈ উচ্চ শিক্ষা লাভ কৰিছিল। আৰু এই সকলেই অসমীয়া ভাষা-সাহিত্য আৰু শিক্ষা প্ৰচাৰৰ বাবে চিন্তা কৰিছিল। এইসকল লোকৰ অনুপ্ৰেৰণাতেই অসমত আধুনিক শিক্ষাৰ বাট মুকলি হয় বুলিব লাগে। অসমৰ বিভিন্ন ঠাইত ইংৰাজী শিক্ষাৰ অনুষ্ঠানবোৰ গঢ়ি উঠাত ব্যক্তিগত প্ৰচেষ্টা থকাৰ দৰেই গোলাঘাট মহকুমাতো তেনে

প্ৰচেষ্টা চলিল। গোলাঘাট মহকুমাত ব্যক্তিগত প্ৰচেষ্টাৰ প্ৰভাৱ অত্যন্ত বেছি। এই ব্যক্তিগত প্ৰচেষ্টাৰ গুৰি ধৰোঁতা আছিল অসমৰ মাতব্বৰ পৰিয়াল বেজবৰুৱাৰ বংশটো। এই বেজবৰুৱাৰ বংশটোৱেই আগভাগ লৈ গোটেই শিৱসাগৰ জিলাত ইংৰাজী শিক্ষাৰ প্ৰচাৰত ব্ৰতী হৈছিল। অসমৰ আধুনিক ইংৰাজী শিক্ষানুষ্ঠান স্থাপন কৰা ক্ষেত্ৰত বেজবৰুৱা বংশ চিৰস্মৰণীয় হৈ ৰ'ব। আধুনিক ইংৰাজী শিক্ষাই শিৱসাগৰ জিলাত প্ৰসাৰতা লাভ কৰাৰ পটভূমিৰ কিছু কথা উনুকিয়াই ললে গোলাঘাট মহকুমাৰ শিক্ষা প্ৰসাৰৰ কথা বুজাত সহায়ক হ'ব। ১৮৮৮ চনত ডাঙৰীয়া দীননাথ বেজবৰুৱাই শিৱসাগৰত এখন ইংৰাজী স্কুল পাতে। তেখেতৰ পুত্ৰ গোবিন্দচন্দ্ৰ বেজবৰুৱা আৰু শ্ৰীনাথ বেজবৰুৱাই যোৰহাট, গোলাঘাট আদি ঠাইত ইংৰাজী স্কুল পাতেহি। লক্ষীমপুৰত দীননাথ বেজবৰুৱাই ইংৰাজী স্কুল প্ৰতিষ্ঠা কৰিছিল। বেজবৰুৱা পৰিয়ালে স্থাপন কৰা শিৱসাগৰ জিলাৰ তিনিওখন হাইস্কুলে শিক্ষা প্ৰচাৰত যথেষ্ট বৰঙনি যোগাইছে। আদি অৱস্থাত স্কুল স্থাপন কৰোঁতাসকল যে, দেশহিতৈষী, শিক্ষাপ্ৰেমী, দূৰদৰ্শী আৰু ত্যাগী লোক আছিল তাত সন্দেহ নাই। সেই অনুষ্ঠানত শিক্ষকতা কৰোঁতাসকলো অতি নিষ্ঠাবান আৰু আদৰ্শ শিক্ষক আছিল। সেই দেখি অসমৰ শিক্ষা জগতৰ উনৈশ শতিকাৰ শেষ ভাগৰ আৰু কুৰি শতিকাৰ আগ ভাগৰ শিক্ষক, শিক্ষাবিদ্ সকল অসমৰ শিক্ষা-জগতৰ চিৰনমস্য। শিক্ষাৰ লগত নিষ্ঠাৰে সৈতে জড়িত থকা গোলাঘাটৰ স্বৰ্গগত বিশিষ্ট শিক্ষক আৰু শিক্ষাবিদ্ কেইগৰাকীমানক সুঁৱৰিবৰ বাবেই এই প্ৰবন্ধ লিখা হৈছে।

১৮৪৬ চনত গোলাঘাট মহকুমা গঠিত হয়। গোলাঘাট মহকুমাৰ সীমা অৱশ্যে কেবা বাৰো পৰিবৰ্তন হৈ বৰ্তমান অৱস্থা প্ৰাপ্ত হৈছেহি। এসময়ত ইয়াৰ পশ্চিমাঞ্চল খাগৰিজান (নগাওঁ) জিলাৰ ভিতৰত আছিল। এতিয়া কাৰবি আংলং জিলাৰ অন্তৰ্ভুক্ত হোৱা উত্তৰ-পূব অঞ্চলৰ বহুখিনি ঠাই গোলাঘাট মহকুমাৰ ভিতৰত আছিল। গোলাঘাটৰ ভূগোল আৰু বুৰঞ্জীৰ বিস্তৃত আলোচনালৈ নগৈ আমি শিক্ষাৰ ক্ষেত্ৰলৈ চকু ফুৰাব খুজিছোঁ।

গোলাঘাট মহকুমাত ইংৰাজী শিক্ষাৰ পাতনি মেলাত বেজবৰুৱা বংশৰ অৱদানৰ কথা উনুকিয়াই অহা হৈছে। দীননাথ বেজবৰুৱাৰ দুই পুত্ৰ গোবিন্দ চন্দ্ৰ বেজবৰুৱা আৰু শ্ৰীনাথ বেজবৰুৱাই গোলাঘাট মহকুমাত ইংৰাজী স্কুল স্থাপন কৰে। দেৰগাঁও, ঢেকিয়াল, মৰঙ্গী, কমাৰগাঁও, গোলাঘাট আদি ঠাইত এখেতসকলেই ইংৰাজী স্কুল পাতে। গোলাঘাট চৰকাৰী উচ্চ মাধ্যমিক স্কুলখনত বেজবৰুৱাৰ স্মৃতি বিজড়িত হৈ থকাৰ বাহিৰে বাকীবোৰ ঠাইৰ স্কুলবোৰ নানা কাৰণত বিলুপ্ত হৈ নকৈ স্কুল গঢ়ি উঠে। গোলাঘাটত এইখন স্কুলৰ বাহিৰে শ্ৰীনাথ বেজবৰুৱাই এখন এম-ই স্কুল স্থাপন কৰিছিল। বৰ্তমান শ্ৰীদণ্ডেশ্বৰ হাজৰিকা থকা ঠাইতেই ১৯৩৭। ৩৮ চনমানলৈকে শ্ৰীনাথ বেজবৰুৱাৰ পুত্ৰ শ্ৰীকৃষ্ণনাথ বেজবৰুৱাই এইখন স্কুল চলাই আছিল। বৰ্তমান শ্ৰীবেজবৰুৱা শিৱসাগৰৰ গেলেকীত আছে। সেই স্কুলত কিছুদিন স্বৰ্গীয় জীৱন তামুলীয়ে আৰু স্বৰ্গীয় চেনি দত্ত, স্বৰ্গীয় ঘন দত্ত (দুয়ো কমাৰগাঁৱৰ), স্বৰ্গীয় সুৰেন দে আদিয়ে শিক্ষকতা কৰিছিল।

গোলাঘাট মহকুমাৰ ভালেমান শিক্ষাবিদ্, নিষ্ঠাবান শিক্ষক, শিক্ষানুষ্ঠান সংগঠক পৰলোকগত হৈছে। সেই সকলোৰে জীৱনী লিখিবলৈ গলে প্ৰবন্ধৰ পৰিসৰ যথেষ্ট বিস্তৃত হ'ব। গতিকে এই তিনি শ্ৰেণীৰ কেইজনমান বছা বছা লোকৰ চমু জীৱনী আলোচনা কৰি বাকীসকলৰ নাম উল্লেখ কৰিবলৈ যত্ন কৰা হব। ইয়াত উল্লেখিতসকলৰ বাহিৰেও হয়তো আৰু কিছু তেনে লোক আমাৰ অজ্ঞাতে থকাটো সম্ভৱ হ'ব পাৰে।

॥ দুই ॥

ঘনশ্যাম বৰুৱা প্ৰকৃতপক্ষে শিক্ষাবিদ্ বা শিক্ষক নাছিল। তেখেত মূলতঃ ৰাজনৈতিক লোক আছিল। তথাপিও শিক্ষাপ্ৰেমী হিচাবে তেখেত জনাজাত। চাহ-খেতিয়ক হৈও ওকালতী পাচ কৰি আহি তেখেতে গোলাঘাটৰ বেজবৰুৱা স্কুলত শিক্ষকতা কৰি স্কুলখন আগ বঢ়াত সহায় কৰিছিল। তেখেত লেজিচলেটিভ এচেমব্লিৰ সদস্য হৈ থকা সময়তেই এই স্কুলখন চৰকাৰক দিয়ে। ১৮৬৭ চনত এখেতৰ জন্ম। ১৯১২-১৬ চনলৈ 'লোকেল বোৰ্ড' সমষ্টিৰ পৰা নিৰ্বাচিত Imperial Legislative Council ৰ সদস্য আছিল। তেওঁ তিনি বছৰ অসম এচোচিয়েচনৰ সম্পাদক আছিল। পিচত দেশভক্ত তৰুণৰাম ফুকনে এই পদ তেওঁৰ পৰাই গ্ৰহণ কৰে। ১৯১৯ চনৰ চেপ্তেম্বৰ মাহত তেওঁ অসম লেজিচলেটিভ কাউন্সিলৰ ভাইচ প্ৰেচিডেন্ট মনোনীত হয়। এনে দৰে এই পদ অধিকাৰ কৰা তেৱেঁই প্ৰথম বেচৰকাৰী ভাৰতীয় লোক। পিচত ১৯১৯ চনৰ দুতৰপীয়া প্ৰাদেশিক শাসন প্ৰবৰ্তন হোৱাৰ সময়ত তেওঁ অসমৰ মন্ত্ৰী হয়। তেৱেঁই অসমত প্ৰথম ভাৰতীয় মন্ত্ৰী, ১৯২৩ চনত এইজনা ব্যক্তিৰ মৃত্যু হয়।



গোবিন্দচন্দ্ৰ বেজবৰুৱা প্ৰকৃত পক্ষে শিক্ষানুৰাগী, শিক্ষাবিদ্, শিক্ষানুষ্ঠান সংগঠক আৰু ত্যাগী শিক্ষক আছিল বুলিব পাৰি। দেউতাক দীননাথ বেজবৰুৱাই শিৱসাগৰত এখন ইংৰাজী স্কুল পাতে আৰু তাতেই তেখেতে শিক্ষকতা আৰম্ভ কৰে। পিছত ১৮৮৯ চনত গোলাঘাটৰ বৰ্তমান উচ্চ মাধ্যমিক বিদ্যালয়ৰ ভেটি স্থাপন কৰে। গোবিন্দচন্দ্ৰ বেজবৰুৱা আছিল এই স্কুলৰ প্ৰধান শিক্ষক। ইংৰাজী কোৱা আৰু শিকোৱাত তেওঁৰ অসীম প্ৰতিভা আছিল। তেওঁ সম্পূৰ্ণ চাহাবী পোচাক পৰিধান কৰিছিল। সেই-দেখি তেখেতক সাধাৰণতে "বৰ চাহাব" আখ্যা দিছিল। বিদ্যালয়ৰ চৌহদত তেখেত প্ৰবেশ কৰাৰ লগে লগেই স্কুলৰ পৰিবেশ গহীন হৈ পৰিছিল। নিয়ম-শৃংখলা ৰক্ষা কৰি সুযোগ্য প্ৰশাসক হিচাবে স্কুল চলোৱাত তেখেতৰ সুখ্যাতি আছিল।

গোবিন্দচন্দ্ৰ বেজবৰুৱাৰ ভায়েক শ্ৰীনাথ বেজ-বেজবৰুৱাও এজন শিক্ষাপ্ৰেমী লোক আছিল। গোলাঘাট মহকুমাত শিক্ষা বিস্তাৰত এখেতৰো অৱদান আছে। আগত উল্লেখ কৰা স্কুলৰ বাহিৰেও ১৯১৮ চনত ঢেকিয়ালত তেখেতে এখন এম ই স্কুল পাতে। আজীৱন শিক্ষাব্ৰতী হিচাবেই তেখেতে জীৱন অতিবাহিত কৰিছিল।

গোলাঘাট মহকুমাত ইংৰাজী শিক্ষাৰ বাটকটীয়া হিচাবে বেজবৰুৱা পৰিয়ালে কাম কৰি যায়। তেখেতসকলে ইংৰাজী স্কুল পতাৰ পিছতহে গোলাঘাট মহকুমাত ইংৰাজী শিক্ষাৰ পোহৰ পৰে বুলিব পাৰি। গোলাঘাট নগৰত স্থাপন কৰা বেজবৰুৱা হাইস্কুলত শিক্ষা লাভ কৰি, মহকুমাৰ বিভিন্ন ঠাইত সিঁচৰতি হৈ পৰা লোকসকলেই পিচত ইংৰাজী শিক্ষা বিস্তাৰত সহায় কৰে। এই হাইস্কুলেই সেই সময়ত ইংৰাজী শিক্ষাৰ কেন্দ্ৰ হৈ পৰাত, ইয়াত শিক্ষকতা কৰা শিক্ষকসকলৰ কথা গাঁৱে-ভূঁঞে সিঁচৰিত হৈ পৰে। গোলাঘাট নগৰৰ এইখন হাইস্কুলৰ পিছতে দেৰগাঁৱৰ হাইস্কুলত কাম কৰা শিক্ষকসকলৰ নাম আৰু গুণগান বিভিন্ন অঞ্চলত প্ৰচাৰিত হয়। এই দুখন স্কুলত শিক্ষকতা বৃত্তিক আন্তৰিকতাৰে গ্ৰহণ কৰি কৃতী শিক্ষক হিচাবে প্ৰতিষ্ঠিত কেইজনমান বিশিষ্ট শিক্ষকৰ চমু পৰিচয় তলত দিয়া হ'ল।

॥ তিনি ॥

**জীৱন চন্দ্ৰ তামুলী** ঃ (১৮৯৭-১৯৬৯) গোলাঘাট মহকুমাৰ কমাৰবন্ধাৰ গোহাঁইগাঁৱৰ ফণীধৰ তামুলী (ফেদেলা পণ্ডিত)ৰ পুত্ৰ। ফেদেলা পণ্ডিতে ভালদৰে জ্যোতিষ চাৰ জানিছিল। ১৮৯৭ চনৰ ৫ মেত জীৱন তামুলীৰ জন্ম হয়। ১নং বহাগাঁও পাঠশালাত বঙলা শিক্ষা লাভ কৰি ১৯০৭ চনত পাঠশালা পাছ কৰি দুবছৰৰ বাবে বৃত্তি পায়। গোলাঘাটৰ বেজবৰুৱা হাইস্কুলত পঢ়ি ১ম বিভাগত মেট্ৰিক পাছ কৰি বৃত্তি লাভ কৰে। গুৱাহাটীৰ কটন কলেজত পঢ়ি ১৯১৬ চনত ইন্টাৰমিডিয়েট আৰু ১৯২১ চনত বি, এচ, চি পাছ কৰে। পিছত শিক্ষকতাকেই বৃত্তি হিচাবে গ্ৰহণ কৰি চাকৰিত সোমায়। প্ৰথমতে কিছু দিন শ্ৰীনাথ বেজবৰুৱাৰ এম, ই স্কুলত শিক্ষকতা কৰিছিল। ১৯২৮-২৯ চনত ঢাকাত থকা বি, টি কলেজৰ পৰা বি, টি পাছ কৰে। সেই সময়ত অসমৰ মানুহে বি, টি পঢ়িবলৈ ঢাকালৈ যাবলগীয়া হৈছিল। গুৱাহাটী বিশ্ববিদ্যালয় হোৱাৰ আগলৈকে অসমৰ শিক্ষকে বি, টি পঢ়াৰ স্থান ঢাকাই আছিল। সুদীৰ্ঘ দিন শিক্ষকতা কৰি ১৯৫৫ চনৰ ১৫ ফেব্ৰুৱাৰীত গোলাঘাট চৰকাৰী বেজবৰুৱা হাইস্কুলৰ প্ৰধান শিক্ষক হিচাবে অৱসৰ গ্ৰহণ কৰে।

১৯৬৯ চনৰ ২৩ মাৰ্চৰ দিনা তেখেতে পৰলোক গমন কৰে।

শিক্ষকতাক অতি নিষ্ঠাৰে গ্ৰহণ কৰা, তেখেত এজন জনপ্ৰিয় শিক্ষক আছিল। তেখেত গণিত আৰু বিজ্ঞানৰ শিক্ষক আছিল। গহীন গম্ভীৰ হলেও তেখেতে প্ৰাণ পৰশি যোৱা খুহতীয়া কথা ক'ব জানিছিল। নিষ্কলঙ্ক, সদালাপী, সচ্চৰিত্ৰ তামুলী এজন আদৰ্শ শিক্ষক আছিল।

**ইম্‌দাদ হুছেইন** ঃ (১৮৯৬-১৯৬৬) আজান ফকীৰৰ বংশজ চাহ চৈয়দ নিয়ামতুল্লাৰ পুতেক ইমদাদ হুছেইন। তেওঁলোকৰ আদি ঘৰ যোৰহাটৰ কাকজানৰ দেৱানগাৱঁত। পিচতহে চাকৰিৰ বাবে আহি গোলাঘাটত বসতি কৰেহি। গোটেই পৰিয়ালটোৱেই ধৰ্ম আৰু শিক্ষাৰ লগত জড়িত। তেখেতৰ ৭জন ভাই-ককাইৰ ভিতৰত কেবাজনেও শিক্ষা বিভাগত কাম কৰিছিল।

তেখেতে যোৰহাট বেজবৰুৱা হাইস্কুলৰ পৰা মেট্ৰিক পাছ কৰি কটন কলেজত ইন্টাৰমিডিয়েট পঢ়ে। কিন্তু ভায়েক কেইজনৰ পঢ়ুৱাৰ দায়িত্ব বহন কৰিবলগীয়া হোৱাত, সিমানতে শিক্ষা সাঙ্গ কৰি উত্তৰ লক্ষীমপুৰত স্কুলৰ কেৰাণী হয়। পিছত শিক্ষক হিচাপে মকৰল হৈ গোলাঘাট চৰকাৰী বেজবৰুৱা হাইস্কুলত শিক্ষকতা কৰে। তেখেত এজন কৃতী স্কাউট মাষ্টৰ আছিল। ১৯১৯ চনত দিল্লীত বহা স্কাউট জুবিলীলৈ তেখেত অসমৰ পৰা নিৰ্বাচিত হৈ গৈ বিশেষ সন্মান লাভ কৰে। অঙ্কৰ শিক্ষক হিচাপে তেখেতে বিশেষ কৃতিত্ব আৰ্জন কৰিছিল।

তেখেতৰ পৰিবাৰ চৈয়দা ৰাবিয়া খাতুন বৰ্তমান জীৱিত। গোলাঘাটস্থ নিজা ঘৰত বাস কৰি আছে। তেখেতসকলৰ ৫জন পুতেক আৰু ৩ গৰাকী জীয়েক।

ধৰ্মভীৰু, নিৰ্ভীক, পৰিশ্ৰমী আৰু সচ্চৰিত্ৰ শিক্ষক হিচাবে তেখেতে সকলোৰে পৰা সন্মান লাভ কৰিছিল।

**দুৰ্গানাথ কাকতি** ঃ-১৯০২ চনত বেতিয়নীত জন্ম। দেউতাকৰ নাম কনকেশ্বৰ কাকতি। বেতিয়নীতে প্ৰাথমিক শিক্ষা লাভ কৰে। পিচত দেৰগাঁৱত মাইনৰ স্কুলত আৰু গোলাঘাটত হাইস্কুলত পঢ়ি মেট্ৰিক পাছ কৰে। কটন কলেজত পঢ়িছিল যদিও বি, এ পাছ কৰাত কিছু পলম হয়। কিয়নো ১৯২১ চনৰ অসহযোগ আন্দোলনত অংশ গ্ৰহণ কৰে। ১৯২৯ চনত পুনৰ কলেজত নাম লগাই বি, এ পাছ কৰে। সেই চনতেই দেৰগাঁও হাইস্কুল আৰম্ভ হোৱাত তাত শিক্ষকতা কৰিবলৈ যায়। পিছত সেই স্কুলৰ প্ৰধান শিক্ষক হয়। ১৯৪৪-৪৫ চনত বি, টি পাছ কৰে।

কৰ্তব্য-নিষ্ঠা, শৃংখলাবোধ, ধৈৰ্য্য, ছাত্ৰ-ছাত্ৰীৰ প্ৰতি মৰম, সহকৰ্মীৰ প্ৰতি সহৃদয়তা, বিদ্যালয় পৰিচালনাত দক্ষতা আদি গুণবোৰ তেখেতৰ আছিল। বহুতেই তেখেতক বৰ Reserved বুলি ভাবিলেও, আচলতে তেখেত কৰ্তব্য-সচেতন লোকহে আছিল। দেৰগাঁও হাইস্কুলক পূৰ্ণাঙ্গ কৰি, উচ্চতৰ মাধ্যমিকলৈ ৰূপান্তৰিত কৰাত তেখেতৰ অৱদান কম নহয়।

তেখেতে কেবাখনো হাইস্কুল গঢ়ি তোলাত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। কৃতী শিক্ষক হিচাবে কৰ্তব্য সম্পাদন কৰাৰ উপৰিও তেখেতৰ গাত আৰু ভালেমান গুণ আছিল। তেখেত এজন সুনিপুণ নামজ্বলা খেলুৱৈ, পটু মঞ্চশিল্পী আৰু Assam Tribune আদি কাকতৰ লগত জড়িত থকা সাংবাদিকো আছিল। ১৯৭২ চনৰ বিধান সভাৰ সদস্য পদৰ বাবে তেখেতে প্ৰতিদ্বন্দ্বিতাও কৰিছিল। ১৯৭৭ চনৰ ২ মেৰ দিনা দেৰগাঁৱৰ নিজা ঘৰত তেখেতে শেষ নিশ্বাস পেলায়।

**তোমেশ্বৰ ঠাকুৰ** ঃ—( ১৯০২-১৯৭৬ ) দেৰগাঁৱৰ এটি ব্ৰাহ্মণ পৰিয়ালত জন্ম। দেৰগাঁৱতেই প্ৰাথমিক শিক্ষা লাভ কৰি, কটন কলেজৰ পৰা বি এ পাছ কৰে। তেখেত এজন বিদগ্ধ সংস্কৃত পণ্ডিত আছিল। আজীৱন শিক্ষকতা কৰিয়েই কটায়। চৰকাৰী শিক্ষা বিভাগত সোমাই নৰ্মাল স্কুলৰ অধ্যক্ষ আৰু হাইস্কুলৰ প্ৰধান শিক্ষক পদত অধিষ্ঠিত হয়।

১৯৭৬ চনৰ ২৩ আগষ্টত দেৰগাঁৱত মৃত্যু হয়।

কৃতী শিক্ষক হিচাপে সকলোৰে ওচৰত তেখেত পৰিচিত। অতি বিনয়ী, অনাড়ম্বৰ, নিৰ্মল চৰিত্ৰৰ, এইজনা ত্যাগী ব্যক্তি, সংস্কৃত-জগতত অন্য এটি পৰিচয় আছে।

গোলাঘাট মহকুমাত বিশিষ্ট শিক্ষক হিচাপে খ্যাতি লাভ কৰা কেইজনমান শিক্ষকৰ নাম তলত দিয়া হ'ল। এইসকলেও আজীৱন শিক্ষকতা কৰি, শিক্ষাৰ ক্ষেত্ৰত বিশেষ বৰঙনি দি থৈ গৈছে।

গিৰীশ বৰুৱা, ঘনশ্যাম গগৈ, নৰেন গোহাঁই, শ্ৰীনাথ শৰ্মা, শ্ৰীৰাম গোহাঁই, মহম্মদ আলি, জামাল হুছেইন, চাহাবুদ্দিন আহমদ, সুৰেন দে, উমাচৰণ কাকতি, বৈকুণ্ঠ বৰবৰা, মোক্ষনাথ ফুকন, কৃষ্ণ প্ৰসাদ বৰুৱা আদি।

॥ চাৰি ॥

গোলাঘাট মহকুমাৰ স্বৰ্গী হোৱা কেবা গৰাকীও শিক্ষাবিদ্ অসমৰ শিক্ষাৰ ক্ষেত্ৰত নাম জ্বলা হৈ উঠিছিল। সেই সকলৰ চমু পৰিচয় তলত দিয়া হল।

**হেৰম্ব প্ৰসাদ বৰুৱা** ঃ—( ১৮৯৩-১৯৬৫ ) যোৰহাটৰ দেবীচৰণ বৰুৱাৰ পুত্ৰ হেৰম্ব প্ৰসাদ বৰুৱা প্ৰথম অৱস্থাত অসমৰ চাহ শিল্পৰ লগত জড়িত হৈ পৰাত চাহ খেতিয়ক হিচাবে বিখ্যাত হৈ উঠিছিল। তেখেতে চাহ শিল্পতেই আৱদ্ধ নাথাকি সামাজিক আৰু ৰাজনৈতিক ক্ষেত্ৰতো অংশ গ্ৰহণ কৰিছিল। জীৱনৰ প্ৰথম অৱস্থাত যোৰহাটতে কটালেও পিচত তেখেতে গোলাঘাটত স্থায়ীভাৱে বসতি কৰিবলৈ লয়। নিজৰ চাহ বাগিছা চলোৱা কামত ব্যস্ত হৈ থকাৰ মাজতো তেখেতে অধ্যয়ন কৰিছিল আৰু শিক্ষা-জগতৰ বা-বাতৰি লৈছিল। গোলাঘাট দেৱৰাজ ৰয় মহাবিদ্যালয় স্থাপন হোৱাত তেখেতে অবৈতনিক প্ৰতিষ্ঠাতা অধ্যক্ষ হয়। প্ৰথম চাৰিটা বছৰ কলেজৰ গুৰি ধৰি কলেজখনৰ ভাৱ মুতি প্ৰতিষ্ঠা কৰে।

শিক্ষাব্ৰতী হিচাবে নিষ্ঠাৰে কৰ্তব্য সম্পাদন কৰিছিল। আভিজাত্য বংশ সম্ভুত হৈও আৰু আৰ্থিক স্বচ্ছলতাৰ মাজত থাকিও তেখেতে সাধাৰণ লোকৰ লগত মিলি জুলি চলিছিল। তেখেতৰ শিক্ষাব্ৰতীৰ আচৰণৰ মাজেদি প্ৰকৃত শিক্ষাবিদৰ লক্ষণ পৰিলক্ষিত হৈছিল।

**গোলাপচন্দ্ৰ গোস্বামী** ঃ প্ৰত্নতাত্বিক পণ্ডিত হেমচন্দ্ৰ গোস্বামীদেৱৰ ভায়েক, টেকীয়ালৰ গৌৰাঙ্গ সত্ৰত জন্ম লাভ কৰি, তাতেই প্ৰাথমিক শিক্ষা লাভ কৰে। পিচত গোলাঘাট আৰু চিলঙত মাধ্যমিক শিক্ষা গ্ৰহণ কৰি কলিকতাত কলেজীয়া শিক্ষা লয়। প্ৰথমেই গুৱাহাটীৰ কটন কলেজিয়েট স্কুলত শিক্ষক হিচাবে সোমাই চৰকাৰী চাকৰি গ্ৰহণ কৰে। গোলাঘাট চৰকাৰী হাইস্কুলতেই জীৱনৰ অধিক দিন শিক্ষকতা কৰে। কাকজান চৰকাৰী মাইনৰ স্কুলৰ প্ৰধান শিক্ষক পদত অধিষ্ঠিত হৈ তেখেতে অৱসৰ লয়।

শিক্ষকতা কৰি থকা অৱস্থাতেই তেখেতে শিক্ষা, সাহিত্য আৰু সংস্কৃতিৰ ক্ষেত্ৰত অৱদান দিয়ে। "অসমীয়া সাহিত্য বাছনি' নাম দি দুখন পাঠ্যপুথি তেখেতে প্ৰকাশ কৰে। তদুপৰি গোলাঘাট মহকুমাৰ বিভিন্ন পৌৰাণিক কীৰ্তিসমূহ আৰু ঠাইৰ বিষয়ে গৱেষণামূলক প্ৰৱন্ধ ৰচে। গোলাঘাটৰ নানা ৰাজহুৱা কামত তেখেত লিপ্ত আছিল। গোলাঘাট মহকুমাৰ ভালেমান হাইস্কুল গঢ়ি তোলাত তেখেতৰ অৱদান অনস্বীকাৰ্য্য। গোলাঘাট মহকুমাত প্ৰথমেই প্ৰতিষ্ঠা কৰা মহাবিদ্যালয়টি স্থাপনত তেখেতে আগবঢ়োৱা অৱদান চিৰদিন সকলোৰে অন্তৰত বিৰাজমান হৈ ৰব। প্ৰকৃত শিক্ষাবিদ হিচাবে শিক্ষাৰ ওপৰত থকা দখলৰ কথা এনেবোৰ কাৰ্যাৱলীৰ মাজেদিয়েই প্ৰকাশ পায়। তেখেতে সংস্কৃত শিক্ষা প্ৰসাৰতো গুৰি ধৰিছিল।

১৯৬৭ চনৰ ২১ নৱেম্বৰত গোলাঘাটত তেখেতৰ মৃত্যু হয়।

**হৰকান্ত মহন্ত** ঃ—( ১৯২৪-১৯৭৬ ) দেৰগাঁৱৰ এটি সম্ভ্ৰান্ত পৰিয়ালত জন্ম। দেউতাকে ধনশিৰীমুখত জাহাজঘাটত কাম কৰিছিল। নানা কষ্ট স্বীকাৰ কৰি স্বৰ্গীয় মহন্তক দেউতাকে পঢ়ুৱাইছিল। কলিকতা বিশ্ববিদ্যালয়ৰ পৰাই দৰ্শন বিষয়ত এম. এ. পাছ কৰে। যোৰহাট জগন্নাথ বৰুৱা কলেজত দৰ্শন শাস্ত্ৰৰ অধ্যাপক হৈ কৃতিত্বৰে সেই কাম চলায়। অধ্যাপনা কৰা অৱস্থাতো তেখেতে কৃতী N.C.C Officer হিচাবে খ্যাতি লাভ কৰে। নিষ্ঠাবান অধ্যাপক হিচাবে খ্যাতি লাভ কৰা মহন্তই দেৰগাঁৱত নৱ প্ৰতিষ্ঠিত কলেজৰ গুৰি ধৰিবলৈ আহে। দেৰগাঁও কলেজটিয়ে সৰ্বাঙ্গ ৰূপ ধাৰণ কৰাৰ মূলতে মহন্তৰ অসীম কৰ্মশক্তি আৰু ত্যাগ। তেখেত সাহিত্য সভা, ছাত্ৰ সভা আদি বিভিন্ন ৰাজহুৱা অনুষ্ঠানৰ লগত জড়িত আছিল। অসম কলেজ শিক্ষক সন্থাৰ তেখেত সভাপতি নিৰ্বাচিত হৈছিল। বিশ্ব বিদ্যালয় বোৰ্ডৰ সদস্যও আছিল।

ৰাজনৈতিক কাৰ্যকলাপৰ লগতো তেখেত জড়িত আছিল। গোলাঘাট জিলা কংগ্ৰেছৰ সক্ৰিয় সদস্য আছিল। নিজৰ সাধনাৰ ফলত শিক্ষাৰ লগত নিজকে জড়িত কৰি তেখেত শিক্ষাবিদ হিচাবে প্ৰতিষ্ঠিত হৈছিল।

নিৰহঙ্কাৰী মিষ্টভাষী, অনাড়ম্বৰ মহন্ত দেৰগাঁৱৰ শিক্ষা, সংস্কৃতি, সাহিত্য জগতত এটি ভোটা তৰা হৈ জিলিকি ৰ'ব।

**আব্দুল জেলিল** ঃ—গোলাঘাট নগৰৰ এটি বিশিষ্ট মুছলমান সম্প্ৰদায়ত তেখেতে জন্ম গ্ৰহণ কৰে। গোলাঘাট চৰকাৰী বেজবৰুৱা হাইস্কুলৰ পৰা ১ম বিভাগত মেট্ৰিক পাছ কৰি কটন কলেজত পঢ়ে। পিচত আলিগড় বিশ্ববিদ্যালয়ৰপৰা দৰ্শন শাস্ত্ৰত এম.এ. পাছ কৰে। তেখেত সকৰেপৰাই বৰ তীক্ষ্ণ বুদ্ধিৰ ছাত্ৰ আছিল। কোনো পৰীক্ষাতে বোধকৰো প্ৰথম স্থান দখল নকৰাকৈ নাছিল।

শিক্ষা সাং কৰি কটন কলেজত দৰ্শন শাস্ত্ৰৰ অধ্যাপক হিচাবে নিযুক্তি পায়। তেখেতে তাত কৃতিত্বৰে অধ্যাপনা কৰি, পিচত ডিফু চৰকাৰী কলেজৰ অধ্যক্ষ পদত অধিষ্ঠিত হয়। অসমৰ সহকাৰী শিক্ষাধিকাৰ পদো অলঙ্কৃত কৰিছিল। কটন কলেজৰ অধ্যক্ষ হৈ অৱসৰ গ্ৰহণ কৰাৰ পাচত গুৱাহাটী বিশ্ববিদ্যালয়ৰ কলেজ পৰিদৰ্শক হয়। মৃত্যুৰ সময়লৈকে তেখেত সেই পদত আছিল।

ইংৰাজী সাহিত্যত তেখেতৰ যথেষ্ট দখল আছিল। প্ৰত্যুৎপন্নমতিসম্পন্ন, ধীৰ বক্তা, সদা হাস্য আব্দুল জেলিল সকলোৰে প্ৰিয় আছিল। শিক্ষাজগতৰ বিভিন্ন দায়িত্বপূৰ্ণ কামত অধিষ্ঠিত হৈ যোগ্যতাৰে কৰ্তব্য সম্পাদন কৰি তেখেতে শিক্ষাবিদ হিচাবে নিজকে প্ৰতীয়মান কৰাব পাৰিছিল।

**নবাব ৰফিউল হুছেন** ঃ—এখেতৰ ঘৰ মৰিয়নীত হলেও পিচত গোলাঘাটতে স্থায়ীভাৱে বসতি কৰিবলৈ লয়। শিক্ষা বিভাগত স্কুল চাব ইন্সপেক্টৰ হিচাবে নিয়োগ হৈ পিচত পদোন্নতি হৈ ডেপুটি ইন্সপেক্টৰ হয়। গোলাঘাটত ভালে কেইবছৰমান ডেপুটি ইন্সপেক্টৰ হিচাবে থাকি, শিক্ষা বিভাগৰ উজনি অসম চাৰ্কেলৰ কাৰ্যালয়ৰ সহকাৰী ইন্সপেক্টৰ পদত অধিষ্ঠিত হয়। সেই পদৰ পৰাই তেখেতে অৱসৰ গ্ৰহণ কৰে।

তেখেত এজন নিষ্ঠাবান শিক্ষা বিষয়া আছিল। স্কুল পৰিদৰ্শক হিচাবে সকলো শিক্ষকৰে আদৰ লাভ কৰিছিল। তেখেত এফালে প্ৰশাসনত যেনে কঠোৰ আছিল, আনহাতে শিক্ষক সকলৰ প্ৰতি বৰ দৰদী আছিল। প্ৰাথমিক আৰু এম-ই পৰ্যায়ৰ শিক্ষাক ৰূপদান দিয়াৰ ক্ষেত্ৰত তেখেতে উচ্চ ক্ষমতা সম্পন্ন কমিটিত স্থান পাইছিল। তাৰ জৰিয়তেই তেখেত যে এজন শিক্ষাবিদ, সেই কথা বুজা গৈছিল। তেখেত এজন গোড়া মুছলমান আছিল। ধৰ্মৰ নিয়ম-কানুন নিষ্ঠাৰে পালন কৰিছিল। সেই বুলি তেখেতে সাম্প্ৰদায়িকতাক প্ৰশ্ৰয় দিয়া নাছিল। হজ কৰিবলৈ গৈ তেখেতে হাজী হৈছিল।

॥ পাঁচ ॥

এই সকল আলোচিত ব্যক্তিৰ উপৰিও গোলাঘাট মহকুমাত এনে কিছু শিক্ষাপ্ৰেমী আৰু শিক্ষানুষ্ঠান প্ৰতিষ্ঠাতা লোক আছে, যাৰ নাম হয়তো গোলাঘাটৰ শিক্ষা-বুৰঞ্জীত জিলিকি ৰব। তেনে কেইজনমান লোকৰ চমু আলচ কৰিবৰ হেঁপাহ এটি থাকিল। তেনে ভালে কেইজন লোকৰ কথা জনা যায়, যি সকলৰ উচ্চ শিক্ষা নাই; কিন্তু উচ্চাকাঙ্ক্ষা আছিল। তেখেত সকল নিশ্চয় শিক্ষা জগতৰ আৱেষ্টনীৰ ভিতৰৰ।

**ধ্যান দাস শৰ্মাঃ**—(১৮৯২-১৯৭৩) মজফৰপুৰত জন্ম। পিতৃৰ নাম মধুসুদন দীক্ষিত আৰু মাতৃৰ নাম ৰমনী দেৱী। মেট্ৰিকলৈকে শিক্ষা লাভ কৰিছিল। ২৫ বছৰ বয়সতে স্বাধীনতা আন্দোলনৰ প্ৰতি আকৃষ্ট হৈ কলিকতালৈ গৈ দেশবন্ধু চিত্তৰঞ্জন দাসৰ ঘৰত মহাত্মা গান্ধীক দৰ্শন কৰে। মহাত্মাৰ বাণীত মুগ্ধ হৈ দেশ সেৱাব্ৰত বুকুত বান্ধি আজীৱন দেশসেৱা কৰি গ'ল। তেওঁৰ আচল নাম ৰামসেৱক। গুৰু সুখৰাম দাসে ধ্যান দাস নাম দিয়ে।

অসমলৈ আহি প্ৰথমতে নাজিৰাত দুবছৰমান কটায়। পিচত শিৱসাগৰ, যোৰহাট, তেজপুৰ আদি ঠাইত ফুৰি বিহাৰলৈ ঘূৰি গৈ শিক্ষা প্ৰচাৰ কাৰ্যত ব্ৰতী হয়। ১৯৩১ চনত অসহযোগ আন্দোলনত অংশ গ্ৰহণ কৰি জেল খাটে। সেই সময়ত নিজৰ ঠাইত ভালে কেইখন পাঠশালা স্কুল স্থাপন কৰে। ১৯৩৪ চনত বিহাৰত হোৱা বৰভূঁইকঁপত জনসেৱা ব্ৰতত ব্ৰতী হয়। তাৰ পিচৰ বছৰ অসমলৈ আহি গোলাঘাটত হিন্দী প্ৰচাৰকৰ দায়িত্ব লয় আৰু গোলাঘাটতেই নিগাজীকৈ থাকে। তেখেত অবিবাহিত আছিল। গোলাঘাট হিন্দী হাইস্কুলৰ চৌহদৰ এটি ঘৰেই আছিল তেখেতৰ বাসস্থলী।

দ্বিতীয় মহা সমৰৰ সময়ত জাপানী আক্ৰমণত অতীষ্ঠ হৈ ব্ৰহ্ম দেশত থকা ভাৰতীয় লোকসকল ডিমাপুৰেদি অসমলৈ অহাত সেই সকলৰ শুশ্ৰূষা-কাৰী দলত যোগ দি ধ্যানদাসজীয়ে আত্ম নিয়োগ কৰিছিল। ১৯৪২ চনৰ আন্দোলনতো তেখেতে অংশ গ্ৰহণ কৰিছিল।

হিন্দী শিক্ষা প্ৰচাৰৰ লগে লগে নানা গঠনমূলক কামত তেখেত ব্যস্ত আছিল। গোলাঘাট হিন্দী হাইস্কুলখনি তেখেতৰ কীৰ্তিস্তম্ভ।

এজন নিস্বাৰ্থ দেশসেৱক, মানৱপ্ৰেমী, শিক্ষানুৰাগী, নিৰহঙ্কাৰী, সৰলচিতীয়া, সংগঠক ধ্যানদাসজী সকলোৰে আদৰ্শৰ থলী, সুদূৰ বিহাৰৰ পৰা আহি এইজনা মানৱপ্ৰেমী ব্যক্তিয়ে অসমৰ জনগণকেই আজীৱন সেৱা কৰি এটি মহৎ আদৰ্শৰ নিদৰ্শন দেখুৱাই গ'ল।

**ফণী বৰদলৈ** ঃ—মৰঙীত ঘৰ। মেট্ৰিক পাছ কৰিয়েই উচ্চ শিক্ষাৰ বাবে নগৈ গোলাঘাটতেই থাকিবলৈ লয়। গোলাঘাট নগৰত একেখন মাত্ৰ হাইস্কুলে চাহিদা পূৰাব নোৱাৰাত তেখেতে এখনি হাইস্কুল স্থাপন কৰে। সেইখন স্কুল তেখেতে সুখ্যাতিৰে চলাই আছিল। বৰ্তমান সেই স্কুল চৰকাৰে লৈছে। গোলাঘাট নগৰৰ দ্বিতীয় হাইস্কুল। তেখেতে টাইপ ৰাইটিং স্কুল এখনো গোলাঘাটত খুলিছিল। এনে অনুষ্ঠান বোধকৰো শিৱসাগৰ জিলাৰ ভিতৰতেই এইখনেই প্ৰথম আছিল। বৰদলৈ এজন শিক্ষাপ্ৰেমী আৰু স্বাধীনচিতীয়া লোক আছিল। স্বাৰলম্বী বৰদলৈৰ স্থাপিত হাইস্কুলখন তেখেতৰ স্মৃতি যুগমীয়া কৰি ৰাখিব।

**চন্দ্ৰনাথ খাউণ্ড** ঃ—দেৰগাঁও অঞ্চলত বিখ্যাত খাউণ্ড পৰিয়ালৰ লোক। গোলাঘাট মহকুমাৰ দেৰগাঁও অঞ্চলত ইংৰাজী শিক্ষাৰ পাতনি মেলোঁতা গোবিন্দ চন্দ্ৰ বেজবৰুৱাৰ পিচতে খাউণ্ডৰ স্থান। গোবিন্দ চন্দ্ৰ বেজবৰুৱাই পতা ইংৰাজী স্কুলখন ১৯২১ চনত নিষ্ক্ৰিয় হৈ যোৱাৰ পাচত চন্দ্ৰনাথ খাউণ্ডে ১৯১৩ চনতে প্ৰতিষ্ঠা কৰা মাইনৰ স্কুলখনহে গা কৰি উঠিছিল। ১৯২২ চনত খাউণ্ড ভেঞ্চাৰ এম-ই স্কুল আৰু দেৰগাঁও এম-ই স্কুল দুয়োখন একত্ৰিত হয়। পিচত এইখনেই হাইস্কুললৈ ৰূপান্তৰিত হয়। এই স্কুলখনক হাইস্কুললৈ ৰূপান্তৰিত কৰাত চন্দ্ৰনাথ খাউণ্ডৰ প্ৰচেষ্টা অনস্বীকাৰ্য।

তেখেত এজন শিক্ষাব্ৰতী। দেৰগাঁও স্কুলত শিক্ষকতা কৰিছিল যদিও দেৰগাঁৱৰ উন্নতিমূলক কামত নিজকে নিয়োজিত কৰি ৰাখিছিল।

চন্দ্ৰনাথ শিক্ষক হিচাবে সকলোৰে বৰ প্ৰিয় আছিল। মানুহ জনৰ গাত অসম্ভৱ বল আছিল। নিপোটল স্বাস্থ্যবান খাউণ্ডৰ লগত শক্তি পৰীক্ষাত ফেৰ মাৰিব পৰা লোক নাছিল! দেৰগাঁৱৰ শিক্ষা জগতত এই জনা নীৰৱ শিক্ষা সাধকৰ নাম চিৰস্মৰণীয় হৈ ৰব। তেখেতৰ স্মৃতিত দেৰগাঁও সাহিত্য সভাই "চন্দ্ৰনাথ খাউণ্ড ভৱন" নিৰ্মাণ কৰিছে।

**পূৰ্ণদেৱ ঠাকুৰ** ঃ—এগৰাকী নিস্বাৰ্থ শিক্ষাপ্ৰেমী। দেৰগাঁৱৰ এক বিশিষ্ট ব্ৰাহ্মণ পৰিয়ালত জন্ম। দেৰগাঁও হাইস্কুলখনে সেই অঞ্চলৰ ছাত্ৰৰ চাহিদা পূৰাব নোৱাৰাত পূৰ্ণদেৱ ঠাকুৰে নিজ প্ৰচেষ্টাত এখনি এম. ই. স্কুল প্ৰতিষ্ঠা কৰে। বহু বছৰ তেখেতেই এই স্কুলৰ গুৰি ধৰি পৰিচালনা কৰি আছিল। পিচত এইখন স্কুলক হাইস্কুললৈ ৰূপান্তৰিত কৰি ইন্দ্ৰানী দেৱী হাইস্কুল নামকৰণ কৰা হয়। চৰকাৰে ঘাটী মঞ্জুৰী নিদিয়া পৰ্যন্ত এই স্কুলৰ সকলো দায়িত্ব ঠাকুৰেই বহন কৰিছিল।

ঠাকুৰ এজন বিদ্যোৎসাহী পণ্ডিত লোক আছিল। সৰলভাৱে জীৱন যাপন কৰিছিল। সমাজৰ উন্নতিমূলক কামত নিজকে জড়িত ৰাখিছিল। দেৰগাঁৱৰ শিক্ষা-সংস্কৃতিৰ ক্ষেত্ৰত ঠাকুৰ এগৰাকী স্মৰণীয় ব্যক্তি। ইন্দ্ৰানী দেৱী হাইস্কুল তেখেতৰ কীৰ্তিস্তম্ভ।

**জয়চন্দ্ৰ শইকীয়া** ঃ (১৮৮৪-১৯৫৪) বোকাখাতৰ এটি প্ৰাচীন পৰিয়ালত জন্ম। ১৯০১ চনত বোকাখাত নামদয়াং এল, পি স্কুলৰ পৰা বৃত্তি লৈ গোলাঘাট বেজবৰুৱা হাইস্কুলত শিক্ষা লাভ কৰিবলৈ যোৱা প্ৰথম ছাত্ৰ। বেজবৰুৱা হাইস্কুলত চেকেণ্ড ক্লাছলৈকে (নৰমমান) পঢ়ি স্কুল এৰি আহি বন বিভাগৰ চাকৰিত সোমায়। ঘৰুৱা অসুবিধাৰ বাবে ১০।১২ বছৰমান সেই কাম কৰি, ঘৰলৈ ঘূৰি আহে। ১৯২৯ চনত বোকাখাতৰ কেইজনমান ছাত্ৰক গোটাই লৈ নিজৰ ঘৰতেই, (পিছত ছগমগ চৌধুৰীৰ দোকানত) ইংৰাজী পঢ়াবলৈ লয়। পিছত লাহে লাহে এখন এম, ই, স্কুলে গঢ় লয়। সেইখনেই বৰ্তমান বোকাখাত হাইস্কুল।

এখেত এজন শিক্ষাপ্ৰেমী লোক আছিল। ১৯২৯ চনৰ পৰা মৃত্যু পৰ্যন্ত নানা আহকালৰ মাজত বোকাখাতৰ ইংৰাজী স্কুলটিক গঢ় দিয়াত লাগি থাকে। বোকাখাতৰ ইংৰাজী শিক্ষা প্ৰসাৰৰ বুৰঞ্জীত এখেতৰ নাম স্মৰণীয় হৈ ৰব। এজন নীৰৱ কৰ্মী, নিৰহঙ্কাৰী, মিতব্যয়ী, আজীৱন শিক্ষাব্ৰতী আৰু ত্যাগী লোক হিচাপে তেখেত জনাজাত।

বোকাখাত মাইনৰ স্কুলখনৰ আজীৱন চেক্ৰেটৰী আছিল। তেখেতে মহাভাৰত আৰু ৰামায়ণৰ পৰা ভাওনি কৰি বহুতো নাটক লিখি গাঁৱত ভাওনা কৰাইছিল। এই শিক্ষা সংস্কৃতি প্ৰেমী ব্যক্তিজন বোকাখাত অঞ্চলৰ চিৰনমস্য।

॥ ছয় ॥

উল্লেখিত লোকসকলৰ বাহিৰেও ভালেমান শিক্ষাপ্ৰেমী লোকৰ নাম জনা যায়। সেইসকলৰ কৰ্মক্ষেত্ৰ হয়তো বেলেগ আছিল। তথাপিও শিক্ষাৰ ক্ষেত্ৰত যথেষ্ট অৰিহণা যোগাইছিল। তেনে দুই-চাৰিজন শিক্ষাপ্ৰেমী লোকৰ নাম ইয়াত উল্লেখ কৰা হ'ল।

শঙ্কৰচন্দ্ৰ বৰুৱা মূলতঃ ৰাজনৈতিক নেতা। তেখেতৰ নাম ৰাজনৈতিক বুৰঞ্জীত সোণালী আখৰে লিখা আছে। কিন্তু সেইজন লোকে গোলাঘাট দেৱৰাজ ৰয় মহাবিদ্যালয় স্থাপনত যি অৱদান দি থৈ গ'ল, সি চিৰস্মৰণীয় হৈ ৰ'ব।

ডাঃ প্ৰমোদাভিৰাম দাস গোলাঘাটৰ অন্য এগৰাকী শিক্ষাপ্ৰেমী লোক। নানা ৰাজহুৱা কামত নিজকে ব্যস্ত কৰি ৰখাৰ মাজতে তেখেতে গোলাঘাট ইউনিয়ন লাইব্ৰেৰী সংগঠন, দেৱৰাজ ৰয় মহাবিদ্যালয় স্থাপনত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল।

আপিৰাম গগৈৰ ঘৰ ভোলাগুৰিত। তেখেত এজন মুক্তিযোদ্ধা আৰু দেশকৰ্মী। ভোলাগুৰি হাইস্কুল, (কমলা মিৰি হাইস্কুল), ৰঙামাটি ছোৱালী হাইস্কুল তেখেতৰ প্ৰচেষ্টাৰ ফল। সেই অঞ্চলত ইংৰাজী শিক্ষা বিস্তাৰত তেখেতৰ কৰ্ম প্ৰেৰণাই বহু দিনলৈকে শক্তি যোগাই থাকিব। তেখেত এজন নীৰৱ শিক্ষা সংগঠক আৰু শিক্ষা প্ৰেমী আছিল।

স্বৰ্গগত শিক্ষক আৰু শিক্ষাবিদসকলৰ চমু আলোচনা এটি দাঙি ধৰাৰ মানসেৰেই এই প্ৰৱন্ধটি লিখা-হ'ল। ই শিক্ষা-বুৰঞ্জী নহয়। ইয়াত উল্লেখ কৰা সকলৰ বাহিৰেও পিচৰ চামৰ বহুতো শিক্ষাপ্ৰেমী লোকে শিক্ষানুষ্ঠান গঢ় দিছে আৰু আজিও বহুতেই নিষ্ঠাৰে সৈতে লাগি আছে। সময়ত তেখেত সকলকো যথাস্থান দি শিক্ষা বুৰঞ্জীত নিশ্চয় স্থান দিয়া হব বুলি আমাৰ দৃঢ় বিশ্বাস আছে।



# অসমীয়া জাতি গঠনত মিচিং জনগোষ্ঠীৰ অৱদান

শ্ৰীতৰুণ চন্দ্ৰ পামেগাম

মিৰিসকলে নিজক মিচিং বুলি পৰিচয় দিলেও বৰ্তমানলৈকে চৰকাৰী নথি-পত্ৰত মিচিংসকলক মিৰি বুলিয়েই উল্লেখ কৰা আছে। আনহাতে মিচিং-সকলৰ এই মিৰি নাম ভৈয়ামৰ মানুহে দিয়া। পাহাৰত মিৰি (মি-ৰ-উ) আছিল তেওঁলোকৰ দেওধাই বা পুৰোহিত। এই পুৰোহিত প্ৰধান সমাজৰ নাম সেই মিৰি পুৰোহিতৰ নামেৰেই পৰিচিত হ'ল। নতুবা আদি আৰু অসমীয়া ভাষাৰ দোভাষী হিচাপে কাম কৰাৰ বাবে "মি" (মানুহ) "ৰি" (মাজৰ মানুহ Middle Man) মিৰি নামে অভিহিত হ'ল। সি যি কি নহওক মিৰিসকল পূৰ্বতে পাহাৰৰ মানুহ যদিও তেওঁলোক অসমৰ অতি পুৰণিকলীয়া অধিবাসী। আহোমসকল অসমলৈ অহাৰ সময়তেই মিৰিসকলৰো কেইবাটাও ঠাল ভৈয়ামলৈ আহিছে। ফলত ভৈয়ামলৈ আহি থলুৱা জীয়াৰীৰ লগত বৈবাহিক সূত্ৰত আৱদ্ধ হোৱাৰ কাৰণে চামগুৰীয়া, তামাৰগঞ্জা, বঙ্কোৱাল, বিহিয়া আদি ফৈদসমূহে নিজৰ মাত-কথা পাহৰি আধাফুটাকৈ হলেও অসমীয়া ভাষাকে গ্ৰহণ কৰিব লগা হ'ল। স্বৰ্গীয় নকুল চন্দ্ৰ ভূঞাৰ "চন্দ্ৰকান্ত সিংহ" নাটকত মিৰি সন্দিকৈ এজনৰ ভূমিকা আছে, ৰহিলা নামৰ ছোৱালী এজনীকো পাৰ্শ্ব-নায়িকা হিচাপে উলিয়াইছে। বৰ্তমান মিচিং সমাজৰ অনেক ঠাইত সন্দিকৈ, বৰুৱা, কোঁৱৰ, চাংমাই আদি উপাধিৰ লোক আছে। অৱশ্যে সেই সকলোবোৰ আহোম ৰজাই দিয়া উপাধিয়েই নহয়। তেওঁলোকৰ কিছুমানৰ স্বীকাৰোক্তিমতে মানৰ আক্ৰমণৰ সময়ত কিছু আহোম লোক মিচিং গাঁৱত আশ্ৰয় লৈছিল আৰু পিছলৈ সম্পূৰ্ণ মিচিং হৈ পৰিল। যি কি নহওক, আহোম আৰু মিচিংসকলৰ ওচৰ সম্বন্ধ যে আছিল, সি সহজেই অনুমেয়। বিয়াবাৰুৰ নীতিত ঠিক আহোমসকলৰ চকলঙৰ দৰে নহলেও আংশিক মিল থকা দেখা যায়। ৰংপুৰত বিহ পাতি আহোম স্বৰ্গদেউসকলক আনন্দৰ খোৰাক যোগোৱাতো মিচিং ডেকাগাভৰুৰ বৰঙনি আছিল। "ৰংপুৰৰ ৰঙামণি প্লিঙ্কাই যাওঁ সৰু মণি ডিঙিতো নধৰে মণি ঐ সমনীয়া।" মানৰ আক্ৰমণৰ সময়তো মিচিংসকল আহোমৰে পক্ষত আছিল আৰু বহুতো আহোম লোকক আশ্ৰয় দিছিল। ফলস্বৰূপে আহোমৰ উপাধি থকা লোকেই নহয়, ৰঙা নৈ আৰু মাজুলীত আহোমগাঁও নামৰে মিচিং গাঁও এতিয়াও বৰ্তমান।

"তিৰি, মিৰি, ভাটৌ, কোৱা—এই চাৰি জাতি আঁসে নোপোৱা" বুলি এটি পুৰণি প্ৰবচন থাকিলেও আগৰ পৰা "মিৰিত মিল" বুলিও এটা কথা আছে। মিলেৰে থাকিলে এওঁলোক বৰ শান্তিপ্ৰিয়, সহানুভূতিশীল আৰু আনৰ উপকাৰী। ঘৰত থকা বস্তু লগাজনক মুক্ত হস্তে দিয়াত এওঁলোকে অকণো দ্বিধা বোধ নকৰে। মিচিংসকলৰ সংস্কৃতি হ'ল নৈ-কাষৰীয়া সংস্কৃতি। বানপানীৰ পৰা ৰক্ষা পাবৰ কাৰণে আৰু সহজতে পানী পাবৰ কাৰণে তেওঁলোকে চাংঘৰ সাজি নৈ কাষৰত থকা বাবে স্থায়ী বাৰী পাতি বাস কৰিব নোৱাৰিছিল। কিন্তু গৰু ম'হ আছিল তেওঁলোকৰ অপৰ্যাপ্ত। আনহাতে তেওঁলোকৰ সমাজত গাখীৰৰ ব্যৱহাৰ প্ৰায় নাছিলেই। গতিকে গাখীৰৰ ব্যৱসায় অনা-অসমীয়াৰ হাতলৈ যোৱাৰ আগতে গাখীৰ ব্যৱহাৰ কৰা অনা-মিচিং গাঁওবিলাকত মিচিং গাঁৱৰ গাখীৰ বিনামূলীয়াকৈ যোগান ধৰা হৈছিল। মূল্য হিচাপে কেইটামান তামোল-পান মাত্ৰ তেওঁলোকৰ মিতাসকলৰ পৰা বা তাৰৈয়েকৰ পৰা মিচিং মানুহে লৈ গৈছিল। এতিয়া বহুতখিনি কমি গ'ল যদিও মিচিং সকলৰ মাজত বহুতো হাতীগিৰীয়া আছিল। প্ৰায় বিলাক ঠিকাদাৰে মহলৰ মেলা চিকাৰ বা খেদা চিকাৰত মিচিং লোকৰ হাতীকেই ব্যৱহাৰ কৰিছিল। অসমৰ হাতী ব্যৱসায়ত মিচিংসকলৰ বৰঙণি আগশাৰীৰ। কাঠনি থকা সময়ত কপাহ খেতি আছিল এওঁলোকৰ এটা বিশেষ খেতি। নিজে সূতা কাটি বোৱা অন্যান্য কাপোৰৰ উপৰিও 'মিৰিজিম' এওঁলোকৰ এটা স্বতন্ত্ৰ মূল্যবান বস্ত্ৰ। পৰাধীন যুগত অসমৰ সমূহীয়া কুটীৰ শিল্পৰ লগতে এওঁলোকৰ কুটীৰ শিল্পয়ো বিশেষ গা-কৰি উঠিব নোৱাৰিছিল যদিও জাতি গঠনত এওঁলোকৰ বয়ন শিল্প আৰু কৃষি লেখত লবলগীয়া। এড়ি পোহা আৰু এড়ি কাপোৰ বোৱাতো এওঁলোক অতি পাকৈত। মিচিং শিপিনীয়ে বোৱা এড়ি কাপোৰৰ প্ৰতি সকলোৰে চকু। 'গা-পা', 'গাৰে', 'ৰিবি', 'গাচেং', ফুলাম 'এগে' (মেখেলা) আদি ৰংচঙীয়া মিচিং বস্ত্ৰবোৰ ব্যৱসায়িক ভিত্তিত বজাৰলৈ উলিয়াব পাৰিলে অসমৰ এটা বেলেগ বয়ন-বৈশিষ্ট্য আনৰ চকুত পৰিলক্ষিত হ'ব।

হাবি-বননি থকাৰ সময়ত মিচিংসকলে এবিধ বিশেষ বনৰীয়া আলু খান্দি খাইছিল। সেই কাৰণে 'মিৰি জিমৰ' দৰেই সেই আলুৰেই নাম হ'ল অসমীয়া ভাষাত "মিৰি আলু'। সেইদৰে 'মিৰি মাহ,' 'মিৰি শোকোতা' আদি ভাষা মিৰিসকলক লৈ সৃষ্টি হ'ল। বিহু নামতো "নৈৰে শুৱনী গঙাকৈ চিলনি, পৰ্বতৰ শুৱনী মিৰি,···" "মিৰিৰ চাঙে চাঙে মদৰে টেকেলি, নেপালী চাঙৰে গুৰ ··"। তেনেকৈ মণিৰাম দেৱানৰ গীতত "মিৰিটি মৰিলে কান্দে মিৰিয়নী মিৰিৰে দেশলৈ চাই ··"ইত্যাদি গীত-মাতো অসমত মিৰি বা মিচিঙক লৈ ৰচিত হ'ল। মিচিংসকল কাহানিও বহিৰাগতৰ কবলত পৰা নাই। তেওঁলোকে বিভিন্ন দেৱ-দেৱীক পূজা কৰে যদিও সেই পূজা মূলতঃ হিন্দুধৰ্মৰ ভিতৰুৱা। অসমৰ বহুতো জনগোষ্ঠীৰ দৰে এওঁলোক কাহানিও খৃষ্টান হোৱা নাই। সাংস্কৃতিক দিশতো এওঁলোকে "আমৰাগ", "প-ৰাগ," "আলি আই লিগাং" আদি স্বকীয় 'বিহু' পালন কৰিলেও অসমৰ মূল বিহু তিনিটাও যুগ যুগ ধৰি পালন কৰি আহিছে। প্ৰাক্ স্বাধীনতাৰ যুগত অসমীয়াৰ বাপতি সাহোন বিহুটিক বহুতে অশ্লীল বুলি এৰি তথাকথিত শ্লীলতাৰ ক্লাব-ঘৰত সোমাইছিল। তেতিয়াও বহুত ঠাইত নোহোৱা হৈ গৈছিল যদিও মিচিং সমাজৰে কিছুমান ঠাইত এই বিহুটি কাণে কাণ মাৰিয়ে ৰক্ষা কৰি আছিল। সেয়েহে স্বৰ্গীয় ৰজনীকান্ত বৰদলৈদেৱে ইংৰাজ চৰকাৰৰ চাকৰি কৰিও তেখেতৰ 'মিৰি-জীয়ৰী'ক লগ পাইছিল, চ'তৰ সাতবিহুৰ শৰদ শুনিছিল। স্বৰ্গীয় হেম বৰুৱাক তেখেতৰ প্ৰথম গল্প (শ্ৰীহেমকান্ত শৰ্মা বৰুৱা বি. এ. দেৱে লিখা) "আত্মাৰ মিলনত" তেখেতক সদায় গাখীৰ দিয়া "বুঢ়া মিৰিটোৰ" (আজিৰ ভাষাত বুঢ়া মিৰি মানুহজনৰ) জীয়েকৰ বনগীতৰ সুৰ আৰু দৈহিক ৰূপে মুগ্ধ কৰিছিল। ৰূপকোঁৱৰেও তেখেতৰ তথা অসমৰে দ্বিতীয় বোল-ছবি "ইন্দ্ৰ মালতী"ত এখন নৃত্য-গীত ৰত সহজ, সৰল মিৰি সমাজ আৰু নায়িকাৰ আশ্ৰয় স্থল এগৰাকী মিতিনীৰ কল্পনা চৰিত্ৰায়ণ কৰিবলৈ প্ৰেৰণা পাইছিল।

সদিয়াৰ পৰা তেজপুৰৰ ভৰলী নৈলৈকে বিয়পি থকা মিচিংসকল উজনি অসমৰ এক সংখ্যাগৰিষ্ঠ বিশেষ জনগোষ্ঠী। ভাৰতীয় জাতি হিচাপে আমি যেনেকৈ 'অনৈক্যত ঐক্য' আদৰ্শত একে ভাৰতীয় জাতি, তেনেকৈ অসমীয়া হিচাপেও আমি বাৰে বৰণীয়া সংস্কৃতিৰে মিলিত 'অনৈক্যত ঐক্যৰে' প্ৰতিষ্ঠিত এক অসমীয়া জাতি। পাহাৰৰ পৰা নামি আহিলেও, সাগৰৰ পাৰৰ পৰা উজাই আহিলেও, মৰু বা মেৰু দেশ এৰি আহিলেও অসমৰ চাৰিবেৰত থকা সকলো অসমীয়া—আমি অসমীয়া।



# চাহ-বাগিছাৰ অসমীয়া

শ্ৰীগোলাপ খাউণ্ড

অসমৰ চাহবাগিছাৰ বনুৱাসকলৰ সমাজজীৱনত ধীৰ গতিৰে হলেও গুণগত পৰিবৰ্তন আৰম্ভ হৈছে, 'চাহবনুৱাৰ ল'ৰা ডাঙৰ হ'লে বনুৱাৰ কামহে কৰিব লাগিব'—এই মনোভাৱ তেওঁলোকৰ মাজত আৰু সাৰ্বজনীন নহয়। পঢ়া-শুনা কৰিলে মজদুৰৰ ল'ৰাইও 'বাবু'ৰ কাম কৰাৰ অধিকাৰ পাব—এই কথাৰ বাস্তৱ প্ৰমাণ তেওঁলোকে পাইছে। সেয়ে চাহবনুৱাসকলে নিজৰ ল'ৰা-ছোৱালীক স্কুললৈ যাবৰ বাবে আজিকালি অধিক তাগিদা দিবলৈ আৰম্ভ কৰিছে। অসমৰ শিক্ষিত চাহ-মজদুৰ ছাত্ৰ-ছাত্ৰীৰ দ্বাৰা পৰিচালিত 'সদৌ অসম চাহ-মজদুৰ জনজাতি ছাত্ৰ সন্থা'ই শিক্ষালাভ কৰি থকা ছাত্ৰ-ছাত্ৰীক আৰ্থিক সুবিধা দিবৰ বাবে অসম চৰকাৰ আৰু চাহশিল্পৰ পৰিচালকবৰ্গক যথেষ্ট কাৰ্যকৰী হেঁচা দিবলৈ সক্ষম হৈছে আৰু ফলত চাহ-শ্ৰমিক সম্প্ৰদায়ৰ ছাত্ৰ-ছাত্ৰীৰ মাজত প্ৰাথমিক আৰু মাধ্যমিক শিক্ষাস্তৰত শিক্ষানুষ্ঠান ত্যাগ কৰা ল'ৰা-ছোৱালীৰ সংখ্যা যথেষ্ট হ'লেও লঘিষ্ঠসংখ্যক একাংশ ছাত্ৰ-ছাত্ৰীৰ মাজত 'ভাল হোৱা'ৰ হেঁপাহ স্পষ্টভাবেই দেখিবলৈ পোৱা গৈছে।

অসমৰ বিশিষ্ট শ্ৰমিক নেতা শ্ৰীকামাখ্যা প্ৰসাদ ত্ৰিপাঠীয়ে অলপতে এটা প্ৰবন্ধত এই বুলি লিখিছিল, "চাহবাগানৰ বনুৱাসকলে আজি ইমান দিনে আচুতীয়া জীৱন নিৰ্বাহ কৰি আহিছে। এতিয়া কিন্তু এই বৰ্দ্ধিত জনসংখ্যাক চাহবাগানসমূহে সামৰি ল'ব নোৱাৰিব। চাহবাগানৰ বনুৱাসকলে অসমৰ জনসাধাৰণৰ লগত এক হৈ, পঢ়িব লাগিব আৰু বিভিন্ন বিদ্যা শিকিব লাগিব, যাতে নিয়োগৰ ক্ষেত্ৰত তেওঁলোকে চাহখেতিতে নিৰ্ভৰশীল নহৈ বৃহত্তৰ স্বাৰ্থৰ ক্ষেত্ৰত যি কোনো কৰ্মৰ কাৰণে উপযুক্ত হবৰ অৰ্হতা লাভ কৰিব পাৰে। এওঁলোকে যেতিয়ালৈকে জাতিৰ প্ৰধান সুঁতিৰ লগত বিলীন হ'ব নোৱাৰে, তেতিয়ালৈকে তেওঁলোকৰ জীৱন-ধাৰাও স্বাভাৱিক নহব" (১৯৭৭ চনৰ ৭২ আগষ্টত 'চাহমজদুৰ' কাকতত প্ৰকাশিত প্ৰবন্ধ "শ্ৰমিক আন্দোলনৰ লগত মোৰ সম্পৰ্ক")। শ্ৰীত্ৰিপাঠী ডাঙৰীয়াৰ দৃষ্টিভঙ্গীক সমৰ্থন কৰাৰ লগতে এই কথাও সম্প্ৰতি আনন্দেৰে ক'ব পৰা গৈছে যে অসমৰ নতুনচাম চাহবনুৱাৰ মাজত 'জাতিৰ প্ৰধান সুঁতিৰ লগত বিলীন হোৱাৰ প্ৰক্ৰিয়া ধীৰগতিৰে আৰম্ভ হৈ গৈছে আৰু শিক্ষাৰ ক্ৰমবৰ্দ্ধমান পৰিসৰে এই প্ৰক্ৰিয়াক ক্ৰমে দ্ৰুতগতি প্ৰদান কৰিছে।

১৯৩৪ চনত মহাত্মা গান্ধীৰ 'হৰিজন' কাকতত অসমৰ এজন লোকে লিখা এখন চিঠি প্ৰকাশ পাইছিল। চিঠিৰ বিষয়বস্তু আছিল অসমৰ চাহবনুৱা। চিঠিত লিখা হৈছিল—"তেওঁলোক ইয়াত থাকিবলৈ আহিছে। এতিয়া আমাৰ মাটিত নিগাজীকৈ থাকিবলৈ লৈছে। সংখ্যাত তেওঁলোক এনেদৰে বাঢ়িব ধৰিছে যে এইখন প্ৰদেশৰ সামাজিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক জীৱনত এটা প্ৰধান ভূমিকা লব পৰা হৈছে ·· তেওঁলোকৰ অপৰিষ্কাৰ অভ্যাসবিলাক গুচাই যাতে ইয়াৰ স্থানীয় মানুহৰ সংস্পৰ্শলৈ আহিব পাৰে তাৰ বাবে আৰু যাতে হিন্দুধৰ্ম আৰু সামাজিক আচাৰ-ব্যৱহাৰ লব পাৰে তাৰ সুবিধা দি আৰু ঘাইকৈ তেওঁলোকৰ মাজত শিক্ষাবিস্তাৰ কৰি আমাৰ সমাজত সুমুৱাই লোৱাটো আমাৰ কাৰ্য-প্ৰণালীৰ লক্ষ্য হব লাগে।"

গান্ধীজীয়ে অসমৰ এই অনামী লিখকজনৰ দৃষ্টিভঙ্গী সমৰ্থন কৰি লিখিছিল, "তেওঁলোক সমাজৰ পৰা আঁতৰি আছে আৰু স্থানীয় সমাজেও নিজৰ মাজত সুমুৱাই লোৱা নাই। তেওঁলোকক এইদৰে আঁতৰাই থোৱাটো আত্মঘাতী নীতি।" অৱশ্যে এই সন্দৰ্ভত এইখিনিতে উল্লেখ কৰিব পাৰি যে গান্ধীজীৰ অস্পৃশ্যতা দূৰীকৰণ আন্দোলনৰ প্ৰভাৱ অসমলৈকো অহাত চাহবাগিছাৰ পৰা ওলাই আহি অসমীয়া গাঁৱৰ ওচৰত বসবাস কৰিবলৈ লোৱা কোনো কোনো লোকক নামঘৰত সোমাবলৈ দিয়া হৈছিল আৰু কিছুমান অঞ্চলত গাঁৱলীয়া ৰাইজে আন্তঃসাম্প্ৰদায়িক ভোজৰো ব্যৱস্থা কৰিছিল। এই কথা কিন্তু সত্য যে আহাৰ-প্ৰণালীৰ পাৰ্থক্যৰ কাৰণে চাহবনুৱাসকল আৰু অসমীয়া গাঁৱলীয়া লোকসকল একেখন মজিয়াত বহাটো আনুভূতিকভাবে সম্ভৱপৰ হোৱা নাছিল।

অসমৰ ভৱিষ্যত গাঁথনিৰ প্ৰতি সচেতন একাংশ শিক্ষিত লোকে কিন্তু ৰক্ষণশীল অসমীয়া সমাজৰ এনে আচৰণত সমৰ্থন জনাব পৰা নাছিল আৰু চাহবনুৱাসকলৰ মাজত অসমীয়া সমাজৰ ভাব-চিন্তা, কাৰ্যপদ্ধতি আদি সুমুৱাই দিবলৈ অহৰ্নিশে চেষ্টা কৰিছিল। অসম সাহিত্য সভাৰ অন্যতম সভাপতি আৰু সুদীৰ্ঘকাল চাহবনুৱাসকলৰ মাজত উক্ত পদত চাকৰি কৰা স্বৰ্গীয় নকুল চন্দ্ৰ ভূঞাৰ লগত এই প্ৰবন্ধ-লিখকে আজিৰ পৰা বাৰ বছৰমানৰ আগত এই বিষয়ে আলোচনা কৰোঁতে স্বৰ্গীয় ভূঞাঁই কৈছিল, "কিন্তু তেওঁবিলাকক প্ৰাণেৰে অসমীয়া জাতীয় ভাব লবলৈ আজিলৈকে কোনেও একো কৰা নাই। তেওঁবিলাকক আমাৰ বুকুত লবলৈ মই ব্যক্তিগতভাবে কব খোজো। তেওঁবিলাকক আমাৰ নামৰ সোৱাদ, গায়ন-বায়নৰ সোৱাদ, আৰু ভাওনাৰ সোৱাদ দিব পাৰিব লাগিব। অন্ততঃ কেঁচা মাহ-প্ৰসাদ একেলগে খোৱাৰ ব্যৱস্থা হব লাগিব। শিক্ষিত উদাৰ ভাৱৰ গোসাঁই এজন বা দুজনক লৈ বাগিছাৰ বনুৱাক শৰণ দি সেই কেইজনকে বাগিছাখনত মেধি, পাচনি পাতি মহাপুৰুষীয়া উদাৰ বাণী প্ৰচাৰ কৰিবলৈ নিয়োগ কৰিব লাগে। বনুৱা সমাজত নাম, গায়ন-বায়ন, ভাওনা চলাব পাৰিলে লগতে আমি উদাৰ হৈ সেই বিলাকত যোগ দিলে বনুৱাসকলৰ মন অসমৰ সংস্কৃতিলৈ ঢাল খাব।"

অসমৰ বিভিন্ন অঞ্চলত বিস্তাৰিত হৈ থকা চাহ-বাগিছাসমূহত যিসকল বনুৱা সম্প্ৰদায়ৰ লোকে কাম কৰিছে, তেওঁলোকৰ নিজৰ মাজতো আহাৰ-পদ্ধতি, ধৰ্মীয় কাম-কাজ আৰু বৈবাহিক বিষয়ত আন্তঃসাম্প্ৰদায়িক পাৰ্থক্য পৰিলক্ষিত হৈছিল, অৱশ্যে কালৰ সোঁতত পৰি তাৰ তীব্ৰতা হয়তো ভালেখিনি হ্ৰাস হৈছে। এইসকল লোক আৰু থলুৱা অসমীয়াৰ মাজতো আন্তঃসাম্প্ৰদায়িক পাৰ্থক্য আছিল। কিন্তু চাহবাগিছাৰ অসমীয়া কৰ্মচাৰীসকলে বাগিছাত অনুষ্ঠিত হোৱা পূজা-উৎসৱ, থিয়েটাৰ, ভাওনা, ফুটবল খেল আদিৰ মাধ্যমত তেওঁলোকৰ লগত এটা প্ৰীতিপূৰ্ণ সামাজিক সম্পৰ্ক ৰক্ষা কৰি চলা দেখা গৈছিল। সাংস্কৃতিক বিষয়ত ৰাপ থকা অনেক অসমীয়া কৰ্মচাৰীয়ে নিজৰ বাগিছাৰ বনুৱাসকলক হুচৰি গোৱা, খোল বজোৱা, সূত্ৰধাৰী নাচ কৰা, শঙ্কৰী নাটত ভাও দিয়া আদি কামত পাৰ্গত কৰি তুলিছিল। সৰু-ডাঙৰ অনেক গোসাঁইৰ দ্বাৰা বহুত বাগিছাত বনুৱাসকলক শৰণ দিয়াৰ কামো সম্পাদিত হৈছিল। ১৯৫০ চন পৰ্যন্ত এনে ধৰণৰ যি গঠনমূলক কাম কৰা হৈছিল, নিঃসন্দেহে সেইবোৰক যথেষ্ট দুঃসাহসী আৰু প্ৰগতিশীল বুলি ক'ব লাগিব। স্বাধীনতা লাভৰ পাছৰ পৰা শ্ৰমিক সংঘসমূহৰ সাংগঠনিক কৰ্মৰাজিৰ ফলশ্ৰুতিস্বৰূপে চাহবাগিছাৰ বনুৱাসকলৰ মাজত গণতান্ত্ৰিক ভাববোধ, আত্মমৰ্যাদাৰ পুনৰ্মূল্যায়ন আৰু নিজৰ জাতিগত সাংস্কৃতিক চেতনাৰ উন্মীলন স্পষ্টভাবেই দেখিবলৈ পোৱা গৈছে।

চাহবাগিছাৰ বনুৱাসকলক উদ্দেশি এসময়ত অসমৰ জাতীয় নেতাসকলে এইবুলি আহ্বান জনাইছিল, "আপোনালোকো অসমীয়া। সেইদেখি আপোনালোকে অসমীয়া ভাষা শিকিব লাগিব আৰু অসমীয়া সমাজৰ আচাৰ-ব্যৱহাৰ গ্ৰহণ কৰিব লাগিব।" এই লিখকে ভাবে, আজি আৰু তেওঁলোকক সেইদৰে পৰামৰ্শ দিয়াৰ কোনো প্ৰয়োজন নাই। কাৰণ অসমক তেওঁলোকে নিজৰ জন্মভূমি বুলি প্ৰাণেৰে গ্ৰহণ কৰিছে। অসম চাহ মজদুৰ সংঘ, সদৌ অসম চাহমজদুৰ জনজাতি ছাত্ৰসন্থা আদিৰ দৰে চাহশ্ৰমিক আৰু ছাত্ৰৰ বৃহৎ অনুষ্ঠানসমূহৰ মনোভাব আৰু কাৰ্যবিৱৰণী চালে ইয়াৰ স্পষ্ট নিদৰ্শন পোৱা যায়। এই অনুষ্ঠানসমূহৰ জৰিয়তে চাহশ্ৰমিক আৰু তৰুণ সকলে উদাত্ত কণ্ঠেৰে প্ৰকাশ কৰিছে "চাহ শিল্পৰ উন্নতি সাধন কৰিব লাগিব", "চাহবনুৱাৰ ল'ৰা-ছোৱালীয়ে উপযুক্ত শিক্ষা লাভ কৰিব লাগিব," "মজদুৰ সমাজত থকা কু-সংস্কাৰ আৰু কু-অভ্যাস দূৰ কৰিব লাগিব", "চাহবনুৱাসকলৰ সমাজৰ কৃষ্টি-সংস্কৃতিৰ উন্নতি সাধন কৰিব লাগিব" ইত্যাদি। আৰু গভীৰ প্ৰত্যয়েৰে তেওঁলোকে নিজৰ সমাজৰ মৰ্যাদা প্ৰতিষ্ঠাৰ কামত ঐকান্তিকতাৰে আত্মনিয়োগ কৰিছে। অসমৰ সামগ্ৰিক উন্নতি সাধনৰ অভিযানত তেওঁলোকেও নিজা বৰঙনি সাৰ্থকভাবেই আগবঢ়াইছে।

জীৱনত উন্নতি কৰিবলৈ মানুহক কৃতী-পুৰুষৰ আদৰ্শ লাগে। মানুহে নিজৰ জাতিৰ বিখ্যাত লোকসকলৰ বাবে গৌৰৱ কৰে আৰু এই গৌৰৱবোধে একোটা পৰিয়ালক অথবা একোটা সম্প্ৰদায়ক উত্তৰোত্তৰ আগবাঢ়ি যাবলৈ প্ৰেৰণা দিয়ে। দুৰ্ভাগ্যক্ৰমে আজিৰ পৰা ৫০।৬০ বছৰৰ আগতে চাহবনুৱাসকলে প্ৰেৰণা লাভ কৰিব পৰা কোনো খ্যাতিমান ব্যক্তি তেওঁলোকৰ মাজত দেখা পোৱা নাছিল।

ৱৰ্তিছ চাহখেতিয়কসকলেই আছিল তেওঁলোকৰ ভাগ্যবিধাতা—"হজুৰ, মা-বাপ"। সেই সময়ত বনুৱা-সকলৰ আকাঙ্ক্ষা চাহাবৰ পৰা দৰমহাৰ আগধনৰ মঞ্জুৰী পোৱাতেই সীমাবদ্ধ আছিল। কিন্তু আজি আৰু সেই দিন নাই। চাহবনুৱা সমাজৰ শিক্ষিত যুৱকে আজি দায়িত্বশীল ৰাজকাৰ্যৰ বাবে নিজৰ প্ৰাৰ্থিত্ব আগবঢ়ায়, নেতৃত্বৰ বাবে প্ৰতিদ্বন্দ্বিতা চলায়, কলেজত অধ্যাপনা কৰে, কবিতা-নাটক ৰচনা কৰে, আধুনিক গীত গায়, অনাতাঁৰ আৰু বোলছবিত অংশ গ্ৰহণ কৰে। খিলঞ্জীয়া অসমীয়া শিক্ষিত সমাজৰ লগত হাতত হাত মিলাই তেওঁলোকে দেশ গঢ়াৰ অভিযানত আগবাঢ়ি গৈছে। মজদুৰ সমাজৰ মুকুটমণি এই শিক্ষিত মজদুৰ যুৱকসকলৰ বাবে অসমৰ লাখ লাখ মজদুৰ পুৰুষ-তিৰোতাই গৌৰৱ অনুভৱ কৰে আৰু নিজৰ ল'ৰা-ছোৱালীক পঢ়িবলৈ, ভাল হ'বলৈ তাগিদা দিয়ে।

এই প্ৰৱন্ধ-লিখকৰ হাতত থকা তথ্যমতে চাহ মজদুৰ সম্প্ৰদায়ৰ পৰা অহা আৰু সমাজৰ স্বীকৃত মৰ্যাদাৰ আসন লাভ কৰা লোকসকলৰ এখন তালিকা দিয়া হ'ল।

| | | |
|---|---|---|
| অসম মন্ত্ৰীসভাত স্থান লাভ কৰা | ২ | জন |
| লোকসভাত স্থান লাভ কৰা | ১ | জন |
| বিধায়ক | ৮ | জন |
| উকীল | ১০ | জন |
| ডাক্তৰ | ১ | জন |
| উচ্চ পদৰ চৰকাৰী বিষয়া | ১১ | জন |
| কলেজৰ অধ্যাপক | ১৪ | জন (এজন ডক্টৰেট) |
| হাইস্কুলৰ শিক্ষক | ৩৫ | জন |
| হাইস্কুলৰ প্ৰধান শিক্ষক | ৩ | জন |
| ৰাজনৈতিক নেতা | ২৫ | জন |
| গ্ৰন্থকাৰ (অসমীয়া ভাষাৰ) | ৬ | জন |
| গায়ক-গায়িকা প্ৰায় | ২০ | জন মান |
| গল্পকাৰ, কৱি, লেখক | ১৮ | জন |
| নাট্যজগত, বোলছবি আদিত | ৮ | জন |
| চিত্ৰশিল্পী | ৬ | জন |

অসমৰ চাহ বাগিছাত (Tea under Labourers) আৰু চাহ বাগিছাৰ পৰা ওলাই গৈ অসমীয়া ৰাইজৰ লগে লগে (Ex-Tea Garden Labourers) বাস কৰা ৩০ লক্ষৰো অধিক বনুৱালোকৰ ভিতৰত ওপৰত উল্লেখিত সংখ্যাৰ শিক্ষিত লোক হয়তো নিচেই তাকৰ। কিন্তু ১৯৩৪ চনত মহাত্মা গান্ধীলৈ চিঠি লিখা সেই অনামী লোকজনৰ বাবে এই সংখ্যা তেনে নগণ্য নহয়, গুণগত দিশত এই সংখ্যা প্ৰকৃততে বিৰাট।

১৯৩৪-১৯৪৭-১৯৭৭ ঃ

সময়-ৰথৰ চকা আগুৱাই গৈছে।

ৰতনপুৰ বাগিছাত লহপহীয়া হাতেৰে 'এটি কলি দুটি পাত' ছিঙা লছমীজনীৰ, চাহগছৰ গুৰিত কোৰমৰা জুগনুৰ জীৱনলৈ আজি বিৰাট পৰিবৰ্তন আহিছে। আজি শ্ৰীগজেন তাঁতীয়ে আই-এ-এচ বিষয়াক নিৰ্দেশ দিয়ে, ডক্টৰ বিমল নাগে বৈজ্ঞানিক গৱেষণা কৰে, আই, এ, এচ বিষয়া অতুল্য চাবোৱানে দিল্লী ৰাজধানীত দায়িত্বশীল ৰাজকাৰ্য সম্পাদন কৰে, ধৰ্মদাস হেৰেঞ্জে (তেজপুৰ) আইনৰ জটিল সূত্ৰৰ সহায়ত মক্কেলক জেৰা কৰে, নাৰায়ণ ঘাটোৱাৰে গধুৰ প্ৰবন্ধ লিখি গ্ৰন্থ প্ৰকাশ কৰে. সনত তাঁতীয়ে ধুনীয়া কবিতা লিখে, শ্ৰীমতী ৰাজু গাজলু বি, এ, ই নাৰী প্ৰশিক্ষণ কেন্দ্ৰৰ অধ্যক্ষা স্বৰূপে ভূমিকা পালন কৰে। শিৱচৰণ দাসে হৃদয় পৰশা গীত গায়, সমীৰ তাঁতীয়ে তুলিকাৰে কেনভাচত অপৰূপ চিত্ৰ আঁকে, চেনিৰাম কুৰ্মী, দীননাথ চাওৰাই অনাতাঁৰ আৰু বোলছবিত অংশ গ্ৰহণ কৰে। গভীৰ তাৎ-পৰ্যপূৰ্ণ এই পৰিবৰ্তন ঃ ধীৰে ধীৰে ই আৰু বিকশিত হব সেই দিন সমাগত প্ৰায়।

চাহবাগিছাৰ ধুনীয়া চামেলীজনী এদিন বগা চাহাবৰ প্ৰিয়তমা হৈছিল। বাগিছাৰ কোনোবা ডেকা কৰ্মচাৰী শইকীয়াৰ লগতো পাত তুলিবলৈ যোৱা স্বাস্থ্যৱতী ৰুক্মিণীৰ গুপুত কথা-বতৰা হৈছিল। কিন্তু অসমীয়া খিলঞ্জীয়া সম্প্ৰদায়ৰ লগত তেওঁ-লোকৰ আন্তঃসাম্প্ৰদায়িক বৈবাহিক সম্পৰ্ক স্থাপনৰ অভিলেখ তাতকৈ অধিক দূৰলৈ যোৱাগৈ নাই। গাঁৱৰ খেতিবাতি কৰা অসমীয়া ডেকাই বনুৱা সম্প্ৰদায়ৰ তিৰোতাৰ সৈতে বৈবাহিক জীৱন যাপন কৰা উদাহৰণ নিচেই নগণ্য। বহুত ঠাইত এনে ডেকাক গাঁৱৰ ৰাইজে এঘৰীয়া কৰাৰ কথাও শুনা যায়।

এই বিষয়ত এজন শিক্ষিত মজদুৰ যুৱকে এই লিখকক এটি লিখিত টোকাৰে জনাইছে —

"অসমীয়া যুৱক আৰু চাহবনুৱা ছোৱালীৰ মাজত সামাজিক নীতি-নিয়মৰ মাধ্যমত বৈবাহিক সম্পৰ্ক ঘটা নাই। অসামাজিকভাৱে যোৰহাট আৰু তেজপুৰত দুই এটা ঘটিছে, কিন্তু তেওঁলোকে উচিত মৰ্যাদা পোৱা নাই। আনহাতে মজদুৰ যুৱক বহুতেই সামাজিক নীতি-নিয়মেৰে অসমীয়া ছোৱালী বিয়া কৰাইছে। তেওঁলোক সকলোৱেই শিক্ষিত মজদুৰ যুৱক।" এই বিৱৰণৰ পৰা এটা কথা অনু-মান কৰিব পাৰি যে আধুনিক ব্যৱস্থাৰ শিক্ষাই



অসমীয়া আৰু চাহবনুৱা সম্প্ৰদায়ৰ মাজত ধীৰ-গতিৰে হলেও এক উদাৰ সম্পৰ্ক গঢ়ি তোলাত আশাপ্ৰদ বৰঙণি যোগাইছে। এই উদাৰ মানসিকতাৰ আলমতে চাহমজদুৰ সমাজে বৰ লুইতক আই বুলি আকোৱালি লব পাৰিছে। সেই স্নেহৰ উম লৈ চাহমজদুৰ খেতিয়কে অসমৰ কোমল মাটিত সোণোৱালী ধাননিৰ মেলা পাতিছে। তেওঁ-লোকৰ ঘামেৰে অসমৰ পকী ৰাজপথ নিৰ্মাণ হৈছে, মথাউৰি নিৰ্মাণ হৈছে। সম্প্ৰতি অসমৰ সৰু বৰ অনেক নগৰত প্ৰাক্তন চাহ বনুৱা সম্প্ৰদায়ৰ লোকে ৰিক্সা চলাবলৈ লোৱাত অসমৰ বাহিৰলৈ মূলধন উলিয়াই পঠিওৱা কাম কিছু পৰিমাণে হলেও কমিছে। বহুত ঠাইত মজদুৰ ৰাইজে গা খাটি দি প্ৰাইমেৰী স্কুলৰ বাবে ঘৰ সাজি দিছে। বাগিছাৰ মজদুৰ-সকলে শকত দান-বৰঙণি দি হাইস্কুল, কলেজ প্ৰতিষ্ঠাত উল্লেখযোগ্য অৰিহণা আগবঢ়াইছে। মজদুৰ সকলৰ পৰা অহা আৰ্থিক সাহায্যৰ দ্বাৰা বোলছবি নিৰ্মাণ হৈছে। শিক্ষিত মজদুৰ যুৱকে অসমীয়া আলোচনী, মুখপত্ৰ সম্পাদনা কৰিছে, প্ৰকাশ কৰিছে। এইদৰেই অসমৰ ত্ৰিশ লক্ষাধিক চাহবনুৱাই বৃহৎ অসমীয়া সমাজ গঢ়ি তোলাত প্ৰত্যক্ষ আৰু পৰোক্ষ-ভাৱে নিজৰ দায়িত্ব পালন কৰিছে। আজিৰ শিক্ষিত মজদুৰ জননেতা আৰু ছাত্ৰনেতাই মুকলি মঞ্চত থিয় হৈ গৌৰৱেৰে ঘোষণা কৰে—"অসমেই আমাৰ জন্মভূমি। এসময়ত আমাৰ ককা-আজোককা-সকল ইয়ালৈ আহিছিল ধন ঘটিবলৈ বুলি। কিন্তু তেওঁলোক আৰু উভতি নগ'ল। আমাৰ মা-দেউতা ইয়াতেই জন্ম হৈছিল। ইয়াতেই মৰিছে। আমিও এই অসমমাতৃৰ বুকুতে জন্ম লাভ কৰিছো, ইয়াৰ মাটিতেই এদিন আমি মৰিম। সেয়ে আজি আমি অসমীয়া। জনমে জনমে আমি অসমীয়া। হে অসমীয়া ৰাইজ, আমাক আপোনালোকে সাবটি লওক, আমাক মৰম দিয়ক। আমি অসমীয়া— আমি চাহ-বাগিছাৰ অসমীয়া।"



# চাহ-শ্ৰমিক সমাজ-সংস্কৃতিৰ কিছু-কথা

শ্ৰীদেউৰাম তাছা

অসমৰ বুকুত লালিত-পালিত হোৱা চাহ-শ্ৰমিক সমাজ এটি বৃহৎ জনগোষ্ঠী। অসমৰ থলুৱা তথা বৃহত্তৰ স্বাৰ্থসমূহত এই শ্ৰমিক সমাজে প্ৰশংসনীয়-ভাবেই ইন্ধন যোগাই আহিছে। অসমকেই জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী বুলি সাবটি লৈছে। জাতীয় সংহতি বিনষ্ট হ'ব পৰা কোনো কাম এতিয়ালৈকে এই সমাজে কৰা নাই, নকৰেও। অসমৰ মান-সন্মান, জয়-পৰাজয়, দুখ-সুখ সকলোতে মিলি ৰবঞ্চ একীভূত হোৱাৰহে মানস কৰি আহিছে। নিজস্ব ভাষা, সংস্কৃতি, ধৰ্মৰ পৰম্পৰা ৰক্ষা কৰিও বৃহত্তৰ ঐক্য আৰু সংহতিৰ ক্ষেত্ৰত অসমীয়া ভাষা, সংস্কৃতি, ধৰ্ম আদিক আন্তৰিকভাৱে গ্ৰহণ কৰাৰ প্ৰস্তুতি চলাই আহিছে। অসমৰ চাহমজদুৰক বিয়োগ দি বৃহত্তৰ জাতি গঠনৰ কথা ভাবিব নোৱাৰি। ভাৰতত, জগতত অসমৰ শৌৰ্য, বীৰ্য, গৌৰৱ, ঐক্য, সংহতি আদিৰ আদৰ্শ দেখুৱাবলৈ হলে অসমত অসমীয়া বুলি নিজকে চিনাকি দিয়া প্ৰতিটো জাতি-উপজাতিৰ সমাজ আৰু সংস্কৃতিৰ সমন্বয় গঢ়ি উঠাটো প্ৰতিজন অসমীয়াই বাঞ্ছা কৰিছে।

আজিৰ হাড়ে-হিমজুৱে অসমীয়া হৈ পৰা আহোম, চুতীয়া, কোঁচ, কলিতা, কছাৰী বা অন্যান্য গোষ্ঠীৰ বুৰঞ্জীৰ অধ্যয়ন কৰিলে দেখা পাওঁ যে প্ৰতিটো গোষ্ঠীয়েই আজিৰ অসমত আদিভাগৰ শতিকাবোৰত থিতাপি লৈ এটা পূৰ্ণাংগ জাতি হিচাপে গঢ়ি উঠিল। আনহাতে, ডেৰশ বছৰৰ আগত অসমলৈ অহা চাহ-শ্ৰমিক সমাজে তাহানিৰ ভাবধাৰা জলাঞ্জলি দি স্বদেশ-প্ৰীতিৰ এনাজৰীয়ে বৃহৎ অসমীয়া জাতি গঠনত বৰঙণি যোগাইছে।

অসমৰ বৰ্তমানে চাহ-শ্ৰমিক বুলি চিনাকি দিয়া এই জনগোষ্ঠীয়ে তেওঁলোকৰ পূৰ্বঠাইত খেতিয়ক বা কৃষি-বনুৱা হিচাপেহে স্বীকৃতি পাইছিল। অতীজ-কালৰ পৰাই ভাৰতত ৰজা-মহাৰজা, জমিদাৰ শ্ৰেণী থকাত এই খেতিয়ক বা কৃষি-বনুৱাসকল তেওঁ-লোকৰ অধীনত থাকিব লগা হৈছিল। জমিদাৰ শ্ৰেণীৰ প্ৰজা-পীড়ন বৰ নিৰ্মম আছিল। তেওঁ-লোকৰ খাম-খিয়লি, ৰুচি-অভিৰুচিৰ ওপৰতেই প্ৰজাৰ সুখ-দুখ, ভাল-বেয়া নিৰ্ভৰ কৰিছিল।

দুখীয়া মানুহৰ স্থান ক'তোৱেই সুখৰ নহয়। ধন-ঐশ্বৰ্য্যৰ অধিকাৰীসকলে মানবীয় গুণ হেৰুৱাই গৰীবৰোৰক কুকুৰ-মেকুৰী, গৰু-ছাগলী আদিৰ দৰে ব্যৱহাৰ কৰি অহাৰ বুৰঞ্জী কম-বেছি পৰিমাণে বুৰঞ্জী-পাঠক মাত্ৰেই জানে। আজিৰ শ্ৰমিক শ্ৰেণীয়েও জমিদাৰ শ্ৰেণীৰ হাতত এসময়ত তেনে ধৰণৰেই ব্যৱহাৰ পাই আছিল। এনে সময়ত বৃটিছসকলে অসমত চাহবাগিছা পতাৰ কাম আৰম্ভ কৰিলে। অৱশ্যে ১৮৩৪ চনৰ পৰাই চাহখেতিৰ আৰম্ভ কৰিছিল যদিও ১৮৫৮ চনলৈকে স্থানীয় অসমীয়া মানুহেই এই বাগানসমূহত বনুৱাৰ কাম কৰিছিল। কিন্তু বাহুল্যধৰণে বাগানৰ কাম সম্প্ৰসাৰণ হোৱাৰ লগে লগে ১৮৫৯ চনৰ পৰাই অসমৰ বাহিৰৰ কিন্তু ভাৰতৰ ভিতৰৰ বিভিন্ন ঠাইৰ পৰা বনুৱা আমদানী কৰাৰ কাম হাতত লোৱা হ'ল আৰু 'এচোচিয়েচন' পাতি বনুৱা সংগ্ৰহৰ বাবে বিভিন্ন ঠাইত 'আৰকাঠী' (আৰিকাটি) অফিছ বহুৱালে। ইয়াৰ ফলত জন্ম-হোৱা দালালহঁতে বনুৱাপ্ৰধান অঞ্চলৰ জমিদাৰ শ্ৰেণীৰ লগত কথাপাতি প্ৰতিটো বনুৱাক বস্তু-বাহানি কিনাৰ দৰে নগদ টকাৰে কিনি পেলালে। অকল এয়েই নহয়, দালালবোৰে মনমোহিনী কথাৰে



ফুচুলাই-মেলি বনুৱাক হেনো কৈছিল—আসাম দেশৰ ফুলগছৰ ফুল ছিঙিলেই, মাটি খুচৰিলেই টকা পোৱা যায়। আসাম দেশৰ মাটিত দেধাৰ ধন-সোণ পোত খাই আছে— যেয়েই খান্দে সিয়েই পায়। সৰল বনুৱাবোৰে এনে চাতুৰী-বাক্যত বিশ্বাস ৰাখি অসম মুলুকলৈ ভৰি দাঙিলে। এনেকৈয়েই ভাৰতৰ বিভিন্ন প্ৰান্তৰ অৰ্থাৎ মাদ্ৰাজ, গঞ্জাম, উৰিষ্যা, ভিজিগাপট্টম, পিঠাপুৰম, কটক, সম্বলপুৰ, পুৰী, ধেংকানল, বালাচৰ, ৰাঁচী, পালামৌ, সিংভুম, হাজৰিবাগ, মানভূম, বিহাৰ, বিলাসপুৰ, ৰায়পুৰ, জবলপুৰ, চাওতাল-পৰগণা, ভাগলপুৰ, চম্পাৰণ, পাটনা, মজঃফৰপুৰ, গাজীপুৰ, গোৰখপুৰ, বস্তী, চিংগুজা, ৰেৱা, বাঁকুৰা, চোটনাগপুৰ, পুৰুলিয়া, মেদিনীপুৰ, ধানবাদ, বেনাৰস, মিৰজাপুৰ, বালিয়াংছিয়নি, ময়ুৰভঞ্জ, ৰায়গড়, আজমগড়, সুন্দৰগড় বীৰভূম আদি ঠাইৰপৰা অসমলৈ শতাধিক জাতভুক্ত আৰু আৰ্য-অনাৰ্য, কোল-দ্ৰাবিড় গোষ্ঠীভুক্ত বনুৱাৰ আগমন হয়। এইবোৰ কাৰণৰ পৰাই এটা কথা স্পষ্ট হৈ পৰে যে বনুৱাসকলৰ অসম আগমন একপ্ৰকাৰ অৰ্থনৈতিকেই আছিল।

বৰ্তমানে এই বনুৱাগোষ্ঠীয়েই অসমৰ থলুৱা বাসিন্দা হৈ বৃহত্তৰ অসম গঢ়াত ইন্ধন যোগাইছে। অসমৰ অসমীয়া জাতিৰ অঙ্গস্বৰূপ হৈ পৰিলেও এই গোষ্ঠীৰ কেতবোৰ নিজা সংস্কৃতিও আছে। বিভিন্ন বৰ্ণভুক্ত এই গোষ্ঠীৰ সমাজ আৰু সংস্কৃতিৰ বৈশিষ্ট্যসমূহ চমুকৈ আলচ কৰা হ'ল।

ক) **কৰম পূজা আৰু ঝুমুৰ নৃত্য**—এই পূজাৰ আয়োজন হয় ভাদমাহৰ একাদশী বা পূৰ্ণিমাত। পূজাৰ কেইবা দিনো আগৰ পৰাই এই নৃত্য-পূজাৰ আখৰা চলে। ব্ৰতে-উপবাসে থাকি পূজাত অংশ গ্ৰহণ কৰিবলৈ ইচ্ছা কৰা কুমাৰী-অকুমাৰী অথবা তিৰোতা-সকলে 'জাৱা' ধৰা নিয়ম। বিভিন্ন শস্যৰ বীজ এটা এটা বালি ভৰোৱা পাচিত সিচি এই পূজাৰ শুভ উদ্বোধন কৰা হয়। নৃত্য-পূজাৰ নিৰ্দিষ্ট দিনা 'কৰম' গছৰ ডাল পুতি 'কৰম ধৰম'ৰ কথা শ্ৰৱণ কৰাৰ পাছত আখৰা বন্দনা আৰম্ভ হয়। এই পূজাৰ উদ্দেশ্য সম্পূৰ্ণ আধ্যাত্মিক হলেও কৰম দেৱতাৰ প্ৰতি দৈনন্দিন জীৱনৰ ঘাত-প্ৰতিঘাতত জুৰুলা হোৱা বনুৱা ৰাইজে দিনৌ সন্মুখীন হোৱা দুখ-যাতনাৰ কথা গীতৰ মাজেদি ফুটাই তুলি দেৱতাক কৃপাদৃষ্টিৰে খণ্ডন কৰিবলৈ কাকুতি ধৰে। এই পূজাৰ মূল উদ্দেশ্য দেৱতাৰ আশীৰ্বাদ কণ্টকময় দুখৰ জীৱনৰ পৰিবৰ্তে এখন সুখীয়া জীৱন যাপন কৰা। এই ঝুমুৰ নৃত্যই লোকনৃত্যৰ ক্ষেত্ৰত অসম তথা ভাৰতত এক বিশেষ স্থান অধিকাৰ কৰিছে। এই পূজাত দেওধনী উঠাৰো তাৎপৰ্য আছে। ঝুমুৰ গীতৰ প্ৰথম আখৰা বন্দনা গীতটো যি কোনো অঞ্চলতেই প্ৰায় একেধৰণৰ। গীতটো—

আখৰা বন্দনা কৰি
যতৰে দেবতা ধৰি
বসন্ত বন্দনা বেজনাৰী
মদনে ঝুমৰ লাগল ভাৰী।

খ) **চাঁহৰাই পৰৱ**—এই পূজা কাতিমাহত অনুষ্ঠিত হয়। অৱশ্যে ইয়াক ঠাইবিশেষে গৰয়া বা গোবৰ্দ্ধন পূজাও বোলে। ইয়াৰ উদ্দেশ্য পবিত্ৰ বুলি গণ্য কৰা গো-জাতিলৈ শ্ৰদ্ধা-ভক্তি সহ ৰুটি-পিঠা অৰ্পণ কৰি গো-মাতাক সন্তুষ্ট কৰা। যিহেতু কৃষিজীৱী সমাজত গো-জাতিৰ সাহায্য অবৰ্ণনীয়। এই পূজাৰ আয়োজন কৰা নিৰ্দিষ্ট দিনৰ পৰা কেইবাদিনো আগৰ পৰাই গো-জাগৰণ অৰ্থাৎ 'জাহলী' গোৱা নিয়ম। অসমীয়া সমাজে বহাগ মাহত পালন কৰা গৰু-বিহুৰ লগত যথেষ্ট সাদৃশ্য আছে। এই পূজাৰ লগতে বহুতে গৰখীয়া সবাহৰো আয়োজন কৰে। এনে গোহাল পূজাত পঞ্চদেৱতাৰ নামত বলি কটা হয় আৰু চোতালত চাউল গুৰি, পুৰৈ শাক মিহলাই ৰেখাংকন কৰে। সাঁহৰাই পূজাৰ উদ্দেশ্য 'জাহলী' গীতৰ পৰাই বুজিব পাৰি। যথা—

জাগমা লছমী—জাগমা ভগৱতী
জাগি গেলাই আনাস্ কা ৰাত।
জাগাকা প্ৰতিফল—দেবে মা লছমী
পাঁচ পুত্ৰ দশ ধেনু গাই।

গ) **টুচু পূজা**—এই পূজা মাঘবিহু অৰ্থাৎ মকৰ সংক্ৰান্তিৰ দিনা একাংশ শ্ৰমিকে মহা উলহ-মালহেৰে সমাপন কৰে। এই পূজাৰ আৰম্ভণি এমাহ আগৰ পৰাই হয়। পূজাত অংশগ্ৰহণ কৰা কুমাৰী-অকুমাৰী জীয়ৰী-বোৱাৰীসকলে ধূপ-দীপ-নৈবেদ্যৰে একোটি চাকি জ্বলাই শুভ-সূচনা কৰে। উদ্দেশ্য ভৱিষ্যতে এখন সুখৰ সংসাৰৰ মুখ দেখা। এই পূজাই বৰ্তমান সমাজত একাংশ শ্ৰমিকে পালন কৰা সাবিত্ৰী ব্ৰতৰ দৰে আধ্যাত্মিক স্থান ললেও কহ্নী বুঢ়াসকলৰ মতে মুছলমানৰ হাতৰ পৰা নিজক ৰক্ষা কৰি আৰু এমাহ কাল পতিদেৱতাৰ দুৰাৰোগ্য ব্যাধিত সম্পূৰ্ণ না-ভাত, না-পানী অৱস্থাৰে পৰিচৰ্যা কৰাৰ পাছত সেইকালৰ ৰীতি অনুযায়ী স্বামীৰ চিতাত সতী যোৱাত সেই সতীৰ স্মৃতি চিৰস্মৰণীয় কৰি ৰাখিবৰ উদ্দেশ্যেই টুচু পূজাৰ আয়োজন পৰম্পৰাগত হিচাপে চলি

আহিছে। এই ফালৰ পৰা চালে অসমৰ জয়মতী উৎসৱ, সতী ৰাধিকা উৎসৱৰ লগত হুবহু ৰিজাব পাৰি। টুচু পূজাৰ বন্দনামূলক গীতটো এনে ধৰণৰ—

তেল দিলাম শলিতা দিলাম
স্বৰ্গে দিলাম বাতী গ'
সকল দেৱতা সনজা লে মা লক্ষ্মী সৰস্বতী গ'
( বা) ঘৰেৰ কুলৱতী গ'

**ফাগুৱা**—এই উপলক্ষে ফাগুৱাৰ আগদিনা ৰাতিলৈ ল'ৰা-বুঢ়া-ডেকা আদিয়ে গোট খাই ঢাক-ঢোল বজাই খৰি আদি গোটাই 'হলি পোৰা' নিয়ম পালন কৰে। পাছদিনা নিজ নিজ ঘৰত পূজাৰ থান আদিত ৰং উছৰ্গা কৰি বোকাখেল-ৰংখেল উদ্‌যাপন কৰে। সামূহিক হিচাপে প্ৰত্যেকৰ ঘৰে ঘৰে গৈ শ্ৰীকৃষ্ণৰ আধ্যাত্মিক গীত গাই নাইবা তেনেবিষয়ক নৃত্য-নাটিকা পৰিবেশন কৰি আশীৰ্বাদ দিয়া নিয়ম বিৰাজমান। এইদিনা ঠাইবিশেষে ভগৱানৰ মৌলিক বিধান থকা বুলি পৰম্পৰা থকাত বছেৰেকত এদিন ভিক্ষাবৃত্তিৰ বাবে বহুজনে বহু সময়ত বিভিন্ন ভাও লৈ ভিক্ষা খোজাও দেখা যায়। এই উপলক্ষে কোনো কোনো ঠাইত 'কাঠি নৃত্যৰো' আয়োজন হয়। তেনে এটি নৃত্য-গীতৰ উল্লেখ কৰা হ'ল—

কাঠি কাঠি বীৰবল কাঠি—
কাঠিৰ পাশা চলেৰে—
শুন বাছা নিমাইৰে—
চখে কাণে লাগে গেলে
মৰণ সমানৰে।

(ঙ) **গ্ৰাম-পূজা**—গাঁৱৰ অপায়-অমঙ্গল দূৰ কৰিবলৈ বুলি গ্ৰাম-দেৱতাৰ নামত এই পূজা আহাৰ-শাওন মাহত অনুষ্ঠিত হয়। ইয়াক 'আষাঢ়ীয়া' পূজাও বোলে। এই পূজাত বলি কটা হয়। শুভা-শুভ গণনাৰ বাবে 'ঝুপা' নামে বা দেওধনী উঠে। পূজাৰ অন্তত যথানিয়ম সহকাৰে গাঁৱত চাৰিওফালে ঝাণ্ডা পুতি গ্ৰাম বন্ধন কৰে।

ইয়াৰ উপৰিও বিভিন্ন গোষ্ঠীভুক্ত শ্ৰমিক সমাজে কিছুমান ব্যক্তিগত আৰু সমাজগত হিচাপে বহুতো দেৱ-দেৱী আৰু অপ-দেৱতাৰ বাবে বিভিন্ন পূজা-পাৰ্বণৰ আয়োজন কৰে। তেনে উৎসৱসমূহৰ ভিতৰত সত্যনাৰায়ণ ব্ৰত, ত্ৰিনাথ মেলা, মনসা, দুৰ্গা, কালী, সুৰ্যাহী, শনি, মঙ্গলা, শিৱ, লক্ষ্মী, তুলসী, কাৰ্তিক, গণেশ, হনুমান, শীতলা ষষ্ঠী, বুঢ়া-ডাঙৰীয়া, বৰপাহাৰী, বাঘ, খেত-খেতৰনীৰ পূজা, সাবিত্ৰী ব্ৰত আদিৰ নাম লব পাৰি। বহুতে খেতি-থামাৰ আৰম্ভ কৰাৰ দিনা খেত উৎসৱ, ন-খোৱা উৎসৱ, আম খোৱা উৎসৱ, দেৱালী উৎসৱ, চণ্ডী উৎসৱ আৰু বৈষ্ণৱ লীলাও মহা ধুমধামেৰে পতা দেখা যায়। অসমৰ ওজাপালীৰ দৰে পাল্লা নাচ আৰু দণ্ড নাচৰো ঠায়ে ঠায়ে প্ৰচলন আছে। সাদী-বিহাত ডমকচ্ নৃত্য-গীতৰ প্ৰাধান্যও আছে।

(চ) **জন্ম-মৰণ-বিবাহ**—এই সমাজত সন্তান জন্ম হলে সেইঘৰ মানুহৰ 'চুৱা' হয় বুলি ধৰা হয়। ন দিনৰ দিনা ইষ্ট-কুটুম্ব মাতি নাপিতৰ দ্বাৰাই সন্তানৰ চুলি 'নমায়'। মাকজনীৰ নখ আদি কাটে। এইদিনা নিমন্ত্ৰিত মতা মানুহে চুলি-দাড়ি আৰু মাইকী মানুহে নখ আদি কটা নিয়ম। নৱ-জাতকৰ সৈতে মাকজনীক গা ধুওৱাৰ পাছত নিমন্ত্ৰিতসকলে দুয়োলৈকে পৰাপক্ষত নৱবস্ত্ৰ উপহাৰ দিয়ে। অৱশ্যে এই উপহাৰ পৰ্ব একৈশ দিনৰ দিনাও 'নিমন্ত্ৰণ'ৰ লগত দিব পাৰে। নৱজাতকৰ হৈ আনুষ্ঠানিক ভোজ-পৰ্বক এইদিনা "ছটী" বোলে। ন দিনৰ দিনা সমাজৰ আৰু 'একৈচা'ৰ দিনত গৃহস্থৰ 'চুৱা' গুচে বুলি ধৰা হয়। সন্তানটোৱে সময়ত টান বস্তু খাব পৰা হলেই 'মুখ জুঠা' বা অন্নপ্ৰাশন কৰা নিয়ম। এইদিনা প্ৰথমেই মোমায়েকে খুৱাই দিব লাগে। কাণ-নাক বিন্ধাৰৰ বেলিকাও 'চুমান'ৰ আৰ্হিৰে উৎসৱ পালন কৰা হয়।

কিয়দংশই নৱজাতকৰ নাম বাচোঁতে এবাটি পানীত তুলসীপাত, দুবৰিবন, ৰংকৰা চাউল আদি যোৰা যোৰাকৈ এৰি দি পূৰ্ব্বপুৰুষ সকলৰ নাম মাতি যায়। যিটো মুহূৰ্তত দুটা চাউল একেলগ হয় সেই মুহূৰ্তত কোৱা নামটোৱেই নৱজাতকৰ আচল নাম বুলি ধৰা হয়। অৱশ্যে অন্যান্য বহু গোষ্ঠীয়েই বামুণ-গণকৰ দ্বাৰাই নাম বচাই লয়। কোৱা বাহুল্য যে, শ্ৰমিক শ্ৰেণীৰ বাবে একশ্ৰেণী 'গুৰু' আছে যি সকলে পূৰ্বপুৰুষৰ কথা কৈ মন যোগোৱাই এওঁলোকক 'কাণ ফুঁকি' চেলা বনায়। প্ৰতি বছৰে বিহাৰ, উত্তৰ প্ৰদেশ, উৰিষ্যা আদিৰ পৰা এনে 'গুৰু' আহি 'চেলা'সকলৰ দুখ-দুৰ্দশা দেখিও গুৰু-কৰ আদায় কৰে। এনে গুৰুসকলেও বহু সময়ত নাম বাচি দিয়ে।

সি যি কি নহওক, এসময়ৰ বুধবাৰে জন্ম লোৱা বুধু, বুধুৱা, বুধনা, বুধনী, বুধবাৰী বা শুকুৰবাৰৰ শুকুৰা, শুকৰু, শুকুৰমণি, শুকুৰবাৰীহঁতে বৰ্তমানে অসমীয়া সমাজ-সংস্কৃতিৰ কম-বেছি পৰিমাণৰ প্ৰভাৱত পৰি বোধেশ্বৰ, বুধৰাম, প্ৰবোধ, বিভা, বীৰেন, নাইবা শুক্ৰেশ্বৰ, সুৰেন, সুনীল, সুৰমাই আদি নামলৈ আকৃষ্ট হৈছে বুলি প্ৰত্যয় নিয়াব পাৰি।

এই সমাজৰ কোনো ব্যক্তিৰ মৃত্যু হলে 'পোৰা' আৰু 'মাটি দিয়া' দুয়োবিধ নিয়ম প্ৰচলিত আছে। বহুক্ষেত্ৰত খৰি দিয়াৰ ইচ্ছা থাকিলেও বয়বস্তু যোগাব নোৱাৰি সেয়া সম্ভৱ হৈ নুঠেগৈ। মৰা শ'ক নতুন মাৰকিন কাপোৰেৰে ঢাকি তেল-হালধি ঘঁহি শ্মশানলৈ নিওঁতে কিয়দংশই তাল-মাদল বজাই আৰু প্ৰায় সকলোৱেই ধান-চাউল-সৰিয়হ আদি ছটিয়াই যাব লাগে। শ্মশান যাত্ৰাৰ যোৱা-অহাৰ সময়ত তিনিবাৰকৈ হৰিধ্বনি দিয়া নিয়ম। তাৰো-পৰি মৃতকৰ চোতালত গা-পা ধুই অহাৰ পাছত ধূপ-ধূনা পুৰি তুলসী-পানী ছটিওৱা নিয়ম। তিনি দিনৰ দিনা তিলনী আৰু দহ দিনত 'দচা' বা 'ঘাট' হয়। 'ঘাট' পাৰ নোহোৱা পৰ্যন্ত মৃতকলৈ বুলি শ্মশানৰ মুখে তিনি বা চাৰি আলিৰ ওচৰত মচি-কাচি ৰখা ঠাইত সন্ধিয়াৰ পাছত ভাত-পানী দাঁতোন আদি দি থৈ আহিব লাগে। 'ঘাটৰ' দিনা খেনোৱে বামুণ লগায়, খেনোৱে সমাজৰ পাওৰ দ্বাৰাই সকলো কাম সমাধা কৰে। পিতা-মাতাৰ ক্ষেত্ৰত চুলি খুৰোৱা নিয়ম বিদ্যমান। 'ঘাট উঠাৰ' সময়ত ঘাটলৈ যোৱা প্ৰতিজনেই মাৰকিন কাপোৰ উছৰ্গা কৰিব লাগে। এইদিনা মৃতকৰ বাবে ভোজ দিয়া নিয়ম। ৰাতিলৈ কিয়দংশই মৃতকৰ আত্মা যাৱতীয় নিয়ম অনুযায়ী ঘূৰাই আনি ঘৰত থাপনা কৰা থানত নিৰ্দিষ্ট কৰি দিয়ে। এই থানত প্ৰতি পূজাই-পাৰ্বণে পূজা 'চড়াব' লাগে। আন এক শ্ৰেণীয়ে এনে "ছাঁহিৰ চুকোৱা" নিয়ম পালন নকৰে যদিও সকাম পাৰ নোহোৱা পৰ্যন্ত আদবাটত মৃতকৰ বাবে খোৱাবস্তু আগবঢ়াব লাগে। 'দচাৰ' দিনা "কান্ধ কাঠী" নমোৱা নিয়মো আছে। শ্মশানলৈ যোৱা প্ৰতিজন ব্যক্তিৰ কাপোৰ-কানি গৃহস্থ ঘৰে ধুৱাই-মেলি ঘাটলৈ পৌঁছাব লাগে। বৰ্তমানে ঠায়ে ঠায়ে এই নিয়মৰ অৱশ্যে কিছু শিথিলতা দেখা গৈছে। সকাম নোহোৱা পৰ্যন্ত তেল আদি খোৱা-লোৱা নিষেধ।

বিবাহৰ ক্ষেত্ৰতো কেইবাটাও নিয়ম থকা দেখা যায়। যৌতুক প্ৰথা আছে। বিবাহৰ আগে আগে কিছুমান নীতি-নিয়ম যেনে—ছোৱালী ধৰা, তিলক কৰা, কাপোৰ পিন্ধোৱা, পণ ধৰা, শুভদিন-বাৰ চোৱা, লগন ধৰা আদি কামবোৰ কৰি লোৱা হয়। শেষত মাৰুৱা বেদীত বিবাহ সম্পন্ন কৰা হয়। 'আঠমঙ্গলা' খোৱাৰ নিয়ম আছে। বিয়াৰ পাছত বহুতে 'সমদী ভেট' অৰ্থাৎ বিয়ৈ দেখা অনুষ্ঠান পালন কৰে। অৱস্থাৰ অকুলান হোৱা লোকসকলে তিলক কৰি বা কাপোৰ পিন্ধাই দৰা-কন্যাক আশীৰ্বাদ কৰি একেলগ কৰি দিয়ে। এওঁলোকে অৱশ্যে জীৱন কালত মাৰুৱা বিয়াত বহিবই লাগে। মাৰুৱা বিয়াত দৰাই নিজহাতে কন্যাৰ মূৰৰ সেঁওতাত সেন্দুৰ ঘঁহাটোহে আচল কথা। যিবিলাকে পলুৱাই আনে, ঘৰজোঁৱাই চাপে তেওঁলোকেও মাৰুৱা তলত বুঢ়া বিয়া পাতিবই লাগে। বাল্য বিবাহ কৰাসকলে শেহলৈ 'গাওনা' কৰি ছোৱালী নিয়ে। বিধবাৰ পুনৰ বিবাহ দিবলৈ হলে কাপোৰ পিন্ধোৱাৰ দৰেই 'সাংগা' নামৰ আনুষ্ঠানিক কৰ্মৰ যোগেদি সম্পন্ন কৰা হয়। বিয়াত দৰা-কন্যাই 'মৌড়' নামক এবিধ মুকুট পৰিধান কৰা নিয়ম। কিছুৱে পাগুৰী মাৰে। 'শিন্দৰা দান'ৰ শেষত উছৰ্গা পৰ্ব 'চুমান' আৰম্ভ হয়। দৰা-কন্যা উভয়েই লগন দিনৰপৰা বিয়ালৈকে 'লগদীন' ৰখা নিয়ম। বিভিন্ন সাজ-পোছাক পৰিধান কৰি হাতত ঢাল-তৰোৱাল লৈ নটুৱা নাচৰ প্ৰচলন আছে। এই নাচ আগৰ দিনত বিয়া-সবাহত সংঘটিত হোৱা যুদ্ধ-বিগ্ৰহৰ প্ৰতীক বুলি ধৰা হয়। বিবাহিত কন্যাই লোহাৰ খাৰু পিন্ধাটো একপ্ৰকাৰ অপৰিহাৰ্য বুলিয়েই ধৰা হয়। দৰা-কন্যাক হালধি ঘঁহা গীত, লগন গীত, কল-তলত 'পানী চাই' অনা পানীৰে গা ধুৱাওঁতে গোৱা গীত, জোৰা নামৰ গীত, জল চোৱা গীত আদি বহুতো সীমা-সংখ্যা নোহোৱা গীত এই সমাজত সিঁচৰতি হৈ আছে। ছোৱালী 'মানুষ' হলে তোলনী বিয়া কিয়দংশই জাক-জমকেৰে পাতে। কিছুৱে প্ৰচাৰ কৰে।

(ছ) **ধৰ্ম**—এই সমাজত হিন্দু, খৃষ্টান, ইছলাম, জড়োপাসক আদি বিভিন্ন ধৰ্মৰ লোক আছে। হিন্দুৰ ভিতৰত আকৌ বৈষ্ণৱ, শাক্ত, শৈৱ আৰু অসমৰ মহাপুৰুষীয়া শৰণ লোৱা লোকো আছে। কোল-দ্ৰাবিড় গোষ্ঠীভুক্ত সমাজৰ বহুতেই বিভিন্ন জীৱ-জন্তুৰ মাংস খায়। সমাজৰ বিভিন্ন স্তৰত যিদৰে ডাকিনী-যোগিনী, ভূত-প্ৰেত, গছ-লতা, শিল আদিৰ পূজা প্ৰচলন আছে সেইদৰে জৰা-ফুকা, তন্ত্ৰ-মন্ত্ৰ, যাদু-বিদ্যাও আছে। একাদশী, পূণিমা, আঁউসী, সংক্ৰান্তিক পুণ্য তিথি বুলি ভবাৰ দৰে সপ্তাহৰ বৃহস্পতিবাৰটোক শুভবাৰ বুলি গণ্য কৰে। হাঁড়ীয়া মদ বা লাওপানী সংখ্যাগৰিষ্ঠতাৰে প্ৰিয় পানীয়। 'কাঁইট' বান্ধি মুৰ্গী যুজোৱাটো শ্ৰমিক সমাজত আন এটা তাৎপৰ্যৰ বিষয়।

এসময়ত এই সমাজৰ লোকৰ সৰলতাৰ সুযোগ লৈ আগ-গুৰি নথকা, বাপ-মা'ৰ পৰিচয় নথকা কিছুমান বিধৰ্মী লোকে ধৰ্মপ্ৰচাৰ চলাবলৈ আহোঁতে নিজ ধৰ্ম এৰিবলৈ নিবিচৰা লোকৰ দ্বাৰা কেনেকৈ ধেনু-কাঁড়ৰ সন্মুখীন হৈ পলাবলৈ বাধ্য হৈছিল তাৰে

এটি নিদৰ্শন বুঢ়ালোকৰ মুখত শুনা ঝুমুৰ গীতত ফুটি উঠিছে এইদৰে—

ছটে মটে গেৰুৱা ধৰম বেচায় থাইবে
মাৰ দেব তিৰুৱাল লগাইবে
কা তহি মাৰবে কা তহি বিন্ধবে
উড়ে যাব সাত নদীৰ পাৰে।

আগতেই কৈ অহা হৈছে যে চাহ-মজদুৰ জনগোষ্ঠী বৰ শান্তিপ্ৰিয়। যি অসমে তেওঁলোকক আঁকোৱালি লৈছে সেই অসমৰ সমাজ-সংস্কৃতিৰ উন্নতিৰ বাবেও এওঁলোকে চিন্তা কৰিছে। অসমৰ ভাষা আন্দোলন আৰু চীনা আক্ৰমণৰ সময়ত চাহ-মজদুৰসকলে যি ভূমিকা লৈছিল ঘৰিয়ালৰ চকু-পানী টোকাসকলেও স্বীকাৰ কৰিব লাগিব। অসমীয়াৰ জাতীয় উৎসৱ বহাগ বিহুৰ উৎসৱত আকৃষ্ট হৈ বহুতো শিক্ষিত ডেকা-গাভৰুৱে নিজাকৈ হুঁচৰি আদি পাতি, বিহু সন্মিলন আদিত যোগদান কৰি অসমীয়া-প্ৰীতিৰ নিদৰ্শন দেখুৱাই আহিছে। সেইদৰে মাঘবিহুৰ উপলক্ষেও মজদুৰ সমাজৰ কিয়দংশই ভেলাঘৰ সাজি মেজি পুৰি বা মেজি উৎসৱ পালনত আগভাগ লৈছে। মহাপুৰুষীয়া-মতে শৰণ-ভজন লৈ অসমীয়া জনসংস্কৃতিত মিলি যাবৰ চেষ্টা কৰি নামঘৰ-নাটঘৰ-ভাওনা আদি পাতি সংহতি অনাৰ পথত আগবাঢ়ি গৈছে। মজদুৰ সমাজৰ (সৰ্ব্বশ্ৰী) নাৰায়ণ ঘাটোৱাৰ, সুশীল কুৰ্মী, গণেশ কুৰ্মী, দীলেশ্বৰ তাঁতি, গইন্দা উৰাং, আদিয়ে মজদুৰ সংস্কৃতিবিষয়ক দুই-এখন পুথি লেখি সাহিত্য-সংস্কৃতিলৈ যৎকিঞ্চিত হলেও অৰিহনা যোগাইছে। তাৰোপৰি (সৰ্ব্বশ্ৰী) ছত্ৰগোপাল কৰ্মকাৰ, শোবান হৰ, দেউৰাম তাছা, লক্ষেশ্বৰ তাঁতি, দীনেশ্বৰ তাছা, লক্ষণ তাঁতি, অজিত উৰাং, প্ৰহলাদ তাছা, প্ৰাণেশ্বৰ লোমগা, চন্দ্ৰ হাজাম, চেনিৰাম কুৰ্মী, মনসাৰাম পাটোৱাৰী, মেঘৰাজ কৰ্মকাৰ, অৰুণ খেৰীয়া, স্বৰূপা চাহু, মতিৰাম কৈৰী, ঘনশ্যাম বাঢ়ৈ, পদুমী গাজলু, নৱেন তাঁতি আদিয়ে তেওঁলোকৰ বিভিন্ন লেখা-লেখনীৰ মাজেদি মজদুৰ সমাজ-সংস্কৃতিৰ কথা কবলৈ চেষ্টা কৰি আহিছে। চৰকাৰী, বেচৰকাৰী পৰ্য্যায়ৰ অসমৰ বিভিন্ন প্ৰকাশ মাধ্যমৰ দায়িত্বত থকা অনুষ্ঠান-প্ৰতিষ্ঠানবোৰে এওঁলোকক লেখা-লেখনী আদি প্ৰকাশৰ অধিক সুবিধা দিলে জাতীয় সংহতি তথা সাহিত্য-সংস্কৃতিৰ বহু কথা পোহৰলৈ অহাত সহায়ক হব। উদীয়মান কবি সনন্ত তাঁতি মজদুৰ সমাজৰ গৌৰৱ। শিৱচৰণ দাস, ৰাম চাচনী, গোপাল তাঁতি আদিয়ে অসমৰ সংগীত-জগতত যথেষ্ট অৱদান দিব পাৰিছে। এই সমাজৰ পৰা ওলোৱা আলোচনী 'মাদল' আৰু 'সেউজী পাত' মৰহিলে যদিও মজদুৰ সংঘই গুৰি ধৰা 'চাহ মজদুৰ' কাকতখনে ট্ৰেড ইউনিয়নৰ লগতে সাহিত্য-সংস্কৃতিৰ কথাও প্ৰচাৰ কৰি আহিছে। চাহ-মজদুৰ ছাত্ৰ সংস্থাৰ প্ৰতিটো বছেৰেকীয়া অধিবেশনত মুখপত্ৰ প্ৰকাশ কৰি তেওঁলোকৰ মনৰ কথা কোৱাৰ বাট মুকলিকৈ ৰাখিছে। সম্প্ৰতি বিভিন্ন সাহিত্য-সংস্কৃতিৰ কথা ৰাইজৰ আগত উলিয়াই আনিবৰ বাবে চাহ-মজদুৰ সাহিত্য-সংস্কৃতি পৰিষদ গঠন হৈছে। জীয়াই ৰাখিব পাৰিলে এই অনুষ্ঠানে অসম সাহিত্য সভাক যথেষ্ট সহায়-সাৰথি আগবঢ়াব পাৰিব বুলি বিশ্বাস কৰিব পাৰি। মজদুৰ জনজীৱনৰ প্ৰতিফলিত হোৱা বিভিন্ন পুথি আদি প্ৰকাশৰ আঁচনি লৈ সংহতি অনাৰ পদক্ষেপ আদৰণীয়। বৰ্তমানে বাগিছা অঞ্চলতো সমাজপ্ৰেমী আৰু সাহিত্যসেৱীসকলৰ উদ্যোগত দুই-এখন শাখা সাহিত্য সভা গঢ় লৈ উঠাটো একশ্ৰেণীৰ ৰক্ষণশীলসকলে সাহিত্য সভাৰ মান নিম্নমুখী বুলি ধৰিলেও সময়ত ইয়াৰ বিশালতা আৰু মহত্ব বুজি উঠিব বুলি আশা কৰিব পাৰি। অসম সাহিত্য সভালৈ প্ৰতি বছৰে মজদুৰ সমাজৰ প্ৰতিনিধিয়ে স্থান পোৱাত ইয়াক মৰম বুলিয়েই কৈছো। চাহ-শ্ৰমিক সমাজৰ ছাত্ৰ-ছাত্ৰীৰ বাবে সাহিত্যসভাই বনমালী শইকীয়া বঁটা চালু ৰখাটো সুখৰ কথা। অসমৰ চিনেমা-জগতলৈ অসম মজদুৰ সংঘই আগবঢ়োৱা 'কেঁচাসোণ' আৰু 'ৰতনলালে' ৰাইজৰ পৰা যথেষ্ট মৰম পাইছে। বলিষ্ঠ কথা-সাহিত্যিক নিৰোদ চৌধুৰীৰ কাপৰ পৰা ওলোৱা মজদুৰ জনজীৱন প্ৰতিফলিত কৰা 'চামেলি মেমচাব' কথাছবিখনে শ্ৰীভূপেন হাজৰিকাদেৱলৈ সৰ্ব্বভাৰতীয় সন্মান আনি দিব পৰাটোত প্ৰতিজন অসমীয়াই গৌৰৱবোধ কৰিছে। অসম মজদুৰ সংঘই ইতি-মধ্যে বহুবাৰ শকত বৰঙনি আগবঢ়াই অসম সাহিত্য সভাৰ উন্নতিকেই কামনা কৰিছে। গৌৰৱৰ কথা যে মজদুৰপ্ৰেমী ৺ নকুলচন্দ্ৰ ভূঞা, ৺বিৰিঞ্চি কুমাৰ বৰুৱা, (সৰ্ব্বশ্ৰী) নগেন শইকীয়া, লক্ষ্মীচন্দ্ৰ গোস্বামী, গোপাল খাউন্দ, চৈয়দ আব্দুল মালিক, যোগেশ দাস, অম্বেশ্বৰ চেতিয়া ফুকন, আব্দুছ ছাত্তাৰ, ভৰত বৰপূজাৰী, আনন্দ শৰ্মা, হেম বুঢ়াগোহাঞি, ৰাম গোস্বামী আদি প্ৰখ্যাত লেখকসকলৰ বিভিন্ন লেখা-লেখনীত ফুটি ওলোৱা মৰমৰ সুৰে মজদুৰ সমাজক যথেষ্ট উৎসাহিত কৰিছে। আকাশ-বাণীয়েও দেওবৰীয়া চ'ৰাত বিভিন্ন গীত-মাত কথিকা প্ৰচাৰ কৰি এই সম্প্ৰদায়ক স্বীকৃতি দিছে।



সমাজ-সংস্কৃতিৰ ইমানবিলাক দিয়া-লোৱাৰ কথা অৱতাৰণা কৰাৰ পাছত এই কথাও বোধহয় কোৱা উচিত হ'ব যে যুগ পৰম্পৰা হিচাপে মজদুৰ সমাজে অসমত থিতাপি লোৱাত এওঁলোকৰ মাজত প্ৰচলিত ভাষা-সংস্কৃতিৰ ভিতৰুৱা কিছু কিছু শব্দও মজদুৰ প্ৰাধান্য অঞ্চলৰ ওচৰে-পাজৰে, গাঁৱে-ভূঞে সোমাই পৰি সৰ্বসাধাৰণ ৰাইজৰ মুখত আৰু কেতিয়াবা দুই-এটা লিখিত ৰূপত দেখা পোৱাটো শুভলক্ষণ বুলিয়েই ক'ব পাৰি। শব্দবিলাক (কিছু-মান অপভ্ৰংশত পৰি) এনে ধৰণৰ—

কমজোৰী (দুৰ্বল অৰ্থত), কাঁটা কোৰ (ফাং), কামাই বা কামানী (ধন ঘটা অৰ্থত), কাটুল মুৰ্গী (কণী নপৰা মুৰ্গী), কামজাৰী, কামজাৰী বাবু, কামজাৰী চাহেব (কাম কৰা, কৰোৱা অৰ্থত), চাদী (বিয়া), চৰম (লাজ), চেলা (শিষ্য), চিয়াঁড়ী (কাঁড়), চাখনা (মদৰ লগত খোৱা তৰকাৰী বা তেনে জাতীয়), চাবুদ (প্ৰমাণ), চুস্তী (এলেহুৱা), চুগলা-চুগলি (কথা লগোৱা), জলঘাট (পাইখানালৈ যোৱা বুজাবলৈ), দুবলা (ক্ষীণহোৱা), দৰদ (বিষ) ধেনা (শুকাই খীনাই যোৱা), নিমত (সুস্থ অৱস্থাত থকা), টুপা-টুকুৰী (টুকুৰী), পাওনা (পাবলৈ থকা), পৰৱ (উৎসৱ), পাত তোলা (পাত ছিঙা), ফজীৰ (ৰাতিপুৱা), ফালতু (বাহিৰা), ফ্ৰাল্না (অমুকা), বাগাল (ৰখীয়া), বিহান (পিচ-বেলা), ৰাজী-খুচী (মানি লোৱা), লাংটা, লেংট (বিবস্ত্ৰ বা সৰ্বস্বান্ত), হাজিৰা, হাজৰা বাবু (বেতন), হাওলাত (আগতীয়া ধন), হাঁড়িয়া (লাওপানীৰ কলহ), হিলা, হিলি থকা (লৰি থকা), হাল্লা (চিঞৰ-বাখৰ), হিল্কা, হাল্কা (পাতল), গন্তিবাবু (গণনা কৰা বাবু) লম্বা (দীঘল), চৌকা (চুলা), ভিজা (পানীত তিতা), ইত্যাদি।

ওপৰত কৈ অহা এই মেহনতী জনগোষ্ঠীৰ সাংস্কৃতিক জগতৰ কথা থোৰতে অবগত কৰোৱা হ'ল যদিও ই স্বয়ংসম্পূৰ্ণ হৈছে বুলি কব নোৱাৰি। নিভৃত আৰু নিঃসঙ্গ জীৱনৰ পৰা বৰ্তমানে বহল পৰিবেশলৈ বাট বুলি অহা চাক্ষুস কথাখিনিৰহে নামমাত্ৰ আভাস দিয়া হ'ল। সাংস্কৃতিক শিতান চহকী কৰিব পৰা গীত-মাত, ফকৰা-যোজনা-পটন্তৰ-প্ৰবচন-আখ্যান-উপাখ্যান আদিৰ বাবে সুকীয়া আৰু বহল আলোচনাৰ যথেষ্ট পৰিসৰৰ দৰকাৰ। এইবিলাক উদ্ধাৰৰ বাবে সমাজ সচেতন লেখক, সাহিত্যিক আৰু সাহিত্যপ্ৰেমীসকলে আগভাগ ললে বহল আৰু সুস্থ সমাজ গঠনত অৰিহণা যোগোৱা হব বুলি দৃঢ় কৰি কব পাৰি।

জয়তু অসম। জয়তু অসমবাসী।



# গোলাঘাট মহকুমাৰ জন-গোষ্ঠীৰ পৰিচয়

শ্ৰীললিত বৰুৱা

১৯৭১ চনৰ চৰকাৰী পিয়ল অনুযায়ী গোলাঘাট মহকুমাৰ মুঠ জনসংখ্যা ৫৩৬৬০৮ জন। ইয়াৰে ৫০৮০৪৬ জনে গাঁৱত আৰু ২৮৫৬২ জনে নগৰত বাস কৰে। তদুপৰি মহকুমাটোত পুৰুষৰ সংখ্যা হৈছে ২৮৪৮৬৬ জন আৰু মহিলাৰ ২৫১৭৪২ গৰাকী।

মহকুমাটোৰ এই মুঠ সংখ্যাৰ লগত জড়িত হৈ আছে অসমৰ বিভিন্ন জন-গোষ্ঠীসমূহ। কিন্তু আজিৰ এই অসবৰ্ণ বিবাহৰ অবাধ প্ৰচলন আৰু সাম্যবাদী চিন্তাৰ যুগত জন-গোষ্ঠীৰ বিভিন্নতা বিচাৰি উলিওৱা অসম্ভৱ নহলেও অন্ততঃ কঠিন। নৃতাত্বিক বিচাৰেৰে জন-গোষ্ঠীৰ বিচাৰ কৰিবলৈ হলে জন-গোষ্ঠীৰ আৱয়িক, সাংস্কৃতিক, সামাজিক আদি বহুবোৰ বিষয় তথ্যপূৰ্ণভাৱে বিশ্লেষণ কৰি চোৱা দৰকাৰ। কিন্তু যুগৰ পৰিবৰ্তন ইমান দ্ৰুত-গতিত হ'ব ধৰিছে যে পৃথিবীৰ মানুহৰ গোষ্ঠীগত পৰিচয় এক প্ৰকাৰে নোহোৱাই হ'ব ধৰিছে। আজিৰ প্ৰগতিশীল শিক্ষা-দীক্ষাই মানুহক এহাতেদি গোষ্ঠীগত পৰিচয়ক সংকীৰ্ণ বুলি ভাবিবলৈ বাধ্য কৰাইছে আৰু অন্যহাতেদি অসবৰ্ণ বিবাহৰ চোৱত আৱয়িক পাৰ্থক্যও হেৰুৱাই পেলাইছে। অৱশ্যে মানৱ জাতিৰ ইতিহাস জীয়াই থকা কাললৈকে মানৱ গোষ্ঠীৰ বিভিন্নতা, অন্ততঃ ইতিহাসৰ পৃষ্ঠাত লিপিবদ্ধ হৈ থাকিব। গতিকে আমাৰ এই আলোচনাতো গোলাঘাট মহকুমাৰ প্ৰায় চাৰে পাঁচ লাখ জনসংখ্যাৰ এটি থুলমূল গোষ্ঠীগত পৰিচয় দিবলৈ চেষ্টা কৰা হ'ল।

**কছাৰী ঃ** অসমৰ জন-গোষ্ঠীসমূহৰ ভিতৰত কছাৰীসকলৰ বুৰঞ্জী বহুত পুৰণি। পুৰাতত্ববিদ, গৱেষক আদিয়ে এই কছাৰী জাতিৰ ইতিবৃত্তৰ সন্দৰ্ভত মন্তব্য কৰিছে যে এওঁলোকৰ 'কছাৰী' নামটো অন্য জাতি সমূহে দিয়া। এওঁলোকৰ আচল নাম ব্ৰহ্মপুত্ৰ উপত্যকাত 'বড়ো' অথবা 'বড়োফিচা' আৰু উত্তৰ কাছাৰ পাৰ্বত্য অঞ্চলত 'ডিমাফিচা' অৰ্থাৎ 'বৰ নদীৰ পুত্ৰ'। 'ডিমা ফিচা'ৰ অপভ্ৰংশই হৈছে 'ডিমাচা'। আহোমসকলে এওঁলোকক 'টিমাচা' বুলিছিল। 'টিমাচা' 'ডিমাচা'ৰ অপভ্ৰংশ।

কিন্তু 'কছাৰী' নামটোৰ গুৰি কথা ক'ত, সেইটো আমাৰ পণ্ডিতসকলৰ বাবে এটা প্ৰশ্ন। চাৰ হাৰ্বাৰ্ট ৰিছলি ( Sir Herbert Risely) ৰ 'দি ট্ৰাইবচ্ এণ্ড কাষ্টচ্ অব বেঙ্গল' গ্ৰন্থৰ 'লিম্বু' উপাখ্যানমতে মানৱ জাতিৰ এজন সৃজন কৰ্তাই 'খাছাৰ' নামৰ দেশ এখনত বাস কৰিছিল। নেপালীসকলে এই 'খাছাৰ' দেশখন ব্ৰহ্মপুত্ৰ আৰু কোশী নদীৰ মাজৰ পাহাৰৰ নামনিত অৱস্থিত বুলি বিশ্বাস কৰে। সেই জন সৃজনকৰ্তাৰ পৰাই কোচ, মেচ আৰু টিমাচা জাতিৰ উৎপত্তি হৈছে বুলি এই নেপালীসকলৰ বিশ্বাস। গেইট চাহাবে কিন্তু উপাখ্যানৰ এই যুক্তি মানি ল'বলৈ টান পাইছে। তেওঁ স্পষ্টভাষাত কৈছে যে খাছাৰ অৰ্থাৎ কাছাৰৰ পৰা কছাৰীবিলাকে 'কছাৰী' নাম পোৱা নাই। যিহেতুকে (১) কাছাৰৰ বাহিৰৰ অন্যান্য ঠাইত বাস কৰা এই জাতিৰ মানুহকো 'কছাৰী' বোলা হয় আৰু (২) কাছাৰত বাস কৰিবলৈ লোৱাৰ বহুকালৰ আগৰ পৰাই এই জাতিৰ লোকক 'কছাৰী' বোলা হৈছে। গেইটৰ মতে 'কছাৰী' শব্দটো সংস্কৃতৰ লগত সম্পৰ্কিত। সংস্কৃতত ইয়াৰ অৰ্থ হৈছে 'বিস্তীৰ্ণ অঞ্চল'।

'কছাৰী' নামটো যেনেকৈয়ে সৃষ্টি নহওক লাগে, আমি সকলোৱে জানো যে অসমত কছাৰী নামৰ জাতি এটা জীয়াই আছে। গোলাঘাট মহকুমাৰো ভালেমান ঠাইত বিশেষকৈ ধনশিৰি নৈৰ দুয়ো পাৰে এই কছাৰীসকলৰ এক বুজনসংখ্যক লোকে বাস কৰি আছে। এই কছাৰীসকল কেতিয়া আৰু কি সূত্ৰে গোলাঘাটলৈ আহিল, তাৰ মীমাংসা ঐতিহাসিক দৃষ্টিকোণৰ পৰা নিশ্চয় কৰিব পাৰি। ত্ৰয়োদশ শতাব্দীত ধনশিৰি উপত্যকা কছাৰীসকলৰ অধীনত আছিল[1]। দৈয়াঙৰ ওচৰৰ কাছমাৰী পথাৰতো ডিমাপুৰৰ দৰে কছাৰীসকলৰ নগৰ এখন থকাটো বুৰঞ্জীয়ে আমাক কয়। তদুপৰি ডিমাপুৰ আছিল কছাৰীসকলৰ ৰাজধানী। এই ডিমাপুৰৰ সীমা ধনশিৰিলৈকে আছিল। 'ডিমা'ই ধনশিৰিৰ কথা আৰু 'পুৰ' মানে নগৰ বুজায়। কছাৰীহাট নামৰ ঠাই এখনো গোলাঘাট মহকুমাত আছে।

গোলাঘাটৰ কছাৰীসকলৰ মাজত কছাৰী, ঠেঙাল, সোণোৱাল, শইকীয়া আদি উপাধি লিখা মানুহ সৰহ। 'ঠেঙাল' আৰু 'সোণোৱাল'সকলৰ মাজত বৃত্তিগত পাৰ্থক্য আছে।" সোণ দি ভজাৰ কাৰণে এয়ে সোণোৱাল আৰু ৰূপ দি ভজা সেয়ে ঠেঙাল কছাৰী।" ( গগনচন্দ্ৰ সোণোৱাল ) সোণোৱালসকলৰ সম্পৰ্কে আমাৰ স্থানীয় দুই-এক বিজ্ঞলোকে মন্তব্য কৰে যে বালি ধুই নদীৰ গৰ্ভৰ পৰা সোণ-বুটলাসকলেই সোণোৱাল।

কছাৰীসকলে স্বকীয় বৈশিষ্ট্য ৰক্ষা কৰি গোলাঘাটৰ জন-গোষ্ঠীৰ মাজত এক বিশিষ্ট স্থান অধিকাৰ কৰি আছে।

**চুটিয়া ঃ** চুটিয়াসকল তিবেতো-বৰ্মী লোকৰ এটা ঠাল। গোলাঘাট মহকুমাৰ প্ৰায় সৰ্বত্ৰ এই চুটিয়াগোষ্ঠীৰ লোক আছে। সৰুপথাৰ, বৰপথাৰ, আঠগাঁও আদি কিছুমান মৌজাত চুটিয়াসকলৰ একো একোখন বিৰাট গাঁও আছে। চুটিয়াসকলৰ মাজত বৰা, শইকীয়া, চুটিয়া আদি উপাধি লিখা মানুহৰ সংখ্যা অধিক। এই চুটিয়াসকলক "পাছে আহোম ৰজাই ৰণত হৰুৱাই ৰাজ্য নষ্ট কৰি সিহঁতক তলতীয়া কৰে আৰু বাব-বিষয় দি আহোম প্ৰজাৰ ভিতৰত ভুক্ত কৰি লয়; চুটিয়াৰ ভিতৰত আহোম ৰজাৰ ফুকন, বড়া, শইকীয়া আদি বিষয় খোৱা বংশও দুই-এক আছে।" ( চন্দ্ৰকান্ত অভিধান ) বুৰঞ্জীয়েও কয়, "প্ৰায় তিনিশ বছৰ কাল স্বাধীন ভাৱে ৰাজ্য চলাই চুটিয়া জাতিয়ে ১৫২৩ খৃঃত স্বাধীনতা হেৰুৱাই আহোমৰ বশ্যতা স্বীকাৰ কৰে আৰু স্বাধীন চুটিয়া ৰাজ্যৰ ইমানতে অন্ত পৰে।" ৰাজ্য শাসনৰ সুচলতাৰ নিমিত্তে চুটিয়াসকলক আহোম ৰজাই গোলাঘাট মহকুমাৰ বিভিন্ন অঞ্চলত পাতিলে বুলি ভাবিবৰ অৱকাশ আছে। চুটিয়াসকলৰ সমন্ধ আহোমসকলৰ লগত ঘনিষ্ঠ। আজিকালি কিছুমান চুটিয়া লোকে 'গগৈ' উপাধি লিখিবলৈও লৈছে।

**কোঁচ ঃ** ইতিহাসপ্ৰসিদ্ধ কোঁচ সম্প্ৰদায়ৰ মানুহো গোলাঘাট মহকুমাৰ বহু ঠাইত আছে। পণ্ডিতসকলে মন্তব্য কৰিছে যে বড়ো আদি জাতিৰ দৰে এই কোঁচসকলো তিবেতো-বৰ্মী লোকৰে এটা ঠাল। যিসকল বড়োৱে হিন্দুধৰ্ম গ্ৰহণ কৰিলে, সেইসকলকে কোঁচ বোলা হয়। কোঁচসকলৰ মাজত ৰাজখোৱা, বৰা, শইকীয়া, হাজৰিকা আদি উপাধিধাৰী লোক আছে। এই উপাধিবোৰে আহোমসকলৰ লগত এওঁলোকৰ সমন্ধৰ ইঙ্গিত সূচায়। ১৫৩৭ খৃঃত কোঁচৰাজ বিশ্বসিংহই আহোমৰাজ চুহুংমুঙৰ লগত মিত্ৰতাৰ উদ্দেশ্যে আহোম ৰাজ্যত উপস্থিত হৈছিল। বীৰ চিলাৰায়েও এটা সময়ত আহোম ৰাজ্য দখল কৰি কোঁচ ৰাজ্যৰ বিস্তৃতি দিখৌ নৈ পৰ্যন্ত ঘটাইছিল। স্বৰ্গদেউ চুহুংমুঙৰ ৰাজত্ব কালত আহোমৰ ৰাজ্য ধনশিৰিৰ পাৰলৈকে বিস্তাৰিত হৈছিল। চুহুংমুং আছিল বৰ দূৰদৰ্শী ৰজা। তেওঁৰ দিনতে ৰাজকাৰ্য নিয়াৰিকৈ পৰিচালনা কৰিবৰ বাবে ভালেমান বিষয়াৰ সৃষ্টি কৰা হয়।

**কলিতা ঃ** গোলাঘাট মহকুমাত কলিতা মানুহৰ বসতিও লেখত লবলগীয়া। এই কলিতা জাতি সম্পৰ্কে হেমকোষ অভিধানত কোৱা হৈছে—"অসম দেশৰ এক জাতি শূদিৰৰ নাম। এওঁবিলাক বোধহয় আদিতে কায়স্থ আছিল; পাছত কায়স্থৰ নিচিনা ব্যৱহাৰ নকৰাত জাতিত হীন হোৱা জ্ঞান কৰি

---

[1] গোলাঘাট মহকুমাৰ অন্তৰ্গত বৰ্তমানৰ অঞ্চলসমূহ ষোড়শ শতাব্দীৰ মাজভাগলৈ কছাৰীসকলৰ অধীনত আছিল। ১৪৯০ খৃঃৰ অৱস্থান আছিল শীতল নেঘেৰী অৰ্থাৎ কাকডোঙা নদী। ১৫২৬ খৃঃত (চুহুংমুঙৰ দিনত) কছাৰী আৰু আহোমৰ সীমা ধনশিৰি নদী হয়। ১৫৩১ খৃঃত দৈয়াং নদী পৰ্যন্ত আৰু ১৫৩৩ খৃঃত ডিমাপুৰ পৰ্যন্ত আহোমসকল আগবাঢ়ি যায়। এই যুদ্ধত কছাৰী সম্পূৰ্ণ ভাবে হাৰমানি সম্পূৰ্ণ ধনশিৰি উপত্যকা পৰিত্যাগ কৰে। এই সময়ছোৱাতে (১৪৯০—১৫৩৩ খৃঃ) গোলাঘাট মহকুমা আহোম শাসনৰ অধীনলৈ আহে।

— সম্পাদক, ধনশিৰি।

'কুললুপ্ত' নাম দিয়া গ'ল, তাৰ পৰা 'কলিতা' শব্দ হৈছে।" চন্দ্ৰকান্ত অভিধানৰ মতে হৈছে—'অসমীয়া হিন্দু সমাজৰ এটা প্ৰধান জাতিৰ নাম। এওঁবিলাকৰ বিষয়ে প্ৰচলিত প্ৰবাদ এয়ে যে এওঁবিলাক আদিতে ক্ষত্ৰিয় আছিল ; পিছত পৰশুৰামৰ ভয়ত নিজ কুল লুপ্ত কৰি 'কুললুপ্ত' বা 'কলিতা' নাম পাইছে।" স্বৰ্গীয় কালিৰাম মেধিয়ে হেমকোষ অভিধানৰ ব্যাখ্যা মানি লবলৈ টান পাইছে। তেওঁ কৈছে— The Kalitas are found everywhere. in the Brahmaputra valley. they are not, I think the degraded Kayas'has as described in the 'Hemakosa'." অৱশ্যে চন্দ্ৰকান্ত অভিধানৰ ব্যাখ্যাৰ লগত স্বৰ্গীয় মেধিৰ মন্তব্যৰ সাদৃশ্য আছে। মেধি ডাঙৰীয়াৰ মতে কলিতাসকল নিৰ্ভাঁজ আৰ্যগোষ্ঠীৰ লোক। গোলাঘাটৰ এই কলিতাসকলৰ মাজত বৰুৱা, শইকীয়া, ফুকন, কাকতি, বৰকাকতি, দত্ত আদি উপাধিধাৰী লোকৰ সংখ্যাই অধিক।

**আহোম** ঃ ছশ বছৰীয়া ৰাজ-শাসনৰ গৌৰৱাধিকাৰী আহোমসকলৰ বুৰঞ্জী সু-বিস্তৃত, প্ৰাচীন আৰু নানা ঘটনাৰে ৰঞ্জিত। এওঁলোক বিৰাট মঙ্গোলীয় গোষ্ঠীৰ এটা ঠাল। ১২২৮ খৃঃৰ ১৬ আঘোণৰ দিনা স্বৰ্গদেউ চুকাফাই লগত ১০৮০ জন মানুহ, ৩০০ ঘোঁৰা, এটা দঁতাল হাতী, এজনী মাখুন্দী হাতী লৈ থাওমুং ক্লিন্ হন্ মাংৰাই বুঢ়াগোহাঁই আৰু থাওমুং কাংৱান বৰগোহাঁইৰ সৈতে পাটকাই বা দয়খাম্ পাৰ হৈ সৌমাৰত পদাৰ্পণ কৰে। এওঁলোকে নিজকে 'টাই' হিচাপেহে পৰিচয় দিছিল। কিন্তু সৌমাৰলৈ আহি এওঁলোকে মৰাণ, বৰাহী, কছাৰী, চুটিয়া আদিৰ খণ্ড ৰাজ্যবোৰ অধিকাৰ কৰি নিজৰ লগত সামৰি লয়। সেইদেখি এওঁলোকক 'আহোম' অৰ্থাৎ 'অপ্ৰতিদ্বন্দ্বী' অথবা 'অতুলনীয়' আখ্যা দিয়া হয়।

এই বিশাল আহোমগোষ্ঠীৰ লোক গোলাঘাট মহকুমাৰ আটাইবোৰ অঞ্চলতে আছে। কোনো কোনো অঞ্চলত একো একোখন বিৰাট আহোম গাঁও থকাৰ কথাও জনা যায়। আহোমসকলৰ মাজত ৰাজকুমাৰ, সন্দিকৈ, বুঢ়াগোহাঁই, বৰগোহাঁই, কোঁৱৰ, চেতিয়া, বৰচেতিয়া, গগৈ, বৰুৱা, ফুকন, হাতীবৰুৱা, বৰবৰুৱা, লাহন, ঢেকিয়ালফুকন, ৰাজখোৱা, দুৱৰা আদি ফৈদৰ মানুহ বেছি।

আহোমসকল গোলাঘাটৰ প্ৰধান বাসিন্দা। ইয়াৰ বিভিন্ন অঞ্চলত এওঁলোকে দেশৰক্ষাৰ্থে বহুবোৰ চাউনী পাতিছিল। মৰঙিত মৰঙিখোৱা গোহাঁই আছিল। বাদুলিপাৰ অঞ্চলতো লাচিত বৰফুকনৰ দিনত চাউনী পতাৰ ইতিহাস আছে।

ধৰ্ম-কৰ্ম আদি সকলোবোৰ ক্ষেত্ৰতে এই আহোমসকলে বিৰাট উদাৰতাৰ পৰিচয় দি আহিছে এওঁলোকৰ মাজত শাক্ত আৰু বৈষ্ণৱ, দুয়ো ধৰ্ম। মানিচলা লোক আছে।

**কৈৱৰ্ত** ঃ গোলাঘাট মহকুমাত ছাব্বিছ হাজাৰমান কৈৱৰ্ত লোক থকাৰ কথা জনা যায়। বোকাখাত, মহৰা, মৰঙি, ঘিলাধাৰী, মিছামৰা, ৰঙামাটি, দেৰগাঁও আৰু গুৰযোগনীয়া হৈছে কৈৱৰ্তৰ ঘনবসতি মৌজা। এওঁলোকৰ প্ৰায়ভাগেই দাস, হাজৰিকা আদি উপাধি লিখে।

**মুছলমান** ঃ গোলাঘাটৰ দেৰগাঁও, নেঘেৰিটিং, কছাৰীহাট, খুমটাই আদি অঞ্চলত ভালেকেইখন বৃহৎ মুছলমান গাঁও আছে। মহকুমাটোৰ অন্যান্য ঠাইতো বিক্ষিপ্তভাৱে মুছলমান লোক আছে। কিন্তু ওপৰত উল্লিখিত গাঁওকেইখনৰ মুছলমানসকলক একেআষাৰতে খিলঞ্জীয়া আখ্যা দিব পাৰি। বাকী বিক্ষিপ্তভাৱে বাসকৰাসকলৰ মাজত পমুৱা মুছলমান আছে।

কোনো জাতিয়েই কোনো কাৰণ নোহোৱাকৈ ক'তো বাস কৰিবলৈ পোৱা নাই। মুছলমান সকলেও কোনো কাৰণ নোহোৱাকৈ গোলাঘাটত বাস কৰিবলৈ পোৱা নাই। চুহংমুং ৰজাৰ ৰাজত্ব কালত তুৰ্বকে অসম আক্ৰমণ কৰিছিল। আহোম ৰমণী মূলা গাভৰুৱে এই ৰণতে মৃত্যু বৰণ কৰে। কিন্তু "কনচেং বৰপাত্ৰ গোহাঞে তুৰ্বকৰ মূৰটো নিজ হাতে কাটি হাতত লয়। সেনাপতি ৰণত পৰাৰ লগে লগে মুছলমান সৈন্য ছত্ৰভঙ্গ দি পলায়ন কৰে।" এই যুদ্ধৰ ফলত আহোম ৰাজ্যৰ সীমা কৰতোৱা নদীলৈকে বিস্তৃত হয়। বহু মুছলমান সৈন্য বন্দীও হয়। বন্দী হিচাপে ৰৈ যোৱা এই মুছলমানসকলক আহোম ৰাজ্যত ঘৰবাৰী সাজি দি থাকিবলৈ দিয়া হয়। মীৰজুমলাৰ সৈন্য বাহিনীৰ কিছুসংখ্যক সৈন্য দেৰগাঁও অঞ্চলৰ কপাহতলীত ৰৈ যোৱা কথাও ইতিহাসে কয়।

মুছলমানসকলৰ ধৰ্ম বেলেগ ; কিন্তু জাত একেটাই, অসমীয়া। এই সন্দৰ্ভত চৈয়দ আব্দুল মালিকৰ মন্তব্যৰ উদ্ধৃতি প্ৰণিধানযোগ্য ঃ "আহোমসকলে যিদৰে অসমলৈ আহি অসমীয়া ভাষা গ্ৰহণ কৰে, সেইদৰে অসমলৈ অহা আৰু ইয়াত থিতাপি হৈ থাকিবলৈ লোৱা গৌড়ীয় মুছলমানসকলেও অসমীয়া ভাষা নিজৰ ভাষা কৰি লয়।"

**মিছিং** ঃ গোলাঘাট মহকুমাৰ সমগ্ৰ উত্তৰ পাৰ-





টোৰেই মিছিং জনজাতীয় লোকেৰে পৰিপূৰ্ণ বুলি ক'ব পাৰি। নৃতাত্বিক বিচাৰত মিছিংসকল প্ৰাচীন মঙ্গলয়ড বা কিৰাট জাতিৰ বংশধৰ। এওঁলোকে পেগু, লটং, দলে, মিলি, মেদক, কামান, বৰি, নৰ, পামেগাম, কুলি আদি উপাধি লিখে। এওঁলোক সাধাৰণতে দোৱনীয়া, দোৱানত কথা-বতৰা পাতে। অসমীয়াও জানে। ইতিহাসৰ বিচাৰত মিছিংসকলৰ ভাগ দুটা—পৰ্বতীয়া আৰু ভৈয়ামীয়া। কিন্তু কোনো কোনো মিছিং লেখকে ক'ব খোজে যে, "মিছিংসকলৰ পূৰ্ব বাসস্থান একেঠাই আছিল আৰু এই সমাজত ডাঙৰ-সৰু গোত্ৰ বুলি গোত্ৰৰ কোনো প্ৰভেদ পৰিলক্ষিত হোৱা দেখা পোৱা নাযায়।" ( শ্ৰীসুন্দৰ মিলি ) মিছিংসকল কৃষি জীৱী। তিৰোতাসকল নিপুণ বোৱনী। পুৰুষ-মহিলা উভয়েই উৎসৱ প্ৰিয়। পৰম্পৰাগতভাৱে এওঁলোকে চাংঘৰত বাস কৰে। আপং এওঁলোকৰ প্ৰধান পানীয়।

**টুৰুং** ঃ টুৰুং লোকৰ সংখ্যা গোলাঘাট মহকুমাত একেবাৰে নগণ্য। সৰুপথাৰ মৌজাৰ অন্তৰ্গত কিছু টুৰুং লোক আছে। এই টুৰুংসকল টাই জাতিৰ এটা ঠাল। "খুনলুং ৰজাই মুংৰি মুংৰামত ৰজা হোৱাৰ সময়তে টাই লোকসকল সৰু আৰু ডাঙৰ দুটা ভাগত ভাগ হয়। ককায়েক খুনলুঙৰ ঠালৰ পৰা বাঢ়ি যোৱা ৰাজ্য আৰু সেই সেই ৰাজ্যত বাসকৰা টাইসকলে নিজকে টাই-লং বা বৰ-টাই বুলি চিনাকি দিছিল। সেই টাই লং শব্দৰে অপভ্ৰংশ টাইৰং টাইৰুং টুৰুং।" ( শ্ৰীলীলা গগৈ ) এওঁলোকৰ ধৰ্ম বৌদ্ধ।

**ব্ৰাহ্মণ** ঃ গোলাঘাটৰ প্ৰায় সকলো ঠাইতে দুই-চাৰিঘৰ ব্ৰাহ্মণ লোক আছে যদিও দেৰগাঁও অঞ্চলত এওঁলোকৰ বসতি মন কৰিবলগীয়া। দেৰগাঁও বা দেৱৰগাঁও এখন বুৰঞ্জীপ্ৰসিদ্ধ ঠাই। শাক্ত-ধৰ্ম গ্ৰহণ কৰি আহোম স্বৰ্গদেউসকলে এই দেৰগাঁৱতে শাক্ত-সত্ৰ প্ৰতিষ্ঠা কৰে। স্বৰ্গদেউ ৰুদ্ৰসিংহৰ দিনৰ মকলিমুৰীয়া সত্ৰ আৰু স্বৰ্গদেউ লক্ষ্মীসিংহৰ দিনৰ ন-গোসাঁই সত্ৰ ইয়াৰে সাক্ষী। এই ব্ৰাহ্মণসকলৰ ভিতৰত শৰ্মা, পূজাৰী, বেজবৰুৱা, কন্দলি, খাউণ্ড, ঠাকুৰ, বৰঠাকুৰ, ফুকন, ভট্টাচাৰ্য আদি বহুবোৰ উপাধিৰ লোক আছে। এওঁলোকৰ ধৰ্ম শাক্ত।

১৮২৬ চনত অসমৰ ৰাজনৈতিক দৃশ্যপট পৰিবৰ্তন হ'ল। য়াণ্ডাবু সন্ধি অনুযায়ী অসমখন ইংৰাজে পালে। লগে লগে অসমৰ বুকুত প্ৰব্ৰজন হ'ল অন্য কেতবোৰ জন-গোষ্ঠীৰ। এই জন-গোষ্ঠীসমূহৰ ভিতৰত প্ৰথমেই ইংৰাজসকলৰ নামকে ল'ব লাগিব। কিন্তু তেওঁলোকৰ সংখ্যা গোলাঘাটত নিচেই নগণ্য আৰু দুই-একৰ বাহিৰে কোনেও ভাৰতীয় নাগৰিকত্ব গ্ৰহণ কৰা নাই। গতিকে তেওঁলোকৰ পৰিচয় প্ৰসঙ্গটো ইয়াত পৰিহাৰ কৰা হ'ল। ১৮২৮ চনৰ পিছত গোলাঘাটত প্ৰব্ৰজন হোৱা জন-গোষ্ঠীসমূহৰ ভিতৰত চাহ-মজদুৰসকলেই সৰ্ববৃহৎ। গতিকে তেওঁলোকৰ এটি পৰিচয় দাঙি ধৰা হ'ল।

**চাহ-মজদুৰ** ঃ গোলাঘাট মহকুমাত ৮৪খন চাহবাগিছা আছে। এই ৮৪খন চাহবাগিছাত প্ৰায় ২৫,০০০ হাজাৰ কৰ্মী মজদুৰ আছে। তদুপৰি ৬০।৭০ হাজাৰ মজদুৰলোক কৰ্মহীন অৱস্থাত আছে বুলিও জনা গৈছে।

মজদুৰসকলৰ মাজত ওৰাং, চাওঁতাল, মুণ্ডা, খেৰীয়া, উড়িয়া, ভুঞা, কমাৰ, ভূমিজ, কুৰ্মী, পাণিকা, গঁড়, তুৰী, বাঢ়ৈ, চাওৰা, সবৰ, চুণ্ডী, গুৱাল, বৰাইক, তেলেগু, প্ৰজা, বাউৰী, কৰোৱা, মাল. পাঁচী. কালিন্দী, ঘাটোৱাৰ, ৰাজোৱাৰ, নায়ক, ৰবিদাস, কেওঁট, মাহিলী, ভক্তা, চমাৰ, ধানোৱাৰ, কোঁৱৰ, লোহাৰ, ৰাজবংশী, চিক, গম্বু, মিৰ্দ্ধা, মাহত্ব, বিঞ্জাল, বিঞ্জীয়া আদি বিভিন্ন জাতৰ লোক আছে। এওঁলোকৰ প্ৰায়বিলাককেই প্ৰট'অষ্ট্ৰলয়ডৰ বংশধৰ বুলি ঠিৰাং কৰিব পৰা যায় বুলি ডঃ প্ৰমোদ ভট্টাচাৰ্যই মন্তব্য কৰিছে। এওঁলোকৰ আদি ভূমি হৈছে—পশ্চিম বঙ্গ, উৰিষ্যা, বিহাৰ, মধ্য প্ৰদেশ, উত্তৰ প্ৰদেশ, অন্ধ্ৰ, তামিলনাড়ু, মহাৰাষ্ট্ৰ আদি। তুচু, কৰ্মা, চহৰাই, ভঁৰ, মনসা আদি মজদুৰসকলৰ উল্লেখযোগ্য উৎসৱ। অসমীয়াৰ বিহু আৰু শঙ্কৰী কলা-কৃষ্টিৰ প্ৰভাৱো এওঁলোকৰ ওপৰত পৰিছে। বেতিয়নী, বৰকাঠনি, হালমৰা, চপাগুৰি, বৰফালং, ৰাধাবাৰী, ভুলুকিটিং, খুমটাই, বাদুলিপাৰ আদি বাগিছাৰ মজদুৰ সকলে সুন্দৰকৈ বিহু মাৰে, ভাওনা কৰে।

**বাঙালী** ঃ অসমৰ শাসনকৰ্তা হৈ অহাৰ সময়ত ইংৰাজসকলে লগত কিছুমান বাঙালী লোককো লৈ আহিছিল। "জাকে জাকে বাঙালী কেৰাণী আৰু বাঙালী স্কুল-মাষ্টৰ ল'ৰা-তিৰোতা বুকুত বান্ধি লৈ অসমত হাজিৰ হ'ল গৈ।" (পণ্ডিত হেমচন্দ্ৰ গোস্বামী) তেতিয়াৰ পৰা এই বাঙালীসকলৰ প্ৰব্ৰজন ৰোধ হোৱা নাই।

গোলাঘাট মহকুমাত এই বাঙালীসকলৰ বসতি বিক্ষিপ্তভাৱে প্ৰায় সৰ্বত্ৰ। অৱশ্যে বৰপথাৰ, সৰুপথাৰ, মিছামৰা, ফুৰকাটিং, দেৰগাঁও আৰু গোলাঘাট নগৰ অঞ্চলত এওঁলোকৰ বসতি মন কৰিবলগীয়া। এওঁলোকৰ উদাৰ আৰু দূৰদৃষ্টিসম্পন্ন একশ্ৰেণী লোকে থলুৱা লোকৰ ভাষা আৰু সংস্কৃতি গ্ৰহণ কৰি তেওঁলোকৰ লগত মিলি গৈছে।

**মাৰোৱাৰী ঃ** ব্যৱসায়-প্ৰিয় মাৰোৱাৰীসকলে ব্যৱসায়ৰ সুচল কেন্দ্ৰ অনুসন্ধান কৰি বাস কৰিবলৈ লোৱাটো তেওঁলোকৰ চাৰিত্ৰিক বৈশিষ্ট্য। এই হিচাপে এওঁলোকৰ বসতি গোলাঘাটৰ প্ৰায়বোৰ গাঁও আৰু নগৰত লক্ষ্য কৰা যায়। অৱশ্যে ব্যৱসায়িক দৃষ্টিকোণৰ পৰা এওঁলোকৰ গৰিষ্ঠসংখ্যক লোক নগৰ আৰু নগৰমুখী অঞ্চলত বাস কৰাটো স্বাভাৱিক কথা। সেই হিচাপে এওঁলোকৰ মানুহ প্ৰধানকৈ গোলাঘাট নগৰ, সৰুপথাৰ, বৰপথাৰ, দেৰগাঁও আৰু বোকাখাতত আছে। গোলাঘাটৰ ৰাজহুৱা জীৱনত এওঁলোকৰ এক বিশিষ্ট স্থান আছে।

**নেপালী ঃ** গোলাঘাট মহকুমাৰ অ'ত ত'ত সিঁচৰতি ভাৱে নেপালী লোকৰ বসতি লক্ষ্য কৰা গৈছে। নাওজান, বৰপথাৰ, সৰুপথাৰ, বোকাখাত আদি অঞ্চলত এওঁলোকৰ বসতি কিছু ঘন। এওঁলোক সাধাৰণতে কৃষিজীৱী। অত্যন্ত পৰিশ্ৰমী। পুৰুষ-স্ত্ৰী উভয়ে পৰিশ্ৰম কৰিব পাৰে। এওঁলোকৰ নিজা ভাষা থকা স্বত্বেও, বহুতেই অসমীয়া ভাষা ভাল দৰে চৰ্চা কৰিছে।

এইদৰে অসমৰ স্বাধীনতাৰ ৰবি অস্ত যোৱাৰ পিছৰ পৰা অসমৰ বুকুত ভাৰতবৰ্ষৰ তথা ভাৰতৰ বাহিৰৰো অনেক জন-গোষ্ঠীৰ প্ৰব্ৰজন ঘটিল। গোলাঘাট মহকুমাও ইয়াৰ ব্যতিক্ৰম নহ'ল। ওপৰত উল্লিখিত জন-গোষ্ঠীসমূহৰ উপৰিও গোলাঘাট মহকুমাত পঞ্জাবী, দেছুৱালী (বিহাৰ আৰু উত্তৰপ্ৰদেশৰ পৰা অহা লোক) আদি লোকও কিছু আছে। তাহানি আহোম স্বৰ্গদেউসকলৰ দিনতে আহোম, চুটিয়া, কছাৰী, মৰাণ, কোঁচ, কলিতা আদি ঐতিহাসিক গোষ্ঠীসমূহৰ সংমিশ্ৰণত যিদৰে অসমীয়া জাতি গঢ় লৈ উঠিল, ঠিক সেইদৰেই য়াণ্ডাবু সন্ধিৰ পিচত প্ৰব্ৰজন হোৱা বিভিন্ন জন-গোষ্ঠীয়েও অসমীয়া জাতিক অন্য এক নতুন ৰূপত সজোৱাৰ ইন্ধন যোগাইছে। এইখিনিতে চাহ-মজদুৰসকলৰ ঝুমুৰ-গীত এফাকি উদ্ধৃত কৰাৰ প্ৰয়োজন বোধ কৰিলোঁ। গীতফাকিত মজদুৰ সকলে অসমৰ অৰ্থনৈতিক উন্নতিৰ বাবে কি বৰঙনি যোগাইছে, সেইকথাই প্ৰকাশ পাইছে। গীতফাকি হৈছে ঃ

"আমৰা যখন ভাঠিৰ চালান
তখন ছিল চাৰ্ ধাপ বিজাপ্-জংগল,
আম্ৰা সকলে কুদাল মাৰে
খোলেচি চাহেৰ অ' বাগান,
মজদুৰ অ' ভাই—
আম্ৰা খোলেচি চাহেৰ বাগান।"

গোলাঘাট মহকুমা বিভিন্ন জন-গোষ্ঠীৰে পৰিপুষ্ট এখনি ক্ষুদ্ৰ ভাৰত। ইয়াত শ্ৰমজীৱী, কৃষিজীৱী, বুদ্ধিজীৱী আদি সকলো শ্ৰেণীৰ লোকেই আছে। ইয়াৰ জনসংখ্যাৰ মাজত গোষ্ঠীগত পাৰ্থক্য আছে যদিও অৰ্থনৈতিক বিকাশ আৰু সংস্কৃতিৰ আদান-প্ৰদানৰ ফলত সেই পাৰ্থক্য নোহোৱা হৈ সকলোৰে মাজত সম্প্ৰীতি আৰু ঐক্য প্ৰতিষ্ঠিত হ'ব বুলি আশা কৰিব পাৰি। তেতিয়া আমাৰ পৰিচয় হ'ব মানুহ, এই ঠাইৰ মানুহ, অসমীয়া মানুহ আৰু তাৰ পিছত আমি সকলোৰে ক'ব পাৰিম আমি ভাৰতীয়। বিশ্ব কবিৰ ভাষাত ঃ

"হেথায় আৰ্য, হেথায় অনাৰ্য,
হেথায় দ্ৰাবিড় চীন—
শক হুন দল পাঠান মোগল
একদেহে হল লীন।"





# পুৰণি গোলাঘাট আৰু ঘনশ্যাম বৰুৱা

শ্ৰীজগন্নাথ মহন্ত

(গোলাঘাটত অসম সাহিত্য সভাৰ হীৰক জয়ন্তী অধিবেশন উপলক্ষে ককা নীলমণি ফুকনৰ পৰা পুৰণি গোলাঘাট আৰু ঘনশ্যাম বৰুৱা, দেৱৰাজ ৰয় সম্পৰ্কে বৃত্তান্ত সংগ্ৰহ কৰা হৈছে।)

একো একো ঠাইত একো একোটা পৰিয়াল সেই ঠাইৰ সমাজৰ সৰ্ববিধ বিষয়ত একেৰকম প্ৰতীক হৈ উঠা দেখা যায়। অতীজৰ পৰাই গুৱাহাটীৰ ভৱলুমুখৰ স্বনামধন্য দেশভক্ত তৰুণৰাম ফুকনৰ প্ৰসিদ্ধ পৰিয়াল, কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈদেৱৰ পিতৃদেৱতা মাধৱচন্দ্ৰ বৰদলৈ প্ৰমুখ্যে তেওঁলোকৰ প্ৰসিদ্ধ বংশৰ মুখোজ্জ্বল কৰা পূৰ্বপুৰুষসকলৰ কথা প্ৰসংগক্ৰমে উল্লেখ কৰিব পাৰি। গোলাঘাটতো স্বনামধন্য ঘনশ্যাম বৰুৱাৰ পূৰ্বপুৰুষসকলৰ পৰিয়াল বিশেষ খ্যাতিসম্পন্ন লোক আছিল। তেওঁৰ পিতৃদেৱতা কান্তিৰাম মৌজাদাৰ। কান্তিৰাম মৌজাদাৰ বুলিলেই গোলাঘাটৰ সকলো ক্ষেত্ৰতে প্ৰতীকস্বৰূপ ব্যক্তিজনকেই বুজাইছিল। তেওঁৰ জ্যেষ্ঠপুত্ৰ দণ্ডধৰ বৰুৱা সেইকালত এজন খ্যাতিমান তহছিলদাৰ আছিল। তেওঁৰ মাজুপুত্ৰ কেশৰচন্দ্ৰ বৰুৱাও গোলাঘাটৰ অন্যতম খ্যাতনামা পুৰুষ। এওঁ স্বনামধন্য কবি-সাহিত্যিক ককা নীলমণি ফুকনৰ ভিনীহিদেৱেক; এওঁ প্ৰায় গোটেই জীৱন চৰকাৰী বিষয়াস্বৰূপে নগাঁলেওৰ পৰ্বতীয়া ভাইসকলৰ মাজত কটায় আৰু তেওঁলোকৰ বিভিন্ন সামাজিক কামত নেতৃত্ব বহন কৰে। আজিও সেই অঞ্চলত কেশৰ বৰুৱাৰ নাম সকলোৰে মুখে মুখে। ঘনশ্যাম বৰুৱা মৌজাদাৰৰ কনিষ্ঠ পুত্ৰ। উকীলখানাত ঘনশ্যাম উকীল বুলিলে এজন ধীৰ, স্থিৰ, চিন্তাশীল, আৰু উদাৰচিতীয়া লোককেই বুজাইছিল। তেওঁ এজন সিংহপুৰুষ আছিল। ঘনশ্যাম বৰুৱা গোলাঘাটৰ প্ৰতিটো পৰিয়াল, প্ৰতিটো সম্প্ৰদায়, প্ৰতিটো অনুষ্ঠানৰ লগত জড়িত এটি উজ্জ্বল নাম। মুঠতে, এই সহোদৰ ভ্ৰাতৃত্ৰয় আছিল গোলাঘাটৰ 'ত্ৰিবেণী সংগম'ৰ দৰে আৰু পৰিয়ালটি আছিল গোলাঘাটৰ প্ৰাণশক্তি-স্বৰূপ।

পুণ্যশ্লোক ঘনশ্যাম বৰুৱা সেইঠাইৰ কিয় সমগ্ৰ অসমতে মহাপুৰুষীয়া ধৰ্মৰ সৰ্বধৰ্ম সমন্বয়ীভাৱত বৈপ্লৱিক আন্দোলনৰ সূচনা কৰা এজন সমাজসংস্কাৰক। তেওঁ 'এক দেৱ, এক সেৱ' উপাসনাকেই সমৰ্থন কৰি আৰম্ভ কৰা এই আন্দোলনৰ প্ৰধান পৃষ্ঠপোষক আৰু সহায়ক আছিল সেই সময়ৰ অন্যতম সমাজসংস্কাৰক ধৰ্মপ্ৰাণ গোপিকাবল্লভ গোস্বামীদেৱ। মহাপুৰুষীয়া সাৰ্বজনীন নামঘৰত সকলো সম্প্ৰদায়ৰ— বিশেষকৈ অনুসূচিত আৰু জনজাতীয় লোকৰো প্ৰবেশাধিকাৰ দিবলৈ সদৌ অসমৰ ধৰ্ম-জগতত বিপ্লৱ অনোৱা বাবে, এই দুজন সমাজ-সংস্কাৰক লোক সমাজসংস্কাৰত বিশ্বাস কৰা দলৰ অবিসম্বাদী ধৰ্মগুৰুৰ দৰে হৈ পৰিল। একালত ৰাজা ৰামমোহন ৰায়ে ব্ৰাহ্ম সমাজ প্ৰতিষ্ঠা কৰাৰ পাছত, তেওঁক যিদৰে একাধাৰে বেদান্তৰ নিৰাকাৰ ব্ৰহ্মোপাসক, সমাজৰ অদ্বিতীয় সংস্কাৰক বুলি কৈছিল, সেইদৰে তেওঁক এজন মৌলবী আৰু খৃষ্টান ধৰ্মৰ পাদুৰী বুলিও সৰ্বসাধাৰণে মন্তব্য দিছিল। ঠিক একেদৰেই, উপনিষদৰ "একমেৱাদ্বিতীয়ম্" পৰমব্ৰহ্মৰ উপাসক পুণ্যশ্লোক ঘনশ্যাম বৰুৱা আৰু গোপিকাবল্লভ গোস্বামীদেৱো সেইসময়ত জনসাধাৰণৰ দৃষ্টিত তেনে হৈয়েই পৰিছিল।

মাতে-কথাই, খোজে-কাটলে, আলাপ-আলোচনাই, সকলোকে সহানুভূতিৰে চাবপৰা চকুৰে তেওঁ এজন আদৰ্শ আকৰ্ষণীয় পুৰুষ আছিল। তেওঁ আছিল সেই সময়ৰ ৰক্ষণশীল অন্ধবিশ্বাসী সমাজৰ এজন উত্তৰোত্তৰ উন্নতিকামী উদাৰনৈতিক পুৰুষ। গোলাঘাটৰ সকলো অনুষ্ঠান, সকলো সম্প্ৰদায়ৰ মাজতে তেওঁ আছিল এজন বন্ধু, এজন দাৰ্শনিক আৰু এজন

পথপ্ৰদৰ্শক। বাক্য-বচন, আচৰণ আদিত বৰুৱাদেৱ গহীন-গম্ভীৰ আছিল। তেওঁক দেখা কৰা মাত্ৰেই শ্ৰদ্ধাৱনত মানুহ অতৰ্কিতেই নতশিৰ হৈ যায়। একো একোজনে নিজৰ জটিল সমস্যাবিলাকত পৰি বিমোৰ হৈ উঠিলে, তেওঁৰ ওচৰলৈ গৈ তেওঁৰ পৰামৰ্শ পাই সমস্যাৱলী সমাধান কৰিবৰ সুগম পথ সহজতেই বিচাৰি পাইছিল।

ধৰ্মবিষয়ত তেওঁৰ উদাৰনৈতিক মনোভাৱৰ কথা উনুকিয়াই অহা হৈছে। তেওঁৰ গভীৰ বিশ্বাস আছিল যে ধৰ্ম যেতিয়া বিশ্বাসৰ বস্তু মানৱ সমাজৰ একমাত্ৰ ধৰণীস্বৰূপ এই "মহাবস্তু"। এই মহাবস্তুৱেই মানুহৰ জীৱদ্দশাত সংসাৰীলোকক শান্তি দিয়ে বুলি পুণ্যশ্লোক বৰুৱাদেৱৰ গভীৰ বিশ্বাস আছিল। সকলো ধৰ্মৰে তত্ত্বমূলক একত্ববোধত তেওঁৰ গভীৰ তত্ত্ব-বোধিনী প্ৰজ্ঞা আছিল। তেওঁৰ "সৰ্বধৰ্মে সমানত্বম্" বোধ যঁজা আঙুলিৰ দৰে অবিচ্ছেদ্য, সহজাত অঙ্গ-স্বৰূপ আছিল।

তেওঁ সদায় আচৰণীয় কৰ্মস্বৰূপে নামঘৰত সোমাই প্ৰাৰ্থনা কৰিছিল। তেওঁৰ সৰ্বধৰ্ম সমন্বয়ী উদাৰ মনোবৃত্তি দেখি, নামঘৰত সোমাই নাম-প্ৰসঙ্গ কৰোঁতে বাহিৰৰ পৰা জনসাধাৰণে ক'বলৈ ধৰিলে যে তেওঁ নামঘৰত বাইবেল-কোৰাণৰ প্ৰাৰ্থনাও, নাম প্ৰসঙ্গৰ লগতে সমানে আচৰণ কৰিছিল।

তেওঁ সেইদৰে ৰাজনৈতিক ক্ষেত্ৰতো সুনাম, যশস্যা লাভ কৰা এজন অদ্বিতীয় অবিসম্বাদী নেতা হৈ, শাসকৰ শ্ৰেণীত থাকি বিষয়বাব খাইছিল। দেশৰ, দহৰ সৰ্বপ্ৰকাৰ উন্নতিৰ পথ, তেওঁ পাৰ্যমানে মুকলি কৰি দিছিল। গোলাঘাটৰ আন এজন আত্মনিৰ্ভৰশীল স্বনামধন্য খ্যাতনামা চাহখেতিয়ক দেৱৰাজ ৰয়ে যেতিয়া ওচৰৰ হাট-বজাৰত মুৰি, চিৰা আদি সামান্য মিঠাইৰ দোকান দি পেট প্ৰৱৰ্তন কৰিছিল, তেতিয়াই তেওঁ ওচৰৰ এডোখৰ চৰকাৰী মাটি পট্টা লগাই লৈ, সামান্যৰূপে চাহগুটি কিছু সিঁচি সৰুকৈ এখন চাহ-বাগিচা খুলিবলৈ ধৰে। তাৰেই চাহপাত কিছু ছিঙি খোলাত ভাজি, সেইকালত তাকে চাহপাত কৰি, সেই হাটতে চাহৰ দোকান দিবলৈ ধৰে। কিন্তু টকাৰ অভাৱত তাৰ বিশেষ উন্নতি কৰিব নোৱাৰি, কাৰো-বাক বিক্ৰি কৰি দিবলৈ স্থিৰ কৰে। এদিন কথাই-কথাই ঘনশ্যাম বৰুৱা ডাঙৰীয়াক তেওঁ এইকথা কয়। উদাৰচিতীয়া ঘনশ্যাম বৰুৱাই তৎক্ষণাৎ তেওঁক ক'লে: "তুমি সেই কাম নকৰিবা। মই কলিকতাত এটা এজেঞ্চিৰ লগত বন্দৱস্ত কৰি দিম। তেওঁলোকেই তোমাক বাগিচাখন চলাবলৈ যি ধন লাগে দিব।" তেতিয়া বৰুৱাদেৱে এটা ইউৰোপীয়ান এজেঞ্চি ঠিক কৰি দিলে। দেৱৰাজ ৰয়ে সেই বাগিচা-খন নিয়মমতে গঢ়ি তুলিবলৈ সঙ্কল্প লয় আৰু সেই সঙ্কল্পত সিদ্ধি লাভ কৰে।

যিজনে হাট-বজাৰত এদিন মুৰি-চিৰাৰ দোকান দি পেট প্ৰৱৰ্তাইছিল, সেইজনেই এখন প্ৰকাণ্ড চাহ-বাগিচা গঢ়ি তুলিলে। ইংৰাজ চাহ-কোম্পানীয়ে আধুনিক প্ৰণালীৰে চলোৱাদি চলাই, দেৱৰাজো এজন প্ৰথম শ্ৰেণীৰ চাহবাগিচাৰ মালিক হৈ পৰিল। এই-জন বৰেণ্য লোকৰ দানতেই গোলাঘাটত এখন কলেজ স্থাপিত হ'ল।

তেওঁ লাগবান্ধ নোহোৱাকৈ লেখা আত্মজীৱনী-খনি, ধাৰাবাহিকৰূপে লেখি দিবৰ নিমিত্তে, দুদিনমান থকাকৈ, এবাৰ দেৱৰাজে ককা নীলমণি ফুকনক নিমন্ত্ৰণ জনায়। ককা ফুকনদেৱে বাগিচাৰ নিটোল আচবাব, মনোৰম সৌন্দৰ্য আৰু কাৰুকাৰ্য দেখি আচৰিত হ'ল। বিশেষ লেখা-পঢ়া নজনা মানুহ এজনে যে পাঁচ-ছয়শ একৰ মাটিৰে পৰিবেষ্টিত এখন বিৰাট বাগিচা ইমান নিখুঁত আৰু পৰিপাটীকৈ সজাব পাৰে ভাবিলে সঁচাই বিস্ময় মানিব লাগে! তেওঁ কেই-একৰমান মাটিত এই বাগিচাখন লাক-পাককৈ খুলি শেহত টকাৰ অভাৱত কোনো এক লোকক কেই-হাজাৰমান মাথোন টকাত বেচি দিবলৈ সিদ্ধান্ত গ্ৰহণ কৰিছিল। ঘনশ্যাম বৰুৱাৰ আগত কথা-প্ৰসঙ্গত এই কথা ব্যক্ত কৰাত তেওঁ ওপৰত লেখামতে কৈ, দেৱৰাজ ৰয়ক বাগিচাখন বেচিবলৈ হাক দিলে আৰু এটা ইংৰাজ কোম্পানীৰ পৰা অৰ্থ-সাহায্য বন্দবস্ত কৰি দিলে। ঘনশ্যাম বৰুৱাই সহায় নকৰা হ'লে, এই বাগিচাখন তেওঁৰ স্বপ্নৰ বস্তুৱেই হৈ থাকিল-হেঁতেন বুলি কৈ, দেৱৰাজে বৰুৱাদেৱৰ উদাৰচিত্তৰ গুণ লয়।

বৰুৱা ডাঙৰীয়াৰ ত্যাগ, উদাৰচিত্ত, সকলো-লৈকে সমান সহানুভূতি দেখুৱা চৰিত্ৰ, "পৰহিতে ৰতাঃ" জীৱন যাপন জীৱনৰ মূলমন্ত্ৰ আছিল। নাম, যশ, সা-সম্পত্তি লক্ষ্মী-সৰস্বতীৰ সমানে কৃপা লাভ কৰি, ঘনশ্যাম বৰুৱা জাতি-ধৰ্ম-বৰ্ণ নিৰ্বিশেষে সকলোৰে শ্ৰদ্ধাভাজন হ'ল। নিজ-পৰিয়ালৰ, দহৰ, দেশৰ সকলোপ্ৰকাৰে উন্নতিৰ পথ পৰিস্কাৰ কৰি, সজকাম, সজবাট ল'বলৈ শিক্ষা দি থৈ গ'ল। কোৱা হয়: "একোখন দেশৰ বুৰঞ্জী একো একোজন অদ্বিতীয় পুৰুষৰ আত্মজীৱনীকে বুলি ক'ব পাৰি।" ঘনশ্যাম বৰুৱাৰ জীৱনীত এইকথা আখৰে আখৰে প্ৰয়োগ কৰিব পাৰি। ●





# অসম সাহিত্য সভাৰ দ্বাদশ অধিবেশনৰ সোঁৱৰণি আৰু মফিজুদ্দিন আহমদ হাজৰিকা

শ্ৰীনবীনচন্দ্ৰ গোস্বামী

গোলাঘাটত ১৯২৯ চনৰ ২৫ অক্টোবৰত[1] জ্ঞান মালিনীৰ কবি মফিজুদ্দিন আহমদ হাজৰিকাৰ সভা-পতিত্বত সাহিত্য সভাৰ দ্বাদশ অধিবেশন অনুষ্ঠিত হৈছিল। সেইসময়ত গোলাঘাট এখনি সৰু নগৰ। আজিৰ দিনৰ নিচিনা সেই সময়ত যান-বাহনাদিৰ হুলস্থূল, হাই-উৰুমি নাছিল। জনসমাগমো বৰ কম আছিল। প্ৰাকৃতিক দৃশ্য শান্ত, স্নিগ্ধ, মনোৰম আৰু মধুৰ আছিল। নগৰৰ জনসংখ্যাও আজিৰ তুলনাত বহুত কম আছিল। নগৰৰ মাজ মজিয়াত মহকুমাধিপতিৰ বঙলা আৰু যমুনা পুখুৰীৰ পূবফালে থকা আহল-বহল ঠাইডোখৰতে (যি ঠাইত বৰ্তমানত জ্যোতিৰ্ময়ী উদ্যান আৰু দেশপ্ৰিয় স্বৰ্গীয় মহেশ্বৰ বৰুৱা সঙ্গীত বিদ্যালয় প্ৰতিষ্ঠিত হৈছে) এটি আটকধুনীয়া মণ্ডপ মূল সভাৰ কাৰণে তৈয়াৰী হৈছিল। উল্লেখযোগ্য যে এই একে সময়তে অসম মহিলা সমিতি আৰু অসম ছাত্ৰ সন্মিলনৰ অধিবেশন দুখনিয়ো অনুষ্ঠিত হৈছিল। ছাত্ৰ সন্মি-লনৰ অধিবেশনৰ কাৰণে খেলপথাৰৰ উত্তৰ-পূব কোণৰ ঠাইডুখৰিত এটি সুন্দৰ মণ্ডপ তৈয়াৰী হৈছিল। মহিলা সমিতিৰ অধিবেশন সাহিত্য সভাৰ অধি-বেশন হৈ যোৱাৰ পিচদিনা সাহিত্য সভাৰ মণ্ডপতে অনুষ্ঠিত হৈছিল।

ছাত্ৰ সন্মিলনৰ মূলসভাৰ সভাপতি আছিল শ্ৰীকৃষ্ণ-কান্ত সন্দিকৈ। অভ্যৰ্থনা সমিতিৰ প্ৰধান সম্পা-দক আছিল স্বৰ্গীয় দুৰ্গানাথ কাকতি। মহিলা সমি-তিৰ মূলসভাৰ সভানেত্ৰী আছিল স্বৰ্গীয়া নাৰায়ণী সন্দিকৈ। অভ্যৰ্থনা সমিতিৰ সভানেত্ৰী আছিল স্বৰ্গীয়া মৃণালিনী গোস্বামী। এইদৰে একে সময়তে একেলগে তিনিখনি প্ৰাদেশিক সভা অনুষ্ঠিত হোৱাটো গোলাঘাটৰ পক্ষে গৌৰৱৰ কথা আৰু তাৎপৰ্যপূৰ্ণ।

---

অসম সাহিত্য সভাৰ দ্বাদশ অধিবেশন গোলাঘাটত অনুষ্ঠিত হোৱাৰ সময়লৈ অসম সাহিত্য সভাৰ প্ৰকাশনসমূহত ভুল তথ্য সন্নিবিষ্ট কৰা দেখা গৈছে। "অসম সাহিত্য সভাৰ পঞ্চাশ বছৰ" নামৰ পুস্তিকাৰ উপৰিয়ো ডঃ মহেশ্বৰ নেওগ সংকলিত "এনালচ অৱ আসাম সাহিত্য সভা" গ্ৰন্থৰ মতে গোলাঘাট অধিবেশনৰ সময় ১৯৩০ চন। এইটো ভুল আৰু অনুমান সাপেক্ষ তথ্যহে। সেই অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ অন্যতম সম্পাদক শ্ৰীনগেন্দ্ৰনাথ বৰুৱা আৰু সেই অধিবেশনৰ বিভিন্ন কাম কাজত জড়িত বহুতো ব্যক্তিক সুধি-মেলি প্ৰবন্ধকাৰে ওপৰত উল্লেখ কৰা তাৰিখটোৱেই শুদ্ধ বুলি জানিব পাৰিছিল। এতিয়া এই তাৰিখৰ নিৰ্ভৰযোগ্য উল্লেখ আমি পাইছো। শ্ৰীযুত অতুল চন্দ্ৰ হাজৰিকা সম্পাদিত আৰু অসম সাহিত্য সভাৰ প্ৰকাশিত 'সভাপতিৰ ভাষাণাৱলী' ৰ ১ম খণ্ডৰ ১ম সংস্কৰণত '২৫।১০।১৯২৯ চন' বুলি স্পষ্ট উল্লেখ আছে। গোলাঘাট অধিবেশন ২৪।১০।১৯২৯ চনত আৰম্ভ হৈছিল আৰু পাছদিনা মুকলি অধিবেশন বহিছিল। এই অধিবেশনৰ লগত কেৱল বুৰঞ্জী অধিবেশন অনুষ্ঠিত হৈছিল। সভাপতি আছিল ৰজনী কুমাৰ পদ্মপতি।

—সম্পাদক, ধনশিৰি।

সাহিত্য সভাৰ অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল গোলাঘাটৰ বিশিষ্ট আইনব্যৱসায়ী স্বৰ্গীয় ব্ৰহ্মানন্দ দত্ত আৰু স্বৰ্গীয় গোলাপচন্দ্ৰ গোস্বামী আছিল উপ-সভাপতি। যুটীয়া সম্পাদক আছিল স্বৰ্গীয় ৰমাকান্ত বৰুৱা আৰু শ্ৰীনগেন্দ্ৰনাথ বৰুৱা। কোষাধ্যক্ষ আছিল স্বৰ্গীয় গৰ্গনাথ শইকীয়া। স্বৰ্গীয় ৰমাকান্ত বৰুৱা সেইসময়ত গোলাঘাটৰ এজন লব্ধপ্ৰতিষ্ঠ সমাজপ্ৰিয় লোক আছিল। শ্ৰীনগেন বৰুৱা নতুন উকীল। ওকালতিত নামিবৰ দুবছৰমান হৈছিল। সুঠাম শৰীৰ, কথাৰে মনোৰঞ্জন কৰিব পৰা তজবজীয়া চফল ডেকা। মণিকাঞ্চন-যোগৰ এই যুটীয়া সম্পাদকদ্বয়ে মহকুমাৰ এক প্ৰান্তৰ পৰা অন্য প্ৰান্তৰলৈ অভ্যৰ্থনা সমিতিৰ পুঁজিৰ অৰ্থে অভিযান চলাই ধনী, দুখীয়া নিৰ্বিশেষে সকলোৰে পৰা অভূতপূৰ্ব সহাঁৰি পাইছিল। গোলাঘাট মহকুমাৰ পূবে, পশ্চিমে, উত্তৰে, দক্ষিণে বহুত চাহবাগান আছে। যুটীয়া সম্পাদকদ্বয়ে প্ৰত্যেক বাগিছালৈ গৈ কৰ্মচাৰীসকলৰ পৰা আনকি ইংৰাজ মেনেজাৰসকলৰ পৰাও বৰঙনি সংগ্ৰহ কৰি আনি এটি টনকীয়াল পুঁজি সংগৃহীত কৰি লবলৈ সক্ষম হৈছিল ফলত সভাৰ আৱশ্যকীয় যাবতীয় খৰচাদি বহন কৰি সভাৰ সকলো কাৰ্য সুচাৰুৰূপে বহন কৰি গোলাঘাটৰ সুনাম অৰ্জন কৰিব পাৰিছিল। অভ্যাগতবৃন্দই গোলাঘটীয়া ৰাইজৰ অভ্যৰ্থনাত অতি সন্তুষ্টি প্ৰকাশ কৰি গৈছিল। সেইসময়ত আজিৰ দিনৰ নিচিনা খাদ্য সামগ্ৰীৰ মহাৰ্ঘ্য আৰু অভাব নাছিল। মাছ, মাংস, ঘিউ, গাখীৰ, দৈ, শাক-পাচলি আদি প্ৰচুৰ পৰিমাণে অতি সস্তা দামত সংগ্ৰহ কৰি আনি অভ্যাগতবৃন্দৰ পৰিতোষণ কাৰ্য সুচাৰু-ৰূপে সম্পন্ন কৰিব পাৰিছিল।

সভাৰ আৱশ্যকীয় কামকাজ তদাৰক কৰিবৰ কাৰণে আৰু অভ্যাগতবৃন্দৰ পৰিচৰ্যা আৰু সা-সুবিধাৰ ব্যৱস্থাৰ কাৰণে স্থানীয় ছাত্ৰসকলৰ দ্বাৰা এটি স্বেচ্ছাসেৱক বাহিনী গঠিত হৈছিল। এই স্বেচ্ছাসেৱক বাহিনীৰ দলটি সভামণ্ডপৰ ওচৰত থকা স্থানীয় ৰঙ্গমঞ্চত (Amateure Theatre Hall) সভাৰ কেইদিনমান আগৰে পৰা ৰাতিয়ে দিনে থাকি নিজ দায়িত্ব পালন কৰি সভাৰ কাৰ্য পৰিচালনাৰ সৌষ্ঠৱবৃদ্ধিত সহায় কৰিছিল। অভ্যাগতবৃন্দই এই স্বেচ্ছাসেৱক বাহিনী দলৰ পৰিচৰ্যাদি কাৰ্যত অত্যন্ত আপ্যায়িত হৈ স্বেচ্ছাসেৱকসকলক বৰ প্ৰশংসা কৰি গৈছিল।

২৪ অক্টোবৰত সভাপতিসহ, সাহিত্যিকবৃন্দ, প্ৰতিনিধিসকল আৰু দৰ্শকসকলৰ ভালেখিনি লোক আহি গোলাঘাটত উপস্থিত হৈছিলহি। সভাপতি থকাৰ বন্দবস্ত কৰা হৈছিল চৰকাৰী অতিথিশালাত (Circuit House)। প্ৰতিনিধি আৰু দৰ্শকসকলৰ কিছুমান স্থানীয় উচ্চ ইংৰাজী বিদ্যালয়ত, কিছু-সংখ্যক আছিল নগৰৰ নিম্ন প্ৰাইমেৰি বিদ্যালয়ত আৰু কিছুসংখ্যক আছিল আপোন মানুহৰ ঘৰে ঘৰে। দেশভক্ত স্বৰ্গীয় তৰুণৰাম ফুকন ডাঙৰীয়া বিশিষ্ট অতিথি হিচাপে আমন্ত্ৰিত হৈ আহিছিল। এই ২৪ অক্টোবৰৰ দিনা গধূলি কাৰ্যনিৰ্বাহক সমিতিৰ অধিবেশন বহিছিল।

অসমৰ প্ৰতি অঞ্চলৰ সাহিত্যপ্ৰেমী প্ৰতিনিধি আৰু দৰ্শকসকল গোলাঘাটত আহি উপস্থিত হোৱাটোও এই অধিবেশনৰ বৈশিষ্ট্য। সাহিত্য সভাৰ ৰথী, মহাৰথীসকলৰ সৰহভাগেই আহিছিল। গোলাঘটীয়া ৰাইজেও দেহেকেহে এই অধিবেশনৰ সাফল্যৰ কাৰণে সকলোৰকমৰ সহায়-সহযোগ আগবঢ়াইছিল। ফলত এটি মনোৰম পৰিবেশৰ সৃষ্টি হৈ পৰিছিল।

এইখিনিতে উল্লেখযোগ্য যে গোলাঘাটৰ সুসন্তান অসম আইৰ মুখোজ্বলকাৰী, জোনাকী যুগৰ সাহিত্যাকাশৰ উজ্জ্বল নক্ষত্ৰস্বৰূপ ত্ৰিমূতিৰ অন্যতম মূতি, সাহিত্য সভাৰ চতুৰ্থ বাৰ্ষিক অধিবেশনৰ সভাপতি, অসমীয়া সাহিত্যৰ পৰমাচাৰ্য, সাহিত্য সভাৰ জন্মৰে পৰা গুৰিধৰোঁতা প্ৰত্নতত্ত্ববিদ পণ্ডিত হেমচন্দ্ৰ গোস্বামীদেৱ ১৯২৮ চনৰ মেইৰ ২ তাৰিখে স্বৰ্গী হ'ল। গোস্বামীদেৱৰ ঘৰ গোলাঘাটত, জন্মও এই গোলাঘাটতে। বাল্যকালৰ শিক্ষা-দীক্ষাও এই গোলাঘাটতে। সহোদৰ ভ্ৰাতৃ আদি ইষ্ট-মিত্ৰ, বন্ধুবৰ্গাদি বহুতৰেই এই গোলাঘাটতে বাস। গোস্বামীদেৱ আছিল গোলাঘটীয়া ৰাইজৰ অতি মৰমৰ, অতি শ্ৰদ্ধাৰ 'হেম গোসাঁই'। তেখেত যদিও গুৱাহাটীত বাসিন্দা হিচাপে নিগাজীকৈ থাকিবলৈ লৈছিল তথাপি গোলাঘাটৰ হেম গোস্বামী বুলিহে গোটেই অসমে জানিছিল। ছাত্ৰাবস্থাৰে পৰা মাতৃভাষাৰ উন্নতিৰ হকে তেখেতৰ দেহ-মন-প্ৰাণ উৎসৰ্গীকৃত। উচ্চপদস্থ দায়িত্বপূৰ্ণ চাকৰি-জীৱনকালত আৰু চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰাৰ পিছতো তেখেতে মৃতকল্প ভাষা-জননীৰ উদ্ধাৰাৰ্থে দিনে-ৰাতিয়ে খাটি মৃতসঞ্জীৱনী পান কৰাই ভাষা-জননীক সবল কৰিছিল। অৱসৰ গ্ৰহণ কৰি একাগ্ৰমনেৰে সাহিত্য-সাধনা কৰিবলৈ যো-যা কৰোঁতেই কালৰ কৰাল গ্ৰাসত পৰিল। অৱসৰ গ্ৰহণৰ সময়ত তেখেত ভগ্নস্বাস্থ্যৰ আছিল। ভগ্নস্বাস্থ্য লৈ বহুত ৰাতিলৈকে সাহিত্য-চৰ্চাত নিমগ্ন আছিল। ভাষা জননীৰ উন্নতিকল্পে তেখেতৰ অক্লান্ত পৰিশ্ৰম আৰু অৱদানৰ বিষয়ে সেইসময়ৰ সাহিত্যপ্ৰেমী সুধীবৃন্দই তেখেতক অতি শ্ৰদ্ধা কৰিছিল আৰু সাহিত্যৰ উন্নতি-






মূল সভাৰ সভাপতি
৺মফিজুদ্দিন আহমদ হাজৰিকা


অভ্যৰ্থনা সমিতিৰ সভাপতি
৺ব্ৰহ্মানন্দ দত্ত

১৯২৯ চনত গোলাঘাটত বহা অসম সাহিত্য সভাৰ দ্বাদশ অধিবেশনৰ সোঁৱৰণ।


৺ৰমাকান্ত বৰুৱা


শ্ৰীনগেন্দ্ৰনাথ বৰুৱা

সম্পাদকদ্বয়



বিপ্লবী বীৰ
৺শঙ্কৰচন্দ্ৰ বৰুৱা



মুক্তি যুজাৰু
৺আপিৰাম গগৈ



শ্ৰমিক নেতা
৺চানু খেৰীয়া

বিধায়ক সকলো আৱশ্যকীয় পৰামৰ্শ গ্ৰহণ কৰিছিল। তেখেতৰ জন্মস্থান গোলাঘাটত অনুষ্ঠিত সাহিত্য সভাৰ দ্বাদশ বাৰ্ষিক অধিবেশনৰূপী এই যজ্ঞত সমবেত হোৱা সতীৰ্থ সাহিত্যসেৱী সুধীবৃন্দ, সহোদৰ ভ্ৰাতৃ আদি আত্মীয়-স্বজন সকলোৱেই তেখেতৰ প্ৰীতিসঙ্গ, সহায়-সহযোগৰ পৰা বঞ্চিত হ'বলগীয়া হোৱাত তেখেতৰ গুণগৰিমাৰ কথা সুঁৱৰি শোকাভিভূত হৈ পৰিছিল।

২৫ অক্টোবৰত দিনৰ ২ বজাত মূল সভাৰ অধিবেশন আৰম্ভ হয়। ৰাতি ৮ মান বজাত সভাৰ কাৰ্য শেষ হয়। সভাপতিক গায়ন-বায়নাদি সমদল যাত্ৰাৰে সভাস্থলীলৈ আদৰি অনা হয়। এই সমদলত নগৰৰ, গাঁৱৰ, বাগানৰ বহুত লোকেই যোগদান কৰিছিল। সভাত নগৰৰ পুৰুষ-মহিলা, ছাত্ৰ-ছাত্ৰী, গাঁৱৰ পৰা অহা পুৰুষ-মহিলা (বুঢ়া-মেথা নিৰ্বিশেষে) আৰু চাহবাগিছাবিলাকৰ পৰা অহা বহুলোকৰ সমাগম হৈছিল। মণ্ডপত ঠাইয়ে নোযোৰা হৈ পৰিছিল।

সভাপতি মফিজুদ্দিন আহমদ ডাঙৰীয়াৰ জন্ম হয় ডিব্ৰুগড়ত ১৮৭০ চনৰ ৩০ আগষ্টত। মৃত্যু হয় ডিব্ৰুগড়তে ১৯৫৮ চনৰ ২৯ অক্টোবৰত। ছাত্ৰ জীৱনো ডিব্ৰুগড়তে। ১৮৯২ চনত সেইসময়ৰ এন্ট্ৰেন্স মহলাৰ পৰীক্ষাত কৃতকাৰ্য হ'ব নোৱাৰি ১৮৯৩ চনত চৰকাৰী চাকৰিত সোমায়। শেহত ১৯২৬ চনত ডিব্ৰুগড়তে চিভিল পেস্কাৰৰূপে অৱসৰ গ্ৰহণ কৰে। এন্ট্ৰেন্স পৰীক্ষাত কৃতকাৰ্যতা লাভ কৰিব নোৱাৰাত তেওঁৰ মনত বৈৰাগ্যভাব উপস্থিত হয়। তেতিয়াই তেওঁ কবিতা লিখিবলৈ আৰম্ভ কৰে। ছটা কবিতাৰ সমষ্টিৰে তেওঁৰ কবিতা-পুথি "জ্ঞানমালিনী" প্ৰকাশ হয়। অসমীয়া কাব্য জগতত ১৮৯৬ চনত "জ্ঞানমালিনী" প্ৰকাশ হোৱাৰ লগে লগেই আহমদ ডাঙৰীয়া চৰকাৰ আৰু ৰাইজৰ পৰা "জ্ঞানমালিনী" এখনি উৎকৃষ্ট কবিতা-পুথি বুলি অকুণ্ঠ আৰু অভাবনীয় স্বীকৃতি লাভ কৰি অসমীয়া সাহিত্যৰ এজন লব্ধপ্ৰতিষ্ঠ কবি-সাহিত্যিক হিচাপে পৰিচিত হৈ পৰিল। অসমীয়া কাব্য-সাহিত্যত উনৈশ শতিকাৰ শেহভাগত সহজ, সৰল, নিভাঁজ, আধ্যাত্মিক ভাৱপূৰ্ণ জতুৱা ঠাঁচত লিখা "জ্ঞান মালিনী" পুথিখনি অসমীয়াৰ অতি আদৰৰ, অতি হেপাহৰ বস্তু হৈ পৰিল। তেতিয়ালৈকে প্ৰবেশিকা পৰীক্ষাৰ কাৰণে অসমীয়া কাব্য-সাহিত্যত কোনো পাঠ্যপুথি নাছিল। ফলত পঢ়াশালিৰ ওপৰশ্ৰেণীৰ ছাত্ৰৰ কাৰণে জ্ঞানমালিনীক পাঠ্যপুথি হিচাপে চৰকাৰে অনুমোদন কৰিলে। তেখেতৰ আন দুখন কবিতাৰ পুথি--তত্ত্ব-পাৰিজাত আৰু মালিনীৰ বীণ। তত্ত্ব-পাৰিজাতখনি চাৰিটা ধৰ্মতত্ত্বমূলক, হৃদয়গ্ৰাহী, মৰ্মস্পৰ্শী কবিতাৰ সমষ্টি। এই তত্ত্ব-পাৰিজাতখনি তেখেতৰ মৃত্যুৰ শতবাৰ্ষিকী উপলক্ষে প্ৰকাশ হয়। মালিনীৰ বীণ আৰু তাৰ বাহিৰেও কেইটামান কবিতা আছে যদিও প্ৰকাশ হোৱা নাই।

আহমদ ডাঙৰীয়াৰ ধৰ্মৰ প্ৰতি অগাধ বিশ্বাস আছিল। তেখেত এজন নৈষ্ঠিক মুছলমান আছিল। তেখেতৰ মতে এজন সৃষ্টিকৰ্তা আৰু তেওঁৱেই হিন্দু-মুছলমান, খৃষ্টান, বৌদ্ধ, জৈনাদি সকলোৰে ঈশ্বৰ। মাত্ৰ ভিন্ন দেশ, ভিন্ন ৰুচি অনুযায়ী তেওঁৰ বিভিন্ন নাম হৈছে। তেখেতৰ ভাবত ঈশ্বৰ কি বস্তু সেইবিষয়ে তেখেতৰ কবিতা পুথি 'জ্ঞান মালিনী'ত "বিশ্বখনিকৰ" বুলি লিখা কবিতাটিৰ পৰাই উপলব্ধি কৰিব পাৰি।

আহমদ ডাঙৰীয়াৰ গদ্যবিষয়ক পুথি বা ৰচনাদি বিশেষ নাই। মাত্ৰ তেখেতৰ 'জ্ঞানমালিনী' পুথিত 'সামাজিক' বুলি লিখা পাতনিখনি, শিৱসাগৰ ছাত্ৰ সন্মিলনৰ সভাপতিৰ ভাষণখনি আৰু গোলাঘাটত হোৱা সাহিত্য সভাৰ দ্বাদশ অধিবেশনৰ অভিভাষণখনিয়েই তেখেতৰ গদ্য সাহিত্যৰ নিদৰ্শন। জতুৱা-ঠাঁচ, সৰল-সুন্দৰ প্ৰকাশভঙ্গী, বাচকবনীয়া নিৰহ-নিপানী ভাষাত লিখা 'জ্ঞানমালিনী'ৰ পাতনিখনি আৰু অভিভাষণ কিখনিয়েই তেখেতৰ গদ্য-সাহিত্যৰ বৈশিষ্টতা প্ৰমাণ কৰে।

বক্তা হিচাপে আহমদ ডাঙৰীয়া এজন সুবক্তা আছিল। আমাৰ পৰম শ্ৰদ্ধেয় শ্ৰীকৃষ্ণকান্ত সন্দিকৈ-দেৱেই হাজৰিকাক এজন সুবক্তা বুলি স্বীকৃতি দিছিল।

সেই সময়ত ভাষা-সাহিত্যৰ হেঙাৰ স্বৰূপে থিয় দিয়া হিন্দু-মুছলমানসকলৰ ভিতৰত অনৈক্যৰ ভাব উপলব্ধি কৰি অত্যন্ত ক্ষুব্ধ হৈ উভয়-জাতিৰ মিলনৰ অৰ্থে কবিতা-প্ৰাণ আহমদ ডাঙৰীয়াই "মিলন-সঙ্গীত" নামে এটি কবিতা ৰচনা কৰি ১৯৫১ চনৰ ১৮ মাৰ্চত "আকাশবাণী" গুৱাহাটীৰ যোগেদি আয়োজন কৰা প্ৰথম কবি সন্মিলনত নিজে পাঠ কৰি সেই সন্মিলনত অংশ গ্ৰহণ কৰা স্বৰ্গীয় শৈলধৰ ৰাজখোৱা, নলিনীবালা দেৱী, স্বৰ্গীয় ৰঘুনাথ চৌধাৰী, স্বৰ্গীয় ৰত্নকান্ত বৰকাকতি, স্বৰ্গীয় যতীন্দ্ৰ নাথ দুৱৰা আৰু স্বৰ্গীয় দণ্ডিনাথ কলিতাদি অবিসংবাদী কবি-সাহিত্যিক সকলৰ অশেষ প্ৰশংসাভাজন হৈছিল। এই কবিতাটিয়েই কবিৰ শেষ ৰচনা বুলি জনা গৈছে। কবিতাটোৰ মাধুৰ্যত মুগ্ধ হৈ এই প্ৰবন্ধত ঠাই দিবলৈ বাধ্য হ'লোঁ।

॥ মিলন-সঙ্গীত ॥

নহলে একতা হিন্দু-মুছলমানে,
নহ'ব প্রগতি আৰু কোনো দিনে।
উটিবুৰি শেহে যাবা ৰসাতলে,
যদিহে নোহোৱা লগা নলেগলে।

সাহিত্য-ডোলেৰে নেবান্ধিলে গাঁঠি,
নহ'ব মিতালি হ'ব ফটাফটি।
বুৰঞ্জীপুথিয়ে নাটকে নভেলে,
লিখা দুয়োৰ কথা ভালে ভালে।

তেনেকৈহে হ'ব নিঘূণী একতা,
বব দুইৰো মাজত মৰমৰ সোঁতা।
ভাৰতীয় জাতিৰ দুটি বাহু ৰূপে,
উঠিব পাৰিবা তেহে দোপতদোপে।

নহলে শগুণে নিব ফেনাফেনে,
পথাৰতে পৰিথকা শৱটি যেনে।
দশা দেখি লোকে ইতিকিং কৰিব,
বুৰঞ্জীৰো বুকুত চেকা ৰূপে ৰব।

একতাই অনিব শান্তি যুগমীয়া,
উন্নতিৰ বাটলৈ উদগাব হিয়া।
ইপুৰী সিপুৰীৰ অমিয়া মাধুৰী,
পিবগই পাৰিবা উলাহতে ফুৰি।

আহমদ হাজৰিকা ডাঙৰীয়াই ১৮৯৭ চনৰ পৰা জীৱনাৱসান কাল পৰ্যন্ত ভালেখিনি চৰকাৰী, বেচৰকাৰী অনুষ্ঠানত দায়িত্বপূৰ্ণ পদবীত অধিষ্ঠিত হৈ সুচাৰুৰূপে কাৰ্য সম্পাদন কৰিছিল। প্ৰবন্ধৰ কলেবৰ বৃদ্ধিৰ আশংকাত সেইবিলাক উল্লেখ কৰা নহ'ল। তেখেতৰ ধৰ্মবিষয়ত কোনো গোড়ামি নাছিল। সকলো ধৰ্মৰ প্ৰতি অশেষ শ্ৰদ্ধাশীল আছিল। হিন্দুৰ মহাভাৰত ৰামায়ণাদি ধৰ্মপুথি চৰ্চা কৰি হিন্দু ধৰ্মৰ বিষয়েও বিশেষ অভিজ্ঞতা অৰ্জন কৰিছিল। এনে গুণৰ কাৰণেই তেখেতে শ্ৰীশঙ্কৰদেৱৰ তিথি-উছৱত, শ্ৰীৰামকৃষ্ণ আৰু বিবেকানন্দৰ বছেৰেকীয়া সোঁৱৰণী সভাত সভাপতিত্ব কৰাৰ যোগ্যতা অৰ্জন কৰিব পাৰিছিল। ১৯২৬ চনত তেখেতে মাহিলী পঁচিশ টকা হিচাপে চৰকাৰৰ পৰা সাহিত্যিক হিচাপে পেন্সন পোৱাটোও তেখেতৰ সাহিত্যক্ষেত্ৰত কৃতিত্বৰ নিদৰ্শন।

গোলাঘাটত অনুষ্ঠিত হোৱা সাহিত্য সভাৰ দ্বাদশ বাৰ্ষিক অধিৱেশনত তেখেতৰ সভাপতিৰ নাতিদীৰ্ঘ সাৰগৰ্ভ ভাষণখনি সময়োপযোগী হৈছিল। সহজ, সৰল, নিভাঁজ অসমীয়া ঘৰুৱা বাক্য-সমষ্টিৰ দ্বাৰা লিখিত ভাষণখনি সকলোৰে হৃদয়গ্ৰাহী হৈছিল। ধৰ্মপ্ৰাণ আহমদ ডাঙৰীয়াই ভাষণৰ আৰম্ভণিতে ভগৱানৰ স্তুতিবিষয়ক এটি কবিতা আবৃত্তি কৰি ভাষণ আৰম্ভ কৰিছিল। পিছত সাহিত্যনো কি আৰু তাৰ উৎপত্তিৰ বিষয়ে এটি চমু আভাস দিছিল। সাহিত্যৰ উন্নতি কৰিবলৈ হলে সাহিত্যত ৰাপথকা সকলক যাৰ যি বিষয়ত ৰাপ আছে সেই বিষয়ত নিজ ভাষা-সাহিত্যত লিখি ভাষা-জননীৰ শ্ৰীবৃদ্ধি কৰিবলৈ অনুৰোধ কৰিছিল। দৰ্শন, বিজ্ঞান, কাব্য, বুৰঞ্জী, কৃষি, শিল্প-বাণিজ্য, নাট, উপন্যাস, সঙ্গিতাদি বিষয়ত যাৰ যি ৰাপ আছে সেই বিষয়ত মন-প্ৰাণ উবুৰিয়াই সু-সাহিত্যৰ সৃষ্টি কৰিবলৈ আহ্বান জনাইছিল। দ্বিতীয়তে, ভাষাৰ শব্দ, বাক্যাদি ব্যৱহাৰত, বৰ্ণ বিন্যাসত উজনি-নামনি অঞ্চলৰ প্ৰথিতযশা সাহিত্যিকসকলৰ দ্বাৰা এখনি সমিতি গঠন কৰি সেই সমিতিৰ দ্বাৰা মীমাংসিত সিদ্ধান্ত গ্ৰহণ কৰি সাহিত্য-চৰ্চা কৰি সু-সাহিত্যৰ সৃষ্টি কৰিবলৈ পৰামৰ্শ আগবঢ়াইছিল। সেই সময়ত ভাষা-সাহিত্যৰ উন্নতিপথত প্ৰতিবন্ধক হিচাপে উদ্ভৱ হোৱা কেৰোণ কেটামানৰ বিষয়ে সঁকিয়াই দিছিল। উজনি আৰু নামনি অসমত প্ৰচলিত বাক্য আৰু শব্দাৱলীৰ ভিতৰত ইঠাইৰ সৈতে সিঠাইৰ কিছু প্ৰভেদ আছিল। এনেক্ষেত্ৰত উভয়পক্ষৰ ভিতৰত মীমাংসাৰ মাধ্যমেৰে উভয় অঞ্চলৰ সুশ্ৰাব্য, অৰ্থযুক্ত শব্দ আৰু বাক্যাৱলী গ্ৰহণ কৰি ভাষা-জননীৰ পুষ্টিসাধন কৰাৰ সাপেক্ষে মত দাঙি ধৰিছিল।

তৃতীয়তঃ সেই সময়ত গোৱালপাৰাত বঙ্গভাষাৰ মাধ্যমত শিক্ষাদান হৈছিল। তাত বাসকৰা অসমীয়াসকলে মাতৃভাষাৰ চৰ্চাৰ পৰা বঞ্চিত হৈছিল। এনে অৱস্থাত তেখেতে গোৱালপাৰাৰ পঢ়াশালি, আদালত সকলোতে অসমীয়া ভাষা প্ৰচলনৰ বাবে প্ৰাণটকি চেষ্টা চলাবলৈ আহ্বান জনাইছিল। চতুৰ্থত হিন্দু-মুছলমানসকলৰ অনৈক্যৰ ভাব উপলব্ধি কৰি মনত বৰ দুখ অনুভব কৰিকৈছিল যে যেতিয়ালৈকে এই দুই জাতিৰ ভিতৰত মিল ভাব নহয় তেতিয়ালৈকে অসমীয়া ভাষাই গা-কৰি উঠিব নোৱাৰে। একেঘৰৰ দুই ককাই-ভাইৰ মাজত মনোমালিন্য হৈ যেনেকৈ ঘৰখন নষ্ট হয়, সেইদৰেই একেখন আকাশৰ তলত বাস কৰি, একেখন ঠাইতে বাস কৰি, একে আহাৰ-পানী খাই, একেধৰণে কথা-বতৰা কৈ, পৰিপোষিত আৰু পৰিবৰ্দ্ধিত হৈ ধৰ্মৰ নামত পৰ পৰ ভাব হোৱাটো অতি দুৰ্ভাগ্যৰ কাৰণ আৰু ই ভাষা-জননীৰ উৎকৰ্ষ-সাধনত হেঙাৰ স্বৰূপ। এনে অৱস্থাত হিন্দু-মুছলমান দুয়োজাতিৰ সাহিত্যিকসকলক সংস্কৃত, বঙলা, আৰবী, ফাৰ্চী, হিন্দী, উৰ্দু আৰু ইংৰাজী আদি ভাষাৰ বচা বচা কিতাপৰ পৰা বিবিধ ৰস আহৰণ কৰি অসমীয়া ভাষা-জননীৰ ভেঁটি সুদৃঢ় কৰি লবলৈ উদাত্ত আহ্বান জনাইছিল।

থুলমূলভাৱে সাহিত্য সভাৰ দ্বাদশ বাৰ্ষিক অধিৱেশনৰ বিষয়ে এটি চমু আভাস দিয়া হ'ল। সভাত উপস্থিত সাহিত্যিক-সুধীবৃন্দ আৰু জনসাধাৰণে বহুদৰ্শী আহমদ হাজৰিকা ডাঙৰীয়াৰ অভিভাষণখনি সময়োপযোগী, সুন্দৰ অভিভাষণ বুলি আহমদ ডাঙৰীয়াক অশেষ প্ৰশংসাপূৰ্বক ধন্যবাদ জ্ঞাপন কৰিছিল। সভালৈ বিশিষ্ট অতিথি হিচাপে আমন্ত্ৰিত হৈ অহা অসমীআইৰ সু-সন্তান দেশভক্ত স্বৰ্গীয় তৰুণৰাম ফুকনদেৱে ভাষা-সাহিত্যৰ উন্নতিকল্পে তেখেতৰ স্বভাৱসুলভ, তেজোদ্দীপ্ত বক্তৃতাৰ দ্বাৰা সভাস্থ সকলোকে মনোৰঞ্জন কৰা কথাটোও শ্ৰোতাসকলৰ বহুত দিনলৈকে মনত পৰি আছিল।

এই দ্বাদশ অধিৱেশনৰ বুৰঞ্জী শাখাৰ সভাপতি আছিল স্বৰ্গীয় ৰজনীকুমাৰ পদ্মপতি। সভাৰ অন্তত আগৰ কাৰ্যনিৰ্বাহক সমিতিৰ প্ৰধান সম্পাদক স্বৰ্গীয় পূৰ্ণানন্দ শৰ্মা পাঠকদেৱে যথাবিধি অৱসৰ গ্ৰহণ কৰাত স্বৰ্গীয় কমলাকান্ত বৰুৱা প্ৰধান সম্পাদক নিৰ্বাচিত হয়। তেওঁৰ অকাল মৃত্যুত কাৰ্য নিৰ্বাহক সমিতিয়ে পাছত স্বৰ্গীয় দেৱেশ্বৰ চলিহাক প্ৰধান সম্পাদক নিৰ্বাচন কৰে।

৪৮ বছৰ আগতে ১৯২৯ চনত অনুষ্ঠিত হোৱা গোলাঘাট অধিৱেশনৰ সভামণ্ডপৰ নিচেই ওচৰতে ১৯২৮ চনত "সৌমাৰ আয়ুৰ্বেদ ঔষধালয়"নামৰ এখনি আয়ুৰ্বেদীয় ঔষধালয় প্ৰতিষ্ঠা কৰি বৰ্তমানলৈকে একেঠাইতে থাকি চিকিৎসা কাৰ্য চলাই আছোঁ। সভা-মণ্ডপৰ সান্নিধ্যত থাকি সভাৰ অধিৱেশন হোৱাৰ পূৰ্বৰেপৰা কৰা সভাৰ আয়োজন আৰু অধিৱেশনত হোৱা কাৰ্য আৰু ভাষণাদি যি দেখিছিলোঁ, যি শুনিছিলোঁ সেইবিষয়ে আজি ৪৮ বছৰৰ ব্যৱধানত স্মৃতিপটত ৰিণিকি ৰিণিকি উদয় হোৱা কথা কেইটিমানৰ চমু আভাস দিলোঁ। ●●



# মুক্তি আন্দোলনত গোলাঘাট

( এখন চিত্ৰ )

শ্ৰীবিষ্ণুৰাম কাকতি

মোহনদাস কৰমচাঁদ গান্ধীয়ে ১৮৯১ চনত বিলাতত বেৰিষ্টাৰী পাচ কৰি ভাৰতত দুবছৰ থকাৰ পাচত ১৮৯৩ চনত দক্ষিণ আফ্ৰিকাত থকা ভাৰতীয় কোম্পানী দাদা আব্দুলা কোম্পানীৰ গোচৰ সংক্ৰান্তত উকীল হৈ দক্ষিণ আফ্ৰিকালৈ যায়। গোচৰ সংক্ৰান্তত ঘূৰি ফুৰোঁতে নিজকো বগাশাসকে ঘৃণা কৰা ঘটনা পাইছিল। তাৰোপৰি আফ্ৰিকাবাসী ভাৰতীয়ৰ প্ৰতি কৰা অন্যায় সহ্য কৰিব নোৱাৰি ১৮৯৪ চনৰ মেই মাহত নাটালত ভাৰতীয় কংগ্ৰেছৰ জন্ম দি আন্দোলন কৰিছিল। গান্ধীৰ কাৰ্যকলাপৰ বিষয়ে, গোপালকৃষ্ণ গোখেল, মদনমোহন মালব্য, আচাৰ্য জে-বি কৃপালনী প্ৰমূখ্যে মুষ্ঠিমেয় দেশ-হিতৈষীয়ে সজাগ হৈ আছিল। দক্ষিণ আফ্ৰিকাত গান্ধীজীয়ে আন্দোলনত জয়ী হৈ মহাত্মা নাম লৈ ১৯১৫ চনত ভাৰতলৈ ঘূৰি আহে।

১৯১৯ চনত ভাৰতৰ বৃটিছ চৰকাৰে ভাৰতীয়ৰ মৰ্যাদা ক্ষুণ্ণ কৰা ৰাউলট আইন প্ৰৱৰ্তন কৰিবলৈ ওলোৱাত ভাৰতীয়ই প্ৰতিবাদ কৰাতো নমনা দেখি গান্ধীজীয়ে গোটেই দেশে ইয়াৰ প্ৰতিবাদত হৰতাল পালন কৰাৰ গোহাৰি দিয়ে আৰু হৰতাল পালন কৰা হৈছিল। তাৰ কাৰণে ১৯১৯ চনৰ ৭ এপ্ৰিলৰ দিনা গান্ধীজী এৰেষ্ট হৈছিল। সেই চনত বোধকৰো আন্দোলনৰ কথা গোলাঘাটে কিয় অসমেও গম নাপাইছিল।

১৯২১ চনত মহাত্মাই অসহযোগ আন্দোলনৰ কাৰ্যসূচী দেশবাসীলৈ জনাই দিলে। গোলাঘাটৰ স্বনামধন্য স্বৰ্গীয় দণ্ডধৰ বৰুৱাৰ মাজুপুত্ৰ স্বৰ্গীয় গুণীন্দ্ৰনাথ বৰুৱাই বৃটিছ মিলিটেৰীৰ লেফটেনেণ্ট কমাণ্ডাৰৰ চাকৰি বৰ্জন কৰি খদ্দৰ পৰিধান কৰি নিজৰ বিলাতী কাপোৰ জ্বলাই আন্দোলনত জপিয়াই পৰে আৰু তেখেতে আহি বুঢ়াগোহাঞি খাট, দেৰগাঁও, খুমটাই আৰু মিৰিগাঁৱত সোমাই কংগ্ৰেছৰ বাণী প্ৰচাৰ কৰেহি। তেখেতে বুঢ়াগোহাঞি খাটৰ স্বৰ্গীয় কেশৱ চন্দ্ৰ সোণোৱালক, খুমটাইৰ স্বৰ্গীয় কেদাৰনাথ হাজৰিকাক, দেৰগাঁৱৰ স্বৰ্গীয় গঙ্গাই কোঁছ বৰমেধিক আৰু মিৰি সম্প্ৰদায়ৰ স্বৰ্গীয় শত্ৰু মিৰিক আৰু ছাত্ৰৰ ভিতৰত স্বৰ্গীয় খগিৰাম কাকতিক প্ৰথম কংগ্ৰেছ-সভ্য কৰেহি। সেই চনতে ছাত্ৰই স্কুল কলেজ বৰ্জন কৰি আন্দোলনত জপিয়াই পৰিছিল। গোলাঘাটৰ মেধাৱী ছাত্ৰ শ্ৰীগকুলেশ্বৰ হাজৰিকা, শ্ৰীনবীন চন্দ্ৰ গোস্বামীয়ে কলেজৰ বেঞ্চত কিতাপ ফলি এৰি থৈ আন্দোলনত যোগ দিয়ে, স্বৰ্গীয় খগি কাকতিয়ে স্কুল বৰ্জন কৰে। স্বৰ্গীয় মহেশ্বৰ বৰুৱা আৰু তেখেতৰ ভাতৃ স্বৰ্গীয় তাৰাপ্ৰসাদ বৰুৱাই কলিকতাৰ ল কলেজ বৰ্জন কৰি ইয়াত আন্দোলন চলাইছিলহি। ঘিলাধাৰী মৌজাৰ স্বৰ্গীয় ভোলা বৰুৱাই ৰেলৰে চাকৰি বৰ্জন কৰি আন্দোলনত জপিয়াই পৰেহি। সেই চনত ১০০ (এশ) জন কৰ্মীয়ে আন্দোলনত যোগ দি আন্দোলন চলাইছিল। সেই চনত প্ৰায় এশ জন লোকেই আগা-পিছাকৈ ১৯২২ চনলৈকে জেললৈ গৈছিল। গোলাঘাটৰ উকীল স্বৰ্গীয় গঙ্গাধৰ বৰঠাকুৰ, স্বৰ্গীয় কমলেশ্বৰ শৰ্মাও জেললৈ গৈছিল, কিন্তু একেদিনাই আন্দোলন নকৰো বুলি চৰকাৰক undertaking লিখি দি খালাছ লৈ আহে।

বৃটিছ চৰকাৰৰ কঠোৰ দমন-নীতিত আন্দোলনে গা-কৰিব নোৱাৰিলে যদিও জুই উমি উমি জ্বলি আছিল। কিন্তু গান্ধী-ভলণ্টিয়াৰবিলাক, ইতিকিঙৰ পাত্ৰহে হ'ল। জেলখোৱা কৰ্মীক সমাজে প্ৰায়শ্চিত্ত কৰি শুদ্ধ কৰিছিল। প্ৰায়শ্চিত্ত নোহোৱাসকল সমাজ বৰ্জিত হৈছিল।

১৯২৩ চনত শিৱসাগৰ মহকুমাৰ একেটা চনত জেইললৈ যোৱা বিপ্লৱী কৰ্মী স্বৰ্গীয় শঙ্কৰ চন্দ্ৰ বৰুৱা যোৰহাট হৈ গোলাঘাটৰ বৰকাঠনিত সোমায়হি। স্বৰ্গীয় ভদীয়া কলিতাৰ সৌজন্যত তাতে এখন আশ্ৰম পাতেহি। আশ্ৰমত গীতাপাঠ, সংকীৰ্তন (স্বদেশী গীতৰ) আৰু নীতি-নিয়মৰ শিক্ষা দিয়া হয়। লাহে লাহে তেখেতে বুঢ়াগোহাঞি খাটৰ স্বৰ্গীয় কেশৱ চন্দ্ৰ সোণোৱালৰ দান দিয়া ৩০ পুৰা মাটিত আৰু বকতিয়ালৰ স্বৰ্গীয় খগিৰাম কাকতিয়ে দান দিয়া ৩ বিঘা মাটিত আশ্ৰম খুলিছিলহি। আশ্ৰমৰ কলেৱৰ দিনকদিনে বাঢ়ি গ'ল আৰু আশ্ৰমত সূতাকটা মাদক দ্ৰব্য বৰ্জন অস্পৃশ্যতা বৰ্জন আৰু স্বেচ্ছা-সেৱক প্ৰশিক্ষণ চলাইছিল। দেখাত আন্দোলনে তাপ মৰা যেন হৈছিল যদিও তলেতলে জাগি উঠিছিল। স্বৰ্গীয় শঙ্কৰ বৰুৱাই গোলাঘাটত থিতাপি লৈ কংগ্ৰেছ আন্দোলনবিলাকৰ নেতৃত্ব দিছিল।

॥ গোলাঘাটৰ ছাত্ৰশক্তি ॥

চাওঁতে চাওঁতে ১৯২৯ চন পালেহি। মানুহে ভাবিছিল আন্দোলন আৰু নহয়। গোলাঘাটৰ ছাত্ৰ সকলে তলে তলে আন্দোলনমুখী হৈছিল। সেই উদ্দেশ্যে ছাত্ৰশক্তিক এক কৰিবৰ কাৰণে এই চনতে একতা সভা নামকৰণৰে "গোলাঘাট ছাত্ৰ-একতা সভা" অনুষ্ঠান গঢ়ে। তাৰ সভাপতি শ্ৰীযদুনাথ শইকীয়া আৰু প্ৰধান সম্পাদক আছিল শ্ৰীবিষ্ণুৰাম কাকতি। ছাত্ৰ-একতা সভা কৰাৰ কাৰণে সম্পাদক শ্ৰীকাকতিক হাইস্কুলৰ হেড্‌মাষ্টৰে মাজে সময়ে শাস্তি বিহিছিল। ছাত্ৰ একতা সভাৰ জৰিয়তে Gologhat Union Library নামদি এটা পুথিভঁড়ালো খোলা হৈছিল। এইটোৱেই অসমৰ ভিতৰত প্ৰথম পুথিভঁড়াল। এতিয়াও সেই পুথিভঁড়াল আছে। শ্ৰীযুত খগেশ্বৰ তামুলী আৰু সুৰেণ কুমাৰ বৰুৱা লাইব্ৰেৰীয়ান আছিল। শ্ৰীযুত জিউৰাম হাজৰিকা খাদী প্ৰচলন আৰু মাদকদ্ৰব্য নিবাৰণৰ সভা-পতি আছিল। এই অনুষ্ঠানৰ জৰিয়তে লাচিত উৎসৱ, চিলাৰায় উৎসৱ, জয়মতী উৎসৱ পালন কৰিছিল। অনুষ্ঠানটোক সহায় কৰিছিল স্বৰ্গীয় দ্বাৰিকা নাথ গোস্বামী, স্বৰ্গীয় তীৰ্থনাথ গোস্বামী, স্বৰ্গীয় শঙ্কৰচন্দ্ৰ বৰুৱা, স্বৰ্গীয় ভোলা বৰুৱাদেৱে। অনুষ্ঠানটিৰ শ্ৰীচিদা শইকীয়া পৃষ্ঠপোষক আছিল। এই ছাত্ৰ-অনুষ্ঠানত ১৫০ জন সভ্য ভৰ্তি হৈছিল।

এই অনুষ্ঠানৰ শক্তি বাঢ়ি আহিল। এই চনৰ শেষৰফালে গোলাঘাটলৈ অসম ছাত্ৰ সন্মিলন, অসম সাহিত্য সভা, অসম মহিলা সভা অনা হয়। ছাত্ৰ একতা সভাৰ সভ্যসকলে ইয়াত দেহে-কেহে খাটি কাম কৰিছিল। স্বৰ্গীয় দুৰ্গানাথ হাজৰিকা আছিল সন্মিলনৰ অভ্যৰ্থনা সমিতিৰ সম্পাদক।

১৯৩০ চন আহি পালে। হঠাৎ অসহযোগ আন্দোলনৰ সংকেত আহিল। ছাত্ৰ-একতা সভাৰ সভ্যসকলে আন্দোলনত জপিয়াই পৰিল। নগৰৰ ছাত্ৰসকলক স্কুল বৰ্জন কৰিবলৈ স্কুলৰ গেটত পিকেটিং কৰা হ'ল। পিকেটিং কৰোঁতে পুলিচে শ্ৰীবিষ্ণুৰাম কাকতিক আৰু শ্ৰীখগেশ্বৰ তামুলীক এৰেষ্ট কৰি তেতিয়াৰ অটব্য অৰণ্য বগৰীজেং হাবিত ৰাতি মেলি থৈ আহিছিল। বহুতো ছাত্ৰই স্কুল এৰিলে; বহুতো জেললৈ গৈছিল—ছাত্ৰসকলৰ গুৰি ধৰিছিল স্বৰ্গীয় শঙ্কৰ চন্দ্ৰ বৰুৱা, স্বৰ্গীয় ভোলা-নাথ বৰুৱা, স্বৰ্গীয় কনক চন্দ্ৰ দাস, স্বৰ্গীয় উমাকান্ত দাস, স্বৰ্গীয় ধীৰেন দত্ত, স্বৰ্গীয় সোমকান্ত বৰুৱা, স্বৰ্গীয় ডাঃ মাধৱ প্ৰসাদ বৰুৱা, আৰু তেতিয়াৰ প্ৰাক্তন ছাত্ৰ শ্ৰীভদ্ৰ ফুকনে। শ্ৰীযুত হেমকান্ত বৰুৱা-দেউ সৰ্বপ্ৰকাৰ পৃষ্ঠপোষক আছিল।

আন্দোলনে '৩২ চনত ভৰি দিলেহি। স্বৰ্গীয় শঙ্কৰ চন্দ্ৰ বৰুৱা আৰু স্বৰ্গীয় দ্বাৰিকানাথ গোস্বামীৰ যত্নত গোলাঘাটৰ বৃটিছ চৰকাৰৰ বিশ্বাসভাজন অধিবক্তা শ্ৰীযুত ৰাজেন্দ্ৰনাথ বৰুৱা আৰু তেখেতৰ পত্নী শ্ৰীযুতা স্বৰ্ণলতা বৰুৱাক কংগ্ৰেছলৈ আনে। শ্ৰীবৰুৱা আৰু বৰুৱানীয়ে মুকলি ফিল্ডত প্ৰায় তেতিয়াৰ ৪০০০ হেজাৰমান টকাৰ বিলাতী কাপোৰ জ্বলাই মূৰত গান্ধী টুপী পিন্ধি আন্দোলনত জপিয়াই পৰে। তেখেতে আন্দোলনত যোগ দিয়াৰ ফলতেই নগৰে-চহৰে মানুহ কংগ্ৰেছলৈ ভাঁহি আহিল। সেই দিনাৰ পৰা গোলাঘাটত দুজন নেতা (শঙ্কৰ বৰুৱা, শ্ৰীৰাজেন্দ্ৰ বৰুৱা) পাইছিলোহঁক।

আকৌ ৩২ চনত আইন অমান্য আন্দোলনৰ নিৰ্দ্দেশ আহিল। মদৰ মহলত, ভাং-কাণিৰ মহলৰ সন্মুখত এই বস্তু নাখাবলৈ ৰাইজক পিকেটিং কৰা হয়। বিদেশী চৰকাৰক মাটিৰ খাজনা দিয়া বন্ধ কৰা আন্দোলন হয়। প্ৰতিদিনে বাছকৰনীয়া ভলণ্টি-য়াৰে দলবদ্ধ হৈ পিকেটিং কৰেহি।

গাঁৱৰ পৰা স্বেচ্ছাসেৱকসকল আহি পিকেটিং কৰিবলৈ শিবিৰ পাতি লৈছিল। এটা শিবিৰ স্বৰ্গীয় গৰ্গনাথ শইকীয়াৰ ঘৰৰ সন্মুখত আছিল। এদিন হঠাতে স্বেচ্ছাসেৱকসকলে ভাত খাবলৈ লওঁতেই পুলিছে ভাত খাবলৈ দিয়াৰ কথাই নাই, মাৰধৰ কৰি খেদাই দিলে। পাছত শ্ৰীবিষ্ণুৰাম কাকতিৰ ঘৰত শিবিৰ কৰিছিলগৈ। নগাঁৱৰ শ্ৰীহেম বৰুৱা ওৰফে হেম ভলণ্টিয়াৰে গাঁৱে-ভূঞে, বজাৰে-সমাৰে মুষ্টিভিক্ষা কৰি আনি শিবিৰৰ ৩০।৪০ জনৰ খাদ্য যোগান ধৰিছিল তাৰ কাৰণে স্বৰ্গীয় হেম সকলোৰে মৰমৰ

পাত্ৰ হৈছিল। স্বৰ্গীয় হেম ভলণ্টিয়াৰে পুলিচৰ মাৰত মুখে মুখে তেজ বমি কৰিছিল আৰু শেহত পিট ভাগি ৰতি আহোমৰ ঘৰত মৃত্যু বৰণ কৰিছিল। পাচত শিবিৰত স্বৰ্গীয় ৰামধনী ৰাম কানু মহাজনে খাদ্যৰ যোগান গোপনে ধৰিছিল। এই আন্দোলনত বহুতো জেললৈ গ'ল। বহুতৰ খাজনা নিদিয়াৰ বাবদ মাটি নীলামত গৈছিল। গোলাঘাট নগৰৰ শ্ৰীসূৰ্যকান্ত বৰুৱাৰ এজমালি ম্যাদী পট্টাৰ তাৰৎ মাটি নীলাম কৰিলে আৰু অস্থাৱৰ সম্পত্তি তেতিয়াৰ দিনৰ প্ৰায় ৫০০০ হেজাৰমান টকাৰ কাঁহী-বাটি, সোণ আদি ক্ৰোক কৰি নি সৰ্বস্বান্ত কৰিছিল। এই চনতে ৮০০ স্বেচ্ছাসেৱক জেললৈ গৈছিল। এই আন্দোলনত গোলাঘাটে অসমৰ ভিতৰত দ্বিতীয় স্থান লাভ কৰিছিল। ১৯৩২ চনতে নগৰৰ স্বৰ্গীয় ৰামপ্ৰতাপ সিংয়ে তেখেতৰ ম্যাদী পট্টাৰ নগৰৰ মাজবুকুত থকা এবিঘা মাটি তিনৰ ঘৰে সৈতে দান দিছিল। এই আন্দোলনত স্বৰ্গীয় লীলাধৰ বৰুৱাই গুৰি ধৰিছিলহি। তেখেতৰ ঘৰ উত্তৰ গুৱাহাটীত।

১৯৩৩ চনত মহামানৱ মহাত্মা গান্ধী ইয়ালৈ আহিছিল। তেখেতক তেতিয়াৰ ফৰকাটিং জংচনৰ পৰা আদৰি আনি স্বৰ্গীয় মহেন্দ্ৰনাথ বৰুৱাৰ বঙলাত ৰখা হৈছিল। চৰকাৰে গান্ধীৰ মিটিঙলৈ ৰাইজ নহাৰ কঠোৰ ব্যৱস্থা কৰা সত্বেও বাটে-পথে লোক-সমাগমৰ পৰা বাট নোপোৱা হৈছিল।

মুকলি খেলপথাৰত গান্ধীজীৰ ভাষণ ৰাইজে শুনিলেহি। পাছত সভাতে গান্ধীয়ে ৰুমাল এখন পাতি ভিক্ষা খোজে; ৰাইজে এক অনা-দুঅনাকৈ দিওঁতে ৪০০ টকা উঠে। শ্ৰীযুতা গিৰিবালা বৰুৱাই (বৰ্তমান স্বৰ্গীয় লীলাধৰ বৰুৱাৰ পত্নী) হাতত পইচা নথকাৰ কাৰণে হাতৰ একমাত্ৰ সোণৰ আঙঠি এটা দান দিছিল।

১৯৩৫ চনত পণ্ডিত জৱাহৰলাল নেহৰু ইয়ালৈ আহিছিল। তেখেতক মিশ্যনপট্টিত আদৰণি জনাই আনি শ্ৰীযুত ৰাজেন্দ্ৰনাথ বৰুৱাৰ ঘৰত আলহী থোৱা হৈছিল। তেখেত অহাৰ লগে লগে কংগ্ৰেছৰ সেৱাদল (ৰক্ষক বাহিনী) গঠিত হয়। তাৰ অধিনায়ক ক্ৰমে শ্ৰীযুত ৰাজেন্দ্ৰ বৰুৱা, পণ্ডিত বৈকুণ্ঠ সিং আছিল শ্ৰীযুত সোণাৰাম বৰুৱা, ধৰ্মেশ্বৰ বৰুৱা, ঠগিৰাম বৰা, স্বৰ্গীয় ৰাম বৰুৱা নায়ক আছিল।

১৯৩৬ চনত চৰকাৰে স্বৰাজ জনসাধাৰণে বিচৰা নাই বুলি কোৱাত কংগ্ৰেছৰ শক্তি পৰীক্ষাৰ কাৰণে গোলাঘাটৰ পৰা তেতিয়াৰ কাউঞ্চিললৈ M.L.C. তোলা হৈছিল। গোলাঘাটৰ ২টা সমষ্টি, মিকিৰ পাহাৰৰ ১টা সমষ্টিৰ পৰা ক্ৰমে, শ্ৰীযুত ৰাজেন্দ্ৰ বৰুৱা স্বৰ্গীয় শঙ্কৰ চন্দ্ৰ বৰুৱা আৰু স্বৰ্গীয় খৰসিং তেৰাঙক প্ৰাৰ্থী থিয় কৰোৱা হয় আৰু তিনিওজন বৃটিছ পক্ষৰ প্ৰাৰ্থীক পৰাজয় কৰি কংগ্ৰেছৰ শক্তিৰ নিৰ্ণয় কৰিছিল।

১৯৩৭ চনত কংগ্ৰেছ সংযুক্ত মন্ত্ৰীসভা হয়, কিন্তু ১৯৩৯ চনত সকলোৱে চৰকাৰৰ পৰা পদত্যাগ কৰাত ১৯৩৯ চনত আমাৰ আইন সভাৰ M.L.C. কেইজনে কংগ্ৰেছৰ নিৰ্দ্দেশত আইন সভা বৰ্জন কৰি আহিছিল। তেতিয়াৰ বনুৱাৰ ফালৰ পৰা মনোনীত M.L.A. স্বৰ্গীয় ভৈৰৱ চন্দ্ৰ দাস গোলাঘাটৰ পৰা মনোনীত হৈছিল। শেহৰফালে তেখেতো কংগ্ৰেছলৈ আহিছিল।

১৯৪০ চনত সত্যাগ্ৰহ আন্দোলন হয়। সেই আন্দোলনত সেৱাদলৰ গঠনমূলক কাৰ্য সফলতাৰ ফলত দলে দলে স্বেচ্ছাসেৱক আহি কাছাৰী ঘৰৰ সন্মুখত, থানাত পিকেটিং কৰি জেললৈ গৈছিল। অঞ্চলে অঞ্চলে থকা আগশাৰীৰ কৰ্মীয়ে, ঘিলাধাৰী, মৰঙ্গি, ঢেকিয়াল আদি প্ৰতি মৌজাৰ পৰা কৰ্মী আনি পিকেটিং কৰাইছিলহি আৰু নিজেও জেললৈ গৈছিল। শ্ৰীযুত ৰাজেন্দ্ৰনাথ বৰুৱা, শ্ৰীভদ্ৰ ফুকন শ্ৰীভোগেশ্বৰ বৰা, শ্ৰীখগেশ্বৰ তামুলী আৰু স্বৰ্গীয় শঙ্কৰ চন্দ্ৰ বৰুৱা আদি লোক সত্যাগ্ৰহ কৰি জেললৈ গৈছিল। স্বৰ্গীয় ধীৰেন দত্তই এই চনতে পুলিচৰ মাৰত চিৰঘূণীয়া হৈছিল। মহিলাসকলৰ তৰফৰ পৰা শ্ৰীযুতা স্বৰ্ণলতা বৰুৱানীৰ নেতৃত্বত বহুতো মহিলাই সত্যাগ্ৰহ কৰি জেললৈ গৈছিল। শ্ৰীযুতা মাধবী সোণোৱাল, পুণ্যপ্ৰভা হাজৰিকা আদি আগশাৰীৰ মহিলা জেললৈ গৈছিল। আমাৰ নেতৃদ্বয় শ্ৰীৰাজেন্দ্ৰ বৰুৱা, স্বৰ্গীয় শঙ্কৰ বৰুৱা আৰু ভদ্ৰ ফুকনক জেললৈ নিয়াতো আন্দোলন দুৰ্বল হোৱাতকৈ প্ৰৱল ৰূপ ধাৰণ কৰিলে।

১৯৩২ চনত দান দিয়া স্বৰ্গীয় ৰামপ্ৰতাপ সিঙৰ ঘৰত কংগ্ৰেছ অফিচ চলোৱা হৈছিল। চাওঁতে চাওঁতে আন্দোলনৰ ৰূপ বদলিল। চৰকাৰে "ভাৰত ত্যাগ" কৰাৰ দাবীত আন্দোলন হ'ল। বহুতো কৰ্মীয়ে মৃত্যু-বাহিনীত যোগ দিলে। নেতাসকলক চৰকাৰে আগতীয়াকৈ জেললৈ নিলে। আমাৰ নেতা শ্ৰীৰাজেন্দ্ৰ বৰুৱাকো জেললৈ নিলে। গান্ধীজীয়ে জেললৈ নিওঁতে প্ৰতিজন কৰ্মীকে নেতৃত্ব দিবলৈ কৈ গৈছিল। আনজন বিপ্লবী নেতা স্বৰ্গীয় শঙ্কৰ চন্দ্ৰ বৰুৱা পলাতক হ'ল। শ্ৰীনবীন বৰাই মৃত্যু-বাহিনীৰ নেতৃত্ব দিছিল।

হঠাৎ এদিন মিলিটেৰীয়ে অতৰ্কিতে কংগ্ৰেছ অফিচ দখল কৰি কাৰ্যালয়ৰ নথি-পত্ৰ নষ্ট কৰিলে। কৰ্মীসকলে অতি দৰকাৰী ফাইল পলুৱাই ৰক্ষা কৰিলে। এই চনতে কংগ্ৰেছ অফিচত থকা শ্ৰীফটিক হাজৰিকাক মিলিটেৰীয়ে বুট জোতাৰে গুৰীয়াই আগদাঁত দুটা ভাঙে।

কৰ্মী পাগল হ'ল—এনেতে ক'ৰবাত থানা জ্বলিল, ডাকঘৰ জ্বলিল, ইত্যাদি। ধৰমপুৰ গাঁৱৰ শ্ৰীবাপুৰাম বৰা, মিহামৰাৰ স্বৰ্গীয় বদনচন্দ্ৰ গোস্বামী, ঘিলাধাৰীৰ শ্ৰীভোগেশ্বৰ বৰাই ১০০০ হেজাৰ কৰ্মী লৈ দেৰগাঁও থানা দখল কৰিবলৈ যায়।

চৰকাৰে স্বৰ্গীয় শঙ্কৰ বৰুৱাক ধৰিবলৈ চৰকাৰী বে-চৰকাৰী চোৰাংচোৱা পঠালে। কিন্তু বিফল হ'ল। চৰকাৰে স্বৰ্গীয় শঙ্কৰ বৰুৱাক ধৰিব পাৰিলে মূৰটো কটাৰ ভিতৰুৱা নিৰ্দেশ দিলে। কোনোবাই ধৰাই দিলে এহেজাৰ টকা পুৰস্কাৰ দিয়াৰ ঘোষণা কৰিলে। কিন্তু বৰুৱা নিখোজ হ'ল। লগতে শ্ৰীভদ্ৰ ফুকনো পলাতক হ'ল।

শঙ্কৰ বৰুৱাই কেইটামান গোপন শিবিৰ পাতিলে। এটা আছিল প্ৰধান-বুঢ়ালিকচন গাঁৱৰ ৰতি আহোমৰ ঘৰত। তাত ৰাতি স্বৰ্গীয় বৰুৱাই কৰ্মীসকলক কামৰ আঁচনি দিয়ে। নগৰত যোগসূত্ৰ ৰাখিবৰ কাৰণে শ্ৰীৰামদাস ৰবিদাসৰ দোকানত আৰু আনটো গোপন শিৱিৰ শ্ৰীবিষ্ণুৰাম কাকতিৰ ঘৰত। শ্ৰীবিষ্ণুৰাম কাকতি উজনি অসমৰ গোপন বাৰ্তাবাহী আছিল। শ্ৰীসদা গগৈয়ে কিন্তু গোপন কাগজ-পত্ৰ পোন্ধত মেৰিয়াই আনি শ্ৰীকাকতিক দিয়েহি আৰু সেইবিলাক কাকতিয়ে উজনি অসমত কৰ্মীসকলক দি কাম কৰাইছিল।

কৰ্মীসকলক পৰিচালনা কৰিবৰ কাৰণে স্বৰ্গীয় আত্মাৰাম গগৈ ডিক্টেটৰ হয়; তেখেতক জেললৈ নিয়াৰ পাচত শ্ৰীগন্ধৰাম গগৈ হাতীবৰুৱা ডিক্টেটৰ হয়।

সেই চনতে এদিন হঠাতে পুলিচ-মিলিটেৰীয়ে স্বৰ্গীয় শঙ্কৰ বৰুৱাৰ ঘৰত তেখেতক বিচাৰি ঘৰ খানাতালাছ কৰে। স্বৰ্গীয় বৰুৱাৰ পত্নী শ্ৰীযুতা অন্নপ্ৰভা বৰুৱাক ভীতি-প্ৰদৰ্শন কৰিছিল আৰু ঘৰ ক্ৰোক কৰি কাঁহি-বাটি, কাপোৰ-কানি, চাউল-পাত সকলো লৈ যায়। স্বৰ্গীয় বৰুৱাৰ তেতিয়া এটি কন্যা-সন্তান বুলু, ভাইটি আৰু অৰুণ ক্ৰমে ৬ বছৰ, ৪ বছৰ আৰু ২ বছৰীয়া হৈছিল। ল'ৰা-ছোৱালীক খাবলৈ দিবলৈ বৰুৱানীৰ একো নাইকিয়া; ল'ৰা-ছোৱালীৰ কান্দোন ৰাখিব নোৱাৰা হ'ল।

সেই চনতে স্বৰ্গীয় কমলা মিৰিয়ে বেমাৰত যোৰহাট জেলতে মৃত্যুবৰণ কৰে। ইফালে সৰুপথাৰৰ ৰেল দুৰ্ঘটনা হয়। তাৰ কাৰণে কুশল কোঁৱৰ আৰু বহুতো কৰ্মীক সন্দেহ কৰি ৰেল লাইন ভঙা বুলি ধৰি নিয়ে। চৰকাৰে ৰেল লাইনৰ দুমাইলৰ ভিতৰৰ মানুহৰ পৰা পাইকাৰী জৰিমনা ১০০। ১৫০ টকাকৈ আদায় কৰে। টকা দিব নোৱাৰা লোকৰ তিৰোতাৰ গহনা বলেৰে কাঢ়ি নিছিল।

১৭।১০।৪২ তাৰিখত কুশল কোঁৱৰ আৰু অন্যান্য বহুত কৰ্মীক এৰেষ্ট কৰি আনিলেগৈ। বিচাৰ তেতিয়াৰ ডেপুটি কমিচনাৰ হামক্ৰে চাহাবে নিজে কৰিছিল। তেখেতৰ পণ আছিল কেইটাৰ জান লব পাৰে। কিন্তু সাক্ষী নাই। প্ৰকৃততে কোঁৱৰে বা লগৰ কেইজনেও এই কাম কৰা নাছিল। বগীচলা বাগানৰ মেকানিক স্বৰ্গীয় চমা লধা আৰু দেওপানী ঘাটৰ পেটুৱা ঘাটৈয়ে নিজে সঁজুলি বনাই ৰেল লাইন ভাঙিছিল।

বিচাৰ এবছৰ চলিল। মিছা সাক্ষী দিয়া লোক বিচৰা হ'ল। হামক্ৰে চাহাব ব্যাকুল। বিচাৰ কৰোঁতে কৰোঁতে এবছৰ লাগিল; বহুতে খালাছ পালে। তথাপি ১। পুলিন বিহাৰী, ২। ধৰ্ম ডেকা, ৩। কনকেশ্বৰ কোঁৱৰ আৰু ৪। থোপোৰক ফাঁচীৰ হুকুম কৰি ৰাখিলে। লগত কুশলো থাকিল। শেহত মাত্ৰ কুশল কোঁৱৰক ফাঁচীৰ কাৰণে ৰখা হ'ল।

গোলাঘটীয়া ৰাইজৰ তৰফৰ পৰা কোঁৱৰক খালাছ দিবলৈ ক্ষমা প্ৰাৰ্থনা কৰি দৰ্খাস্ত দিয়া হৈছিল। তাত শ্ৰীবিপিন ফুকন উকীল, স্বৰ্গীয় দৌলেশ্বৰ দত্ত, স্বৰ্গীয় ৰাধানাথ গোস্বামী আৰু স্বৰ্গীয় গঙ্গাধৰ বৰঠাকুৰ উকীলে চহী দিছিল।

ইতিমধ্যে চৰকাৰে কোঁৱৰৰ লগত ফাঁচীৰ কাৰণে ৰাখি থোৱা পুলিন বিহাৰীক সাক্ষী কৰি ৰাখে।

বিচাৰ আকৌ চলিল। সৰুপথাৰৰ মৌজাদাৰ স্বৰ্গীয় ফুকন চন্দ্ৰ গোহাঞি, আঠগাঁৱৰ এজন গাঁওবুঢ়াই আৰু শ্ৰীডম্বৰু হাজৰিকাই লগতে পুলিন বিহাৰীয়ে কুশল কোঁৱৰে ৰেললাইন ভঙা বুলি সাক্ষী দিয়াত বিহাৰী খালাছ হয় আৰু সকলোকে কন্দুৱাই কুশল কোঁৱৰক ১৪।৬।৪৩ তাৰিখে চলপুৱাতে ফাঁচীত দিয়ে।

যি কি নহওক ১৯৪৭ চনত স্বাধীনতা পালোহঁক। আমাৰ শ্ৰদ্ধাঞ্জলি শ্বহীদ কোঁৱৰলৈ দি আছোঁহঁক আৰু বিপ্লবী নেতা স্বৰ্গীয় শঙ্কৰ বৰুৱালৈ ভক্তি-প্ৰদীপ জ্বলাই আছোঁহঁক।

শেহত আমাৰ পূজনীয় আৰু প্ৰিয় নেতা শ্ৰীযুত ৰাজেন্দ্ৰনাথ বৰুৱালৈ আন্তৰিক শ্ৰদ্ধা ৰাখি থৈছোঁ-হঁক।*

* প্ৰবন্ধটিত উল্লিখিত তথ্য-পাতি আৰু বক্তব্যৰ বাবে সম্পাদক দায়ী নহব। —সম্পাদক, ধনশিৰি।

## স্বৰ্গীয় সুৰেন্দ্ৰনাথ শইকীয়া ঃ এটি তৰ্পণ

অসমৰ আগশাৰীৰ প্ৰহসন নাট্যকাৰ আৰু অভিনেতা গোলাঘাটৰ অন্যতম শ্ৰদ্ধেয় ব্যক্তি সুৰেন্দ্ৰ নাথ শইকীয়াদেৱে ১৯৭৮ চনৰ ৮ ফেব্ৰুৱাৰীত গোলাঘাটত আকস্মিক ভাৱে মৃত্যু বৰণ কৰিছে। মৃত্যুৰ সময়ত তেখেতৰ বয়স চৌসত্তৰ বছৰমান হৈছিল। নগৰৰ বিশিষ্ট হোমিঅ' চিকিৎসক আৰু শিশু-বিশেষজ্ঞ, অমায়িক, প্ৰতিভাশালী এই গুণীজনাৰ মৃত্যু-বাতৰিয়ে সকলোকে গভীৰভাৱে মৰ্মাহত কৰি গৈছে।

মৃত্যুৰ সময়ত স্বৰ্গীয় শইকীয়া ডাঙৰীয়া অসম সাহিত্য সভাৰ গোলাঘাট শাখাৰ সভাপতি আছিল। ইয়াৰ উপৰিও গোলাঘাট এমেচাৰ থিয়েটাৰ চ'চাইটিৰ সভাপতি আছিল আৰু গোলাঘাট সংগীত বিদ্যালয়ৰ অধ্যক্ষৰূপে বহুদিন পৰিচালনা কৰিছিল। বিভিন্ন ৰাজহুৱা অনুষ্ঠানৰ লগত জড়িত স্বৰ্গীয় শইকীয়া ডাঙৰীয়াই অসম সাহিত্য সভাৰ ৪৫তম গোলাঘাট অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সাংস্কৃতিক শাখাৰ সভাপতিৰূপে কাৰ্য নিবাহ কৰি আছিল। তেখেতে ১৯০৪ চনৰ ২৬ চেপ্তেম্বৰত গোলাঘাট নগৰৰ ধনশিৰি পাৰত জন্ম গ্ৰহণ কৰিছিল। গোলাঘাট বেজবৰুৱা হাইস্কুলৰপৰা ১৯২০ চনত প্ৰৱেশিকা, ১৯২২ চনত কটন কলেজৰ পৰা আই, এ আৰু কলিকতাৰ স্কটিছ চাৰ্চ্চ আৰু ৰিপন কলেজত এৰা-ধৰাকৈ পঢ়ি ১৯৩০ চনত বি, এ, পাছ কৰে। ইয়াৰ পিছত কলিকতাত কিছুদিন আইন পঢ়ে, কিন্তু আইন পঢ়া শেষ নকৰাকৈ ঘৰলৈ উভতি আহি ব্যৱসায়ত মনোযোগ দিয়ে। কলিকতাত থাকোঁতে বহুতো গুণী-শিল্পীৰ সান্নিধ্য লাভ কৰি তেখেত নাট্যৰচনা আৰু অভিনয়ৰ প্ৰতি অনুপ্ৰাণিত হয়। ১৯৩০ চনত 'মজাৰ বিয়া' নামৰ প্ৰথম নাট (প্ৰহসন)খন ৰচনা কৰে। ইয়াৰ পিছত তেখেতে বহুতো প্ৰহসন নাটিকা ৰচনা কৰি এগৰাকী খুহতীয়া নাট্যকাৰ ৰূপে প্ৰতিষ্ঠা লাভ কৰে। তেখেতে চল্লিশৰ দশকত কেইখনমান গহীন নাট ৰচনা কৰে। ইয়াৰ ভিতৰত পৌৰাণিক নাট 'কৰ্ণ' আৰু 'লক্ষ্মণ'; বুৰঞ্জী আৰু সামাজিক নাটৰ সমন্বয়স্বৰূপ 'কুশল কোঁৱৰ' ইতিমধ্যে প্ৰকাশিত হৈছে। 'কুশল কোঁৱৰ' নাটকৰ যোগেদি তেখেতে প্ৰতিভাৰ পৰিচয় দাঙি ধৰিব পাৰিছে। তেখেতৰ বহুতো নাট অপ্ৰকাশিত ৰূপত আছে। কিছুসংখ্যক ইতিপূৰ্বে হেৰাইছেও। এই প্ৰখ্যাত নাট্যকাৰজনাৰ আকস্মিক মৃত্যুত আমি মৰ্মাহত হৈছোঁ আৰু তেখেতৰ প্ৰতি শ্ৰদ্ধাৰ্ঘ্য ইয়াৰ যোগেদি নিবেদন কৰা হ'ল। নাট্যকাৰজনাই লিখি যোৱা শেষ প্ৰবন্ধ "গোলাঘাটৰ সাহিত্যত এভুমুকি' মৃত্যুৰ আগে আগে আমাৰ হাতত দি গৈছে। প্ৰবন্ধটি শ্ৰদ্ধাসহকাৰে প্ৰকাশ কৰা হ'ল।

—সম্পাদক, ধনশিৰি।

# গোলাঘাটৰ সাহিত্যত এভুমুকি

৺সুৰেন্দ্ৰনাথ শইকীয়া

গোলাঘাটখন আয়তনত আৰু লোকসংখ্যাৰ দিশৰ পৰা সৰু ঠাই নহয়। ইয়াৰ নগৰে-চহৰে, গাৱেঁ-ভুঞে ক'ত কেনি সাহিত্য-অনুৰাগী সুৰসিক সোমাই আছে তাক বিচাৰ কৰা টান।

"গ্ৰে" চাহাবৰ ইংৰাজী কবিতা 'এলিজি'ত "ফুল মেনি এ জেমছ অফ পিউৰেষ্টলে চিৰিণ" কথাষাৰি আমাৰ মানুহবোৰৰ বেলিকাও জানো নাখাটে? কাজে-কাজেই ভুমুকি মৰাৰ বাহিৰে মোটামুটি এটি বিতং বিৱৰণী দিয়াও সম্ভৱপৰ নহয়।

সেই ভাবিয়েই দেখদেখকৈ আমাৰ চকুত পৰা দুই-চাৰিজনৰ দুআষাৰ কোৱাৰ বাহিৰে আন উপায় নাই।

পুৰণি কথাবোৰ হয় গল্প হৈ পৰেগৈ, কিম্বা হয়গৈ সাধু। গল্পই হওক, কাহিনীয়েই হওক, সাধুয়েই হওক—সঁচাকথাকে দোহৰা হৈছে বুলি ক'বলৈ ভাল লাগিছে।

তাহানিখনৰ কথা—গোলাঘাটত ধৰ্মচৰ্চা বা সাহিত্য-চৰ্চা যি বুলিয়েই ধৰা হ'ক—প্ৰথমতে স্বৰ্গীয় ৰায় বাহাদুৰ ঘনশ্যাম বৰুৱাৰ নামকে উল্লেখ কৰিব লাগিব। তেখেতে তাহানিখনতে বেদ-পুৰাণ, 'বাইবেল" "কোৰাণ চৰিফ" ভিন্ন ভিন্ন ধৰ্মগ্ৰন্থ পঢ়ি অসমীয়া বা অসমত নামধৰ্মই সাৰ স্থিৰ কৰি এখনি ধৰ্মালোচনী সভা স্থাপন কৰে। তেখেতৰ এই বিষয়ত যিসকল লগৰীয়া আছিল সেইসকল হৈছে স্বৰ্গীয় বৃন্দাবন ফুকন, ভকতৰাম কানুন গগৈ, দ্বাৰিকানাথ গোস্বামী, সোণাৰাম চহৰীয়া, ৰূপৰাম হাজৰিকা (ফাটৌৱালৰ), বেঙেনাখোৱাৰ মালভোগ দত্ত, দীনাৰাম মণ্ডল, আমাৰ ককাদেউতা, নগৰৰ উপেন্দ্ৰনাথ দত্ত, ৰোমেশ্বৰ হাজৰিকা, কুলধৰ হাজৰিকা, গোবিন্দ চন্দ্ৰ বৰুৱা আৰু (বাঘচোং নৰাগাঁৱৰ) ঘিণাৰাম সাতোলা ইত্যাদি।

সেইসভাত নামধৰ্মৰ বহু প্ৰকাৰ আলোচনা হৈছিল আৰু সেই মৰ্মে নানা ধৰণৰ বাক-বিতণ্ডা, গল্প-গুজৱৰ সৃষ্টি হৈছিল। সেইবোৰ কিংবদন্তি এতিয়া থাওক, কাৰণ, সিও এক সাধু। অবসৰ-মতে গাঁৱৰ নামঘৰেঘৰে ফুৰি মহাপুৰুষীয়া ধৰ্মৰ প্ৰচাৰ আৰু সেই সময়ৰ চলিত আলোচনীসমূহত ভালেমান প্ৰবন্ধও বাহিৰ হৈছিল, কিন্তু সিও আজি বিস্মৃতিৰ গৰ্ভত।

সেই সভাৰে সক্ৰিয় পৃষ্ঠপোষক, আজীৱন কংগ্ৰেছী, দুৰ্দমনীয় সিংহপুৰুষ আছিল স্বৰ্গীয় দ্বাৰিকানাথ গোস্বামী—মধুমিশ্ৰ সত্ৰৰ অধিকাৰ প্ৰভু। তেখেতে সঙ্কলন কৰি লিখা "সত্ৰাৱলী" পয়াৰ ছন্দৰ পুথিখনি (বাৰ দিস্তা কাগজৰ) য'ত আৰিমত্ত ৰজাৰ দিনৰে পৰা দিতি-অদিতিৰে আৰম্ভ কৰি অসমৰ সত্ৰসমূহৰ প্ৰকৃত বিৱৰণী অসমীয়া ভাষাত আৰু নাই যেন লাগে। সেই পুথি তাতে ছপাই দিয়াৰ কথা চলিছিল কিন্তু ক'ৰ মানুহ ক'ত লুকাল তাৰ স্থিৰ নাই। কিন্তু তেনে এটা দুষ্প্ৰাপ্য, অতুলনীয় সম্পদ আজি বিস্মৃতিৰ গৰ্ভত।

সেই কালছোৱাৰ অলপ পাছৰে গোলাঘাটৰ আন এজন আইনজ্ঞ, জ্যোতিষী পুৱ ভাৰতৰ "চক্ৰবৰ্তী ৰাজাজীৰ" দৰে ৰায়চাহাব গোপিকাবল্লভ গোস্বামীও আছিল এজন ক্ষণজন্মা পুৰুষ। "চাণক্য"ই নানা শাস্ত্ৰ উদ্ধৃত কৰি দেশত পাণ্ডিত্যৰ চিন ৰাখি থৈ যোৱাৰ দৰে "ৰায়চাহাব গোস্বামীয়ে নানা বেদ-বেদান্ত, পুৰাণ আদি মথি এঘাৰ-দিনীয়া অশৌচ পালনৰ মত দি থৈ গ'ল। সেই-বোৰ কথাত দেশব্যাপি কত ধৰণৰ আলোড়ণৰ সৃষ্টি যে হৈ গ'ল তাক কৈ অন্ত কৰিব নোৱাৰি। কিন্তু ৰায়চাহেব ডাঙৰীয়াৰ মত ভুল বুলি কেৱে ক'ব নোৱাৰিলে। আজি প্ৰায় মানুহেই এঘাৰ দিনীয়া সকাম-নিকামত দেখিছোঁ কোনোৱে ক'তো এই সুবিধাৰ কথাটো কেতিয়াও স্মৰণ নাই কৰা যেন লাগে। আলোচনী কাকতে-পত্ৰে বহুত

লিখালিখি, বহুত প্ৰবন্ধ আদিও ওলাইছিল। কিন্তু সেই সকলো পাহৰণি আৰু আন্ধাৰে মাৰ নিয়ালে।

এই প্ৰসঙ্গতে এইটোও উল্লেখযোগ্য যে স্বৰ্গীয় পণ্ডিত হেমচন্দ্ৰ গোস্বামীও আমাৰ মনৰ চকুৰ পৰা আঁতৰি গলেও দিঠকৰ চকুত পৰে। তেখেতো গোলাঘটীয়াই। পাঠ্য-জীৱনত স্বৰ্গীয় ঘনশ্যাম বৰুৱা, সাহিত্যৰথী বেজবৰুৱাৰ সতে সমসাময়িক। তেখেতৰ কবিত্ব, সাহিত্যৰাশি অসমত অবিদিত নহয়। তেখেতৰ কবিতা "গহীন পুৱতি নিশা। নিতাল জগত। ক'তো নাই জোনাকৰ চিন" অসমৰ আকাশত ভোটাতৰা। তেখেতৰ পৰিয়ালবৰ্গই তেখেতৰ স্মৃতি-সৌৰভত আগবঢ়োৱা "হেমচন্দ্ৰ সাহিত্য মন্দিৰ" আৰু তেখেতৰ প্ৰস্তৰ মূৰ্তি, গোলাঘাট চহৰৰ সোঁমাজতে বিৰাজমান।

## স্বৰ্গীয়া যমুনেশ্বৰী খাটনীয়াৰ

বহুত দিনৰ কথা! তেতিয়া অসমত কি আছিল, কেনে আছিল ক'ব নোৱাৰোঁ—আমাৰ ইয়াৰ গোলাঘাটত বালিকা বিদ্যালয় নাছিল। স্বৰ্গীয়াই ঘৰতে শিক্ষকৰ পৰা পঢ়ি স্কুল বিভাগৰ স্বৰ্গীয় যজ্ঞেশ্বৰ বৰুৱা ডেপুটি "ইন্সপেক্টৰ" আৰু স্বৰ্গীয় ৰামমোহন বৰুৱা "চব ইন্সপেক্টৰৰ" দিনত মাইনৰ পাছ কৰে। সৰুৰেপৰা অনুসন্ধিৎসু, সাহিত্যৰ প্ৰতি অনুৰাগী খাটনীয়াৰে সাময়িকী আলোচনীবোৰত প্ৰবন্ধাদি লিখিছিল আৰু কবিতাৰ প্ৰতি বিশেষ ধাউতি আছিল। সেই সময়তে সাহিত্য, কবিতা, আলোচনা চক্ৰ পাতিছিল আৰু সাহিত্য চৰ্চাত অগ্ৰগণ্যা আছিল। তেখেতে প্ৰথম 'অৰুণ' বুলি কবিতাৰ পুথি লিখে আৰু ছপা কৰি উলিয়ায় আৰু গোলাঘাট চহৰত "মুদৈগাঁৱত বালিকা বিদ্যালয়" স্থাপনা কৰে। আমাৰ বিশ্বাস অসমৰ তেখেত হ'ল প্ৰথম মহিলা কবি। তেখেতৰ নিচেই কম বয়সতে ইহলীলা সম্বৰণ হয়।

## শ্ৰীৰাসেশ্বৰী খাটনীয়াৰ

আজীৱন সাহিত্যানুৰাগী। এতিয়াও সেই চৰ্চাৰ পৰা বিৰত থকা নাই। আলোচনীসমূহত প্ৰবন্ধাদি লিখাৰ অভ্যাস আছিল। তেখেতৰ ৰচনা-প্ৰবন্ধাদিৰ ভিতৰত জীৱনটো অভিশাপ নে আশীৰ্বাদ" শীৰ্ষক প্ৰবন্ধটি খুব আকৰ্ষণীয়।

## শ্ৰীৰাজেন্দ্ৰনাথ বৰুৱা

সৰুৰে পৰা সুখ স্বচ্ছন্দতে লালিত-পালিত, বিদ্যা-বুদ্ধি, ৰূপ-যৌৱনৰে ভৰপূৰ হৈ থকা সময়তে মাতৃভূমিৰ আহ্বানত পৰিল। জাতীয় কংগ্ৰেছত যোগ দিলে। তেখেত সঙ্গীতজ্ঞ, সুৰকাৰ, যন্ত্ৰী, বহুগুণসম্পন্ন মানুহ। তেখেতৰ ৰচনা—"আজি মিলনত বলীয়া পৰাণ" গানটি আজিও মনত পৰে। কিন্তু পৌৰসভাৰ পৰা আৰম্ভ কৰি বিধান সভা পৰ্যন্ত ঘূৰা-পকা কৰোঁতে ৰাজনীতিৰ হেঁচাই সাহিত্য, কৃষ্টি, সঙ্গীতক হেচুঁকি বাহিৰ উলিয়াই পঠিয়ালে।

## স্বৰ্গীয় বিষ্ণুচন্দ্ৰ গোস্বামী

সাহিত্য, সঙ্গীত, কলাৰ প্ৰতি ইমান যে আকৰ্ষণ চকুৰে দেখা মানুহৰ বাহিৰে ভাষাৰে বুজাব নোৱাৰি। সঙ্গীতজ্ঞ, সুৰকাৰ আৰু নিপুণ নাট্যকাৰো। তেখেতৰ নাটক "কুবেৰ"ত আমি অংশ গ্ৰহণ কৰিবলৈও সুযোগ পাইছিলোঁ। তেখেতৰ জীৱন কালত গোটেই ঘৰখনেই সঙ্গীতময় হৈ আছিল। কিন্তু অকালতে তেখেতৰ পৰলোক প্ৰাপ্তি হয়।

## স্বৰ্গীয় ৰাধানাথ গোস্বামী

মেধাবী আইনজ্ঞ আৰু সংস্কৃতৰ অগাধ পণ্ডিত হৈও, গোটেই জীৱন সাহিত্য সঙ্গীতৰ প্ৰতি তেখেতৰ আকৰ্ষণ আছিল। তেখেতৰ লিখা "গীতা"ৰ অসমীয়া ভাষ্য আমাৰ মনে অতুলনীয় আৰু এই প্ৰচেষ্টাত সদৌ অসমীয়াৰ প্ৰশংসা-পাত্ৰ।

## স্বৰ্গীয় তাৰাপ্ৰসাদ বৰুৱা

আইনজীৱী হৈও জীৱনৰ সুৱদী সূক্ষ্ম, ধাৰাবোৰো মনৰ কোণত জাগ্ৰত আছিল। কবিতা, সাহিত্যত তেখেতৰ সুন্দৰ হাত আছিল —তথাপিতো সাহিত্য—পৰিপক্ক মনৰ ৰঙ্গমঞ্চত ভাবৰ অভিব্যক্তিক ধৰি সুকুমাৰ শিল্পীৰ ভাবধাৰাবোৰ ব্যৱহাৰিক জীৱনৰ হেঁচাই আঁতৰাই পেলালে।

## স্বৰ্গীয় ঘনশ্যাম গগৈ

গণিত, সংস্কৃত, ভূগোল আদি বিষয়ত অসামান্য দক্ষতা লাভ কৰা, অদ্বিতীয় লেখক গগৈদেৱে সাহিত্যৰ প্ৰতি অনুৰাগৰ নিদৰ্শনস্বৰূপে "লক্ষ্মীসিংহ" নাটকো ৰচিছিল। কিন্তু তাতেই শেষ।

## শ্ৰীসুৰেণ শইকীয়া

মোৰ নিজৰ কথা নিজেই কিনো কওঁ? সঁচাকৈয়ে মই সৰুৰেপৰাই সাহিত্য, সঙ্গীত, কৃষ্টি কলাত অনুৰাগী। ইংৰাজী ১৯২৭।২৮ চনৰ পৰা ইংৰাজী ৫৭।৫৮ চনলৈকে নাই কমেও নাটক-নাটিকা, গল্প, গান, ইত্যাদিৰ ৭০।৮০ খন কিতাপ লিখিছিলোঁ। কিছুমান ছপা হ'ল। কিছু হেৰাল, কিছু এনি-তেনি গ'ল। এই লিখা-পঢ়াবোৰেই যে সময়ত সাহিত্য-সম্পদ হ'বগৈ এই ধাৰণা নাছিল। এই বিষয়ত মোক প্ৰেৰণা যোগাইছিল কলিকতাৰ (Art Director) স্বনামধন্য অধ্যাপক স্বৰ্গীয় মনোজ বসুৱে—যি জনক "মনা বসু" বুলিয়েই সকলোৱে জানিছিল।

যুগ পৰিবৰ্তন হ'ল, আগৰ সেই কোমল চাউল, চিৰা, সান্দহ, কড়াইগুৰি, আখৈ লাডু, লগতে ঢেকীৰ ঢেংকুৰুচ, উৰালৰ গেমেহ গেমেহ, চুৰীয়া চেলেং-গামোছা, বিহা-মেখেলা অন্তৰ্দ্ধান হওঁ হওঁ। বাৰীৰ টেঙেচী, মাটীকাদুৰি, দোৰোণ, নৰসিংহ, ভেদাইলতা, গৰুখিচ, কপালফুটা, লাও, কচু, মৰলীয়া সকলোবোৰেই বিদায় সঙ্গীত জুৰিছেহি। গধূলিৰ বান্ধনি বেলি চকুৰ আগত। নাটক, উপন্যাস, কবিতা, সংলাপ আৰু ভাষাৰ অপলাপ হোৱাৰ ভয়ও হয়। কাজেই নবীন-নবীনা, তৰুণ-তৰুণীৰ সুন্দৰ বা সুন্দৰতৰ কিবা আশা পোষণ কৰি মনৰ সঁফুৰাত তাকে থিয়াই আছো।

## স্বৰ্গীয় ধীৰেন্দ্ৰনাথ দত্ত

আমাৰ এই অঞ্চলৰ স্বৰ্গীয় দত্ত ডাঙৰীয়া ৰাজনীতিৰ বিশেষ অভিজ্ঞ লোক আছিল। গোটেই জীৱনটো খলা-বমা পথেদি আগুৱাই, ক্ষুৰৰ সাঁকোৱেদি বগাই পাৰ হৈয়েই—ইহলীলা সম্বৰণ কৰিলে। তথাপিতো, বাধা-বিঘিনি সকলেতো তল পেলাইও সাহিত্য-সংস্কৃতিৰ প্ৰতি অনুৰাগ কেনো দিনাই মাৰ যোৱা নাছিল। তেখেতৰ বিশেষকৈ জাগৰণী গানবোৰ উল্লেখযোগ্য।

## শ্ৰীযদুনাথ শইকীয়া

আইনজীৱী হৈও, সাহিত্য-কলাৰ প্ৰতি বৰ আগ্ৰহী আছিল। "কুৰঙ্গনয়নী" নাটক লিখি আমাৰ ইয়াৰ ৰঙ্গমঞ্চত অভিনীতো হৈছিল। ৰাজনীতিৰ গধুৰ বোজাই হেঁচি সাহিত্যৰ প্ৰতি অনুৰাগ দূৰতে-বিদূৰ কৰিলে।

## স্বৰ্গীয় বাপুৰাম কাকতি

অভিনয়ত বেচ ৰাপ আছিল। এখনি নাটকো লিখিছিল। মঞ্চস্থও হৈছিল, তাৰ পাছত? ৰঙ্গমঞ্চ, অভিনেতা, আৰু তাৰ লগতে "হেম-গেম"। গাৰ গোসাঁই হেৰাই যোৱা জটিল প্ৰশ্নবোৰে বোধহয় তেখেতক অমুৱালে; আৰু সেইপিনে আগ নাবাঢ়িল।

## শ্ৰীপূৰ্ণচন্দ্ৰ গোস্বামী

ৰাজনীতিজ্ঞ, ব্যৱসায়ী, সাহিত্যিক, সমাজসেৱী, কবি, সঙ্গীতজ্ঞ আদি বহু গুণসম্পন্ন ব্যক্তি। আজিৰ আহুকলীয়া যুগৰ জেঙা মাৰি চৌতে খৰ মাৰি সাহিত্য-সংস্কৃতিৰ ভাগলোৱা সহজসাধ্য নহয়। নিজৰ ব্যৱসায়-বাণিজ্য, দেশসেৱা কৰিও মাজতে সুৰুঙা উলিয়াই অভিনয় আদিত অংশ গ্ৰহণ কৰা, গান-কবিতা আদি ৰচনা, কিতাপ-পত্ৰ আদি লিখা আমি অসাধাৰণ বুলিয়েই ধাৰণা কৰোঁ। বহু কিতাপ, গল্প আদি ৰচনা কৰি চৰকাৰৰ ঘৰৰ পৰা পুৰস্কৃতও হৈছিল। তেখেতৰ সেই গানটি—"সৌ পাৰৰ মিঠা মৌ, চোৱা সখি চোৱা সৌ, নিজৰি নিজৰি পৰে, জুৰ জুৰ জুৰ'— মনত পৰে।

**শ্ৰীযোগেন্দ্ৰনাথ শইকীয়া**—সৰুৰে পৰা ধীৰ-স্থিৰ, মেধাবী, সাহিত্যসেৱী পণ্ডিত মানুহ। স্কুলীয়া পাঠ্য পুথি লিখি প্ৰায় চাৰি বছৰৰ সাহিত্যিক পেন্সন ভোগ কৰি আছে। গোলাঘাটৰ তেৱেঁই বৰ্তমানলৈকে প্ৰথম পেন্সনভোগী।

## শ্ৰীমাখনপ্ৰসাদ দুৱৰা

বাহিৰৰ পৰা ধৰিব নোৱাৰা কিন্তু কাষ চাপি জুমি চালে তেখেতৰ প্ৰতিভাৰ আঙনিবোৰ ত-ত কৈ জ্বলি থকা দৃষ্টি-গোচৰ হয়। ইংৰাজী সাহিত্যত, সংস্কৃতত, অসমীয়া সাহিত্যত দখল থকা সঙ্গীতজ্ঞ, সুৰকাৰ, অভিনেতা, দুৱৰা সৰ্বগুণী পণ্ডিত মানুহ। অসমীয়া গোকাট, জতুৱা, জেৰেঙা কথা আৰু ভাষাৰ আঁহবোৰ তেখেতে ভালকৈ চিনি পায়।

বহুত কিবা-কিবি লিখিছিল, কিন্তু ক'ত, কেনি সেইবোৰ উধাও হ'ল কোনেও নাজানে। পাৰোতেনো সাহিত্যিক শিক্ষাবিদ শ্ৰীশ্ৰীৰামচন্দ্ৰ দাসে লিখেনে—"আপোনাৰ সেই লিখা-পঢ়াবোৰ ক'ত কেনি আছে পঠাই দিব। মই ছপাবৰ দিহা কৰিম।" পাচে, তেখেতৰ অনুভূতিপ্ৰবন মনটোৱে সেইবোৰ কথাত একো অগ্ৰাধিকাৰ নিদিলে।

## শ্ৰীপ্ৰদীপেশ্বৰ চলিহা

সৰুৰে পৰাই কলা, কৃষ্টি সাহিত্যত মন-প্ৰাণ ঢালি দিয়া, সঙ্গীতজ্ঞ, কলা-বিদ, শিল্পী, প্ৰাচীন ভাৰতীয় ইতিহাস আৰু সংস্কৃতিৰ বিচক্ষণ পণ্ডিত, অসমীয়া কৃষ্টি-সংস্কৃতিৰ অদ্বিতীয় নৃত্যবিদ ইত্যাদি বহুগুণী মানুহ। অসমীয়া নৃত্য-কলাৰ ইতিহাস, সাজ-পাৰৰ সূক্ষ্মজ্ঞান অতুলনীয়।

তেখেতৰ সঙ্গীত-কলা-নৃত্য আদিৰ পৰিচালনা আৰু পৰিবেশৰ ভাৱভঙ্গীৰ কেৱল অসমতেই নহয় সৰ্বভাৰতীয় ক্ষেত্ৰতো উচ্চস্তৰৰ বা শ্ৰেষ্ঠ বুলি কলেও কোনোৱে নুই কৰিব নোৱাৰে।

তেখেতৰ আঁহত পাতৰ ছবি আঁকা, নৃত্যৰ ভাব

ভঙ্গিমা এবাৰ যি দেখিছে, পাহৰিব কেতিয়াও নোৱাৰে। তেখেতৰ গল্প, প্ৰবন্ধাদিও আকৰ্ষণীয়। তেখেতৰ প্ৰতি দেশে ঈশ্বৰৰ ওচৰত তেখেতৰ দীৰ্ঘায়ু কামনা কৰি, তেখেতৰ প্ৰতিভা ৰাশি বিকশিত কৰক, এয়ে প্ৰাৰ্থনা।

### শ্ৰীগিৰীন্দ্ৰনাথ বৰা

নীৰৱ কৰ্মী। একেৰাহে সঙ্গীতজ্ঞ, সুৰকাৰ, সাহিত্যিক, ইংৰাজী, অসমীয়া, সংস্কৃত. উৰ্দ্দু, হিন্দীত সমানে জ্ঞান থকা মানুহ আমাৰ ভিতৰত বিৰল।

ৰামায়ণৰ অসমীয়া ভাষ্য পয়াৰ ছন্দত লিখিছে। ইও আমাৰ বহমূলীয়া সম্পত্তি।

### শ্ৰীএডুইন মেকফাৰলেন

দেউতাকৰ পৰাই সঙ্গীত পৈতৃক সম্পত্তি ৰূপে অধিকাৰ কৰি তেখেত সদায়েই সঙ্গীতপ্ৰিয় আৰু সঙ্গীতজ্ঞ। কবি আৰু সাহিত্যিকো। তেখেতৰ সঙ্গীতাদিৰ ৰচনা ভালেখিনি। তেখেতৰ নাম উচ্চাৰণ কৰিলেই তেখেতৰ "কাৰেঙৰ পদুলিত আৰুতো নাবাজে নুপূৰৰ ৰুণু জুনু সুৰ—ঐ বান্ধৈ! গীতলৈ মনত পৰে।

### শ্ৰীফিলিপ মেকফাৰলেন

তেখেত আজীৱন সঙ্গীতৰ উপাসক। জীৱন-ব্যাপী লোকপ্ৰিয় মহেশ্বৰ বৰুৱা সঙ্গীত বিদ্যালয়তে একনিষ্ঠ পূজাৰী হৈ আছে। তেখেতৰ ৰচনাৱলীও বৰ মধুৰ। সেই আজীৱন "হাফ-পেন্ট পিন্ধি কটাই দিয়া মানুহটোৰ—আজি এই জোনালী নিশাত, পৰিছে মনত মোৰ—"তাহানিৰ কত কথা হাঁয়, তুমি মোৰ কাষৰত নাই" গানটিৰ সুৰ-মাধুৰী এনে বিৰল যে সেই মানুহৰ সেই গান বুলি বুজিব নোৱাৰি। পৰশু-ৰামৰ 'গড্ডলিকা' শীৰ্ষক গল্পত এটি কথা কোৱা মনলৈ আহে —"আৰে দাঁতে প্ৰেম হয়না।"

### শ্ৰীবিপিনচন্দ্ৰ শৰ্মা

ইংৰাজী, সংস্কৃত, গণিতত সমানে ব্যুৎপত্তি থকা শিক্ষক। গীতা-ভাগৱত অধ্যয়নব্ৰতী গুণী মানুহ। সাহিত্য-সংস্কৃতিৰ প্ৰতি অনুৰাগী। বৰ্তমানে তেখেতে "ৰঘুবংশম" পয়াৰ ছন্দত অসমীয়াতে লিখিছে। ঈশ্বৰে তেখেতৰ কামনা সফল কৰি জাতীয় সাহিত্যৰ ভঁৰাল চহকী কৰক, এয়ে কামনা।

### শ্ৰীহৰিশ্চন্দ্ৰ গোস্বামী

গোস্বামীদেৱ সকলে পৰাই গোলাঘাট আৰু অসমৰ অন্যান্য ঠাইতো কৃষ্টি কলা, সাহিত্যত জড়িত। ৰঙ্গমঞ্চৰ অভিনয়ত গোসাঁই দুৰ্দান্ত নিৰ্ভীক,-দৰ্শকৰ মনোহাৰী অভিনেতা। ভিন ভিন ভাওবোৰৰ চৰিত্ৰত নিখুঁত ৰূপ দিওঁতা অসমত খুব কমেইহে আছে। নিজে সঙ্গীতজ্ঞ আৰু প্ৰবন্ধ আদি প্ৰায়েই লিখা অভ্যাস। তদুপৰি অসমীয়া গীত-মাত আৰু নাম-গুণ, নৃত্য আদিত সুনিপুণ।

### স্বৰ্গীয় সোমেশ্বৰ কলিতা

উপজিয়েই কলা-শিল্প লগতে লৈ অহা মানুহটো সঁচাকৈয়ে অদ্ভুত। ছবি-অঁকা, ৰঙ্গমঞ্চৰ পট অঁকা আদি কাম কৰিয়েই জীৱন নিৰ্বাহ কৰিছিল আৰু সাহিত্যতো বেচ দখল আছিল। তেখেতৰ নাট "নাটক আৰু নালাগে" "তোমাৰ মনে কলে", "কথা তেনে সেইটো' আদি নাটবোৰে দৰ্শকক মুগ্ধ কৰিব পাৰিছিল। স্বৰ্গীয় সোমেশ্বৰ কলিতাৰ নাটত আৰু আমাৰ দৰে বহুতৰ ৰঙ্গমঞ্চত ভাও দিবৰ অৱকাশ নাই"। তেখেত স্মৰণীয় মানুহ—কিন্তু অকালতে আমাৰ পৰা আঁতৰিল।

### ডক্টৰ মোহিনী শইকীয়া

সৰুকালতে উচ্চ ইংৰাজী স্কুলত পঢ়োঁতে তেখেতৰ সৰু সৰু নাটিকা, গল্প, কবিতা, ইত্যাদি লিখাৰ কথা গম পাওঁ, কিন্তু এতিয়া সেইবোৰৰ পিনে পিঠিহে দিলে দেখোন।

"মন সম বেগৱন্ত কোন বা কি আছে।
কালে কি কৰিব কাক কোনেনো বুজিছে?"

### শ্ৰীজীৱনচন্দ্ৰ দাস

বন-বিভাগৰ অৱসৰপ্ৰাপ্ত চাকৰিয়াল; বৰ্তমান স্থায়ী বাসস্থান গোলাঘাটতেই। অক্লান্ত পৰিশ্ৰমী। সাহিত্য-চৰ্চা জীৱন-মৰণ সমস্যা। দিনে-ৰাতি লিখিয়েই আছে— কোনো দিনাই বিৰাম নাই। কাগজ মেলিয়েই পাব "বনে বনে", "অৰণ্যৰ মাজে মাজে"। জীৱনৰ অভিজ্ঞতাবোৰৰ সত্য কাহিনীৰে কাকত ওপচাই আছে। তেখেতৰ কবিতাদি লিখাও অভ্যাস আছে। অসমীয়া ভাষাত বন-জঙ্গলৰ কাহিনী নাই বুলিলেও চলে—সেই অভাৱ আমাৰ দাস ডাঙৰীয়াই দূৰ কৰাত তেখেত জাতিৰ ধন্যবাদৰ পাত্ৰ। তেখেতক অসমৰ "জিম কাৰ্বট" বুলিব পাৰি।

### স্বৰ্গীয় প্ৰিয়ব্ৰত বৰুৱা

ঈশ্বৰৰ ইচ্ছা— ফুলতে মৰহি গ'ল। অসম্ভৱ মনো-বল থকা যুৱক প্ৰিয়ব্ৰত আমাৰ আশাৰ প্ৰদীপ আছিল। "স্বৰ্ণ খনিকৰৰ প্ৰতিহিংসা" শীৰ্ষক নাট লিখোঁতা অসমীয়া বিহুগীতবোৰ ইংৰাজীলৈ অনুবাদ কৰি এটি নতুন প্ৰচেষ্টা চলাই থাকোঁতেই বন্তি নুমাল।

### শ্ৰীবিদ্যানাথ হাজৰিকা

সকলে পৰাই শিল্প আৰু কলাৰ প্ৰতি অনুৰাগী। নিখুঁত অভিনেতা। অভিনয়ৰ ৰেহ-ৰূপ ব্যাকৰণ সম্যক-ভাৱে বুজি পায়। কলিকতাত পঢ়ি থাকোঁতে অসমীয়া নাটকত অভিনয় কৰি সুখ্যাতি লাভ কৰিছিল। সাহিত্যৰ সুখ্যাতি লাভ কৰিছিল। সাহিত্যৰ প্ৰতি অনুৰাগী। ভালেমান দিন আগতে এখন নাটক লিখি সুনাম অৰ্জন কৰিছিল। স্থানীয় ৰঙ্গমঞ্চৰ উন্নতিত বহ ত্যাগ স্বীকাৰ কৰি আছে।

### শ্ৰীভগৱতীপ্ৰসাদ লডিয়া

হিন্দী সাহিত্যৰ একনিষ্ঠ সেৱক আৰু অসমীয়া সাহিত্যৰ প্ৰতিও একান্ত অনুৰাগী লডিয়া ডাঙৰীয়া সাহিত্য ৰসত ডুব দি থকা মানুহ। নিজেও পঢ়া-শুনা কৰা আৰু দহক পাঢ়িবৰ সুযোগ সুবিধা দিয়াটোও কম কথা নহয়। তেখেতো এজন সাহিত্য মন্দিৰৰ পূজাৰী।

### অধ্যাপক শ্ৰীহেম বৰা

গল্প-প্ৰবন্ধ উপন্যাস, কবিতা নিয়মিতভাৱে লিখিয়েই আছে আৰু বহুত আমি বিচাৰোঁ।

### অধ্যাপক শ্ৰীকেশৱ শইকীয়া

সেই একেটা কথাই ক'ব লাগিব। লিখি আছে লিখি যাওক আৰু সাহিত্য-সম্পদ বঢ়াওক, এইয়ে মানস।

● ●



# গোলাঘাটৰ সাহিত্য চৰ্চা ঃ পুৰণি ভাগ

শ্ৰীশ্ৰীকান্ত কলিতা

গোলাঘাটৰ সাহিত্য বোলোঁতে গোলাঘাট মহকুমাৰ সাহিত্যকে বুজাইছে। পুৰণি সাহিত্য সম্পৰ্কেহে ইয়াত আলোচনা কৰা হ'ব। এই অঞ্চলত পুৰণি সাহিত্যিকৰ সংখ্যা নিচেই তাকৰ।

বৰ্তমান গোলাঘাটৰ অঞ্চলটি পুৰণি কালত কছাৰী ৰজাৰ তাৰ পিচত আহোমৰজাৰ শাসনত আছিল। এই দুই ৰাজবংশ সাহিত্যানুৰাগী আৰু সাহিত্যৰ পৃষ্ঠপোষক হলেও এই অঞ্চলত সাহিত্য-সৃষ্টিৰ কোনো প্ৰমাণ পোৱা নাযায়। কছাৰী আমোলৰ অপ্ৰমাদী কবি মাধৱ কন্দলিৰ চৰণৰ চাব এই অঞ্চলত পৰিছিল নে নাই, তাৰো সামান্য শুংসূত্ৰ পাবলৈ নাই। আহোম শাসনত প্ৰৱৰ্তি থকা মৰঙিখোৱা গোহাঁইৰ তত্বাৱধানত মৰঙি অঞ্চলত (তেতিয়া যথেষ্ট ডাঙৰ আছিল) সাহিত্য সৃষ্টিৰ সম্ভাৱনা আছিল যদিও তাৰ সন্ধান আমি একো নাপাওঁ। মাথোন উত্তৰ বৈষ্ণৱ যুগত দুজন লেখকৰ নাম পোৱা গৈছে। তাৰে এজন দুৰ্গেশ্বৰ দ্বিজ, আনজন ৰঘুনাথ মহন্ত।

দুৰ্গেশ্বৰ দ্বিজৰ উপৰি পুৰুষ ভূধৰ আগমাচাৰ্যক স্বৰ্গদেউ বুদ্ধি স্বৰ্গনাৰায়ণে নেঘেৰিটিঙৰ বাণেশ্বৰ শিৱলিঙ্গৰ তত্বাৱধান কাৰিবলৈ স্থাপন কৰিছিল। তাতে মন্দিৰ নিৰ্মাণ কৰাই ঠাই ডোখৰৰ নাম দিছিল দেৱগ্ৰাম বা দেৱৰগ্ৰাম ( বৰ্তমান দেৰগাঁও )। এই ভূধৰৰ বংশৰে দেৱৰাজ বিপ্ৰৰ নাতি দুৰ্গেশ্বৰ দ্বিজে ব্ৰহ্মবৈবৰ্ত পুৰাণৰ প্ৰকৃতি খণ্ডৰ পদ ৰচনা কৰে। তাৰে শংখচূড় বধ পৰ্যন্ত পুথি এখনি পোৱা গৈছে। পুথিখনিত অনুবাদৰ দক্ষতা আৰু কাব্যিক সৌন্দৰ্য প্ৰকাশ পাইছে। পুথি ৰচনাৰ সময় নিৰ্দ্ধাৰণ কৰা সহজ নহয়। ৰাজেশ্বৰ সিংহ অথবা লক্ষ্মী সিংহৰ দিনত পুথিখনি ৰচনা কৰা সম্ভৱ।

আঞ্চলিক ভিত্তিত গৌৰৱ কৰিব পৰা লেখক হ'ল দৈয়াং এলেঙী সত্ৰৰ সত্ৰাধিকাৰ ৰঘুনাথ মহন্ত। এই সত্ৰ গোলাঘাট চহৰৰ পৰা ৮ কিলোমিটাৰমান পূবত অৱস্থিত। ৰঘুনাথ মহন্তই ৰচনা কৰা তিনিখন গ্ৰন্থৰ ভিতৰত 'শত্ৰুঞ্জয়' কাব্য, 'অদ্ভুত ৰামায়ণ' কাব্য আৰু 'ৰামায়ণ কথা'। শত্ৰুঞ্জয় কাব্যত তেখেতে আত্ম পৰিচয় দিছে। 'সুদামাৰ বংশ জাত' সতানন্দই শংকৰদেৱত শৰণ লয়। গুৰুজনে এওঁক বৰ ভকত উপাধি দিয়ে। সতানন্দৰ চাৰিপুত্ৰ—জয়কৃষ্ণ, মহাকৃষ্ণ, ত্ৰাহিকৃষ্ণ আৰু শ্ৰীকৃষ্ণ। জ্যেষ্ঠ জয়কৃষ্ণৰ পুত্ৰ পূৰ্ণানন্দ, তেওঁৰ পুত্ৰ ৰূপ নাৰায়ণ। ৰূপ নাৰায়ণৰ পুত্ৰ হৰিকৃষ্ণই কামৰূপত নানা শাস্ত্ৰ পঢ়ি আৰু নৱদ্বীপত ন্যায় শাস্ত্ৰ পঢ়ি পণ্ডিত হৈ উঠে। কোনোবা সন্দিকৈ ফুকনে তেওঁক সত্ৰ কৰি দিলা আনি দৈয়াঙত ঠাই।' তেওঁৰ পুত্ৰ আৰু ৰঘুনাথৰ পিতৃ কৃষ্ণনাথে বাপেকৰ দৰে মহন্ত আৰু পণ্ডিত বুলি খ্যাতি লাভ কৰিছিল।

ৰঘুনাথ মহন্তৰ কাল নিৰ্ণয় কৰা সহজ নহয়। হেমচন্দ্ৰ গোস্বামীৰ মতে 'শত্ৰুঞ্জয়' কাব্য ১৬৫৮ শকত ৰচিত হয়। ডঃ সত্যেন্দ্ৰনাথ শৰ্মাদেৱে সম্পাদনা কৰি উলিওৱা ছপাপুথিত শকৰ উল্লেখ নাই। সাঁচীপতীয়া মূল পুথিও গ্ৰন্থ ৰচনাৰ সময় নাই বুলি শৰ্মাদেৱে লিখিছে। আকৌ কথা ৰামায়ণৰ অযোধ্যা কাণ্ড সমাপ্তিৰ পিচত ১৭০৩ শকটোৱে আমাক বুজাই দিয়ে দুই গ্ৰন্থৰ মাজত ব্যৱধান ৪৫ বছৰ। এই ৪৫ বছৰৰ ভিতৰত লেখকে অদ্ভুত ৰামায়ণ ৰচনা কৰা বুলি ধৰিলেও আমাৰ সন্দেহ ৰৈ যায়। গোস্বামীদেৱৰ ১৬৫৮ শক সম্পৰ্কে আমাৰ এই সন্দেহ।

সহাদয় পাঠক আৰু অনুসন্ধিৎসু লোকৰ বাবে কিবা কামত লাগিব বুলি মই ৰঘুনাথ মহন্তৰে বংশৰ শ্ৰদ্ধেয় দেৱচন্দ্ৰ মহন্তৰ ঘৰলৈ যাওঁ। আশা কৰিছিলোঁ। ৰঘুনাথ সম্পৰ্কে কিবা সমল পোৱাৰ। মহন্তদেৱে পুৰণি সাঁচীপতীয়া অদ্ভুত ৰামায়ণ এখনি দেখুৱালে। পুথিখনিৰ শেষৰ পাত কেইটা ছিন্ন ভিন্ন। তেখেত আৰু মই দুয়ো অতি কষ্টে শেষ পৃষ্ঠা পাঠ উদ্ধাৰ কৰিলোঁ। ৰাইজৰ অবগতিৰ বাবে সেইখিনি ইয়াত তুলি দিলোঁ——

সৌমাৰ পীঠৰ ৰাজা গৌৰীনাথ সিংহ।
মহাৰাজা সমস্তৰ মধ্যত বিৰিঙ্গ ॥
ভৈল বুঢ়াগোহাঞি যাহাৰ মন্ত্ৰীবৰ ॥
সংজ্ঞা আদি বিক্ৰমত সৰ্বাঙ্গ সুন্দৰ ॥ ৬৯৪
পুত্ৰৱতে প্ৰজাক পালয় প্ৰতিনিত।
বিকৰ্মত কদাচিতো নাহি যাৰ চিত ॥
ন্যায়াজিত চিতে সঞ্চিলেক ধৰ্মকাম।
নাহি কামাৰ্থত চিত্ত যাগে পূৰ্ণকাম ॥ ৬৯৬
দেসে দেসে সঞ্চৰিল যাহাৰ কীৰিতি।
কদাচিতো নভৈলেক ধৰ্মত বিচিত্তি ॥
তাহান কৃপাত বৰভক্ত বংশে জাত।
অল্পমতি ৰঘুনাথ নামত বিখ্যাত ॥ ৬৯৭
অদ্ভুত কাণ্ডৰ কথা আতি মনোহৰ।
বিৰচিল শুনি তুষ্ট হোৱা নিৰন্তৰ ॥
নমো নমো ৰাম ভকতৰ ভয়হৰ।
ইবাৰ কৰুণাময়——ৰুৰ ॥ ৬৯৮

গ্ৰন্থৰ সৰ্বশেষত দুটি সংস্কৃত শ্লোক আছে। পাঠ উদ্ধাৰত অসমৰ্থ ভাবি নিলিখিলোঁ। শ্লোক দুটিৰ সংখ্যা হ'ল, ৭০৩ আৰু ৭০৪।

ওপৰৰ পদখিনিৰ যথাৰ্থতা স্বীকাৰ কৰিলে গৌৰীনাথ সিংহৰ দিনৰ পূৰ্ণানন্দ বুঢ়াগোহাঞিৰ অনুগ্ৰহ লাভ কৰি অথবা বুঢ়া গোহাঞিক সন্তুষ্ট কৰি কৃপা লাভৰ আশাত গ্ৰন্থৰ সামৰণিত কবিয়ে সেই কথা যোগ কৰিব পাৰে। ককাক হৰিকৃষ্ণই যেতিয়া আহোম বিষয়া সন্দিকৈ ফুকনৰ অনুগ্ৰহত দৈয়াঙত সত্ৰ পাতে ৰঘুনাথেও তেনেকৈ ৰাজকৃপা লাভ কৰাৰ সম্ভাৱনা যথেষ্ট আছে। গৌৰীনাথ সিংহৰ ৰাজত্বকাল (১৭০২—১৭১৬ শক) কবিয়ে এই কালছোৱাৰ ভিতৰতে হয়তো 'অদ্ভুত ৰামায়ণ' শেষ কৰিছে। কিন্তু কথা ৰামায়ণৰ অযোধ্যা কাণ্ডৰ সামৰণিত লিখা ১৭০৩ শকৰ কথাটোও বিচাৰ্য। বাকী অৰণ্যকাণ্ড ৰচনা সেই শকতে অথবা তাৰ পিচ বছৰতে শেষ হোৱা সম্ভৱ। কথা ৰামায়ণৰ অসমাপ্ত কাৰ্যই গ্ৰন্থখনি তেওঁৰ শেষ ৰচনা বুলি বিশ্বাস কৰাৰ যথেষ্ট যুক্তি আছে। সেই বাবে গৌৰীনাথ সিংহৰ সিংহাসন আৰোহণ সময়তে অদ্ভুত ৰামায়ণ শেষ কৰা সম্ভৱ। যদি সেইটো নহয়, তেন্তে আগতেই সমাপ্ত কৰা অদ্ভুত ৰামায়ণৰ শেষত আন কথা গুচাই কবিয়ে উক্ত পদ কেফাকি জোৰাই দিয়ে। অথবা কবিৰ পৰৱৰ্তী বংশৰ লোকে সেই কথা সন্নিবিষ্ট কৰিব পাৰে। যিয়েই নহওক, তথাপি ৰঘুনাথৰ সময় কিঞ্চিৎ ইফাল সিফাল হলেও ওলাবই। সেই মতে গৌৰীনাথ সিংহৰ সিংহাসন আৰোহণ ১৭৮০ খৃঃৰ দুই চাৰি বছৰ পিচলৈ ৰঘুনাথ হয়তো জীয়াই আছিল। কথা ৰামায়ণৰ অসম্পূৰ্ণ কামখিনি শিষ্ট নামৰ লেখকক তেওঁ অনুজ্ঞা দিয়া সম্ভৱ।

কিন্তু হেম গোস্বামীয়ে আগবঢ়োৱা 'শত্ৰুঞ্জয়' কাব্য ৰচনাৰ সময় ১৬৫৮ শকটো বিশ্বাসযোগ্য নহয়। ১৬৮৫ শক হব পাৰে নেকি ? সেইটো বিচাৰ সাপেক্ষ।

শ্ৰীদেৱচন্দ্ৰ মহন্তদেৱে তেওঁৰ ঘৰত যত্নেৰে সংৰক্ষণ কৰা কাকতত লিখা 'জয়দ্ৰথ বধ' নামৰ নাট এখনি দেখুৱায়। তেওঁলোকৰ মতে ৰঘুনাথেই ল'ৰা বয়সতে এই নাটখন লিখিছিল। নাটখনিত ৰঘুনাথৰ ভণিতা আছে, এনেদৰে 'দীন ৰঘুনাথে গাই', 'এহৰস ৰঘুনাথে গাই।" তেওঁলোকৰ বিশ্বাস মতে উপযুক্ত নোহোৱা বুলি ৰঘুনাথে নাটখনি অনাদৰত পেলাই ৰাখিছিল। পিচত মহন্ত বংশৰে 'বাপু' নামৰ এজনে সাঁচীপতীয়া পুথিৰ পৰা নাটখনি কাকতত নকল কৰি ৰাখে। নকল কৰাৰ সময় হ'ল ১৮২৮ শক, ৭ আহিন। সেই সম্পৰ্কে এটি শ্লোকো নাটৰ শেষত সন্নিবিষ্ট কৰা হৈছে।

শ্লোকটি ঃ অষ্টাদশ শতাব্দৌ পাখা বসু বৃষে ৰবৌ।
জয়দ্ৰথ বধ নাটং চকাৰ সম্পূৰ্ণ ভবেৎ ॥

শেষত লিখা আছে—'যথাদৃষ্টং তথা লিখিতম্' ॥

নকলকাৰে নিজৰ পৰিচয় দিছে—'বিৰচিল ৰঘুনাথৰ সন্ততি'। 'সন্ততি' শব্দই বংশৰ সন্তানকে বুজোৱা সম্ভৱ। শ্ৰীদেৱচন্দ্ৰ মহন্তই নকলকাৰ 'বাপু' নামৰ মানুহজনক দেখিছিল। কিন্তু নিজৰ শিশু কালৰ কথা বাবে স্পষ্ট ধাৰণা এটি দিব নোৱাৰে।

নাটখনিৰ ভাষা ব্ৰজাৱলী মিহলি পুৰণি পদপুথিৰ। নাটত আছে গীত ২২, লেচাৰী ৪ মুক্তাৱলী ১, পয়াৰ ৩, বিলাপ ২ আৰু ভটিমা ২।

জয়দ্ৰথ বধ নাট-খনিৰ সাঁচীপতীয়া কোনো নিদৰ্শন নোহোৱা বাবে আমি সেইখন ৰঘুনাথৰ ৰচনা বুলি দৃঢ়ভাবে কব নোৱাৰোঁ। মাথোন ৰঘুনাথৰ বংশৰ মানুহখিনিৰ বিশ্বাসৰ কথাহে ইয়াত উল্লেখ কৰিলোঁ।

ৰঘুনাথ মহন্ত ৰাম-ভক্তি মাৰ্গৰ কবি। তেওঁ ৰঘুনাথ ৰামৰ আখ্যান লৈয়েই 'শত্ৰুঞ্জয়,' 'অদ্ভুত ৰামায়ণ' আৰু 'কথা ৰামায়ণ' ৰচনা কৰে। বৈষ্ণৱ আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত ৰঘুনাথ মহন্তই ৰঘুনাথৰ আখ্যানকে কাব্যৰ বিষয়-বস্তু হিচাবে বাচি লোৱাৰ কথা বিশেষ মন কৰিবলগীয়া। অসমৰ ভাগৱতী ধৰ্মত অৱতাৰী পুৰুষ ৰাম আৰু কৃষ্ণৰ অভেদ মানি ললেও প্ৰকৃততে দেৱকী নন্দন শ্ৰীকৃষ্ণইহে গীত নাট-কাব্য আদিত বেছি ঠাই পাইছিল। ইফালে ৰাম-ভক্তি মাৰ্গৰ গ্ৰন্থ তুলনামূলকভাৱে কম। সেই বাবেই বোধহয় ৰামৰ লীলা চৰিত্ৰকে তেওঁ কাব্যৰ বিষয়বস্তু কৰি লৈছিল। শ্ৰীকৃষ্ণৰ লীলা চৰিত্ৰ ফুটাই গ্ৰন্থ ৰচনা কৰি সফল হ'ব নোৱাৰিব বুলি তেওঁ খুব সম্ভৱ শংকা কৰিছিল। কিয়নো শংকৰ-মাধৱ-অনন্ত কন্দলিৰ দৰে কাব্য প্ৰতিভা আৰু পাণ্ডিত্য তেওঁৰ নাই।

ৰঘুনাথৰ 'কথা ৰামায়ণ'ত বাহিৰে 'শত্ৰুঞ্জয়' আৰু 'অদ্ভুত ৰামায়ণ' কাব্য দুখনিৰ কোনো আধাৰ গ্ৰন্থ নাই। 'শত্ৰুঞ্জয়' কাব্যত ৰাম জন্মৰ পূৰ্বৰ ঘটনা আৰু অদ্ভুত ৰামায়ণত ৰামৰ উত্তৰ জীৱনৰ কথা চিত্ৰিত হৈছে। 'শত্ৰুঞ্জয়'ত উত্তৰ কাণ্ডৰ দুই এটি খণ্ড ঘটনা, যথা, 'বায়ু-সুমেৰুৰ যুদ্ধ, লংকাৰ জন্ম, ৰাক্ষসৰ উৎপত্তি, দেৱ-দেৱীসকলৰ বানৰ-ভালুক ৰূপে জন্মগ্ৰহণ আদি চমুকৈ উল্লেখ কৰা থাকিলেও বালীৰ দিগ্‌বিজয় কথাই কাব্যৰ মূল বিষয় বস্তু। গ্ৰন্থৰ শেষৰ ফালে দশ অৱতাৰৰ কথা উল্লিখিত হৈছে। অৱশ্যে ৰামৰ জীৱন চৰিত তুলনামূলক ভাবে দীঘলীয়া। অদ্ভুত ৰামায়ণৰ কথা-বস্তুও সংস্কৃত অদ্ভুত ৰামায়ণৰ সতে নিমিলে। সংস্কৃত অদ্ভুত ৰামায়ণত শতস্কন্ধ ৰাৱণ বধৰ কথা আছে। ৰঘুনাথে কিন্তু সীতাৰ পাতাল প্ৰৱেশৰ পিছৰ ঘটনা বৰ্ণাইছে। পাতালৰ নাগপুৰত সীতাই ব্ৰতেশ্বৰী নাম লৈ পূজা-সেৱা খায়ো পতি-পুত্ৰৰ বাবে সদায় খেদ কৰি থাকে। তেৱেঁই বাসুকি নাগৰ হতুৱাই লৱ-কুশক পাতাললৈ লৈ যায়। ইফালে ৰামৰ আজ্ঞাত হনুমানে নানা মায়াৰে নাগলোকত প্ৰবেশ কৰি যুদ্ধত নাগসকলক পৰাজয় কৰি সীতাৰে সৈতে লৱ-কুশক উদ্ধাৰ কৰি অযোধ্যালৈ আনে। সেই মতে প্ৰতিদিন অলক্ষিতে সীতাই আহি ৰামক সেৱা কৰি যায়। এই কাহিনী 'মাৰ্কণ্ডেয় ঋষি যুধিষ্ঠিৰৰ আগে কৈল' বুলি কবিয়ে সামৰণিত লিখিছে। 'অদ্ভুত ৰামায়ণ' নামটি এফালৰ পৰা সাৰ্থক হৈছে। অলৌকিক কথা, চৰিত্ৰ, পৰিবেশ আদিৰ সংমিশ্ৰণত দুয়োখনি কাব্য সমৃদ্ধ। সেই বিষয়ত ৰঘুনাথে ৰাম সৰস্বতীৰ বধকাব্যৰ দ্বাৰা প্ৰভাবান্বিত হৈছিল বুলিলে ভুল নহব। ৰামসৰস্বতীৰ অতি প্ৰিয় নায়ক ভীমৰ দৰে ৰঘুনাথৰো অতি প্ৰিয় নায়ক হ'ল ৰামভক্ত হনুমান।

ৰঘুনাথে ৰামৰ জীৱন লীলা বৰ্ণনাত বাল্মীকিৰ পৰা কেলেইনো ফালৰি কাটি আহিল? প্ৰসিদ্ধ সংস্কৃত নাট্যকাৰ মহাকবি বাল্মীকিৰ কথা-বস্তুৰে নাটক ৰচিবলৈ ভয় কৰিছিল। কিয়নো তেওঁৰ বাল্মীকিৰ প্ৰতিভাৰ অভাৱ। সেই বাবে তেওঁ বাল্মীকিৰ পৰা কিছু আতৰি 'মহাবীৰ চৰিত' আৰু 'উত্তৰ ৰামচৰিত' দুখনি বিখ্যাত নাটক লিখি-ছিল। ৰামৰ পৌৰুষ, আদৰ্শ, বীৰ্যবত্তা আদি দুয়ো-খনি নাটকতে ফুটাই তোলাত ভৱভূতি সাৰ্থক হৈছিল। ৰঘুনাথ মহন্তয়ো তেনেকৈ বাল্মীকিৰ পৰা আতৰি নতুন দিশ এটি আলোকিত কৰাৰ প্ৰয়াস কৰিছিল নেকি? তাৰেই ফলত 'শত্ৰুঞ্জয়' আৰু 'অদ্ভুত ৰামা-য়ণ'ৰ সৃষ্টি।

ৰঘুনাথ মহন্তৰ শ্ৰেষ্ঠ কীৰ্তি হ'ল 'ৰামায়ণ কথা'। বিষয়-বস্তু চয়নত মহন্তই বাল্মীকি ৰামা-য়ণতকৈ, আদি কাণ্ডত মাধৱদেৱ, অযোধ্যা কাণ্ডত শংকৰদেৱৰ ৰামবিজয় নাটক, আৰু অৰণ্যকাণ্ডত মাধৱ কন্দলিক অনুসৰণ কৰিছে। ঘটনা বিবৃত কৰাত তেওঁ মহাভাৰত বা পুৰাণাদিৰ বক্তা-শ্ৰোতাৰ ভঙ্গী গ্ৰহণ কৰিছে। কন্দলি, শংকৰদেৱ, মাধৱদেৱ আদিয়ে এই ভঙ্গী লোৱা নাছিল। বাল্মীকিতো নাৰদে একে সময়তে 'নৰচন্দ্ৰমা' ৰামৰ কীৰ্তি কাহিনী থূলমূলকৈ কৈ কাব্য ৰচনাৰ বাবে প্ৰেৰণা দি গুচি যায়। কথা ৰামায়ণত নাৰদ বক্তা, বাল্মীকি শ্ৰোতা। ভট্টদেৱে আৰম্ভ কৰা গদ্যশৈলীৰ সহজ আৰু পোনপটীয়া আদৰ্শ আমি কথা ৰামায়ণত পাওঁ। ভট্টদেৱৰ দৰে তেওঁ অধ্যায়ৰ সামৰণিত লিখিছে—"ইতি শ্ৰীবাল্মীকি মহাঋষিকৃত অযোধ্যাকাণ্ড কথায়াং শ্ৰীৰঘুনাথ কৃতায়াং অষ্টমোহধ্যায়ঃ"।

ভট্টদেৱৰ গদ্য সাহিত্যিক বা পণ্ডিত লোকৰ বাবে যোগ্য। ৰঘুনাথ মহন্তই সেই গদ্যশৈলীক বহু পৰিমাণে সহজ আৰু পৰিচিত কৰি তুলিছে। কথা ৰামায়ণত সংস্কৃত, ব্ৰজাৱলী অসমীয়া তিনিও ভাষাৰ সংমিশ্ৰণ ঘটিছে। এই মিশ্ৰণে অন্য লেখকৰ প্ৰভাৱ দৰ্শালেও মিশ্ৰণ সুখ-পাঠ্য আৰু সুশ্ৰাব্য নিশ্চয় হৈছে। কাব্য দুখনিৰ যোগেদি ৰঘুনাথৰ মূল্যবান অবদান স্বীকৃত নহলেও কথা ৰামায়ণে তেওঁক নিশ্চয় চিৰদিনলৈ জিলিকাই ৰাখিব।

উত্তৰ বৈষ্ণৱ যুগত বৈষ্ণৱ সাহিত্যৰ কটকটীয়া সংযম আৰু আদৰ্শ দুয়োটাৰে কিছু পৰিমাণে শিথিল হৈ পৰে। ৰঘুনাথেও শংকৰদেৱ মাধৱদেৱৰ একেশ্বৰবাদ আৰু নিকাপন্থী মনোভাৱ ত্যাগ কৰিছিল। তেওঁৰ আদৰ্শ আৰু অৱতাৰী পুৰুষ এফালে পূৰ্ণ ব্ৰহ্ম ভগৱান। তেওঁৰ ভাৰ্যা সীতা কিন্তু ব্ৰতেশ্বৰী দেৱী নামত পূজা বলি খোৱা আগমপন্থী দেৱী। ভক্তিতত্ত্ব, ঈশ্বৰ মাহাত্ম্য আদি প্ৰকাশত ৰঘুনাথে মাজে মাজে যোগ্যতাৰ পৰিচয় দিছে। বৈষ্ণৱ সাহিত্যৰ প্ৰচাৰধৰ্মী মনোভাৱ তেওঁৰ লিখনিত পোৱা যায়।

সহায় লোৱা গ্ৰন্থসমূহ ঃ

১। অদ্ভুত ৰামায়ণ ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা
২। শত্ৰুজয় আৰু
৩। কথা ৰামায়ণ } ডঃ সত্যেন্দ্ৰ নাথ শৰ্মা
৪। সাহিত্যৰ ৰূপৰেখা—ডঃ মহেশ্বৰ নেওগ।



# কাব্য-সাহিত্যলৈ গোলাঘাটৰ অৱদান

শ্ৰীনন্দ বৰা

চিৰচেনেহী ভাষা জননীৰ বেদীত গোলাঘটীয়া ৰাইজে অতীতৰ পৰাই অৰিহণা দি আহিছে। ধৰ্ম ভাষা, সাহিত্য সংস্কৃতি সকলো দিশতেই গোলাঘটীয়া ৰাইজৰ অৱদান বিশেষভাৱে মন কৰিবলগীয়া। পুৰণি যুগৰ পৰা বৰ্তমান যুগলৈকে অসমীয়া সাহিত্য লৈ গোলাঘটীয়া সাহিত্যিকৰ বহু মূলীয়া অবদান অলেখ।

অসমীয়া কাব্য সাহিত্যলৈ গোলাঘটীয়া কবিৰ অৱদান বিচাৰ কৰিবলৈ গলেই মনত পৰে অষ্টাদশ শতিকাৰ ৰামায়ণী কবি ৰঘুনাথ মহন্তৰ কথা। এখেত গোলাঘাটৰ অন্তৰ্গত দৈয়াং এলেঙি সত্ৰৰ কবি এখেতৰ পিতৃ কৃষ্ণনাথ এজন নীতিজ্ঞ পণ্ডিত আছিল। ৰঘুনাথ মহন্তই অসমীয়া কাব্য বেদীলৈ দুখনি কাব্য "শত্ৰুঞ্জয়" আৰু "অদ্ভূত ৰামায়ণ" আৰু এখনি গদ্য পুথি "কথা ৰামায়ণ" উপহাৰ দি গৈছে। "শত্ৰু-ঞ্জয়" কাব্যৰ যোগেদিয়েই ৰঘুনাথে কাব্য জীৱন আৰম্ভ কৰে; পিছত "অদ্ভূত ৰামায়ণ" ৰচনা কৰে। এই দুয়োখন কাব্যই ৰামায়ণৰ কাহিনী অন্তৰ্ভুক্ত চিত্তাকৰ্ষক, কৌতূহলাত্মক লঘু কল্পনামূলক বৰ্ণনাৰ নিদৰ্শন। দুয়োখনি কাব্যৰ যোগেদি কবিজনাৰ কাব্য প্ৰতিভাই পূৰ্ণবিকাশ লাভ কৰিছে। ৰঘুনাথ মহন্তৰ সাহিত্যকীৰ্তি অৱশ্যে "কথা ৰামায়ণ"।

এই অঞ্চলৰে এই কালৰ অন্য এজন কবি হ'ল দুৰ্গেশ্বৰ দ্বিজ। এইজন কবিয়ে ৰাজেশ্বৰ সিংহৰ দিনত "ব্ৰহ্মবৈবৰ্ত্ত পুৰাণ"ৰ প্ৰকৃতি খণ্ড অনুবাদ কৰে। দুৰ্গেশ্বৰ দ্বিজৰ পূৰ্ব পুৰুষ ভূধৰ আগমা-চাৰ্যক আহোম স্বৰ্গদেৱ প্ৰতাপ সিংহই কনৌজৰ পৰা আনি দেৰগাঁৱৰ নেঘেৰিটিং শিৱমন্দিৰৰ তত্বাবধায়ক কৰিছিল।

আহোম যুগৰ পিচত 'অৰুণোদয়" যুগলৈকে—এই কালছোৱাত গোলাঘাটৰ মাটিত নিশ্চয় দুই এজন কবি সাহিত্যিকৰ জন্ম হৈছিল। সেই সকল হয়তো সময়ৰ সোঁতত উটি গ'ল। এই সুদীৰ্ঘ সময়ৰ পিচত গোলাঘটীয়া কবিতাৰ ইতিহাস বিচাৰি "জোনাকী" যুগ পাবগৈ লাগিব। এই যুগৰ অৰ্থাৎ জোনাকী দলৰ ত্ৰিমূৰ্তিৰ এটি মূৰ্তি হেমচন্দ্ৰ গোস্বামীদেৱৰ জন্ম গোলাঘাটৰ ঢেকীয়াল গাঁৱৰ গৌৰাঙ্গ সত্ৰত। গোস্বামী দেৱক আচলতে এজন গৱেষক আৰু প্ৰত্নতাত্বিক বুলি কোৱা হয় যদিও তেখেতৰ কবিতা চৰ্চাহে আগ। কবিতাৰ কল্পনাময় ৰাজ্য এৰি পিছতহে তেখেতে প্ৰত্নতত্ব তথা প্ৰাচীন পুথি-পাজিৰ অনুসন্ধানত মনো-নিবেশ কৰে। তেখেতৰ চেষ্টা আৰু শ্ৰমৰ ফলত অনেক পুৰণি পুথি উদ্ধাৰ হোৱাত অসমৰ প্ৰাচীন ঐতিহ্য ৰক্ষা পৰিছে।

স্কুলীয়া ছাত্ৰাৱস্থাতে গোস্বামীদেৱে গুণাভিৰাম বৰুৱাৰ "আসাম বন্ধু" আদি কাকতত কবিতা লিখিবলৈ লয়। কিন্তু তেখেতৰ কবি প্ৰতিভাই পূৰ্ণ বিকাশ লাভ কৰে 'জোনাকী" কাকতৰ নৱন্যাস জোঁৱাৰত। চন্দ্ৰ কুমাৰ আগৰৱালা, লক্ষ্মীনাথ বেজ-বৰুৱা আৰু হেমচন্দ্ৰ গোস্বামী এই ত্ৰিমূৰ্তিয়েই 'জোনাকী"ৰ আঁৰিয়া ধৰি অসমীয়া সাহিত্যলৈ নৱ-ন্যাসৰ কাব্যৰ ঢল নমাই আনিলে। "জোনাকী" কাকতৰ প্ৰশস্তি হিচাবে লিখা ইয়াৰ দ্বিতীয় সংখ্যাত প্ৰকাশ পোৱা "পুৱা" নামৰ কবিতাটিয়ে "জোনাকী" কাকতকে কেৱল স্বাগতম নজনাই গোস্বামী দেৱৰ কাব্য প্ৰতিভাকো স্বাগত জনালে। 'পুৱা" গোস্বামী দেৱৰ কাব্যগুণ সম্পন্ন এটি সাৰ্থক ৰোমাণ্টিক কবিতা। গোস্বামীদেৱেই অসমীয়া চনেটৰ প্ৰথম প্ৰবৰ্তক।





তেখেতৰ "প্ৰিয়তমাৰ চিঠি" নামৰ কবিতাটিয়েই অসমীয়া সাহিত্যৰ প্ৰথম চনেট। কবিতাটি অসমীয়া কাব্য জগতৰ এপাহি সুগন্ধি পুষ্পহাৰ—

"যত শুঙো চুমা খাওঁ নালাগে আমনি
হৃদয়ত হেপাহৰ ভোটা তৰা জ্বলে।"

—এয়ে কবিতাটিৰ আবেদন। গোস্বামীৰ আন কেইটামান মিঠা কবিতা হ'ল—"কাকো আৰু হিয়া নিবিলাওঁ". "কাকুতি" আদি। তেখেতৰ একমাত্ৰ কবিতা পুথি—"ফুলৰ চাকি"।

অসমীয়া কাব্য জগতত মহিলা কবিৰ সংখ্যা বৰ বেছি নহয়। অসমৰ কাব্যাকাশৰ পৰা অকা-লতে খহি পৰা মহিলা কবি স্বৰ্গীয়া যমুনেশ্বৰী খাট-নিয়াৰৰ জন্ম গোলাঘাটত (১৭৯৯)। এই গৰাকী কবিয়ে অসমীয়া সাহিত্য ভঁৰালৈ "অৰুণ" নামৰ এখনি কবিতা পুথি দি গৈছে। তেওঁৰ অপ্ৰকাশিত আন দুখনি পুথি "সাবিত্ৰী" আৰু "ৰজালিয়েৰ"। "অৰুণ"ত সঞ্চিত কবিতাসমূহ "বাঁহী", "আলোচনী" "অৰুণ", "প্ৰভাত" আদি কাকতত প্ৰকাশ পাইছিল। "অৰুণ"ৰ হাতে লিখা মূল গ্ৰন্থৰ—সেই সময়ৰ যোৰ-হাট নৰ্মাল স্কুলৰ অধীক্ষক শৰৎচন্দ্ৰ গোস্বামীদেৱৰ অভিমতৰ পৰা জানিব পাৰি যে অসমীয়া কাব্যত মহিলা কবিৰ গ্ৰন্থ "অৰুণে"ই প্ৰথম। গতিকে অনুমান কৰিব পাৰি অসমীয়া মহিলা কবিসকলৰ ভিতৰত স্বৰ্গীয় যমুনেশ্বৰী খাটনিয়াৰেই অসমৰ প্ৰথম মহিলা কবি হিচাবে কবিতা পুথি প্ৰকাশ কৰি উলিয়ায়।

"অৰুণ" পুথিত ২৪টা কবিতা সঞ্চিত হৈছে। ইয়াত বিভিন্ন ধৰণৰ কবিতা লিপিবদ্ধ কৰা হৈছে যদিও প্ৰায়বোৰ কবিতাতে ভগৱানৰ লগত কবিৰ মিলনৰ আকাঙ্ক্ষা তীব্ৰভাৱে প্ৰকাশ পাইছে। "কাকুতি" "সেৱা", প্ৰাৰ্থনা' তেওঁৰ স্তুতিমূলক কবিতা। "অৰুণ"ত প্ৰকাশিত কবিতাৰ বাদেও "চেতনা"ত প্ৰকাশিত "মৃত্যু সন্ধ্যা", "নিয়া তাক তুমি যেন উটাইবুৰাই", "ভিক্ষা" আদি কবিতাবোৰ কবি গৰাকীৰ কেইটামান বহুমূলীয়া দাৰ্শনিক কবিতা। ইয়াৰ বাহিৰেও "অৰুণ"ত কেইটামান দেশপ্ৰেমমূলক আৰু শোক কবিতা আছে। কাব্য বিচাৰৰ দৃষ্টিৰে বিচাৰ কৰিলে হয়তো খাটনিয়াৰৰ সকলো কবিতাত কাব্যৰ গুণ বা সৌন্দৰ্য নাথাকিব পাৰে, কিন্তু কবি গৰা-কীয়ে যি মহৎ উদ্দেশ্য লৈ কবিতা সাধনা কৰিছিল তাতেই কবিতাবোৰৰ সৌন্দৰ্য অন্তৰ্নিহিত হৈ আছে। অসমীয়া সাহিত্যত লিৰিকেল যুগ সৃষ্টিত খাটনিয়াৰৰ অৰিহণাও যথেষ্ট। গতিকে খাটনিয়াৰৰ কবিতাত আবেদন সদায় থাকিব।

এই সময়ৰ গোলাঘাটৰ আন এগৰাকী কবি হ'ল বিখ্যাত আইনজীৱী তাৰাপ্ৰসাদ বৰুৱা। তেখেতে 'গীতি মঞ্জৰী" নামৰ এখনি কবিতা পুথি আমাক দি গৈছে। এইবিলাক গীতৰ আহিত লিখা হলেও আধ্যাত্মিক কবিতাৰ নিদৰ্শন ৰূপে দাঙি ধৰিব পাৰি।

অসমৰ খ্যাতনামা সাংবাদিক আৰু সাহিত্যিক লক্ষ্মীনাথ ফুকনৰ জন্ম দেৰগাঁৱৰ চকিয়াল চুকত। "ওফাইদাং", "আনন্দে নধৰে হিয়া", "মৰমৰ মাধুৰী" "আশাত উৎফুল্ল প্ৰাণ', আদি গল্প পুথিৰে চুটি গল্প লিখক হিচাবে নিজকে প্ৰতিষ্ঠিত কৰি গৈছে। "মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ" নামৰ প্ৰবন্ধ গ্ৰন্থৰ বাবে তেওঁ সাহিত্য অকাডেমীৰ বঁটা লাভ কৰিছে। ফুকন এজন অসমৰ আগশাৰীৰ কবিও। "সোণালী সপোন" ফুকনদেৱৰ একমাত্ৰ কবিতা পুথি। ডঃ মহেশ্বৰ নেওগৰ ভাষাত "ৰাজনৈতিক ৰ'দ লগা সংবাদ বালিৰ মাজৰ পৰা ওৱেচিছৰ দৰে ফুকনৰ যি কেইটা কবিতা "আলোচনী" যুগৰ পৰা প্ৰকাশ পাইছে তাৰ ভাষা আৰু ছন্দৰ স্নিগ্ধতা মৰ্মস্পৰ্শী।"

দেৰগাঁৱৰ সামাজিক আৰু সাংস্কৃতিক ক্ষেত্ৰত বিশেষভাৱে জড়িত স্বৰ্গীয় অমৰেন্দ্ৰ শৰ্মা এজন কবিও আছিল। তেওঁৰ প্ৰকাশিত পুথি হ'ল "ফুলৰি" আৰু "অভিজ্ঞতা।"

গোলাঘাটৰ কৰুণাটিং চাহবাগিছাত জন্ম গ্ৰহণ কৰা (১৯১০) অসমৰ কমিউনিষ্ট আন্দোলনৰ অন্যতম পুৰোধা আৰু আজীৱন বিপ্লৱী ধীৰেন দত্তই ১৯৩৪ চনৰ পৰাই কবিতা লিখি অসমীয়া কাব্য-সাহিত্যলৈ নতুন চিন্তাধাৰা কঢ়িয়াই অনাত আগৰণুৱাৰ ভূমিকা গ্ৰহণ কৰিছিল। "আবাহন", "বাঁহী' আদিত তেওঁৰ কবিতা প্ৰকাশ পাইছিল। ১৯৩৫ চনত তেওঁৰ "অভিযান' নামৰ এখনি কবিতা পুথি প্ৰকাশ হয়। এই পুথিখনিয়েই ধীৰেন দত্তৰ বিপ্লৱী চিন্তাৰ স্বাক্ষৰ বহন কৰিছে। কবিৰ মৃত্যু-বাৰ্ষিকী উপলক্ষে "অভিযান" পুথিখনিত থকা কবিতা সমূহৰ লগত আৰু দুটিমান কবিতা সংযোগ কৰি ১৯৭৩ চনৰ অক্টোবৰ মাহত "ধীৰেন দত্তৰ কবিতা" নাম দি পুনৰ প্ৰকাশ কৰা হৈছে। এই পুথিত সংযোজিত "কাঠ মিস্ত্ৰীৰ ঘৰ" নামৰ কবিতাটি দত্তৰ নিঃসন্দেহে এটি সাৰ্থক কবিতা। কবিতাটি প্ৰথম অসমীয়া প্ৰগতিমূলক কবিতা। এইফালৰ পৰা ধীৰেন দত্তকেই অসমীয়া প্ৰগতিবাদী কবিতাৰ পথ প্ৰবৰ্তক বুলিব পাৰি।

প্ৰখ্যাত অসমীয়া কথা সাহিত্যিক চৈয়দ আব্দুল-মালিক 'কবি' হিচাপেই সাহিত্য-জগতত প্ৰৱেশ কৰে। এখেতৰ-সাহিত্য-চৰ্চা আৰম্ভ হয় হাতেলিখা আলো-

চনীত কবিতা ৰচনাৰ যোগেদিহে। সেইবোৰ কবিতাক তেখেতে পিছলৈ "ছন্দ মিলাই লিখা পদ্য" বুলি আখ্যা দিছিল। সি যি নহওক, মালিক কবি হিচাপেও দক্ষ। তেখেতৰ "স্বাক্ষৰ" পুথিত সংযোজিত "মই অসমীয়া" কবিতাই তেখেতক কবি হিচাপে প্ৰখ্যাত কৰি তুলিছে,। বিষয়বস্তু, ঐতিহ্য চেতনা, শব্দ চিন্তা, কল্পনা আৰু প্ৰকাশভঙ্গী সকলোফালৰ পৰাই ই এটি নিটোল কবিতা। মালিকৰ প্ৰথম প্ৰকাশিত কবিতাৰ পুথি "বেদুইন" (১৯৪৮)। সংগ্ৰামী অঘৰীসকলৰ সংগ্ৰামৰ প্ৰতিশ্ৰুতিয়েই মালিকৰ "বেদুইন"ৰ মূলকথা।

নতুন কবিতাৰ যুগতো মালিকে কবিতাৰ সৃষ্টি কৰি আছে। "ৰামধেনু', আদি বিভিন্ন কাকতত তেওঁৰ নতুন কবিতাবোৰ সিচৰতি হৈ আছে। ছোভিয়েট দেশ, আফ্ৰিকা আদি বিভিন্ন দেশৰ কবিসকলৰ ভালেমান কবিতা মালিকে অসমীয়ালৈ অনুবাদ কৰিছে। "লিমাৰিক", ব্যঙ্গ কবিতা, গল্প-কবিতা, গীত আদি বিভিন্ন কাকতত সিঁচৰতি হৈ আছে।

সাম্প্ৰতিক অসমীয়া কবিসকলৰ ভিতৰত অন্যতম বিশিষ্ট কবি ১৯৭৭ চনৰ শ্ৰেষ্ঠ অসমীয়া সাহিত্যিকৰ সন্মান লাভ কৰি প্ৰকাশন পৰিষদৰ বঁটা লাভ কৰা "কাঁইট গোলাপ আৰু কাঁইট'ৰ স্ৰষ্টা শ্ৰীনীলমণি ফুকনৰ ঘৰ দেৰগাঁৱৰ চকিয়াল চুকত। এই জনা প্ৰথিতযশা কবিয়ে ১৯৭৩ চনৰ "ফুলি থকা সূৰ্য্যমুখী ফুলটোৰ ফালে" কাব্য গ্ৰন্থৰ বাবে অসম সাহিত্য সভাৰ ৰঘুনাথ চৌধাৰী বঁটা লাভ কৰিছিল। এওঁৰ বৰ্তমানলৈকে প্ৰকাশিত কবিতা পুথি সমূহ হ'ল—"সূৰ্য্য হেনো নামি আহে এই নদীয়েদি (১৯৬৩), "নিৰ্জনতাৰ শব্দ", (১৯৬৫), আৰু কি নৈশব্দ (১৯৬৮), "ফুলি থকা সূৰ্য্যমুখী ফুলটোৰ ফালে" (১৯৭২) "কাঁইট গোলাপ আৰু কাঁইট" আৰু "গোলাপী জামুৰ লগ্ন" (১৯৭৭)। ইয়াৰ উপৰিও ১৯৭১ চনত জাপানী কবিতাৰ এটি অনূদিত সংকলন প্ৰকাশ পাইছে। প্ৰকাশন পৰিষদৰ দ্বাৰা "কুৰি শতিকাৰ অসমীয়া কবিতা" নামৰ কবিতা সংকলনৰ এখেত সম্পাদক।

ফুকনৰ কবিতাৰ ওপৰত থূলমূল মন্তব্য দিয়া দুৰুহ। প্ৰথম পৰ্যায়ৰ পৰা বৰ্তমানলৈকে ফুকনৰ কবিতাত কাব্য ৰীতিৰ পৰীক্ষা নিৰীক্ষাৰ চিহ্ন প্ৰতীয়মান হৈ আহিছে। প্ৰথম স্তৰৰ কবিতা সমূহত চিত্ৰ ধৰ্মিতা বিশেষভাবে লক্ষ্যনীয়। পিছলৈ সেই চিত্ৰধৰ্মিতা এক প্ৰতীকি ব্যঞ্জনালৈ উন্নীত হয়। ফুকনৰ সম্পৰ্কে থূলমূলকৈ মন্তব্য দাঙি ধৰিবলৈ হলে ডঃ সত্যেন্দ্ৰনাথ শৰ্মাৰ মন্তব্যকে আমিও দাঙি ধৰিব পাৰো—"ফুকন একান্ত ব্যক্তিনিষ্ঠ কবি। তেওঁৰ কবিতাত কোনো ৰাজনৈতিক বা সামাজিক 'ৰাদ' (ism)ৰ প্ৰভাৱ নাই বুলিব পাৰি। তেওঁক এক প্ৰকাৰে নিৰ্জনতাৰ কবি বুলিও কব পাৰি তেওঁৰ কবিতা প্ৰতীক আৰু কল্পচিত্ৰৰ দ্বাৰা সমৃদ্ধ; কল্প চিত্ৰবাৰ ব্যঞ্জনাময় আৰু একান্ত বৈয়ক্তিক। Impressionism ৰ প্ৰভাৱো লক্ষ্য কৰা যায়। জীৱনৰ দুখ যন্ত্ৰণা উপেক্ষা নকৰিও ইয়াৰ মাদকতা উপলব্ধি কৰিব পৰা সংবেদনশীল মনটোৰ পৰিচয় কবিতাসমূহত আছে।"

দেৰগাঁৱৰ কমল দুৱৰা কলেজৰ অধ্যাপক নগেন ঠাকুৰ অসমৰ এজন প্ৰথিতযশা কবি। শ্ৰীঠাকুৰ ৰুচ লিখক মিখাইল চলোখভৰ উপন্যাস "And quiet flows the Don"ৰ (ধীৰে বৈ যায় ডন) প্ৰাঞ্জল ভাষাত অনুবাদ কৰি ১৯৭৩ চনত ছোভিয়েট দেশৰ 'নেহেৰু বঁটা" লাভ কৰিছে। "পালি প্ৰাকৃত অপভ্ৰংশ আৰু অসমীয়া ভাষা" নামৰ গ্ৰন্থৰ যোগেদি শ্ৰীঠাকুৰ অসমৰ এজন ভাষাবিদ হিচাবেও পৰিচয় দিছে। শ্ৰীঠাকুৰে ছাত্ৰ অৱস্থাৰ পৰাই কবিতা লিখিবলৈ লয়। এওঁৰ প্ৰথম স্তৰৰ কবিতাৰ বিষয়-বস্তু প্ৰেম। পিছলৈ কবিতাৰ বিষয় উত্তৰণ ঘটে। শব্দৰ সুপ্ৰয়োগ আৰু চিত্ৰকল্প ব্যৱহাৰে ঠাকুৰৰ কবিতাক মাধুৰ্যদান কৰিছে।"

এইখিনিতে দেৰগাঁৱত ভবেশ খাউণ্ডৰ কবিতাৰ অৰিহণা সোঁৱৰিব পাৰি। তেওঁ "সাদিনীয়া অসমীয়া" "ৰবদৈচিলা' 'আৱাহন" 'ৰামধেনু' 'প্ৰবাহ' 'জনমভূমি' আদিত বিভিন্ন গল্প প্ৰবন্ধ লিখাৰ উপৰিও ভালেমান কবিতা লিখি অসমীয়া কাব্য সাহিত্যলৈ অৰিহণা যোগাইছে।

সপ্তম দশকৰ শেষৰ ফালে কাব্য জগতত প্ৰবেশ কৰা আমাৰ ডেকা চাম কবিৰ ভিতৰত গোলাঘাট দেৱৰাজ ৰয় মহাবিদ্যালয়ৰ অধ্যাপক হেম বৰা উল্লেখযোগ্য। এওঁ ছাত্ৰ অৱস্থাৰ পৰাই গল্প, কবিতা, প্ৰবন্ধ, নাটক আদি লিখি সাহিত্য চৰ্চাত ব্ৰতী হয়। "মৰম পিপাসী মন", "নিশাৰ কুঁৱলী", "জীৱন লুইতৰ গতি," "ৰজনী বিদূৰ দিশ" আদি উপন্যাস প্ৰকাশিত হৈ তেওঁ ঔপন্যাসিক হিচাবে পৰিচিত হৈছে। "অবিৰত তেজৰ ক্ৰন্দন" বৰাৰ একমাত্ৰ প্ৰকাশিত কবিতা পুথি। ইয়াত সংকলিত কবিতাসমূহ "সপ্তাহিক নীলাচল", "ছমহীয়া নীলাচল," "আমাৰ প্ৰতিনিধি", "অসম বাণী" 'জনমভূমি' 'জোনবিৰি', 'নতুন প্ৰবাহ' 'অজন্তা' আদিত প্ৰকাশিত হৈছিল। শ্ৰীবৰাৰ কবিতাসমূহত শ্ৰেণী চেতনা, সমাজ সংস্কাৰ মনোবৃত্তি, বাস্তৱৰ সৈতে মুখামুখি ভাব আদি পৰিস্ফুট হৈছে। "স্বাক্ষৰ", "মহানগৰৰ জুই", "ৰক্ত নিচান", আদি কবিতাত বৰাৰ প্ৰগতিবাদী ভাবধাৰা ফুটি ওলাইছে। তেওঁৰ আন এটি প্ৰগতিমূলক কবিতা—"বিষ্ণুৰাভা"। এই কবিতাটিয়ে ডঃ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'বিষ্ণুৰাভা এতিয়া কিমান ৰাতি"ৰ কথালৈ সততে মনত পেলায়। অসমীয়া সাহিত্যৰ নিশ্চয় এইটো এটা শ্ৰেষ্ঠ কবিতা। শ্ৰীবৰাই কেইবাটিও লিমাৰিক অসমীয়া কাব্য জগতলৈ অৱদান দিছে।

এই সকল কবিৰ বাদেও গোলাঘাটৰ অনেক কবিয়ে অসমীয়া কাব্য বেদীলৈ অৰিহণা আগবঢ়াই আছে। পুতুল হাজৰিকা, তিলক বৰা, হৰপ্ৰিয়া বাৰুকিয়াল, লক্ষ্মীপ্ৰিয়া বৰদলৈ, আচমা আহমদ, লীলা বৰা, বাণী বৰুৱা, কুমুদ কোঁৱৰ, দিলীপ ফুকন, ৰফিকুল হুচেইন আদি অনেকে অসমৰ বিভিন্ন সকৰৰ কাকত আলোচনীত কবিতা লিখি আছে। এই সকলৰ ভিতৰত কেইবাজনো কবিৰ ভবিষ্যত উজ্বল। এইসকলৰ বৰঙনিৰে অসমীয়া সাহিত্য সমৃদ্ধ হব বুলি নিশ্চয় আমি আশা কৰিব পাৰো।

# বৰ্তমান কালৰ গোলাঘাটৰ সাহিত্য-সেৰীসকল

শ্ৰীকেশৱ শইকীয়া

বৰ্তমান কাল মানে "যুদ্ধোত্তৰ যুগৰ দ্বিতীয় আৰু আটাইতকৈ ফলৱান দশক ; অৰ্থাৎ ৰামধেনু যুগৰ পৰা বৰ্তমানলৈকে লিখি থকা লেখকসকলৰ কথা কোৱা হৈছে। অসমীয়া সাহিত্যৰ বলিষ্ঠ লেখক হোমেন বৰগোহাঞিৰ ভাষাত —"১৯৫১ চনত বীৰেন্দ্ৰ-কুমাৰ ভট্টাচাৰ্যৰ সম্পাদনাত "ৰামধেনু" প্ৰকাশ হোৱাৰ লগে লগে অসমীয়া সাহিত্যৰ যুদ্ধোত্তৰ যুগৰ দ্বিতীয় আৰু আটাইতকৈ ফলবান দশকটো আৰম্ভ হ'ল। আধুনিক অসমীয়া সাহিত্যত "ৰামধেনু"ৰ গুৰুত্ব ইমান বেছি যে "জোনাকী যুগ" আৰু "আৱাহন যুগ"ৰ দৰে এই যুগটোও "ৰামধেনু যুগ" নামেৰে অভিহিত হবৰ যোগ্য"—(অসমীয়া গল্প সংকলন, অসম প্ৰকাশন পৰিষদ ঃ পৃঃ ১১ )

অসমীয়া সাহিত্যৰ ষষ্ঠ দশকৰ পৰা এতিয়া-লৈকে (৮ম দশকৰ আধাডোখৰ কাললৈকে) গোলা-ঘাটৰ সাহিত্যিকসকলৰ ভিতৰত প্ৰধানকৈ চৈয়দ আব্দুল মালিক, নীলমণি ফুকন, নগেন শইকীয়া, গোলাপ খাউণ্ড, অৰুণ গোস্বামী, চিদানন্দ শইকীয়া, কেশৱ শইকীয়া, লক্ষীকান্ত মহন্ত, নগেন ঠাকুৰ, দীন তামুলী, হেম বৰা, জীৱন দাস, প্ৰফুল্ল বৰা, ললিত বৰুৱা, ডঃ শিশিৰকুমাৰ দত্ত, ধীৰেন দত্ত, যদু শইকীয়া, বিশ্বেশ্বৰ হাজৰিকা, বাণী বৰুৱা, মহেন্দ্ৰ প্ৰসাদ বৰুৱা, ভবেশ খাউণ্ড, দুলাল বৰদলৈ, অৰূপা পটঙ্গীয়া, মীনা চলিহা, পুতুল হাজৰিকা, টঙ্ক কোঁৱৰ, লক্ষীপ্ৰিয়া বৰদলৈ, ধনী বৰা, আচমা আহমেদ, উমা বৰুৱা, জেহিৰুল হুছেইন, তিলক বৰা, অনিল শইকীয়া, তাৰতি শইকীয়া, স্বৰ্ণ শইকীয়া (কাকতি), মঞ্জুমালা বৰুৱা, অৰুণ কলিতা, কৌস্তুভমণি শইকীয়া, জ্ঞানবালা বৰুৱাৰ নামেই লব পাৰি।

উল্লিখিত লেখক-লেখিকাসকলৰ ভিতৰত অসমীয়া সাহিত্যত দৃঢ়ভাবে প্ৰতিষ্ঠিত লেখক সকলৰ উপৰিও আলোচনী, কাকত-পত্ৰ আদিত মাজে-মূধে লিখি থকা আৰু এসময়ত লিখিবলৈ আৰম্ভ কৰি বৰ্তমান নিৰৱ হৈ পৰা সাহিত্যিকসকলক ধৰা হৈছে। উল্লেখযোগ্য যে উল্লিখিত লেখকসকলৰ ভিতৰত ৰহস্যলেখক, নাট্যকাৰ, প্ৰৱন্ধলেখক আদিকো সামৰি লোৱা হৈছে।

**চৈয়দ আব্দুল মালিক** ঃ—আধুনিক অসমীয়া সাহিত্যৰ "ৰামধেনু যুগ"ৰ আটাইতকৈ শক্তিশালী আৰু জনপ্ৰিয় লেখকগৰাকীয়েই হ'ল চৈয়দ আব্দুল মালিক। যথাৰ্থ বিচাৰত, চৈয়দ আব্দুল মালিকৰ আবিৰ্ভাৱ "আৱাহন যুগ"তেই। 'আৱাহন যুগ'ৰ ত্ৰিশৰ দশকত মধ্যবিত্ত জীৱনৰ এটা ঠেক গণ্ডী আৰু সীমাবদ্ধ অভীপ্সাৰ মাজত আৱদ্ধ থকা গতানু-গতিক জীৱনকাহিনীয়ে যেতিয়া পাঠকক আমুৱাবলৈ আৰম্ভ কৰিছিল—ঠিক সেই সময়তেই চৈয়দ আব্দুল মালিকে তেওঁলোকৰ চকুৰ আগত সৃষ্টি কৰি দেখু-ৱালে এখন ব্যাপকতৰ অভিজ্ঞতাৰ জগত"। - - - গোলা-ঘাটৰ নাহৰণিৰ লেখক চৈয়দ আব্দুল মালিকেই অসমীয়া সাহিত্যৰ ( বিশেষকৈ গল্প সাহিত্যৰ ) চল্লিশৰ দশকৰ একমাত্ৰ উল্লেখযোগ্য গল্পকাৰ বুলি হোমেন বৰগোহাঞিয়ে তেখেতৰ সম্পাদিত, অসম প্ৰকাশন পৰিষদৰ দ্বাৰা প্ৰকাশিত ; "অসমীয়া গল্প সংকলন"ৰ গল্পকাৰসকলৰ আলোচনাত উল্লেখ কৰিছে। কেৱল চল্লিশৰ দশকেই নহয়—লেখক জীৱনৰ আৰম্ভ-নিৰে পৰা এতিয়ালৈকে নিৰৱচ্ছিন্নভাবে সাহিত্য সেৱাৰ কন্টকাকীৰ্ণ পথ বাচি লোৱা চৈয়দ আব্দুল মালিক একেধাৰে গল্পকাৰ, ঔপন্যাসিক, নাট্যকাৰ, কবি, ব্যঙ্গলেখক, প্ৰৱন্ধ লেখক ৰূপে উদ্ভাষিত।

বৰ্তমান অসমীয়া সাহিত্যত আটাইতকৈ বেছি সংখ্যক গল্প চৈয়দ আব্দুল মালিকেই লিখিছে ; আটাইতকৈ বেছিসংখ্যক উপন্যাস মালিকেই লিখিছে। এই লিখাসমূহৰ উপৰিও অসমীয়া জাতীয় জীৱনলৈ অহা অস্থিৰ মুহূৰ্তত আকুলশৰীয়া হৈ বহি তেওঁ কেতিয়াবা, কেতিয়াবা "মই অসমীয়া" বুলি নিজকে চিকুটি চাইছে, "শিলে সাৰ পালে" বুলি সকলোকে জগাই তুলিব খুজিছে, "হিউৱেন চাং-ৰ ফাঁচী"ৰ কৰুণ দৃশ্য চাইছে।

যোৱাবছৰ ( এতিয়ালৈকে ) অসম সাহিত্য সভাৰ সভাপতি আসন অলঙ্কৃত কৰা চৈয়দ আব্দুল মালিক কেৱল গোলাঘাটৰ বুলিয়েই নহয়, অসমীয়া ভাষা সাহিত্যৰ আধুনিক যুগটোৰ লাইখুটা স্বৰূপ। চল্লিশ, পঞ্চাশ আৰু ষাঠিৰ দশকত চৈয়দ আব্দুল মালিকৰ যি লিখনি অবিৰামভাৱে চলি আছিল—সত্তৰৰ দশকত সেয়া ক্ৰমে ক্ষীণ হৈ আহিবলৈ ধৰিলে যদিও সত্তৰৰ দশকত মালিকে গল্পতকৈও উপন্যাসৰ ফালে বেছি মন দিলে। বৰ্তমান মালিকে দুই-এটা প্ৰৱন্ধ লিখাৰ ওপৰত গুৰুত্ব দিছে আৰু যি দুই-এটা গল্প লিখিছে—তাতো প্ৰতিফলিত হৈছে তীৰ্যক ব্যঙ্গ।

**নীলমণি ফুকন** ঃ—অসমীয়া সাহিত্যৰ আধুনিক যুগটোৰ অন্যতম স্মৰণীয় আৰু একাগ্ৰ সাধনাৰ পৰিচয় দিয়া কবি নীলমণি ফুকনৰ ঘৰ গোলাঘাটৰ দেৰগাঁৱত। বৰ্তমান গুৱাহাটীৰ আৰ্যবিদ্যাপীঠ কলেজৰ বুৰঞ্জীৰ অধ্যাপক নীলমণি ফুকনৰ প্ৰথম কবিতাটোৱেই "বুৰঞ্জী"। এই সন্দৰ্ভত কবিৰ নিজা কথা—"আগতে কেইবাটাও কবিতা লিখিছিলোঁ যদিও 'বুৰঞ্জী"কেই মই মোৰ প্ৰথম কবিতা বুলি ভাবো" ( মোৰ কবিতা ঃ নেপথ্যৰ কথা ঃ সংলাপ ৩য় সংখ্যা )।

অসমীয়া সাহিত্যৰ পঞ্চাশৰ দশকতে তেওঁ কবিতা লিখিবলৈ লয় যদিও ষাঠিৰ দশকত তেখেতে অনেক ৰসোত্তীৰ্ণ কবিতা লিখে আৰু ইয়াৰ দ্বাৰা অসমীয়া সাহিত্যত এখন নিগাজী আসন লাভ কৰিবলৈ সমৰ্থ-বান হয়। "এক অন্তৰ্নিহিত সুৰ আৰু ৰুচিৰ, শোভন প্ৰকাশভঙ্গীৰ সমন্বয় ফুকনৰ কবিতাৰ বৈশিষ্টা। বস্তুক অনুভূতিৰ ৰসয়েনেৰে অৰ্থময়তা দান কৰাই ফুকনৰ কবিতাৰ অন্যতম লক্ষণ।"

ইতিমধ্যে "সূৰ্য্য হেনো নামি আহে এই নদীয়েদি,' "আৰু কি নৈশব্দ"' "ফুলি থকা সূৰ্যমুখী ফুলটোৰ ফালে", কাঁইট গোলাপ আৰু কাঁইট" নামৰ কেইবা-খনো কাব্য সংকলন, শ্ৰীফুকনৰ প্ৰকাশ পাইছে। তদুপৰি, অসমীয়া ভাষালৈ তেওঁ "জাপানী কবিতা"ৰ পুথি অনুবাদ কৰিছে। এতিয়া চীনা কবিতাৰ অনু-বাদত ব্যস্ত থকা শ্ৰীফুকনে অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰিব খোজা অসমীয়া কবিতাৰ সংকলনৰ সম্পাদনাৰ দায়িত্বতো আছে।

স্বৰূপাৰ্থত কবলৈ গলে পঞ্চাশৰ দশকত গোলা-ঘাটৰ সাহিত্যসেৱীসকলৰ ভিতৰত চৈয়দ আব্দুল মালিক আৰু নীলমণি ফুকনেই প্ৰধান যদিও এই সময়ছোৱাৰ ভিতৰতে প্ৰগতিশীল কবি স্বৰ্গীয় ধীৰেন দত্তৰ নামো উল্লেখযোগ্য। অসমীয়া প্ৰগতিশীল কবিতাৰ জন্মদাতা হিচাপে ( এই শতিকাৰ তৃতীয় দশকত ) স্বৰ্গীয় ধীৰেন দত্তও অন্যতম।" অৱশ্যে অসমীয়া প্ৰগতিশীল কবিতাৰ এই ধাৰাটো নিৰৱচ্ছিন্ন নহয়। বিশেষকৈ ষাঠিৰ দশকত প্ৰগতিশীল কবিতাৰ অবয়বটো বৰ নিস্তেজ আৰু নিশকতীয়া" ( মোৰ দেশ ঃ বিশেষ কবিতা সংখ্যা)।

পঞ্চাশৰ দশকৰ শেষৰ ফালে গোলাঘাটৰ পৰা আৰু কেইজনমান ডেকা লেখকে বিভিন্ন কাকত-আলোচনীত আত্মপ্ৰকাশ কৰি ক্ৰমাত জনপ্ৰিয়তা লাভ কৰিবলৈ সক্ষম হৈছিল। সেইসকল লেখকৰ ভিতৰত কবিতাত ভবেশ খাউণ্ড (দেৰগাওঁ) ; বাণী বৰুৱা, মহেন্দ্ৰপ্ৰসাদ বৰুৱাৰ নাম উল্লেখযোগ্য। গল্প লিখক হিচাপে বোকাখাতৰ গোলাপ খাউণ্ডে কেইটামান উত্তীৰ্ণ চুটি গল্প লিখিছিল। কিন্তু বৰ্তমান এই কবি-সাহিত্যিকসকল সম্পূৰ্ণ নীৰৱ। মাত্ৰ গোলাপ খাউণ্ডে বৰ্তমান সাহিত্যৰ সুঁতিটোৰ লগত ক্ষীণভাবে যোগসূত্ৰ এটি ৰাখিছে। উল্লেখযোগ্য যে বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ সম্পাদনাত প্ৰকাশ পোৱা 'ৰামধেনু'ৰ পাততেই আটাই কেউজন লিখকে আত্মপ্ৰকাশ কৰাৰ সুবিধা পাইছিল।

ষষ্ঠ দশকত আত্মপ্ৰকাশ কৰা অসমীয়া সাহিত্যৰ বিশিষ্ট লেখকসকলৰ ভিতৰত শ্ৰীনগেন শইকীয়াৰ নামেই প্ৰথমতে লব লাগিব। শ্ৰীশইকীয়াৰ বাহিৰেও অন্যান্য লেখকসকলৰ ভিতৰত নগেন ঠাকুৰ (দেৰ গাঁও ), লক্ষীকান্ত মহন্ত ( দেৰগাঁও ), চিদানন্দ শইকীয়া আদি লেখকসকলৰ কথা ক'ব পাৰি।

শ্ৰীনগেন শইকীয়া বৰ্তমান অসমীয়া সাহিত্যৰ এজন আগশাৰীৰ চুটিগল্প লিখক। চুটিগল্পৰ বাহিৰেও দুই-এটা প্ৰৱন্ধ আৰু দুই-এখন পুথি সম্পা-দনাৰ দায়িত্বও শ্ৰীশইকীয়াই লৈছে। কিন্তু, মূলতে এখেত এজন কৃতী চুটিগল্প লিখকহে।

গোলাঘাটৰ ঢেকিয়াল অঞ্চলত জন্ম গ্ৰহণ কৰি গ্ৰাম্যজীৱনক সুন্দৰভাবে জানিবলৈ সুবিধা পোৱা শ্ৰীশইকীয়াৰ গল্পত গ্ৰাম্যজীৱনৰ নিখুঁত ছবি প্ৰকাশ পোৱাতকৈ টাউনৰ লগত সঙ্গতি ৰাখি গ্ৰাম্যসমাজলৈ যি পৰিবৰ্তন আহিল—তাৰ ছবিৰ ওপৰত গুৰুত্ব

আৰোপ কৰিলে। অৱশ্যে, গল্পকাৰ হিচাপে অৱতীৰ্ণ হোৱাৰ প্ৰথমাৰ্দ্ধত শ্ৰীশইকীয়াই এনে ধৰণৰ চুটি-গল্প লিখিবলৈ লৈছিল। পিছলৈ, তেখেত গল্প-লেখক হিচাপে অধিক সচেতন হ'ল। সপ্তম দশকত বিশ্বসাহিত্যৰ ক্ষেত্ৰলৈ অহা পৰিবৰ্তন, নানান ধৰণৰ পৰীক্ষা-নিৰীক্ষাৰ প্ৰতি নগেন শইকীয়া আকৃষ্ট হ'ল আৰু এনে ধৰণৰ নতুন পদ্ধতিৰে তেখেতে গল্প লিখাত মনোনিবেশ কৰিলে। এনে ধৰণৰ নতুনৰ পৰীক্ষা-নিৰীক্ষাত শ্ৰীশইকীয়া সম্পূৰ্ণ সফল হৈছেনে নাই—সেয়া সময়ে বিচাৰ কৰিব ; কিন্তু, ইতিমধ্যে তেখেতে কেইবাটাও উত্তীৰ্ণ গল্প অসমীয়া সাহিত্যত লিখিছে।

শ্ৰীশইকীয়াই 'মণিদীপ' আলোচনীত এখন চুটি উপন্যাসো লিখিছিল; 'অসম বাতৰি' কাকতত ধাৰাবাহিকভাৱে গাওঁ আৰু নগৰৰ কথা লিখিছিল ; তদুপৰি, বৰ্তমান গল্প-সাহিত্যৰ ওপৰত দুই-এটি নিৱন্ধ লিখাও আমাৰ চকুত পৰিছে।

হোমেন বৰগোহাঞিয়ে নগেন শইকীয়াৰ গল্প-প্ৰতিভাক উপলক্ষ কৰি কৈছে "তেওঁ এজন সম্ভাৱনা-পূৰ্ণ লেখক ; ৰচনা-ৰীতিৰ পৰীক্ষা-নিৰীক্ষাৰ লগত নিজৰ সৃষ্টিশীল কল্পনাৰ সমন্বয় ঘটাব পাৰিলে অসমীয়া গল্প-সাহিত্যলৈ তেওঁ উল্লেখযোগ্য অৰিহণা আগবঢ়াব পাৰিব বুলি আশা কৰিব পাৰি।"

নগেন শইকীয়াৰ সমসাময়িক সময়তেই দেৰগাঁও কলেজৰ অধ্যাপক নগেন ঠাকুৰ, . বোকাখাটৰ শ্ৰীগোলাপ খাউণ্ডৰ নাম উল্লেখ কৰিব পাৰি। শ্ৰীঠাকুৰে যি দৰে কবিতা লিখাত মনোনিবেশ কৰি এতিয়ালৈকে সেই প্ৰচেষ্টা অব্যাহত ৰাখিছে ; ঠিক সেইদৰে শ্ৰীখাউণ্ডে সাহিত্য চৰ্চাৰ পৰিবেশত নিজকে আৱদ্ধ কৰি ৰাখিব পৰা নাই। আনহাতে, দেৰগাঁও কমল দুৱৰা কলেজৰ অধ্যাপক শ্ৰীলক্ষ্মীকান্ত মহন্তই নিজস্বভাৱে গ্ৰাম্য পটভূমিকেই ভেটি হিচাপে লৈ অসমীয়া ভাষাত কেইবাখনো উপন্যাস ৰচনা কৰিছে।

ষাঠিৰ দশকত (সপ্তম দশক) অসমীয়া সাহিত্যলৈ অৰিহণা আগবঢ়োৱা লেখকসকলৰ ভিতৰত প্ৰধানকৈ নগেন শইকীয়া, লক্ষ্মীকান্ত মহন্ত, নগেন ঠাকুৰ, কালীপ্ৰসাদ গোস্বামী, ললিত বৰুৱা, চিদানন্দ শইকীয়া, ডঃ শিশিৰ কুমাৰ দত্ত, দীন তামুলী, যদুনাথ শইকীয়া, জীৱন দাস, বিশ্বেশ্বৰ হাজৰিকা, অৰুণ গোস্বামী, হেম বৰা, কেশৱ শইকীয়া, পুতুল হাজৰিকা আদিৰ নাম লব পাৰি যদিও যথাৰ্থ বিচাৰত অসমীয়া সাহিত্যলৈ বিশেষ অৰিহণা আগবঢ়োৱা লেখকৰ সংখ্যা তাকৰীয়া।

১৯৭১ চনত ( ২৮ নবেম্বৰ আৰু ৫ ডিচেম্বৰ ) 'অসম বাতৰি' নামৰ কাকতখনত প্ৰকাশ পোৱা "কেইজনমান নতুন গল্প-লেখক" শীৰ্ষক এটা ধাৰাবাহিক প্ৰৱন্ধত কেশৱ শইকীয়া আৰু অৰুণ গোস্বামী প্ৰসঙ্গত আদ্যনাথ গোস্বামীয়ে লিখিছিল—"মানৱ মনৰ সূক্ষ্মানুভূতিক লৈ শইকীয়াই (কেশৱ) গল্প লিখে আৰু ইয়াত তেওঁ সাৰ্থকতা লাভ কৰিছে বুলি কবই লাগিব। শইকীয়াৰ গল্পৰ ভাষা অনাড়ম্বৰ কিন্তু কাব্যিকতা বিৰাজমান। মানৱ জীৱনৰ এটি মুহূৰ্তক নাটকীয় উৎকণ্ঠাৰে ৰূপদান কৰাত শইকীয়া সিদ্ধহস্ত।"——

—ডেকা লিখক অৰুণ গোস্বামীয়ে ইতিমধ্যে বহু গল্প লিখিছে। —সমাজ পৰিবৰ্তন সম্পৰ্কে লিখক সচেতন। অনুশীলনীৰ অভাৱ নহলে গোস্বামীৰ গল্পই মহত্তৰ বাটত খোজ দিয়াৰ সম্ভাৱনা যথেষ্ট।"

হেম বৰা কবি হিচাপেই জনাজাত যদিও এগৰাকী সফল ঔপন্যাসিক আৰু নিবন্ধকাৰ। মাজে-সময়ে গল্প, নাটক আদিও ৰচনা কৰে। সংখ্যাত নগণ্য যদিও জেহিৰুল হুছেইনৰ দুই এটা গল্প লেখত লব লগীয়া। চিদানন্দ শইকীয়া, ললিত বৰুৱা, কালীপ্ৰসাদ গোস্বামী আদি লেখকসকলৰ ক্ষেত্ৰতো এই কথাকেই কব পাৰি।

কমাৰবন্ধাৰ দীন তামুলী এজন লেখত লবলগীয়া ৰহস্যলেখক। আনহাতে এসময়ৰ বন বিভাগৰ বিষয়া শ্ৰীজীৱন দাসও বৰ্তমান গোলাঘাটত নিগাজীকৈ বসবাস কৰিবলৈ লৈছে। শ্ৰীদাসে অৰণ্যক, অৰণ্যৰ পশু-পখী, অৰণ্যৰ জড়তাক—জড়তাৰ পৰা তুলি মুখৰ কৰিলে। শিশু সাহিত্যিক হিচাপেও তেখেত জনাজাত।

অসমীয়া সাহিত্য-সমালোচনা জগতৰ এজন কৃতী লেখক বিশ্বেশ্বৰ হাজৰিকাৰ ঘৰ গোলাঘাটৰ সৰুপথাৰত। নিৰ্ভিক তথা সাহসী সমালোচক শ্ৰীহাজৰিকা বৰ্তমান গুৱাহাটী বি, বৰুৱা, কলেজৰ অধ্যাপক। এখেতে নিজস্ব দৃষ্টিভঙ্গীৰে অসমীয়া সাহিত্যত কেইবাটাও মূল্যবান প্ৰৱন্ধ লিখিছে।

উল্লিখিত লেখকসকলেই গোলাঘাটৰ আধুনিক যুগৰ সাহিত্যসেবী যদিও অষ্টম দশকৰ প্ৰথমাৰ্দ্ধৰ লেখক-লেখিকাসমূহ, তদুপৰি অনুবাদ সাহিত্যৰ ওপৰত গুৰুত্ব দিয়া লেখকসকলৰ বিষয়ে এতিয়ালৈকে কোৱা হোৱা নাই। অনুবাদ সাহিত্যৰ কথা কলেই গোলাঘাটৰ যদুনাথ শইকীয়াৰ কথাই কব লাগিব। এখেতে মেক্সীম গৰ্কীৰ "মা" আৰু টলষ্টয়ৰ "নৱ-জীৱন" উপন্যাস দুখন অসমীয়ালৈ অনুবাদ কৰি প্ৰকাশ কৰিছে। দুই এজন বিজ্ঞ লোকে "মা" উপন্যাসখনিৰ অনুবাদ অসমীয়া সাহিত্যৰ সুন্দৰ আৰু সাৱলীল অনুবাদৰ দৃষ্টান্ত বুলি কব খোজে।





ভ্ৰমণ সাহিত্যৰ "আকাশী পথেদি বিদেশলৈ"ৰ লিখিকা জ্ঞানদাবালা বৰুৱা গোলাঘাটৰ। তদুপৰি, "চিয়েন নদীৰ টোৰ" লিখিকা উমা বৰুৱাও গোলাঘাটৰ বোৱাৰী। এখেতে এতিয়া 'অজন্তা' নামৰ মাহেকীয়া আলোচনী এখনৰ সম্পাদিকা।

নাটক ৰচনাৰ ক্ষেত্ৰত প্ৰসিদ্ধ নাট্যকাৰ সুৰেন্দ্ৰনাথ শইকীয়াক বাদ দি আধুনিক যুগত কোনো নাট্যকাৰ নাই বুলি কব পাৰি। স্বৰ্গীয় সোমেশ্বৰ কলিতাই গোলাঘাট ৰঙ্গমঞ্চৰ উপযোগী কৰি কেইখনমান নাটক লিখিছিল। সেই নাটককেইখনৰ ভিতৰত হাস্যৰসাত্মক নাটক কেইখনৰ কথা বিশেষ ভাৱে উল্লেখযোগ্য।

সপ্তম দশকৰ শেষৰফালে গোলাঘাটৰ সাহিত্য-সেৱীসকলৰ ভিতৰত কেইবাগৰাকীও লেখক-লেখিকাৰ নাম উল্লেখ কৰিব পাৰি। এই লেখক-লেখিকাসকলৰ ভিতৰত কেইবা গৰাকীয়ে কিছু পৰিমাণে হলেও ভৱিষ্যত উজ্জ্বল স্বাক্ষৰৰ প্ৰতিশ্ৰুতি দিব পাৰিছে। এই লেখক লেখিকা সকলৰ ভিতৰত কুমুদ কুমাৰ দত্ত ; অৰূপা পটঙ্গীয়া ; ধনী বৰা, মীনা চলিহা ; কৌস্তুভমণি শইকীয়া ; আচমা আহমেদ ; লক্ষ্মীপ্ৰিয়া বৰদলৈ ; পুতুল হাজৰিকা ; টঙ্ক কোঁৱৰ ; তিলক বৰা ; অনিল শইকীয়া আদিৰ নাম লব পাৰি। সংখ্যাত তাকৰিয়া যদিও ধনী বৰাৰ প্ৰৱন্ধ, অৰূপা পটঙ্গীয়া, মীনা চলিহা টঙ্ক কোঁৱৰ গল্প ; আচমা আহমেদ, লক্ষ্মীপ্ৰিয়া বৰদলৈ আৰু পুতুল হাজৰিকাৰ কবিতাই ইতিমধ্যে পাঠকক আকৃষ্ট কৰিব পাৰিছে। নিয়ত চৰ্চা আৰু অধ্যয়ন, চিন্তা সজাগ হৈ থাকিলে এই গোলাঘটীয়া লেখক লেখিকাসকলৰ পৰা অসমীয়া সাহিত্যই অনেক আশা কৰিব পাৰে।

উল্লিখিত লেখক লেখিকাসকলৰ উপৰিও বিভিন্ন কাকত-আলোচনী আদিত দুই-এগৰাকী লিখক লিখিকাৰ গল্প, কবিতা, আলোচনা আদি প্ৰকাশ হোৱা আমাৰ চকুত পৰিছে। সেইসকলৰ ভিতৰত বাদুলীপাৰাৰ প্ৰশান্ত বৰা, ভোলাগুৰিৰ মঞ্জুমালা বৰুৱা, গোলাঘাটৰ স্বৰ্ণ শইকীয়া ( কাকতি ); আৰতি শইকীয়া আদিৰ নাম উল্লেখযোগ্য। এই সকল লেখক-লেখিকাৰ বাহিৰেও স্থানীয়ভাৱে প্ৰকাশ পোৱা কাকত, আলোচনী আদিত গোলাঘাটৰ অনেক লেখক-লেখিকাৰ নাম পোৱা যায়। এনে ধৰণৰ লিখক লিখিকাসকলৰ নাম উল্লেখ কৰাৰ বাহিৰে অন্য কিবা কবলগীয়া নাই।



# গোলাঘাটত বৈষ্ণৱ সাহিত্য চৰ্চা ঃ এটি খতিয়ান

শ্ৰীলক্ষ্মীচন্দ্ৰ গোস্বামী

প্ৰাকবৈষ্ণৱ যুগৰ শেষৰফালে বৈষ্ণৱী সাহিত্য ৰচা হলেও দৰাচলতে পঞ্চাদশ শতিকাৰ বৈষ্ণৱ ধৰ্মৰ সংস্কাৰক আৰু প্ৰবল সোঁত বোৱাওঁতা শ্ৰীমন্ত শঙ্কৰদেৱ-মাধৱদেৱৰ দিনৰ পৰাহে পূৰ্ণ বিস্তৃতি লাভ কৰে। সেয়েই বোধহয় বুৰঞ্জী-লিখক দেবেন বেজবৰুৱাই এই সময়খিনিক উন্নতিৰ যুগ বুলি আখ্যা দিছে। বৈষ্ণৱ ধৰ্ম হ'ল বিষ্ণুৰ মহত্ব উপাসনাৰ ভেটিত প্ৰতিষ্ঠিত মানবীয় ভক্তিধৰ্ম। ভাৰতত ধৰ্মৰ গ্লানি হওঁতে ধৰ্ম ৰক্ষা কৰিবলৈ স্বয়ং বিষ্ণুৰ কৃষ্ণৰূপে আবিৰ্ভাব হয় আৰু তেওঁৰ জীৱনব্যাপি কৰা সংগ্ৰামৰ পটভূমিত ৰচিত হৈছিল মহাভাগৱত আৰু তেওঁৰ আদৰ্শ আৰু মহান বাণীৰ সম্বল বহন কৰিছিল গীতাই। এই কৃষ্ণৰ গুণগান, সেৱা-ভক্তিয়েই হ'ল মানৱ মুক্তি আৰু শান্তিৰ প্ৰকৃত পথ। শঙ্কৰদেৱকে আদি কৰি মহাপুৰুষসকলে সংস্কৃতৰ মূলগ্ৰন্থৰ পৰা তাৰ তত্বসমূহ গীত, পদ, ঘোষা, নাট, ঝুনা আদিৰ মাধ্যমেৰে সাৱলীল আৰু বোধগম্য ভাষাৰে প্ৰচাৰ কৰিলে। এই সময়ত এই ধৰ্মীয় চেতনাৰ বাবে ৰচনা কৰোঁতেই অসমীয়া ভাষা আৰু সাহিত্য ঠন ধৰি উঠিল। এই উন্নতিত সমকালীন আহোম ৰজাসকলৰ অৱদানো উল্লেখনীয়। এই সময়তে অসমীয়া সাহিত্যৰ এটি উজ্বল দিশ আৰম্ভ হয়। অসমীয়া সাহিত্যক প্ৰাণময় কৰাত বৈষ্ণৱ ধৰ্মৰ অৱদানেই সবাতোকৈ লেখত লবলগীয়া।

উত্তৰ-বৈষ্ণৱ যুগৰ সাহিত্য-সৃষ্টিও বৈষ্ণৱ যুগৰে চৰম সাধিত অৱস্থা বুলি কব পাৰি। সেইকালত সাগৰ খৰি, বিষ্ণুৰাম দ্বিজ, ৰাম মিশ্ৰ, আতা অনন্ত ঠাকুৰ, ৰামনাথ মহন্ত, ৰূদ্ৰসিংহৰ ৰাজসভাৰ কবি কবিৰাজ চক্ৰবৰ্ত্তী, দুৰ্গেশ্বৰ দ্বিজ, ভৱানী দাস আদি লেখকসকলে সাহিত্য ৰচনা কৰে। এই ৰচনাসমূহেই অসমীয়া ভাষা-সাহিত্য বুৰঞ্জীৰ যুগমীয়া সম্বল আৰু ৰচকসকল আমাৰ চিৰপূজ্য—স্মৰণীয় আৰু বৰণীয়।

প্ৰাকবৈষ্ণৱ আৰু বৈষ্ণৱ যুগৰ গোলাঘাট অঞ্চলৰ লিখকসকলৰ বিষয়ে সাহিত্যৰ বুৰঞ্জীত কোনো প্ৰামাণ্য তথ্য পোৱা নাযায়। এই উভয় যুগত নগাওঁ, কামৰূপ আৰু শিৱসাগৰৰ লিখক-লিখিকাই প্ৰাধান্য লাভ কৰি আহিছে। উত্তৰ-বৈষ্ণৱ যুগৰ অসমীয়া গদ্য-সাহিত্যৰ অন্যতম কীৰ্তিস্তম্ভ "কথা ৰামায়ণ"ৰ ৰচয়িতা ৰঘুনাথ মহন্তৰ ঘৰ গোলাঘাটৰ দৈয়াং এলেকি সত্ৰত। সমালোচকসকলে এই পুথিখনক অসমীয়া সাহিত্যৰ অমূল্য সম্পদ বুলি স্বীকৃতি দি আৰু ভট্টদেৱৰ এশ বছৰৰ পিচত কথা ৰামায়ণ 'গদ্য সাহিত্যৰ আন এটা মাইলৰ খুটি' বুলি সংজ্ঞা দিছে। ইয়াৰ ভাষা "ঠায়ে ঠায়ে অনুভূতিপূৰ্ণ আৰু স্বাভাৱিক উচ্ছাসযুক্ত" বুলি অভিহিত কৰিছে। ডঃ সত্যেন্দ্ৰনাথ শৰ্মাৰ ভাষাৰে "অসমীয়া সাহিত্যৰ বুৰঞ্জীত কথা ৰামায়ণৰ বিশেষ স্থান আছে।" ৰঘুনাথ মহন্তই 'শত্ৰুঞ্জয়' আৰু 'অদ্ভুত ৰামায়ণ' নামৰ আৰু দুখন পুথি ৰচনা কৰিছিল। এই ৰচনাসমূহ ইমান সুখপাঠ্য আৰু সুৰুচিপূৰ্ণ যে গৱেষক মণ্ডলীয়ে কথা সাহিত্যৰ ওজা ভট্টদেৱৰ পিছত কথা ৰামায়ণৰ বাহিৰে সহজ-সৰল সাধুভাষাৰ গদ্যপুথি সৃষ্টি হোৱা নাছিল বুলি স্বীকাৰ কৰিছে।

মহন্তৰ পাছতে সেই কালৰ আন এজন গোলাঘাটৰ বিশিষ্ট বৈষ্ণৱসাহিত্য লিখক হ'ল দুৰ্গেশ্বৰ দ্বিজ। এওঁ নেঘেৰিটিঙৰ শিৱদৌলৰ বৰঠাকুৰৰ ঘৰৰ। এওঁৰ পূৰ্বপুৰুষক স্বৰ্গদেৱ প্ৰতাপ সিংহই কনৌজৰ পৰা অনাইছিল। এওঁ সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱাৰ বংশোদ্ভৱ বুলিও খ্যাত। স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহৰ দিনত অষ্টাদৰ শতিকাত দুৰ্গেশ্বৰ দ্বিজে ব্ৰহ্মবৈবৰ্ত্ত পুৰাণ প্ৰকৃতি খণ্ডৰ পদ অসমীয়ালৈ ভাঙনি কৰিছিল। এই সময়খিনিত গোলাঘাট অঞ্চলৰ অন্য কোনো বৈষ্ণৱ লিখকৰ সম্পৰ্কে বহলভাবে জনা নাযায়। পৰবৰ্তী যুগত অন্য বিভিন্ন ৰুচিৰ সাহিত্য সৃষ্টিৰ লগতে বৈষ্ণৱসাহিত্য চৰ্চাৰো এক সুদৃঢ় আৰু প্ৰভাৱশালী পদক্ষেপ দৃষ্টি গোচৰ হৈছে। জনসাধাৰণে দেশ-বিদেশৰ বিভিন্ন সাহিত্য আৰু শিক্ষাৰ প্ৰভাৱত প্ৰভাৱান্বিত হৈ অহাৰ লগে লগে প্ৰাচীন বৈষ্ণৱ সাহিত্যৰ ওপৰত এক গভীৰ গৱেষণা চলোৱাৰ প্ৰচেষ্টা পৰিস্ফুট হৈছে। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰ আৰু মাধৱদেৱক বিশ্ব দৰবাৰত সুপ্ৰতিষ্ঠিত কৰাৰ পৰিকল্পনা অসমীয়া গুণমুগ্ধ সমাজৰ বৰ্ত্তমান এক মহৎ আৰু আশাপ্ৰদ প্ৰচেষ্টা। এই চিন্তাৰ পৰিপ্ৰেক্ষিতত সাম্প্ৰতিক কালত বৈষ্ণৱ সাহিত্যই বিশেষ ভাৱে গা-কৰি উঠিছে। অসম সত্ৰ সংঘ, শ্ৰীমন্ত শঙ্কৰদেৱ সংঘ আদিৰ প্ৰভাৱো এই ক্ষেত্ৰত শ্ৰদ্ধাৰে স্বীকাৰ্য্য।

এই খিনিতে মনত পৰে অসমীয়া নৱন্যাসৰ ত্ৰিমূতিৰ তৃতীয়জন স্বৰ্গীয় হেমচন্দ্ৰ গোস্বামীলৈ। এই ক্ষণজন্মা পুৰুষজনৰ ঘৰ আছিল ঢেকীয়ালৰ গৌৰাঙ্গ সত্ৰত। এওঁ পোনপটীয়াভাৱে বৈষ্ণৱ সাহিত্যৰ স্ৰষ্টা নাছিল। এওঁ আছিল সেইবিষয়ৰ এজন গৱেষক। তেওঁৰ বৈষ্ণৱ সাহিত্যৰ সংৰক্ষণ আৰু সংগ্ৰহ-কাৰ্যত যোগোৱা অৱদান অতুলনীয়। পুৰাতত্ব অনুসন্ধান সমিতি গঠন কৰি পুৰণি সাহিত্যৰ সম্বল উদ্ধাৰ কৰোঁতে তেওঁ সংগ্ৰহ কৰিলে বাৰশখনমান গ্ৰন্থ। তেৰশ চৌত্ৰিশখন সাঁচিপতীয়া পুথিৰ তেওঁৰ সংস্পৰ্শলৈ আহিছিল আৰু উদ্ধাৰ কৰিছিল। দুশ তেত্ৰিশখনৰ ইংৰাজী সম্পাদনা কৰিলে আৰু ৫২৫ খন পুথিৰ তালিকা যুগুত কৰি ভাষা সাহিত্যৰ ভঁৰাললৈ বিশেষ বৰঙণি আগবঢ়াইছিল। এই সংগৃহীত সৰহখিনি পুথিয়েই নিঃসন্দেহে বৈষ্ণৱ সাহিত্যৰ পটভূমিত ৰচিত। তেওঁ কথাগীতা, কথা ভাগৱত সম্পাদনা কৰি উলিয়াইছিল। তেওঁৰ লিখিত "স্তুতি" কবিতা ভাগৱত-প্ৰেমৰ এক পৰম নিদৰ্শন। এই কবিতাটি আধুনিক যুগৰ কবিতা হ'লেও মানৱ প্ৰেম, ঈশ্বৰ সেৱা, আৰু আধ্যাত্মিক ভাবাদৰ্শৰ সমন্বয় প্ৰসূত বৈষ্ণৱ আদৰ্শৰ ৰচনা। স্বৰ্গীয় পদ্মনাথ গোহাঁই বৰুৱাই বোধহয় তেওঁৰ সৎ বৈষ্ণৱ মনৰ উমান পায়েই নিজৰ প্ৰখ্যাত সৃষ্টি শ্ৰীকৃষ্ণৰ পাতনি লিখোৱাৰ পোষকতা কৰিছিল। দুৰ্ভাগ্যবশতঃ মৃত্যুৱে স্বৰ্গীয় গোস্বামীক এই সুযোগ ৰক্ষা কৰাৰ সৌভাগ্য নিদিলে।

গোলাঘাট চহৰৰ অনতিদূৰৰ ৰতনপুৰত জন্ম হোৱা ধলৰ সত্ৰৰ অধিকাৰ স্বৰ্গীয় তীৰ্থনাথ গোস্বামী আছিল এই অঞ্চলৰ শ্ৰেষ্ঠতম বৈষ্ণৱ-সাহিত্য-সাধক। তেওঁ নিজে ছপাশালা পাতি 'নাম-ধৰ্ম' নামৰ এখনি ধৰ্ম্মীয় আলোচনী প্ৰকাশ কৰিছিল। সম্ভৱ তেৱেঁই আছিল এনে ধৰণৰ আলোচনী প্ৰকাশৰ বাটকটীয়া। তেওঁ ভালেকেইখন সাঁচিপতীয়া পুথি উদ্ধাৰ কৰি সেই ছপাশালাত ছপাই প্ৰকাশ কৰিছিল। চেতনা বাঁহী আদিত প্ৰবন্ধ লিখাৰ উপৰিও তেওঁ নামধৰ্ম্ম, ভক্তিতত্ব-দৰ্পণ, বৈষ্ণৱমালা, বৈষ্ণৱ নিত্যকৃত্য, বৈষ্ণৱ কীৰ্ত্তন, মহিলা কীৰ্ত্তন, ঘোষামৃত, ভক্তি সাধন, শৰণ, নামঘৰ, আচাৰ নিৰ্ণয়, আশীৰ্ব্বাদ, পাপপুণ্য, পাষণ্ড-দলন, পাষণ্ড মৰ্দ্দন, মহামোহ, গুৰু-শিষ্য সম্বাদ, ধৰ্মাধৰ্ম কথন, পৰমাৰ্থ তত্ব, নীতি বচন, আদি চাৰ্ব্বিশখন পুথি ৰচনা কৰিছিল। অন্য পুথিৰ বাহিৰেও কীৰ্ত্তন, দশম, ঘোষা, ৰত্নাৱলী, কথাঘোষা, আদি যামল, গুপ্তমণি, পদ্মপুৰাণৰ পৃথিৱীখণ্ড, ৰাম বনবাস, সীতাহৰণ, বালীবধ, লৱণদৈত্যবধ, লৱকুশৰ যুদ্ধ, ধ্ৰুৱ চৰিত্ৰ, নল দময়ন্তী, সুভদ্ৰাহৰণ, আদি ধৰ্ম্মীয় পুথি প্ৰণয়ন, সঙ্কলন আৰু সম্পাদন কৰিছিল। তেওঁৰ বহুত পুথি গোলাঘাটৰ মাজ-মজিয়াত অৱস্থিত যদুমণি ছপাখানা আৰু বৰ্ত্তমানৰ জ্যোতি প্ৰকাশে প্ৰকাশ কৰিছে। বিভিন্ন ধৰ্ম্মপুথিৰ প্ৰকাশন পৰিবেশন আৰু প্ৰচাৰকৰ ভূমিকা লৈ উভয় অনুষ্ঠানে এক মহত অভাৱ পূৰণ কৰিছে। এই সম্পৰ্কত জ্যোতি প্ৰকাশৰ স্বত্বাধিকাৰ শ্ৰীযুত পূৰ্ণচন্দ্ৰ গোস্বামী দেৱৰ অনুৰাগ ভাষা সাহিত্যৰ বুৰঞ্জীত স্মৰণীয় হৈ থাকিব। যদুমণি ছাপাখানাই কীৰ্ত্তন পুথিৰ আহিত সাঁচিপতীয়া কীৰ্ত্তন পুথি আৰু শ্ৰীকৃষ্ণৰ জন্মখণ্ডৰ দশমৰ পৰা উদ্ধৃত আৰু পুথিৰ আকাৰে থাপনাত সজাবলৈ ভাল লগাকৈ দশম পুথি প্ৰকাশ কৰিছিল। জ্যোতি প্ৰকাশে মাধৱদেৱ বিৰচিত নামঘোষাখনি পুথিৰ আকাৰত আৰু ঘোষা পুথিখনৰ পাঠকৰ সুবিধাৰ বাবে ক্ষুদ্ৰ সংস্কৰণ এটি প্ৰকাশ কৰিছিল। ইয়াৰ বাহিৰেও দ্বিজৰাম বিৰচিত চাহপৰী উপাখ্যান, দুৰ্গাবৰী ৰচিত গীতি ৰামায়ণ, স্বৰ্গীয় তীৰ্থনাথ গোস্বামীৰ সম্পাদিত কীৰ্ত্তন, শঙ্কৰদেৱৰ গুণমালা পুথি, মাধৱদেৱৰ বাক্যামৃত, প্ৰসঙ্গ প্ৰণালী প্ৰকাশ কৰিছিল। মহাভাৰত ৰামায়ণৰ ভেটীত লিখা শ্ৰীসুৰেন্দ্ৰনাথ শইকীয়াদেৱৰ 'কৰ্ণ' আৰু 'লক্ষ্মণ' যদুমণি ছাপাখানাৰ দ্বাৰা প্ৰকাশিত অন্যতম ধৰ্ম্মীয় পূৰ্ণাঙ্গ নাটক।

গোলাঘাট মহকুমাৰ গুৰযোগনীয়া মৌজাত জন্ম গ্ৰহণ কৰা কমলাবাৰী সত্ৰৰ সত্ৰীয়া কলাকৃষ্টিৰ

প্ৰবক্তা ভাৰতীয় সঙ্গীত নাটক একাডেমীৰ সোণৰ পদক লাভ কৰোঁতা স্বৰ্গীয় মণিৰাম দত্ত মুক্তিয়াৰে কৈছিল ঃ আমি যিখিনি শিক্ষা কৰিছিলোঁ আজি ৮৫ বছৰেও শিকাই শেষ কৰিব নোৱাৰি নিজে তিনি-চাৰিশপিঠিয়া দুখনি বহীত লিখি থৈছোঁ।" সত্ৰীয়া নৃত্য-গীত আদি শিল্প কৰ্মও বৈষ্ণৱ সাহিত্যৰে অঙ্গ। তাৰ ভেটিত ৰচনা কৰা এই অপ্ৰকাশিত সম্পদসমূহ নিতান্তই বৈষ্ণৱ তথা ভাষা-সাহিত্যৰ আপুৰুগীয়া সম্পদ। এইখিনিতে গোলাঘাটৰ অজন্তা কলামণ্ডলৰ প্ৰাক্তন অধ্যক্ষ শিল্পী শ্ৰীপ্ৰদীপ চলিহা আৰু দাধৰাৰ প্ৰাগজ্যোতি ভ্ৰাম্যমান নাট্যদলৰ পৰিচালক 'চিকমিক বিজুলী' কথাছবিৰ সত্ৰীয়া নৃত্যৰ ভূমিকাত অংশ গ্ৰহণ কৰা সুনিপুণ শিল্পী শ্ৰীযতীন গোস্বামী বৈষ্ণৱ সাহিত্য-সংস্কৃতিৰ একোজন স্মৰণীয় সাধক। নাহৰণিৰ যশস্বী কথাশিল্পী, গল্পসম্ৰাট, অসম সাহিত্য সভাৰ সভাপতি চৈয়দ আব্দুল মালিক ডাঙৰীয়া সম্পাদিত 'জিকিৰ আৰু জাৰি' অসমীয়া ধৰ্মীয় সাহিত্যবেদীলৈ এক মহৎ অৱদান। ইয়াৰ সংগৃহীত গীত-মাতসমূহৰ কিছুমানত 'বৈষ্ণৱ যুগৰ গীত-মাতৰ ভাৱ-ভাষা আৰু গুৰুবাদৰ লগত' সামঞ্জস্য থকা দেখা যায়। দেৰগাঁৱৰ বালিবাটৰ বেকিবুদ্দিন আহমেদ আৰু তেওঁৰ সঙ্গীসকলে ডিব্ৰুগড় আৰু গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ যোগেদি জিকিৰ আৰু জাৰি গীত পৰিবেশন কৰে। "জীৱৰ সাৰথি নাম ঔ আল্লা" বুলি গাওঁতে আমাৰ "নামে পৰম ধন চিন্তস্থ মন ভাই" এ মন আকাশত আলোড়ন তুলি যায়।

সাম্প্ৰতিক কালৰ এই অঞ্চলৰ এজন প্ৰধান বৈষ্ণৱ লিখক হ'ল দেৰগাঁৱৰ শ্ৰীকুশেশ্বৰ কলিতা। তেখেত শ্ৰীমন্ত নামধৰ্ম মুখপত্ৰৰ অগণন ধৰ্মীয় প্ৰৱন্ধৰ ৰচয়িতা, মহাপুৰুষীয়া বৈষ্ণৱ দৰ্শন, শ্ৰীমদ্ভাগৱত গীতা, শ্ৰীমন্ত শঙ্কৰদেৱ কোন, তেখেতৰ ৰচিত বহুমূলায়া গ্ৰন্থ। তেখেতৰ বহুতো গবেষণামূলক মূল্যবান প্ৰবন্ধ শঙ্কৰদেৱ সংঘৰ বাৰ্ষিক স্মৃতিগ্ৰন্থসমূহ আৰু অন্য আলোচনী বাতৰি কাকতত সিচৰতি হৈ আছে। গোলাঘাটৰ স্বৰ্গীয় গোপীকাবল্লভ গোস্বামীয়ে বিবাহ-বিধি সময়ৰ লগত খাপ খুৱাই ৰচনা কৰিছিল। স্বৰ্গীয় মহেন্দ্ৰনাথ বৰুৱাই শ্ৰীশ্ৰীৰমাকান্ত মুক্তিয়াৰৰ লিখিত অন্ত্যোষ্টিক্ৰিয়া বিধান আৰু ঢেকিয়ালৰ স্বৰ্গীয় খগেশ্বৰ তামুলিয়ে মুক্তিৰত্ন পুস্তিকা প্ৰকাশ কৰিছিল। দাধৰাৰ স্বৰ্গীয় দেবেন্দ্ৰ নাথ বৰুৱাই গীতামৃত নামৰ এখন বৃহৎ কাব্য-পুথি ৰচনা কৰি প্ৰকাশ কৰিছিল। দেৰগাঁৱৰ গন্ধীয়া চুকৰ শ্ৰীফেদুৰাম কলিতাই ধৰ্ম কাহিনী নামৰ পুথি ৰচনা কৰিছিল। মিছামৰাৰ শ্ৰীআনন্দ চন্দ্ৰ গোস্বামী স্তুতি-নতি নামৰ এখন ধৰ্মীয় পুথিৰ প্ৰকাশক। সৰু হলেও এই হাতৰ পুথিখনৰ এটি আদৰণীয় দিশ আছিল! মিছামৰাৰ শ্ৰীগোবিন্দ চন্দ্ৰ শইকীয়াদেৱৰ 'কৃষ্ণত শঙ্কৰ' এখন সৰু অথচ মনোগ্ৰাহী ধৰ্মীয় পুথি। শ্ৰীপ্ৰফুল্ল শইকীয়া, শ্ৰীদুলাল বৰদলৈ, শ্ৰীহেম শইকীয়া সমকালীন স্মৃতিগ্ৰন্থৰ সম্পাদক। এনে সেৱাকো অস্বীকাৰ কৰাৰ উপায় নাই।

অসম সত্ৰসংঘ, শ্ৰীমন্ত শঙ্কৰ সংঘৰ দৰে সৰ্ব বৃহৎ অনুষ্ঠানৰ ভেটিত জন্ম হৈছিল, 'সন্তৱাণী', 'শ্ৰীমন্ত', 'নামধৰ্ম'। গীতাৰ্থী সমাজৰ পৰা প্ৰকাশিত 'পাঞ্চজন্য' এখন ধৰ্মীয় আলোচনী। বহুত বছৰৰ আগতে চিলঙৰ পৰাও 'মুক্তি' নামৰ এখন ধৰ্মীয় আলোচনী প্ৰকাশ পাইছিল। বৰ্তমান কালত নামনি অসমৰ পৰা প্ৰকাশ পোৱা 'সাৰথি' আৰু 'জ্যোতি' দুখন ধৰ্মীয় আলোচনী। উচ্চমানবিশিষ্ট চিন্তা গধুৰ প্ৰবন্ধৰাজিৰে সমৃদ্ধ হৈ 'নামধৰ্মই' প্ৰতি বছৰত দুবাৰ, 'শ্ৰীমন্তই' এবাৰকৈ ধৰ্মীয় সাহিত্যত আলোড়ন তুলি যায়। শ্ৰীমন্তৰ জন্ম হৈছিল গোলাঘাট অঞ্চলৰ দেৰগাঁৱত। ইয়াৰ জন্ম-লগ্নৰ সম্পাদক আছিল গল্প-সাহিত্যিক অধ্যাপক প্ৰফুল্ল বৰা। অধ্যাপক বৰাই তিনিটা সংখ্যা সুচাৰুৰূপে সম্পাদন কৰাৰ পাছত সম্পাদনাৰ দায়িত্বত আছিল মিছামৰা উচ্চ মাধ্যমিক বিদ্যালয়ৰ শিক্ষক শ্ৰীগোবিন্দ চন্দ্ৰ শইকীয়া। শইকীয়াই ছটা সংখ্যা সুখ্যাতিৰে সম্পাদন কৰিছিল। বৰ্তমানৰ সম্পাদক দেৰগাঁও উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ শিক্ষক, বৈষ্ণৱ প্ৰাণ শ্ৰীচন্দ্ৰ বৰদলৈ দেৱ। সুদীৰ্ঘ বাৰ বছৰত ভৰি দিয়া এই আলোচনীখনৰ পটভূমি ধৰ্মচৰ্চা হ'লেও এখন জনপ্ৰিয় সাহিত্য-আলোচনী। নামধৰ্মৰ বৰ্তমান সম্পাদক শ্ৰীগোবিন্দ চন্দ্ৰ শইকীয়া। তেওঁ একেৰাহে চাৰি বছৰকাল সম্পাদনা কৰি আহিছে। এই উভয় আলোচনীৰ প্ৰায়বিলাক সংখ্যাই বাগ্মীবৰ স্বৰ্গীয় নীলমণি ফুকন, শ্ৰীঅতুল চন্দ্ৰ হাজৰিকা, স্বৰ্গীয় ডিম্বেশ্বৰ নেওগ, ডঃ মহেশ্বৰ নেওগ, আব্দুছ ছাত্তাৰ শ্ৰীশ্ৰীৰামচন্দ্ৰ দাস, শ্ৰীমিত্ৰদেৱ মহন্ত, শ্ৰীগহন চন্দ্ৰ গোস্বামী, আনন্দ চন্দ্ৰ বৰুৱা, চৈয়দ আব্দুল মালিক, শ্ৰীবিশ্ব নাৰায়ণ শাস্ত্ৰী, শ্ৰীমোহন চন্দ্ৰ মহন্ত, স্বৰ্গীয় হৰিপ্ৰসাদ নেওগ, অধিকাৰ নাৰায়ণ চন্দ্ৰ গোস্বামী, শ্ৰীশশী বৰবৰা আদি যশস্বী লিখকৰ প্ৰবন্ধ ৰাজিয়ে অধিক মনোগ্ৰাহী আৰু জনপ্ৰিয় কৰি তুলিছে। এই আলোচনীসমূহৰ মাজেদি বৈষ্ণৱ সাহিত্যৰ সেৱা কৰা আনসকল গোলাঘাট অঞ্চলৰ প্ৰতিষ্ঠাবান লিখক হ'ল, অধ্যাপক নগেন শইকীয়া, অধ্যাপক বিশ্বেশ্বৰ হাজৰিকা, অধ্যাপক প্ৰফুল্ল বৰা, অধ্যাপক হেম বৰা, স্বৰ্গীয় তোষেশ্বৰ ঠাকুৰ, অধ্যাপক গিৰীশ বৰুৱা, শ্ৰীঅৰুণ গোস্বামী, স্বৰ্গীয় মেৰাচ হুচেইন, শ্ৰীগোলাপ মহন্ত, শ্ৰীডালিম পাঠক, অধ্যাপক হৰেন দত্ত, শ্ৰীপ্ৰফুল্লপ্ৰাণ মহন্ত, শ্ৰীঘনকান্ত তামুলী, শ্ৰীবংশী ধৰ মহন্ত, শ্ৰীকুশেশ্বৰ কলিতা, শ্ৰীপ্ৰফুল্ল শইকীয়া, শ্ৰীযোগেন দত্ত, শ্ৰীখগেশ্বৰ বৰা, শ্ৰীপূৰ্ণ শইকীয়া, শ্ৰীলক্ষ্মীচন্দ্ৰ গোস্বামী আদি। 'সন্তবাণী' অধুনালুপ্ত হ'লেও এসময়ত ই অসমৰ সত্ৰসমূহ আৰু বৈষ্ণৱ প্ৰাণসকলৰ প্ৰতিবিম্বস্বৰূপ আছিল। 'সন্তবাণী'ৰ প্ৰকাশ গুৱাহাটীৰ পৰা হ'লেও ইয়াৰ জন্মকালৰ পৰা সম্পাদক আছিল গোলাঘাটৰ প্ৰবীণ সমাজ কৰ্মী, শিশু প্ৰেমী শ্ৰীঅযোধ্যা প্ৰসাদ গোস্বামী। অসমীয়া ভাষা-সাহিত্য বুৰঞ্জীৰ জীৱনীশক্তিস্বৰূপ বৈষ্ণৱ সাহিত্য চৰ্চাত গোলাঘাট অঞ্চলৰ লিখকৰ এক বিশিষ্ট স্থান আছে। সময়োপযোগী গল্প-কবিতা-প্ৰবন্ধৰ মাধ্যমেৰে বিভিন্ন জন ব্যক্তিয়ে ভাষা-জননীৰ সেৱা কৰি আহিছে। অধ্যাপক বিশ্বেশ্বৰ হাজৰিকা, অধ্যাপক নগেন শইকীয়া, অধ্যাপক প্ৰফুল্ল বৰা, অধ্যাপক হেম বৰা আদি লিখকে বিভিন্ন বাতৰি কাকত আৰু আলোচনীৰ মাধ্যমেৰেও ধৰ্মীয় প্ৰবন্ধ-পাতি লিখি এই দিশৰ বৈজ্ঞানিক আৰু বৈপ্লৱিক বিশ্লেষণ কৰিবলৈ লোৱাটো দেশ আৰু সাহিত্য উভয়ৰ বাবে মঙ্গলজনক বতৰা।

গোলাঘাটত বহুতো প্ৰাচীন সত্ৰ আছে, বহুতো ৰজাঘৰীয়া বিষয়াৰ ঐতিহ্যপূৰ্ণ আবাস গৃহ আছে। প্ৰতি ঠাইতে কম বেছি পৰিমাণে প্ৰাচীন সাঁচিপতীয়া পুথিও আছে। এই পুথিসমূহৰ অধিকাংশই নিঃসন্দেহে ৰামায়ণ, মহাভাৰত, ভাগৱত আদিৰ মন্থিত সূক্ষ্ম আৰু অনূদিত সংস্কৰণ। সময়ে সময়ে বৈষ্ণৱ প্ৰাণ ভক্তসকলে এইবিলাক লিখি থাপনাত সভক্তিৰে সজাই ৰাখিছে। সাঁচিপতীয়া পুথিসমূহ বৈষ্ণৱ সাহিত্যৰ প্ৰাণ আৰু ইয়াৰ নামী-অনামী লিখক আৰু সুৰক্ষকসকল নিসন্দেহে বৈষ্ণৱ সাহিত্যৰ সতীৰ্থ। দুশ বছৰৰ আগতে ৰচিত মিছামৰাৰ 'বুঢ়া-গোসাঁই' বুলি খ্যাত খনিকৰ পুথিখনৰ খনিকৰজনৰ ভক্তি, দৃষ্টিভঙ্গী, সাহিত্য সুলভতা আমাৰ অনুপ্ৰেৰণা আৰু শ্ৰদ্ধাৰ থল। পঢ়িব শুনিব নজনা নিৰক্ষৰ লোকে চাই চাই ঘোষা পুথিখন লিখি উলিওৱাটো কম তাৎপৰ্যৰ বিষয় নহয়। অনাদৃত হৈ পৰি থকা দুকুৰিখনৰো অধিক সাঁচিপতীয়া পুথি মিছামৰাৰ শ্ৰীৰামপ্ৰসাদ বেজবৰুৱাই ৰাজ্যিক সংগ্ৰহালয়লৈ দান কৰি যথাৰ্থ কাম কৰিছে। গোলাঘাট এখন গ্ৰাম্য অঞ্চল। ইয়াৰ সমূহ নামঘৰত কলাকৃষ্টিৰ অনুপম সুৰধ্বনি আৱহমান কালৰ পৰা হৈ আছে। নামঘৰে নামঘৰে কত ভাওনা অনুষ্ঠিত হয়। ভাওনাৰ হাতেলিখা নাটসমূহেও বৈষ্ণৱ সাহিত্যৰ এটি বিৰাট অংশ পূৰণ কৰি আহিছে।

যি সময়ত আমি অসমীয়া ভাষা-সাহিত্যক বিশ্ব সাহিত্যৰ বুৰঞ্জীত এক বিশেষ স্থান দিয়াৰ প্ৰয়াস কৰিছোঁ, যি সময়ত শ্ৰীমন্ত গুৰু-দুজনাৰ প্ৰতিভা অসমৰ চাৰিবেৰৰ মাজৰ পৰা নি বিশ্ব-দৰবাৰত সুপ্ৰতিষ্ঠিত কৰাৰ যাৱতীয় ব্যৱস্থা হাতত লব খুজিছোঁ, সেই স্ৰষ্টাসকলৰ জন্ম আৰু মৃত্যু জয়ন্তী সগৌৰৱে আৰু সভক্তিৰে পালন কৰিছোঁ, শঙ্কৰদেৱৰ নামত ডাকটিকট উলিওৱাৰ বাঞ্ছা কৰিছোঁ, বিশ্ব বিদ্যালয়ত একোখন আসন পতাৰ সংকল্প গ্ৰহণ কৰিছোঁ, তাতোকৈ মহৎ ভাৱে আৰু এখোজ আগবাঢ়ি এখন বৈষ্ণৱ বিশ্ববিদ্যালয়ৰ ভেটি স্থাপন কৰিছোঁ, সেই সময়ত এনে সাহিত্যৰ প্ৰয়োজনীয়তা নিঃসন্দেহে অনস্বীকাৰ্য্য। সদৌ অসমবাসীৰ লগতে গোলাঘাট অঞ্চলৰ লিখক-লিখিকাই অসমীয়া ভাষা-সাহিত্যলৈ বৈষ্ণৱ সৃষ্টিৰ মাধ্যমেৰে যি কম-বেছি অৱদান আগবঢ়াই আহিছে তাৰ এটি ক্ষুদ্ৰ খতিয়ান আজি প্ৰায় আঠৈকুৰি বছৰৰ আগবতৰত বহা অসম সাহিত্য সভাৰ গোলাঘাট অধিবেশনৰ শুভলগ্নত বহুজনৰ বহুৰঙী স্মৰণৰ লগতে বিহঙ্গ-দৃষ্টিৰে আৰু শ্ৰদ্ধাৰে ৰোমন্থন কৰিছোঁ। জয়তু ভাষা-জননী।

● ●



# সংবাদ-পত্ৰৰ ইতিহাসলৈ গোলাঘাটৰ অৰিহণা

—হেম বৰা

অসমৰ সাংবাদিকতাৰ ইতিহাসত গোলাঘাটৰ এখন নিজস্ব আসন আছে। অসমীয়া ভাষা আৰু সাহিত্যৰ আধুনিক প্ৰতিষ্ঠাৰ ওজাপ্ৰতিম হেমচন্দ্ৰ বৰুৱাৰ দিনৰ পৰা বৰ্তমানলৈকে গোলাঘাট মহকুমাই গৌৰৱময় অৱদান আগবঢ়াই আহিছে। আমাৰ সংবাদী জগতৰ ভালেকেইজন কাণ্ডাৰী সৃষ্টি কৰি গোলাঘাট ধন্য হৈছে। ভাষা সাহিত্যৰ প্ৰতিষ্ঠা কৰ্তা হেমচন্দ্ৰ বৰুৱাৰ পৰা গোলাঘটীয়া সাংবাদিকৰ ইতিহাস আৰম্ভ হৈছে। তেতিয়াৰে পৰা বৈশিষ্ট্যময় ভূমিকাত আমাৰ সাংবাদিকসকল অৱতীৰ্ণ হৈ আহিছে।

মহকুমাটোৰ প্ৰথম সাংবাদিক ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাৰ জন্মস্থান গোলাঘাট মহকুমাৰ মিছামৰা মৌজাৰ ৰজাবাহৰ নামৰ গাওঁ। 'অৰুণোদয়' কাকতত সোণাৰচাঁদ বৰুৱা নাম লৈ সৰু-সুৰা প্ৰৱন্ধ পাতি লিখা হেমচন্দ্ৰই কেৱল ব্যাকৰণ অভিধান প্ৰণয়ন কৰিয়েই ক্ষান্ত থকা নাছিল। 'কানীয়া কীৰ্তন'ৰ দৰে সমস্যাপ্ৰধান প্ৰহসন আৰু 'বাহিৰে ৰং চং ভিতৰে কোৱা ভাতুৰী' নামৰ উপন্যাসোপম ব্যঙ্গ কাহিনী ৰচনা কৰাৰ লগতে 'আসাম নিউজ' নামৰ দ্বি-ভাষীক পত্ৰিকা উলিয়াই অসমীয়া আধুনিক গদ্যশৈলীৰ সু-প্ৰতিষ্ঠা আনি গৈছে। চাকৰিৰ পৰা অৱসৰ লৈ ১৮৮২ চনত এদনীয়াকৈ ভাষা সাহিত্যৰ উন্নয়নৰ বাবে বৰুৱা ডাঙৰীয়াই এই নতুন পদক্ষেপ গ্ৰহণ কৰিছিল। 'আসাম নিউজ'ৰ প্ৰকাশ স্থান আছিল গুৱাহাটী। সেই সময়ত হেমচন্দ্ৰই গুৱাহাটীত নিগাজীকৈ থাকিবলৈ লৈছিল। 'আসাম নিউজ' ইংৰাজী আৰু অসমীয়া উভয় ভাষাতে একত্ৰে প্ৰকাশ পাইছিল। হেমচন্দ্ৰ বৰুৱাৰ শক্তিশালী তৎসম শব্দৰ প্ৰাধান্যপূৰ্ণ গদ্য ৰীতিৰ সম্প্ৰসাৰণত আৰু নতুন লেখক দুই চাৰিজনক লেখাৰ প্ৰেৰণাদিব পাৰিছিল। ১৮৮২ খৃঃৰ পৰা ১৮৮৫ খৃঃলৈ মাথোন কেইবছৰমান প্ৰচলন ঘটা এইখন কাকতৰ অৱদান সুবিস্তৃত নহলেও বিশেষভাবে উল্লেখযোগ্য। বিশেষকৈ গভীৰ শৈলী এটাৰ প্ৰচলনত সেই কাকতৰ অৰিহণা নুই কৰিব নোৱাৰি।

হেমচন্দ্ৰ বৰুৱাৰ পিছত গোলাঘাটৰ অন্যতম সাংবাদিক হিচাপে প্ৰত্নতাত্বিক পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ নাম প্ৰথমতেই উল্লেখনীয়। 'জোনাকী কাকত'ৰ জন্মৰ সৈতে জড়িত হেমচন্দ্ৰ গোস্বামী ৰোমান্টিক সাহিত্যৰ ভেটি প্ৰতিষ্ঠা কৰোতাসকলৰ ভিতৰত অন্যতম। সেইবাবে 'জোনাকী'ৰ ত্ৰিমূৰ্তিৰ এটি হিচাপে তেখেতৰ মূল্যায়ন কৰা হৈছে। গোস্বামী ডাঙৰীয়া ঘাইকৈ জোনাকী কাকতৰ সংগঠক। গ্ৰাহক গোটোৱা, প্ৰৱন্ধ-পাতি বিচৰা, পুৰণি পুথি পাঁজিৰ পৰা সমল আহৰণ কৰা ইত্যাদি সাংগঠনিক কাৰ্যত তেখেত ব্ৰতী আছিল। চন্দ্ৰকুমাৰ আগৰৱালা আৰু লক্ষ্মীনাথ বেজবৰুৱাৰ মধ্যমণি হেমচন্দ্ৰ গোস্বামীয়ে জোনাকী কাকতৰ সম্পাদনাৰ ভাৰো কিছু দিন বহন কৰিছিল। জোনাকীৰ ৰোমান্টিক ধাৰা প্ৰৱৰ্তনত গোস্বামীদেৱৰ অৱদানো উলাই কৰিব পৰা বিধৰ নহয়।

হেমচন্দ্ৰ গোস্বামীৰ সমসাময়িক কালৰ আন এগৰাকী গোলাঘটীয়া সাংবাদিক হ'ল কৃষ্ণপ্ৰসাদ দুৱৰা। 'বিজুলী কাকত'ৰ অন্যতম সম্পাদক কৃষ্ণপ্ৰসাদ দুৱৰাই পদ্মনাথ গোহাঞি বৰুৱাৰ লগত জোনাকীৰ দল ত্যাগ কৰি আতৰি আহিছিল। ৰেণুধৰ ৰাজখোৱাৰ লগলাগি পদ্মনাথে 'ডেকা-গাভৰু' নামৰ ধেমেলীয়া দৃশ্য সম্বলিত বহু সুৰীয়া পুথি এখনি ৰচিছিল। পুথিখনে জোনাকী গোষ্ঠীৰ আদৰ লাভ কৰিবলৈ সমৰ্থ নহল বৰঞ্চ কটু সমালোচনাৰহে সন্মুখীন হ'ব লগাত পৰিল। ফলত গোহাঞি বৰুৱা, ৰাজখোৱা, কৃষ্ণ প্ৰসাদ দুৱৰা আদি ফাটি আহি বিজুলীৰ সংগঠনত লাগে। অৱশ্যে বিজুলীত বিজুলীৰ দৰেই মেঘৰ আঁৰত লুকাভাকু খেলি জোনাকীৰ দৰেই অকাল মৃত্যুক সাৱটি ললে। জোনাকী আৰু বিজুলী প্ৰায় সমসাময়িক কালতে গোস্বামী আৰু দুৱৰাই সম্পাদনা কৰিছিল। বিজুলীয়েও অসমীয়া নতুন ৰোমান্টিক সাহিত্যৰ পৃষ্ঠপোষকতা কৰিব পাৰিছিল। উনবিংশ শতাব্দীৰ সাংবাদিকতা শেষ দশকত এই দুখন পত্ৰিকাতে সামৰিব পাৰি।

বিংশ শতাব্দীৰ অসমীয়া সংবাদ জগতৰ অন্যতম বত্ন কেইটি গোলাঘাটৰ আছিল। প্ৰধান আৰু বৈশিষ্ট্যপূৰ্ণ সাংবাদিকৰ অন্যতম লক্ষ্মীনাথ ফুকনৰ জন্ম স্থান দেৰগাঁৱৰ সমীপৰ চকীয়াল চুকত। সাংবাদিকতাকে জীৱনত সাধনা ৰূপে গ্ৰহণ কৰা ফুকনৰ জন্ম ১৮৯৪ চনৰ ২৯ জানুৱাৰীত। দেউতাক স্বৰ্গীয় কাতিকচন্দ্ৰ ফুকনৰ পিতৃপুৰুষ গোলাঘাটৰ পৰা দেৰগাঁৱলৈ উঠি গৈছিল। গোলাঘাটত গোবিন্দ চন্দ্ৰ বেজবৰুৱাই পতা স্কুলত কিছুদিন পঢ়াৰ পাছত যোৰহাট বেজবৰুৱা স্কুলত পঢ়িছিল। নকুলচন্দ্ৰ ভূঞা, শ্ৰীমিত্ৰদেৱ মহন্ত, শ্ৰীকৃষ্ণকান্ত সন্দিকৈ আদি স্বৰ্গীয় লক্ষ্মীনাথ ফুকনৰ সমসাময়িক আছিল। ১৯১৪ চনত প্ৰবেশিকা পাছ কৰি আথিক অনাটনৰ বাবে কলিকতাত পঢ়িবলৈ যাবলৈ সমৰ্থ নহল। ককাদেউতাক নাৰায়ণ ফুকন (?) গোলাঘাটত বৃটিছ আমোলত প্ৰথমাবস্থাৰ সুদক্ষ কৰ্মচাৰী আছিল। তেখেত বিত্তশালীও আছিল। ১৮৫৭ চনত গোলাঘাটত হোৱা চিপাহী বিদ্ৰোহত লিপ্ত থকা বুলি তেখেতৰ গোলাঘাটৰ সা-সম্পত্তি বাজেয়াপ্ত কৰাত আৰু চাকৰিৰ পৰা বহিস্কাৰ কৰাত আত্মীয় মানুহৰ গইনাত দেৰগাঁৱত বাস কৰিবলৈ লয়। তেতিয়াৰ পৰা বিত্ত সচ্ছলতা নাইকিয়া হৈ পৰিল। সেই কাৰণটোৱেই লক্ষ্মীনাথৰ উচ্চ শিক্ষা গ্ৰহণত প্ৰতিবন্ধকতা সৃষ্টি কৰিছিল। দেৰগাঁৱৰ বেজবৰুৱা স্কুলত কিছুদিন চাকৰি কৰাৰ অন্তত ১৯১৫ চনৰ জানুৱাৰীৰ পৰা ডিব্ৰুগড়ৰ জৰ্জ ইন্সটিটিউটৰ মাষ্টৰ কামত যোগ দিয়ে। সেই সময়তে ডিব্ৰুগড়ৰ পৰা প্ৰকাশিত আৰু দুৰ্গানাথ চাংকাকতিৰ সম্পাদনাৰ 'আলোচনী' কাকতৰ লগত জড়িত হৈ পৰে। দুবছৰ চাংকাকতিৰ সহযোগী হৈ থকাৰ পাছত কলিকতাত পঢ়িবলৈ গ'ল, কিন্তু পঢ়া নহ'ল। ১৯৪৮ চনত চন্দ্ৰকুমাৰ, আগৰৱালাৰ আমন্ত্ৰণত ডিব্ৰুগড়ৰ পৰা ওলোৱা সাদিনীয়া 'অসমীয়া' কাকতৰ কাৰ্যাধ্যক্ষ হ'ল। এবছৰমানৰ পিছত কলিকতাৰ 'অমৃত বাজাৰ পত্ৰিকা'ত সোমাই সাংবাদিকতাৰ অভিজ্ঞতা আৰু বিচিত্ৰ জ্ঞান লাভ কৰে।

১৯২৩ চনত ডিব্ৰুগড়ৰ পৰা প্ৰকাশিত 'টাইমচ অব্ আসাম' নামৰ ইংৰাজী—সাপ্তাহিকৰ সম্পাদক নিযুক্ত হয়। তিনি বছৰমান কাম কৰাৰ পাছত ১৯৩৯ চনৰ পহিলা আগষ্টত 'আসাম ত্ৰিবিউনত' যোগ দিয়ে। এই কাকতখন তেতিয়া ডিব্ৰুগড়ৰ পৰা প্ৰকাশ পাইছিল। কাকতখন আৰু ছপাশালটোৰ অধিকাৰী আছিল স্বৰ্গীয় ৰাধা গোবিন্দ বৰুৱা আৰু স্বৰ্গীয় সোমেশ্বৰ বৰুৱা। কম সময়ৰ ভিতৰতে কাকতখন সুপ্ৰতিষ্ঠিত হোৱাত দৈনিক কৰাৰ চিন্তা কৰা হ'ল। চিন্তা মতেই কাম হ'ল। স্বৰ্গীয় সোমেশ্বৰ বৰুৱাই স্বৰ্গীয় ৰাধাগোবিন্দ বৰুৱাক কাকতখনৰ একচেটীয়া স্বত্বাধিকাৰী পাতি গুৱাহাটীলৈ আনিবলৈ এৰি দিলে। ১৯৪৬ চনৰ দুৰ্গাপূজাৰ আগে আগে 'আসাম ত্ৰিবিউন' দৈনিক কাকতৰূপে আত্ম প্ৰকাশ কৰিলে। দৈনিকখনৰ সম্পাদক তেখেতেই আছিল। আসাম ট্ৰিবিউন দোপতদপে উন্নতি কৰি গৈ থাকিল। উপযুক্ত সম্পাদক আৰু সুদক্ষ পৰিচালকৰ যুগ্ম প্ৰচেষ্টাত পূৰ্ব ভাৰতৰ অন্যতম দৈনিকী ৰূপে ত্ৰিবিউন কাকতৰ গৌৰৱ বৃদ্ধি হবলৈ ধৰিলে। জন্ম দিনৰ পৰা ১৯৬৪ চনৰ ৩১ জুলাইলৈকে সুদীৰ্ঘকাল এই কাকত তেওঁ সম্পাদনা কৰি গ'ল। বৈশিষ্ট্যময় সম্পাদনা ৰীতিৰ বাবেই কাকতখন সুপ্ৰতিষ্ঠিত হ'ল। ইয়াৰ বাবে নিশ্চয় ফুকনৰ অৰিহণা বেছি। আঠৈকুৰিৰো অধিক বছৰ কাল সংবাদ সেৱা কৰি ফুকনে এটি অভিলেখ স্থাপন কৰি গ'ল।

লক্ষ্মীনাথ ফুকনৰ পাছতে আন এগৰাকী গোলাঘটীয়া সাংবাদিক হ'ল শ্ৰীহৰেন্দ্ৰ নাথ বৰুৱা। এখেতেও দুকুৰি বছৰৰ অধিক কাল অসমীয়া সংবাদ পত্ৰৰ সৈতে জড়িত হৈ থাকি সংবাদ সেৱাৰ একনিষ্ঠতা প্ৰকাশ কৰিছে। সহকাৰী সম্পাদকৰূপে সংবাদ জগতত প্ৰবেশ কৰি কেইমাহ মানৰ ভিতৰতে সম্পাদকলৈ উন্নীত হয়। নিষ্ঠা সহকাৰে দায়িত্ব গ্ৰহণ কৰি এতিয়া অৱসৰ জীৱন যাপন কৰিছে।

১৯৩৪ চনত আইন কলেজত পঢ়ি থকা অৱস্থাত চন্দ্ৰকুমাৰ আগৰৱালাৰ অনুৰোধত তিনিদিনীয়া আৰু সাপ্তাহিক 'অসমীয়া' কাকতত সহকাৰী সম্পাদক ৰূপে যোগ দিয়ে। গোলাঘাটৰ ঘৰৰ পৰা আগৰৱালাই নিজে তেখেতক মটৰেৰে গুৱাহাটীলৈ

লৈ আছে। কেইমাহমানৰ পিছতে পদ্মধৰ চলিহাৰ ঠাইত বৰুৱাদেৱ 'অসমীয়া'ৰ সম্পাদক হয়। বৰুৱাৰ নেতৃত্বত কাকতখনে উন্নতি কৰিবলৈ ধৰে আৰু কংগ্ৰেছৰ মুখপত্ৰ স্বৰূপ হৈ পৰে। ১৯৪২ চনত ভাৰত ত্যাগ আন্দোলনত দীঘলীয়াকৈ জেল খোৱালৈকে কাকতখনৰ সম্পাদক হৈ থাকে। ১৯৪০ চনত মহাত্মা গান্ধীৰ আহ্বানত সত্যাগ্ৰহ কৰি জেল খাই অহাৰ পাছত পুনৰ সত্যাগ্ৰহ কৰিবলৈ ওলোৱাত অসম কংগ্ৰেছৰ তৰফৰ পৰা বাধা দিয়া হয়। অসমীয়াৰ দৰে কাকত এখনৰ পৰিচালনা কৰি মুক্তি যুজাৰুসকলক প্ৰেৰণা যোগাব পৰাটোও এটা দেশসেৱা বুলি বৰুৱাক পতিয়ন নিয়াবলৈ তৎকালীন কংগ্ৰেছৰ সম্পাদকজনাই মহাত্মা গান্ধীকো খাটনি ধৰিছিল। গান্ধীজীয়েও বৰুৱাক সাংবাদিকতা এৰি সত্যাগ্ৰহ কৰিবলৈ যাব নালাগে বুলি পৰামৰ্শ দাঙি ধৰে। এইখিনি কথাৰ পৰাই সেই সময়ত বৰুৱাদেৱৰ সাংবাদিক ভূমিকাৰ কথা আমি বুজিব পাৰোঁ। ১৯৪২-৪৫ চনত বৰুৱা জেললৈ যোৱাৰ পিছত অসমীয়া কাকতখন মালিকসকলে সাময়িক ভাবে বন্ধ ৰাখি কিছু দিনৰ পাছত দেবকান্ত বৰুৱাক সম্পাদক ৰূপে গ্ৰহণ কৰি পুনৰ প্ৰকাশ কৰে। ১৯৪৪ চনত জেলৰ পৰা ওলাই অহাৰ লগে লগে কাকতখনৰ সম্পাদনা গ্ৰহণ কৰিবলৈ মালিকসকলে আমন্ত্ৰণ জনাইছিল যদিও বৰুৱাদেৱে গ্ৰহণ নকৰিলে। ১৯৪৬ চনত বৰুৱা গুৱাহাটী পৌৰসভাৰ সভাপতি নিৰ্বাচিত হয়। কিছুদিন সাময়িকভাবে ওকালতিও কৰিছিল। এনে সময়তে বৃটিছ কেবিনেট মিচনে সাময়িকভাবে সমস্যা সমাধান কৰিবৰ কাৰণে অসমক বঙ্গদেশৰ সৈতে এটা গ্ৰুপৰ ৰাজ্য হিচাপে পৰিগণিত কৰিব খোজা আঁচনিৰ বিৰোধিতা কৰিবলৈ বৰুৱাদেৱ আগবাঢ়ি আহে। মহাত্মা গান্ধীৰ সমৰ্থন লাভ কৰাত বৰুৱা দেৱৰ নেতৃত্বত এই আন্দালন শক্তিশালী হৈ পৰে আৰু অসম গ্ৰুপিঙৰ পৰা হাত সাৰে। ১৯৪৭ চনত অসমীয়া কাকতখন দৈনিক হোৱাত মালিক পক্ষই বৰুৱাক সম্পাদকৰ ভাৰ গ্ৰহণ কৰিবলৈ আমন্ত্ৰণ জনায়। বৰুৱাই কামত যোগ দিয়ে। পিছৰ বছৰত কাকতখন পুনৰ সাপ্তাহিক কৰাত পদ এৰি বৰুৱা ওলাই আহে আৰু কংগ্ৰেছী বিধায়ক শ্ৰীবেলিৰাম দাসৰ লগলাগি ৰাইজ নামৰ তিনিদিনীয়া কাকত এখন প্ৰকাশ কৰি সম্পাদনা কৰে। দুবছৰমানৰ পাছত সাপ্তাহিক অসমীয়া কাকতখন বন্ধ হোৱাত যোৰহাটৰ চন্দ্ৰ কমল বেজবৰুৱাৰ পুত্ৰসকলে উলিওৱা 'নতুন অসমীয়া কাকতৰ সম্পাদক হবলৈ বৰুৱাক অনুৰোধ কৰে। তেতিয়াৰ পৰা দলীয় ৰাজনীতি ত্যাগ কৰি ১৯৫৬ চনৰ পৰা ১৯৭৬ চনলৈ এই সুদীৰ্ঘকাল নতুন অসমীয়াৰ সম্পাদনা কৰি অসমীয়া সাংবাদিকতাৰ ধাৰা এটি প্ৰৱৰ্তন কৰিবলৈ সক্ষম হয়। বৰ্তমান সময়ত বিভিন্ন সামাজিক কামৰ সৈতে জড়িত বৰুৱাদেৱ এগৰাকী গ্ৰন্থকাৰো। তেখেতৰ ইংৰাজী গ্ৰন্থ "Reflection on Assam cum Pakistan" বিশেষভাবে উল্লেখযোগ্য। ইয়াৰ বাহিৰেও কিছুমান সমস্যাক লৈ এখেতে একাধিক পুস্তিকা প্ৰকাশ কৰি আহিছে। অসমীয়া সংবাদ পত্ৰৰ ইতিহাসত শ্ৰীহৰেন্দ্ৰ নাথ বৰুৱাৰ নাম বিশেষ ভাবে উল্লেখিত হৈ থাকিব।

গোলাঘাটৰ আন এগৰাকী প্ৰসিদ্ধ সাংবাদিক হ'ল দৈনিক অসমৰ সম্পাদক শ্ৰীযুত কীৰ্তিনাথ হাজৰিকা। ১৯২৪ চনত তেখেত গোলাঘাটত জন্ম গ্ৰহণ কৰে। গোলাঘাটৰ বিশিষ্ট শিক্ষানুষ্ঠান চৰকাৰী বেজবৰুৱা হাইস্কুলৰ পৰা প্ৰবেশিকা পাছ কৰি কটন কলেজত আই, এচ, চি পঢ়ে। চিলেটৰ এম, চি কলেজৰ পৰা বি, এছ, চি, পাছ কৰে। ১৯৪৬ চনত সাংবাদিক জগতত শ্ৰীহাজৰিকাই প্ৰবেশ কৰে। 'দৈনিক অসমীয়া'ত সহযোগী হিচাপে কিছুদিন থকাৰ পাছত ১৯৪৮ চনৰ পৰা 'নতুন অসমীয়া'ত সহযোগী সম্পাদক হয়। অলপ দিনৰ ভিতৰতে এই কাকতৰ সম্পাদক ৰূপে অধিষ্ঠিত হয়। ১৯৫৬ চন পৰ্যন্ত এই কাকতত সম্পাদক হৈ আছিল। কিন্তু এই কাকতৰ পৰা আঁতৰি আহিবলৈ মালিক পক্ষই বাধ্য কৰাত পদত্যাগ কৰে। এই চনতেই 'আকাশ বাণী'ৰ বাতৰি বিভাগত সম্পাদক ৰূপে যোগ দিয়ে। চেন্ট্ৰেল নিউজ চাৰ্ভিচৰ পৰীক্ষাত তেখেতে প্ৰথম শ্ৰেণী লাভ কৰি আকাশবাণী, দিল্লী আৰু গুৱাহাটী কেন্দ্ৰৰ বাতৰি বিভাগৰ দায়িত্ব কৃতিত্বৰে বহন কৰে। কিন্তু 'দৈনিক অসম' নামৰ নতুন দৈনিকী এখন ত্ৰিবিউন গোষ্ঠীয়ে প্ৰকাশ কৰিবলৈ লোৱাত আৰু কাকতখনৰ সম্পাদনাৰ ভাৰ বহন কৰিবলৈ আমন্ত্ৰণ জনোৱাত আকাশবাণীৰ চাকৰি ত্যাগ কৰে। দৈনিক অসম ১৯৬৫ চনৰ পৰা প্ৰকাশিত হয় আৰু এই কাকতৰ জন্ম-লগ্নৰ পৰা বৰ্তমানলৈকে সম্পাদকৰ আসন গ্ৰহণ কৰি শ্ৰীযুত হাজৰিকাই এটা নতুন সংবাদ শৈলীৰ প্ৰচলন ঘটাইছে। অসমীয়া সাংবাদিকতাৰ মানদণ্ড এই কাকতে বৰ্তমান সংৰক্ষণ কৰিছে। তেখেতৰ নিৰপেক্ষ দৃষ্টিভঙ্গীয়ে কাকতখনৰ মৰ্যাদা বৃদ্ধি কৰিছে। সংবাদ পৰিবেশন ৰীতি, স্পষ্ট সম্পাদকীয় অভিমত আদিৰ বাবে দৈনিক অসম বৰ্তমান অসমত অনন্য। ইয়াৰ বাবে নিশ্চয় শ্ৰীকীৰ্তিনাথ হাজৰিকা অসমবাসীৰ ধন্যবাদৰ পাত্ৰ।

অসমৰ দ্বিতীয়খন ইংৰাজী দৈনিকী 'আসাম এক্সপ্ৰেছ'ৰ প্ৰতিষ্ঠাপক আৰু সম্পাদক, অধুনা প্ৰকাশিত 'নাগৰিক' কাকতৰ গুৰিয়াল শ্ৰীজীৱকান্ত গগৈৰ ঘৰ গোলাঘাটৰ খুমটাইত। ১৯৪১ চনত জন্ম গ্ৰহণ কৰা জীৱকান্ত সৰুৰে পৰা মেধাবী আৰু সাহিত্যানুৰাগী। ছাত্ৰাৱস্থাতেই সাহিত্য জগতত মনোনিবেশ কৰা গগৈয়ে বিজ্ঞানৰ সন্মানিত স্নাতক ডিগ্ৰী লাভ কৰি আইন পঢ়ে। অধিবক্তা আৰু সাংবাদিকৰূপে কৰ্ম জীৱন আৰম্ভ কৰা গগৈদেৱে প্ৰথমতে 'উইক্‌লি এক্সপ্ৰেছ' নামৰ ইংৰাজী সাপ্তাহিক এখন সম্পাদনা আৰু প্ৰকাশ কৰে। এই কাকতকে আধাৰ হিচাবে লৈ 'আসাম এক্সপ্ৰেছ' কাকতৰ জন্ম দিয়ে। অসমৰ প্ৰখ্যাত সাংবাদিক সংসদৰ অন্যতম বিৰোধী সদস্য স্বৰ্গীয় হেম বৰুৱাদেৱ এই কাকতৰ কিছুদিন সম্পাদক আছিল। বৰ্তমান এই কাকতৰ সম্পাদকৰূপে শ্ৰীজীৱকান্ত গগৈয়ে অসমৰ সাংবাদিকতাৰ উল্লেখযোগ্য স্থানত উপনীত হৈছেহি।

অসমৰ সাংবাদিক জগতৰ লেখত লবলগীয়া আন এগৰাকী ব্যক্তি শ্ৰীঅযোধ্যা প্ৰসাদ গোস্বামীৰ ১৯২৯ চনত গোলাঘাটৰ বৰপথাৰত জন্ম হয়। সৰুৰে পৰা ছাত্ৰ আন্দোলনৰ লগত জড়িত গোস্বামীদেৱৰ যত্নতে একালত গোলাঘাটৰ ছাত্ৰ আন্দোলনে গুৰুত্বপূৰ্ণ পদক্ষেপ দিছিল। প্ৰাক্ স্বাধীনতা কালত গোস্বামীদেৱ কংগ্ৰেছৰ অন্যতম ছাত্ৰ-নেতা আছিল। ১৯৪৮ চনত নকৈ সংগঠিত চচিয়েলিষ্ট পাৰ্টিত যোগদান কৰে। এখেত এগৰাকী সাংবাদিক। ১৯৫৬-৫৮ চনত চচিয়েলিষ্ট দলৰ মুখপত্ৰ 'পজাঘৰ' নামৰ কাকত প্ৰতিষ্ঠা কৰে। ইয়াৰ পিছত 'পাঞ্চজন্য, 'যুগধৰ্ম' আদি কাকতৰ লগত জড়িত হয়। বৰ্তমান গুৱাহাটীৰ পৰা প্ৰকাশিত চেমনীয়া আলোচনী "মৌচাক"ৰ পৰিচালনাৰ উপৰিও ১৯৭০-৭১ চনৰ পৰা 'নতুন অসমীয়া' কাকতৰ সহকাৰী সম্পাদক হৈ আছে।

গোলাঘাট মহকুমাৰ সাংবাদিকতাৰ ইতিহাসৰ আৰু বহুতো বহৰঙী পৃষ্ঠা আছে। সেইবিলাক এখিলা এখিলাকৈ মেলাটো বৰ্তমান দুৰূহ বুলিয়েই কব পাৰি। তথাপি কিছু সংখ্যক লোকৰ নাম এইখিনিতে উল্লেখ কৰিব পাৰি। 'পয়গাম' আলোচনীৰ সম্পাদক চৈয়দ আব্দুল মালিক, 'সাদিনীয়া নৱযুগ'ৰ সহকাৰী সম্পাদক, 'মণিদীপ' আৰু 'সংজ্ঞা'ৰ সম্পাদক শ্ৰীনীলমণি ফুকনৰ ঘৰ দেৰগাঁৱত। দেৰগাঁৱৰ শ্ৰীপুলিন বিহাৰী বৰঠাকুৰ, ভোলাগুৰিৰ শ্ৰীললিত বৰুৱা, বাদুলিপাৰৰ শ্ৰীবিমল আগৰৱালা, দেৰগাঁৱৰ শ্ৰীপ্ৰফুল্ল চন্দ্ৰ বৰা, শ্ৰীদুলাল বৰদলৈ, হাতীয়ে খোৱাৰ শ্ৰীনিত্যানন্দ তামূলী, কুৰুৱাবাহীৰ শ্ৰীপুতুল হাজৰিকা; গোলাঘাটৰ সৰ্বশ্ৰী হেম বৰা, কেশৱ শইকীয়া, জেহিৰুল হুছেইন বিদ্যা হাজৰিকা, বীৰেন শৰ্মা, ৰাজেন শইকীয়া, মুৰুলী মহন্ত, উপেন ফুকন, হৰিকৃষ্ণ ফুকন, বুঢ়াগোহাঁই খাতৰ শ্ৰীধনী বৰা, হাতীয়ে খোৱাৰ শ্ৰীনগেন শইকীয়া, ফৰকাটিঙৰ শ্ৰীকমল হাজৰিকা প্ৰভৃতি বিভিন্ন কাকত আলোচনীৰ লগত জড়িত। এই সকলৰ প্ৰায় বিলাকেই অবৈতনিক সাংবাদিক।

গোলাঘাট নগৰৰ পৰা প্ৰকাশিত কাকত আলোচনীৰ ভিতৰত 'আমাৰ বাতৰি' ( নতুন বাতৰি ), ঐক্যবাণী, জনপথ উৰ্বৰা, কৃষক মজদুৰ আদি উল্লেখযোগ্য। মহকুমাটোৰ বিভিন্ন অঞ্চলৰ পৰা প্ৰকাশিত আলোচনীৰ ভিতৰত সুৰ্য্যৰেখা, আমাৰ গল্প, প্ৰদীপ, অনিৰ্বাণ, নতুন যুগ, ৰঙামেঘ, তৃষ্ণা, চিতাৰ বুকুৰ চৰাই, শ্ৰীমন্ত ইত্যাদি উল্লেখ কৰিব পাৰি। এইবিলাক কাকত আলোচনীয়ে অসমৰ সাংবাদিক জগতত একো আলোড়ন তুলিব নোৱাৰিলেও গাৱেঁ-ভূঞে সংবাদপত্ৰক জনপ্ৰিয় কৰি তোলাত বৰঙনি আগবঢ়াইছে। মহকুমাটোৰ চুকে-কোণে সোমাই থকা সাংবাদিকতাৰ সেৱাব্ৰতী খ্যাত অখ্যাত সকলোৰে সহযোগিতাই মহকুমাটোক মহীয়ান কৰি তুলিছে। সকলোটিকে এই প্ৰৱন্ধৰ যোগে ওলগ জনোৱা হ'ল। ●



# বিয়াল্লিছৰ গণ-বিপ্লৱত গোলাঘাটৰ শ্বহীদ

শ্ৰীকমল হাজৰিকা

১৯৪২ চন মুক্তি আন্দোলনৰ চৰম পৰ্য্যায়। গোটেই ভাৰতজুৰি বৃটিছ শাসনৰ বিৰুদ্ধে বিদ্ৰোহৰ অগনি জ্বলি উঠিল। দেশৰ সকলো শ্ৰেণীৰ পুৰুষ মহিলা ছাত্ৰ- যুৱক-যুৱতীয়ে নিজৰ নিজৰ কাম এৰি আন্দোলনত জপিয়াই পৰিল। বৃটিছ সিংহৰ বুকু কঁপি উঠিল। তথাপি ক্ষমতাৰ লালসাত মুক্তিকামীসকলৰ ওপৰত চলালে অমানুষিক নিৰ্য্যাতন আৰু নৃশংস হত্যাকাণ্ড। পুলিচৰ গুলীত, সঙ্গীনৰ খোচত, লাঠিৰ কোবত কিমানে প্ৰাণ হেৰুৱালে, কিমান ঘৃণীয়া হ'ল, কিমান সৰ্বহাৰা হ'ল—সি অবৰ্ণনীয় এক হিচাপ।

১৯৩৮ আৰু ৩৯ খৃষ্টাব্দত সেই সময়ৰ কংগ্ৰেছ সভাপতি নেতাজী সুভাসচন্দ্ৰ বসুৰ লগত মহাত্মা গান্ধী আৰু কংগ্ৰেছৰ কিছু সংখ্যক নেতাৰ মতানৈক্য ঘটে। অহিংস বিপ্লৱৰ দ্বাৰা স্বাধীনতা লাভ কৰা সম্ভৱ নহয় বুলি সুভাস বসুৰ দৃঢ় বিশ্বাস আৰু সেয়ে তেওঁ সশস্ত্ৰ বিপ্লৱৰ যোগে বৃটিছ সিংহক ক্ষমতাচ্যুত কৰাৰ বাবে প্ৰতিজ্ঞাবদ্ধ হৈ 'ফৰৱাৰ্ড ব্লক' গঠন কৰে।

ইতিমধ্যে ১৯৩৯ চনত দ্বিতীয় মহাসমৰ আৰম্ভ হয় আৰু নেতাজীয়ে এই সুযোগতে ইংৰাজৰ বিৰুদ্ধে আৰু যুদ্ধৰ প্ৰতিবাদত দেশব্যাপী আন্দোলন গঢ়ি তুলিলে; ফলত নেতাজীকে ধৰি অগ্ৰগামী দলৰ কৰ্মীসকলক গ্ৰেপ্তাৰ কৰি বন্দী কৰি ৰাখিলে। নেতাজীক ঘৰতে 'অন্তৰীণ' কৰি ৰাখিছিল। কিন্তু তেওঁ ইংৰাজৰ চকুত ধূলি মাৰি পেশ্বোৱাৰ-কাবুল-মস্কো হৈ জাৰ্মানৰ বাৰ্লিন চহৰত উপস্থিত হয়। ১৯৪২ চনত জাপানৰ লগত পৰাস্ত হৈ ইংৰাজ বিলাকে ২০ হেজাৰ ভাৰতীয় সৈন্য জাপানৰ হাতত চমজাই দিয়ে। এই সৈন্যখিনি আৰু কিছু সৈন্যৰে প্ৰায় ৩০ হেজাৰ সৈন্য লৈ তেওঁ তিনিটা যুদ্ধ বাহিনী গঠন কৰে। এয়ে তেওঁৰ আজাদ হিন্দ ফৌজ—ভাৰতীয় মুক্তি বাহিনী।

আনহাতে কংগ্ৰেছ কাৰ্য্যকৰী সভাই ১৯৪২ চনৰ ৮ আগষ্টৰ নিশা 'ইংৰাজৰ ভাৰত ত্যাগ প্ৰস্তাৱ গ্ৰহণ কৰাৰ লগে লগে কংগ্ৰেছ দলটো ইংৰাজী বিলাকে বে-আইনী ঘোষণা কৰি নিষিদ্ধ কৰি দিয়ে। ৯ আগষ্টৰ পৰা ভাৰত জুৰি গ্ৰেপ্তাৰ কাৰ্য্য ব্যাপকভাৱে আৰম্ভ কৰি নেতাসকলক বন্দী কৰাত দেশত বিদ্ৰোহৰ দাবানল জ্বলি উঠিল। মহাত্মা গান্ধী, জৱাহৰলাল নেহৰু, মৌলানা আজাদ আদিক গ্ৰেপ্তাৰ কৰাৰ লগে লগে আন্দোলন আৰু তীব্ৰতৰ হৈ পৰিল।

অসমত গোপীনাথ বৰদলৈ, দেবেশ্বৰ শৰ্মা, গড়মূৰ সত্ৰাধিকাৰ পীতাম্বৰ দেৱ গোস্বামী, কংগ্ৰেছ সভাপতি তৈয়বুল্লা চাহাবকে ধৰি বহুজন শীৰ্ষস্থানীয় আৰু নিম্নস্থানীয় নেতাক গ্ৰেপ্তাৰ কৰিলে। ফলত অহিংসব্ৰতত বিশ্বাসী বহু লোকেই হিংসাত্মক কাৰ্য্যত লিপ্ত হ'ল। এক সৰ্বাত্মক বিপ্লৱে দেশৰ চুকে-কোণে অগ্নি-সংযোগ কৰিলে। সেই সময়ৰ শ্লোগান—

জয় বা মৰণ" ( Victory or death)
'কৰিম বা মৰিম' (Do or die )
'ভাৰত ত্যাগ কৰ ( Quit India )

এই বাণী সাৰোগত কৰি গোলাঘাট মহকুমাৰ চুকে-কোণে থকা কংগ্ৰেছ কৰ্মীসকল গণ বিপ্লৱত জপিয়াই পৰিল। বিপ্লৱীবীৰ শঙ্কৰ বৰুৱা, ৰাজেন্দ্ৰ নাথ বৰুৱা, ভদ্ৰকান্ত ফুকন, সুৰেন ফুকন, বৈকুণ্ঠ সিং, কুশল কোঁৱৰ, ভোলা বৰুৱা আদিয়ে নেতৃত্ব বহন কৰি আন্দোলন তীব্ৰতৰ কৰি তোলে। শঙ্কৰ বৰুৱাই আত্মগোপন কৰি গাৱেঁ-ভূঞেঁ আন্দোলনৰ সংগঠন কৰি ফুৰিব ধৰিলে। বৰুৱাক ধৰিব নোৱাৰি তেওঁৰ মূৰটো আনি দিলে পাঁচ হেজাৰ টকাৰ পুৰস্কাৰ ঘোষণা কৰিলে।

কংগ্ৰেছ অনুষ্ঠানটো বে-আইনী ঘোষণা কৰাৰ পাছত মুক্তি যোদ্ধাসকলে মৃত্যু বাহিনী তৈয়াৰ কৰিলে। এই মৃত্যু বাহিনীৰ কাৰ্যপন্থা হ'ল হিংসাত্মক বিপ্লৱ। ৰেল লাইন ওফৰোৱা, চৰকাৰী কাৰ্যালয়ত জুই দিয়া, হত্যাকাণ্ড চলোৱা আদি এই বাহিনীৰ লক্ষ্য আছিল। হিংসাত্মক বিপ্লৱৰ যোগেদিহে স্বৰাজ লাভ কৰিব পৰা যাব বুলি এই বাহিনীৰ বিশ্বাস।

সৰুপথাৰত কুশল কোঁৱৰৰ চেষ্টাত মৌজা ভিত্তিত এখন ৰায়ত সভাৰ সংগঠন গঢ়ি উঠিছিল—তেওঁৰ লগত ঘনশ্যাম শইকীয়া, নগেন চুতীয়া আদিও আছিল। জাতি-ধৰ্ম নিৰ্বিশেষে সকলো শ্ৰেণীৰ লোকে সভাত যোগ দিয়াত সেই অঞ্চলৰ ৰাইজৰ মনলৈ নতুন প্ৰেৰণা আহিল। সেই সভাৰ মজিয়াত বিপ্লৱী বীৰ শঙ্কৰ বৰুৱাই তেজ উতলা ভাষণ দিয়ে। শ্ৰীৰাজেন্দ্ৰ নাথ বৰুৱাও সেই সভাত উপস্থিত আছিল। সেই সভাত গান্ধীজীৰ অহিংস বিপ্লৱৰ বিষয়ে ৰাইজক বুজাই দিয়া হয়। ৰাইজ উতলা হৈ পৰিল।

সেই সময়তে সৰু পথাৰত ৰেল লাইন ওফৰোৱা পৰিকল্পনা কৰা হ'ল। ৰেল দুৰ্ঘটনা কৰাৰ যি আচনি মৃত্যু বাহিনীৰ দ্বাৰা কৰা হৈছিল—তাত কুশলৰ সমৰ্থন নাছিল। গান্ধীজীৰ অহিংসা আন্দোলনত বিশ্বাসী কোঁৱৰে বাৰু কেনেকৈ ৰেল দুৰ্ঘটনা ঘটাই হেজাৰ বিজাৰ মানুহৰ জীৱন নাশ কৰিব পাৰে? আনহাতে মৃত্যু বাহিনীৰ দেশ জোৰা হিংসাত্মক কাৰ্যই তেওঁৰ মনত সংঘাত সৃষ্টি কৰিব ধৰিলে। কিন্তু তেওঁ যেতিয়া দেখিলে যে মৃত্যু বাহিনীয়ে ইতিমধ্যে ৰেল লাইন চ্যুত কৰাৰ আৱশ্যকীয় সঁা-সজুলি যোগাৰ কৰি প্ৰায় প্ৰস্তুত হ'ল তেতিয়া তেওঁ নীৰৱ হৈ ৰ'ব লগা হ'ল। শ্ৰীসুৰেন ফুকন, ঘনশ্যাম শইকীয়া, বৈকুণ্ঠ সিং, ধৰ্ম ডেকা, নগেন চুতীয়া, কনকেশ্বৰ কোঁৱৰ আদি মৃত্যু বাহিনীৰ লোকে চাবুল মাৰি ৰেল লাইন ওফৰোৱাৰ কামত ব্যস্ত হ'ল। কেইজন মানে আগত পহৰা দিলে। এই কামত মদন শইকীয়া, সূৰ্য শইকীয়া, ধৰ্মেশ্বৰ বৰুৱা, পুতৌ শইকীয়া আদি বহুতো লোক নিযুক্ত আছিল। ১৯৪২ চনৰ ১০ চেপ্তেম্বৰৰ ৰাতি ১ বজাত উজনিমুৱা ইংৰাজ সৈন্য বাহিনীৰ গাড়ীখন সৰু পথাৰত বাগৰি পৰিল।

এই ঘটনা সংঘটিত হোৱাৰ পাছত সৰুপথাৰ কংগ্ৰেছ কাৰ্যালয় পুলিচ মিলিটেৰীয়ে ঘেৰি ধৰিলে। যাকে য'তে পালে গ্ৰেপ্তাৰ কৰিবলৈ ধৰিলে। ৰেল পেলোৱাৰ নায়ক শ্ৰীসুৰেন ফুকন আৰু বৈকুণ্ঠ সিঙে আত্মগোপন কৰিলে বাকী গোলাঘাটৰ বিভিন্ন ঠাইৰ মুক্তি যুঁজাৰু ৰেল দুৰ্ঘটনাৰ কামত অভিযুক্ত কৰি গৰু ম'হ সাঙুৰাদি সাঙুৰিবলৈ ধৰিলে। চাৰিওফালে মানুহৰ মাজত আতঙ্কৰ সৃষ্টি হ'বলৈ ধৰিলে।

সৰু পথাৰ অঞ্চলৰ কংগ্ৰেছ নেতা গান্ধীবাদী কুশল কোঁৱৰক এই ছেগতে গ্ৰেপ্তাৰ কৰে। বহুতে কোঁৱৰক আত্মগোপন কৰিবলৈ পৰামৰ্শ দিছিল যদিও তেওঁ সেই পৰামৰ্শ নামানিলে।

১৩ নবেম্বৰ মঙ্গলবাৰৰ দিনা তেওঁৰ নিজা গাঁও ২নং গন্ধকৰৰ পৰা পুতৌ শইকীয়াৰ লগত গোলাঘাট নগৰলৈ আহিছিল। গাত খদ্দৰৰ পাঞ্জাবী কুৰ্তা আৰু পাটিয়ান কোট, মূৰত গান্ধী টুপী ডিঙিত সেউজীয়া পাৰিৰ চাদৰ পৰিপাটীকৈ পৰিধান কৰি সুদৰ্শন কোঁৱৰ গীতাৰ 'স্থিতপ্ৰজ্ঞ' লোকৰ দৰে আহি থাকোঁতেই বাটতে পুলিচে ভেটে আৰু গাওঁবুঢ়াই চিনাকি কৰি দিয়াৰ লগে লগে গ্ৰেপ্তাৰ কৰে।

যোৰহাট কাৰাগাৰত কোঁৱৰে অসমৰ বিশিষ্ট ৰাজনৈতিক বন্দীসকলক লগ পায়। তেওঁলোকৰ ভিতৰত আছিল লোকপ্ৰিয় স্বৰ্গীয় গোপীনাথ বৰদলৈ, ফখৰুদ্দিন আলি আহমদ, বিমলা প্ৰসাদ চলিহা, গড়মূৰীয়া ডেকা অধিকাৰ শ্ৰীশ্ৰীকৃষ্ণ চন্দ্ৰ দেৱ গোস্বামী, স্বৰ্গীয় অমিয় কুমাৰ দাস, শ্ৰীদেবেশ্বৰ শৰ্মা আদি বহুতো। ২২১ দিনৰ ভিতৰত ১২১ দিন কোঁৱৰ বিচাৰাধীন বন্দী হিচাবে আছিল আৰু এই সময়ছোৱাতে তেওঁলোকৰ লগত কোঁৱৰে এক নিবিড় সম্পৰ্ক গঢ়ি তুলিছিল। বাকী ১০০ দিন তেওঁ নিৰ্জন ফাটেকত আছিল।

এই সময়ছোৱাত কোঁৱৰে নিয়মিত ভাৱে গীতা পাঠ কৰিছিল। গীতাখন তেওঁৰ জীৱন লগৰীয়া আছিল। যিজন লোকে মাছ, মাংস, নহৰু, পিয়াজ, মা-মচলা একো নাখায়, যিজনে ১৯৩২ চনৰ লোণ আইন অমান্য আন্দোলনৰ পাছৰ পৰা নিমখ খাবলৈ এৰে সম্পূৰ্ণ নিৰামিষহাৰী এই জন গান্ধীবাদী লোকৰ অতুলনীয় ধৈৰ্য, সাহস, মনোবল আছিল যেন তেওঁ ভগৱানৰ বিভূতি পোনপটীয়াকৈ লাভ কৰিছিল।

কোঁৱৰৰ বিচাৰ হ'ল। তেওঁৰ লগতে শ্ৰীকনকেশ্বৰ কোঁৱৰ, শ্ৰীঘনশ্যাম শইকীয়া আৰু ধৈৰ্যৰঞ্জন ডেকাৰ মৃত্যু-দণ্ডৰ ৰায় হ'ল। পাছত কোঁৱৰৰ বাদে বাকী কেইজনৰ মৃত্যু দণ্ড ৰদ কৰি যাৱজ্জীৱন কাৰাবাসৰ আদেশ হ'ল।

নিজান কাৰাগাৰত থকাৰ কালত তেওঁক দেখা কৰিবলৈ তেওঁৰ পৰিবাৰ স্বৰ্গীয় প্ৰভাৱতী কোঁৱৰ আৰু তেওঁৰ দুটি পুত্ৰ শ্ৰীখগেন কোঁৱৰ আৰু শ্ৰীনগেন কোঁৱৰ কেই মিনিট মানৰ কাৰণে গৈছিল। সেই দৃশ্য অতি মৰ্মন্তুদ। কোঁৱৰে প্ৰভাৱতীক কৈছিল "বেজাৰ নকৰিবা। বেজাৰ কৰি লাভ নাই। জেলত থকা পাঁচশ বন্দীৰ ভিতৰত ঈশ্বৰে মোক বাচি লৈছে। ঈশ্বৰে মোক ভাল পায়।"—তাৰ পাছত লোহাৰ ৰেলিঙৰ ফাঁকেদি হাতখন আগবঢ়াই নিজৰ পুতেকৰ মূৰত কোনোৰকম আঙুলি কেইটা লগাই শেষ মৰম কণ যাচিলে।

১৪ জুন তাৰিখে দিনৰ তিনি বজাত কোঁৱৰক দেখা কৰিবলৈ লোকপ্ৰিয় গোপীনাথ বৰদলৈ, স্বৰ্গীয় ফখৰুদ্দিন আলি আহমদ, মৌলানা তৈয়বুল্লাকে আদি কৰি বিশিষ্ট লোকসকল গৈছিল। কোঁৱৰে সকলোকে সেৱা জনালে আৰু কলে "মোৰ এই সৌভাগ্যকালত আপোনালোকক দেখা পালোঁ। মোৰো কোনো দোষ নাই। বিনা দোষত মই মৃত্যু দণ্ড লব লগা হ'ল। এইয়া ঈশ্বৰৰ ইচ্ছা। তাত মোৰ কোনো দুখ নাই। জন্মিলেই মৰিব লাগে। আমাৰ দেশ স্বাধীন হওক—পৰাধীন ভাৰত মুক্ত হওক আমাৰ দেশ সত্য-অহিংসাৰ পথেদি গৈ স্বাধীন হওক এয়ে ভগৱানৰ ওচৰত আমাৰ ঐকান্তিক প্ৰাৰ্থনা।"

সেইদিনাই চেলৰ ভিতৰত দেখা কৰিবলৈ গড়-মূৰীয়া ডেকা অধিকাৰ শ্ৰীশ্ৰীকৃষ্ণদেৱ গোস্বামী অকলে গৈছিল। প্ৰভু ঈশ্বৰক দেখি কোঁৱৰে সেৱা এটি কৰিলে। কোঁৱৰে কলে "প্ৰভু সৌভাগ্য কালত আপোনাক দেখা পালোঁ। আমি আউনিআটি সত্ৰৰ শিষ্য, শৰণ ললোঁ, তাৰ পাছত এনে অৱস্থাত কিবা দিব পাৰে, দিয়াতো যদি নিয়ম আছে দি কৃতাৰ্থ কৰক।"

তেখেতে কোঁৱৰক জপৰ নাম আৰু ধ্যান দিলে। ভগৱানৰ নাম আৰু ধ্যান শুনাৰ লগে লগে কোঁৱৰ তন্ময় হৈ পৰিল।

এই জন কোঁৱৰকে মিছা অভিযোগত অভিযুক্ত কৰি ১৯৪৩ চনৰ ১৫ জুনৰ দিনা পুৱা ৪-৩০ বজাত ফাঁচী কাঠত তুলি দেহাৱসান ঘটোৱা হ'ল।

ফৰকাটিঙৰ ওচৰৰ বালিজান চাৰিআলিত ১৯০৫ চনত জন্ম লাভ কৰা তুংখুঙীয়া ফৈদৰ শেষ বলি কুশল কোঁৱৰ আছিল। শিৱসাগৰ জিলাৰ মুক্তি আন্দোলনৰ ফাঁচী কাঠৰ পাঁচজন শ্বহীদৰ শেষ শ্বহীদ। প্ৰথম দুজনক ১৮৩০ চনত শিৱসাগৰ পুখুৰীৰ পাৰত ফাঁচী দিয়া হয়। তেওঁলোক বদনৰ দ্বিতীয় পুত্ৰ পিয়লি ফুকন আৰু জীউৰাম দুলীয়া বৰুৱা। পিছত দুজন মণিৰাম দেৱান বৰ ভাণ্ডাৰ বৰুৱা আৰু পিয়লি বৰুৱাক ১৮৫৮ চনত যোৰহাটৰ টোকলাইৰ পাৰত ফাঁচী দিয়া হয়।

কুশল কোঁৱৰ কেৱল যে মুক্তি আন্দোলনৰ নেতা আছিল এনে নহয়, তেওঁ আছিল এজন লোক সং-স্কৃতিৰ পূজাৰী, ঢুলীয়া ওজা, বায়ন আৰু খুউব সুন্দৰ বাঁহী বাদক। তেওঁৰ সঙ্গীত সাধনৰ প্ৰেৰণা আৰু উৎস আছিল তেওঁৰ পিতৃ সোণাৰাম কোঁৱৰ যি আছিল ঢুলীয়া ওজা, বিহুৱা আৰু বাঁহীবাদক আৰু পেপুৱা যাৰ পৰা ইংৰাজ কাঠ ব্যৱসায়ী মিঃ উইলচন চাহাবে ঢোল আৰু বাঁহী বজাবলৈ শিকিছিল। গোলাঘাটৰ ভিতৰত '৪২ৰ মুক্তি আন্দোলনৰ শ্বহীদ হৈ কুশল কোঁৱৰে গোলাঘাটৰ লগতে অসমৰ নাম চিৰদিনৰ কাৰণে ইতিহাসত উজ্জ্বল কৰি ৰাখিলে। কবিয়ে গালে—

"জাতিৰ কুশল কোঁৱৰ
দেশৰ কুশল কোঁৱৰ
জনতাৰ কুশল কোঁৱৰ
"সৰ্বহাৰাৰ তেজে গঢ়া কুশল খামিডাঠ
দেশৰ হকে মৃত্যু বৰণ পালা ফাঁচিকাঠ"।



# গোলাঘাট মহকুমাৰ চাহ-বাগিচা

শ্ৰীআনন্দ শৰ্মা

অসম দেশক বৰ্তমান চাহবাগিচাৰ দেশ বুলি কলেও অত্যুক্তি কৰা নহয়। কিন্তু প্ৰায় ডেৰ শ বছৰৰ আগত অসমীয়া মানুহে চাহৰ নামকে নুশুনি-ছিল বুলি কলেও বঢ়াই কোৱা নহয়। আজি অসমৰ সেই চাহপাতে সমগ্ৰ দেশখনৰ অৰ্থনীতিৰ ক্ষেত্ৰতহে যে বহুমূলীয়া বৰঙণি যোগাই আছে এনে নহয়, অসমৰ ৰাজনৈতিক, সামাজিক, সাংস্কৃতিক আদি বিভিন্ন দিশতো চাহবাগিচাৰ ভূমিকা বৈশিষ্ট্যপূৰ্ণ। যদিও ১৮২৩ চনতে চাহগছৰ সম্ভেদ পোৱা হৈছিল, প্ৰকৃ-ততে ১৮৫৯ চনৰ পৰাহে চাহখেতিৰ ধুম উঠিবলৈ ধৰে আৰু এইদৰে অসমৰ প্ৰায় কেইখন জিলাতে চাহখেতি আৰম্ভ কৰা হয়। ১৮৫৯ চনৰ ২৯ জুনৰ দিনা যোৰহাটত 'যোৰহাট টি কোম্পানী' নামৰ চাহ কোম্পানী এটা গঠন হয় আৰু লগে লগে যোৰহাটৰ বিভিন্ন অঞ্চলতো চাহখেতি আৰম্ভ হবলৈ ধৰে। এবছৰতে যোৰহাট টি কোম্পানীয়ে চেনিমাৰা বাগিছাখন নিজৰ কৰি লয়। সোণাৰীৰ ওচৰৰ চিংলৌ বাগিচাখন 'গোলাঘাট চাহ কোম্পানী' বুলি অন্য এটা কোম্পানীয়ে কিনি লয়। গোলাঘাট মহকুমাৰ নেঘেৰেটিং চাহবাগিচা-খনো আছিল মিঃ মৰ্লে চাহাবৰ। মিলচ্ চাহাবে তেওঁৰ ৰিপোৰ্টত লেখিছিল 'কোম্পানীৰ তলত ৬০০০ মানুহে কাম কৰিছিল, তাৰ ভিতৰত এক-তৃতীয়াংশ শিৱসাগৰৰ মানুহ, বাকীবোৰ আছিল দৰঙৰ কছাৰী আৰু বঙালী মজদুৰ।' ১৮৫৯ চনত অসমত মুঠতে ৫১ খন চাহ বাগিচা আছিল। তাৰে ১৫খন শিৱ-সাগৰ জিলাত, ৩খন দৰঙত, ১০খন লক্ষ্মীপুৰত, বাকী কেইখন নগাওঁ আৰু কামৰূপ জিলাত আছিল। বৰ্তমানৰ গোলাঘাট মহকুমাত চাহবাগিচাৰ সংখ্যা ৬১ খন।

গোলাঘাটত ভাৰতীয় জাতীয় ট্ৰেড ইউনিয়ন কংগ্ৰেছৰ অঙ্গবিশেষৰূপে ১৬।৩।৪৮ তাৰিখে 'গোলা-ঘাট চাহ মজদুৰ সংঘ' আৰু ২২।২।৪৮ তাৰিখে 'গোলাঘাট চাহ কৰ্মচাৰী সংঘ' নামেৰে দুটি সংঘ গঠিত হয়। ইয়াৰ পাছত বৰ্তমান গত ১৯৭৭ চনৰ মাজভাগত 'গোলাঘাট চাহ কৰ্মচাৰী সন্থা' নামৰ নতুন এটি বনুৱা সন্থাও গা-কৰি উঠিছে। এই আটাইকেইটা সন্থাই উক্ত ট্ৰেড ইউনিয়নৰ অন্তৰ্গত। বাগিচাত কাম কৰা শ্ৰমিকৰ উপৰিও বাহিৰৰ বা প্ৰাক্তন চাহ-শ্ৰমিকৰ সংখ্যা প্ৰায় ১,৫০,-০০০ জন। এইসকলে বাগিচাসমূহত মাজে সময়ে হলেও কাম কৰে। গোলাঘাটত তলত উল্লেখ কৰা বাগিচা সমূহেই আগৰ প্ৰধান বিদেশী চাহ কোম্পানীৰ বাগিছা আছিল। মেঠনি, ডিফলু, হাতি-খাল, বিহুৰা, নুমলীগড়, লেটেকুজান, বকিয়াল, মৰঙি, বৰকাঠনি, ৰঙাজান, উখা, মুৰফুলনী, নামবৰ নদী, জামগুৰি, দৈয়াং, ঘিলাধাৰী, মহিমা, খুমটাই, বাদুলি-পাৰ, ব্ৰহ্মপুত্ৰ টি কোম্পানী, দক্ষিণ হেঙেৰা, বৰজান, শাওঁতলী, শালখিৰা, দৰিয়া, চকিটিং, দলৌজান, বগীজান, ৰাধাবাৰী, আমহবাৰী, ওৱাটিং, মকৰং, বালিজান, ৰজাবাৰী, বগীচলা, দেওপানী, অভয়জান, শালসিৰামুখ, কপহৰাটিং ইত্যাদি। অসমীয়া লোকৰ ভিতৰত চাহখেতিৰ আগৰণুৱা আছিল ৰায়বাহাদুৰ স্বৰ্গীয় ঘনশ্যাম বৰুৱা, মহেন্দ্ৰ আৰু শৰৎ শৰ্মা, দেৱীচৰণ বৰুৱা, ফণী শৰ্মা, স্বৰ্গীয় দেৱৰাজ ৰয়, স্বৰ্গীয় বিশ্ব শৰ্মা, শ্ৰীশ্ৰীযোগানন্দ দেৱগোস্বামী স্বৰ্গীয় সৰ্বানন্দ দুৱৰা, শ্ৰীলেৱাৰি, মাখন দুৱৰা, স্বৰ্গীয় হেমচন্দ্ৰ

গোস্বামী আদি। একেবাৰে শেষত গোলাঘাটৰে জালান কোম্পানীৰ দ্বাৰা গোলাঘাট, ফৰকাটিং দুখন বাগিচা আৰু অসম চাহ শ্ৰমিক ঔদ্যোগিক সমবায় প্ৰতিষ্ঠানৰ দ্বাৰা প্ৰতিষ্ঠা হোৱা 'এটেইকলব' দ্বাৰা উখা চাহবাগিচাও লেখত লবলগীয়া।

বিভিন্ন দিশত গোলাঘাটৰ চাহ শ্ৰমিকৰো অৱদান কম নহয়। সমাজনীতি আৰু ধৰ্মনীতিৰ দিশতো শ্ৰমিকৰ কিছুঅংশই অসমীয়া গঞা-ৰাইজৰ দৰেই সমাজ পাতি অসমীয়া গুৰুৰ পৰা শৰণ-জ্ঞানেৰে দীক্ষিত হৈছে আৰু বাগিচাত ৰাজহুৱা নামঘৰ সাজি ধৰ্মমূলক অনুষ্ঠান বিভিন্ন ধৰণে পতাৰ প্ৰতি আকৃষ্ট হৈছে। অসমীয়া জাতীয় সংস্কৃতি, যেনে বহাগ বিহু. মাঘবিহু, দুৰ্গাপূজা, কালীপূজা, বহাগী বিদায় আদিৰ আয়োজন কৰি অসমীয়া-প্ৰীতিৰ চানেকি দাঙি ধৰিছে। অৱশ্যে কিছুৱে এতিয়াও তেওঁলোকৰ টুচু পূজা, মনসা পূজা, কৰ্ম পূজা আদিও পালন কৰে। সামাজিক ক্ষেত্ৰত মজদুৰসকলক স্থানীয় ৰাইজ আৰু নিজ নিজ বাগিচাৰ কৰ্মচাৰীসকলেও মিলা-প্ৰীতি ভাবেৰে সৰ্বপ্ৰকাৰৰ সহায় সহযোগ কৰাটোও উল্লেখযোগ্য কথা। শিক্ষা আৰু সাংস্কৃতিক প্ৰসঙ্গত চাহ মজদুৰসকলে অসমীয়া কৃষ্টিকে আকোৱালি লোৱা বুলি কলেও অত্যুক্তি কৰা নহয়। বৰকাঠনি, বৰচাপৰি, জামগুৰি, ওৱাটিং, উখা, দলৌজান, দৈয়াং, ঘিলাধাৰী, দক্ষিণ হেঙেৰা, বৰজান, গোলাঘাট চাহ মজদুৰ সংঘ আদি চাহ বাগিচাৰ মজদুৰসকলে অসমীয়া ভাওনা, অভিনয়, বিভিন্ন বাদ্য আৰু গীত-মাত আদিত পাৰ্গতালি দেখুৱাব পাৰিছে। বাগিচাৰ কৰ্মচাৰীসকলেও এওঁলোকক সহায় কৰিছে। কমসংখ্যক হলেও শিক্ষাৰ ক্ষেত্ৰত গোলাঘাটৰ যিসকল চাহ বাগিছাৰ মজদুৰৰ ডেকা-গাভৰুৱে শিক্ষা দীক্ষাত আগবাঢ়িব পাৰিছে তেওঁলোকে সমাজৰ নানান দায়িত্ব লোৱাৰ উপৰিও বিভিন্ন চাকৰি বাকৰিত মকৰল হৈছে। ই সঁচাকৈয়ে এটা শুভ লক্ষণ। আনকি বৰ্তমান সময়ত অসম সাহিত্য সভাৰ দৰে এটা অনুষ্ঠানেও এওঁলোকৰ মাজত সোমাই পৰাটো গৌৰৱৰ বিষয়। অসমীয়া ভাষা-সাহিত্য কৃষ্টি চাহবাগিচাৰ মজদুৰসকলে সৰ্বান্তঃকৰণে গ্ৰহণ কৰাটোও প্ৰশংসনীয়।

স্বাধীনতা সংগ্ৰামত চাহ-শ্ৰমিকৰ অৱদানো লেখত-লবলগীয়া। শ্বহীদ স্বৰ্গীয় কুশল কোঁৱৰ আছিল চাহকৰ্মচাৰী। স্বৰ্গীয় বিদেশী কমাৰ, শ্ৰীআনচা ভূঞা, গীয়বাধু মুড়া, স্বৰ্গীয় গোবিন্দ চন্দ্ৰ তাঁতী, স্বৰ্গীয় ৰামচাই তুৰি, স্বৰ্গীয় বেজা বৈষ্ণৱ, শ্ৰীচুতু মাঝি, শ্ৰীবগাই বাউৰী, শ্ৰীবাবুলাল কমাৰ, স্বৰ্গীয় নন্দাসিং ঘাটোৱাৰ, স্বৰ্গীয় ব্ৰহ্ম মুদী, স্বৰ্গীয় ৰাধু মোদী, শ্ৰীএটোৱাৰ ভূমিজ, স্বৰ্গীয় ভাৰত তাঁতী, শ্ৰীবিদেশী মাঝি, স্বৰ্গীয় মোহন মূড়া আদি পৰলোকগত আৰু জীৱিত দেশভক্তসকলে ভাৰত মাতাৰ মুক্তিৰ কাৰণে নানান জীয়াতু ভুগিছিল। ইয়াৰ লগতে বিশ্ববিখ্যাত দুজনা লোকৰ নাম উল্লেখ নকৰিলে দোষে চুব। এই দুজনা ব্যক্তিয়ে অসমৰ অৰণ্য আৰু প্ৰাণীৰ ওপৰত অধ্যয়ন কৰি অসমৰ বন্য-প্ৰাণী সংৰক্ষণ কৰাৰ কাৰণে জীৱন উছৰ্গা কৰা বুলিও ক'ব পাৰি। এই দুজনা ব্যক্তিও চাহবাগিচাৰ কৰ্মী। তাৰে এজন হ'ল স্বৰ্গীয় ই, পী, জী, যিজনে আপুৰুগীয়া জন্তু-সম্পদৰ ওপৰত বিশ্লেষণ কৰি লিখিছে বহমূলীয়া গ্ৰন্থ। আনজন হ'ল প্ৰকৃতিবিদ ৰবীন বেনাৰ্জী। দেশে-বিদেশে অসমৰ অৰণ্যৰাজি আৰু প্ৰাণীপুঞ্জৰ আলোক-চিত্ৰ প্ৰদৰ্শন কৰি অসমৰ নাম বিস্তাৰ কৰিছে। সাহিত্যিক স্বৰ্গীয় নকুল ভূঞাঁও আছিল চাহবাগিচাৰ পৰিচালক। সেউজীয়া চাহপাতৰ মাজত আৰু বহতা সাহিত্যিক কবিৰ জন্ম হৈছে তাৰে ভিতৰত: শ্ৰীগোলক চন্দ্ৰ শৰ্মা, শ্ৰীলক্ষীচন্দ্ৰ গোস্বামী, শ্ৰীগোলাপ খাউণ্ড, শ্ৰীপ্ৰমোদ কুমাৰ বৰদলৈ, শ্ৰীমাখন দুৱৰা, শ্ৰীনন্দেশ্বৰ, দত্ত, শ্ৰীঅৰুণ কুমাৰ খেৰিয়া, শ্ৰীঘনশ্যাম বাঢ়ৈ, শ্ৰীমতী ৰাণী খেৰিয়া, শ্ৰীশশী তাঁতি শ্ৰীআনন্দ শৰ্মা, অধিবক্তা চৈয়দ মুস্তাকুল ইৰফান, শ্ৰীগিৰীশ চন্দ্ৰ গোস্বামী, স্বৰ্গীয় উমেশ চন্দ্ৰ গোস্বামী, শ্ৰীঅৰ্জুন হাজাম আদি। ৰাজনীতি ক্ষেত্ৰত স্বৰ্গীয় চানু খেৰিয়া আৰু বৰ্তমানত শ্ৰীচন্দ্ৰগোপাল কৰ্মকাৰে অসমত বিশিষ্ট আসন অধিকাৰ কৰিছে।



'এটি কলি দুটি পাতৰ' মোহত এদিন সুদূৰ উৰিষ্যা, মধ্য প্ৰদেশ, উত্তৰ প্ৰদেশৰ পৰা এচাম লোক অসমৰ সেউজী পাতৰ জনমভূমি বিচাৰি আহিছিল। এওঁলোক আছিল নানা ভাষাগোষ্ঠীৰ, বিভিন্ন জাতিৰ, বিভিন্ন বেশভূষাৰ। এই সকলো লোক আছিল দুখীয়া গিৰমিতীয়া চাহ বনুৱা। বিদেশী চাহ কোম্পানীৰ চাহাবসকলে প্ৰলোভন দেখুৱাই এওঁলোকক সুদূৰ ঠাইৰ পৰা দালালৰ মাধ্যমত অসমলৈ আনিছিল অসমৰ চাহ বাগিছাবোৰত কাম কৰাৰ উদ্দেশ্যে। তেওঁলোকক এই চাহাবসকলে জীয়াই থকাৰ নিম্নতম্ সুবিধাকণহে দিছিল। এওঁলোকৰ শিক্ষা দীক্ষাৰ ফালে অকণো মনোনিবেশ কৰা নাছিল আৰু কৰিছিল অত্যাচাৰ উৎপীড়ন। এইচাম লোকক বহতো আশাৰ কথা কোৱা হৈছিল, কিন্তু যেতিয়া আশাভঙ্গ হ'ল, এওঁলোকৰ কোনোৱে ঝুমুৰ নাচৰ আসৰত মাদলৰ ছেৱে ছেৱে গালে 'ফাঁকি দিয়ে আনিল আচাম'। এৰা, সঁচাই এওঁলোকক ফাঁকি দিয়া হ'ল। সময়ৰ চকৰি ঘূৰিবলৈ ধৰিলে। বৃটিছৰাজৰ অন্ত পৰিল। ভাৰত স্বাধীন হ'ল। স্বাধীনতাৰ যুঁজত মজদুৰ ভাইসকলেও জীৱন পণ কৰিলে। অৱশেষত ভাৰত স্বাধীন হ'ল। স্বধীন ভাৰতত সকলোৱে সমান অধিকাৰ আৰু এই অধিকাৰৰ বলতেই আজি মজদুৰ ভাইসকল আগবাঢ়িছে উন্নতিৰ পথত। দেহৰ এটা অঙ্গত ক্ষত হ'লে যেনেকৈ আমি নিৰোগী বুলি ক'ব নোৱাৰোঁ ঠিক তেনেদৰে অসমৰ অৱহেলিত এই চাম স্বাধীন নাগৰিকৰ প্ৰগতি নহলে আমাৰ প্ৰগতিও মন্থৰ। এই লোকসকলক বুকুৰ মাজলৈ অনাৰ উদ্দেশ্যে অসম সাহিত্য সভাই সৰ্বতোপ্ৰকাৰে সহায় আগবঢ়োৱাই নহয়। এওঁলোকৰ ভিতৰত সোমাই এওঁলোকক আমাৰ মাজলৈ আদৰি অনাটোৱেই এতিয়া সাহিত্য সভাৰ প্ৰধান কাম।



# অসম সাহিত্য সভাৰ দ্বাদশ অধিবেশন

## গোলাঘাট ঃ ১৯২৯ চন

॥ অভ্যৰ্থনা সমিতিৰ সভাপতিৰ অভিভাষণ ॥

ব্ৰহ্মানন্দ দত্ত

আসাম সাহিত্য সভাৰ প্ৰতিনিধিসকল আৰু উপস্থিত দৰ্শকমণ্ডলী—

জগদীশ্বৰৰ কৃপাত আজি আমাৰ জীৱনৰ এটি অমৃতক্ষণ বুলি গণ্য কৰিছোঁহঁক। তেওঁৰ অনুগ্ৰহতে অসম আইৰ সুযোগ্য সাহিত্যপ্ৰাণ সন্তান-সকলক সাদৰ-সম্ভাষণ আৰু আন্তৰিক অভ্যৰ্থনা জনাবলৈ সুবিধা পাই নিজকে নিজে ধন্য মানিছোঁহঁক এনে ভাষা আমি বিচাৰি পোৱা নাই যি ভাষাৰে আমাৰ অন্তৰৰ আবেগ আপোনালোকক জনাব পাৰোঁহঁক। আপোনালোকৰ দৰে সুধীসমূহৰ সেৱা-শুশ্ৰুষা কৰি সন্তোষ দিব পৰা শক্তি আমাৰ নাই। নিজ ঘৰত আপোন ভাইৰ মাজত উপস্থিত হোৱা যেন ভাবি আপোনালোকে নিজৰ গাঠিৰ গুৱা খাই নিজ গুণেই যেন তুষ্ট হয়, এয়ে আমাৰ সৰল গোহাৰি।

ভাষা আৰু সাহিত্যই মানুহৰ অতুলনীয় সম্পত্তি। সকলো দেশৰ সাহিত্যই সেই দেশৰ আভ্যন্তৰিক দুৱাৰ মুকলি কৰি জগতক অতীত গৌৰৱৰ জেউতি দেখুৱায়। বৰ্তমান কালত আকৌ এই সাহিত্য-সম্পদেই সকলো দেশক উন্নতিৰ পথত আগুৱাই লৈ যায়, আৰু ভবিষ্যতলৈকো ভাবী বংশধৰবিলাকলৈ একোখন চানেকি এৰি থয়। দেশৰ এনে আপুৰুগীয়া সম্পত্তিৰ গুৰিয়াল আপোনালোক। আনকথাত কবলৈ গলে আপোনালোকেই দেশৰ গৌৰৱৰ আৰু উন্নতিৰ স্থলী। এঘাৰ-বাৰ বছৰ গোটেই অসম দেশত ঘূৰি আজি আপোনালোক আমাৰ এই জকাই-চুকীয়া গোলাঘাটক পাৰিজাত কানন কৰি তুলিছেহি। পৰম পিতাৰ ওচৰত আমাৰ সৰল গোহাৰি, যেন এই পাৰিজাত কাননৰ সৌৰভে আমাৰ দেশ আমোল-মোল কৰি তোলে।

হে সুধীবৃন্দ, আমাৰ কৰ্তব্য আপোনালোকক আমাৰ নিজৰ আৰু অভ্যৰ্থনা সমিতিৰ হৈ সাদৰ-সম্ভাষণ জনোৱা আৰু শুশ্ৰুষা কৰা। দীঘলীয়া বক্তৃতা দি বা বুৰঞ্জীমূলক তথ্যৰ সোঁত বোৱাই আপোনালোকে নজনা কিবা কথা আমি আপোনালোকৰ আগত দাঙি ধৰিম, এনে বিদ্যা-বুদ্ধি আমাৰ নাই আৰু এইদৰে আপোনালোকৰ বহুমূলীয়া সময় আমি নষ্ট কৰিবলৈ ইচ্ছা নকৰোঁ। কিন্তু তথাপি এটা চলিত ৰীতি বুলি জনাই-নজনাই দুই-একেষাৰ কথা চোৱাই পূজাৰ শেষ অৰ্ঘ অৰ্পণ কৰিম।

আমাৰ দেশৰ বুৰঞ্জী এতিয়াও এন্ধাৰত পোত খাই আছে, পোহৰলৈ অনা আপোনালোকৰ কৰ্তব্য। আপোনালোকক নিমন্ত্ৰণ কৰি আনি থিয় কৰা এই গোলাঘাটৰ বিষয়ে যি জানোহঁক এইখিনিতে দুই একেষাৰ কোৱাটো অপ্ৰাসঙ্গিক নহ'ব বুলি ভাবোহঁক। গোলাঘাটৰ দক্ষিণ ভাগৰ ৰাছমাৰি পথাৰৰ হাবিৰ মাজত মাজে সময়ে শিলৰ মূৰ্তি আৰু ভগ্নাৱশেষৰ চিন আদি পোৱা যায়, ইয়াৰ কেইখনমান কামৰূপ অনুসন্ধান সমিতিলৈ পঠিওৱা হৈছে। নামবৰৰ অগাধ হাবিৰ মাজত ঠায়ে ঠায়ে ডাঙৰ পুখুৰী আৰু মানুহৰ বসতিৰ চিন পোৱা যায়। নুমলীগড়ৰ ওচৰত টিলা এটাৰ ওপৰত এটা শিলৰ মন্দিৰৰ ভগ্নাৱশেষ আছে, তাৰ কাৰুকাৰ্যবিলাকৰ গতিলৈ চাই আহোমৰ বহুত দিনৰ আগৰ বুলি অনুমান হয়। এই দক্ষিণ ভাগৰে কালিয়নি পাহাৰৰ ওপৰত চটীয়া ইটাৰে বন্ধোৱা এটা আলি আছে ; সেই আলি নগা পৰ্ব্বতৰ বহুত-লৈকে আছে বুলি মানুহে কয়। এইবিলাক কোন যুগৰ কথা আমি ঠাৱৰাব পৰা নাই। সম্ভৱ মহাভাৰতীয় যুগৰেই হব। কালক্ৰমত অনুৰ্বৰ হোৱা বাবেই হওঁক বা পাহাৰীয়া জাতিবিলাকৰ পৰা আঁতৰ হোৱা উদ্দেশ্যেই হওঁক, লাহে লাহে মানৱ বসতি উত্তৰ অঞ্চললৈ আহিল আৰু দক্ষিণ অঞ্চল এৰা পৰিল। এতিয়া আকৌ লাহে লাহে এই অঞ্চললৈ মানুহে চাল লৈছে।

ছশ-সাতশ বছৰৰ আগেয়ে এইঠাই আহোম আৰু কছাৰী ৰাজ্যৰ সঙ্গম স্থল আছিল। আহোম ৰজাৰ দিনত এই ঠাইক বছা-দৈয়াং চহৰ বুলিছিল। বছাজান আৰু দৈয়াং নৈয়েই এই নামকৰণৰ মূল। এই চহৰৰ চাৰিটা ভাগ আছিল —বছা, মৰঙ্গি, ওপৰ দৈয়াং আৰু নাম দৈয়াং। ওপৰ দৈয়াং কিছু সমৃদ্ধিশালী আছিল। ইয়াৰ দেৰগাও, ঢেকীয়াল, ৰহচলা, কছাৰীহাট, নগাঘাট আদি কেইখনমান লেখৰ ঠাই আছিল। ডাক্তৰ ওৱেদ চাহাবে এই কেইখনক একোখন "টাউন" বা নগৰ বুলি উল্লেখ কৰিছে। এই বিলাকৰ আয়তন কোঁচখাই আজি-কালি একোখন গাওঁ বা একোটা মৌজাত পৰিণত হৈছেগৈ। ইংৰাজী ১৭শ শতাব্দীৰ আদিভাগত বুদ্ধিস্বৰ্গনাৰায়ণ ৰজাই ব্ৰহ্মপুত্ৰৰ দাঁতিত এটা দেৱঘৰ সাজিছিল আৰু সেই আলমতে কিছু ব্ৰাহ্মণো আনি তাতে পাতে। সেই কালৰে পৰা ওপৰ দৈয়াঙ্গৰ পূব অঞ্চলৰ নাম দেৱৰগ্ৰাম বা দেৰগাওঁ হ'ল। এই মন্দিৰ এতিয়া নাই ; ব্ৰহ্মপুত্ৰই ভাঙিলে, আৰু আহোম ৰজাৰ এয়ে প্ৰথম দ'ল। পিছত জয়ধ্বজ সিংহই আকৌ সেই ঠাইৰ ওচৰৰে নেঘেৰিটিং টিলাত নতুনকৈ দ'ল সাজি দিলে। মহাৰাজ ৰুদ্ৰসিংহই এই দলৰ নিৰ্মালি নিতে পোৱাৰ বন্দৱস্ত কৰি লৈছিল। ঢেকীয়াল এটা ৰণসূচক শব্দ। এই অঞ্চলৰ বৰপাত্ৰগোহাঁইৰ তলত এদল হিলৈদাৰী সদায় সাজু আছিল। ইয়াত লো তৈয়াৰ হৈছিল। আজিকালিৰ ঢেঁকীয়াল আৰু খুমটাই দুয়োডোখৰ ঠাইকে ঢেঁকীয়াল বোলা যেন অনুমান হয়। এই দুয়োটা মৌজাৰ ঠায়ে ঠায়ে পোৱা লো-জৰাৰ দ'মেৰেই গোলাঘাট মহকুমাৰ বহুত আলি-পদুলি আজিকালি বন্ধোৱা হৈছে। ৰহচলাত ৰহচলা ঘৰ আছিল। ইয়াত ৰহ অৰ্থাৎ পাৰা তৈয়াৰ হৈছিল। এই ৰহৰ যোগান ৰসেন্দ্ৰ বৰুৱাক দিয়া হয়। ৰসেন্দ্ৰ বৰুৱাই ঔষধত ব্যৱহাৰ কৰে। আৰু বিশেষকৈ পুখুৰীত এই ৰহ ঢালে। তামৰ চুঙা এটাত পুখুৰীৰ আয়তন আৰু গভীৰতা হিচাপে কিবাএটা অনুপাতত ৰহ ভৰাই বৈজ্ঞানিক প্ৰণালীৰে পুখুৰীত পোতাৰ ৰীতি আছিল। অসমৰ উজনি খণ্ডৰ প্ৰায় সকলো পুখুৰীতে এই প্ৰণালীৰে ৰহ ঢালিছিল। ৰহ ঢলাৰ পৰা পুখুৰীৰ পানী প্ৰায় চপচপীয়া আৰু পৰিষ্কাৰ হৈ থাকে। ঢেঁকীয়ালত তৈয়াৰী লোৰে কছাৰীহাটত হিলৈ আৰু বৰটোপ আদি তৈয়াৰহোৱা কমাৰশাল আছিল। হিলৈদাৰী ৰণুৱাবিলাকক এই কছাৰীহাটৰ পৰা হিলৈ যোগোৱা হৈছিল। আমি এই থিয়হোৱা ঠাইডোখৰকে নগাঘাট বুলিছিল।

আহোম ৰজাৰ দিনত বছাজানৰ ওচৰৰ নগা-পাহাৰৰ দাঁতি-কাষৰীয়া ঠাই ভাগ আজিকালিৰ "আন্দামান" দ্বীপৰ দৰে ব্যৱহাৰ কৰা হৈছিল বুলি কয়। এই গ'ল ধনশিৰী নৈৰ উত্তৰফালৰ কথা। ধনশিৰিৰ দক্ষিণপাৰে মৰঙ্গী আৰু নামদৈয়াং চহৰ। এইঅংশৰ সম্ভৱ গৰমপানীৰ হাতেই কোনোবাখিনিত লোণৰ পুং আছিল। ইয়াত তৈয়াৰ হোৱা লোণে অসম দেশৰ চাৰিভাগৰ এভাগ মানুহক জুৰিছিল। বহুত দিনলৈকে এইভাগ কছাৰী ৰজাৰ তলত আছিল। আহোম ৰজাৰ তললৈ অহাত মৰঙ্গীত মৰঙ্গীখোৱা গোহাঁইক বহুত ৰাজ-ক্ষমতা দি শাসনকৰ্তা পাতি দিছিল। মৰঙ্গী আৰু নাম-দৈয়াঙ্গৰ নুমলীগড়, দেওপৰ্বতৰ ভগ্নাৱশেষ, গৰম-পানীৰ উহ, ফটাশিল আদিৰ কথা উল্লেখযোগ্য। এই নামদৈয়াঙ্গতে স্বৰ্গীয় গোপালদেৱে উজনি অসমৰ আদিসত্ৰ কুৰুৱাবাহী স্থাপন কৰিছিলহি আৰু আজি-লৈকে আছে।

মোৱামৰীয়া বিদ্ৰোহৰ সময়ত স্বৰ্গীয় পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই এই দৈয়াং চহৰতে এটা কোঠ মাৰিছিল। মোৱামৰীয়াবিলাকে ইয়াত বৰ উপদ্ৰৱ কৰিব নোৱাৰিছিল আৰু ডা-ডাঙৰীয়াসকলে সিবিলাকৰ পৰা তিৰোতাক এই বছা-দৈয়াং চহৰতে নিৰাপদে থৈছিল। এই কালত বছা-দৈয়াং চহৰক "লখিমী ঠাই" বোলা হৈছিল ; কিয়নো এই সময়ৰ দেশজুৰি হোৱা আকালে বছা-দৈয়াং পোৱাহি নাছিল। এই আকালতে আমাৰ দেশত চাউল কঠাত ৰূপ টকা হৈছিল।

গড় আলি, অঁকা আলি, ধোদৰ আলি আৰু মণিপুৰ আলি ৰজাৰ দিনৰে পৰা আজিলৈকে গোলাঘাটত প্ৰধান আলিবাট বুলি জনাজাত হৈ আছে। অঁকা আলি, ধোদৰ আলি আৰু মণিপুৰ আলিৰ আমি আজি থিয় হৈ কথা হোৱা ঠাইফেৰাই প্ৰায় সঙ্গম স্থল। এতিয়াৰ দৰে আহোম ৰজাৰ দিনতো এই ঠাইলৈ কেউফালৰ পৰা অহাৰ সুবিধা আছিল। পূৰ্বে উল্লেখকৰা নগাহাট এই ঠাইডোখৰকে বুলিছিল। ইয়াত নগা পৰ্বত, মণিপুৰ আৰু ভৈয়ামৰ মানুহৰ

সময়ে সময়ে একোখন হাট বহিছিল। কোম্পানীৰ হাতলৈ অহাৰ সময়ত ইয়াত “পতানৰ গোলা” বুলি এখন দোকান আছিল। কেউফালৰ পৰা অহা সুচল দেখি ইংৰাজে ইয়াতে সৈন্যৰ কোঠ পাতিলে আৰু সেইদিন ধৰি, ‘পতানৰ গোলাৰ’ “গোলা” আৰু ‘নগা হাটৰ”ৰ হাট বা “ঘাট” সোলোকাই লৈ “লখিমী ঠাই” বহা-দৈয়াং চহৰৰ নাম গোলাঘাট দিলে। গোলাঘাটৰ বিষয়ে বহুকথা কৈ আপোনালোকৰ সময় নষ্ট কৰিলোঁহক হবলা। বঢ়া-টুটা দোষ ক্ষমা কৰিব। আপোনলোকে জনা যদিও তথাপি আমাৰ মনে লকলকোৱা দেখি কওঁ, আপোনালোকৰ লগৰে সাহিত্যসেৱী যুগলহেমচন্দ্ৰৰ ওপজা ঠাই আমাৰ গোলাঘাটৰ ঢেকীয়াল আৰু মিছামৰা। দুয়োখনৰে সীমা একেটাই অৰ্থাৎ লগলগা। আমাৰ সাহিত্যৰ গুৰি যে টনকিয়াল তাক আৰু আমি আপোনালোকক জনাব নালাগে। প্ৰাদেশিক বহুত ভাষাতকৈ পুৰণি সম্পদ হিচাপে আমাৰ ভাষা চহকী বুলি মুক্তকণ্ঠে অনেকে স্বীকাৰ কৰিছে, কিন্তু দুখৰ বিষয় সেই সম্পদৰ আদখিনিও ধোঁৱাচাঙৰ পৰা নামিছে বুলি ডাঠি কব নোৱাৰোঁহক। আজিও তেনে আমাৰ কত অমূল্য ৰত্ন উঁই আৰু পোক-পৰুৱাৰ খেলাৰ সামগ্ৰী হৈ আছে, তাক কোনেও নুই কৰিব নোৱাৰো। দয়ালু চৰকাৰ বাহাদুৰৰ আলমত আমাৰ মাজৰ পূজনীয় পণ্ডিত স্বৰ্গীয় হেমচন্দ্ৰ গোস্বামীদেৱৰ উদ্যমত যি ৰত্ন উদ্ধাৰ হ’ল, তাতেই আমাৰ অন্ত পৰি আছে। তেখেতৰ আধৰুৱা কাম এতিয়া চৰকাৰেই হওক বা সাহিত্য সভাই হওক হাতত লবলগীয়া হৈ পৰিছে। যিমানেই বেলি হব সিমানেই আমাৰ বহুত ৰত্ন লোপ পায়। সাহিত্যৰ উন্নতিৰে ফেৰাই যেতিয়া আমাৰ ঘাই উদ্দেশ্য, এই কাম আশু শীঘ্ৰে আৰম্ভ কৰা আমাৰ প্ৰধান কৰ্তব্য। আধুনিক সাহিত্যৰ ফালে চালেও শোকলগা অৱস্থা। পঢ়াশলীয়া পুথিবিলাক বাদ দিলে আমাৰ আধুনিক সাহিত্য পুৰণি সাহিত্যতকৈ অনেকগুণে ন্যূন।

কোনো এটা অনুষ্ঠানক উন্নতিৰ পথত বাট বুলাবলৈ গলে কিছুমান কাৰ্য্য কৰি নতুন উপায়ৰ সংস্থান কৰি লব লাগিব। আপোনালোকে এনে কাম বহুত হাতত লৈছেও আৰু কৃতকাৰ্যও হব। অভিধান, ব্যাকৰণ, স্বৰ্গীয় নৰদেৱ আৰু স্বৰ্গীয়া কমলাদেবী সাহিত্যাৱলী আদিয়েই তাৰ প্ৰমাণ। আমাৰ সাহিত্যৰ উন্নতি কৰিবৰ হলেই আমাৰ এতিয়া দুটি বস্তু অতি লাগতিয়াল হৈ পৰিছে। এটি “কম দামত দিব পৰা পুথি” আৰু আনটি “পুথিপঢ়া সমাজ”। আমাৰ দেশত পুথিপঢ়া সমাজ গঠন কৰিবলৈ বিশেষ বেগ পাব নালাগে। কীৰ্তন, ৰামায়ণ, মহাভাৰত শুনি ৰস অনুভৱ কৰিব পৰা অসমীয়া গাৱঁলীয়া মানুহ শতকৰা অন্ততঃ পঞ্চাশ ঘৰ ওলাব। জাতীয় উন্নতিৰ মূলতেই সাহিত্য বুলি পূৰ্বে আমি আভাস দি আহিছোঁহক আৰু আপোনালোকেও সমৰ্থন কৰিব বলি বিশ্বাস। আমাৰ সমাজৰ উন্নতি কৰিবৰ হলে বৰ্তমান যুগৰ উপযোগী কিছুমান পুথি প্ৰণয়ন কৰা অসম্ভৱ নহয়। আপোনলোকেই কৰিব ; হয়তো বহুতে কৰিও এনে ধৰণৰ পুথি মেজৰ চুকত পেলাই থৈছে। বহুতে প্ৰকাশ কৰিবলৈ সাহো কৰা নাই, কিয়নো আমাৰ পুথি কিনিপঢ়া সমাজ অতি সংকীৰ্ণ।

এই উদ্দেশ্যে আমাৰ ক্ষুদ্ৰ বুদ্ধিৰে আপোনালোকক দুটা কথা খাটোঁহক। প্ৰথম, “পুথিপঢ়া সমাজ গঠন” আৰু দ্বিতীয়, “সাহিত্য সভাৰ এটা নিজা ছাপাখানা স্থাপন কৰা”। সাহিত্য সভাই দেশহিতকৰ কোনো ডাঙৰ কাম হাতত ললে যে উজান দিওঁতা মহানুভৱ পুৰুষ আমাৰ দেশত নোলাব এনে নহয়। এনে সহায়ৰ আভাস মাজেসময়ে পাই থকা হৈছে। আমাৰ সভাৰ মূল কাৰ্য্যালয়ৰ স্থান যোৰহাটত এনে এটি অনুষ্ঠান আৰম্ভ কৰিবলৈ কিছু সহজো হৈ আছে, কিয়নো বিজুলীৰ শক্তি তাত অনায়াসে পাব পাৰি ; ছাপাখানাত বহুত পুৰণি আৰু নতুন পুথি কম দামত অৰ্থাৎ আচল খৰচটোৰ জোখাই দাম লৈ, ৰাইজৰ হাতত দিব পৰা হ’ব। আমি যিমান দূৰ শুনিবলৈ পাইছোঁ, আজিকালি “হেমকোষ” কিনিবলৈ বিচৰা মানুহ বহুত। কিন্তু ‘হেমকোষ’ পাবলৈ নাই। এতিয়া আপোনালোকৰ আলমত যি অভিধানৰ যো-জা চলিছে, এই অভিধানৰ গ্ৰাহক যথেষ্ট ওলাব আৰু আমাৰ ভাষাৰো এটা অঙ্গ পূৰ্ণ হ’ব। কিন্তু তাৰ মূল্য যদি কিছু বেছি হয়, জনসাধাৰণৰ তাৰ পৰা উপকাৰ নহব। এই অভিধানৰ আলমতেই যদি ছাপাখানাৰ অনুষ্ঠানটি কৰি লয়, তেতিয়া অভিধানো হ’ব আৰু বস্তুটিও ৰৈ যাব। আমাৰ নিচিনা ক্ষুদ্ৰ বুদ্ধিৰ মানুহে হয়তো ছাপাখানাৰ নিচিনা জটিল অনুষ্ঠানৰ নাম শুনি ভয় খাব পাৰোঁ। কিন্তু আপোনালোকৰ অসম্ভৱ একো নাই, আপোনলোকে কৰোঁ বুলিলে কৰিব নোৱাৰা এনে কাম জগততেই বিৰল।

পঢ়াসমাজ গঠন কৰা সম্বন্ধেও মোৰ ক্ষুদ্ৰ বুদ্ধিৰে যি ধৰে, আপোনালোকক কওঁ। এই কাম আমাৰ সাহিত্য সভাই অকলৈ নোৱাৰিব পাৰে, কিন্তু আমি সকলোৱে গৱৰ্ণমেণ্টক খাটোঁহক—আমাক এজন শিক্ষা বিভাগৰ কৰ্মচাৰী পাঁচবছৰমানলৈ দিয়ক ; তেওঁ গোটেই আমাৰ দেশৰ গাৱেঁ-গাৱেঁ ফুৰি আমাৰ পুৰাতনীয়া সম্পত্তিস্বৰূপ পুথিবিলাক গোটাবলৈ যত্ন কৰক আৰু গাৱেঁ গাৱেঁ একোটা পুস্তকাগাৰ খুলি প্ৰথমতে পঢ়িব জনা লোকসকলৰ মনত পঢ়ি-



বলৈ এটা ধাউতি সুমাই দিয়ক। এইটো অকল সাহিত্যৰ উন্নতি কৰাই যে হ’ব এনে নহয়, ইয়াৰ দ্বাৰা জনসমাজৰ মাজত শিক্ষাৰ বিস্তাৰ হ’ব আৰু বৰ্তমান জগতৰ জানিবলগীয়া কথাবিলাক তেওঁলোকে জানিব পাৰিব। আপোনালোকৰ মাজত পুথি প্ৰণয়ন কৰোতাৰ অভাৱ নাই, অভাৱ কেৱল অৰ্থৰ, পঢ়াসমাজ হলে অৰ্থৰ অভাৱো ক্ৰমে নাইকিয়া হব।

আমাৰ বুৰঞ্জী সাহিত্যও পুৰঠ হৈ উঠা নাই ; অৱশ্যে আপোনালোকৰ উদ্যমতেই বহুত কথাই লাহে লাহে পোহৰৰ মুখ দেখিছে আৰু তাতে যদি আপোনালোকে ধাৰ নিছিঙাকৈ হাতৰ উজান দি থাকে বুৰঞ্জী সাহিত্যও যে অচিৰে সম্পূৰ্ণ হব, সেইটো আমাৰ ধ্ৰুৱ বিশ্বাস। বুৰঞ্জীৰ উলহ-মালহেৰেই আমাৰ দেশ ভৰা ; কেৱল কোঢ়োনাৰ দৰকাৰ আৰু সেই কোঢ়োনা আপোনালোকৰ হাতত। আজি যিবিলাক বস্তু গোটাবলৈ সহজ হৈ আছে, কাইলৈ হয়তো তাতকৈ বহুত টান হ’ব,। মাটি গাঁতৰ পৰা তুলি থলে গঢ়োতা কুমাৰৰ অভাৱ নহ’ব। এইক্ষেত্ৰত সাহিত্য সভা, কামৰূপ অনুসন্ধান সমিতি আমাৰ ক্ষুদ্ৰ বুদ্ধিৰে চুকিপোৱা এই অনুষ্ঠান দুটিৰ ভিত্তি যদি আপোনালোক মিলি স্থাপন কৰি দিয়ে, অনতিবিলম্বে আমাৰ সাহিত্য-কাননত পাৰিজাত ফুল যে ফুলি উঠিব এই আমাৰ ধ্ৰুৱ বিশ্বাস। এইদৰে লগে লগে আৰু এটা কথা আপোনালোকক জনাবলৈ মন উগুলথুগুল লাগি আছে। আমাৰ দেশৰ দাঁতি-কাষৰীয়া পৰ্বতীয়া জাতি ভাইসকলে যাতে আমাৰ ভাষাৰ সোৱাদ ল’ব পাৰে, তাৰ এটা বিধান কৰোঁ বুলিলে আপোনালোকে হাতত লব পাৰে। এই উদ্দেশ্য সাধনতো যে সাহিত্য প্ৰচাৰৰ দৰকাৰ, সেইটো আমি আৰু আপোনালোকক নকলেও হ’ব বৰং এই সম্বন্ধে আপোনালোকেই আমাক বহুত উপদেশ দিব পাৰিব। দেশৰ কিছু কথা আৰু আমাৰ আহোম ভাতৃসকলৰ বিষয়ে জানিবলগীয়া বহুত কথা এতিয়াও আহোম ভাষাৰ বুকুত সোমাই আছে। শিক্ষিত আহোম ভাতৃসকলক অনুৰোধ কৰোঁ যেন তেওঁলোকৰ এজনে এই ভাষা শিকি সেই ৰত্ন উদ্ধাৰ কৰি আমাৰ সাহিত্য সভাৰ জেউতি বঢ়ায়। এই ভাষা শিকিবলৈ ২০।৩০ বছৰৰ আগেয়ে যিমান সুবিধা আছিল আজি হয়তো তাতকৈ কম, কিন্তু আৰু কিছুদিনৰ পিছত এই ভাষা শিকা যে অতি কঠিন হৈ পৰিবগৈ তাকো একো অসম্ভৱ বুলিব নোৱাৰি। আহোম ভাষা জনা দুই-এজন বৃদ্ধলোক আজিও আছে আৰু আমাৰ পূজনীয় আহোম ভাষাবিদ সাহিত্যিক শ্ৰীযুত গোলাপ চন্দ্ৰ বৰুৱাদেৱৰ পৰাও এই সম্বন্ধে বহুত সহায় পোৱা যাব আৰু তেখেতে সজাটো গঢ়ি থৈছেই কিন্তু এই বয়সত তেখেতক ভাৰ দিবলৈ আমি সাহ কৰিব নোৱাৰোঁ। কিন্তু এই ক্ষেত্ৰত আৰু কিছু কাম আমি তেখেতৰ হাতৰ পৰা পাম বুলি আশা কৰি আছোঁহক। আমাৰ আশা কিমান দূৰ ফলৱতী হয় একমাত্ৰ তেখেতেই জানে।

হে সুধীবৃন্দ ! ক্ষমা কৰিব, আপোনালোকক আমি মাতি আনি সাদৰ সম্ভাষণ জনাই সেৱা শুশ্ৰূষা কৰি সন্তোষ দি পঠোৱাৰ পৰিবৰ্তে আপোনালোকক গুৰুভাৰৰ ওপৰত আৰু বোজা দিয়াৰ আকাংক্ষাহে কৰিলোঁ। আপোনালোক সাহিত্যবীৰ। বীৰৰ কাৰ্য্যই হৈছে দেশ জয় কৰা। বীৰৰ বীৰত্বৰ জেউতি বাঢ়ে দেশৰ পিচত দেশ জয় কৰাতেই। সাহিত্যৰ বেলেগ বেলেগ মাৰ্গত জয়লাভ কৰাই আপোনালোকৰ কৰ্তব্য আৰু মহত্বৰ পৰিচয় আৰু আমাৰ সবল বিশ্বাস, আপোনালোকৰ উদ্দেশ্যও এয়ে। সেয়েহে বুকুত সাহ বান্ধি আপোনালোকৰ আগত এই কথা কবলৈ আগবাঢ়িব পাৰিলোঁহক আৰু বঢ়া টুটাও যে আপোনালোকে নিজ গুণে ক্ষমা কৰিব, সেইটো আমি জানো। আপোনালোকৰ দৰে সৰল, উদাৰ, সুধী সমাজৰ জগৰ লগোৱাই আকাশকুসুম যেন বোধ হয়। কিয়নো আপোনালোকে সকলো কামৰে উজ্জ্বল পিঠিলৈকে চকু দিয়ে আৰু সকলো কথাৰে ৰাজহংসই পনীয়া গাখীৰৰ গাখীৰৰ ভাগ টুকি লোৱাদি সকলো কথাৰে সজভাগকেই শুহি লোৱা আপোনালোকৰ অভ্যাস আৰু স্বভাব বুলি আমি আগৰে পৰা জানোঁ।

জনাই-নজনাই আপোনালোকৰ আগত বহুত সময় কথা চোবাই আপোনালোকৰ বহুমূলীয়া সময়ৰ ওপৰত হস্তক্ষেপ কৰিলোঁহক, দায় দোষ যেন নিজ গুণে মৰিষণ কৰিব। আপোনালোক নানান ঠাইৰ পৰা দুখ কষ্ট কৰি আহি আজি ভাগ্যবশতঃ আমাৰ আলহী হৈছেহি ; আমি শুশ্ৰূষা কৰাৰ সলনি আপোনালোকক বহুৱাই লৈ আগত এখন কামৰ তালিকা দাঙি ধৰিলোঁহক। আপোনালোকক সাদৰৰে গোহাৰি জনাওঁ যেন তাত কোনো বিষম নেপায়। আপোনালোকক অভ্যৰ্থনা কৰাত আমাৰ অনেক ত্ৰুটি হ’ব পাৰে, তাক যেন আপোনালোকে নিজ গুণে ক্ষমা কৰিব আৰু আমাৰ আন্তৰিক সাদৰ সম্ভাষণ গ্ৰহণ কৰিব।

সৰ্বশেষত পৰমেশ্বৰৰ চৰণত আমাৰ সদৌ অসমৰ আদৰৰ অনুষ্ঠানটি যাতে সকলোৰূপে জয়-জয় ময়-ময় হয়, ইয়াকে প্ৰাৰ্থনা কৰি মই মোৰ আসন গ্ৰহণ কৰোঁ আৰু আপোনালোকেও মাতৃভাষাৰ পূজা আৰম্ভ কৰে।

# হোমিওপেথিৰ জনসেৱা, গোলাঘাট

ডাঃ ভূধৰ হাজৰিকা

সপ্তদীপা পৃথিৱীত ১৭৯০ খৃষ্টাব্দত আবিস্কৃত মহাত্মা হানিমানৰ হোমিওপেথি চিকিৎসাৰ ৰোগৰ লক্ষণ তত্ব আৰু ঔষধৰ লক্ষণ তত্ত্ব মিলাই, ঔষধ ৰোগীক ব্যৱহাৰ কৰিব জানিলে ৰোগী সম্পূৰ্ণ আৰোগ্য হয়। শৰীৰৰ কাৰ্য্যকৰী ক্ষমতাসমূহক হিংসা নকৰাকৈ, জৰায়ুজ প্ৰাণী-জগতৰ আৰোগ্যকাৰী ঔষধ সুলভ মূল্যত পোৱা হোমিওপেথি ঔষধ হানিমানৰ অৱদান। এই চিকিৎসা বজকুৱা বুদ্ধি-কৌশল নথকা নিকা চিকিৎসা,। বাতবিষত আক্ৰান্ত হৈ থকা পঞ্জাৱৰ মহাৰাজ ৰণজিৎ সিংহই হোমিওপেথি চিকিৎসক ডাক্তৰ হানিৱ বৰ্জাৰ চাহাবক ভাৰতবৰ্ষলৈ আনি চিকিৎসা কৰোৱাই আৰোগ্য হয়। সেয়েহে ভাৰতবৰ্ষত হোমিও শিক্ষাৰ পাতনি মেলিলে। গোলাঘাট মহকুমাত হোমিও-চিকিৎসা আৰম্ভ হয় ৰায় বাহাদুৰ ঘনশ্যাম বৰুৱাৰ দিনৰ পৰা। পিছৰ সকলৰ ভিতৰত অন্যতম হ'ল ভোগেশ্বৰ দত্ত।

গোলাঘাট চিনাতলিৰ নিচেই পাছপৰি থকা গাৱঁত ১৯১১ চনৰ ২১ এপ্ৰিল শুক্ৰবাৰে ভোগেশ্বৰ দত্তদেৱে জন্ম গ্ৰহণ কৰে। গাঁৱলীয়া জীৱনৰ শিক্ষা-দীক্ষা অৰ্হতাৰে হোমিওপেথি ডাক্তৰী শিক্ষা, কলিকতীয়া শিক্ষা-অধ্যয়নে সাধনা সফল, হোমিওপেথি চিকিৎসকৰূপে চিনাতলি তথা গোলাঘাট মহকুমাতে হোমিওপেথি চিকিৎসাৰ ব্যাপক প্ৰচাৰ আৰু দুৰাৰোগ্য ৰোগ আৰোগ্য কৰিব পৰা সুদক্ষ হোমিওপেথি চিকিৎসাৰ সুখ্যাতি অসমৰ নগৰে-চহৰে বিয়পি পৰিল।

মনৰ আনন্দতে গভীৰ মানসেৰে হোমিওপেথি চিকিৎসা-পদ্ধতিৰ বাবে মহান আলোড়নৰ সৃষ্টি কৰি শিৱসাগৰ জিলাৰ প্ৰবীণ নেতাসকলক আমন্ত্ৰণ জনাই গোলাঘাট চিনাতলিত বিৰাট ৰাজহুৱা সভা পাতি স্বৰ্গীয় বাগ্মীবৰ নীলমণি ফুকনদেৱৰ সভাপতিত্বত এখনি হোমিওপেথি পূৰ্ণাঙ্গ বিদ্যালয় স্থাপনৰ অৰ্থে ১৯৪৬ চনত সৰ্বপ্ৰথম ডি অসম হোমিও ৰিচাৰ্চ এণ্ড পাব্লিক হেল্থ এচোচিয়েচন গঠন কৰি এখনি হোমিও ঔষধ-শিক্ষাৰ বিদ্যালয় আৰু এখনি মৰঙ্গিৰ বগী-ধলাত ঔষধজাতীয় গছৰ বাগিছা তথা গৱেষণাগাৰ নিৰ্মাণৰ কাম হাতত লৈ সাফল্যমণ্ডিত কৰে।

১৯৪৭ চনৰ ১৫ জানুৱাৰীত মাননীয় স্বৰ্গীয় বাগ্মীবৰ নীলমণি ফুকনদেৱৰ সভাপতিত্বতে হোমিওপেথি বিদ্যালয় গৱেষণাগাৰৰ দুৱাৰ মুকলি কৰে। উক্ত চিকিৎসা বিদ্যাৰ ভোগেশ্বৰ দত্তদেৱে অধ্যক্ষৰূপে পৰিচালনা কৰি, সুখ্যাতিৰে বিষ পৰীক্ষা, ঔষধ প্ৰস্তুত আদি ৰিচাৰ্চ কৰে। ডাক্তৰ শ্ৰীদেৱেন বৰাই সেই বিদ্যালয়তে শিক্ষকতা কৰে। তেতিয়াৰে পৰা এচোচিয়েচনৰ সম্পাদকৰূপে সুখ্যাতিৰে বৰ্তমানলৈকে ওতঃপ্ৰোতভাৱে জড়িত।

অসম প্ৰদেশত একমাত্ৰ প্ৰাদেশিক স্তৰত হোমিওপেথিক ৰেজিষ্টাৰ ব'ৰ্ড, হোমিওপেথি বিদ্যালয়, মহাবিদ্যালয়লৈ ৰূপায়িত কৰা, হোমিওপেথিৰ সৰ্বতোপ্ৰকাৰে উন্নতিকল্পে চৰকাৰী ব'ৰ্ড, নিয়মাৱলী আদিৰ ৰূপৰেখা, হোমিওপেথি বিদ্যালয়, ৰিচাৰ্চ লেবৰেটৰী বৰ্তমানো বিৰাজমান।

১৯৭৩ চনৰ ৮ চেপ্তেম্বৰ শনিবাৰে পুৱা ৬-৪৫ মিনিটত মাননীয় ভোগেশ্বৰ দত্তদেৱ স্বৰ্গগামী হয়। অসমৰ একমাত্ৰ গোলাঘাট চিনাতলিৰ হোমিও চিকিৎসা বিদ্যালয়খনিৰ জৰিয়তে অসমৰ নগৰে,-চহৰে, পৰ্বতে-ভৈয়ামে গাৱে-ভুঞ্চেঁ শ-শ নিবনুৱালোকৰ ভাত-কাপোৰ, স্বাস্থ্য জনসেৱাৰ, চিকিৎসালয় সৃষ্টি কৰি ডাক্তৰ-ডাক্তৰণীয়ে নিৰ্ভীকভাৱে জনসেৱাত আত্ম নিয়োগ কৰিছে। হোমিও প্ৰথা, শিক্ষা বিস্তাৰ তথা বৰ্তমান অসমত হোমিও বিদ্যালয়, মহাবিদ্যালয় স্থাপন হৈছে। জাতীয় স্বাধীন ভাৰত চৰকাৰ তথা অসম চৰকাৰে এই শিশু কল্যাণ চিকিৎসাক আগ-ভাগ দিয়াৰ কামনাৰে জনস্বাস্থ্যসেৱাৰ উৎকৰ্ষ সাধন কৰাৰ অনুৰোধ।

১৯৪৪ চনত অসম কেশৰী স্বৰ্গীয় অম্বিকাগিৰি ৰায়চৌধাৰীদেৱৰ নিৰ্দ্দেশমতে হোমিওপেথি চিকিৎসা-বিজ্ঞান অধ্যয়ন কৰি হোমিওপেথি ডাক্তৰৰূপে গাৱেঁ, নগৰে নানান ৰোগীৰ চিকিৎসা কৰি অতি ভয়াবহ দুৰাৰোগ্য ৰোগো সম্পূৰ্ণ আৰোগ্য কৰিছে। বৰ্তমান আধুনিক যুগত গোলাঘাটত হোমিওপেথি পূৰ্ণপৰ্য্যায়ত মহাবিদ্যালয়ে ৰোগী ৰাখি চিকিৎসা দিব পৰা উন্নতি কল্পে কামনা কৰিলোঁ।







# গোলাঘাট মহকুমাৰ লিখক-লিখিকাৰ

# গ্ৰন্থ-পঞ্জী

[অসমীয়া সাহিত্যৰ ইতিহাসলৈ গোলাঘটীয়া লিখক-লিখিকাসকলে আগবঢ়োৱা আটাইবিলাক গ্ৰন্থৰ তালিকা এখন এই শিতানত পঞ্জীভূত কৰিব খোজা হৈছিল। বাতৰি-কাকতৰ যোগেদি কেবাৰাৰো আবেদনো কৰা হৈছিল। কিন্তু, লিখক-লিখিকা সকলে এই ক্ষেত্ৰত বিশেষ ভাৱে সহযোগ আগ নবঢ়ালে। সেই বাবে আমাৰ আঁচনিখনত খুঁত থাকি যোৱাৰ সন্দেহ কৰা হৈছে। এই অনিচ্ছাকৃত ত্ৰুটিৰ বাবে আমি ইয়াতে ক্ষমা মাগিছোঁ।

—সম্পাদক, 'ধনশিৰি']

## (ক) কবিতা

ৰঘুনাথ মহন্ত (অষ্টাদশ শতিকা) —শত্ৰুঞ্জয় কাব্য, অদ্ভুত ৰামায়ণ।
হেমচন্দ্ৰ গোস্বামী — ফুলৰ চাকি
যমুনেশ্বৰ খাটনিয়াৰ — অৰুণ
লক্ষ্মীনাথ ফুকন — সোণালী সপোন
তাৰা প্ৰসাদ বৰুৱা — গীতি মঞ্জৰী
ধীৰেন দত্ত — অভিযান
আব্দুল মালিক — বেদুইন, স্বাক্ষৰ, অসমীয়া জিকিৰ আৰু জাৰি (সংগ্ৰহ)
পূৰ্ণ চন্দ্ৰ গোস্বামী — যুগৰ কবিতা
নীলমণি ফুকন — আৰু কি নৈ শব্দ; নিৰ্জনতাৰ শব্দ, সূৰ্য্যহেনো নামি আহে এই নদীয়েদি; ফুলি থকা সূৰ্য্যমুখী ফুলটোৰ ফালে; কাঁইট গোলাপ আৰু কাঁইট; গোলাপী জামুৰ লগ্ন, জাপানী কবিতা, কুৰি শতিকাৰ অসমীয়া কবিতা (সম্পাদিত)।
হেম বৰা — অবিৰত তেজৰ ক্ৰন্দন
পুতুল হাজৰিকা — মিচিল
অমৰ শৰ্মা — ফুলৰি, অভিজ্ঞতা
চন্দ্ৰপ্ৰভা বুঢ়াগোহাঁই — পলাশৰ জুই
ৰুদ্ৰ শৰ্মা — এখন আকাশ অলপ পৃথিৱী
তৰুণ ৰাজখোৱা — প্ৰথম বৰষুণ (গীত); খাজু ৰাহো (গীত); ডালিম ফুল (গীত)
আজিজুদ্দিন আহমদ — মোৰ চাকি, উপহাৰ
অপূৰ্ব বৰুৱা — তুমি জানো বুজা নাই
দিলীপ ফুকন — বিপ্লৱ প্লাৱন
জীৱন গোস্বামী — বনকুহুম (চনেট); সোণৰ হৰিণা।
লোকেশ্বৰ গগৈ . কবিতা কলি।

## (খ) গল্প

লক্ষ্মীনাথ ফুকন — মালা; ওফাইদাং; মৰমৰ মাধুৰী; আশাত উৎফুল্ল প্ৰাণ; আনন্দে নধৰে হিয়া।
চৈয়দ আব্দুল মালিক — মৰহা পাপৰি; পৰশমণি; এজনী নতুন ছোৱালী; ছয় নম্বৰ প্ৰশ্নৰ উত্তৰ; ৰঙা গড়া; শিখৰে শিখৰে; শিল আৰু শিখা; প্ৰাণাধিকা; বহুত বেদনা এটোপা চকুলো; মৰম মৰম লাগে; অস্থায়ী আৰু অন্তৰা।
গোলাপ খাউণ্ড — শ্যামলীৰ স্বপ্ন, গিৰমিট।
ললিত বৰুৱা — আৱৰ্ত।

নগেন শইকীয়া — কুবেৰ হাতী বৰুৱা ; ছবি আৰু ফ্ৰেম ; বন্ধ কোঠাত ধুমুহা ; মাটিৰ চাকিৰ জুই ; অস্তিত্বৰ শিকলি অসমীয়া গল্প কৌমুদী (সম্পাদনা)।

কেশৱ শইকীয়া — আজি মোৰ মন।

অৰুণ গোস্বামী — প্ৰতিপদৰ জোন ; সূৰ্য্যস্নান

কালি প্ৰসাদ গোস্বামী — তুঁহ জুই।

লক্ষ্মী চন্দ্ৰ গোস্বামী — প্ৰাণ গঙ্গাৰ পাৰে পাৰে।

প্ৰফুল্ল বৰা — নতুন দিনৰ গল্প।

নিত্যানন্দ তামুলী — পথ হেৰোৱাৰ পথ।

দুলাল বৰদলৈ — মেঘে ঢকা তৰা, নাম তাইৰ উৰ্বশী।

দীনেশ গগৈ — মহাচোৰ

॥ উপন্যাস ॥

হেমচন্দ্ৰ বৰুৱা — বাহিৰে ৰং চং ভিতৰে কোৱা ভাতুৰী (প্ৰথম পৰ্য্যায়ৰ উপন্যাস কাহিনী)

লক্ষ্মীনাথ ফুকন — নিশাৰ পূৱতি সুৰ।

আব্দুল মালিক — ল, সা, গু ; ৰথৰ চকৰি ঘূৰে ; বনজুই ; ছবিঘৰ ; মাটিৰ চাকি ; কণ্ঠহাৰ ; অন্য আকাশ অন্য তৰা ; সুৰুযমুখীৰ স্বপ্ন ; আধাৰ শিলা ; জীয়া জুৰিৰ ঘাট ; ৰূপতীৰ্থৰ যাত্ৰী ; ৰজনী গন্ধাৰ চকুলো ; মোৰ বাবে তুমি নুকুৱা মালতী ফুল ; প্ৰাচীৰ আৰু প্ৰান্তৰ ; ৰাতিৰ কবিতা ; ওমলা ঘৰৰ ধূলি ; নল-বিৰিণা-খাগৰি ; অঘৰী আত্মাৰ কাহিনী ; অন্য নাম মৃত্যু ; পহ মৰা হাবিৰ বাট ; জেতুকাপাতৰ দৰে ; জয়া মনিকা ইত্যাদি ; সোণালী সূতাৰে বন্ধা ; এটা সূৰ্য্য ; দুখন নদী আৰু এখন মৰুভূমি ; ডাঃ অৰুণাভৰ অসম্পূৰ্ণ জাৱনী ; সিপাৰে প্ৰাণ সমুদ্ৰ ; একাবেঁকা বৃত্ত ; খোৱা নিদান ; মই প্ৰস্তাৱ কৰোঁ। যে— ; অমৰ মায়া ; অগ্নি গৰ্ভা ; উই হাফলু ; ত্ৰিশূল ; কবিতাৰ নাম লাভা।

চিনানন্দ শইকীয়া — ভুলৰ পৰিণতি ; ৰঙা সুৰুযৰ বেঙনি ; মৰি ধনশিৰিত জীয়া ধল।

লক্ষ্মীকান্ত মহন্ত — জীৱন কিয়নো লাগে ; জীৱনৰ জোনাক বিচাৰি ; জীৱনৰ মোহ, গোপনীয় (?)

ৰাম হাজৰিকা — সুষমা ; জোনাকীৰ বিয়া।

দুলাল বৰদলৈ — উপদংশ, এজনী বেয়া ছোৱালী।

হেম বৰা — মৰম পিপাসী মন ; নিশাৰ কুঁৱলী ; জীৱন নুইতৰ গতি, ৰজনী বিদুৰ দিশ।

অৰুণ গোস্বামী — যুদ্ধপূৰ্ব আখৰা ; পিতৃ বিয়োগ।

ডাঃ উপেন কাকতি — মিঠা জেংৰাই।

জীৱ গগৈ — বিভিষিকাৰ আঁৰে আঁৰে

শিৱ শৰ্মা — মানিকী গাৱঁৰ কাহিনী।

কুমুদ কুমাৰ দত্ত — এখন অসম্পূৰ্ণ উপন্যাসৰ পাণ্ডুলিপি।

দীন তামুলী — জীৱন নদীৰ পাৰে পাৰে ; দেৱী নে দানবী ; অভিশপ্ত স্বৰ্ণ বিগ্ৰহ।

যদু শইকীয়া (অনুবাদ) মা ; নৱ জীৱন।

কমলেশ্বৰ ৰাজখোৱা — (অনুবাদ) জেমিলা ; আই বসুমতী'

নগেন ঠাকুৰ — ধীৰে বয় ডন (অনুবাদ)।

নন্দেশ্বৰ দত্তঃ— জীৱনৰ চকৰি ঘূৰে।

## নাটক আৰু একাংকিকা

হেমচন্দ্ৰ বৰুৱা — কানীয়াৰ কীৰ্তন।

সুৰেন্দ্ৰ নাথ শইকীয়া — কৰ্ণ, লক্ষ্মণ, কুশলকোঁৱৰ আপোচ ; ঘোকোচ ; প্ৰেতাত্মাৰ পৰিদৰ্শন ; তকদিৰ।

আব্দুল মালিক — ৰাজদ্ৰোহী ; মকৰাজাল। জগৰামগুলৰ প্ৰেমাভিনয়।

ৰাম গোস্বামী — নটীৰ পূজা ; পলাশৰ ৰং।

সোমেশ্বৰ কলিতা — নেপাতি কেনেকৈ থাকো ; কথা তেনে সেইটো ; নাটক আৰু নালাগে।



তবিউল হুছেইন — চান্দা বিচাৰি

ডাঃ উপেন কাকতি — সোণ নালাগে ৰূপ নালাগে ; প্ৰাণ গঙ্গাৰ পাৰ।

হেম বৰা — ছন্দহাৰা ; ধেৎতেৰি ; উত্তৰ পুৰুষ।

নন্দ বৰা — কালিদাসৰ পিঁয়াজ।

ফণী হাজৰিকা — বৃন্তচ্যুতা

খোলোক বৰা — সিহঁত চোৰ

## সাহিত্য-সমালোচনা, প্ৰবন্ধ আদি

হেমচন্দ্ৰ গোস্বামী, লক্ষ্মীকান্ত মহন্ত — অসমীয়া সাহিত্যৰ চানেকি।

জীৱ হাজৰিকা — চেক্সপীয়েৰৰ সাহিত্য প্ৰতিভা

ললিত বৰুৱা — আধুনিক সাহিত্য আলোচনা।

নগেন শইকীয়া — চিন্তা আৰু চৰ্চা, সৌন্দৰ্য্য দৰ্শন।

নগেন ঠাকুৰ — পালি, প্ৰাকৃত, অপভ্ৰংশ আৰু অসমীয়া ভাষা।

দণ্ড হাজৰিকা — অসমীয়া ভাষাতত্ত্ব।

হেম বৰা — হেমচন্দ্ৰ গোস্বামীৰ সাহিত্য প্ৰতিভা ; উনবিংশ শতিকাৰ অসমীয়া সাহিত্য আৰু হেমচন্দ্ৰ বৰুৱা। গোলাঘাটৰ ইতিকথা।

প্ৰফুল্ল বৰা — চৈয়দ আব্দুল মালিক।

॥ জীৱন-কথা ॥

লক্ষ্মীনাথ ফুকন — মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ

চিদানন্দ শইকীয়া — মহৰ্ষি কাৰ্লমাৰ্ক্স ; কৰ্মপ্ৰাণ ৰোহিণীকান্ত ; সীমান্ত গান্ধী, জীৱনী দীপিকা।

দুলাল বৰদলৈ — আমাৰ বেজবৰুৱা ; এঙ্গেলচ আৰু মাৰ্ক্সবাদ।

ৰাম গোস্বামী — প্ৰেছিডেন্ট নিক্সন

কালীপ্ৰসাদ গোস্বামী — ইন্দিৰা গান্ধী আৰু সমাজবাদ।

ধীৰেন্দ্ৰনাথ দাস — হেঁৰায়ো হেৰোৱা নাই।

॥ বিভিন্ন ॥

ৰঘুনাথ মহন্ত — কথা ৰামায়ণ।

হেমচন্দ্ৰ বৰুৱা — হেমকোষ (অভিধান) ; পঢ়াশলীয়া অভিধান ; অসমীয়া ভাষাৰ ব্যাকৰণ ; পঢ়াশলীয়া ব্যাকৰণ।

হেমচন্দ্ৰ গোস্বামী — অসমীয়া পুথিৰ বৰ্ণনাত্মক তালিকা।

আব্দুল মালিক — মাজত মাথোন হিমালয় (ভ্ৰমণ কাহিনী) ; চুফী আৰু চুফীবাদ ; অনুবাদঃ— চিৰকুমাৰ সভা ; ভাৰতীয় শিক্ষাৰ পুনৰগঠন ; গালিব ; সুৰদাস ; বনগড় বাৰী ; নঙ্গ দুনীয়াকো চালাম ; বগাচুলীয়া ছোৱালীজনী ; তীৰ্থ-যাত্ৰী (জোহান বয়েৰ) ; মুকলি মনৰ সাধু।

জীৱন দাস — অৰণ্যৰ প্ৰাণী ; অকণিৰ অৰণ্য ; অৰণ্যৰ মাজে মাজে।

গোলাপ খাউণ্ড — চাহ-বাগিছাৰ অসমীয়া ; সেউজীয়া পৃথিৱীৰ সাধু।

ললিত বৰুৱা — গাৱঁৰ কথা কৈছোঁ।

লক্ষ্মীচন্দ্ৰ গোস্বামী — ষোল জুনৰ স্মৃতিত।

সোণাৰাম তামুলী — কথামালা, ৰাজসভাৰ সাধু।

গিৰীশ বৰুৱা — ভাৰতীয় ন্যায় শাস্ত্ৰ।

শ্ৰীপূৰ্ণচন্দ্ৰ গোস্বামী ঃ— সাধু কিতাপ, নতুন সাধু, সুৱদী সাধু, পাহাড়ী সাধু, জিলিংথাপৰ সাধু, আজিৰ দিনৰ সাধু, উৰণীয়া সৈনিকৰ জুৰণীয়া উপাখ্যান, আজিৰ দিনৰ উপাখ্যান, তাই-মাই, তাহানিখনৰ কথা, লাইব্ৰেৰী আন্দোলন, এইসকল বাৰু কোন? সামাজিক আচৰণ, প্ৰাৰ্থনা পাঠ, আমি জানিবলগীয়া কথা, ৰঙ্গাচকী, আঠোটা গল্প, শিল্পীৰ সংসাৰ, বাটৰুৱাৰ গল্প আৰু কবিতা, জীৱন নৈৰ পাৰে, জয় যাত্ৰাৰশেষ নাই, সদাচাৰ, যুগনায়ক কেজনমান, মোৰ এৰিতহা দিনবোৰ, প্ৰসঙ্গ প্ৰণালী, পাল নামৰ আহি, গীতামৃত, চাৰিগুৰুৰ জীৱন চৰিত্ৰ, ইন্টাৰভিউ।

পূৰ্ণ কাকতি — বৈষ্ণৱতত্ত্ব দৰ্শন।

ৰত্ন ৰাজখোৱা — অব্যৰ্থ চিকিৎসা পদ্ধতি, যক্ষ্মাৰোগৰ প্ৰতিৰোধ।

গুনাৰাম খনিকৰ — বিভিন্ন ফলমূলৰ গুণাগুণ ; শিশুৰ প্ৰতি লব লগা যত্ন ; লাগতীয়াল কথা ।
ধীৰেন দাস — সুৰশ্ৰী।
সোণেশ্বৰ বৰা — দৈয়াং।
চন্দ্ৰ দত্ত — উলঙ্গ নক্সা।
হেম বৰা — চেনাইৰে চকুলৈ চাবকে নোৱাৰি।
নগেন শইকীয়া — সেউজী পাতৰ মাজে মাজে।

## ॥ সম্পাদিত পুথি, স্মৃতিগ্ৰন্থ, প্ৰবন্ধ-গ্ৰন্থ ইত্যাদি॥

হেমচন্দ্ৰ গোস্বামী — কথা গীতা ঃ কামৰূপ বস্ত্ৰ-মালা ; অসম বুৰঞ্জী।
নগেন শইকীয়া — অসমীয়া গল্প কৌমুদী ; চন্দ্ৰধৰ বৰুৱাৰ গ্ৰন্থাৱলী ; অসমৰ লিপি সমস্যা ; আধুনিক অসমীয়া সাহিত্যৰ অভিলেখ ; হিতেশ্বৰ বৰ বৰুৱাৰ স্মৃতিমাল্য ; ডঃ যোগীৰাজ বসু অভিনন্দন গ্ৰন্থ ; হেমচন্দ্ৰ গোস্বামীৰ স্মৃতি গ্ৰন্থ ; পদ্মনাথ গোহাঞি বৰুৱাৰ স্মৃতি গ্ৰন্থ ; ঢেকীয়াল হাইস্কুল ৰূপালী জয়ন্তী গ্ৰন্থ ; অসম সাহিত্য সভা বৰ্ভিয়া বাৰ্ষিকী ; মঙ্গলদৈ মঙ্গলদৈ ; তিতাবৰ সোঁৱৰণ ; প্ৰবন্ধ সঞ্চয়ন ; অধ্যয়ন বিচিত্ৰা।
নীলমণি ফুকন — কুৰি শতিকাৰ অসমীয়া কবিতা।
চিদানন্দ শইকীয়া — ছানু খেৰীয়া।
হেম বৰা — প্ৰত্নতাত্ত্বিক পণ্ডিত হেমচন্দ্ৰ গোস্বামী (স্মৃতি গ্ৰন্থ) ; অভিজ্ঞান (দেঃ ৰাঃ মঃ ৰূপালী জয়ন্তী গ্ৰন্থ) ; ছানু খেৰীয়া (শ্ৰদ্ধাঞ্জলি গ্ৰন্থ) ; 'ধনশিৰি'—অসম সাহিত্য সভাৰ ৪৫তম গোলাঘাট অধিবেশনৰ স্মৃতিগ্ৰন্থ।
কেশৱ শইকীয়া — গোলাঘাট সঙ্গীত বিদ্যালয়ৰ ৰূপালী জয়ন্তী স্মৃতি গ্ৰন্থ।

## গোলাঘাট মহকুমাৰ সংবাদ পত্ৰ/আলোচনী

॥ গোলাঘাট নগৰৰ পৰা প্ৰকাশিত ॥

পাঞ্চজন্য — অযোধ্যাপ্ৰসাদ গোস্বামী।
পঁজাঘৰ — অযোধ্যাপ্ৰসাদ গোস্বামী।
নতুন বাতৰি — বিদ্যা হাজৰিকা।
আমাৰ বাতৰি — কেশৱ শইকীয়া, জেহিৰুল হুছেইন।
ঐক্যবাণী — হেম বৰা, হৰিকৃষ্ণ ফুকন।
জনপথ — ৰাজেন শইকীয়া।
সহযোগী — হৰিকৃষ্ণ ফুকন।
কৃষক মজদুৰ — হৰিকৃষ্ণ ফুকন, ৰাজেন শইকীয়া।
সংযোগ — ৰঞ্জিৎ সিংহ।
অনিৰ্বাণ — ঋষেশ্বৰ বৰা।

॥ ফৰকাটিঙৰ পৰা ॥

ৰঙামেঘ — উপেন ফুকন, কমল হাজৰিকা।
বৰ পথাৰৰ পৰা — 'কুশল'-বিশ্বেশ্বৰ হাজৰিকা।
দেৰগাঁৱৰ পৰা — জ্যোতি—ঈষেশ্বৰ বৰঠাকুৰ ; নীলমণি ফুকন। সুন্দৰ-কালীপ্ৰসাদ গোস্বামী ; আমাৰ গল্প-দুলাল বৰদলৈ ; শ্ৰীমন্ত—প্ৰফুল্ল বৰা, গোবিন্দ শইকীয়া। দৃষ্টিপাত—দুলাল বৰদলৈ।
বোকাখাতৰ পৰা — পোহৰঃ—হিৰণ দত্ত বৰ্ণালী—হিৰণ দত্ত অন্বেষণ—থানেশ্বৰ হাজৰিকা চিতাৰ বুকুৰ চৰাই—ৰফিকুল হুছেইন ৰং—লোহিন্দ্ৰ শইকীয়া। প্ৰথম প্ৰতিশ্ৰুতি—অচলা দত্ত জিন্‌টি (মিনি)—পূৰ্ণ বৰা
কুৰুৱাবাহীৰ পৰা — অনিৰ্বাণ—পুতুল হাজৰিকা।
বাদুলি পাৰ ভোলাগুৰিৰ পৰা — সূৰ্য্যৰেখা—ললিত বৰুৱা। নতুন যুগ—ললিত বৰুৱা। প্ৰদীপ—বিমল আগৰৱালা। অৰুণ—ৰামকুমাৰ আগৰৱালা। তৃষ্ণা—চিন্ময় কুমাৰ দাস। প্ৰতিযোগী-প্ৰশান্ত বৰা। ৰক্তবিন্দু—প্ৰফুল্ল তামুলী, অতুল শইকীয়া।



## ॥ কাৰ্য-নিৰ্বাহক আৰু মূল অভ্যৰ্থনা সমিতি॥

সভাপতি— ডঃ মোহিনী কুমাৰ শইকীয়া
কাৰ্যকৰী সভাপতি— শ্ৰীমোহন জালান
উপ-সভাপতি— " বিষ্ণু প্ৰসাদ চলিহা
" অন্নদা শইকীয়া
" নীলপদ্ম ফুকন
" সোণেশ্বৰ বৰা, এম, এল, এ,
প্ৰধান সম্পাদক— শ্ৰীগোনাৰাম বৰুৱা
যুটীয়া সম্পাদক " হেম বৰা
" চন্দ্ৰ গগৈ
" কমলেশ্বৰ শইকীয়া
সহযোগী সম্পাদক— " উপেন ফুকন
" ভদ্ৰেশ্বৰ বৰা
কোষাধ্যক্ষ " দেবেশ্বৰ গগৈ

### ॥ প্ৰকাশন সমিতি ॥

উপদেষ্টা— শ্ৰীযদুনাথ শইকীয়া
সভাপতি— " প্ৰফুল্ল কান্ত বৰুৱা
উপ সভাপতি— " চিদানন্দ শইকীয়া
" ললিত বৰুৱা
স্মৃতি-গ্ৰন্থৰ সম্পাদক— হেম বৰা
সাহিত্য সংকলনৰ সম্পাদক শ্ৰীনগেন শইকীয়া
সদস্য— শ্ৰীশ্ৰীকান্ত কলিতা
" প্ৰফুল্ল চন্দ্ৰ বৰা
" লক্ষীকান্ত মহন্ত
" প্ৰমোদ বৰদলৈ
" কেশৱ শইকীয়া
" ফিৰদোছ আলি
" আনন্দ শৰ্মা
" গোলাপ খাউণ্ড
ডঃ মোহিনী কুমাৰ শইকীয়া

### ॥ প্ৰচাৰ সমিতি ॥

সভাপতি— শ্ৰীফিৰদোছ আলি
যুঃ সম্পাদক— " কেশৱ শইকীয়া
" অভিজিৎ গোস্বামী
" দীনেশ গগৈ
সহ-সম্পাদক— শ্ৰীআনন্দ শৰ্মা
" আনোৱাৰ হুচেইন
" প্ৰফুল্ল ৰাজকুমাৰ

### ॥ খাদ্য সমিতি ॥

উপদেষ্টা— শ্ৰীনগেন্দ্ৰ নাথ বৰুৱা।
" বুবাই বৰদলৈ।

সভাপতি— শ্ৰীচৰ্দাৰ ৰতন সিং
উপ সভাপতি— " শৰৎ ভুঞা
" সন্তোষ দত্ত
যুটীয়া সম্পাদক— শ্ৰীৰামসাগৰ বৰা
" লক্ষী প্ৰসাদ বৰা
সহঃ সম্পাদক শ্ৰীবীৰেন শৰ্মা
" নগেন ফুকন
" ভাৰত বৰুৱা

### ॥ আবাস সমিতি ॥

উপদেষ্টা— শ্ৰীগোবিন বেজবৰুৱা
" মাখন গোপাল গোস্বামী
সভাপতি— শ্ৰীগোবিন্দ গোস্বামী
উপ-সভাপতি শ্ৰীশৰৎ শৰ্মা
" আৰতি শইকীয়া
যুঃ সম্পাদক— শ্ৰীজীতেন দত্ত
" পূৰ্ণানন্দ গগৈ
" প্ৰতাপ কাকতি
সহঃ সম্পাদক— শ্ৰীখগেন ফুকন
" প্ৰশান্ত দত্ত

### ॥ ৰভা আৰু মঞ্চ সমিতি ॥

উপদেষ্টা— অধ্যক্ষ, পুলিচ প্ৰশিক্ষণ কেন্দ্ৰ, দেৰগাওঁ
শ্ৰী জিতেন বৰুৱা
" খিৰাজ আহমদ
সভাপতি— শ্ৰীআলোক বৰবৰা
উপ-সভাপতি— শ্ৰীমদন খেতান
" নিত্যানন্দ শৰ্মা
সম্পাদক— শ্ৰীকন্দৰ্প তামুলী
সহঃ সম্পাদক— শ্ৰীখগেশ্বৰ চলিহা
" সূৰ্য্য বৰুৱা
" ঋষভ মহন্ত

### ॥ বিদ্যুৎ সমিতি ॥

উপদেষ্টা— শ্ৰীহৰেন দত্ত, কাৰ্য্যবাহী অভিযন্তা, গোলাঘাট
শ্ৰীসদা দত্ত
সভাপতি— শ্ৰীমহেন চলিহা
সম্পাদক— " গজানন খেতান
সহঃ সম্পাদক— " গোপাল ভুঞা,
" পদম ফুকন

॥ প্ৰদৰ্শনী সমিতি ॥

উপদেষ্টা— শ্ৰীৰবীন বেনাৰ্জী
সভাপতি— " প্ৰদীপ চলিহা
সম্পাদক— " জীৱন দাস
সহঃসম্পাদক— " পদ্মেশ্বৰ গগৈ

॥ স্বেচ্ছাসেৱক সমিতি ॥

উপদেষ্টা— ৰাষ্ট্ৰীয় শিক্ষাৰ্থী বাহিনীৰ অধ্যক্ষ
মহকুমা আৰক্ষী বিষয়া
সভাপতি— শ্ৰীবিষ্ণুৰাম কাকতি
উপ সভাপতি— " গুণীন দত্ত
সম্পাদক— " ভুৱন শইকীয়া

॥ যাতায়ত আৰু পৰিবহন ॥

উপদেষ্টা— আস্থান অধীক্ষক।
সভাপতি— শ্ৰীৰামদাস ৰবিদাস।
উপ সভাপতি— " লক্ষী সন্দিকৈ
সম্পাদক— " জগৎ দুৱৰা
সহঃ সম্পাদক— " মিহিৰ গগৈ
" পৰিমল শৰ্মা
" বিজয় বৰঠাকুৰ

॥ তোৰণ সমিতি ॥

উপদেষ্টা— শ্ৰীপ্ৰফুল্ল দুৱৰা
সভাপতি— " অৰুণ কলিতা
উপ সভাপতি— " প্ৰেম বৰা
সম্পাদক— " ৰুদ্ৰ নাৰায়ণ দত্ত
সহঃ সম্পাদক— " অৰুণ হাজৰিকা
জিতেন বৰগোহাঁই

॥ স্বাস্থ্য সমিতি ॥

উপদেষ্টা— ডাঃ চন্দ্ৰ চৌধুৰী
সভাপতি— ডাঃ শশীকান্ত মহন্ত
উপ সভাপতি— ডাঃ বি, এন, ভট্টাচাৰ্য্য
সম্পাদক— ডাঃ ফটিক গগৈ
সহঃ সম্পদক— ডাঃ লক্ষ্মী বৰুৱা
ডাঃ ডি, কে, ৰয়

॥ শোভাযাত্ৰা সমিতি ॥

উপদেষ্টা— শ্ৰীপূৰ্ণচন্দ্ৰ গোস্বামী
" দণ্ডেশ্বৰ হাজৰিকা
" সোণেশ্বৰ বৰা এম, এল, এ
সভাপতি— " লাদুলাল জৈন
উপ সভাপতি— " প্ৰবোধ বৰকাকতি
সম্পাদক— ,, ক্ষীতীশ চন্দ্ৰ শৰ্মা
সহঃ সম্পাদক— " কমল হাজৰিকা

॥ সাংস্কৃতিক সমিতি ॥

উপদেষ্টা— শ্ৰীৰুদ্ৰ বৰুৱা
" হৰিশ্চন্দ্ৰ গোস্বামী
সভাপতি— " মাখন প্ৰসাদ দুৱৰা
যুটীয়া সম্পাদক— " নলিন দুৱৰা
" মন্টু কৰ্মকাৰ
" দীনেশ গগৈ
সহঃ সম্পাদক— " শিৱ ঠাকুৰ
" শ্ববৈবা খান্নান
" প্ৰণৱ তামুলী

॥ হিচাব পৰীক্ষক ॥

শ্ৰীআনন্দ গোস্বামী
" তিলেশ্বৰ বৰগোহাঁই
,, তীৰ্থ দত্ত

॥ উন্নয়ন আৰু পানী যোগান ॥

উপদেষ্টা— মহকুমাধিপতি
কাৰ্য্যবাহী অভিযন্তা পথ আৰু গৃহ নিৰ্মাণ,
শ্ৰীহৰেন দত্ত
পৌৰসভাৰ সভাপতি
সভাপতি— শ্ৰীসত্যৰঞ্জন পাল মজুমদাৰ
উপ-সভাপতি— " মহেন শইকীয়া
সম্পাদক—

॥ বিত্ত সমিতি ॥

সভাপতি— শ্ৰীপুনাৰাম নেওগ
সম্পাদক— ' অজিত বৰুৱা

॥ কাৰ্য্যালয় বিভাগ ॥

সম্পাদক— শ্ৰীনন্দ বৰা
সহায়কাৰী— ' সুৰেন্দ্ৰনাথ বৰা
" সূৰ্য্য বৰুৱা
" " নৰেন শৰ্মা
একাউণ্টেণ্ট— " নৰেশ্বৰ শৰ্মা
পিয়ন— " প্ৰবীণ শৰ্মা





অসম সাহিত্য সভাৰ ৪৫তম অধিৱেশন ঃ জোনাকী নগৰ, গোলাঘাট

॥ অভ্যৰ্থনা সমিতিৰ একাংশ ॥

**কাৰ্য-নিৰ্বাহকৰ সদস্যসকল ঃ—**

সৰ্বশ্ৰী প্ৰফুল্ল চলিহা, পুনাৰাম নেওগ, যদু শইকীয়া, আনন্দ গোস্বামী, ক্ষীতীশ শৰ্মা, জয়দেৱ খাণ্ডেৱাল, বিদ্যা হাজৰিকা, সত্যৰঞ্জন পাল মজুমদাৰ, দণ্ডিধৰ গগৈ, ফিৰদুচ আলি, অমল চন্দ্ৰ গোস্বামী, জগত দুৱৰা, অৰ্জুন নায়ক, আকলিয়াচ তিৰ্কি, হৰি আচাৰ্য, মদনলাল খেতান, কমলেশ্বৰ ৰাজখোৱা, অঞ্জলি বৰকাকতি, স্নেহলতা বৰবৰা, প্ৰেমধৰ শইকীয়া, যোগেশ দেৱ, শঙ্কৰলাল বাউৰী।

**অভ্যৰ্থনা সমিতিৰ সদস্যসকল ঃ—**

**গোলাঘাট** ঃ—সৰ্বশ্ৰী মোহিনী কুমাৰ শইকীয়া, পোনাৰাম বৰুৱা, হেম বৰা, কমলেশ্বৰ শইকীয়া, চন্দ্ৰ গগৈ, মহেন্দ্ৰ নাথ শইকীয়া, প্ৰদীপ চলিহা, গোবিন্দ চন্দ্ৰ গোস্বামী, আনন্দ গোস্বামী, বিদ্যা হাজৰিকা, ৰতন সিং, ডাঃ ডি, কে, ৰয়, প্ৰফুল্লকান্ত বৰুৱা, অজিত বৰুৱা, ৰামদাস ৰবিদাস, সত্যৰঞ্জন পাল মজুমদাৰ, সন্তোষ দত্ত, আৰতি শইকীয়া, স্বপন বজৰাই, পৰমানন্দ পেগু, অভিজিৎ গোস্বামী, বুবাই বৰদলৈ, কৃষ্ণকান্ত শইকীয়া, মোহিনীমোহন শইকীয়া, প্ৰবীণ দুৱৰা, ডাঃ লক্ষ্মী বৰুৱা, ডাঃ ফটিক গগৈ, প্ৰীতি চৌধুৰী, প্ৰতাপ কাকতী, আমিন বৰুৱা, গৌৰীশঙ্কৰ বাজাজ, শীতল চন্দ্ৰ দে, মহেন্দ্ৰ প্ৰসাদ চলিহা, দ্বাৰিকানাথ শৰ্মা, নুকুল হক, মিন্টু ভৌমিক, পৰিমল দত্ত, কিৰণ ভট্টাচাৰ্য্য, পবন বৰদলৈ, জগত দুৱৰা, বিমলানন্দ দুৱৰা, জয়দেৱ খাণ্ডেৱাল, নিত্যানন্দ শৰ্মা, উপেন ফুকন, খিৰাজুদ্দিন আহমদ, দেবেশ্বৰ গগৈ, গোপাল ভূঞা, পৰিমল শৰ্মা, গজানন খেতান, মোহন জালান, মদন খেতান, লাডুলাল জৈন, বিমলা জালান, ডাঃ শশীকান্ত মহন্ত, জ্যোতি প্ৰসাদ লডিয়া, নবীন মহন্ত, ৰুদ্ৰ দত্ত, ডাঃ বি, এন, ভট্টাচাৰ্য্য, তীৰ্থনাথ দত্ত, ভোলা শইকীয়া, অৰুণ কলিতা, পূৰ্ণানন্দ গগৈ, স্মাৰ্ত বৰুৱা, ৰবীন্দ্ৰনাথ বৰুৱা, বঙ্কিম চন্দ্ৰ কাকতি, চোহান আলি, নগেন্দ্ৰ নাথ বৰুৱা, কেশৱ শইকীয়া, খগেন ফুকন, ভোলা শইকীয়া, মনজিৎ কুমাৰ শৰ্মা, ক্ষিতীন্দ্ৰ বল্লভ হাজৰিকা, কন্দৰ্প তামুলী, তোলন হাজ-ৰিকা, শৰৎ বৰা, পূৰ্ণ গোহাঁই, তৰুণ শৰ্মা, বাসুদেৱ দাস, তপন ভূঞা, নিৰঞ্জন দে, লক্ষ্মীপ্ৰসাদ বৰা, দীনেশ গগৈ, বিনয় বৰঠাকুৰ, গোবৰ্দ্ধন ঝা, কুলধৰ চমুৱা, তিলেশ্বৰ ৰৰগোহাঁই, চিত্ৰলেখা দুৱৰা, অনিল বৰুৱা, অমৰ দত্ত, ধীৰেন মহন্ত, প্ৰফুল্ল শৰ্মা তামুলী, কৰবী দাস, উষা দত্ত, ভাৰত বৰুৱা, ৰীণা বৰদলৈ, শ্ৰীকান্ত কলিতা, ৰামসাগৰ বৰা, জয়দেৱ পাঠক, ইফ্‌টিকাৰ হুছেইন, নিৰলা বুঢ়াগোহাঁই, শ্বৰেৰা খান্নাম, ললিত গগৈ, ভোলা বৰা, খলিলুৰ ৰহমান লহকৰ, কুমুদ দত্ত, দীলিপ বৰঠাকুৰ, ফাইজুদ্দিন আহমদ, পুনু তাচা, নগেন ৰাজখোৱা, হৰিপ্ৰসাদ শইকীয়া, ৰবীন্দ্ৰনাথ দত্ত, সুধাংশু ৰঞ্জন কৰ, সুধাংশু ভূষণ ভট্টাচাৰ্য্য, পূৰ্ণিমা কৰ্মকাৰ, সবিতা সিংহা, কানন চন্দ, সুগত ৰায়মল্লিক, বাসন্তী কৰ্মকাৰ, অঞ্জন ঘোষ, মিলন ৰক্ষিত, পূৰ্ণকান্ত মহন্ত, মণিমোহন ঘোষ, হৰিশঙ্কৰ, বিশ্বেৰ ৰায়, নাৰায়ণ সৰকাৰ, দীপক মজুমদাৰ বীণাপাণি দেৱী, ৰফিউল আহমদ, শিৱ ঠাকুৰ, দেবেন সোণোৱাল, নগেন কাকতি, তিলেশ্বৰ বৰুৱা, ফণীধৰ হাজৰিকা, পোৱাল শইকীয়া, প্ৰফুল্ল বৰদলৈ, তুলাৰাম দাস, দেহীৰাম ভৰালী অৰুণ কুমাৰ সিংহ, জীৱন গগৈ, ভোলা বৰা, পদ্মেশ্বৰ গগৈ, প্ৰেম বৰা, দুলাল গোস্বামী, কামাখ্যা পূজাৰী, ডাঃ প্ৰফুল্ল শইকীয়া, কৃষ্ণ বুঢ়াগোহাঁই, ৰঞ্জু গগৈ, জীৱন দাস, কিৰণ শইকীয়া, ক্লীমেন্ট শইকীয়া, ত্ৰৈলোক্য গগৈ, গোপাল গোস্বামী, ক্ষিৰোদ গোস্বামী, হিতেশ্বৰী গোস্বামী, ইউনুচ আলি, দিনেশ বৰুৱা, অমিয় দাস, আব্দুল হেলিম, ঘনকান্ত বৰুৱা, এচ মনোহৰণ, জে, চিঃ দাস, এচ, ডি, পি, অ' চোহন লডিয়া, প্ৰবোধ কাকতি, ফুলচাঁদ মহেশ্ৰী, জগদীশ চৌনী, গকুল মহেশ্ৰী, মোহন লাল আগৰৱালা, জয়কুমাৰ জৈন, অৰবিন্দ, মিত্ৰ, চামুৱেল লিমজা, তৰুণ ৰাজখোৱা, নজৰত আলি আহমদ, অনিল কুমাৰ ফুকন, তিলক বৰবৰা, কে, চাহ, মহেন্দ্ৰ নাথ শৰ্মা, উপেন, গগৈ, চালেহ আহমদ, হৰিচন্দ্ৰ দাস, গুণাৰাম কলিতা, নবীন তামুলী, দীন নাথ বৰা, প্ৰদীপ মহন্ত, সূৰ্য্যকুমাৰ গাম, ভুবনেশ্বৰ, বৰা, যতীন দত্ত, যুগল কিশোৰ পাল, ৰোমেশ্বৰ শইকীয়া, তোলন গগৈ, নিত্য বৰতামুলী, যোগেন শৰ্মা, নবীন শইকীয়া, ধীৰেন বৰগোহাঁই, মাণিক তামুলী, ঘনকান্ত বৰা, গুণাৰাম খনিকৰ, পুনাৰাম শইকীয়া, হিতেশ্বৰ গগৈ, ঘনশ্যাম ফুকন, ত্ৰৈলোক্য কলিতা, নেকিব আহমদ, প্ৰদীপ শইকীয়া, অপূৰ্ব গাস্বামী, ৰাজকুমাৰ আগৰৱালা, মাণিক ঘোষ, মাখনলাল ঘোষ, বিনন্দ সভাপণ্ডিত প্ৰবীণ বৰা, হেমচন্দ্ৰ গোস্বামী, ৰাম অৱতাৰ আগৰৱালা, চামচুল হুছেইন, হৰিপ্ৰসাদ গগৈ, দিলবীৰ সিং, জাগিৰ সিং, মোহন গগৈ, ৰাজেন শইকীয়া, তাৰা প্ৰসাদ, মোহন লাল

সুন্দৰ দাস, লাল সিং, চৌহান সিং, নবীন বৰুৱা, লাৱণ্য চৌধুৰী, চন্দ্ৰপ্ৰভা বৰদলৈ, জয়মতী গোহাঁই, পুণ্য বৰুৱা, ৰেণুকা বৰুৱা, বিমলা বৰা, চাৰুবালা বৰঠাকুৰ, হেমপ্ৰভা বৰা, মহেন্দ্ৰনাথ বৰা, প্ৰণব তামূলী, বিবেকা শৰ্মা, দেবেশ্বৰ বৰুৱা, চাহাবুদ্দিন আহমদ, বেণুধৰ গগৈ, বলৰাম ছেত্ৰী, শেৱালী থাউও, এছ আগৰৱালা, পদ্মলোচন ভূঞা, প্ৰসন্ন শইকীয়া, দীপক, গগৈ, ধীৰেন বৰদলৈ, পুতুল, শইকীয়া, সাগৰ কলিতা, পিয়াৰ আলি, ভুবন ফুকন, শিৱ দত্ত, লক্ষেশ্বৰ সন্দিকৈ, বিদ্যুৎ বৰুৱা, মৃদুল বৰঠাকুৰ, দেবেন্দ্ৰ শৰ্মা সুশীল বৰুৱা, মদন চাহা, জিতেন বৰুৱা, অজিত কুমাৰ দত্ত, উপেন ভৌমিক, পবিন্দ্ৰ নাৰায়ণ দত্ত, দেবেন্দ্ৰ নাথ গগৈ, নন্দ বৰা, অমূল্য শৰ্মা, স্বৰূপ সিংহ, ঘনশ্যাম শৰ্মা, বিশ্ব কমল বৰদলৈ, ৰবীন ৰাজখোৱা, দ্বিজেন শইকীয়া, কৰুণা বৰঠাকুৰ অৰূপ কুমাৰ শৰ্মা, সুধেন্দু দে, হেমকান্ত বৈদ্য, গোবিন শইকীয়া, প্ৰতিমা, সিংহ, অঞ্জলি বৰকাকতি, প্ৰবোধ বৰ কাকতি, হৰিপ্ৰসাদ আচাৰ্য্য, অতুল গোহাঁই, কেশৰাম গগৈ, নবীন শইকীয়া, বিজয় দত্ত,আব্দুল মান্নান, প্ৰকাশ সন্দিকৈ, চিত্তৰঞ্জন আগৰৱালা, চান মহমদ, শোভন শইকীয়া, স্নেহ বৰবৰা,, ৰেণু দুৱৰা, ৰমা ৰাজখোৱা, জয়া দেৱী, নিৰুপমা নেওগ, আৰতি শইকীয়া, জ্যোতিমায়া দেবী, লিলি শইকীয়া নৈপুণ্য ভূঞা, নলিন দুৱৰা, জহৰা বেগম, সবল প্ৰভা ওজা,, বিশ্বনাথ ঘোষ, অনিল বৰা, মাইনাল হক, মহেন্দ্ৰ নাথ দত্ত, প্ৰভাত, পাল, বি, হাজৰিকা, অজিত কোঁৱৰ মীনা শইকীয়া, ডাঃ জে, এন, ডুইভাৰ, ডাঃ বি, আৰ, ইয়েল, ৰুদ্ৰ মজিন্দাৰ, এ, কে, সভাপণ্ডিত, উপেন দত্ত, হৰিশচন্দ্ৰ গোস্বামী, বীৰেন বৰবৰা, নলিনী বৰঠাকুৰ, পদ্মকোঁৱৰ, ইন্দ্ৰ দাস,, প্ৰফুল্ল শইকীয়া, গুনীন শইকীয়া, লোকেন্দ্ৰ শইকীয়া, ৰবেন গোহাই, গোবিন বেজবৰুৱা, ৰেব বৰা, গুণাৰাম গগৈ, কেশৰীমল জৈন, আব্দুল ৰছিদ, চন্দ্ৰ আগৰৱালা, হনুমান বক্স আগৰৱালা, গঙ্গা, গোস্বামী, নগেন বৰা, মন্টু কমকাৰ, লালচাঁদ টেহলানী, চকিকুৰ ৰহমান, গোবিন বৰুৱা, অনু শইকীয়া, নব কুমাৰ বৰগোহাঞি, ডাঃ কে, দাস, প্ৰফুল্ল হাজৰিকা, হেদেম্বৰ শইকীয়া, জগত বৰদলৈ, পদ্মেশ্বৰ গগৈ, প্ৰেম বৰা, বালেশ্বৰ প্ৰসাদ সিংহ, লক্ষীন্দ্ৰ শইকীয়া, দেবেন বৰা, গণেশ শইকীয়া, প্ৰদীপ দত্ত, বদন বৰা, ৰাজেন নেওগ, হাফিজ আলি, পুতুল গোস্বামী, হৰেন দত্ত, যজ্ঞেশ্বৰ শইকীয়া, গোলাপ গগৈ, বিমল বৰা, হিৰণ্য তামূলী, মাখন প্ৰসাদ দুৱৰা, প্ৰদীপ কাকতি, থানেশ্বৰী, দাস, তিলেশ্বৰ তামুলী, ৰেবকান্ত বৰদলৈ, প্ৰফুল্ল ৰাজকুমাৰ, ঘনশ্যাম ফুকন, হেম ফুকন, যতীন গোহাঁই কেশৱ গগৈ, খগেশ্বৰী বৰা, ডম্বৰুধৰ বৰা, কমলেশ্বৰ লিহিং, ৰাজেন হাজৰিকা, অৰুণ চক্ৰবৰ্তী, বিমান দাস।

**শ্যামৰায়পুৰ**—শ্ৰীশৰৎ চন্দ্ৰ গোস্বামী।

**গুৱাহাটী** ঃ—শ্ৰীৰাম গোস্বামী, নগেন শইকীয়া, জীৱ গগৈ।

**ভিমাপুৰ** ঃ—শ্ৰীমতী বেলিনা বৰ্মণ।

**তিনিচুকীয়া** ঃ— সৰ্বশ্ৰী ত্ৰৈলোক্য গোস্বামী, সিদ্ধেশ্বৰ তামূলী, ঋষেশ্বৰ বৰা।

সৰুপথাৰ ঃ—

সৰ্বশ্ৰী হেম গগৈ, মুহি তামূলী, নবীন সন্দিকৈ, গঙ্গাধৰ শৰ্মা, অৱনী শৰ্মা, পৰশু তামূলী, গণেশ মেধি, অৰুণা দেৱী, ৰমেশ সন্দিকৈ যোগেশ্বৰ চুতীয়া, লেচাম তুৰুং, মুহিধৰ দুৱৰা, ভজোৰাম উপাধ্যায়, প্ৰদীপ হাজৰিকা, নৰেন চুতীয়া, মোহন চাহা, সোণকান্ত বৰা, মীনাৰাণী দে, অনু চুতীয়া, বীণা গোহাঁই, ৰজনী চুতীয়া, যমুনা শৰ্মা, অতুল ধৰ, কিৰন্ময় সেন, কৰুণাময় দেৱ, ঝৰ্ণা সেন, বজৰঙ্গ লাল তেজাৱৎ, নাৰায়ণ তালুকদাৰ, ৰিপুন শৰ্মা, ৰাজেন ভাগৱতী, সমৰেন্দ্ৰ সিংহ, মুহি শইকীয়া, প্ৰমোদ বৰা, প্ৰভাত লহকৰ, সূৰ্য্য চুতীয়া, মোহন গগৈ, ৰোহিনী গগৈ, ঘনশ্যাম ফুকন, যোগেন কোঁৱৰ, কৰুণা সন্দিকৈ, জগৎ শ্যাম, নগেন ফুকন, যজ্ঞেশ্বৰ দেউৰী, আনন্দ বৰা, গোলাপ আগৰৱালা, টি দে, হেদেম গগৈ, খগেশ্বৰ সন্দিকৈ।

বৰপথাৰঃ—সৰ্বশ্ৰী মিনেশ্বৰ গগৈ, ৰজতকুমাৰ বৰা, তপধীৰ সেন, জগদীশ দেব, পঙ্কজিনী, পৰিমলকান্তি দে।

আধাৰ সত্ৰ ঃ—সৰ্বশ্ৰী অমল গোস্বামী, গুণাৰাম ভৰালী, জীৱেশ্বৰ বৰ., বখটিয়াৰ খাঁ, অৰ্জুন নায়ক (শালমৰা), চিদানন্দ হাজৰিকা (চিনাতলি), মিনাৰাম শইকীয়া, ৰাজিব শৰ্মা, অমূল্য গোস্বামী, ধনচন্দ্ৰ শইকীয়া।

ফৰকাটিং ঃ—সৰ্বশ্ৰী কমল হাজৰিকা, সোমেশ্বৰ বৰা, চিত্ৰৰঞ্জন চন্দ, উমাপ্ৰসন্ন চৌধুৰী, ভুপেন কুণ্ডু, চি, ডি, চাৰিয়ান ললিত, গগৈ, ৰাজেন ভাগৱতী,।



বৰুৱাগাওঁঃ—আনন্দ শৰ্মা, নগেন নেওগ, পজিৰ আহমদ, আব্দুল মতিন।
ভোলাগুৰি ঃ—সৰ্বশ্ৰী দণ্ডধৰ গগৈ, ললিত বৰুৱা, খগেশ্বৰ ভৰালী, ৰংগালা গগৈ, জান আহমদ. যোগেন গগৈ : মাধৱ শইকীয়া, শৈল সন্দিকৈ, ভোলোকা গগৈ, অমলেন্দু ভট্টাচাৰ্য, হৰেন গগৈ, প্ৰফুল্ল ফুকন।
বাদুলিপাৰ ঃ—সৰ্বশ্ৰী চিন্ময় কুমাৰ বল, খোৰচেদ জাহান, উজ্জল বৰদলৈ, দীননাথ চৌধুৰী।

বুঢ়াগোহাঁই খাত ঃ—ডাঃ ভুবন গগৈ, গুনীন দত্ত (বকিয়াল)।

বোকাখাত ঃ—সৰ্বশ্ৰী অন্নদা শইকীয়া, অজিত বৰা, থানেশ্বৰ হাজৰিকা, হৰ গগৈ, বিভা বৰা, হৰেন হাজৰিকা, মহেন্দ্ৰ শইকীয়া, পদ্ম শইকীয়া, ভবেন শইকীয়া, ভুবন কলিতা, পুতলি খাউও, গোলাপ খাউও, অমি বেজবৰুৱা, প্ৰেমধৰ নেওগ, চন্দ্ৰ পাঠক, শৈলেন তামূলী, মেহেৰুণনিচা, জিতেন ফুকন, আটাউৰ ৰহমান, জিতেন বৰুৱা, কমল চন্দ্ৰ পাটৰ।

দেবগাওঁঃ—সৰ্বশ্ৰী বীৰেন্দ্ৰ নাথ দাস, প্ৰফুল্ল শৰ্মা, ভোগেশ্বৰ চাহ, মহেন্দ্ৰ বৰুৱা, যোগেশ্বৰ হাজৰিকা, দিলীপ হাজৰিকা।
মিছামৰা—দাধৰা ঃ—সৰ্বশ্ৰী প্ৰফুল্ল শইকীয়া, গুণকান্ত বৰা, ভোগেশ্বৰ।
কুৱালগুৰি ঃ—সৰ্বশ্ৰী ললিত দত্ত, দুৰ্লভ চন্দ্ৰ বৰা।
ত্তিতাবৰ ঃ—সৰ্বশ্ৰী জগন্নাথ গগৈ, মাধৱ শৰ্মা, জয়চন্দ্ৰ বৰা, সভাৰাম দাস, ভোলা শৰ্মা, চক্ৰেশ্বৰ শইকীয়া, ধৰ্মেশ্বৰ বৰুৱা, ৰাজেন শৰ্মা তামূলী।
গণক পুখুৰী ঃ—সৰ্বশ্ৰী চন্দ্ৰকান্ত খনিকৰ, লক্ষেশ্বৰ দাস, হৰেন্দ্ৰ নাথ হাজৰিকা।
বৰুৱাবামুণগাওঁ ঃ—শ্ৰীৰামেশ্বৰ পূজাৰী।
বগীচলা ঃ—সৰ্বশ্ৰী কামাখ্যা ৰয়, বসন্ত ঠাকুৰ।
যোৰহাট ঃ—সৰ্বশ্ৰীৰাজেন হাজৰিকা, শ্যামল ভূঞা,
শালিকীহাট ঃ—শ্ৰীজয়কান্ত হাজৰিকা।
ঢেকীয়াল ঃ—সৰ্বশ্ৰী যোগেন খাউও, নিৰ্মল বৰা, তুলসী বৰগোহাঁই, কিৰণ তামূলী, প্ৰবীণ বৰা, মালভোগ বৰা, ডাঃ ভীমকান্ত বৰা, ডিম্বেশ্বৰ তামূলী, দুলাল বৰদলৈ, দিব্যনাথ, গণেশ গোস্বামী, মহেশ্বৰ শইকীয়া, গিৰীশ গোস্বামী, নন্দেশ্বৰ খাউও, প্ৰবীণ ফুকন (নৰাকোঁৱৰ), ৰত্নেশ্বৰ দত্ত, প্ৰতাপ নাথ, চন্দ্ৰপ্ৰভা বৰতামূলী, বিপিন বৰা, যজ্ঞমোহন বৰা, ঘন বৰা, সীতাৰাম আগৰৱালা, গিৰিণ বৰা।

কমাৰ বন্ধা ঃ—সৰ্বশ্ৰী হেম বৰা, পুতুল শইকীয়া, যোগ বৰুৱা, ৰুণুমী ফুকন, বীৰেন বৰা, ডিম্বেশ্বৰ শইকীয়া হৰেন শইকীয়া, পূৰ্ণেশ্বৰ কাকতি, কৃষ্ণ গগৈ, সত্য মিশ্ৰ, গুণ দত্ত, জগদীশ বৰা, চক্ৰধৰ গোস্বামী, চালেহা খাতুন, ডম্বৰুধৰ বৰা, ডিম্বেশ্বৰ শইকীয়া, উপেন্দ্ৰ নাথ পাঠক, তনু বৰা, আলতাফ আলি, জীৱন ৰাজখোৱা, ভোলানাথ হাজৰিকা, ফিৰদুচ আলি আহমদ।।

কমাৰগাওঁ—মহৰা ঃ—সৰ্বশ্ৰী টঙ্কেশ্বৰ হাজৰিকা, মোহিনী ৰাজকুমাৰী, যোগেন ফুকন, সুশীল ফুকন, ঘনকান্ত বৰা, চন্দ্ৰকান্ত গগৈ, মহেন্দ্ৰ হাজৰিকা, ইন্দ্ৰেশ্বৰ ভূঞা, ৰোমেশ্বৰ দত্ত, বীৰেন গগৈ, মহেন শইকীয়া, ইন্দ্ৰেশ্বৰ শৰ্মা, যতীন হাজৰিকা, পোনা গগৈ, গণেশ জয়চোৱাল, ভোলা চুতীয়া, দেবেন ভূঞা, মহেশ্বৰ শৰ্মা, গুপ্তেশ্বৰ প্ৰসাদ ৰাম, মাণিক ফুকন, শোভন শইকীয়া।

মৰণি ঃ—সৰ্বশ্ৰী হৰেন্দ্ৰ নাথ শৰ্মা, ৰাধা কাকতি, প্ৰমোদ বৰঠাকুৰ, বিজয়কৃষ্ণ বৰঠাকুৰ, দেবেন শইকীয়া, সোমেশ্বৰ দত্ত, পদ্ম বৰদলৈ, প্ৰবীণ শৰ্মা, ফটিক শইকীয়া,, ধৰ্মেশ্বৰ বৰদলৈ, মহেন্দ্ৰ হাজৰিকা, যজ্ঞ হাজৰিকা আনন্দ বুঢ়াগোহাঁই, গুনদা শইকীয়া, জিতেন বাউৰী।

কছাৰীহাট ঃ—সৰ্বশ্ৰী যোগেন বৰুৱা, নুৰুল হুছেইন, চামচুল হুছেইন, জেহিৰুল হুছেইন, মাখন শৰ্মা, পূৰ্ণকান্ত গগৈ, পজিৰুদ্দিন আহমদ, উমা বৰা, চাৰু দেৱী, তৈয়ব আলি, ৰাজেন হাজৰিকা, ডম্বৰু গগৈ, আফতাবুদ্দিন আহমদ, গণেশ আচাৰ্য্য, পূৰ্ণ বৰদলৈ, হৰিপ্ৰসাদ গগৈ, চাহাবুদ্দিন আহমদ।

ঘিলাধাৰী ঃ—সৰ্বশ্ৰী ভুবন গগৈ, ডাঃ ত্ৰৈলোক্য শইকীয়া, দেবেন চন্দ্ৰ বৰা, মুখেশ্বৰ বৰদলৈ, দেবেন্দ্ৰনাথ বৰা, যোগেন কোঁৱৰ, হেমচন্দ্ৰ বৰগোহাঁই, পোনা বৰা, আব্দুল মতিন, বিষ্ণুপদ দে, গোলাপ মোবা জগত অধ্যাপক তাৰানাথ বৰবৰুৱা, হৰকান্ত হাতীবৰুৱা, লোকেশ্বৰ গগৈ, ৰত্নেশ্বৰ বৰদলৈ, ভৱত চন্দ্ৰ পাত্ৰ।

নুমলিগড় ঃ—সৰ্বশ্ৰী লক্ষেশ্বৰ বৰা, পুলিন তামুলী, নগেন গোস্বামী ।

খুমটাই ঃ—সৰ্বশ্ৰী সন্ধ্যাৰাম বৰুৱা, প্ৰদীপ গগৈ, নগেন গগৈ, পূৰ্ণ কাকতি, ঘনকান্ত গগৈ, থানেশ্বৰ গগৈ, সত্যনাৰায়ণ আগৰৱালা, মতিচান্দ গুপ্ত, নিকুঞ্জ খাউণ্ড, নোমল শইকীয়া, ঠানুৰাম দত্ত।

মেলামৰা ঃ—সৰ্বশ্ৰী গঙ্গাধৰ শইকীয়া, সুৰেন ৰাজখোৱা, মহেন্দ্ৰ নাথ, লক্ষণ চন্দ্ৰ নাথ, ভুবনেশ্বৰ গোহাঁই, চাহাদত আলি, লক্ষ্মীনাথ বৰুৱা, নগেন বৰা, যাদব শইকীয়া, ৰাজেন শৰ্মা বৰদলৈ, হেমকান্ত চাহা, ভদ্ৰেশ্বৰ শইকীয়া, পুণ্যেশ্বৰ হাজৰিকা, নবীন শইকীয়া, জিতেন শইকীয়া, প্ৰিয়ৰাম শইকীয়া, দুৰ্গেশ্বৰ বৰা, লক্ষ্মী শইকীয়া, দেবেন কটকী, মনেশ্বৰী শইকীয়া, খতিকুণ নিচা, অমিয়া বৰুৱা।

গৰঙা চাহ বাগিছা ঃ—সৰ্বশ্ৰী সুৰেন্দ্ৰ কুমাৰ সিংহ, খগেন আচাৰ্য, গঙ্গা তাঁতী, দাম গুৱালা, ভাগীৰথী কমাৰ, লক্ষ্মীনাথ বৰা, মনু কালিন্দি, চোম্বৰুায়া গোৱাল, ঘনশ্যাম দত্ত, মাখন, বৰা, দিলিপ সিংহ, দেৱানী মিৰ্দ্ধা, অজিত দত্ত, তাৰানাথ দত্ত, অঙ্কুৰ ভূমিজ, শৰৎ বৰঠাকুৰ, মহেশ্বৰ ভট্টাচাৰ্য্য, চফিউৰ হুছেইন, নবীন তামুলী।

শাওতলি ঃ—সৰ্বশ্ৰী নীলকান্ত ঠাকুৰ, সৰুকন কুৰ্মী, ব্ৰজেন খাউণ্ড, ভূপেন বৰুৱা, পূৰ্ণ ফুকন, বিপিন বৰা, নোমল দত্ত।

বেতিয়নি ঃ—সৰ্বশ্ৰী ৰমা দত্ত, বিপিন কাকতি, গোনা ফুকন, নগেন্দ্ৰনাথ বৰা, দীননাথ শইকীয়া, লক্ষ্মীপ্ৰসাদ চলিহা, বিপিন বৰবৰা, সুৰেন গগৈ, পৰান গগৈ, ।

হাতীয়ে খোৱা বৰ কাঠনি ঃ—সৰ্বশ্ৰী মোচাই দত্ত, কেশৰাম গগৈ, গিৰিশ ৰায় চৌধুৰী, দিলিপ গোস্বামী, ক্ষিৰোদ বণিক, সাগৰমল ভাটি, নবীন গোস্বামী, যোগেন দত্ত, প্ৰেমধৰ শইকীয়া, তিলেশ্বৰ হাজৰিকা, নৰেন শইকীয়া লক্ষ্মী শইকীয়া, ৰোমেশ্বৰ কাকতি, ফাইজুদ্দিন আহমদ, মণিৰুল হক, ইউচুফ আলি, মহিবুল হক সুৰেন শইকীয়া, দ্ৰোণকান্ত শইকীয়া, ক্ষিৰেশ্বৰ গগৈ, গোলাপ গগৈ, অৰুণ শইকীয়া, ঋষভ মহন্ত, বলীন, ফুকন, নিপুন গোস্বামী ধৰ্মেশ্বৰ বৰা।

দলৌজান বাগিছা ঃ—সৰ্বশ্ৰী গোবিন চন্দ্ৰ ৰাণা, ৰামনাথ গোৱালা,, পঙ্কজ ঘোষ, বিদ্যা কাকতি, পোহৰ আলি খনিকৰ, মৃদুল ফুকন, বিনয়, যোগেশ্বৰ পাত্ৰ, বীৰেন দত্ত, যাদৱ শৰ্মা, হৰেন কাকতি, দয়াল কৰ্মকাৰ, প্ৰদীপ শৰ্মা, উদ্ধব থাটনিয়াৰ, কম্পৰ কানাৰ,, উমেশ ভৌমিক, টিকেন ভূঞা, দেবেন শৰ্মা, শৈলেন নাথ, ৰামেশ্বৰ লাল, নগেন চাহা, যুগল কিশোৰ শৰ্মা, উমেশ প্ৰসাদ সিং, এইচ সেনগুপ্তা, সত্যেন চৌধুৰী।

নোগোৰা ঃ—শ্ৰীটঙ্কেশ্বৰ দাস।

পদুমণি ঃ—শ্ৰীউপেন বৰা, বকিয়াল—শ্ৰীগুনীন্দ্ৰ নাথ দত্ত, পানীকৰা—শ্ৰীৰোমেশ্বৰ বুঢ়াগোহাঁই,

শেনচোৱা—শ্ৰীপূৰ্ণ বৰা, ৰজাবাৰী—শ্ৰীনন্দেশ্বৰ বৰুৱা, খগেশ্বৰ কলিতা।

( বিঃ দ্ৰঃ ঃ—৩।৩।৭৮ তাৰিখলৈকে আমাৰ হাতত পৰা তথ্যমতে )



## পৃষ্ঠ-পোষক সকলৰ একাংশ


শ্ৰীআলোকচন্দ্ৰ বৰবৰা
গোলাঘাট


চৰ্দাৰ ৰতন সিং
গোলাঘাট


শ্ৰীনৰেন কোঁৱৰ
গমাৰিগুৰি


শ্ৰীপ্ৰেমৰাজ গাৰডিয়া
গোলাঘাট


শ্ৰীসৰুৰাম বৰা
গোলাঘাট


শ্ৰীঅজিত বৰুৱা
গোলাঘাট


শ্ৰীমদন লাল খেতান
গোলাঘাট


শ্ৰীপবন বৰুৱা
গোলাঘাট


শ্ৰীজ্যোতিষচন্দ্ৰ বৰবৰা
গোলাঘাট



←চৰ্দাৰ গুৰুমুখ সিং
ডিমাপুৰ



শ্ৰীজীৱন ৰাম বাগাৰীয়া—>
উষা-গৰভা



←শ্ৰীযুতা কুসুম হাজৰিকা
দেৰগাওঁ



শ্ৰী ডি, হাৰালু—>
ডিমাপুৰ



←শ্ৰীপুষৰাজ বাক্‌লিৱাল
গোলাঘাট



শ্ৰীলাদু লাল জৈন—>
গোলাঘাট

# পৃষ্ঠপোষক

গোলাঘাট ঃ— শ্ৰীজয়দেৱ খাণ্ডেৱাল ; শ্ৰীজ্যোতিষ চন্দ্ৰ বৰবৰা, শ্ৰীঅজিত বৰুৱা, শ্ৰীসকুৰাম বৰা (ভাৰত ৰেণ্টুৰেণ্ট ) ; শ্ৰীমদন খেতান, চৰ্দাৰ ৰতন সিং, মেচাৰ্চ দাস এণ্ড কোম্পানী, শ্ৰীপবন বৰুৱা, শ্ৰীদুৰ্গা ফুকন, শ্ৰীআলোক বৰবৰা, শ্ৰীপ্ৰেমৰাজ গাৰোডিয়া, শ্ৰীপুষৰাজ বাক্‌লিৱাল শ্ৰীলাদুলাল জৈন , শ্ৰীভগৱতী প্ৰসাদ লডিয়া ।

উষা গৰভা ঃ—শ্ৰীজীৱন ৰাম বাগৰীয়া ।
গমাৰিগুৰি ঃ—শ্ৰীনৱেন কোঁৱৰ ।
দেৰগাওঁ ঃ—শ্ৰীযুতা কুসুম হাজৰিকা ।
নাগালেণ্ড ঃ—চৰ্দাৰ গুৰুমুখ সিং, ডি, হাৰালু ।

# হিতৈষী সদস্য

বৰপথাৰঃ—শ্ৰীসত্যনাৰায়ণ আগৰৱালা , শিউকৰণ আগৰৱালা, মেৰ্চাচ বিল ৰাইচ, ফ্লৱ এণ্ড অইল মিল ।

নাওজান ঃ—নাওজান বেত মহলদাৰ, মেৰ্চাচ আসাম কেন ডিলাৰচ ।
তিতাবৰ ঃ—তিতাবৰ সমবায় সমিতি ।
গোলাঘাট ঃ—যদুমণি ছাপাখানা, বিমল ৰাইচ মিল, মালপানি শ্ব মিল, শ্ৰীকানাইলাল কালোৱাৰ, শ্ৰীগৌৰীশঙ্কৰ বাজাজ, মেৰ্চাচ মাখন ঘোষ এণ্ড চনচ্, মেচাৰ্চ অন্নপূৰ্ণা মিণ্টান্ন ভাণ্ডাৰ ।
ঘিলাধাৰী বাগিছা ঃ—শ্ৰীশঙ্কৰ লাল পুৰোহিত , শ্ৰীবংশলোচন সিং ।

## অসম সাহিত্য সভাৰ পঞ্চচত্বাৰিংশ অধিৱেশন

# কাৰ্যসূচী

২৫ ফাগুন, ৯ মাৰ্চ, বৃহস্পতিবাৰ ঃ— আবেলি ৩ বজাত কাৰ্য্য-নিৰ্বাহক সমিতিৰ অধিৱেশন।
সন্ধ্যা ৫·০০ বজা ঃ প্ৰতিনিধি শিবিৰ মুকলি।
সন্ধ্যা ৭·০০ বজা ঃ বিষয়-বাছনি সভা।

২৬ ফাগুন, ১০ মাৰ্চ, শুক্ৰবাৰ ঃ—পুৱা ৭-৩০ বজা ঃ পতাকা উত্তোলন ঃ বিদায়ী সভাপতি চৈয়দ আব্দুল মালিক।
পুৱা ৮·০০ বজা ঃ প্ৰদৰ্শনীৰ দ্বাৰ উদ্ঘাটন শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱা।
পুৱা ৮-৩০ বজা ঃ বিষয় বাছনি সভা।
ৰাতি ৭·০০ বজা ঃ সাংস্কৃতিক সন্মিলন।
উদ্বোধক শ্ৰীনীলকান্ত সিংহ।
বিশিষ্ট অতিথি—উবেদুল লটিফ বৰুৱা।

২৭ ফাগুন, ১১ মাৰ্চ, শনিবাৰ ঃ—পুৱা ৮·০০ বজা ঃ গ্ৰন্থ উন্মোচনী সভা।
অভ্যৰ্থনা সমিতিৰ স্মৃতি গ্ৰন্থ-শ্ৰীগিৰিধৰ শৰ্মা।
অভ্যৰ্থনা সমিতিৰ সাহিত্য সংকলন—শ্ৰীঅতুল চন্দ্ৰ হাজৰিকা।
সাহিত্য সভাৰ প্ৰকাশন ঃ শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত অধিকাৰ।
পুৱা ৮-৩০ বজা ঃ বুৰঞ্জী সন্মিলন।
বিষয়— বৃটিছ অসমত ৰাজনৈতিক চিন্তা-চৰ্চা আৰু ৰাজনৈতিক অনুষ্ঠানৰ অভ্যুত্থান।
উদ্বোধক—শ্ৰীবেণুধৰ শৰ্মা।
সভাপতি—ডঃ অমলেন্দু গুহ।
অংশগ্ৰহণকাৰী ঃ ডঃ লক্ষ্মী দেবী আৰু ডঃ দেব-প্ৰসাদ বৰুৱা।
দুপৰীয়া ঃ ১২-৩০ বজা ঃ সভাপতিকলৈ শোভাযাত্ৰা
আবেলি ঃ ২·০০ বজা ঃ প্ৰথম মুকলি অধিৱেশন।
উদ্বোধক—কা না সুব্ৰহ্মন্যম।
সভাপতি—শ্ৰীপ্ৰসন্নলাল চৌধুৰী।
বিশিষ্ট অতিথি—অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতিসকল।
অসমৰ মুখ্যমন্ত্ৰী আৰু ৰাজ্যপাল।
সন্ধ্যা ৬·০০ বজা ঃ কবি সন্মিলন।
উদ্বোধক ঃ শ্ৰীআনন্দ চন্দ্ৰ বৰুৱা।
সভাপতি ঃ মহিম বৰা।
ৰাতি ৮-৩০ বজা ঃ সাংস্কৃতিক সমাৰোহ।
উদ্বোধক ঃ শ্ৰীসুন্দৰ বৰদলৈ।
বিশিষ্ট অতিথি—শ্ৰীপ্ৰফুল্ল চন্দ্ৰ বৰুৱা।

২৮ ফাগুন, ১২ মাৰ্চ, দেওবাৰ ঃ—পুৱা ৮-৩০ বজা ঃ সাহিত্য আলোচনা চক্ৰৰ অধিৱেশন।
বিষয় ঃ—সাহিত্যত দাৰ্শনিক চিন্তাধাৰা।
উদ্বোধক ঃ—শ্ৰীতীৰ্থনাথ শৰ্মা।
সভাপতি ঃ শ্ৰীমনোৰঞ্জন শাস্ত্ৰী।
অংশ গ্ৰহণকাৰী ঃ ড০ কালীচৰণ দাস।
শ্ৰীউমাকান্ত শৰ্মা।
আবেলি ১-০০ বজা ঃ দ্বিতীয় মুকলি অধিৱেশন।
উদ্বোধক ঃ শ্ৰীত্ৰৈলোক্য নাথ গোস্বামী।
সভাপতি ঃ শ্ৰীপ্ৰসন্নলাল চৌধুৰী।
বিশিষ্ট অতিথি ঃ অসম সাহিত্যসভাৰ প্ৰাক্তন সভাপতি সকল।
সম্বৰ্দ্ধনা আৰু মানপত্ৰ প্ৰদান ঃ শ্ৰীকৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াক "সদস্য মহীয়ান" বৰণ।
সম্বৰ্দ্ধিত অন্যান্য ব্যক্তি ঃ—
(১) শ্ৰীলুম্বেৰ দাই
(২) শ্ৰীবাপুৰাম বায়ন আতৈ।
(৩) শ্ৰীৰাজেন্দ্ৰ নাথ বৰুৱা।
(৪) শ্ৰীমতী মোহিনী ৰাজকুমাৰী।

সন্ধ্যা ৬-০০ বজা ঃ সংগীতানুষ্ঠান।

"আপোনাসকলে সাবোগত কৰি জানিব অসমীয়া ভাষাৰ উন্নতি অসমৰ উন্নতিৰ প্ৰথম খাপ ।। হব পাৰে আমাৰ মানুহৰ লেখ তাকৰ, হব পাৰে আমাৰ মানুহৰ অৱস্থা টনকিয়াল নহয়, কিন্তু সেই বুলিয়েই মনক মিছা প্ৰবোধ দি ঘৰত দুৱাৰ মাৰি বহি থাকিমনে ? তেনেহলে ভাৰতৰ জীৱনৰ এই নতুন যুগত আমাৰ আসন ক'ত ? ।। আজি যি এটা নতুন ভাবৰ সোঁতে গোটেই ভাৰত চৌৱাই পেলাইছে আৰু যি আমাৰ অসমকো এচুকেদি চুই গৈছে, সেই ভাবৰ চৌৱে আমাৰ হৃদয়ত খলকনি নলগাবনে ? ।।" — বেজবৰুৱা ।।

## দেশবাসীৰ প্ৰতি আমাৰ ২১ বছৰৰ অভিনন্দন

ভাৰতত স্বাধীনতাৰ ৩০ বছৰ সম্পূৰ্ণ হোৱাৰ লগে লগে দেশৰ সেৱাত তেল আৰু প্ৰাকৃ- তিক গেছ আয়োগৰো (অ', এন, জি, চি,) ২১ বছৰ পূৰ্ণ হ'ল। আজিৰ এই পুণ্য তিথিত তেল আৰু প্ৰাকৃতিক গেছ আয়োগে দেশক তৈল সম্পদৰ ক্ষেত্ৰত আত্মনিৰ্ভৰশীল কৰি তোলাৰ প্ৰয়াসত ব্ৰতী হবলৈ পুনৰ সংকল্প গ্ৰহণ কৰিছে। যোৱা সুদীৰ্ঘ ২১ বছৰ কাল আয়োগে এই প্ৰয়াসত আত্মনিয়োগ কৰি আহিছে। ১৯৭৬—৭৭ চনত তেল আৰু প্ৰাকৃতিক গেছ আয়োগে ইয়াৰ উৎপা- দন ৫৭ লাখ ৩০ হেজাৰ টনলৈ বৃদ্ধি কৰি এক ৰেকৰ্ড স্থাপন কৰে। চলিত বছৰত উৎপাদনৰ পৰিমাণ ৮১ লাখ ২০ হেজাৰ টন হোৱাৰ আশা আছে—তাৰ ভিতৰত উপকূলবৰ্তী উৎপাদনৰ পৰি- মাণ হ'ব ২৫ লাখ টন।

### আয়োগে এতিয়ালৈকে ৫ কোটি টনৰো বেছি তেল উৎপাদন কৰিছে

আজিৰ যুগত তেলৰ গুৰুত্বৰ বিষয়ে পুনৰ দোহৰাৰ আৱশ্যক নাই। শক্তিৰ উৎস হিচা- পেই হওক বা বিভিন্ন অপৰিহাৰ্য্য শিল্পোদ্যোগৰ কাৰণে মৌলিক কেঁচা-সামগ্ৰী হিচাপেই হওক ভাৰতৰ আৰ্থিক স্বাধীনতা আৰু সমৃদ্ধিৰ কাৰণে তেল অতি গুৰুত্বপূৰ্ণ। তেলৰ সন্ধান আৰু উন্নয়নৰ কাৰণে ৰাষ্ট্ৰীয় সংস্থা তেল আৰু প্ৰাকৃতিক গেছ আয়োগে দেশক তৈল সম্পদৰ ক্ষেত্ৰত আত্মনিৰ্ভৰশীল কৰি প্ৰগতিৰ পথত আগবঢ়াই নিয়াৰ সংকল্প গ্ৰহণ কৰিছে আৰু এই সংকল্প পূৰণ কৰিবলৈ ই অবিৰাম অগ্ৰসৰ হৈছে সাফল্যৰ পথত।

### অ', এন, জি, চি-সমৃদ্ধিৰ কাৰণে যি ভূগৰ্ভৰ পৰা উলিয়াইছে তেল

মাত্ৰ ২১ বছৰ সময়ৰ ভিতৰতে তেল আৰু প্ৰাকৃতিক গেছ আয়োগে এটি পৰিপক্ক আৰু প্ৰয়োগিক দিশৰ পৰা আত্মনিৰ্ভৰশীল সংস্থাত পৰিণত হৈছে আৰু তেলৰ ক্ষেত্ৰত আত্মনিৰ্ভৰতাৰ কাৰণে ৰাষ্ট্ৰীয় প্ৰয়াসৰ নেতৃত্ব গ্ৰহণ কৰিছে।

এতিয়ালৈকে তেল আৰু প্ৰাকৃতিক গেছ আয়োগে ৰাষ্ট্ৰক ৫ কোটি টনৰো বেছি তেল আৰু ৫০০ কোটি ঘন মিটাৰৰো বেছি গেছ যোগান ধৰিছে-তেল আৰু গেছ ভাৰতৰ ঔদ্যোগিক আৰু কৃষি উন্নয়নৰ মূল আধাৰ।

সবাতোকৈ ডাঙৰ কথা হ'ল—তেল আৰু প্ৰাকৃতিক গেছ আয়োগৰ এই সাফল্যই মূল্য- বান বৈদেশিক মুদ্ৰাৰ সংৰক্ষণত প্ৰভুত সহায় কৰিছে। ১৯৭৬—৭৭ চনত আয়োগৰ ৫৭ লাখ ৩০ হেজাৰ টন উৎপাদন প্ৰায় ৪৪৭ কোটি ৫০ লাখ টকাৰ বৈদেশিক মুদ্ৰাৰ সংৰক্ষণৰ সমান।

### অ', এন, জি, চি-এ নিজৰ বিশেষজ্ঞসকলক বিদেশলৈ প্ৰেৰণ কৰিছে অধিক তেলৰ কাৰণে

তেলৰ সন্ধানত তেল আৰু প্ৰাকৃতিক গেছ আয়োগ বিদেশলৈকো গৈছে—আৰু ইৰাক আৰু তান্‌জানিয়াত তেল আৰু গেছৰ অনুসন্ধানত সহায় কৰিছে। আয়োগে অলপতে তান্‌জানিয়াৰ চঙ্গো-চঙ্গো দ্বীপত তেল আৱিষ্কাৰ কৰে। ইৰাণত তেল আৰু প্ৰাকৃতিক গেছ আয়োগৰ অভিযানৰ পৰা ভাৰতে বছৰি ৫ লাখ টনৰো বেছি খাৰুৱা তেল লাভ কৰিব।

আজি বিশ্বৰ যিকোনো ঠাইতে সম্পূৰ্ণ আত্মবিশ্বাস আৰু প্ৰত্যয়েৰে তেলৰ উদঘাটন আৰু উৎপাদনৰ দায়িত্ব গ্ৰহণ কৰিবলৈ তেল আৰু প্ৰাকৃতিক গেছ আয়োগৰ আছে প্ৰয়োগিক দক্ষতা, সামৰ্থ্য আৰু সম্পদ। আয়োগৰ ওপৰত আজি বিশ্বৰ আস্থাও ক্ৰমে বাঢ়ি গৈছে।

**তেলৰ প্ৰবাহ বয়—দেশৰ উন্নতি হয়**

**তেল আৰু প্ৰাকৃতিক গেছ আয়োগ**
পূৰ্ব্বাঞ্চল, নাজিৰা

---

With compliments from :

**ATEICOL**

Assam Tea Employees' Industrial Co-operative Organisation Ltd.
Regd. No. CIL/1 of 1971-72 under the Assam Co-operative Societies Act, 1949.

Head Office :
Jibanram Phookan Nagar,
P. O. Dibrugarh Pin 786 003
Gram : ATEICOL Phone : DIB-1085

**Owner of Woka Tea Estate**
**P. O. Furkating**

| FOR | CONTACT ITS |
|---|---|
| Ammonium Sulphate, Urea, Muriate of Potash, Key Brand Superphosphate, Fertilizer Mixtures. Polythene Sleeves, Leech Repelant, Pesticides, Weedicides, Insecticides, Hand and Manual Sprayers, Sophisticated Assam C. T. C. & Quality C. T. C. Dust Teas in MAHUA & SOHAG Packets. | TEA & FERTILIZERS DIVISION, ATEICOL, Rungagora Road, Tinsukia—786125 Phone : TSK 1167 |
| Exclusive Quality Printing & Block making. | ATEICOL PRINTERS Chiring Chapori, Dibrugarh—786001 Phone ; DIB-332 |
| Bulk supply of Blankets, Approns, Umbrellas. Chappals and Household requisites and now also for Medicines in whole | ATEICOL SUPPLY DIVISION Mancotta Road, Dibrugarh—786001 Phone : DIB-1011 |

---

# WE'VE BEEN SCHEMING....

**For your Security and Happiness**

**OUR** Schemes **TO-DAY** Include **LOANS** for—Lower & middle income group Housing, Village Housing Schemes, Private employees & planters under subsidised housing schemes

**WE** have also undertaken the **CONSTRUCTION** of rental housing schemes for the economically weaker as well as the L.I.G. & M.I.G. groups, Govt. employees quarters along with the **DEVELOPMENT** of slum areas, house sites for rural landless labourers, Construction of houses for Harijan & the Jayanti village housing scheme are a continuing & specific feature of our schemes.

**TO-MORROW** we have for you **JANATA** housing schemes for rural & urban areas, housing for scheduled castes & tribes, Devmt. of sites & **OWN YOUR OWN HOUSE SCHEME** on hire purchase basis.

**THE ASSAM STATE HOUSING BOARD**
**Gauhati-3, Assam.**

আমি কৰিব লাগিব
পৃথিৱী আলোকময়—
জ্ঞান-বিজ্ঞানৰ
সকলো ধৰ্মৰ
নানা আদৰ্শৰ
নানা বিভেদৰ
কৰিব লাগিব মহান সমন্বয়"........."

—জ্যোতিপ্ৰসাদ



অসম সাহিত্য সভাৰ পঞ্চচত্বাৰিংশ গোলাঘাট অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ প্ৰধান সম্পাদকৰ হৈ খুটীয়া সম্পাদক শ্ৰীহেম বৰাৰ দ্বাৰা প্ৰকাশিত আৰু শ্ৰীগুৰু প্ৰেছত মুদ্ৰিত।

জ্যোতি

স্মৃতি গ্ৰন্থ

অসম সাহিত্য সভা

## জাননী

অসম চৰকাৰৰ জলসিঞ্চন বিভাগে ৰাইজৰ জ্ঞাতাৰ্থে জনাব খুজিছে যে ভয়াবহ বানপানীৰ কবলত পৰি যি সকলে কেতিয়াও কোনো শস্য চপাব পৰা নাই সেই নিপীড়িত কৃষক ৰাইজৰ বাবে এক নতুন ধৰণৰ আঁচনি হাতত লোৱা হৈছে।
শীতকালীন বতৰত
অসমৰ চৰ আৰু বিলৰ দাতি কাষৰীয় অঞ্চলৰ কেইবা ঠাইতো পৰীক্ষামূলক ভাবে অগভীৰ নলীনাদ প্ৰকল্পৰ জৰিয়তে শীতকালীন শস্য উৎপাদনৰ বাবে প্ৰয়োজনীয় জলসিঞ্চনৰ ব্যৱস্থা হাতত লোৱা হব। অসম চৰকাৰে এই আচনিৰ জৰিয়তে অসম ৰাজ্য অদূৰ ভবিষ্যতত শীতকালীন শস্য বিশেষকৈ গম, সৰিয়হ, মাহ আদিত আত্ম নিৰ্ভৰশীল হব বুলি আশা ৰাখে।

[ অসম চৰকাৰৰ জলসিঞ্চন বিভাগৰ মূখ্য অভিযন্তাৰ দ্বাৰা প্ৰেৰিত। ]

# ॥ শুৱালকুছি জ্যোতি ॥

[ স্মৃতি গ্ৰন্থ ]

সপ্তচত্বাৰিংশ শুৱালকুছি অধিবেশন

২৬, ২৭ আৰু ২৮ মাঘ ১৯০০ শক, ৫৩১ শঙ্কৰাব্দ
৯, ১০ আৰু ১১ ফেব্ৰুৱাৰী, ১৯৭৯
ঃ জ্যোতিক্ষেত্ৰ ঃ
শুৱালকুছি

সম্পাদকদ্বয় ঃ শ্ৰীৰমেশ চন্দ্ৰ কলিতা
শ্ৰীবাসুদেৱ ভৰালী

॥ সম্পাদনা সমিতি ॥

সভাপতি ঃ অধ্যাপক শ্রীনাৰায়ণ দাস
উপ-সভাপতি ঃ শ্রীগৌতম মৰল
অধ্যাপক শ্রীশ্রীমান চক্রৱৰ্ত্তী
সম্পাদকদ্বয় ঃ অধ্যাপক শ্রীবাসুদেৱ ভৰালী
শ্রীৰমেশ চন্দ্ৰ কলিতা
সদস্য ঃ শ্রীভৃগুৰাম বৈশ্য
অধ্যাপিকা মঞ্জুমালা দাস
পদেন সদস্য ঃ শ্রীহৰিণ চন্দ্ৰ কলিতা
প্ৰধান সম্পাদক অভ্যৰ্থনা সমিতি
অধ্যক্ষ শ্রীহিৰণ বৈশ্য
সম্পাদক অভ্যৰ্থনা সমিতি
শ্রীহেমকান্ত দাস
কাৰ্য্যকৰী সভাপতি অভ্যৰ্থনা সমিতি
শ্রীহৰমোহন কাকতী
উপসভাপতি অভ্যৰ্থনা সমিতি, তত্বাৱধায়ক
শ্রীশৰৎচন্দ্ৰ মেধি
তৃতীয় সম্পাদক অভ্যৰ্থনা সমিতি, "

# সূচীপত্ৰ

বেটুপাত শিল্পী ঃ **শ্ৰীধূৰ্জ্যোতি শৰ্মা,** ভৰলুমুখ, গুৱাহাটী-৯

# সম্পাদকীয়

পৰিবৰ্ত্তনশীল সকলো ; সময়ে এই পৰিবৰ্ত্তন বিচাৰে। আত্মবিশ্লেষণ কৰি পৰিবৰ্ত্তনৰ প্ৰকৃত ধাৰা বিচাৰি খোজ লব নোৱাৰিলে অৰ্জন কৰা সুনামো সময়ৰ পলে পলে লয় পায়।

জগতখন সুবিধাবাদীৰে ভৰিল ; নিজৰ স্বাৰ্থৰ বাবে সকলো, লাগিলে সমূহ বা ৰাইজৰ সৰ্ব্বস্ব যাওক। স্বাৰ্থসিদ্ধিৰ অৰিয়া-অৰিত দিনে দিনে জন্ম হৈ আছে বিবিধ দল উপদল--সমান্তৰাল অনুষ্ঠান আদি। ইবোৰে ৰাজ্যিক ঐক্যত আঘাত হানিছে ; প্ৰতিপক্ষই তালৈ চাই হাঁহিছে ; আৰু আগুৱাই আহিছে ; আমি পিছুৱাই আহি আছোঁ। স্বাৰ্থ পূৰণৰ অৰিয়া-অৰিত সিবোৰ চাবলৈ সময় কাৰ ! সময়ে কব আমি উঠিছোঁ নে নামিছোঁ ; নে স্থিতি স্থাপকতা ৰক্ষা কৰিছোঁ।

সৰ্ব্ব বৃহৎ জাতীয় অনুষ্ঠান অসম সাহিত্য সভাই সংহতিৰ বাবে নতুনকৈ চিন্তা কৰক—নতুন বাট কাটক। এটা সময়ত আমাৰ ভাষাত কিতাপ-পত্ৰ নাছিল, সাহিত্য সভাই মূলতঃ প্ৰকাশনত জোৰ দিছিল। এতিয়া সেই কাম কৰিবলৈ আন অনুষ্ঠান ওলাইছে, গতিকে অসম সাহিত্য সভাই অৰাজনৈতিক গধুৰ দায়িত্ব বহনৰ চিন্তা কৰিব লাগে। মিচনাৰী প্ৰেৰণাত সাহিত্য-সংস্কৃতি সংহতিৰ বাহক হৈ ওলাব লাগে বিলাবৰ বাবে ; মনোভাৱ দিয়াৰহে, লোৱাৰ নহয়। ইয়াৰ বাবে সংগঠন চক্ৰ গঠন কৰি প্ৰকাশনতকৈও বেছি জোৰ দিব লাগে ; বেছি ব্যয়ো কৰিব লাগে। তাকে কৰিবলৈ এই বৃহৎ অনুষ্ঠানটিকে ছত্ৰ হিচাপে লৈ সকলোৰে একেলগে সোমাব লাগে ; আৰু ওলাব লাগে ঐক্য আৰু সংহতিৰ অৰ্থত,—শক্তি আৰু কাৰ্য সাধনত।



অসম সাহিত্য সভাৰ ৪৬তম্
শুৱালকুছি অধিবেশনৰ
সভাপতি এয়া আমাৰ
শ্ৰীঅতুল চন্দ্ৰ বৰুৱা

বিদায়ী সভাপতি
শ্ৰীপ্ৰসন্নলাল চৌধুৰী



কত কাল পাৰ হ’ল
কত ৰঙ্ মাৰ গ’ল,
সিদ্ধেশ্বৰ মাথো সাক্ষী ৰ’ল !



শুৱালকুছিৰ পশ্চিমৰ প্ৰহৰী ব্যাঘ্ৰেশ্বৰী পাহাৰ



জ্যোতি ক্ষেত্ৰ—কৰ্ম আৰু ধৰ্ম-ক্ষেত্ৰ এয়েই আমাৰ, ইয়াতেই বহিছিল
জাতিৰ জনক, শোভিছে আজি তাত সাহিত্য সেবীয়ে



বুঢ়া লুইতৰ কোবাল সোঁতক ভেটা দি দণ্ডায়মান ঘাটিয়া পাহাৰ



॥ গুৰু আসন ॥



এটা·নামঘৰ ॥ শ্ৰীকৃষ্ণ মন্দিৰ ॥



অসম সাহিত্য সভাৰ ২৬তম্ শুৱালকুছি অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি
শ্ৰীলক্ষ্যধৰ চৌধুৰী, শিক্ষামন্ত্ৰী, অসম।



শ্ৰীশ্ৰীশঙ্কৰদেৱৰ ধাম



শ্ৰীশ্ৰীশঙ্কৰদেৱৰ মন্দিৰ

মহাপুৰুষীয়া সংস্কৃতিৰ দুটি প্ৰাণকেন্দ্ৰ।



অসম সাহিত্য সভাৰ ৪৬তম্ শুৱালকুছি অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ সদস্যবৃন্দৰ একাংশ।



অসম সাহিত্য সভাৰ ৪৩তম শুৱালকুছি অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ কাৰ্য্যনিৰ্বাহক সমিতিৰ সদস্যবৃন্দৰ একাংশ।

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি তথা ভীমকৰ্মা গিৰিধৰ শৰ্মাদেৱে এই বছৰৰ কাৰ্য্যকালৰ মাজতে মাত্ৰ ৬৬ বছৰ বয়সত আমাৰ মাজৰ পৰা আতৰি যায়—চিৰ দিনৰ বাবে। তেখেতৰ অমৰ বিদেহ আত্মাৰ প্ৰতি আমাৰ সশ্ৰদ্ধ প্ৰণতি যাচিছোঁ।

জন্ম—১৪ শাওণ, ১৮৩৩ শক। মৃত্যু—২৬ বহাগ, ১৯০০ শক

বিদেহ আত্মালৈ শ্ৰদ্ধাৰে সুঁৱৰিছোঁ—



শুৱালকুছিৰ বিশিষ্ট কৰ্মী পুৰুষ, সুখ্যাত সংগঠক আৰু সুচিকিৎসক—
স্বৰ্গীয় ডাঃ গণেশচন্দ্ৰ দাস



অতি কম বয়সতে ৰাজনৈতিক ক্ষেত্ৰত বিশেষ সুখ্যাতি
অৰ্জন কৰা উদীয়মান যুব নেতা—
স্বৰ্গীয় কমলকৃষ্ণ দাস



গাওঁ সংগঠনত ব্ৰতী যুব ছাত্ৰ নেতা—
স্বৰ্গীয় ভাৰত কলিতা

# শুৱালকুছি

অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা

(১)

শুৱালকুছি, সাউদৰ ঠাই
লঙ্কাৰ বণিজ ইয়াতে পায়।
ইয়াতে বণিকে উজনি-ভাটীত
খায় শালিভাত ৰূপালী বালিত।
শুনে বৰগীত প্ৰভাতী সমীৰ,
হয় নিদ্ৰাভঙ্গ কমলাপতিৰ ॥

(২)

ওচৰতে আছে মাধৱ-কেদাৰ,
উৰে স্মৃতিৰেণু নেতা-বেউলাৰ।
গৰুড়াচলত জ্বলে মম ভাতি,
পোৱামক্কাৰ কি যে পুণ্য ভাতি।
ইয়াৰে সুৱাদ্ধ বুদ্ধৰ ভকত,
আৰু কতজন বিস্মৃতি-গৰ্ভত ॥

(৩)

দুৰ চুবুৰীয়া গাওঁ পচৰীয়া,
ৰাম সৰস্বতী মহাভাৰতীয়া।
ৰজা ৰামসিংহ, পালে য'ত লাজ
আছে শৰাইঘাট, নাই ৰণ সাজ ॥
শুৱালকুছিৰ লগৰীয়া ভাই,
আছে বহু ঠাই ইতিবৃত্ত নাই।

(৪)

ৰামদিয়া সত্ৰ, ৰামদিয়া গ্ৰাম,
মেধি কালিৰাম গালে মাতৃনাম।
কবি ৰঘুনাথে জীৱন পুৱাত,
মেলিছিল চকু মুকালমুৱাত।
বামুণদিয়াৰ আইতা এজনী
কাটিছিল মান হৈ দেওধনী ॥

(৫)

ইয়াতে ব্ৰাহ্মণ বাসন্তৰ ঘৰ,
তামৰ ফলিত পালে ব্ৰহ্মোত্তৰ।
গায় জয়গান ৰজাৰ দিনৰ
কৰে স্তুতিপাঠ দেৱী-দেউলৰ।
উগ্ৰতাৰা—কামাখ্যা আৰাধ্যা গোসানী
শাক্ত—বৈষ্ণৱৰ ভক্তি মন্দাকিনী।

(৬)

কবি দুৰ্গাবৰ কামাখ্যা—নন্দন,
ব্ৰাহ্মণ সুজন সুকবি নাৰায়ণ।
পাচালী কবিৰ মনসা-মঙ্গল,
মাৰৈ পূজাৰ ৰক্ত শতদল।
ওজা—দেওধাৰ শুনি গীত-মাত,
বুঢ়া লুইতৰো ডেকাধনি গাত ॥

(৭)

ইয়াৰে অশোক-অষ্টমী তিথিত,
হাজোৰ গোসাঁই হয় উপস্থিত,
আহে চুবুৰীয়া বিগ্ৰহসকল,
বাজে ঢোল-কালি, সাজে সমদল।
হয় তীৰ্থযাত্ৰী আনন্দ বিহ্বল,
ব্ৰহ্মপুত্ৰ-নীৰ পূত গঙ্গাজল ॥

(৮)

এয়ে ভাৰতৰ মানচেষ্টাৰ,
বাণী মহাত্মাৰ হ'ল কণ্ঠহাৰ।
এড়ি—মুগা-পাট লখিমীৰ গাত,
দিয়ে তাঁতশালে দিনে-ৰাতি মাত।
এই শুৱালকুছি গৌৰব বঞ্জিত,
কৰ্মইহে ধৰ্ম মন্ত্ৰ মুখৰিত ॥

(৯)

মাধৱ-শঙ্কৰ দেৱ দামোদৰ,
দিলে ভেটা ভাঙি নাম-অমৃতৰ।
কৃষ্ণ এক দেৱ অনিন্দ্যসুন্দৰ,
ঘোষাই-গীতাই কয় নিৰন্তৰ।
শুৱালকুছিয়ে কৰিছে প্ৰচাৰ
নাম-ধৰমেই ভকতিৰ সাৰ ॥

(১০)

আকাশে বতাহে হ'ত হৰিনাম,
হৰিভকতৰ সেৱে ব্ৰজধাম।
এয়ে বৰপেটা, এয়ে বটগ্ৰাম,
পাটবাউসীও ইয়াতেই পাম।
নাম—কীৰ্তনীয়া একশৰণীয়া
এই শুৱালকুছি মহাপুৰুষীয়া ॥



অসম সাহিত্য সভাৰ শুৱালকুছি অধিবেশনৰ সভাপতি—

# বৰুৱা, অতুলচন্দ্ৰ আৰু সাহিত্যৰ সুঁতি

অধ্যক্ষ ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য

০·০ সমকালীন লোক সম-সাময়িক জীৱনধাৰা আৰু সাহিত্যৰ সুঁতি বিশ্লেষণ কৰিলেও প্ৰকৃত নিৰপেক্ষ মূল্যাংকন কৰা কঠিন। বিশেষকৈ যেতিয়া একোজন সাহিত্যিক বা সাহিত্যসেৱীয়ে জাতীয় আশা আকাংক্ষাৰ প্ৰতিলিপি অৰ্জনত অধিষ্ঠিত হোৱাৰ উপক্ৰম হয়; তেতিয়া বিবিধ আনুসঙ্গিক চিন্তা-ভাৱনাই সমালোচক সমীক্ষকসকলক বিপদত পেলায়। তথাপি সৰ্বভাৰতীয় পৰিৱেশত অসমৰ সাহিত্য ক্ষেত্ৰত কুৰি শতিকাৰ অষ্টম দশকৰ পটভূমিত অতুলচন্দ্ৰ বৰুৱা আৰু তেওঁৰ সাহিত্যৰ সুঁতিৰ এয়া আলোচনা: বৰ্ত্তমান আৰু ভৱিষ্যৎ অসমৰ পাঠক-পাঠিকাৰ সাধাৰণ অৱগতিৰ অৰ্থে আংশিক পৰিমাণেহে।

০·১ বৰ্তমান ভাৰতবৰ্ষৰ শাসনতান্ত্ৰিক অস্ত্ৰোপচাৰে মেঘালয়ী, নগাভূমিজ, অৰুণাচলীয়, মিজোৰামী তথা ত্ৰিপুৰী মাৰ্কা মাৰিলেও কৰতোয়াৰ পৰা দিকৰবাসিনীলৈ আৰু হিমালয়ৰ কঞ্জগিৰিৰ পৰা বঙ্গ উপসাগৰীয় চট্টগ্ৰামৰ সঙ্গমলৈ পুৰণি কামৰূপ তথা অসমৰ ৰাজ্যসীমা আৰু কিৰাতপ্ৰধান বসতিৰূপে 'তেজ ধুলে উটে, মঙহ ধুলে নুটে'ৰ দৰে যাউতিযুগীয়া হৈয়ে আছে। অসমৰ মানুহ, অসমৰ সাহিত্য-সংস্কৃতি- কলা-ভাস্কৰ্য্যৰ বিকাশেই অসম সাহিত্য সভাৰ মূল উদ্দেশ্য—অসম সাহিত্য সভা যে কেৱল অসমীয়াৰহে সাহিত্য সভা এনে ভাৱাবেগ বহিৰাগত, চুবুৰীয়াৰ মাজত থকা কাৰণে শুৱালকুছিৰ দুকুৰি ছয় সংখ্যক অসম সাহিত্য সভাৰ অধিবেশনৰ সমুখত কৰিবলগীয়া, ভাবি-চিন্তি হাতত লবলগীয়া বহু আঁচনি কাৰ্য্যপন্থা আছে: অসম সাহিত্য সভাৰ সভাপতি পদ সন্মানিত যদিও সোণৰূপৰ চকৰ দৰে নহয়, এয়া জুই-আঙঠাৰ চকহে। সভাপতিৰ পদটি অসমৰ ৰাইজৰ আশা-আকাংক্ষাৰ সমূহীয়া প্ৰতীকমাথোন। অসম সাহিত্য সভাৰ সাম্প্ৰতিক বছৰেকীয়া সভাপতিৰ মৰ্য্যাদা অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিপ্ৰেমী মানুহৰ মানসিক মুকুট বুলিব পাৰি: চৰকাৰী সন্মান মৰ্য্যাদাৰ যি কোনো তুলাচনীৰে জুখিলেও মানসিক মুকুটৰ মূল্যবোধ চৰকাৰী সন্মান মৰ্য্যাদাৰ বানচবোৰতকৈ কম নহয় যেন লাগে।

০·২ অতুলচন্দ্ৰ বৰুৱা অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ পথাৰত যোৱা প্ৰায় এপুৰুষৰো (তিনি দশক) অধিককাল ধৰি অহৰহ মনে-প্ৰাণে ভাষা-জননীৰ চিন্তা-চৰ্চা কৰা লোক। 'খৰখেদা কৰ্ত্তব্যৰে ভৰা চাকৰিত থাকি কোনো বিষয়ত একাগ্ৰতীয়া ভাৱে চিন্তা কৰা কাৰো জীৱনত সম্ভৱ হৈ নুঠে।"—বুলি বৰুৱাই নিজে ১৯৭০ চনত 'অসমীয়া কাব্যত প্ৰেমৰ বোৱঁতী সুঁতি'ৰ বাটচ'ৰাত অকপটভাৱে স্বীকাৰ কৰিছে। অথচ সোতৰটা অধ্যায়ত প্ৰায় তিনিশ পিঠিৰ এই গ্ৰন্থন লিখি, প্ৰকাশন পৰিষদৰ সাহায্য লাভ কৰি উলিয়াই যি দৃষ্টান্ত দেখুৱালে—এয়া নিয়ত পৰিশ্ৰম, অধ্যৱসায় আৰু গৱেষণামূলক কৃতি বুলিয়ে

কৰৰ মন যায়। বিশ্ববিদ্যালয়ৰ ডক্টৰেট উপাধিৰ বাবে ইচ্ছা থকা হলে বা আগ্ৰহপূৰ্ণ চেষ্টা চলোৱা হলে বৰুৱাই তেওঁৰ শিক্ষাগুৰু ডক্টৰ বাণীকান্ত কাকতিৰ দিনতেই সেই কাম কৰিব পাৰিলেহেঁতেন; স্বৰ্গীয় কাকতিৰ গুণমুগ্ধ বিশ্বাসভাজন ছাত্ৰৰূপে শ্ৰীবৰুৱাৰ নাম-কামৰ স্বীকৃতি 'অসমীয়া: ইয়াৰ গঠন আৰু ক্ৰমবিকাশ' শিতানৰ ইংৰাজী গৱেষণা গ্ৰন্থতে (১৯৪০ খৃঃ) কাকতিদেৱে দি গৈছে। বিহগী কবি ৰঘুনাথ চৌধাৰী, ডঃ সূৰ্য্যকুমাৰ ভূঞা, অসম কেশৰী অম্বিকাগিৰী ৰায় চৌধাৰী, ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা, কথা-সাহিত্যিক হলীৰাম ডেকা আদি পূৰ্বসূৰীসকলে বৰুৱাৰ সাহিত্য সাধনাত সিদ্ধিলাভৰ আশীৰ্বাদ দি গৈছিল। সেইকেৰা ১৯৭৮-৭৯ খৃষ্টাব্দত ফলৱতী হোৱাত পূৰ্বসূৰীৰ আগতীয়াকৈ ভৰা আশা আৰু উত্তৰসূৰী সাহিত্যসেৱী তথা সমাগত সাহিত্যিকসকলে কিদৰে গ্ৰহণ কৰে—তাকে আমি আগ্ৰহেৰে লক্ষ্য কৰিছোঁ মাত্ৰ। বৰুৱা ডাঙৰীয়া এই প্ৰবন্ধ লেখকৰ অগ্ৰজ সাহিত্যিক বন্ধুৱে নহয়; নানা বিষয়ত বিশেষকৈ সামাজিক, ঘৰুৱা আৰু চুবুৰীয়া জীৱনত উপদেষ্টা—গুৰুভাই। ডক্টৰ কাকতি আছিল মোৰ প্ৰথম গৱেষণা গুৰু আৰু স্নাতকোত্তৰ শিক্ষক। বৰুৱাক ৰূপে-গুণে মই গুৰুভাই বুলিয়ে অনুভৱ কৰোঁ।

১·০ অসমীয়া সাহিত্য সমাজত বৰুৱাৰ পূৰ্ব্বজ বৰণীয় আৰু পৰৱৰ্ত্তী সতীৰ্থৰ মাজত কি স্থান সেই বিষয়ে এনে প্ৰবন্ধত উনুকিয়াই ক্ষান্ত থাকিলোঁ আৰু বৰুৱাৰ ব্যক্তিত্বৰ জিলিঙনি দুই চাৰিটা দাঙি ধৰিলোঁ। বৰুৱা দেখনে-পাথনে এজন গহীন-গম্ভীৰ লোক। গাৰ মিঠা বৰণে মোক কাকতি ছাৰৰ ৰংটোলৈ মনত পেলায়। মোৰ প্ৰথম মানসত বৰুৱাৰ কাব্য প্ৰভাৱ জৰিয়তে যি অৱয়বৰ ধাৰণা হৈছিল, সেই মতে তেওঁ শুধ বৰণৰ বুলি ভাবি আছিলোঁ—একেবাৰে ব্যক্তিগত ধাৰণাবোৰ এনেদৰে 'ওলট-পালট' হৈ 'খেলিমেলি'ৰ সৃষ্টি কৰে। ১৯৫৪ চনতেই প্ৰবীণ শিক্ষক শ্ৰীদিবাকৰ শৰ্মাৰ জৰিয়তে শ্ৰীঅতুলচন্দ্ৰ বৰুৱাৰ লগত চানমাৰিৰ গঞা পৰিবেশত বিস্ময়ানন্দৰ মাজেদি চিনাকি হয়। ১৯৫৫ চনৰ ফেব্ৰুৱাৰীত গুৱাহাটী আলোচনা চক্ৰৰ প্ৰতিষ্ঠাপকৰূপে তেওঁৰ বাসভৱনত শ্বিলং মুকুল সংঘ, ৰঙিয়া আলোচনী সভাৰ লেখীয়া প্ৰেৰণাৰে যেতিয়া প্ৰথম বৈঠক শিক্ষাগুৰু অধ্যাপক শ্ৰীচন্দ্ৰনাথ কলিতা (বৰা) দেৱৰ সভাপতিত্বত বহিল, তেতিয়া মই আমন্ত্ৰিত চুবুৰীয়া সভ্য। ডক্টৰ প্ৰফুল্লদত্ত গোস্বামী, ডক্টৰ কালীনাথ শৰ্মা, অসম গৌৰৱ হেম বৰুৱা, সাহিত্যিক সংবাদসেৱী চক্ৰেশ্বৰ ভট্টাচাৰ্য্য, দাৰ্শনিক লেখক ভৱানন্দ দত্ত আদি বৰুৱাৰ সমকালীন লোক, সহপাঠী, সহকৰ্মীৰ যুৰীয়া বুলি জানোঁ। বৰুৱাৰ সামাজিক ব্যক্তিগত জীৱনৰ মাজেদি গঢ় দি উঠা ব্যক্তিত্ব শিশুকাল, চেমনীয়া, যৌৱন, শিক্ষানুষ্ঠান, কৰ্ম জীৱন, সাংসাৰিক আৰু বৈবাহিক পৰিৱেশ, সমাজ আৰু বৃহত্তৰ পৰিক্ৰমা কিদৰে অঙ্কুৰিত, বিকশিত হৈ প্ৰতিভাত হৈছে—সেয়া এক সুকীয়া অধ্যয়ন হোৱা বাঞ্ছনীয়। দোষে-গুণে মানুহ ডাঙৰ হয়। বৰুৱাও নানা ৰূপত মোহনীয় ব্যক্তিত্ব সম্পন্ন এজন ডাঙৰীয়া বিধৰ লোক: যিসকল ডাঙৰীয়াৰ কথা ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাই কৃপাবৰী সুৰেৰে অসমীয়া জাতি ডাঙৰ জাতি প্ৰবন্ধত আৰু অন্যত্ৰ বহুতো ৰচনাত বৰ্ণাই গৈছে। মাজে মাজে অনুভৱ কৰোঁ—১৯৪৭ খৃষ্টাব্দত স্বাধীনতা অৰ্জ্জনৰ পিছত ডাঙৰীয়া শ্ৰেণীৰ লোক পিন্ধণে উৰণে, কথাই-বতৰাই, আচাৰ-ব্যৱহাৰে তথা আকৰ্ষনীয় উত্তৰ পূব ভাৰতীয় বা অসমীয়া আভিজাত্য-সূচক ব্যক্তিত্বেৰে ক্ৰমে কমি আহিছে। বুৰঞ্জীৰত্ন শ্ৰীবেণুধৰ শৰ্মা, দীপালী-কবি শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা, ধ্বনি কবি শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱা, অধিকাৰ শ্ৰীমিত্ৰদেৱ মহন্ত আদি লোকৰ দৰে কেইজনমান পিন্ধন-উৰণ, চলন-ফুৰণ, আদৰ-সাদৰ থকা লোক যদি বৰ্তমান অসমৰ ডাঙৰীয়া বিধৰ নিদৰ্শন হয় আৰু বৰ্তমানৰ বাট-পথত পিন্ধি উৰি ফুৰা ডেকা গাভৰুৱে যদি অসমীয়া পুৰুষৰ সাজপাৰ আদিৰ বিষয়ে ৰচনা লিখিব লগীয়া হয়, তেতিয়া বৰুৱাৰ দৰে শিক্ষক, অধ্যাপক, কেৰাণী, মাটিৰ হাকিম, মহকুমাধিপতি, অতিৰিক্ত জিলাধিপতিৰ বাব পোৱা লোকেহে ব্যাখ্যা



কৰি দেশী-বিদেশী সাজপাৰৰ ব্যৱহাৰ আৰু পাৰ্থক্য দেখুৱাব পাৰিব। বৰুৱাই দুতৰপীয়া আৰু আৱশ্যকীয় মতে বহুতৰপীয়া সাজপাৰ পিন্ধি যাদু সম্ৰাট হুছেইনৰ দৰে অথবা লম্ভা ৰসিক চৈয়দ অবদুল মালিক চাহাবৰ লেখীয়াকৈ যাদুঘৰীয়া চিত্ৰ প্ৰদৰ্শনীৰ সৃষ্টি কৰিব পাৰিব অথবা পুথি-প্ৰবন্ধেৰে আঁৰ নলগাকৈ, মিহি ভাষাৰে, মিঠা ডাকৰ বচন প্ৰয়োগ কৰি ল'ৰা-ছোৱালী, বুঢ়া-ডেকা সমানে বহি, শুনি উপভোগ কৰিব পৰা ওজাপালি-মনসা কাব্যৰ দৰে অনাতাঁৰ কাৰ্য্যসূচীও প্ৰচাৰ-প্ৰযোজনা কৰিবলৈ সক্ষম হ'ব: এয়া বৰুৱা বহুমুখী ব্যক্তি প্ৰতিভাৰ একাংকনহে।

১·১ বৰুৱাৰ শৈশৱ আৰু চেমনীয়া কাল মঙ্গলদৈ অঞ্চলৰ ছিপাঝাৰৰ মাজৰে গাওঁ, ছিপাঝাৰ চহৰ, মঙ্গলদৈ নগৰ আৰু ক্ৰমে গুৱাহাটী আদিত ভৌগোলিক স্থিতিৰে পাৰ হলেও, তেওঁৰ পিতৃ-মাতৃ পুৰণি ধৰণৰে চলা নামনি অসমৰ লুইতৰ উত্তৰপৰীয়া কমতা মণ্ডল দুৰ্লভ নাৰায়ণৰ অনুসৃত দৰঙীয়া ৰাজবংশাৱলী বৰ্ণিত বিধৰে সমাজভুক্ত লোক। পিতৃপক্ষ, মাতৃপক্ষ আৰু শ্বশুৰগোত্ৰ বিচাৰি বেছি দূৰ যাব নেলাগে, বৰুৱাৰ পুথি-পত্ৰবোৰৰ পাতনি, আগলি, উপহাৰ-উৎসৰ্গ পত্ৰৰ পৰাও বহুত ইঙ্গিত-আভাস পাব পাৰি। তথাপি অসম সাহিত্য সভাৰ ৪১ সংখ্যক মঙ্গলদৈ অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ (১৯৭৪) প্ৰকাশিত তথ্যপূৰ্ণ 'মধ্যবিংশ শতিকাৰ অসমীয়া সাহিত্য'ত দিয়া মতে, ১৯১৯ খৃষ্টাব্দৰ ১ মাৰ্চত মঙ্গলদৈ মহকুমাৰ ছিপাঝাৰৰ ওচৰৰ মাৰৈ গাৱঁত জন্ম লাভ কৰে: (জন্ম পত্ৰিকা মতে হেনো ১৯১৯ চনৰ মে' মাহত জন্ম) পাথৰিঘাট মাইনৰ স্কুলৰ পৰা অসমত প্ৰথম হৈ ৰূপৰ পদক সহ বৃত্তি লাভ কৰে: ১৯৩৬ খৃষ্টাব্দত প্ৰবেশিকা পৰীক্ষাতো বৃত্তি লাভ কৰি ক্ৰমে ১৯৩৮ চনত কটন কলেজৰ পৰা আই-এ, ১৯৪০ খৃঃ বি-এ আৰু কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ১৯৪৪ চনত প্ৰাইভেটকৈ অসমীয়া বিষয়ত দ্বিতীয় শ্ৰেণীৰ প্ৰথম স্থান অধিকাৰ কৰি এম-এ মহলাত উত্তীৰ্ণ হয়। বৰুৱাৰ বয়সৰ সোৱঁৰণী আৰু শিক্ষা বিষয়ত পাৰদৰ্শিতাৰ প্ৰমাণ-পত্ৰ বিচৰাৰ প্ৰয়োজন অনুভৱ নকৰাকৈয়ে তেওঁৰ শৈশৱ তথা চেমনীয়া কালৰ পৰিৱেশ আৰু সেই সময়ৰ মঙ্গলদৈয়ৰ স্মৃতিৰে ৰচিত 'মনসা-কাব্য আৰু ওজাপালি' নামৰ তথ্যবহুল মৌখিক সাহিত্যৰ বিশ্লেষণী গৱেষণাসূচক পুথিখনলৈ আৰু কিছু পৰিমাণে 'সন্ধিয়াৰ সাধু', 'পুৰণি পুথিৰ সাধু', 'ওলট পালট', 'খেলিমেলি' আদি লঘু সাহিত্য ৰচনাৰ বিষয় পৰিধিলৈ আঙুলিয়ালোঁ।

১·২ অসম তথা ভাৰতবৰ্ষৰ ৰাজনৈতিক, অৰ্থ নৈতিক, সামাজিক, শিক্ষা-আদৰ্শমূলক পৰিৱেশ প্ৰথম মহাসমৰৰ পৰা যোৱা প্ৰায় তিনিকুৰি বছৰত কিদৰে বৃটিছ, কংগ্ৰেছ, জনতা আমোলৰ সলনিৰ পাকচক্ৰত ক্ৰমে সলনি হৈ আহিছে—সেয়া আমাৰ যুগৰ বেছিভাগে চকুৰ আগত দেখিয়ে আছোঁ। সলনিৰ যুগত নিজকে খাপ-খুৱাই গতিশীল বিশ্বৰ তথাকথিত বিজ্ঞান-উদ্যোগমুখৰ সভ্যতা-সংস্কৃতিৰ ভকত নহৈও ভোজন পৰায়ণ হৈ চলি যোৱাই ভাল। বৰুৱাৰ পৰিয়াল-পৰিৱেশ দৰঙীয়া, মঙ্গলদৈয়া আৰু বৰ্তমানে গুৱাহাটীয়া বুলিলেও পৰম্পৰামূলক ভাৰতীয় ঐতিহ্যৰ পৰিপোষক গৃহস্থাশ্ৰমী লোকৰ বিবিধ সংমিশ্ৰণ-প্ৰবাহৰ ফলশ্ৰুতি: তাক নক'লেও হ'ব। ভোলানাথ দাস ৰচনাৱলী সম্পাদন কৰি প্ৰকাশন পৰিষদৰ জৰিয়তে ৰবেণ্য পুৰণি কবি-সাহিত্যিক ককা-শহুৰৰ তৰ্পণ কৰিয়ে অতুল চন্দ্ৰ বৰুৱা ক্ষান্ত থকা নাই: কটন কলেজৰ ছাত্ৰ হিচাপে যুব মানসত পাশ্চাত্য পূৰ্বৰাগ-অনুৰাগ বিজড়িত হৈয়ে নে আৱাহনী ধৰণেৰে প্ৰিয়তমা হিৰণ প্ৰভাৱে প্ৰভাৱান্বিত হৈ আৰু চেমনীয়া-যুৱা কবিতাৰ ৰচনা কৰিও অগ্নি অনৱগুণ্ঠিতাৰূপে দৰঙী কোঁৱৰ ভৱানন্দৰ কবি-সাগৰত ৰত্নাগৰ্ভা কৰি ৰাখিছে নেকি—সেই বিষয়টি ভৱিষ্যত আগ্ৰহী সুধী সাহিত্যিক-সাংবাদিকলৈ সাঁচি থলোঁ। মুঠৰ ওপৰত যুৱাকাল আৰু কামৰূপ একাডেমীৰ শিক্ষকতা তথা শ্বিলঙীয়া ছেক্ৰেটৰীয়েটৰ কেৰাণী জীৱনৰ আজৰি আবেলি-সন্ধিয়াৰ কৰ্মসূচীৰ বিৰতিৰে সাহিত্য-মুকুল-সূঁচী, ছেণ্ট মেৰী আৰু ছেণ্ট এডমাণ্ডৰ অধ্যাপনা-সুলভ নৱন্যাসিক অভিজ্ঞতাৰ সোৱাদ কাব্য-প্ৰভা সংকলন-

সম্পাদনৰ প্ৰেৰণা, মুকুল প্ৰকাশ, হিমালয়ৰ আহ্বান, সাহিত্যৰ ৰূপৰেখা, সমালোচনা-সাহিত্য, সাহিত্য-দৃষ্টি আদিৰ মাজেদি কিছু পৰিমাণে হ'লেও ৰক্ষিত হোৱা যেন লাগে। প্ৰজাপতিৰ নিৰ্বন্ধ, মদন আৰু বসন্ত আৰু অসমীয়া কাব্যত প্ৰেমৰ বোঁৱতী সুঁতি যুবাসুলভ আকৰ্ষণ, ভৱডেকাৰ আবেগ আৰু আংশিক হ'লেও প্ৰৌঢ়তাৰ গহীনতাৰে ত্ৰিবেণী সুঁতিৰ সঙ্গম: একালে গুৰু-প্ৰেৰণা মূলক সাহিত্য আৰু প্ৰেমৰ ভাবাদৰ্শ আৰু আনফালে জীৱনমূলক অভিজ্ঞতা, পাশ্চাত্য সাহিত্য-কাব্যধাৰা, অসমীয়া সাহিত্যৰ ভিন্ ভিন্ যুগৰ ধাৰাবাহিক অধ্যয়ন, সংস্কৃতৰ পৰম্পৰা আৰু ৰূপক চিত্ৰ তথা জন-সংস্কৃতিমূলক দৃষ্টিৰে বৰুৱাৰ যুবাকাল তথা কৰ্মসূচনাৰ কালছোৱা আমোদজনক, পৰিশ্ৰমসুলভ বিভিন্ন জ্ঞান-অভিজ্ঞান তথা বৃহত্তৰ সামাজিক স্বাক্ষৰ—স্বীকৃতিৰ কঠিয়াতলী। একালে ৰমণীকান্ত বৰুৱা, দীননাথ চহৰীয়া, কাকতি-ভূঞা, চৌধাৰী, হলীৰাম ডেকা, হাজৰিকা আদিৰ দৰে গুৰুকুল, আনফালে বুটিছ যুগীয় কৰ্মগুৰু তথা কৰ্মদাতা—দুটি ধাৰাৰ মণিকাঞ্চন সংযোগ এই সময়ৰ পৰিবেশ বৈশিষ্ট্য।

১·৩ বৰুৱাৰ ডেকা কাল তথা কৰ্ম প্ৰতিভা ব্যাপক আৰু এয়া প্ৰৌঢ়তাৰ পৰশ তথা মাটি হাকিমৰ পৰা জিলা দণ্ডাধীশলৈ আগবাঢ়ি অৱসৰী জীৱন উপভোগৰ মাজতো বিয়পি আছে: চৰকাৰী সাহিত্যিক পেঞ্চনাৰ পালেও বা নেপালেও বৰুৱাৰ ডেকা জনোচিত কৰ্ম প্ৰতিভাৰ পৰিস্ফুৰণ জীৱনৰ নানা স্তৰত কম-বেছি পৰিমাণে আছে। ১৯২৫ চনৰ পৰা ১৯৪৯ চনলৈকে কালছোৱাত বৰুৱাৰ সাহিত্য প্ৰতিভা সমুজ্জ্বল হৈছিল। তাৰ আঁৰত জীৱিকা নিৰ্ব্বাহৰ কৰ্ম্মকুশলতা কষ্ট-পৰিশ্ৰমপূৰ্ণ হৈ বিৰাজ কৰিছে। পিছৰ কৰ্ম্ম জীৱনে সাহিত্য প্ৰতিভাক শ্ৰান্ত হলেও ভ্ৰান্ত কৰিব পৰা নাই। ইংৰাজী তথা পাশ্চাত্য সাহিত্যৰ অধ্যয়নৰ লগত ভাৰতীয় তথা অসমীয়া সাহিত্যৰ তুলনা-মূলক বিশ্লেষণ-বিলোচনাৰ সাক্ষ্য ১৯৫৩ চনৰ পৰা ক্ৰমশঃ প্ৰকাশিত সাহিত্যৰ ৰূপৰেখা, সমালোচনা সাহিত্য, সাহিত্য দৃষ্টি আদিয়ে দিয়ে যদিও এইবোৰৰ বেছিভাগ প্ৰবন্ধ তথা পটভূমিমূলক চিন্তা-চৰ্চ্চা ১৯১৯ চনত ছাত্ৰকালৰ একতা সভা পৰিপুষ্ট 'চিন্তাধাৰা', শিক্ষাকসুলভ দৃষ্টি-সমৃদ্ধ 'কাব্যপ্ৰভা আদিৰ সময়ৰে পৰা ধাৰাবাহিক সুঁতিৰ দৰে চলি আছে। সেয়েহে ডেকা কালত একালে যেনেকৈ উচ্চাদৰ্শ, বুটিছ যুগীয়া ডেকা-মানসৰ দ্বৈধতা, ৰাজনৈতিক আন্দোলনত প্ৰত্যক্ষ নহলেও পৰোক্ষ মানসিক সমৰ্থন আৰু বেজবৰুৱা, গোহাঁঞি বৰুৱা, ৰজনীকান্ত বৰদলৈ আদিৰ জীৱনৰ চানেকিৰে অসমীয়া জাতীয়তা বোধ, কালিৰাম মেধি, কনকলাল বৰুৱা, বেণুধৰ শৰ্ম্মাৰ আহিৰে অনুসন্ধান প্ৰীতি, বুটিছ বিষয়া তথা দেশীয় আনন্দৰাম বৰুৱা, হেমচন্দ্ৰ বৰুৱা, হেমচন্দ্ৰ গোস্বামী, শিক্ষাবিদ শৰৎচন্দ্ৰ গোস্বামী, আদিৰ লেখীয়া কৰ্ম্মজীৱনত খ্যাতিৰ লগতে সাহিত্য-বুৰঞ্জী, ব্যকৰণ-অভিধান আৰু ঐতিহ্যমূলক সংস্কৃতিৰ অনুসন্ধান বৰুৱাৰ জীৱনৰে সব্যসাচী প্ৰচেষ্টা। মাটিৰ হাকিমৰ দৰে দায়িত্বপূৰ্ণ আৰু পদে পদে ভয়ৰ সম্ভাৱনাৰ মাজতো বৰুৱাই চুয়োকুল ৰক্ষা কৰি অসমৰ উমৈহতীয়া উন্নতি সাৰোগত কৰি সংঘ, চক্ৰ, সভাৰে সাহিত্যিক আন্দোলনৰ সূচনা কৰে।

১·৪ চৰকাৰী চাকৰিৰ পৰা অৱসৰ ললে, মানুহৰ কিবা নহয় অলপ কিবা জড়তা, অৱসাদ, অনিশ্চয়তা আহি পৰে: বৰুৱাৰ জীৱনতো প্ৰৌঢ়তাৰ পৰশ অলপ যেন আহিব ধৰিছে। কিন্তু এয়া ৰবাৰ্ট ব্ৰাউনিঙৰ দৰে আশাবাদী শুভকামনাহে। মোৰ লগতে বুঢ়া হৈ থকা, উত্তম হবলৈ এতিয়াও বাকী। আনপক্ষে বেজবৰুৱাৰ হেৰ পকা চুলি মোৰ, তাৰৈ কেলেই চকু তোৰ, মনোভাৱৰেৰে বৰুৱাৰ আদৰ্শবোধে ঘৰে-পৰে, চৰকাৰী কাৰ্য্য পৰিচালনা আৰু সামাজিক জীৱনত ভাৰসাম্য ৰাখিয়ে চলিব পাৰিছে। দুখ-বেদনা, জৰা-ব্যাধি, শোক-তাপ সকলো মানুহে কম-বেছি পৰিমাণে পায়: পালেহে জীৱন কিহক কয় বুজা যায়। বৰুৱাৰ জীৱনতো অকালতে বিবাহিতা কন্যাৰ বিয়োগ ঘটিছে: এই শোকেই তেওঁৰ প্ৰৌঢ়তাৰ আগমন আৰু দৈহিক অৱনতিৰ থাই কাৰণ বুলি আমাৰ বিশ্বাস। তথাপি শোকৰ নদী পাৰ হৈ



বৰুৱাই জীৱিকা-যাপনৰ দৈনন্দিন উঠা-নমাৰ মাজেদি নীৰৱ সাহিত্য-সাধনা চলাই আছে: এই আদৰ্শ নিষ্ঠা গুৰুভক্তি, কৰ্ম্মপ্ৰীতি আৰু ব্যক্তিত্বৰ জন্মগত তথা পৰিবেশ-সুলভ আকৰ্ষণে একতা সভা, মুকুল সংঘ, ৰঙিয়া আলোচনী সভা, সবিতা সভা, গুৱাহাটী আলোচনা চক্ৰ, গুৱাহাটী সাহিত্য সভা, কামৰূপ সাহিত্য পৰিষদ, সঙ্গলদৈ মহকুমা সাহিত্য পৰিষদ, অসম একাডেমী, দৰঙী কলা-কৃষ্টি উন্নয়ন সংঘ, অসম জনসংস্কৃতি সমাজ আৰু অন্যান্য আনুষ্ঠানিক সম্মিলনী, সস্থাৰ জৰিয়তে অৱসৰী কালতো অহৰহ কীচক বেণু বজায়ে আছে।

২·০ বৰুৱাৰ সকলোবোৰ পুথি-পত্ৰ মই পঢ়িবলৈ সময় পোৱা নাই; দুই চাৰিখনহে পঢ়িছোঁ—তেওঁৰ মৰমৰ তাড়নাত সমালোচনা-বিলোচনাও কৰিছোঁ—এইবোৰৰ কিছুমান নতুন অসমীয়া, ৰামধেনু, দৈনিক অসম, মণিদীপ আদি কাকতত ছদ্ম বা ব্যক্তৰূপত প্ৰকাশিত হৈছে, কেতিয়াবা অনাতাঁৰকেন্দ্ৰ বা গুৱাহাটী আলোচনা চক্ৰত পঠিত হৈছে। বৰুৱাৰ সাহিত্যৰ সুঁতিক ১৯৩৯ চনৰ পৰা লুইত সুবুলি বোৱতী নিজৰাকে বুলিছোঁ। 'চিন্তাধাৰা' সম্পাদিত প্ৰবন্ধ সংগ্ৰহৰূপে প্ৰকাশ হয় ১৯৩৯ চনত আৰু ছন্দশিল্পী ভোলানাথ প্ৰকাশিত হয় ১৯৭৮ চনৰ শেহভাগত; এই যুগৰ ভিতৰে-বাহিৰে ওপৰত উন্নকিওৱা পুথি-পত্ৰৰ বাহিৰেও বহুত প্ৰবন্ধ-আলোচনা, অনুবাদ (শঙ্কৰদেৱ), সম্পাদন (অতীত আৰু বৰ্ত্তমান, ভোলানাথ দাস ৰচনাৱলী, চক্ৰচয়ন), জীৱনী-তত্বকথা (সাহিত্য-জীৱন, ভূমি আৰু জীৱন, বাগ্মীনেতা দেশভক্ত ফুকন, অসমীয়া অভিধান আৰু ভাষা, শৰৎ চন্দ্ৰ গোস্বামী, নবী কথা আদি), সাধু-কথা-কাহিনী (ওলট-পালট, মাজনিশাৰ সাধু, সন্ধিয়াৰ সাধু, গল্প-ভাৰতী, খেলিমেলি) আদি শিতানত উন্নকিয়াব পাৰি। এই বোৱতী নিজৰাই ৰাহি-ৰাটিৰূপে বাৰিষা-খৰালিত পানী দিয়াৰ উপৰিও ৰঙেৰে ৰূপালী বালি আৰু সাৰুৱা মাটিৰো যোগান ধৰিছে। এয়া মাৰে গাৱঁৰ দৰঙীয়া ছিপাঝাৰৰ পৰা ওলাই লুইতৰ দুয়ো পাৰ সামৰা নিজৰাই নৰগিৰি, নিজৰা পাৰ, চানমাৰি ছুই ৰঙিয়াৰ দৰঙা (দাইগৰঙা) ৰবলীয়াকো টানি আনি খিলঙৰ লাইটুমখ্ৰাৰ ছানভিঙ মেছৰ ওথ পাইনবোৰত ৰামধেনুৰ জিলিঙনি পেলাইছে।

২·১ বৰুৱাৰ সাহিত্যৰ সমলত বিদেশী, দেশী (ভাৰতীয়) আৰু আঞ্চলিক থলুৱা সমল কিৰূপে আছে আৰু তেওঁৰ সাহিত্যৰ শ্ৰেণীবিভাগ ভিন ভিন দৃষ্টিৰে কেনেকৈ কৰিব পাৰি—সেই বিষয়ত আলোচক-সমালোচক ভেদে মতান্তৰ, ভিন্নমত হব পাৰে। তেনে ধৰণৰ আলোচনা-সমালোচনাক শুভাগমনত জনাই গুৱাহাটী আলোচনা চক্ৰৰ সম্পাদকীয় প্ৰতিবেদনৰ অলপ ইয়াত তুলি দিলোঁ:—মধ্যবিংশ শতিকাৰ অসমীয়া সাহিত্যত দিয়া মতে: শ্ৰীঅতুলচন্দ্ৰ বৰুৱাৰ জন্ম······ছিপাঝাৰৰ ওচৰৰ মাৰৈ গাওঁ: সেয়েহে মাৰৈপূজা তথা মনসা কাব্য আৰু ওজাপালিৰ প্ৰতি বৰুৱাৰ আজন্ম দৰদ আৰু আকৰ্ষণ: পুথি লিখিছেতো লিখিছেই, আকাশ-বাণীত আকৌ গাই-বাই-শ্ৰৱণ-কীৰ্ত্তন কৰিও দুপইচা আৰ্জিছে—ইয়াকে বোলে বিদ্যা দদাতি বিনয়ং—বিনয় বচনেৰে বৰুৱাই ঘৰে-পৰে, চৰকাৰে ৰাইজে যথাসম্ভৱ আৰু যথাযথ আগম-নিগম পন্থাৰে সেৱা-পূজা কৰি লোকদেৱতা শিৱৰদৰে বাহিৰত উদাস দৃষ্টিৰে কিন্তু ভিতৰে-ভিতৰে মদন আৰু বসন্তৰ আবেগ অনুৰাগ সানি লৈ প্ৰজাপতিৰ নিৰ্বন্ধ মানি, কেতিয়াবা সাহিত্যৰ ৰূপৰেখাৰে দেশী-বিদেশী বং-বহন আঁকিছে—কেতিয়াবা সমালোচনা সাহিত্যৰে আত্ম-বিশ্লেষণ কৰিছে; সাহিত্য-দৃষ্টিৰে বিচাৰ কৰি সাহিত্য-জীৱনত গুৰুসেৱা পাতিছে; ওলট-পালট চিন্তাৰ চৌৰেৰে আকৌ খেলি-মেলিৰ বগৰ চৰাইছে; গল্প-ভাৰতীৰ গহীন ভাৱ-ৰসত মাজনিশাৰ সাধুৰে প্ৰেম-বিৰহৰ আদিৰস আৰু কেতিয়াবা সন্ধিয়াৰ সাধুৰে বুঢ়ী আইতা-ককাদেউতাৰ কাৰুণ্য-শান্তিৰস, পুৰণিপুথিৰ সাধুৰে বীৰৰস আৰু স্মৃতিৰ ৰঙ্গিয়াৰে মিশ্ৰিত কৰুণ ৰস সৃষ্টি-বিতৰণ কৰা যেন লাগিছে। অসমীয়া অভিধান আৰু ভাষাৰে হেমচন্দ্ৰী ব্যাকৰণ থটুৱাই ককাদেউতা ভোলানাথ দাসত ছন্দ বিচাৰি, অসমীয়া কাব্যত প্ৰেমৰ বোৱতী সুঁতি উজাৰ কৰি বাগ্মীনেতা দেশভক্ত

ফুকনৰ নিচিনা নহৈ শৰৎচন্দ্ৰ গোস্বামীৰ আদৰ্শ লৈ ডাকে বোলে শুনা উপায় মানি নবী-কথাৰে আত্মজ্ঞান লাভ কৰিছে। এনে পটভূমিত তেওঁৰ সংগ্ৰহ-সম্পাদনত কাব্য-প্ৰভা, মুকুল প্ৰকাশ, হিমালয়ৰ আহ্বান, অতীত আৰু বৰ্তমান, ভোলানাথ দাস ৰচনাৱলী, চিন্তাধাৰা, চক্ৰচয়ন আদিয়ে সপ্তৰ্ষি মণ্ডলে ধ্ৰুৱতৰাক কেন্দ্ৰ কৰি পৰিভ্ৰমণ কৰাৰ দৰে অনুভৱ হৈছে। মুঠৰ ওপৰত শ্ৰীঅতুলচন্দ্ৰ বৰুৱা সাহিত্যিকজনা এধাৰে চিন্তা-উন্মেষক, একালে আকৌ জনসাহিত্যৰ বিশ্লেষক আৰু আনকালে ৰসে ৰসৱন্ত সাধু-গল্পকাৰ তথা জীৱনালেখ্য ৰচক ঃ বৰুৱাৰ কবিতাৰ সুঁতি ফল্গু নে নদৈ নে ছুনী ধৰিব পৰা নগ'ল।"



# "গুৱালকুছিৰ লোক-সাহিত্য আৰু সংস্কৃতি"

শ্ৰীনাৰায়ণ দাস

পাশ্চাত্য পণ্ডিত Tailorৰ মতে সংস্কৃতি বুলিলে এনেধৰণে বুজা যায়—Culture is that complex whole of which includes knowledge, belief, art, moral, law, custom and any other capabilities and habits acquired by man as a member of society". অৰ্থাৎ "সমাজৰ একোজন হিচাবে মানুহে নিজৰ সামৰ্থ্য আৰু অভ্যাসৰ বলত লাভ কৰা ৰীতি-নীতি, আইন, কলা বিশ্বাস আৰু জ্ঞানৰ সংমিশ্ৰিত ৰূপেই সংস্কৃতি।" সংস্কৃতিৰ বাহ্যৰূপেই সভ্যতা। এটা সাধাৰণ উদাহৰণৰ পৰা এই কথাৰ উমান পাব পাৰি।—খোৱা কাৰ্য্য যি কোনো উপায়ে সম্পন্ন কৰিব পাৰি। কিন্তু খোৱা ধৰণতো এটা নিয়ম বা শালীনতা আছে। হাতত ভাতখিনি লৈ মুখত দিয়ালৈকে মানুহে লক্ষ্য কৰে। কিছুমান মানুহে ইমান ডাঙৰকৈ গৰাহটো মাৰে যে গাল দুখন ফুলি উঠে, চোবোৱা সময়তো মুখৰ আকৃতি কুৰূপ হয়। মানুহে তেনে লোকক খকুৱা বোলে। অসমীয়া সমাজত ভাত দিয়াৰ আগতে ঠাইখন মচি পীৰা পাৰি দিয়ে। ভাত-আঞ্জা দি কলপাতেৰে ঢাকি দিয়ে। অতিথি বা গৃহস্থক ভৰি-হাত ধুবলৈ পানী আৰু মচিবলৈ গামোচা উলিয়াই দিয়ে। তাৰ পিছতহে খাবলৈ আহ্বান কৰে।—ইয়ে সংস্কৃতি বা কৃষ্টি।

গুৱালকুছি এখন গাওঁ; কিন্তু সংস্কৃতিপূৰ্ণ গাওঁ। এনে গাওঁ ভাৰতত কিয় পৃথিৱীতে বিচাৰি পাবলৈ টান। পূৱত ধাটিয়া; পশ্চিমত বাঘেশ্বৰী পাহাৰৰ ৰক্ষা কৰচযুক্ত আৰু দক্ষিণেৰে মহাবাহু ব্ৰহ্মপুত্ৰই পৰশ বুলাই যোৱা গুৱালকুছি গাওঁ একেলগে বহু বৃত্তিধাৰক জন-গোষ্ঠীৰে পৰিপূৰ্ণ। ইয়াত একেধাৰে ব্ৰাহ্মণ, কৈৱৰ্ত্ত, সোণাৰী, কুমাৰ, কেওট, তাঁতী, মালী আৰু কলিতা গোষ্ঠীৰ লোক আছে। এইবোৰ এতিয়া জাতিত পৰিণত হৈছে। প্ৰকৃতাৰ্থত এওঁলোক জাতি হব নোৱাৰে। এওঁলোক প্ৰথমতে সভ্যতা-গঠনত অৰিহণা যোগোৱা কৰ্মী আৰু কৰ্ম-নৈপুণ্যৰ আহিত এওঁলোকেই সভ্যতা আৰু সংস্কৃতিৰ বৰঘৰৰ হোতা। আজি পশ্চিমীয়া সভ্যতাৰ অন্ধ অনুকৰণত, দৈহিক শক্তিৰে সংস্কৃতিৰ আদৰ্শ বহনকাৰী লোক সকলক আওহেলা কৰি দৈহিক পৰিশ্ৰমৰহিত সাহিত্য-সংস্কৃতিৰ পূজাৰীক আমি সংস্কৃতিৰ বৰপীৰাত বহুৱাই পূজা কৰিছোঁ। ফলস্বৰূপে সমগ্ৰ ভাৰতীয় জাতিটোই লাহে লাহে পঙ্গু হৈ আহিব ধৰিছে।

বৰ্তমান ক্ৰমবৰ্দ্ধমান গাওঁখনত দুই এটা একাবেকা আলি থাকিলেও মূল গাওঁখনৰ প্ৰধান পথবোৰ কাড়ৰ গতিৰ দৰে পোন। বৰ্তমান architect এ যিদৰে plan কৰি নগৰ নিৰ্মাণ কৰে ইয়াৰ নমুনা নোহোৱাকৈয়ে গাওঁৰ লোকে গুৱালকুছিখন নিৰ্মাণ কৰিছিল। ঘন বসতি হলেও ঘৰবোৰ শৃংখলাবদ্ধভাৱে সজ্জিত, ঘৰৰ সমুখে সমুখে তামোল আৰু নাৰিকল গছৰ শাৰী দেখা যায়। সিদ্ধেশ্বৰ পাহাৰৰ ওপৰত উঠি চাই পঠিয়ালে গুৱালকুছিখনক এখন নাৰিকল গছৰ বাগান যেন পায়। আগতে ঘৰবোৰ নিশ্চয় খেৰৰ আছিল, কিন্তু ইংৰাজ

শাসন-কালত প্ৰায় ঘৰবোৰ টিনপাতেৰে সজা হৈছিল। এতিয়া আকৌ মানুহবোৰে R.c.c typeৰ ঘৰ বান্ধিবলৈ হেপাহ কৰা দেখা যায়।

গাওঁৰ মানুহখিনিৰ সুকুমাৰ মনৰ পৰিচয় গাওঁৰ স্থাপত্যৰ পৰা পোৱা যায়। বৃটিছ যুগৰ পৰোভৰৰ সময়খিনিত টিনপাতৰ Assam type ৰ ঘৰবোৰত কাঠৰ খুটা, দুৱাৰ আৰু খিৰিকী লগোৱা হৈছিল। গৰাখহনীয়াত জাহ যোৱা তেতিয়াৰ দক্ষিণ পাৰৰ পলাশবাৰীৰ লগত শুৱালকুছিৰ বেপাৰ-বণিজ অনবৰত হৈ আছিল। গাওঁৰ লোকে সকলো ধৰণৰ কাঠ নাও-বোজাই কৰি পলাশবাৰীৰ পৰা আনিছিল। এইবোৰ সাজিছিল গাওঁৰে সূতাৰ সকলে। সূতাৰ সকল বৰ নিপুণ আৰু কাৰ্য্যদক্ষ আছিল। বাৰান্দাৰ খুটাবোৰত তেওঁলোকে ফুলৰ লতাৰ চানেকি কাটিছিল। ঘৰৰ মূল দৰ্জাত নানা তৰহৰ ফুল, গছ আৰু পশু-পক্ষীৰ চিত্ৰ কটা হৈছিল। আনকি বৃটিছৰ দিনত ৰজা ষষ্ঠ জৰ্জ, সপ্তম এডৱাৰ্ড আৰু ৰাণী ভিক্টোৰিয়াৰ হুবহু ছবি কটা হৈছিল। ঘৰত ব্যৱহাৰ কৰিবলৈ কাঠৰ গছা, খৰম, ধান-বনা উৰাল, তামোলৰ খুন্দনি, এওঁলোকে সাজিছিল। কঠাল কাঠৰ মনোৰম "গাছ-পেৰা" সাজি শিৱসাগৰৰ মাজুলী অঞ্চলত বেচিছিল।

ভাস্কৰ্য্যৰ ভিতৰত মূৰ্ত্তি-নিৰ্মাণ, চিত্ৰ-কলা, মৃন্মাণ্ডকলা, বোৱ-কটা, ৰং কৰা কাৰ্য্য আৰু সংগীত-নৃত্যও পৰে। শুৱালকুছিৰ কীৰ্ত্তনঘৰ সমূহত মাটিৰ মূৰ্ত্তিৰ পৰিবৰ্তে কাঠৰ মূৰ্ত্তি দেখিবলৈ পোৱা যায়। কীৰ্ত্তন ঘৰৰ প্ৰায় বোৰতে হনুমান আৰু গড়ুৰৰ কাঠৰ মূৰ্ত্তি প্ৰকাণ্ড কাঠৰ খুটাত আওজাই থোৱা দেখা যায়। বৰসত্ৰৰ মূল দ্বাৰৰ সন্মুখত জয়-বিজয়ৰ দুটা কাঠৰ মূৰ্ত্তি ৰখা হৈছে। মূৰ্ত্তি দুটা বহু দিনৰ নিশ্চয়। ওখই প্ৰায় ৫½ ফুট হব। নামঘৰ সমূহৰ ভিতৰত শ্ৰীহাটীসত্ৰ পুৰণি আৰু ঐতিহ্যপূৰ্ণ। শ্ৰদ্ধেয় শ্ৰীলক্ষীকান্ত সত্ৰধিকাৰ প্ৰভুৰ দিনত হাতী, ময়ূৰ, হৰিণ, ঘৰত অতি বিচক্ষণ মেকুৰী আৰু গৰুৰ পালে প্ৰাচীন অসমীয়া কৃষ্টি সোৱৰাই দিয়াৰ লগতে সত্ৰ-সংস্কৃতিৰ ঐতিহ্যও প্ৰকাশ কৰিছিল। এই সত্ৰ খনৰ উত্তৰ, দক্ষিণ আৰু পশ্চিমত কাঠৰ বেৰত বিভিন্ন চিত্ৰ দেখিবলৈ পোৱা যায়। দক্ষিণৰ বাৰান্দাত আই সকলে নাম প্ৰসঙ্গ কৰে। এই পিনৰ বেৰত বিভিন্ন নৰকৰ চিত্ৰ বৰ্ণনাসহ অংকন কৰা হৈছে—খীৰাম্বু নৰক—ঠিয় জোং কৰি পুতি লোৱা এশাৰী শেলৰ ওপৰত চিত কৰি পেলাই শাস্তি দিয়া হৈছে—এয়ে হল চুৰ কৰা ফল। জীভা কৰ্ত্তন নৰক—দুটা যমদূতে সৰহেৰে জীভা টানিছে—এইয়া গুৰুক দুৰ্ব্বাক্য বোলাৰ ফল। ৰৌৰৱ নৰক—বাঘে কামুৰিছে—পুত্ৰমুখ নেদেখা লোকৰ ফল। হস্তীমৰ্দ্দন নৰক—হাতীৰ দ্বাৰা শস্তি দিয়া হৈছে—ধৰ্ম নিন্দুকৰ এই ফল। আৰু অন্ধৰীযা নৰক—গছৰ ওপৰত ভৰি বান্ধি তলমুৱাকৈ ককাল আৰু গলত বচিৰে টানি শাস্তি দিয়া হৈছে—এইয়া শহুৰেকক নমনাৰ ফল। নাম প্ৰসঙ্গৰ লগতে তিৰোতা সকল যাতে সংযত হয় সন্তৱ শ্ৰৱণৰ লগতে দৰ্শনৰো ব্যৱস্থা কৰিছিল। এই বোৰৰ উপৰিও মহাভাৰতৰ ভীষ্মৰ শৰশয্যা কালীয়দমন আদিৰ চিত্ৰ মনোমোহাকৈ চিত্ৰিত কৰা হৈছে। কীৰ্ত্তন-ঘৰৰ পশ্চিমৰ পিনে মূলদ্বাৰ। দ্বাৰৰ কপাট দুখনত মূৰ্ত্তিৰ চিত্ৰ আৰু দ্বাৰৰ ওপৰত বৈকুণ্ঠপুৰৰ চিত্ৰ অংকন কৰা হৈছে। পশ্চিমৰ বেৰখনত সম্পূৰ্ণ ৰামায়ণৰ কাহিনী চিত্ৰিত কৰা হৈছে। উত্তৰৰ পিনৰ দ্বাৰৰ ওপৰত ভগবানৰ অনন্ত শয়নৰ দৃশ্য দেখা যায়। উত্তৰৰ বেৰখনত সম্পূৰ্ণ কৃষ্ণলীলা চিত্ৰিত কৰা হৈছে। বেৰৰ চৌতি বোৰ প্ৰায় ১ হাত বহল। চৌতিবোৰো ফুলাম। ইয়াত নানা ধৰণে ফুলৰ চানেকি কটা হৈছে।

নামঘৰৰ কাৰুকলা সমূহ সম্পূৰ্ণ উদ্দেশ্য ধৰ্মী। শ্ৰৱণৰ উপৰিও দৰ্শনৰ জৰীয়তে লোক ধাৰ্মিক হয়, মন প্ৰশান্ত আৰু সংযত হয় সেই উদ্দেশ্যেই চিত্ৰবোৰ কাঠত কটা হৈছিল আৰু তাৰ উদ্দেশ্য সফল হৈছিল। সত্ৰত সোমালেই হিংসা-খিয়ালহীন পৰিবেশ এটি আপোনা আপুনি অনুভূত হয়। আন আন নামঘৰতো চিত্ৰৰ সমাবেশ দেখিবলৈ পোৱা যায়। শুৱালকুছিৰ সূতাৰসকল কেনে কলা-নিপুণ আছিল ইয়াৰ পৰা অনুমান কৰিব পাৰি।

শুৱালকুছি গাওঁৰ পুৱমুৱত ব্ৰাহ্মণলোকৰ বসতি।



কোৱামতে কামাখ্যা দেৱীৰ সেৱা-পূজাৰ হেতু এওঁলোকক সংস্থাপিত কৰা হৈছিল। এওঁলোকক কেন্দ্ৰ কৰি ব্ৰহ্মপুত্ৰৰ পাৰত ঘাটিয়া পাহাৰৰ ওচৰত শ্ৰীশ্ৰীগণেশ বিগ্ৰহ মন্দিৰ। এই মন্দিৰতে শাওণত মাৰৈ পূজা পালন কৰা হয়।—ইয়েই মনসা পূজা। গোসানীলস্তা লোকক দেউৰা (দেৱধা) বা গোসানীৰ ঘোঁৰা বোলে। পূজাৰ আগে আগে এনেলোকে ঘৰৰ পৰা ওলাই আহি ব্ৰহ্মপুত্ৰত স্নান কৰি লয়। ঢোল বাদ্যৰ চেৱে চেৱে নাচিবলৈ ধৰে। সময়ত সুদীৰ্ঘ, তীক্ষ্ণ বলি কটা দা কান্ধত তুলি লৈ নৃত্য কৰিবলৈ ধৰে। গোসানীৰ ঘোঁৰা ঘৰৰ পৰা ওলাই আহোতে মানুহে নানা ধৰণে কথা কব পাৰে নে নোৱাৰে প্ৰমাণ চায়—হাতত কিবা লৈ প্ৰশ্ন সোধে, মানুহজনে মনত কি ভাবি আছে প্ৰশ্ন সোধে। গোসানীৰ ঘোঁৰাই প্ৰায় শুদ্ধ উত্তৰ দিয়া দেখা যায়। গণেশ বিগ্ৰহ মন্দিৰৰ ভিতৰত পূজাৰীয়ে সুকবি নাৰায়ণ দেৱ-ৰচিত সুকনান্নি মন্ত্ৰৰূপে পাঠ কৰি থাকে। এই অঞ্চলতে শিৱ মনসা আৰু আন আন দেৱীৰ প্ৰভাৱ দেখা যায়। শীতলা, অপেচৰী, কামাখ্যা দুৰ্গাৰেই বিভিন্ন ৰূপ গীতবোৰত পোৱা যায়। কাৰণ এই দেৱী কেই গৰাকীৰ লগত মহাদেৱ—শিৱৰ নাম যুক্ত হৈ আছে। এই অঞ্চলত পোৱা গীত বোৰত শিৱক জটীয়া ভাঙাৰৰ ৰূপত পোৱা হৈছে। এই বোৰ জটীয়া ভাঙাৰাৰ গীত নামে জনাজাত। শিৱ-পাৰ্বতীৰ মাজেৰে জৰ্জৰিত ঘৰ একোখনৰ চিত্ৰকে প্ৰকাশ কৰা হৈছে—

শংকৰ জাগ দিগম্বৰী গায়,
শংকৰ উঠ দিগম্বৰী গায়,
বিচিত্ৰ খাটতে ধৰোঁ চৰণতে
বিহানে গৌৰী জগায়।
উঠা উঠা ভোলা মহেশ্বৰ
ঘৰে অন্ন মুঠি নাই
কাতিক গণপতি কান্দিব লাগিছে
ঘৰে অন্ন মুঠি নাই ॥
নিদ্ৰাত জাগিয়া শয্যাত বসিয়া
পাৰ্বতীৰ সুখলৈ চাই,
ত্ৰিশূল ডোম্বৰু দিলা পাৰেৱতী
ভিক্ষা মাগিবলৈ যায়।[১]
..................ইত্যাদি।

এই অঞ্চলতে অপেচৰী পূজা আৰু গীত প্ৰচলিত আছে। ঘৰত বসন্ত বা আই ওলালে আগতে ঘৰে ঘৰে অপেচৰী পূজা দিয়া নিয়ম আছিল। এই বোৰত পকা বা কেচা প্ৰসাদ দিয়া হৈছিল। পকা অৰ্থত খীৰ বা পায়স আৰু কেচা অৰ্থত লাহী চাউল, এৱা গাখীৰ আৰু কল মিহলি নৈবেদ্য দিয়া হৈছিল। অপেচৰী গীতটো এনে ধৰণৰ—

স্বৰ্গৰ পৰা নামি আহে অপেচৰী আই।
দণ্ড চক্ৰ কাঢ়ি নিলা মহাদেৱে পাই ॥
শীতলাৰে ঘৰখেনি বকুলুৰে কামি।
কিবা পূজা লাগে আইকে নাজানিলো আমি ॥[২]
......ইত্যাদি।

আমাৰ সমাজৰ সাধাৰণ ঘৰ একোখনত গৃহস্থৰ অৱস্থা বেয়া হলে গৃহিণীৰ মনৰ গতি-ভঙ্গি কেনে হয় জটীয়া ভাঙাৰাৰ গীত এটিত সুন্দৰকৈ প্ৰকাশ পাইছে। গীতটি মনোৰম—

আহে গণেশৰ মাও হেমবন্তোৰ জী।
এক চিলিম ভাং খাও জোগাৰ কৰি দি ॥
বোলন্ত পাৰ্বতী, শুনা পশুপতি
মইতো ঘাটলৈ যাওঁ,
কাৰ্তিক গণপতি ভোখোতে কান্দেছি
কিমতে ভাং যোগাওঁ।
এতেক বচান বুলিয়া পাৰ্বতী
কাষতে কলচী লৈ,
মুখখন জোকেৰি হাতখন লেচেৰি
গুচি গৈলা ঘাটলৈ।
হেন শুনি হৰে মনতে আলচি
নাঙলে জোঙলে আনি
মহিষে বলধে খেদি লৈয়া গেলা
বাটে বাটে ভাং টানি ॥
............ইত্যাদি।[৩]

ভাঙাৰাৰ গীত আৰু আছে। বাহুল্যভয়ত উদ্ধৃত কৰা নহল। শুৱালকুছিত চলিত আই-নাম কেইটা অতি মনোৰম। বসন্তৰ উৎপাত গাওঁখনত আগেয়ে বৰ বেছি আছিল। আৰু গাওঁৰ প্ৰায় ঘৰতে আই ভাটি দিয়াৰ

পিছত আইনাম ধৰা হৈছিল। গীত কেইটাৰ ভাৱ অতি মধুৰ—

এ আই শীতলা এ আনন্দে হিয়া।
বহিছে শীতলা আই আসন পাতিয়া॥
আই আহে চহৰ ফুৰি মালতীৰে ফুল।
অমৃতৰে চিতা মাৰ শৰীৰ কৰে জুৰ॥
আই আহে নাৰায়ণী হৰোৰে ঘৰুণী।
কিবা পূজা লাগে আইকে নাজানিলো আমি॥
আই আহি বৈয়া আছে যমুনাৰে বালি।
কিবা পূজা লাগে আইকে নাজানিলো আমি॥
আহিলা শীতলা আই জগত জননী।
জগতৰে উপকাৰী দুৰ্গতি নাশিনী॥[৪]

গীতটিত মালতীৰ ফুল, অমৃতৰ চিতা মাৰি, যমুনাৰ বালি আদি কথাৰ প্ৰয়োগে এক এক সৌন্দৰ্য্যময় পৰিবেশৰ আবেশ সৃষ্টি কৰাৰ লগতে লোক কবিৰ মনৰ সৌন্দৰ্য্য, আৰু কবিৰ চিন্তা শক্তিৰ তীক্ষ্ণতাও প্ৰকাশ কৰিছে। আই গোসানী যে, গোসানী কামাখ্যাৰ ৰূপ এই কথাৰ ইংগিত আন এটি গীতত মনোৰমকৈ প্ৰকাশ পাইছে। গীতটিৰ ভাৱ আৰু তাৰ সম্প্ৰসাৰণ ইমান মনোৰম যে উদ্ধৃত নকৰাকৈ লোভ সামৰিব নোৱাৰিলোঁ—

তুতি কৰি আইকে মাতো দিয়া পাৰ মেলি।
চৰণতে ধৰি কান্দো বাগেৰি বাগেৰি॥
সোণাৰে ৰূপাৰে আই দুয়োখানি নাৱ।
তাতে উঠি পাৰ হয় কামাখ্যাযে মাও॥
পাৰ হৈ গোসানী নাথাকিলা ৰৈ।
আজ্ঞাঠুৰী পৰ্বততে প্ৰবেশিলা গৈ॥
তোকে বোলে আজ্ঞা মোৰ আগতে বৌ।
দিবি নে নেদিবি ঠাই স্বৰূপ কৰি কৌ॥
এথেনি পৰ্বতোৰ আই গোৰ আছে হালি।
তোমাৰ ভাৰ পালি আই পানীত পৰবো হালি॥
চৌকাযে গড় আই মাজে তীৰ্থো জল।
তোমাৰ থল আছে আই নামে নীলাচল॥[৫]

গীতটিত লোক কবিৰ কল্পনা, সৌন্দৰ্য্য আৰু লগতে ভৌগোলিক জ্ঞানো মনোৰমভাৱে প্ৰকাশ পাইছে। সোণ আৰু ৰূপৰ দুখন নাও লৈ কামাখ্যা গোসানীয়ে শুৱালকুছিত প্ৰবেশ কৰিছিল। কিছুদিন থাকি পাৰ হৈ আজ্ঞাঠুৰী পাহাৰৰ মূৰত উঠে। এই মূৰটো এতিয়া কাটি গাড়ী যোৱা কৰা হৈছে। তাত উঠি কামাখ্যাই জিৰণি লবৰ কাৰণে আজ্ঞাঠুৰীয়ে ঠাই দিব নে নিদিয়ে সুধিলে। আজ্ঞাঠুৰীয়ে কাকুতিৰ সুৰত কলে—মোৰ গোৰটো এনেয়ে হালি আছে, তোমাৰ ভৰ পালে পাহাৰৰ গোৰটো আৰু হালি পৰিব। তোমাক কাকুতি কৰিছো—নীলাচল পাহাৰত চৌকাযে গড়েৰে আবৃত তীৰ্থজলত তোমাৰ নিবাস স্থান আছে—তাতে তুমি জিৰণি লোৱাগৈ।" গীতটিৰ ভাষাত স্থানীয় ভাষাৰ প্ৰভাৱ লক্ষ্য কৰা যায়। "বাগেৰি বাগেৰি," মাও, বৌ, কৌ, এথেনি, গোৰ, নেদিবি, পৰবো, তীৰ্থো, থল আদি শব্দই শুৱালকুছিৰ স্থানীয় ভাষাৰ নিদৰ্শন ৰক্ষা কৰি আছে।

কামাখ্যাৰ শাক্ত সংস্কৃতিৰ লগত শুৱালকুছিৰ লোক কবিয়ে স্থানীয় আইৰ লগত সংযোগ সাধন কৰি মনোৰম চিন্তা আৰু আজ্ঞাঠুৰী, নীলাচল আৰু সোণৰূপৰ নাওঁৰ কল্পনাই প্ৰকৃতিৰ বিমল সৌন্দৰ্য্যৰ লগত কবি-মনৰ সৌম্য ভাৱৰ প্ৰকাশ পাইছে। গীতটিত স্থানীয় প্ৰাকৃতিক শোভা যে লোক-কবিৰ তীক্ষ্ণ দৃষ্টিয়ে ধৰি ৰাখিব পাৰিছে কম কথা নহয়। হিন্দী কবিতাত এনে ধৰণৰ স্থানীয় গ্ৰাম্য শোভাৰ বৰ্ণনা পোৱা যায়।—

কহী খেত কে খেত লহৰা ৰহে হেই,
মহামোদ সে হেই কৃষিকাৰ মাৰে,
উনহে দেখকৰ মুছঁ কহৰা ৰহে হেই,
সদা ঘুমতে কান্ধ পে লট্ঠধাৰে।[৬]

অৰ্থাৎ "সেউজীয়া খেতিবোৰে ঢৌতুলি নাচি আছে। কৃষক সকল মহা আনন্দত বিমুগ্ধ হৈ আছে। কিছুৱে গোফ্ পকাই আছে আৰু কিছুৱে কান্ধত লাঠি লৈ ঘূৰি পকি আছে"।—গ্ৰাম্য সৌন্দৰ্য্য কেনে মনোৰমকৈ প্ৰকাশ পাইছে, আনন্দত পঢ়োতা জনো মুগ্ধ হব লাগে।

শুৱালকুছিৰ কৈৱৰ্ত্ত পাৰাৰ পিছতে কুমাৰ, কেওট আৰু



সোণাৰী সকলৰ বাসস্থান। এই অঞ্চলতে "চৰেই-ৰৰাত" নামৰ এটি অনুস্থান উদযাপন কৰা হয়—আঘোণৰ পূৰ্ণিমা তিথিত। মাটিৰ সৰু সৰু চৰাই সাজি বাহৰ শলাত গুজি লোৱা হয়। আকৌ মাটিৰ এটি সৰু চক কৰি তাত ১০।১২ টা চৰাই সহিতে শলাবোৰ তাত পুতি দিয়া হয়। চৰাই বোৰ শুকালে গাত ঠাই বিশেষে ৰঙা, কলা আৰু নীলা ৰঙেৰে চৰাই বোৰৰ গা চিত্ৰিত কৰা হয়। চৰাইৰ থোপাটো একেলগে দেখিবলৈ বৰ আকৰ্ষণীয় হৈ পৰে। লগতে বেলেগ একক চৰাই, হাতী আদিৰ পুতলাও তৈয়াৰ কৰা হয়। "চৰেই ৰৰাত"ৰ জন্মলগ্নত বিবাহৰ সম্বন্ধ থকা দেখা যায়। এজনী গাভৰুৱে হেনো সপোন দেখিছিল যে, যদিহে ভাল দৰা পাব খোজে তেনেহলে চৰাই পূজা কৰিলে তাৰ ফল পাব। সেই মতে এই "চৰেই ৰৰাত" পূজা আৰম্ভ হয়। সেই অঞ্চলৰ লোকৰ মুখে শুনামতে প্ৰথমতে ই ব্ৰাহ্মণ শ্ৰেণীৰ মাজত প্ৰচলিত আছিল আৰু এতিয়াও কামাখ্যাত একেধৰণৰ গীত আৰু অনুস্থান—"চৰেই ৰৰাত" উৎসৱ পালন কৰা হয়। গাওঁৰে ব্ৰাহ্মণৰ মুখে শুনা মতে ই আচলতে অসমৰ লোকোৎসৱ নহয়, বঙ্গদেশৰ পৰা অহাহে। সত্তৰ ৭২ ঘৰ ব্ৰাহ্মণৰ লগতে এই "চৰেই ৰৰাত উৎসৱ শুৱালকুছিলৈ আহে, সময়ৰ সোঁতত কামাখ্যাতো এক অংশ বৈ যায়। বঙ্গ দেশৰ পণ্ডিতৰ মুখে শুনামতে পশ্চিমবঙ্গৰ বাকুৰা জিলাত ঠিক এই একে পৰ্য্যায়ৰ "পক্ষীৰাজ-পূজা"ৰ প্ৰচলন আছে।

এতিয়া এই "চৰেই ৰৰাত" পূজা শুৱালকুছিত ব্ৰাহ্মণৰ মাজত নাই ; কুমাৰ, সোণাৰী, আৰু সেই অঞ্চলৰ কলিতা সকলৰ মাজতহে কম-বেছি পৰিমাণে চলি আছে। সেই অঞ্চলত এই সম্পৰ্কীয় গীতো প্ৰচলিত হৈ আছে।—

আজিহে সচাই ফুল
চিকিনা মিকিনা
অত ৰাতি আছিলি ক'ত ?
অত ৰাতি আছিলোঁ
বামুণৰ বাৰীতে
গোপীসবে নুমাইলা মোক।
আজিহে কুহিয়াৰ
চিকিনা মিকিনা
অত ৰাতি আছিলি ক'ত ?
অত ৰাতি আহিলো বৰমবৈ পাহাৰত
ব্ৰতী লোকে নুমাইলা মোক।
আজিহে তামোল-পাণ
চিকিনা মিকিনা
অত ৰাতি আছিলি ক'ত ?
অত ৰাতি আছিলো বামুণৰ বাৰীতে
ব্ৰতী লোকে নুমাইলা মোক।
......আৰু বহুতো আছে।[৭]

এইদৰে ব্ৰতত লগা প্ৰতিবিধ বস্তুৰে নাম কৈ প্ৰাৰ্থনাৰ গীত গোৱা হয়। এই গীতত বৰমবৈ পৰ্ব্বতৰ নামোল্লেখ গুৰুত্বপূৰ্ণ। বৰমবৈ পাহাৰৰ গুৰুত্ব এতিয়াও মানুহৰ মাজত আছে। হাজো অঞ্চলৰ লোকৰ মাজত এটি কিম্বদন্তী আছে এইদৰে—

বৰমবৈৰ তাল,
কুলহাটীৰ শাল,
দুৰেনী মুৰেনীৰ শিমলুৰ ঠাল

এই তিনি ঠাইত তিনিটা বস্তু যেতিয়া একেলগে গজি উঠিব তেতিয়াই এক প্ৰলয়ৰ দৰে মুহূৰ্ত উপস্থিত হব আৰু তেতিয়াই ব্ৰহ্মপুত্ৰই হাজোৰ ওচৰেৰে গতি লব, আৰু পুষ্পভদ্ৰা মুক্ত হব। এটা সময়ত হয়তো বৰমবৈ অঞ্চল কুঁহিয়াৰৰ কাৰণে অতি বিখ্যাত আছিল।

এই ব্ৰত পালন কৰিলে কি ফল পায় তাক গীততেই বৰ্ণনা কৰা হৈছে—

কি ৰৰাত কৰিলো, মৰিলো ভোখে
এই ৰৰাত কৰিলি কি ফল পায় ?
স্বামীহেন বস্তু তাতেই পায়।
দোনা আনিলো, মাগিলো
মাহ দিবাক লেগি
মাহ উঠিল দোপতে

হৰিণে খায় চোপতে
ইডালৰ হৰিণী সিডালে যায়,
দুষ্টা হৰিণীত লাগাল নাপায়।[৮]

এই গীতটিৰ ইডালৰ হৰিণী সিডালে যায় শাৰীটিয়ে চৰ্য্যাপদৰ পৰিবেশ আৰু বৰগীতৰ পৰিবেশ এটা সৃষ্টি কৰে। ইয়াৰ পৰা বৰ্তমানৰ পৰিবেশ এটাএনে ধৰণৰ হব পাৰে —শুৱালকুছিৰ পূৱত থকা অনন্ত পাহাৰৰ পৰা আৰম্ভ কৰি বৰমবৈ, গন্ধমৌ, বৰবাৰী পাহাৰ আদিও বনৰীয়া জীৱ-জন্তুৰ পায়োভৰ বৰ বেছি আছিল। আমাৰ এতিয়াও মনত আছে যে যি কোনো উপায়ে চিকাৰীলোকে বন্দুক নোহোৱাকৈয়ে হৰিণ আদি চিকাৰ কৰিছিল আৰু বধ কৰিছিল। সেই কাৰণে আগতে শুৱালকুছিত সঘনে হৰিণৰ মঙহ মানুহৰ ভাগত পৰিছিল। কাৰণ তাৰ মঙহ চিকাৰীৰ ঘৰে অকলে ভোগ কৰা নাছিল। শুৱালকুছিৰ লোকসকল মূলতে কৃষিজীৱি নাছিল। তথাপিও যে মাহ আৰু হৰিণৰ কথা উল্লেখ কৰিছে নিশ্চয়, হাজো, মনাহকুছি, বৰশৰ, বামুন্দি জুৰি শুৱালকুছিৰ লোকৰ আৰু সেই বোৰ অঞ্চলৰ লোকৰ সঘন যাতায়াত হৈছিল। আৰু তেনেকৈয়ে সম্ভৱ শুৱালকুছিৰ লোকৰ কৃষিৰ লগতো পৰিচয় ঘটিছিল। অৱশ্যে শুৱালকুছিৰ কিছুসংখ্যক লোকৰ খেতি-বাতি এতিয়াও চলি আছে; কিন্তু তেওঁলোকক কৃষক বুলি কব নোৱাৰি।

অসমীয়া সাহিত্যৰ বুৰঞ্জীত লোক-সাহিত্য শাখাত বিয়াগীতৰ এখন সুকীয়া আসন আছে। অসমীয়া বিয়া উৎসৱৰ পদে পদে স্তৰে স্তৰে গীতৰ সংযোগ দেখা যায়। উৎসৱ-মুখৰ বিয়া এখনৰ সম্বন্ধত সৃষ্ট গীতসমূহ তাৎপৰ্য্যপূৰ্ণ। এই পিনৰ পৰা শুৱালকুছিতো আঞ্চলিক বিয়া গীত কিছু সৃষ্টিত শুৱালকুছিৰ জীয়ৰী-বোৱাৰীৰ কলাপূৰ্ণ মনৰ পৰিচয় পোৱা যায়। গীতসমূহত প্ৰাচীন বিষয়বস্তু আৰু আধুনিক বিষয় বস্তুই প্ৰকাশ লাভ কৰিছে। সীতাক লাভ কৰিবলৈ হৰধনু ভাঙিবলৈ কৰা ৰামৰ যাত্ৰা আধুনিক বিয়াতো গোৱা হয়। কাৰণ ৰামো একে উদ্দেশ্যে দৰা ৰূপতে গৈছিল। গীতটি এনে ধৰণৰ—

ৰাম গেছি ধেনু ভাঙবাৰ মনে।
জনকে পাতিছে ধেনু সীতাৰে কাৰণে।.
ৰাম গেছি ধেনু ভাঙবাৰ মনে।।।
দশৰথৰ পুতেক ৰাম সুকোমল বেণু।
কিমতে ভাংবৌ ৰামে বজ্ৰ সোমান ধেনু।।
বজ্ৰ সোমান ধেনু ভাঙবা মায়ে দিছি হাকে।
অঙ্গীকাৰ কৰি ৰাজাই দি আছেই আমাকে।।
ৰামচন্দ্ৰ সৰু বুলি সমাজে হাছিলা।
বাওঁহাতে ধেনুত ধৰি মাজতে ভাঙিলা।।
ৰাম গেছি সীতাক হৰবাৰ মনে।।[৯]

বিয়াগীতত আধুনিক সুৰ আৰু বিষয়-বস্তু প্ৰকাশ পোৱা শুভ লক্ষণ। নামতীসকল জীয়ৰী-বোৱাৰী হলেও প্ৰাচীনতাৰ পৰা আধুনিকতালৈ কেনেদৰে বিয়া গীতৰ মৰ্য্যাদা আৰু ঐতিহ্য ৰক্ষা কৰিব পাৰিছে তাতেই তেওঁলোকৰ মনন আৰু চিন্তন ফুটি উঠিছে। তলত দিয়া বিয়া গীতটিত বিবাহত জড়িত লোক-সংস্কৃতিৰ চিত্ৰ সুন্দৰকৈ প্ৰকাশ পাইছে—

জয়া আচলতে ধৰি
জয়া লৈ যায় মাতৃগণে
জয়া বেইতে ঘূৰিলে
জয়া ঘূৰণি লাগিলে
জয়া ৰহে চামৰ পীৰা পাৰি।
চামৰ বৰে পীৰা তলে চাৰি খুৰা
বহিছে সোণৰ চেকুৰা
জয়া ডালিম থিয় কৰি মূৰতে তেল দিবা।
জয়া আইদেউৰ মূৰতে
জয়া চিকুণ আইদেউৰ হাতে
প্ৰথমতে মাজৰ শিৰতে
লক্ষ লক্ষ হালধিৰে ঘুহিলে গাতে
হালধি ঘুহিলে মাৱে খৰচিয়া ৰ'ল
ইচলিয়া গা পাহ পিচলি ৰ'ল।[১০]

ওপৰৰ কন্যা-নোৱনিৰ গীতৰ অনুস্থানটো কবিতাৰ ভাৱ আৰু ভাষাৰে বৰ মনোৰম ৰূপে গীত হৈছে। "তলে চাৰি



খুৰা"ৰ চাম কাঠৰ পীৰাখন শুৱালকুছিৰ সূতাৰৰ হাতৰ লোক-সংস্কৃতিৰ আহিলা মাণোন।

খুঞ্জৰী নাম শুৱালকুছিৰ লোকৰ এক বিশেষ অনুষ্ঠান। খুঞ্জৰী নামৰ লগত বেণু, কৰতাল. তাল আৰু খুঞ্জৰী ব্যৱহাৰ কৰা হয়। বেণু সজা হয় বা হবে; এচটা পুৰঠ বাহ সুন্দৰকৈ চচা হয় আৰু বুকুৰ ফালে অলপ আঁতৰে আঁতৰে ঘাত কটা হয়। মোটা ঘূৰণীয়া বা চেপেটা লোহা এডাল বাওঁহাতৰ মুঠিত লৈ তাৰ মাজেৰে বেণুডাল টানি গীতৰ সুৰে সুৰে জাত্‌জাত্‌কৈ শব্দ কৰা হয়। ধ্বনি শুনিবলৈ বৰ শুৱলা হয়। বিশেষকৈ কৈৱৰ্ত্ত পাৰাৰ বৈষ্ণৱ প্ৰাণ ৺সুনন্দ সাতোলাই ইয়াৰ সুন্দৰ প্ৰয়োগ কৰিছিল। বেণুহীন খুঞ্জৰী নামো আছে। এই নামত বৰগীত, কীৰ্ত্তনৰ পদ আৰু দেহ বিচাৰৰ গীত গোৱা হয়। শুৱালকুছিৰ লোক কবিয়ে সম্ভৱ জনপ্ৰিয়তাৰ কাৰণে বেণুকলৈও গীত ৰচনা কৰা দেখা যায়। একাঁকি দিয়া হ'ল—

বেণু বজায়, বেণু বজায়
বেণুক নিলা চোৰে,
আপাৰ মাক নাকান্দিবি
তোকো নিবৌ চোৰে।[১১]

লোক অনুস্থানক উপলক্ষ্য কৰি আৰু বহু ধৰণৰ লোকগীত যেনে--"মহো হো গীত" সচঙৰ গীত, জেঠুৱা নাম আদিও ৰচিত হৈছে। ভাস্কৰ্য্যৰ ভিতৰত শুৱালকুছিৰ সিদ্ধেশ্বৰ মন্দিৰ লেখত লবলগীয়া। শুৱালকুছিৰ উত্তৰ-পূৱত যদিও এটা শক্তিপীঠ থকা বুলি কোৱা হয় সি এতিয়া ভগ্ন অৱস্থাত আছে। *বুৰঞ্জীৰ মতে শক্তিপীঠ স্থিত পাহাৰখন বৰাহ পৰ্বত আৰু জনশ্ৰুতি মতে কাৰৈ ৰিঠা ·( < পিঠা ) পাহাৰ। এই মন্দিৰৰ ভগ্নস্তূপৰপৰা অনা কাৰুকাৰ্য্যখচিত স্তম্ভৰ তল খণ্ড আৰু চাৰিকোণীয়া খুটাৰ আকৃতিৰ শিলাখণ্ড এতিয়াও বৰসত্ৰৰ আশে পাশে মানুহৰ ঘৰত বা আলিৰ দাঁতিত পৰি থকা দেখা যায়। সিদ্ধেৰ মন্দিৰ কোন ভাস্কৰে নিৰ্মাণ কৰিছিল জনা নাযায়। যদিহে ভাস্কৰ স্থানীয় হয় তেনেহলে ই শুৱালকুছিৰ গৌৰৱৰ বিষয়। এই মন্দিৰত জেঠ মাহত নাম ধৰা হয়। বিশেষকৈ আইসকলে মাহ-প্ৰসাদ দি নাম প্ৰসঙ্গ কৰে। ইয়াত ভাগ লয় বিশেষকৈ পূৱ অঞ্চলৰ আইসকলে। বৰ্তমান মন্দিৰ আৱৰি থকা লোক-সমষ্টি মহাপুৰুষীয়া পন্থৰ। বৈষ্ণৱ ধৰ্মী লোকৰ মাজত এই মন্দিৰটো অকলশৰে থকা যেন লাগে। সংস্কৃতিত culture ccmplex ৰে ই এটা ফলশ্ৰুতি। ইয়াত হোৱা জেঠুৱা নামবোৰ ভক্তি মূলক এটি গীত উদ্ধৃত কৰা হ'ল—

দিহা—

হে প্ৰভু নিত্য নিৰঞ্জন
কি নামে পূজিম প্ৰভু দুখানি চৰণ।
কি দিয়া পূজিম প্ৰভু কি দিয়া সন্তোষ,
আপোনাৰ নামে প্ৰভু আপুনি সন্তোষ।
ৰামকৃষ্ণ ৰামকৃষ্ণ ৰামকৃষ্ণ ৰাম।
সৰ্বধৰ্ম শিৰোমণি তুৱা গুণ নাম।
নিজ দাস কৰি হৰি মোকে কিনা কিনা।
আনধন নলাগয় নাম ধন বিনা।।[১২]

ওপৰত উদ্ধৃত কৰা গীতটো বৈষ্ণৱ ধৰ্মৰহে; কিন্তু শিৱ মন্দিৰ সিদ্ধেশ্বৰ মন্দিৰৰ বিগ্ৰহৰ আগত ইয়াকে গোৱা হয়। গাওঁখনত প্ৰাচীনকালত শৈৱ আৰু শাক্ত ধৰ্মৰ প্ৰভাৱ থাকিলেও পিচলৈ বৈষ্ণৱ ধৰ্মৰ প্লাৱনে সকলো ধৰ্মকে ছুই তাৰ প্ৰভাৱ পেলাই আন ধৰ্মৰ ধাৰাক ম্লান কৰিছিল। বৈষ্ণৱ সংস্কৃতিয়ে শৈৱ-শাক্ত সংস্কৃতিৰ ওপৰত প্ৰভাৱ পেলাইছিল ইয়ো এক culture complex ৰে প্ৰক্ৰিয়া।

গাওঁখন এটা সময়ত বাণিজ্যমুখী আছিল। বেহা-বেপাৰ কৰা হৈছিল বৰ বৰ নাওঁৰ সহায়ত। বেপাৰ-বণিজৰ কাৰণে প্ৰয়োজন বোধে ভিন ভিন আকাৰৰ কাঠৰ নাওঁ সজা হৈছিল। বৰ নাওঁবোৰত প্ৰায় ৫০০/-৬০০ মোণ বস্তু ধৰিছিল। আৰু সৰু নাওঁবোৰ প্ৰায়

১০০ মোণী আছিল। ইয়াতোকৈ সৰু নাওঁবোৰে থকুৱা ব্যৱহাৰত লগোৱা হৈছিল। এই ক্ষেত্ৰত ব্ৰহ্মপুত্ৰৰ অৱদান গুৰুত্বপূৰ্ণ। ব্ৰহ্মপুত্ৰ গাৰে বৈ যোৱা শুৱালকুছিৰ লোকে ভৰবাৰিষা ব্ৰহ্মপুত্ৰৰ বুকুৰ পৰা এই সৰু নাওঁবোৰেৰে আতি সুকলমে থৰি ( কাঠ ) ধৰি আনিছিল। এনেদৰে গাওঁৰ লোকে ১½/২ বছৰৰ থৰি যোগাৰ কৰি ৰখা হৈছিল। এনেবোৰ নাওঁক খ'ৰধৰা ( থৰি ধৰা ) নাওঁ বুলিছিল। কৈৱৰ্তসকলৰ বাহিৰেও গাওঁৰ প্ৰায় লোকে মাছ ধৰি খাইছিল। "খ'ৰধৰা" নাওঁৰে···লৈ ব্ৰহ্মপুত্ৰত ইলিচ মাছ মাৰিছিল। শুনামতে মানুহে মাছবোৰ ভাৰ বান্ধি ঘৰলৈ আনিছিল। গাওঁৰ উত্তৰে আৰু পশ্চিমে ৎকা বৰ বিলৰ পৰা গাওঁৰ লোকে নানা তৰহৰ মাছ ধৰি আনিছিল। এইবোৰ মাছ ধৰাত বিশেষকৈ পল', জিলকি, লাঙি-আচ্‌ৰা জাল ব্যৱহাৰ কৰা হৈছিল। থালৈ আৰু জাকৈও ব্যৱহাৰ কৰা হৈছিল। বাহৰ নানাবিধ সজুলি গাওঁৰ লোকে নিজে সাজি লৈছিল।

ডাঙৰ বা বৰ নাও বোৰ বিশেষকৈ ধাণ আৰু সৰিয়হৰ বেপাৰত ব্যৱহাৰ কৰা হৈছিল। সৰিয়হৰ বেপাৰৰ কাৰণে শিৱসাগৰৰ মাজুলিলৈ ৬ মাহ সময় হাতত লৈ যোৱা হৈছিল। এইবোৰ নাওক উজনি অসমৰ লোকে তেলীয়া নাও বুলিছিল। বেপাৰীবোৰে সৰিয়হ বোৰ আনি গুৱাহাটীৰ ফাঁচী বাজাৰ আদি ব্যৱসায়ী মাৰোৱাৰী মহাজনৰ ওচৰত বিক্ৰি কৰিছিল। গাওঁৰ লগত বিশেষ সম্পৰ্ক নাছিল। ধানৰ বেপাৰো প্ৰায় এনে ধৰণৰ। ধানৰ বেপাৰ বিশেষকৈ দৰং জিলাত কৰা হৈছিল। তাৰ পৰাও এইদৰে ধান আনি গুৱাহাটীৰ ফাঁচীবাজাৰৰ মাৰোৱাৰী মিলমালিকৰ ওচৰত বিক্ৰি কৰা হৈছিল। বৰ্তমান সেই বেহা বেপাৰ লোপ পালে। লগতে সেই সকু বৰ নাও বোৰ ব্ৰহ্মপুত্ৰৰ কিনাৰৰ পৰা অন্তহিত হ'ল। মানুহখিনিয়ে লাভৰ কাৰণেহে বেপাৰ কৰিছিল; শুৱালকুছিত বাণিজ্য কেন্দ্ৰ এটা গঢ়ি তোলা মনোবৃত্তি নাছিল।

এই খিনিতে এটা কথাৰ প্ৰতি লক্ষ্য কৰা উচিত হব যে দীঘলীয়া ৬ মাহ সময় ঘৰৰ গিৰিহঁত বা মৰমৰ লৰাহঁত দূৰ ঠাইলৈ গুচি যায়; কিন্তু ঘৰত থকা মা বা গৃহিনীৰ মনৰ কোনো প্ৰতিক্ৰিয়া প্ৰকাশ পোৱা দেখা নাযায়। ইয়াৰ কাৰণ কি বুজা টান। তথাপি লোক-গীতৰ মাজেৰে এনে পৰিবেশত মনৰ ভাৱ প্ৰকাশ নাপালেও ই শুৱালকুছিৰ লোকৰ সাংস্কৃতিক মনৰ বাহক।

শুৱালকুছিবাসীৰ সাংস্কৃতিক জীৱনৰ গুৰুত্বপূৰ্ণ দিশ হৈছে বয়ন-শিল্প। বয়ন-শিল্প বোলোতে বিশেষকৈ মুগাৰ সূতা, মুগা আৰু পাট কাপোৰৰ কথাই উল্লেখনীয়। অসমৰ শিল্প-সংস্কৃতিৰ পাত হিলাত শুৱালকুছিৰ নাম সোণালী আখৰেৰে গৌৰৱোজ্জ্বল ৰূপত লিপিৱদ্ধ থাকিব। শিল্পটো নিজেই এটা সংস্কৃতিৰ ৰূপ। অৱশ্যে অতীতৰ পৰা বৰ্তমানলৈ ইয়াৰ সজুলিবোৰৰ ৰূপৰ পৰিবৰ্তন ঘটিছে। প্ৰথমতে "দহতনি"ৰে কাপোৰ বোৱা হৈছিল। বাহ আছিল বাহৰ। মোৰ মনত পৰা মতে গাওঁৰ পৰা কিছুদূৰৰ মুছলমান লোকে এই বাহ সৰবৰাহ কৰিছিল। দহতনি গাওঁৰ সুতাৰে কাঠেৰে সাজিছিল। মাকো আছিল কাঠৰ বা মহৰ শিঙৰ বা গাড়ৰ শিঙৰ। মাকোৰ আকৃতি প্ৰায় নাওঁখনৰ দৰে আছিল। বাতি কঢ়া 'কান্নি' আৰু ব-তোলা ব চুঙা কলাপূৰ্ণ আছিল। 'কান্নি'ও গাওঁৰ সূতাৰে কাঠেৰে সাজিছিল আৰু তাৰ মুৰ মগৰাকৃতিৰ আছিল। মাজে মাজে লতা বা ফুল কটা হৈছিল। ব-চুঙা একোটা বিভিন্ন আহিঁ আৰু তাৰ ওপৰত নানা ৰঙেৰে সজোৱা। দেখিলে আজিকালিৰ 'ড্ৰয়িং ৰুমত' সজাই থোৱা বস্তু বুলিহে মানুহে ভাবিব। ৰিহা বোৰত 'কেচ' আৰু মেখেলা চাদৰত ফুল আৰু গাতোলাৰ ফুল হাতেৰে বাহৰ মিহি ফুল তোলা চেৰিৰে তোলা হৈছিল। গাতোলা বোৰ চাদৰতকৈ দীঘল আৰু নানা ৰঙৰ আছিল। এই বোৰত গোটেই গাতে নানা ৰঙৰ ভৰা সেজীয়া বুতা তোলা হৈছিল। এমূৰত ধুনীয়া ফুল তোলা হৈছিল। সেইবোৰক এতিয়াৰ তুলনাত 'classic design' বুলি কব পাৰি। কোৱা শুনা যায় আৰু মই দেখিছোও—পপৈত শিপিনীয়ে শুৱালকুছিৰ গাৰ কাষেৰে অহা-যোৱা কোম্পানীত জাহাজো ফুলৰ দৰে গাতোলা বোৰত বাচি তাৰ চানেকি তুলিছিল।



পৰীৰ ৰাজ্যৰ বস্ত্ৰৰ দৰে এই কাপোৰ বোৰ বিশেষকৈ নবোৱাৰীয়ে শহুৰী-খাটোতে মনো-মোহাকৈ পিন্ধি 'কুঞ্জৰ-গমনত অহা-যোৱা কৰিছিল। এই দৃশ্য এতিয়া নাইকিয়া হ'ল—ৰূপৱতী কইনাৰ ৰূপো নাইকিয়া হ'ল। অৱশ্যে পাটৰ 'চেটে' ইয়াৰ ঠাই লৈছে।

'দহতনিৰ' ঠাই ললে flying shuttle এ। ইয়াৰ গতি বৰ খৰ আৰু সেই পৰিমাণে আগতকৈ বেচি কাপোৰ বৰ পৰা হ'ল। ফুল তোলা 'চেৰি'ৰ ঠাই ললে 'ফনীয়ে'। কাপোৰৰ দুই পাৰীত ফুল তোলাৰ কাৰণে এতিয়া 'জেকাৰ্দ মেচিন' ব্যৱহাৰ কৰা হ'ল।

গোটা মুগাবোৰ আমদানি কৰা হয়—গাৰো পাহাৰ আৰু উজনি অসমৰ পৰা। আৰু নানা বুদ্ধিৰে মুগাৰ পৰা সূতা উলিয়াই কাপোৰ বোৱা হয়। এই শিল্পটিত বিমানবোৰ সজুলিৰ প্ৰয়োজন হয় 'জেকাৰ্দ মেচিন'ৰ বাহিৰে আটাইবোৰ গাওঁৰে নিপুণ শিল্পীয়ে সাজি লয়। কাঠৰ মুগা কুটা শাল, বাহৰ কৰা চুঙা, বহনি, নতা, বলন দিয়া, উঘা, চেৰেকি, কাঠৰ নৰজ, দহতনি কাঠৰ সৰু সৰু 'নাচনি' বাতি কঢ়া সুন্দৰ কাঠৰ খুটি, বাহৰ চেৰি, আৰু বহুতো সজুলি গাওঁৰ সুতাৰ বা বৰ্তমানৰ কাঠ-মিস্ত্ৰীৰ শিল্পী মনৰ নৈপুণ্যৰ পৰিচয় মাত্ৰ।

এটা কথা ইয়াতে উল্লেখ কৰিবৰ মন গৈছে যে, এনেকুৱা কবিতা সুলভ এটি শিল্পৰ লগত কোনো ভাবাবেগ প্ৰকাশ নোপোৱাটো আশ্চৰ্য্য আৰু বিচাৰ্য্যৰ কথা। প্ৰাচীন কালৰ লোক-কবিৰ মনৰ পৰা সৰি পৰা একো ভাৱ-সৌন্দৰ্য্যৰ চিটিকনি নাপালেও বৰ্তমান দুই এক চেতন শিল্পীৰ মনৰ পৰা শালৰ লগত সম্পৰ্কিত গীত ৰচিত হৈছে—

চিৰি লুইতৰে ঐ
পাৰতে জিলিকা ঐ
শুৱালকুছি আমাৰ গাওঁ।
… … …
শালৰ খট্‌খটনিত গড়কাৰ দপনিত
দুবেলা দুমুঠি খাওঁ,
আমাৰ কাপোৰে জগত জুৰিলে
লংকাৰ বণিজো পাওঁ।[১৩]

গীতটিৰ ওপৰৰ ফাঁকিত উজনি অসমৰ বিহুগীতৰ সুৰহে বাজি উঠিছে। 'লুইত' নামটোই এটা কথা মনলৈ আনে যে শাস্ত্ৰ কিছুমানত গুৱাহাটীক স্পৰ্শ কৰা ব্ৰহ্মপুত্ৰৰ অংশটিকহে লৌহিত্য বুলিছিল। শেষলৈ লৌহিত্য>লুইত >আৰু আমাৰ শুৱালকুছিত মানুহে লুতৰ ঘাট ( লুইতৰ ঘাত ) বুলিছিল।

গোটেই বছৰ জুৰি তাঁতশালৰ কাম চলি থাকে। বিশেষকৈ ঠেটুৰৈ ধৰা শীতৰ কোবত বস্ত্ৰহীন বেছিভাগ সৰু লৰা ছোৱালীয়ে শালত সূতা কাটোতে কিমান কষ্ট ভোগ কৰিব লাগে, তাৰ বাস্তৱ অভিজ্ঞতা থকা বাবেহে গায়কজনে তাৰ সুন্দৰ চিত্ৰ অংকন কৰিব পাৰিছে।—

শীতৰ শীতালি দোক মোকালি
কেনেকৈ কাটোনো মুগা,
ঠেটুৰৈ ধৰিছে মা! ঠেৰেঙা লাগিছে মা!
ইমান জাৰত কঁপি কঁপি মুগা মই নেকাটো যা।[১৪]
…ইত্যাদি।

শীতৰ কোবত ঠেটুৰৈ ধৰা হাতেৰে শাল ঘূৰোৱা আৰু পাক দিওঁতে মুগা সূতাই হাতৰ বাহু কাটি তেজ বোৱাই দিয়াৰ তুলনাত গাওঁৰ শিল্পীয়ে লংকাৰ বণিজ কিমান ভোগ কৰিব পাৰে সেই কথা বৰ্তমানৰ ভাষাত তাৰ "বনুৱা শ্ৰেণীয়ে" ভালকৈ বুজিব। তথাপি ইয়াত উল্লেখ কৰা ভাল হব যে ওপৰৰ গীত দুটাৰ ৰচক আৰু গায়ক মোৰ আতৈ শ্ৰীনাৰায়ণ চন্দ্ৰ দাস।

ভগবান প্ৰাপ্তি আৰু সত্য ৰক্ষা দুইটি কথা পৰস্পৰ পূৰক। এই দাৰ্শনিক তত্ত্বটিকে কোনো লোক-কবিয়ে হৰিণীৰ জীৱনৰ মাজেৰে বৰ আকৰ্ষণীয় আৰু হৃদয়বিদাৰক ভাৱে প্ৰকাশ কৰিছে। গীতটিত পুৰণি ভাষাৰ সংমিশ্ৰণো দেখা যায়। গীতটি শুৱালকুছিত অতি জনপ্ৰিয় আৰু মানুহৰ মুখে মুখে প্ৰচলিত। গীতটি ইমান জনপ্ৰিয় যে ই শুৱালকুছিৰ লোক-কবিৰ মানস চিত্ৰ যেন লাগে—

কান্দে হৰিণী পহু
অৰণ্যৰ মাজে
জঙ্গলৰ মাজে
কাল ব্যাধে মৃগ মাৰিতে সাজে।

অন্য দিনা মাৰ দেখো
আহা সোনকালে
আজি দেখো মাৰ তোমাৰ
ভৈলা অতপৰে।
কোনবা ব্যাধে ফান্দ পাত্‌ছিল
মাটি আৰ কৰি
নাজানিয়া পশু জাতি
তাতে দিলো ভৰি ॥[১৫]
……ইত্যাদি।

কমলাকুঁৱৰীৰ গীত ভাৰতৰ ভিন ভিন প্ৰদেশতো পোৱা হৈছে। ইয়াৰ আখ্যানভাগ ইমান আকৰ্ষণীয় যে অসমৰ বহু ঠাইত ইয়াৰ প্ৰচলন আছে। গুৱালকুছিৰ একেশাৰীয়ে থকা বৰমবৈ পাহাৰৰ কাষত আনকি সেই ৰজাই খন্দা পুখুৰী এতিয়াও আছে। কমলাকুঁৱৰী বিষয়ক কেবাটাও গীত সেই অঞ্চলৰ পৰা পোৱা হৈছে। গুৱাল-কুছিতো এই বিষয়ক এটি গীত পোৱা হৈছে। দুয়ো ঠাইৰ গীতৰ তুলনা কৰিলে দেখা যায় যে, গুৱালকুছিৰ গীতটোৰ বিষয়-বস্তু আৰু শৈলী বেছি গুৱলা। গুৱালকুছিৰ গীতটিৰ উপস্থাপন ৰীতিও মন-আকৰ্ষক।—

গাওঁৰ বুঢ়াবুঢ়ীয়ে সাধুটো কৈ যায় আৰু মাজে মাজে সুৰ জুৰি গাই যায়—

কোলাতে আছে মোৰ ফুকলীয়া বেটা
কোন মতে যাওঁ মই জলৰ অধীন হৈয়া
ঢেকীতে আছে মোৰ জহাধানৰ বঢ়া
কোন মতে যাওঁ মই জলৰ অধীন হৈয়া
ঘৰতে আছে মোৰ ঘৰগুৱা জায়া
কোন মতে……।

কুঁৱৰী পুখুৰীত নামি পৰিল। লগে লগে পুখুৰীৰ তলিত পানী জমিল। ৰাণীয়ে গালে—

ভৰিমান পাইলা পানী
ৰাজা মোক তোলা টানি,
ৰজা—কোনমতে তুলিম ৰাণী
তই হলি জলৰ অধিকাৰী।[১৬]

এইদৰে আঠু, ককাল, পেট, বুকু, ডিঙি, আৰু শেষলৈ মুখলৈ পানী উঠি আহিল। শেষত কুঁৱৰী অদৃশ্য হৈ যায়। ঘটনাটো আকৰ্ষণীয় অথচ মৰ্মন্তুদ। ঘটনাটোৰ উৎপত্তি স্থল যিয়েই নহওক, তাৰ ওপৰত ভেটি কৰি গীতটি গুৱালকুছিত গঢ় লৈ উঠিছে। কাৰণ তাৰ ভাষা আৰু প্ৰকাশভঙ্গী সম্পূৰ্ণ গুৱালকুছিৰ পৰিবেশৰ মাজত গঢ়ি উঠিছে। ইয়াত গুৱালকুছিৰ লোক-কবিৰ সুকোমল মনৰ দুখ-শোক সৌন্দৰ্য্যৰ মাজেৰে প্ৰকাশ পাইছে।

অতি প্ৰাচীন কালতে বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱত এটি মনোমোহা লোকগীত গুৱালকুছিত কোনোবা অজান লোককবিয়ে ৰচনা কৰিছে। গীতটিৰ বিষয় বস্তু এনেধৰণৰ—কমলা নামৰ এগৰাকী পোহাৰীয়ে ফল বেচবলৈ নন্দৰ ঘৰলৈ গ'ল। পোহাৰীৰ মাত শুনি শিশু কৃষ্ণই মাকৰ আচলত ধৰি ফল কিনিবলৈ কলে। হাতত পইচা নাই বুলি যশোৱা আনমনা হৈ থাকিল। কিন্তু কিছুখন লৈ কৃষ্ণ পোহাৰীৰ ওচৰ পালে গৈ। কৃষ্ণই সতৃষ্ণ নয়নে ফলৰ পিনে চাই ৰল। কিন্তু পোহাৰীৰ কোনো উত্তৰ নাই। ভাল ভাল ফল পোহাৰীয়ে কৃষ্ণৰ হাতত তুলি দিলে। যশোৱাই চাই আছিল, দেখিলে—পোহাৰীৰ পাচি সুবৰ্ণ ৰত্নেৰে ওপচি পৰিল। জন প্ৰিয়তা অৰ্জনৰ হেতু কবিয়ে মাধৱ পুৰুষৰ ভণিতা জুৰি দিছে। গীতটিৰ ভাৱৰ আকৰ্ষনীয়তা, ভাষাৰ উপযুক্ত প্ৰয়োগ আৰু চিত্ৰৰ ৰমণীয়তা চমকপ্ৰদ। পোহাৰীৰ প্ৰভাৱ গুৱালকুছিত বৰ বেছি আছিল। ফল আদি লোৱা বাহৰ সজা পাত্ৰ 'পাচি' গুৱালকুছিৰ জনপ্ৰিয় শব্দ, আগৰ বুঢ়ীৰ মুখত "হাতত কোড়া কড়ি" নাই কথা ফাঁকিৰ ব্যৱহাৰ মুখে মুখে আছিল। কমলা পোহাৰীৰ ফল বেচা বৃত্তিৰ মাজেৰে শ্ৰীকৃষ্ণৰ মহিমা কেনে দৰে আকৰ্ষণীয় আৰু হিয়া শাত কৰা ছন্দেৰে প্ৰকাশ কৰিছে! ই গুৱালকুছিৰ লোক কবিৰ লোক সমাজৰ বৃত্তিৰ প্ৰতি থকা চিন্তন আৰু মননৰ কথাকে প্ৰকাশ কৰিছে। লোভ সম্বৰণ কৰিব নোৱাৰি পূৰ্ণ গীতটিকে উদ্ধৃত কৰা হ'ল—



অৰে হে কমলা, হয় হে কমলা কমলা
ফল বেচি ফুৰে পোহাৰী সভা চাই,
অৰে হে কমলা নন্দেৰ মন্দিৰে চালি যায়,
কোনে ফল লৈবি বুলি পোহাৰী ডাকিলৰে
শুনিলা বালক যত্নৰায়।
মাৱৰ আঞ্চলে ধৰি প্ৰভুদেউ শ্ৰীহৰি
আজি ফল কিনি দিয়া আই
যশোৱাই বোলৰে ঘৰে কোড়া কড়ি নাই
আজি ফল কিনান নাযায়।
মাৱৰ বচন শুনি ধান্য লৈয়া যত্নমণি
পোহাৰীৰ পোহাৰে চলি যায়,
তেৰ তেৰ কৰি হৰি চাই আছিলৰে
পোহাৰীৰ সমিধান নাই।
ভাল ভাল ফল বাচি কৃষ্ণ হাতে দিলা যাচি
যশোৱাই আছিলেক চাই,
সুবৰ্ণ ৰত্নেৰে তাইৰ পাচি ওপছিলৰে
দীন মাধৱ গুণ গায় *[১৭]

গুৱালকুছিৰ লোক সাহিত্য সংস্কৃতিৰ এইখিনি চমু আভাস হে। ভবিষ্যতে বহলভাৱে আলোচনাৰ আশা থাকিল। অতীতৰপ্ৰভাৱৰ ফলশ্ৰুতি হিচাবে গুৱালকুছিৰ বৰ্তমানৰ বীজে ভবিষ্যতৰ সংস্কৃতিৰ পথাৰত সাহিত্য-সংগীত চিত্ৰকলাৰ পথাৰখন নদন-বদন কৰি গুৱালকুছিৰ নাম উজ্বল কৰিব বুলি আশা কৰিব পাৰি।

**টোকা**—৪, ৫ নং গীত শ্ৰীযুক্ত বাসুদেৱ শৰ্মাৰ পৰা
১, ২, ৩, ৭, ৮ আৰু ১২ নং গীত শ্ৰীযুতা বিচিত্ৰা কলিতাৰ পৰা
৯, ১০, আৰু ১১ নং গীত শ্ৰীবাসুদেৱ ভৰালীৰ পৰা সংগ্ৰহ কৰা হৈছে।
১৩, ১৪, ১৭ নং গীত শ্ৰীনাৰায়ণ চন্দ্ৰ দাস (আতৈ)ৰ পৰা পোৱা।
১৫, ১৬ নং গীত শ্ৰীকামেশ্বৰ বৈশ্যৰ পৰা সংগ্ৰহ কৰা।
* শ্ৰীৰমেশচন্দ্ৰ কলিতাৰ গুৱালকুছিৰ বুৰঞ্জী দ্ৰষ্টব্য।



# শুৱালকুছি নে সুৱালকুচি?

ভগবান মৰল

"সুৱালকুঁচি অসমৰ ভিতৰত এখন অতি বিখ্যাত গাওঁ। গাওঁখন ব্ৰহ্মপুত্ৰ নদীৰ নিচেই দাঁতিতে উত্তৰ পাৰে অৱস্থিত; ...অসমৰ ভিতৰত এনে সমৃদ্ধিশালী গাওঁ আৰু এখন নাই বুলিলেও বঢ়াই কোৱা নহয়। সুৱালকুঁচিখন অতি পুৰণি গাওঁ। ...ধৰ্মপাল ৰজাৰ দিনত অৱশ্যে এই গাওঁৰ নাম **সুৱালকুঁচি** নাছিল।" (পণ্ডিত হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী, পৃষ্ঠা ২৭৪)। হেমচন্দ্ৰ গোস্বামীদেৱে সিদ্ধেশ্বৰ দেৱালয় শিতানত আলোচনা কালত কৰা এই উক্তিটোৱে গাৱঁৰ নামটিৰ ওপৰত আলোকপাত কৰে।

গুণাভিৰাম বৰুৱাই আসাম বুৰঞ্জীত (পৃঃ ১৫, ২য় সংস্কৰণ ১৯৭২) লিখিছে, "কামৰূপৰ ৰজাসকলেও অনেক ব্ৰহ্মনাদি আনি এই দেশত বসতি কৰায় তাৰে **সুৱালকুচিৰ** বাসন্তৰীয়া ব্ৰাহ্মণ নামে প্ৰসিদ্ধ ব্ৰাহ্মণ সকল গণনীয়।"

হলিৰাম ঢেকিয়ালফুকনে ১৮২৯ খৃঃত বঙালী ভাষাত লিখা 'আসাম বুৰঞ্জী' পুথিত লিখিছে "তাহাৰ কীৰ্তিৰ মধ্যে মৌজে **সুয়ালকুচিৰ** বাসন্তৰিয়া ব্ৰাহ্মণদিগকে দত্ত ব্ৰহ্মত্ৰেৰ প্ৰমাণ এক তাম্ৰ পত্ৰিকা পাওয়া গিয়াছে।" (পৃঃ-৮)

"পাছে মুৰালি আতা গাওঁ ছিলান কৰি ভোজন কাৰ্য কৰি আতাক থানত সেৱা কৰি পছে বাটে আহি **সোওাল-কুছিৰ** গ্ৰাম পাইছন।" (পঢ়িয়া আতাৰ চৰিত্ৰ, পৃঃ ১৪)

ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱে দান কৰা তামৰ ফলিত (উগ্ৰতাৰা দেৱালয় দেউৰীক দিয়া ব্ৰহ্মোত্তৰ দান) তিনিবাৰকৈ '**সুআলকুচি**' নামটি উল্লেখ কৰিছে।

..."ইহাক সুআলকুচিৰ...দেউৰিক ব্ৰহ্মোত্তৰ কৰি দিয়া গেল আৰু পশ্চিমপাৰ পৰগণাৰ বৈষ্ণৱ গৰৰ ভিতৰ কৰৰা গ্ৰামৰ জমা উবাৰ ৰোপিত জমি ২৪ (পুৰা) সুআলকুচিৰ ধনেশ্বৰ চক্ৰবৰ্ত্তিক ব্ৰহ্মোত্তৰ ..চঅনিআ পৰগণাৰ জিআকুৰ গ্ৰামৰ অনিতা...ইয়াক সুআলকুচিৰ কবিৰাজ চক্ৰৱৰ্ত্তিক দিয়া গেল।"

১৭২৬ খৃঃত শিৱসিংহ স্বৰ্গদেৱে কবিভুসন চক্ৰবৰ্ত্তিক ব্ৰহ্মোত্তৰ দিয়া তামৰ ফলিত আছে—"জমি বাডি ভোকা ডোভা (ভোকাবিল) মেকুৰিয়া পৰ্বতৰ পছিম পিঠি **সুৱালকুচিৰ** কবিভুসন চক্ৰবৰ্ত্তিক ব্ৰহ্মোত্তৰ কৰি দিয়া গেল (।)"

কামাখ্যা, পাণ্ডুনাথ উগ্ৰতাৰাৰ দেউৰিক ব্ৰহ্মোত্তৰ দিয়া তামৰ ফলিত "পূজক পাঠক...**সোৱালকুঞ্চি'ৰ** বিপ্ৰসকলক দিলো" বুলি উল্লেখ আছে।

উপেন্দ্ৰ চন্দ্ৰ লেখাৰু সম্পাদিত কথাগুৰু চৰিতত দুবাৰকৈ গাৱঁৰ নামটি পোৱা গৈছে—"গুৰুজনে বংশী যদুমণি ঠাই পচাত গৈ **সুৱালকুচিতে** গৰনি-এ ধৰি পৰি আছিল।" (পৃঃ ৪৭২) "আমাৰ দেশত আছে হাজোএই পুণ্যভূমি।...হাজোৰ নামে শোৱালকুচি।" (পৃঃ ৪৪৯)

বহাৰিস্তান-ই-ঘাইবীত মিৰ্জানাথনে লিখিছিল—"A mansion was ordered to be built on the other side of the river Brahmaputtra opposite the afore said fort of Sualkuchi



for his own residence with his children. (Page. 626).

আকৌ "Leaving his children at Sual-kuchi he (The Mirza) started to meet Ibrahim Khan Fath jang along with the eighteen Hill Rajas....." (Page. 627).

১৯৬২ খৃঃত প্ৰকাশিত দেওধাই বুৰঞ্জীত দ্বিতীয় সংস্কৰণত অন্যান্য অসম বুৰঞ্জীতকৈ বিশেষ খেলি মেলি লগোৱা ধৰণে গাওঁখনিৰ নামটি পোৱা গৈছে। এই বুৰঞ্জীখনত পোন প্ৰথমে এটি বাক্যত 'শোৱালকুচি' বৰ্ণ-যোজনা কৰি পিচৰ বাক্যত 'শিয়ালকুচি' শব্দটো লিখাৰ উপৰিয়ো—চাৰিবাৰ কৈ 'শিয়ালকুচি' লিখি এবাৰ শুৱালকুচি—লিখা হৈছে। সম্ভৱতঃ সম্পাদকৰ হাত বুলনিত বা লিপিকাৰৰ বিভ্ৰাটবশতঃ এনে হবলৈ পাইছে। নাইবা আহোম ভাষাৰ পৰা অসমীয়া ভাষান্তৰ কৰোতে এনে বৈষম্য হব পাৰে।

এই গাওঁত পোৱা তামৰ ফলিৰ পৰা ঐতিহাসিকভাৱে **সুৱালকুচি** নামটোহে পৰম্পৰাৰূপে বাগৰি অহা বুলি নিশ্চয়কৈ কব পাৰি। অসমীয়া উচ্চাৰণ বৈশিষ্ট্য সম্পূৰ্ণ-ৰূপে এই নামটোইহে ৰক্ষা কৰিব পাৰিছে। সুৱালকুচি নামটিৰ প্ৰথমে গাওঁবাচক 'কুচি' প্ৰত্যয়ৰ ব্যুৎপত্তি আলচ কৰা হ'ল।

নামনি অসমৰ বিশেষকৈ কামৰূপত 'কুচি' প্ৰত্যয়ান্ত অনেক গাওঁ আছে, যেনে, কমাৰকুচি, চান্দকুচি, ধুৰকুচি, কলিতাকুচি, গুৱাকুচি ইত্যাদি। উত্তৰ প্ৰদেশৰ হিমালয়ৰ পাদদেশতো 'বেলাকুচি' নামৰ গাওঁ আছে। ইয়াৰ মুল বিচাৰি পণ্ডিত হেমচন্দ্ৰ গোস্বামী দেৱে লিখা কথাখিনি প্ৰণিধানযোগ্য।

"সংস্কৃতত 'কুঞ্চি' শব্দ আছে আৰু ওপৰে ওপৰে চালে এই কুঞ্চি সংস্কৃত কুঞ্চি শব্দৰ পৰাই অহা বুলি ভাবিব পাৰি; কিন্তু সংস্কৃত কুঞ্চি শব্দৰ অৰ্থ গাওঁ নহয়, আঠ মুঠিৰ পৰিমাণ জোখহে সংস্কৃতত কুঞ্চি বোলে।......এই কুঞ্চি শব্দৰ পৰা আমাৰ গাওঁবাচক কুঞ্চি শব্দ বুলি ভবা যুক্তিসঙ্গত নহ'ব। কোনোৱে এই বিষয়ে এটা সংস্কৃত ব্যাখ্যা দিলে আমি বাধিত হম।" (হেম. ৰচনাৱলী পৃ. ২৭৫)

সংস্কৃতত কুঞ্চিকা মানে চাবি (keys).

গতিকে গাওঁবাচক প্ৰত্যয় হিচাপে 'কুঞ্চি' শব্দ সংস্কৃত ভাষাৰ পৰা অহা নাই। অসমীয়া বৰফুকন শব্দটো শিল আৰু তামৰ ফলিত সংস্কৃত ভাষাত লিখিব লগীয়া হোৱাত সংস্কৃত কৰণ কৰি 'বৃহৎ ফুক্কন' কৰাৰদৰে বহুল প্ৰচলিত তদ্ভৱ 'কুচি' শব্দটোকো ভুলকৈ দেশী শব্দ জ্ঞান কৰি সংস্কৃত পণ্ডিতে সংস্কৃত কৰণ কৰিবলৈ গৈ 'কুঞ্চি' ৰূপে গঢ়ি লৈছিল।

প্ৰকৃততে 'কুচি' শব্দটো তদ্ভৱ শব্দ। ইয়াৰ মুল সংস্কৃত 'কুসিত' শব্দ, অৰ্থ হৈছে বাসকৰা স্থান।

সং কুসিত > কুসিঅ > কুসি, কুচি, অসমীয়াত দন্তমূলীয় উষ্ম ধ্বনি (Alveolar spriant) হিচাপে উচ্চাৰিত হয় বাবে 'চ' ব্যৱহাৰ হৈছে। (চ, আৰু ছ ৰ উচ্চাৰণত অসমীয়াত কোনো পাৰ্থক্য নাই বাবে 'ছ' অনাৱশ্যক।)

তদ্ভৱ 'কুচি' গাওঁবাচক প্ৰত্যয়ৰ দৰে সাধাৰণতে ব্যৱহাৰ হোৱাত অনাৰ্য মুলৰ শব্দ জ্ঞান কৰি সংস্কৃতমূলক অৰ্থাৎ সংস্কৃতকৰণ কৰিবলৈ পশ্চাৎ গঠন (Back-formation) অৰ যোগেদি 'কুচি' শব্দটো 'কুঞ্চি' ৰূপে গঢ়ি লোৱা লৈছে। সেই বাবেহে তামৰ ফলিত "সোৱালকুঞ্চি" গ্ৰামৰ বিক্ৰসকলক দিলো" বুলি গাওঁখনিৰ নাম উল্লেখ কৰিছে।

এইখন গাৱঁৰ নামটি কি কি উৎসৰ পৰা হব পাৰে বা কি কি মত আছে সেই বোৰ জুকিয়াই আলোচনা কৰিবলৈ মানস কৰা হ'ল। শুৱালকুছি নামটোৰ পৃষ্ঠপোষকসকলে 'শুৱলা' শব্দৰ পৰা উদ্ভৱ হোৱা বুলি আখৰ জোটনিত তালব্য শ ৰাখিবলৈ যত্ন কৰিছে। ইংৰাজসকল অহাৰ পিচত পোষ্ট অফিচ বা অন্যান্য ক্ষেত্ৰত দন্ত্য স থকা সোৱাল, সুৱাল (সোয়াল,—বঙালী ভাষাত) ব্যৱহাৰ হৈ আহিছে। পিচলৈ শ ধ্বণিৰ নামত ভুলকৈ তালব্য শ ব্যৱহাৰ কৰা হ'ল।

(১) শুৱলা—'কুচি' এটি গাওঁবাচক প্ৰত্যয়; বিশেষ্য

শব্দৰ পাচত গাওঁ বুজাবলৈ প্ৰত্যয়টো ব্যৱহাৰ হয়। কিছুমানৰ মতে গাওঁখনি বাটে ঘাটে সুশৃঙ্খল, বিতোপন—বাবে শুৱলাকুচি। ইয়াত 'শুৱলা' শব্দৰ প্ৰয়োগ অসঙ্গত।

(২) বুদ্ধৰ শেষ শিষ্য সুহাৰ্দ্দি>সুআদ্দ নামৰ বৌদ্ধ শ্ৰমনজনৰ নামৰ লগত সুৱাদ্দুৰি নামৰ বাঘেশ্বৰীৰ ডুবি বা ঘোল এটিৰ সংস্পৰ্শ উলিয়াই গাওঁখনিৰ নাম উদ্ভৱ হোৱা বুলি যিসকলে মত দাঙি ধৰিছে—তেওঁলোকেই হাজোৰেই যে বৌদ্ধদেৱৰ পৰিনিৰ্বাণৰ স্থান 'কুশীনগৰ'—আজিলৈকে সম্যকভাৱে প্ৰমাণ কৰিব পৰা নাই। গতিকে সুহাৰ্দ্দি নামৰ বৌদ্ধ সিদ্ধ জনৰ নামৰ পৰা গাওঁখনিৰ নামটি গঢ়ি উঠাটো বিশ্বাসযোগ্য নহয়।

(৩) কৌটিল্যৰ অৰ্থ শাস্ত্ৰত উল্লেখ থকা সৌৱৰ্ণকুড্য আৰু স্বৰ্ণভূমি নাম দুটিৰ পৰা গাওঁখনিৰ নামৰ ব্যুৎপত্তি বিশ্লেষণ অভ্ৰান্ত বুলি বিনা দ্বিধাই মানি লব নোৱাৰি। ঐতিহাসিক দিশেৰে সম্ভৱ হলেও ভাষাতাত্ত্বিক দিশেৰে তালব্য শ থকা 'শুৱাল কুচি' শব্দটো গঢ়ি উঠিব নোৱাৰে বুলি সহজে বুজিব পাৰি।

(৪) যিসকলে শৈৱাল শব্দৰ পৰা নামটো অহা বুলি কব খোজে তেওঁলোকৰ ভাষাতাত্ত্বিক দিশত অজ্ঞতা স্পষ্ট। শৈৱাল—মানে শেলুৱৈ বোধক শৈৱাল শব্দটোৰ সন্মুখ ঐ ধ্বনি পশ্চাৎ উ বা ও ধ্বনিৰূপে সলনি হব নোৱাৰে। গতিকে শৈৱাল>শুৱাল উচ্চাৰিত নহয়।

(৫) সং সৰৱ ( অৰ্থ শিৰ বা পানী )—গাওঁখনিত সিদ্ধেশ্বৰ শিৱালয় থকা বাবে নাইবা এই অঞ্চলটোৱেই নদী বা পানীৰ লগত সংগ্ৰাম কৰিবলগীয়া হোৱা বাবে সৰৱকুচি>সৰলকুচি (ৰ, ল অভেদ) আৰু তাৰপৰা সৱালকুচি বা সুৱালকুচি হোৱা বুলি অনুমান কৰে।

(৬) তাঁতশাল বা শালগছ বুজোৱা শাল শব্দৰ পৰা টানি আজুৰি শালকুচি>শুৱালকুছি কৰিবলৈ কৰা অপচেষ্টা হাস্যাস্পদ।

(৭) সোঁৱালু—মুগাবস্ত্ৰ শিল্পৰ লগত এই গাওঁখন জৰিত বাবে মুগাপলু পোহা সোঁৱালু গছৰ নামৰ পৰা এই গাওঁখনিৰ নাম উদ্ভৱ হোৱা বুলি বহুতে কব বিচাৰে। গাওঁখনত মুগা পলু পোহা বৃত্তি নাই, সোঁৱালু গছৰ খেতিও ইয়াত নাই। মুগা লেটা গাৰো পাহাৰ বা অন্যান্য ঠাইৰ পৰা আমদানিহে কৰে। বুৰঞ্জীয়েও মুগা পলু পোহা বৃত্তিৰ কথা নকয়। গতিকে সোঁৱালু গছৰ নামৰ নামৰ পৰা শুৱালকুচি ( তালৱ্যশ-ত উ-কাৰ ) অহাটো সম্ভৱ নহয়।

(৮) সিয়ান—দেওধাই বুৰঞ্জীত থকা 'শিয়ালকুচি' নামৰ 'শিয়াল' অংশ পাকৈত, চতুৰ বা ধূৰ্ত অৰ্থত ব্যৱহাৰ হোৱা সিয়ান ( হিন্দী ভাষাৰ পৰা কৰা ) শব্দটোৰ পৰা উদ্ভৱ হোৱা বুলি যিসকলে কব খোজে তেওঁলোকে এই অঞ্চলৰ ঐতিহ্য তথা ভাষাৰ প্ৰকৃত স্বৰূপ নাজানে। সেই অজ্ঞতা দোষৰ বাবেহে এনে মত দাঙি ধৰে। কিছুমান চতুৰ ( ধূৰ্ত ) মানুহৰ আবাস স্থান হিচাপে গাওঁবাচক প্ৰত্যয়ৰ আগত "সিয়ান" ( হিন্দীৰ পৰা ধাৰ কৰা ) শব্দটোৰ ব্যৱহাৰ কল্পিত, অৰ্থ বিসঙ্গতিপূৰ্ণ আৰু ব্যাকৰণ দুষ্ট।

(৯) সাওকুছি ঃ দয়াৰাম পাটগিৰীয়ে ১৩৩২ চনতেই লিখা "আসামৰ সাউদ জাতিৰ পুৰাবৃত্ত" নামৰ কিতাপত লিখা আছে, "শোৱালকুছি এখন প্ৰাচীন বাণিজ্যৰ কেন্দ্ৰস্থান। পাঁচ শ বছৰ পূৰ্বে সোৱালকুছি গাৱঁৰ নাম **সাওকুছি** আছিল। দুজনা গুৰু ভটিয়াই অহা সময়ত তাতে উঠিবৰ মন কৰি নাওৰ পৰা ব্ৰহ্মপুত্ৰ নদীৰ পাৰত উঠোতে শিয়ালে হুৱা দিলে আৰু বৰ নাওৰ ঢাপৰত বহি গোটাচেৰেক নাৱৰীয়াই হোকা খাই থকা দেখি দুজনা গুৰুৱে অশুভ মনে কৰি তাত নুঠি ফিৰি গৈ নাওত উঠি ভটিয়াই যোৱা দেখি লগৰ ভকত এজনে কলে, ই সাওঁকুছি নহয়, শিয়ালকুছিহে। কালক্ৰমে সাওঁকুছিৰ পৰিবৰ্ত্তে শোৱালকুছি। ( ১৯৭৯ চনৰ ১২ জানুৱাৰী তাৰিখৰ 'অসম বাণী'ত শ্ৰীঅতুল মজুমদাৰে লিখা চিঠিৰ পৰা উদ্ধৃত )।

জনশ্ৰুতিৰ পৰা সংগৃহিত এনে ব্যুৎপত্তি বিজ্ঞানসন্মত নহয়। বৰ্তমানৰ গাওঁখনিকেই সাওকুছি বোলা হোৱা নাছিল ; বুৰঞ্জীয়ে সকিয়াই নিদিয়ে। গুৱাহাটীৰ দক্ষিণত



এখনি সাউকুচি নামৰ গাওঁ আছে। সাও শব্দৰ পৰা 'শোৱাল' হৈছে বুলি প্ৰমাণ কৰিব নোৱাৰি।

(১০) শিয়ালকুছি—নৈৰ পাৰত উপস্থিত হৈ শিয়ালৰ হোৱা শুনি কোনো এজন ভকতে 'সাওকুছি নহয় শিয়ালকুছিহে' বুলি কোৱাৰ লাগে লগে গাওঁ এখনিৰ নাম সলনি হৈ যাব নোৱাৰে।

গুৰু দুজনা ভটিয়াই অহা সময়ত এতিয়াৰ দৰে গাওঁখনিৰ দক্ষিণেৰে ব্ৰহ্মপুত্ৰ বৈ যোৱা নাছিল। হাজো ৰামদিয়াৰেহে ব্ৰহ্মপুত্ৰৰ মূল সুঁতীৰে ভটিয়াই গৈছিল। সেই সময়ত এই গাৱঁৰ দক্ষিণেৰে এটি সুঁতীহে বৈছিল, ভাটৌকুচীয়া আতাই বহুদিন এই গাওঁত বসবাস কৰিছিল। তেতিয়াও গাৱঁৰ নাম 'সুৱালকুচি হৈ আছিল। "গুৰুজনে বংশী যদুমণি ঠাই পচাত লৈ **সুৱালকুচিতে** গৰনিএ ( গ্ৰহণীয়ে ) ধৰি পৰি আছিল।" ( কথা গু. চ. পৃ ৪ ২ )

(১১) সিয়ালকুঞ্চি ঃ পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে 'সিদ্ধেশ্বৰ মন্দিৰ' শিতানত লিখিছিল—"ধৰ্মপাল ৰজাৰ দিনত অৱশ্যে এই গাৱঁৰ নাম সুৱালকুচি নাছিল। পুৰণি পুথিত এই গাৱঁৰ নাম 'সিয়ালকুঞ্চি' বুলিহে উল্লেখ কৰা দেখা যায়। 'সিয়ালকুঞ্চি'ৰ ঠাইত আজিকালি ইয়াৰ **সুৱালকুঁচি** হৈছে। এই গাৱঁৰ নাম 'সিয়ালকুঞ্চি' কিয় হ'ল আৰু কেতিয়া হল তাক জানিবৰ উপায় নাই।" ( পৃঃ ২৭৪ )

পণ্ডিত গোস্বামী দেৱে 'সিয়ালকুঞ্চি' নামটো কি পুৰণি পুথিত পালে তেখেতে নিৰ্দিষ্টকৈ লিখি থৈ নোযোৱা বাবে জানিব পৰা নহ'ল। বুৰঞ্জীবিদ্ শ্ৰীবেণুধৰ শৰ্মা ডাঙৰীয়াই 'শিয়ালকুছি' বুলিহে ৰঙালবৈৰী লাচিত ( দুৰবীন ) নামৰ প্ৰবন্ধত উল্লেখ কৰিছে। শ্ৰীশৰ্মাই উল্লেখ কৰা 'শিৱালকুছি' শব্দটো দেওথাই বুৰঞ্জীত 'শোৱালকুচি' শব্দৰ লগতে পৰৱৰ্তী বাক্যত ব্যৱহাৰ কৰা 'শিয়ালকুচি' শব্দৰ সাদৃশ্যত লোৱা বুলি অনুমান হয়।

দেওধাই বুৰঞ্জীত একেলগে থকা দুটা বাক্যত 'শিয়ালকুচি' আৰু 'শোৱালকুচি' থকাৰ পৰা একেখন গাওঁক নুবুজাবও পাৰে। কিন্তু পৰিবেশ বৰ্ণনাৰ ফালৰ পৰা একেখন গাওঁ যেন লাগে।

সিয়ালকুচি বা শিয়ালকুচি নামটোৰ বুৎপত্তি স্বকীয়। শৃগাল (Fox) শব্দৰ পৰা শিয়াল, সিয়াল হোৱা নাই।

বৰ্তমানৰ উত্তৰ বঙ্গৰ পাবনা জিলাৰ যমুনাৰ পাৰৰ ৰেলৱে আস্থান চিৰাজ গঞ্জৰ এক কি. মি. পশ্চিমে ইচ্ছামতী নদীৰ পশ্চিম পাৰে প্ৰায় একেলগে সিয়ালকোল, খুৰ্দসিয়ালকেল আৰু চকসিয়ালকোল নামে তিনিখন গাওঁ আছে ; 'বহাৰিস্থান-ই-ঘাইবীত' বোগ্ৰা জিলাৰ ঘোৰাঘাটৰ পৰা ৩২ মাইল বা ৪০ কি. মি. দক্ষিণে কৰতোৱা নদীৰ পাৰত 'সিয়াল গড়' গাৱঁৰ নাম উল্লেখ কৰিছে। এই খনেই প্ৰভাসচন্দ্ৰ সেনে History of Bogra নামৰ গ্ৰন্থত উল্লেখ কৰা 'সিয়ালকোট'। কলিকতাৰ বিখ্যাত ৰেলৱে আস্থান 'সিয়ালদহ' আৰু পাঞ্জাৱৰ 'সিয়ালকোট' ভাৰত বিখ্যাত। কামৰূপ আৰু দৰঙ্গত 'শিয়ালমাৰী' ( মাৰী-মানে গাওঁ ) নামে দুখন গাওঁ আছে। এইবোৰ বিখ্যাত ঠাইৰ নামে শৃগালতকৈ বেলেগ অৰ্থৰ পানী বা নদীৰ নিকটবৰ্তী বাসোপযোগী ঠাইকেই ( কুচি, কোল, কোট, মাৰী আদি ) বুজাইছে।

সং শীপাল ( আয়ুৰ্ব্বেদ i ১১.৪ ) মানে পানী, শেলুৱৈ থকা বিল ;

সং শেৱল ( আয়ুৰ্বেদ i ১১.৪ ) মানে পানী থকা ঠাই, বোকাময় (slimmy)

সং শেৱলিনী, শৈৱলিনী, শৈৱলিন্, শৈৱালিন্—মানে নদী,

গতিকে পানী বা নদীৰ নিকটবৰ্তী বাসোপযোগী ঠায়েই শীয়াল, শিয়াল, শিয়ল ( <শীপাল, শেৱল ) কুচি বা মাৰী বা কোট।

১২। সুশাল ( সুসাল )

এই গাওঁখনিৰ প্ৰাকৃতিক অৱস্থান মন কৰিবলগীয়া। বৰ্তমানৰ গাৱঁৰ পূব দিশত লুইতৰ প্ৰাচীৰ ৰূপে থিয় হৈ আছে বাৰাহ, মল্য আৰু সাত শৃঙ্গৰ অনন্ত পৰ্বত। "অনন্ত পৰ্বতৰ পশ্চিমে সিদ্ধেশ্বৰ গোসাঞি আছে। সেই পৰ্বতৰ নাম বাঘেশ্বৰী। তাৰ তিনি শৃঙ্গ আছে, এক শৃঙ্গ সিদ্ধেশ্বৰ,

এক শৃঙ্গ ব্যাঘ্রেশ্বৰী, এক ৰত্নেশ্বৰ।

তাৰ পশ্চিমে শ্ৰীহাটীৰ কাষৰত দুই কোষ সমন্বিতে গোবিন্দ পৰ্বত আছে। এক শৃঙ্গৰ নাম গোবৰ্দ্ধন, এক শৃঙ্গৰ নাম জ্ঞান।" (কাম বুৰঞ্জী পৃঃ ১০৮)

অতীতৰ পৰাই গাওঁখনি প্ৰাচীৰ বেষ্টিত, সুৰক্ষিত কাৰণে মীৰ্জা নাথন আৰু সত্ৰাজিতে দুৰ্গ সাজি বসবাস কৰিছিল। প্ৰাগ্‌জ্যোতিষ আৰু কামৰূ নগৰৰ নিকটবৰ্ত্তী এই সুৰক্ষিত গাওঁখনিত প্ৰাচীন হিন্দু ৰজাসকলে ব্ৰাহ্মণ সকলক সংস্থাপন কৰিছিল। তেওঁলোকে বস বাস কৰা ঠাইৰ নামটো নিজৰ সংস্কৃতিৰ লগত ৰজিতা খোৱাকৈ অৰ্থসূচক আৰ্য ভাষা মূলক শব্দেৰে গঢ়ি লৈছিল। গতিকে ব্ৰাহ্মণ অধ্যুসিত এই ঠাইৰ নামটো প্ৰাকৃতিক অৱস্থান অনুযায়ী যথাৰ্থভাৱে সংস্কৃত সুশাল (সুসাল) শব্দৰূপে আৰ্য ব্ৰাহ্মণসকলে গঢ়ি লৈছিল।

সু—মানে সংস্কৃতত প্ৰকৃত, যোগ্য, উত্তম, সুন্দৰ, ভাল, ইত্যাদি। (সাধাৰণতে উপসৰ্গৰ দৰে বিশেষণৰূপে ব্যৱহাৰ হয়।

শাল (বিকল্পে সাল)—মানে আবেষ্টনি (an enclosure), দুৰ্গৰ প্ৰাচীৰ (rampart), গড় (wall)।

অৰ্থাৎ উত্তম (সু) প্ৰাচীৰ (সাল>আল) আবৃত বাসোপযোগী ঠাই (কুসিত>কুচি)। অতীত বৰ্তমানৰ গাওঁখানিৰ প্ৰাকৃতিক অৱস্থানে অৰ্থাৎ পৰ্বত আৰু নৈৰে পৰিবেষ্টিত সুন্দৰ দুৰ্গ সদৃশ অৱস্থিতিয়ে সুশাল (>সুআল>সুৱাল) নামটি সাৰ্থক কৰি তোলে। গতিকে সুৱালকুচি'ৰ মূল সংস্কৃত 'সুশাল কুসিতঃ'—এই ভূখণ্ডত আৰ্য বসতি হোৱাত ব্ৰাহ্মণসকলে মনঃ পুতকৈ দি লোৱা নাম।

'সোৱাল' (বঙালী ভাষাত ৱ নাই বাবে য় লিখি বঙালী কেৰাণীসকলে প্ৰথমে সোয়াল লিখিছিল) শব্দটি 'সুৱাল' (<সুশাল) শব্দটোৰ উচ্চাৰণ সাপেক্ষ ভিন্নৰূপ মাথোন। পৰবৰ্তী শব্দাংশত 'আ' নিম্ন কেন্দ্ৰীয় স্বৰধ্বনি থকা বাবে আগৰ শব্দাংশত থকা পশ্চাৎ উচ্চস্বৰ 'উ'—পশ্চাৎ উচ্চ-মধ্যস্বৰ ও ধ্বনিৰূপে উচ্চাৰিত হোৱাটো উচ্চাৰণ সন্মত কথা বাবেই মানুহৰ মুখত সুৱাল (<সুশাল) শব্দটোৱেই 'সোৱাল' শব্দ ৰূপে উচ্চাৰিত হয়।

গতিকে ওপৰৰ আলোচনাৰ পৰা বুজা যায় যে গাওঁখনিৰ নামৰ ভৌগলিক সাৰ্থকতা, ঐতিহাসিক পৰম্পৰা আৰু ভাষাতত্ত্বৰ ফালৰ বিশ্লেষণৰ পৰা দন্ত্য 'স' থকা 'সুৱালকুচি' নামটোহে যুক্তিসঙ্গত। বৰ্তমানে শুধৰণিৰ নামত ভুলকৈ তালব্য 'শ' লিখি অতীত পৰম্পৰাৰ পৰা আঁতৰি 'শুৱালকুছি' লিখাটো অযুক্তিসঙ্গত। গতিকে প্ৰকৃতাৰ্থত গাওঁখনিৰ নাম **সুৱালকুচি** হে।

# শুৱালকুছিৰ সিদ্ধেশ্বৰ দেৱালয়

**শ্ৰীচতীন্দ্ৰনাথ শৰ্ম্মা**

"নৃপং দৰিদ্ৰং হয়-হস্তী-কীটং
কালেন ব্যাপ্তং পৰিক্ষিপ্য উৰ্দ্ধং।
যো বৈ বিধত্তে পৰিমাপ্য বিশ্বম্
কালায় তস্মৈ সততং নমামঃ॥"

"যি মহাকালৰ পাশতি চাৱত ৰজা দৰিদ্ৰকে আদি কৰি হাতী, ঘোৰা, কীট-পতঙ্গলৈ সকলোৱে এবাৰ তললৈ এবাৰ ওপৰলৈ উঠি খেলাৰ পুতলা হৈ জীয়াতু ভুগি শেহান্তৰত এক পৰমাত্মাতে বিলীন হৈ গৈছে সেই মহাকালক নমস্কাৰ"। কাল তুমি নিৰবধি। কালৰ পুতলা আমি নিতে নিতে খেলো নতুনৰ খেলা। পুৰণিক হেৰুৱাই পেলাওঁ। অথচ পুৰণিয়ে নৱৰূপে নতুনৰ ৰহণ সানি নৱৰূপ লয় আমাৰ অজ্ঞাতে।

অতীতৰ সোঁৱৰণেই ইতিহাস। কালৰ কুটিল গতিত লয় হৈ গৈছে বহুতো সত্য। প্ৰতিটো শিলগুটিতেই গঠা আছে একোখন বিশ্বৰ ৰহস্য-ৰহস্যময়ী বুৰঞ্জী। শুৱালকুছিৰ পশ্চিম প্ৰান্তত অৱস্থিত মহাপ্ৰভু শ্ৰীশ্ৰীসিদ্ধেশ্বৰ দেৱালয় তাৰেই এটা জলন্ত নিদৰ্শন। সিদ্ধেশ্বৰ দেৱালয়ৰ দৰে ঐতিহ্যমণ্ডিত এই প্ৰাচীন দেৱালয়খনৰ অতীতৰ পূৰ্ণ পাঠোদ্ধাৰ সহজসাধ্য নহয় যদিও এইটো বাস্তৱ সত্য যে—শুৱালকুছি আৰু মহাপ্ৰভু শ্ৰীশ্ৰীসিদ্ধেশ্বৰ দেৱালয়ৰ সম্বন্ধ এটা টকাৰ দুটা পিঠিৰ দৰে। শুৱালকুছি আৰু ইয়াৰ আশে পাশে থকা সকলো ঠাইৰে সকলো দিশতে শ্ৰীশ্ৰীসিদ্ধেশ্বৰ দেৱালয়ে এটা বিশেষ প্ৰভাৱ বিস্তাৰ কৰিছে। এই গাঁওখন যে দেৱালয়ৰ পুৰণি ঐতিহ্য লৈয়ে গঢ়ি উঠিছে ই ধ্ৰুৱ।

অসমৰ মানচেষ্টাৰ শুৱালকুছি দূৰ অতীতৰে পৰা মানুহৰ কৌতুহলৰ বস্তু হৈ আছে। শুৱালকুছি নামৰ উৎপত্তি সম্বন্ধেও আলোচনাৰ আত এতিয়াও চিঙা নাই। মন্দিৰটোৰ লগতে মহাদেৱৰ ওপৰিও সূৰ্য্য-বিষ্ণু, বুদ্ধ আদিক পণ্ডিত সকলে জড়িত কৰিছে।

এদল পণ্ডিতে বুদ্ধদেৱৰ পৰিনিৰ্ব্বান হাজোৰ কুশবনকে আঙুলিয়ায়। অৱশ্যে এইটো ঠিক যে হাজোক কেন্দ্ৰ কৰি কুলহাটী, বংশৰ আদিকে ধৰি শুৱালকুছিৰ এই বিৰাট ভূখণ্ডত বুদ্ধদেৱৰ বিশেষ প্ৰভাৱ পৰিছিল। নহলেনো প্ৰতিবছৰে মাঘ ফাগুন মাহত হাজো, সিদ্ধেশ্বৰ আৰু ধাৰেশ্বৰ দেৱালয়ত ভূটীয়া সকলে মহামুনি দৰ্শন কৰিবলৈ আহে কিয়? আনহাতে আমি বেছি দূৰলৈ নগলেও খৃঃ পূঃ তিনি শতিকাত অশোক আৰু কনিষ্ক আদি ৰজা সকলে বৌদ্ধধৰ্ম্ম গ্ৰহণ কৰি ইয়াৰ প্ৰচাৰৰ বাবে বিশেষ ব্যৱস্থা গ্ৰহণ কৰিছিল। পৰ্ব্বত, পাহাৰ, ৰাস্তাৰ দাঁতি কাষত বৌদ্ধৰ ধৰ্ম্মবাণী আৰু বুদ্ধৰ মূৰ্ত্তি কাটি থুৰিছিল। ফলত বৌদ্ধ ধৰ্ম্ম দেশ আৰু বিদেশৰ চাৰিওফালে প্ৰৱলভাৱে বিয়পি পৰিছিল। সেই সময়ত হিন্দু ধৰ্ম্ম মৃত প্ৰায়; আৰু যিখিনি হিন্দু বৰ্ত্তি আছিল তাতো অনেক বৌদ্ধ ধৰ্ম্মৰ প্ৰভাৱ পৰিছিল। কিন্তু সকলোৰে দিন সমানে নেযায়। এই প্ৰৱল প্ৰতাপী বৌদ্ধ ধৰ্ম্মৰ মাজতো কেৰোণে

দেখা দিলে। ইয়াৰ ফলস্বৰূপে এই ধৰ্ম্মৰ মাজতো দুটা পন্থাৰ সৃষ্টি হ'ল---হীনযান আৰু মহাযান। বৌদ্ধ ধৰ্ম্মৰ মাজত ব্যাভিচাৰৰ সৃষ্টি হৈ বৌদ্ধ বিহাৰবিলাক নাচ গানৰ কেন্দ্ৰ হৈ পৰে। হাজোৰ নাট মন্দিৰ তাৰে এটা উৎকৃষ্ট নিদৰ্শন। ডুবিৰ দেৱদাসী নৃত্যও বৌদ্ধধৰ্ম্মৰে অৱদান বুলি ক'ব পাৰি। বৰ্ত্তমান ভাৰতৰ বিভিন্ন নদীৰ পাৰত হোৱা মেলাসমূহ আগৰ কালৰ ৰজা-মহাৰজাসকলৰ দিনত হোৱা বৌদ্ধ মহামেলাৰ নতুন সংস্কৰণ। ৭ম শতিকাত (৬০৮ শকাব্দ) দাক্ষিণাত্যত শঙ্কৰাচাৰ্য্যৰ আৱিৰ্ভাৱ হোৱাটো ভাৰত বুৰঞ্জীৰ এটা উল্লেখযোগ্য ঘটনা যি জনাৰ যত্নত মৃত হিন্দু ধৰ্ম্মই পুনৰ ঠন ধৰি উঠে। তেখেতে প্ৰথমতে হিন্দু ধৰ্ম্ম সু-প্ৰতিষ্ঠিত কৰি উত্তৰ ভাৰতৰ বিভিন্ন বৌদ্ধ বিহাৰত বৌদ্ধ ভিক্ষুসকলক শাস্ত্ৰ বিচাৰত পৰাজিত কৰে। আৰু লাহে লাহে বৌদ্ধধৰ্ম্মৰ গৃহকন্দলৰ সুযোগ লৈ মানুহৰ মন হিন্দু ধৰ্ম্মৰ প্ৰতি আকৃষ্ট কৰে। বৌদ্ধ বিহাৰবোৰ লাহে লাহে হিন্দু মন্দিৰলৈ ৰূপান্তৰিত হোৱা কথা "শঙ্কৰ দিগ্বিজয়ত" উল্লেখ আছে। সিদ্ধেশ্বৰ দেৱালয়ো সেই সময়ত বৌদ্ধ ধৰ্ম্মৰ কেন্দ্ৰ হৈ পৰাটো অস্বাভাৱিক নহয়। সিদ্ধেশ্বৰ দেৱালয়ৰ নামনিতে থকা সুবান্দু বিয়ে বুদ্ধৰ শেষ শিষ্য সুৱান্দকে সোঁৱৰায়। পৰৱৰ্ত্তী কালত ধৰ্মক্ষেত্ৰবোৰ পুনৰ হিন্দু ধৰ্মই অধিকাৰ কৰাৰ সময়তে এই দেৱালয়খনো পুনৰ হিন্দু তীৰ্থক্ষেত্ৰত পৰিণত হয়। তত্ত্ববিদ ৰাজমোহন নাথে সিদ্ধেশ্বৰ মন্দিৰক গুপ্ত সভ্যতাৰ আৱদালত শৈৱমন্দিৰলৈ ৰূপান্তৰিত হোৱা বুলি মত পোষণ কৰে।

শ্ৰীশ্ৰীসিদ্ধেশ্বৰ দেৱালয়ৰ পুৰণি হেৰোৱা বুৰঞ্জী উদ্ধাৰ কৰিবলৈ যাওঁতে তামৰফলি, শিলালিপি, পেৰাকাকত আৰু কিছুমান কিংবদন্তিৰ কথা অনুধাৱন কৰি মহাপ্ৰভু শ্ৰীশ্ৰীসিদ্ধেশ্বৰ দেৱালয়ৰ এটা চমু ইতিহাস জানিব পাৰি। বৰ্ত্তমান দেৱালয়ৰ পৰিচালনা সমিতিৰ হাতত থকা এখন তামৰ ফলিৰপৰা গাওঁখনৰ চাৰিসীমা, বৰদেউৰী, ব্ৰাহ্মণ, পাঠক, পাইক, মালি, তাঁতী আঠপৰীয়া আৰু মাটীবাৰীৰ সম্বন্ধে বহুকথাই জানিব পাৰি। তাৰ বিবৰণীত দক্ষিণে লোহিত, পুবে মাটিপৰ্ব্বত ঢোৱাৰ সত্ৰ (?), পশ্চিমে দীঘিৰ পাৰ আৰু উত্তৰে বঙ্গেসৰৰ সীমা। ছয়জন পূজাৰী ব্ৰাহ্মণ (ৰামজীৱন, কৰ্ণপুৰ, কবিন্দ্ৰ, কাসিনাথ, বিদ্যাবিনোদ, সতানন্দ), পাঠক তিনিজন (লখিপতি, গোপাল, ভৱনাথ) ৰ নাম উল্লেখ আছে। ইয়াৰ বাহিৰেও ফুল, মালা, বাচন-বৰ্ত্তন বা অন্যান্য কামকাজ কৰিবৰ বাবে "চান্দৰায়ন, ৰাম-হৰি; ৰামভদ্ৰ, গাউসুৰা, কলাই, দহাক্ৰি, ঘামৰু, গুবিন্দ, আৰিয়া, গোৰা আদি লোকসকলৰ নাম উল্লেখ আছে। সিদ্ধেশ্বৰ দেৱালয়ৰ ভূমি দানৰ তামৰ ফলিত ৰজা শিৱ সিংহই তৰুণ দুৱৰা বৰফুকন মন্ত্ৰীৰ দিনত শুৱালকুছি সিদ্ধেশ্বৰ দেৱালয়ৰ বাবে বৰ বংশৰ পৰগণাত আগতে গদাধৰ সিংহই আৰু বুঢ়া জনা ৰজাই ১৬০৯ শকত দিয়া ভূমিদানৰ ফলি নষ্ট হোৱাত শিৱ সিংহ ৰজাই বৰ্ত্তমানৰ ফলিৰে পুনৰ মাটি আৰু পাইক আৰু দিছে। এই ফলিত ওচৰৰ সত্ৰৰ মেধী, ভকতসকলক গায়নে বায়নে তিথি পৰ্ব্ব আদিত নৈবেদ্যাদি দি গীত-বাদ্যাদি কৰিবলৈ দিয়া ৰাজ আদেশ চকুত লগা বিধৰ। ইয়াতে শ্ৰীশ্ৰীসিদ্ধেশ্বৰ দেৱালয়ৰ তামৰ ফলিৰ এটা চানেকী দাঙি ধৰিব পাৰোঁ—

"শ্ৰীশ্ৰীসিদ্ধেশ্বৰ

স্বস্তি শ্ৰীসিদ্ধেশ্বৰ দেৱস্য দত্তৈ তৎবৃঁত্তি তোষকঃ
প্ৰসাদঃ পালকং পাতু সহৰাজ্যং নৰাধিপং।
তদ্ৰায়স্ত দদৌ যৎ শ্ৰীধৰ্ম্মপালোজ বংশজঃ
শ্ৰীগদাধৰ সিংহশ্চ ভূপেশঃ শক্ৰ বংশজঃ।
শ্ৰীসিদ্ধেশ্বৰ ধূৰ্জ্জটেৰহৰহঃ সেবাদি বৃঁত্তি প্ৰদং
তাম্ৰ পত্ৰমিদং শিৱায় বিদধে প্ৰাগ্দত্তৰ্ন্নোঙ্কিতং
স্বস্তি শ্ৰীশিৱসিংহ স্বৰ্গ নৃপতেৰাদেশতো যজ্‌ৱান
মন্ত্ৰী শ্ৰীতৰুণঃ সুসেৱি দুৱৰা বংশ্যো বৃহৎফুকনঃ।"

উত্তৰ সৰুবংশৰ মৌজাৰ শুৱালকুছি গাঁৱত সিদ্ধেশ্বৰ শিৱ মন্দিৰ যি ঠাইত অৱস্থিত সেয়ে যোগিনী তন্ত্ৰত (২, ৯, ১২৯) উল্লেখ কৰা বিন্ধ্যাচল বা সিদ্ধ্যাচল। আৰু এই মন্দিৰৰ দেৱতা সিদ্ধেশ্বৰ বুলি যোগিনী তন্ত্ৰৰ (২, ৮, ২৯) শ্লোকত উল্লেখ আছে। গেজেটিয়াৰৰ মতে এই মন্দিৰটো ১৭২৯ চনত পুনৰ নিৰ্ম্মাণ কৰা বুলি কোৱা আছে।

পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে শিলৰ ফলি প্ৰৱন্ধত নিম্ন



উল্লেখিত পাঠখিনি দিছিল। ১৮৯৭ চনৰ বৰভূইকঁপৰ ফলত সিদ্ধেশ্বৰ মন্দিৰ খহি পৰে আৰু শিলৰ ফলিখনো নষ্ট হয়। গতিকে পণ্ডিত গোস্বামীদেৱে তাৰ সম্পূৰ্ণ পাঠ উদ্ধাৰ কৰিব নোৱাৰিলে।

"ৰজা ৰাজেশ্বৰ সিংহ, পাত্ৰ দশৰথ দুৱৰা বৰফুকন। বিগ্ৰহ সিদ্ধেশ্বৰ মহেশ্বৰ, তাৰিখ ১৮৮৬ শক, স্থান শুৱালকুছি। শিলালিপিৰ এটা চানেকি দিয়া হল—

"শ্ৰীৰাম··· ··· ···
৮? স্বস্তি··· ··· ··· কাৰ
··· ··· ··· চাৰণ চাৰণ
··· ··· ··· জিত্বৰ প্ৰতুল
··· ··· ··· তিমিৰ বাসৱ বংশ বতংশ

শ্ৰীশ্ৰীমৎ······ৰ সিংহ নৰেন্দ্ৰ পাদযট পদ বিপক্ষ ক্ষয়··· তীক্ষ্ণ কাক্ষেয়···মহামহিম নিসসীম···ভীম বিক্ৰম স্বৰ্গা-বতাৰা বধি···বংশাৱতাংশ শ্ৰীমদনুজ দুৰা বৃহৎ ফৰুন স্বন্নি দেশতঃ শ্ৰীসিদ্ধেশ্বৰ মহেশ্বৰস্য প্ৰাসাদ মিমমৰ চয়ন্ত্ৰ মৱসু— ৰসেন্দু শাকে··· ॥ ১৬৮৬ ॥

ওপৰত উল্লেখ কৰা সকলোবোৰ তামৰ ফলি আৰু শিলালিপিক একোখন ঘোষণাপত্ৰ বুলি কব পাৰি। এই ফলিবোৰত প্ৰকাশ পোৱা ঘোষণাৰ যোগেদি দেৱালয়ৰ সকলোবোৰ পৰিচালনাৰ কাম ভাগে ভাগে নিয়াৰিকৈ সম্পন্ন হৈছিল।

## পূজা সেৱা

কালজয়ী মহপ্ৰভু সিদ্ধেশ্বৰ দেৱালয়ৰ পূজা সেৱা আৰু নিত্য ভোগ প্ৰসাদ আদি লৈ লক্ষ্য কৰিলে বৈষ্ণৱ যুগৰ প্ৰভাৱ ভালকৈয়ে মন কৰিব পাৰি। সকলো ক্ষেত্ৰতে বাবা সিদ্ধেশ্বৰৰ বৈশিষ্ট্য মনকৰিবলগীয়া। কোনো ক্ষেত্ৰতে এই দেৱালয়ৰ লগত অন্য কোনো ধৰ্ম্মীয় অনুষ্ঠানৰ তুলনা নহয়। সেইবাবে কালজয়ী সিদ্ধেশ্বৰ আজিও সকলো ধৰ্ম্মীয় লোকৰ কাৰণে চিৰ নমস্য। অসমৰ অইন অইন দেৱালয়ৰ মন্দিৰত যেনেকৈ লিঙ্গ পূজাত প্ৰাধান্য দিয়া হয়, সিদ্ধেশ্বৰ মন্দিৰত কিন্তু লিঙ্গপূজাৰ প্ৰাধান্য নাই। আনহাতে এই মন্দিৰত একেলগে শিৱলিঙ্গ আৰু বিষ্ণুমূৰ্ত্তি থকাতো এটা মন কৰিবলগীয়া কথা। হিন্দু শাস্ত্ৰ মতে বিষ্ণু আৰু শিৱ দুয়োটা বেলেগ শক্তি। গতিকে দুয়োটা মূৰ্ত্তিকে একেলগে থাপনা কৰাটো বিসদৃশ যেন লাগে। কিন্তু বৈষ্ণৱ ধৰ্ম্মৰ প্ৰভাৱৰ পৰা এই দেৱালয় সাৰি যাব পৰা নাছিল। কথিত আছে যে সিদ্ধেশ্বৰৰ শিৱ মন্দিৰ সাজোঁতে কণীৰ কড়াল আৰু মাগুৰ মাছৰ তেজ ব্যৱহাৰ হৈছিল। যিহেতু শিৱ নিৰামিষ সেই বাবে মন্দিৰ চুৱা যোৱা বুলি ৰজাই সপোনতে দেখা পালে। তেতিয়াৰ পৰা মন্দিৰত শিৱৰ পূজা বন্ধ হয় আৰু সভাঘৰৰ শিৱ লিঙ্গৰ ওপৰত পূজা হয়। মন্দিৰৰ পূজাৰীসকলৰ ধ্যান মন্ত্ৰৰ পৰা জনা মতে দেৱালয়ত প্ৰতিষ্ঠিত শিৱ লিঙ্গতো হ'ল তৎপুৰুষ মহাভৈৰৱ। শিৱৰ অনেক ৰূপৰ ভিতৰত এই ৰূপটোৱেই শ্ৰেষ্ঠ ৰূপ আৰু ই সম্পূৰ্ণ নিৰামিষ। ঈশ্বৰ শ্ৰীশ্ৰীসিদ্ধেশ্বৰ দেৱালয়ত বৰ্ত্তমান দেখা যায় শিৱ আৰু দুৰ্গাৰ একে ঠাইতে একেলগে অৱস্থান। ইতিহাসৰ পম খেদি গলে জানিব পাৰি যে শিৱ সিংহ ৰজাৰ দিনত শাক্ত ধৰ্ম্ম ৰাজ ধৰ্ম্ম হৈছিল। বৰ ৰাণী ফুলেশ্বৰীয়ে শাক্ত ধৰ্ম্ম প্ৰচাৰৰ কাৰণে প্ৰজাসৱক বলপূৰ্ব্বক হলেও বলিৰ তেজৰ ফোট দি শাক্ত ধৰ্ম্মত দীক্ষিত কৰিছিল। ৰাজ্যৰ সকলো ঠাইতে যাতে শাক্ত ধৰ্ম্মৰ প্ৰচলন হয় তাৰ বাবে সকলো পন্থা অৱলম্বন কৰিছিল। ডুবিৰ পৰিহৰেশ্বৰ দেৱালয়তো বৰ ৰাণী ফুলেশ্বৰীয়ে দুৰ্গাৰ প্ৰতিমা স্থাপন কৰাৰ প্ৰমাণ পোৱা যায়। শ্ৰীশ্ৰীসিদ্ধেশ্বৰ দেৱালয়ৰ সভাঘৰত স্থাপন কৰা দুৰ্গা প্ৰতিমাখন সেই সময়তে স্থাপন কৰা বুলি ভাবিব পাৰি। দেৱালযসমূহত বিভিন্ন সময়ত বিভিন্ন ধৰ্ম্মৰ ৰজা-মহাৰজাসকলে কৰা পৃষ্ঠপোষকতাৰ বাবে সৰ্ব্ব ধৰ্ম্মৰ সমন্বয় হোৱা পৰিলক্ষিত হয়। পূজাৰী ব্ৰাহ্মণসকলে দেৱালয়ত দৈনিক পূজা-পাতল কৰাৰ সময়তে পাঠক ব্ৰাহ্মণসকলে দেৱালয়ত নীলকণ্ঠ পাঠ কৰিছিল।

এই দেৱালয়ৰ উৎসৱৰ ভিতৰত শিৱৰাত্ৰি, দৌলযাত্ৰা আৰু দুৰ্গোৎসৱ পূজাই প্ৰধান। উৎসৱবিলাকত ভক্ত-সকলৰ যথেষ্ট ভিৰ হয়। ইয়াৰ বাহিৰেও অশোকাষ্টমীত বিষ্ণুমূৰ্ত্তিক গুৰু আসনত সজাই পৰাই ভক্তসকলে গায়নে

বায়নে বেঢ়ি ভক্তসকলৰ দৰ্শনৰ কাৰণে আৰু মহাপ্ৰভুক গঙ্গাৰ পৱিত্ৰ জলেৰে স্নান কৰাবলৈ ব্ৰহ্মপুত্ৰৰ পাৰলৈ নিয়ে। আৰু—"অশোকাঞ্চ, বিষ্ণুকাঞ্চ, নন্দকো, পুষ্পৱৰ্দ্ধনাৎ, হংসাস্যৰ হয়গ্ৰীৱ, অশোকায় নমো নমঃ" এই মন্ত্ৰ উচ্চাৰণ কৰি মহাপ্ৰভুক স্নান কৰোৱায়। কথিত আছে যে এই মহাষ্টমী তিথিত গঙ্গাৰ এধাৰ পানী ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰেৰে বৈ আহে। এই পানীত—"ব্ৰহ্মপুত্ৰ, মহাভাগ শান্তনু, কুলনন্দন, অমোঘ, গৰ্ভসম্ভূতে, পাপং, লৌহিত্যং মেহৰ" এই মন্ত্ৰ পূত কৰি স্নান কৰিলে ভক্তসকলে সকলো পাপৰ পৰা পৰিত্ৰাণ পায় আৰু এই পৱিত্ৰ পানীত অশোক ফুলৰ কলি খালে ৰোগ শোকৰ পৰা নিষ্কৃতি পায়। দোল উৎসৱতো মহাপ্ৰভু বিষ্ণুকহে হোলি খেলাবৰ বাবে ভক্তসকয়ল গায়নে-বায়নে ঘুন্দুচাৰ বাৰীলৈ নি যথামত উৎসৱ পালন কৰে। এই দেৱালয় সম্পূৰ্ণ নিৰামিষ যদিও শিৱৰাত্ৰী আৰু মহাষ্টমী পূজাৰ দিনা আমিষৰ নামত বগা কোমোৰা আৰু মাটি মাহৰ দালিৰ ভোগ কৰা হয়। ইয়াৰ তাৎপৰ্য বুজা নেবায় যদিও বছৰৰ ভিতৰত শক্তিক অন্ততঃ দুদিন স্বীকৃতি দিয়াটোকে বুজায় যেন অনুমান হয়। ইয়াৰ বাহিৰেও বুদ্ধপূৰ্ণিমাৰ দিনা আয়তী সকলৰ দেৱালয়ত কৰা নাম প্ৰসঙ্গ বিশেষ তাৎপৰ্য্যপূৰ্ণ; ইয়ে বৌদ্ধ ধৰ্মৰ লগত থকা পুৰণি সম্পৰ্ক এটা দাঙি ধৰে।

দেৱালয় পৰিচালনা কৰা বৰদেউৰী (পূজাৰী), পাঠক, আঠপৰীয়া, পাইক, ঢুলীয়া আদিয়ে পুৰণিকালৰ পৰা ৰাজ-অনুগ্ৰহ পাই আহিছে। তেখেতসকলক পদমৰ্য্যাদা অনুসৰি নিষ্কৰ ভূমিদান কৰিছিল। তাৰ বিনিময়ত তেওঁলোকে নিজ নিজ সেৱা আগবঢ়াব লাগিছিল। দেৱালয়ৰ পূজা সেৱাৰ বাবে দিয়া মাটি-বাৰী বা আন সম্পত্তিৰ মালিক দলৈ। তেখেতেই দেৱালয়ৰ সকলো পূজা, সেৱা বা বাহিৰা সকলো দায়িত্ব বহন কৰে। বৰদেউৰী বা অন্যান্য বিষয়-বৰীয়াসকলে পালপাতি নিজ নিজ দায়িত্ব বহন কৰে। এই বৰদেউৰীসকলেই দেৱালয়ৰ সৰ্ব্বময় কৰ্ত্তা আছিল বুলি কব পাৰি। কিয়নো দলৈক তেওঁলোকে ইচ্ছামতে গণতান্ত্ৰিক পদ্ধতিৰে ভঙা পতা কৰিব পাৰিছিল। বৰ্ত্তমান ১৭ (সোতৰ) ঘৰমান বৰদেউৰী আছে। আগৰ দলৈসকলৰ ভিতৰত ৺কমলেশ্বৰ শৰ্ম্মা, ৺যজ্ঞনাথ শৰ্ম্মা আৰু হংস নাথ শৰ্ম্মা দলৈৰ নাম বিশেষভাৱে উল্লেখ কৰিব পাৰি।

১৯৬৭ চনত পাচ কৰা Religions Act মতে চৰকাৰে দেৱালয়ৰ সকলো সা-সম্পত্তি চৰকাৰীকৰণ কৰিলেও বৰদেউৰী বা অন্যান্য বিষয়ববীয়াসকলক প্ৰাপ্য সন্মানৰ পৰা বঞ্চিত কৰা নাই। বৰ্ত্তমানৰ দেৱালয়বোৰৰ পৰিচালনা সমিতিৰ সভাপতিক ধৰি মুঠ আঠ জন (দৰ্কাৰ বিশেষে সদস্য সংখ্যা বঢ়াব পাৰি) সদস্যৰ ভিতৰত এজন সম্পাদক বা দলৈ, দুজন সদস্য বৰদেউৰী, দুজন ৰায়তৰ সদস্য, দুজন সৰ্ব্বসাধাৰণ ৰাইজৰ সদস্য আৰু সভাপতি জন যিকোনো কালৰে ৰাইজৰ পৰা হব পৰা নিয়ম আছে।

বৰদেউৰী বা পূজাৰীসকলৰ আতিগুৰিৰ বিষয়ে অনুধাৱন কৰি চালে জনা যায় ভৰদ্বাজ ঋষিৰ গোত্ৰৰ ব্ৰাহ্মণসকল সিদ্ধেশ্বৰ দেৱালয়ৰ সেৱা-পূজাৰ বাবে নিয়োজিত হৈছিল। ইয়াৰ বাহিৰেও দেৱালয়ত পাঠ আদি কৰিবলৈ আৰু এটা বেলেগ শাখাৰ ব্ৰাহ্মণক দেউৰীৰ দায়িত্ব দিছিল। বৰ্ত্তমান ৺হংসনাথ শৰ্ম্মা দলৈৰ বংশধৰ-সকলেই এইটো শাখাৰ। বৰ্ত্তমান আমাৰ হাতত থকা পুৰুষনামাৰ সূৰ্য্যবৰ বিপ্ৰ আৰু বুৰঞ্জীৰ আঁত ধৰি ডঃ সূৰ্য্যকুমাৰ ভূঞাৰ "অসম বুৰঞ্জী"ত উল্লেখিত কাষ্ঠকুজৰ পৰা অহা সূৰ্য্যবৰ বিপ্ৰ একেজন বুলি নিশ্চয় কব পাৰি। দেৱালয়ৰ তামৰ ফলিত উল্লেখ কৰা—ৰামজীৱন কৰ্ন্নপুৰ, কবীন্দ্ৰ, কাসিনাথ, বিদ্যাবিনোদ আৰু সতানন্দ আদি দেউৰী ব্ৰাহ্মণসকল সূৰ্য্যবৰ বিপ্ৰৰ তৃতীয় আৰু চতুৰ্থ পুৰুষ। সূৰ্যবৰ বিপ্ৰক পুৰুষনামাৰ পৰা (বৰ্ত্তমান ১৬ পুৰুষ চলি আছে) ১২শ শতিকাত অহা বুলি কব পাৰি। শুৱালকুছিৰ ব্ৰাহ্মণসকলক কিছুমানক বাসন্তবীয়া আৰু কিছুমানক বাসন্তীয়া ব্ৰাহ্মণ বোলে। ইয়াতে মুঠ পাচথন দেৱালয়ৰ বৰদেউৰী আছে—"সিদ্ধেশ্বৰ, ভৃঙ্গেশ্বৰ, পাণ্ডুনাথ, উগ্ৰতাৰা আৰু কামাখ্যা।" (ঋক বেদৰ ব্ৰাহ্মণ ভাগত চালে দেখা যায় যে কিছুমান ব্ৰাহ্মণ দেৱপূজক আৰু কিছুমান যাজনিক—অৰ্থাৎ বিয়া শ্ৰাদ্ধাদি কৰে। দেৱপূজক ব্ৰাহ্মণসকলে শ্ৰাদ্ধাদি নকৰিছিল। এই দেৱপূজক ব্ৰাহ্মণ সকলক বাসন্তবীয়া ব্ৰাহ্মণ বোলে। এই বাসন্তবীয়া ব্ৰাহ্মণ-সকলেই দেৱপূজাৰ সকলোতে আগ স্থান পাইছিল।)

আগৰ ৰজা-মহাৰজাসকলৰ দিনত এই দেৱালয় সমূহৰ প্ৰতি থকা দৃষ্টিভঙ্গি আজি সলনি হ'ল। ১৯৬৭ চনত নিৰ্দ্ধাৰণ কৰা চৰকাৰৰ আইন অনুসৰি মঠ-মন্দিৰসমূহৰ সকলো সা-সম্পত্তি চৰকাৰে অধিগ্ৰহণ কৰিলে। তাৰ ফলত দেৱালয়সমূহৰ সকলো আয় চৰকাৰৰ হাতলৈ গ'ল। বৰ্ত্তমান চৰকাৰে দেৱালয়সমূহৰ পৰিচালনাৰ কাৰণে বছৰি (কিছুমান দেৱালয়ৰ ক্ষেত্ৰত) যি অনুদান দিয়ে সি নিচেই সামান্য। তাৰ ফলত এই ঐতিহ্যমণ্ডিত দেৱালয়সমূহ বিস্মৃতিৰ বুকুত জাহ যাবৰ উপক্ৰম হৈছে। শুৱালকুছিৰ সিদ্ধেশ্বৰ দেৱালয়ৰ অৱস্থাৰ বৰ্ত্তমান শোক লগা। দেৱালয়ৰ মুঠ ১৩৪৫/১ লেচা মাটিৰ ভিতৰত ১৩৩৭/১ লেচা মাটি চৰকাৰে অধিগ্ৰহণ কৰিলে। বাকী বিগ্ৰহৰ চাৰিও-ফালে যি ৮ বিঘা মাটি চৰকাৰে দেৱালয়ৰ নামত দিছিল সিও বৰ্ত্তমান প্ৰায় বেদখলকাৰীৰ কৱলত। বছৰি পোৱা সামান্য অনুদান ৬৬২'০০ (ছয়শ বাসষ্ঠি) টকাৰে দেৱালয়ৰ নিত্য পূজা-সেৱাৰ কাম চলে কেনেকৈ? গতিকে চৰকাৰে এই দেৱালয়সমূহৰ ক্ষেত্ৰত এটা নতুন নীতি গ্ৰহণ কৰি পূৰ্ব্বপুৰুষসকলৰ এই মহান অতীত গৌৰৱ জীয়াই ৰখা বলিষ্ঠ ভূমিকা লব লাগে। অন্যথাই এই যুগমীয়া কীৰ্ত্তিসমূহ অচিৰে কালৰ বুকুত হেৰাই যাব। জয়তু বাবা সিদ্ধেশ্বৰ!



# শুৱালকুছিৰ চাৰুকলা

শ্ৰীমাধৱ বৈশ্য

আত্মা আত্মীয়তাৰ কাৰণেই ব্যাকুল। চতুৰ্দিশৰ আত্মীয়তাৰ মাজেৰে নিজক প্ৰকাশ কৰিবৰ কাৰণে তাৰ ভিতৰত বিপুল প্ৰকাশ বেদনা উদয় হৈ নিজ কাৰ্য্য সমাপন কৰে। এই প্ৰকাশ বেদনাৰ, এই উদয়ৰ অভিব্যক্তিয়েই হৈছে চিত্ৰকলা, মূৰ্তিকলা, নৃত্যকলা, সাহিত্যকলা ইত্যাদি। এই উদয়ৰ নানা ৰং; এই বেদনাৰ শোণিমা আদি যেতিয়া বগা কাগজত নানাৰসে বোলাই দিয়ে, নানা ৰঙে ৰঞ্জিত কৰে;—ৰূপভেদ, প্ৰমাণ, ভাৱ, লাৱণ্য, সাদৃশ্য আৰু বৰ্ণিকাভঙ্গই সুন্দৰ সমুজ্জ্বল এটি অপৰূপ ৰূপৰ পূৰ্ণ নিদৰ্শন দাঙি ধৰে তেতিয়াই সি হৈ পৰে চিত্ৰপট। চিত্ৰ হয় তেতিয়া—যেতিয়া শিল্পীৰ অন্তৰ্নিহিত উদয় বেদনা, প্ৰকাশৰ বেদনা ছন্দৰ নিয়মেৰে গাঁথি অন্তৰ বাহিৰ দুইৰূপে নিজক সংযত কৰি ৰসোদয়ত পৰিণত কৰে। সেয়েহে শব্দচিত্ৰ হৈ পৰিল কবিতা, দৃশ্যচিত্ৰ হৈ পৰিল পট আৰু মূৰ্তি।

এই প্ৰবন্ধটিত শুৱালকুছিৰ চাৰুকলা সম্পৰ্কে চমুকৈ আলোচনা কৰা হ'ল।

অসমৰ কামৰূপ জিলাৰ অন্তৰ্গত শুৱালকুছি গাওঁখনি প্ৰাচীন কলাশিল্প-সংস্কৃতিৰ কেন্দ্ৰস্থান। শিল্পপ্ৰধান এই গাওঁখনিৰ দক্ষিণ-পশ্চিম দিশত থকা এখনি পাহাৰৰ শিখৰত বিখ্যাত সিদ্ধেশ্বৰ দেৱালয় অৱস্থিত। এই দেৱালয়খনে প্ৰাচীন যুগৰ গৌৰৱময় কীৰ্তি আজিও ঘোষি আছে। মন্দিৰৰ বহিঃ আৰু অন্তৰ্ভাগত থকা মূৰ্তিসমূহ সূক্ষ্মভাৱে নিৰীক্ষণ কৰি স্পষ্টকৈ কব পাৰি যে আদিতে এই মন্দিৰ বিষ্ণুমন্দিৰৰূপে অভিহিত আছিল। কিন্তু শেষত গৈ শৈৱ মন্দিৰলৈ ৰূপান্তৰিত হয়। প্ৰাচীন মন্দিৰৰ উপৰিভাগ ভাঙি যোৱাৰ পিচত ১৬৪৫ শকত আহোম স্বৰ্গদেউ শিৱসিংহই মন্দিৰৰ ভগ্ন অংশ পুনৰ নিৰ্মাণ কৰোৱাই মস্তকাভৰণত শৈৱ ধৰ্মৰ প্ৰতীক ত্ৰিশূল আৰু গৰ্ভগৃহত অনাদি শিৱলিঙ্গ প্ৰতিষ্ঠা কৰে। লগতে মন্দিৰৰ নিত্য পূজাৰ কাৰণে দেৱোত্তৰ মাটি আৰু প্ৰচুৰ অৰ্থ দান দিয়ে।

মন্দিৰৰ বহিৰ্ভাগ প্ৰধানকৈ তিনিটা স্তৰত ভাগ কৰিব পাৰি। মাটিত লাগি থকা প্ৰথম স্তৰ—মূৰ্তি বিহীন। দ্বিতীয় স্তৰত—চতুৰ্ভুজ ৰূপৰ দহোটা বিষ্ণুমূৰ্তি আৰু চাৰিগৰাকী নাৰীমূৰ্তি দেখা যায়। ইয়াৰে এগৰাকী নাৰীমূৰ্তি হ'ল বীণাবাদিনী জ্ঞানৰ অধিষ্ঠাত্ৰী দেৱী সৰস্বতী। আন এগৰাকী জঁটা ধাৰিণী নাৰীমূৰ্তিয়ে শিৱলিঙ্গৰ ওপৰৰ মুক্ত পঙ্কজত মহানন্দে বহি আছে। আন দুগৰাকী নাৰীমূৰ্তি লক্ষ্মীৰূপে বিৰাজিত। ইয়াৰ বাহিৰেও ক'লা শিলত খোদিত কৰা বিশ্ববিমোহন সূৰ্য্য-দেৱতাৰ মূৰ্তিখনি অতি আকৰ্ষণীয় আৰু চমকপ্ৰদ। ইয়াত সূৰ্য্যদেৱতাই সপ্ত ঘোঁৰাৰে সুসজ্জিত স্বৰ্ণৰথৰ ওপৰত দ্বিভুজৰূপেৰে সমভঙ্গীমাৰে দণ্ডায়মান। এওঁ সুকোমল হাত দুখনিৰে বিকশিত শতপত্ৰ ধাৰণ কৰিছে। শিৰত শঙ্কু আকৃতিৰ জ্যোতিৰ্ময় মুকুট, কাণত চক্ৰাকাৰ কৰ্ণালংকাৰ, ডিঙিত সুবৰ্ণ হাৰ, বাহুত বিচিত্ৰ অলংকৰণৰ বাজু,



হস্তকংকম, বাওঁকান্ধৰ পৰা নামি আহি প্ৰশস্ত বক্ষস্থলৰ ওপৰেৰে বাগৰি যোৱা পৱিত্ৰ যজ্ঞোপৱীত, মণি-মুকুতাৰে খচিত অপূৰ্ব কটিসূত্ৰ আৰু দিব্যবসন পৰিধান কৰিছে। সূৰ্য্যদেৱতাৰ দুয়োকাষে দুটি ক্ষুদ্ৰ আকাৰৰ পুৰুষমূৰ্তি পৰিদৃষ্ট হয়। এওঁলোকেই হ'ল—দণ্ড আৰু পিঙ্গল। দাড়িয়া পিঙ্গলে প্ৰভুৰ সোঁফালে থাকি হাতত মহীচুঙা আৰু কলম লৈ হিচাব নিকাচৰ কৈফিয়ৎ লিখিছে। বাওঁফালে দণ্ডই হাতত ঢাল-তৰোৱাল লৈ সকলো বিপদ বিঘিনিৰ পৰা পূজ্যদেৱতাক ৰক্ষা কৰিছে। এওঁলোক দুয়ো বস্ত্ৰালংকাৰে বিভূষিত।

পটভূমিৰ নিম্নস্তৰত সপ্তঘোঁৰা গতিছন্দত সুসজ্জিত কৰা। ইয়াৰে মধ্যস্থানৰ চক্ৰৰ ভিতৰত থকা চলন্ত ঘোঁৰাটিয়ে বাৰ্ষিক গতিৰ সন্ধান দাঙি ধৰিছে। বাকী দুয়োফালৰ ছটা ঘোঁৰা অৰ্দ্ধাকৃতিৰ চলন্ত অৱস্থাৰ। মুঠতে পাৰিষদবৰ্গেৰে সপ্তঘোঁৰা সম্বলিত সূৰ্য্যদেৱতাৰ স্বৰ্ণৰথ দ্ৰুতগতিত অগ্ৰগামী। মূৰ্তিখনি দীঘলে প্ৰায় ৪ ফুট আৰু বহলে ২ ফুট। সূৰ্য্যদেৱতাৰ এই মূৰ্তিখনি ১২ শতিকাৰ শেহতীয়া বঙ্গদেশৰ গঙ্গাসাগৰী সূৰ্য্যদেৱতাৰ মূৰ্তি; ১৩ শতিকাৰ নিৰ্মিত কোনাৰকৰ সূৰ্য্য মন্দিৰত থকা সূৰ্য্য দেৱতাৰ মূৰ্তি আৰু ১৩ শতিকাৰ চোলাংকীযুগৰ মধেৰাৰ সূৰ্য্যমন্দিৰৰ সূৰ্য্যমূৰ্তিৰ লগত যথেষ্ট সাদৃশ্য থকা দেখা যায়।

তৃতীয় স্তৰ—মন্দিৰৰ উপৰিভাগ। এই স্তৰ ১৭টা শিৰ আৰু ১৩টা খলপাৰে পৰিপূৰ্ণ। আদিতে ইয়াৰ প্ৰতিটো অংশত ১৬ পহীয়া একোপাহ ফুল খোদিত কৰা আছিল। কালক্ৰমত ইয়াৰ কিছুমান ভাঙি-ছিঙি ১৫ পাহ ফুলত ৰৈছে গৈ। ইয়াৰ মস্তকাভৰণত এপাট ত্ৰিশূল বিদ্যমান।

মন্দিৰৰ প্ৰৱেশদ্বাৰৰ সন্মুখৰ সোঁফালে থকা মূৰ্তিখনিত লক্ষ্মী-সৰস্বতীৰে সৈতে দ্বিভুজ ৰূপৰ বিষ্ণুমূৰ্তি। ইয়াত বিষ্ণুৱে দেৱাঙ্গবসন আৰু দিব্য অলংকাৰেৰে বিভূষিত হৈ পটভূমিত ভুমুকি মাৰিছে। মূৰ্তিখনি দীঘলে ৬½ ফুট পথালিয়ে প্ৰায় ৩ ফুট। বাওঁফালৰ আদ্যশক্তি মহামায়া দশভুজাৰ মহিষমৰ্দিনী মূৰ্তিৰ দৈৰ্ঘ্য ৬ ফুট আৰু প্ৰস্থ ৩½ ফুট। মূৰ্তিখনিৰ দৈহিক গঠন, দিব্য অঙ্গত পৰিধান কৰা গহনা-গাথৰি আৰু বস্ত্ৰ পৰিধানে মন্দিৰৰ আদি অৱস্থাৰ মূৰ্তিসমূহতকৈ প্ৰায় ৬০০। ৭০০ বছৰৰ পিচৰ বুলি অনুমান হয়।

সিদ্ধেশ্বৰ মন্দিৰৰ গৰ্ভগৃহত থকা শিৱলিঙ্গ প্ৰায় উত্তৰ অংশত অধিষ্ঠিত। ইয়াৰ ঠিক নিচেই কাষতে পূব অংশত মন্দিৰৰ গাত খোদিত কৰা চতুৰ্ভুজ ৰূপৰ বিষ্ণুমূৰ্তি যে অতি প্ৰাচীন তাক ন দি কব পাৰি। এই মূৰ্তিখনিৰ অৱস্থিতি প্ৰায় ৫½ ফুট আৰু বিষ্ণুৰ দুয়োকাষে থকা লক্ষ্মী-সৰস্বতীৰ মূৰ্তি প্ৰায় ৩ ফুট। ইয়াত বিষ্ণুৱে কুঞ্চিত কেশত পৰিধান কৰা শিৰাভৰণস্বৰূপ মুকুট—প্ৰধানকৈ দুটা অংশত ভাগ কৰিব পাৰি। প্ৰথম তলৰ ভাগ অৰ্দ্ধবৃত্তাকৃতিৰ আৰু ওপৰৰ ভাগ শঙ্কুলেখীয়া। এওঁ কাণত কুণ্ডল, ডিঙিত বনমালা, বিতোপন বাজু, সুবৰ্ণ হস্তকংকন আৰু কটিত পিন্ধা বস্ত্ৰখনি ভৰিৰ নুপুৰলৈকে ওলমি পৰা স্পষ্টৰূপে পৰিদৃষ্ট হয়। এওঁ শংখ, চক্ৰ, গদা আৰু পদ্ম ধাৰণ কৰি বিশ্ব-ৰূপ দৰ্শনৰ প্ৰতিচ্ছবি দাঙি ধৰিছে। লগতে মুক্ত শতদলৰ ওপৰত হাস্যবদনে দণ্ডায়মান হৈ বিশ্বসৃষ্টিৰ প্ৰতি পূৰ্ণ দৃষ্টি কৰিছে। বিষ্ণুৰ বাওঁফালে থকা দেৱী সৰস্বতীয়ে বীণা ধাৰণ কৰিছে। সোঁফালৰ দেৱী লক্ষ্মীয়ে ধাৰণ কৰা সামগ্ৰী তেনেই অস্পষ্ট ধৰণৰ। লক্ষ্মীদেৱীৰ অৱস্থিতিৰ তলৰ অংশত সূক্ষ্ম আকাৰৰ সুসজ্জিতা ভক্তি পৰায়ণা নাৰী এগৰাকীয়ে আঠুকাঢ়ি কৰযোৰে উপাস্য বিষ্ণুদেৱতাক প্ৰণাম জনাইছে। বিষ্ণুৰ এই মূৰ্তিখনি বুদ্ধ অৱলোকেশ্বৰৰ মূৰ্তি বুলি বহুতে ধাৰণা কৰে যদিও বিষ্ণুৱে ধাৰণ কৰা শংখ, চক্ৰ, গদা, পদ্ম; খোদিত অংকন প্ৰণালী, সাজ-পাৰ, অলংকাৰ-পাতি সকলোৱেই হিন্দু ধৰ্মৰ লগত বিজড়িত। লগতে মূৰ্তিটিত ভাৰতীয় হিন্দু শাস্ত্ৰ অনুযায়ী আদৰ্শৰূপে গঢ়া শিল্পকাৰ্য্যৰ আলংকাৰিক গুণাগুণবোৰ পৰিষ্কাৰভাৱে বিদ্যমান ৰৈছে। সেইবাবে এই মূৰ্তিখনি যে বিষ্ণুৰ তাক নিঃসন্দেহে কব পাৰি।

মন্দিৰৰ উত্তৰ-পূব দিশত থকা ভোগঘৰৰ পুণ্যস্থানৰ

বেদীত নাৰায়ণী দশভুজা অধিষ্ঠিতা। এই মূৰ্তিখনিৰ খোদিত অংকনকাৰ্য্য ভালদৰে নিৰীক্ষণ কৰিলে অতি কম দিনৰ কাৰ্য্য বুলি ধাৰণা হয়। কাৰণ মন্দিৰৰ আন আন মূৰ্তিসমূহৰ খোদিত কাৰ্য্যৰ লগত ইয়াৰ কোনো মিল নাই। এই নাৰায়ণী মূৰ্তিৰ সোঁফালে নিচেই কাষৰ তলৰ অংশত পঞ্চবক্ৰ শিৱলিঙ্গ বিদ্যমান। দেৱীৰ বাওঁফালে পূৰ অংশত এশাৰী পিতলৰ সৰু মূৰ্তি দেখা যায়। এই মূৰ্তিসমূহেই হ'ল—পঞ্চবক্ৰ চতুৰ্ভুৰ্জৰূপৰ শিৱ, বংশীগোপাল ইত্যাদি।

নিতৌ পূজাৰীয়ে প্ৰথমে শিলাৰূপী শালগ্ৰামত থকা দ্বিভুজৰূপৰ বংশীগোপালৰ মূৰ্তি পূজা কৰিহে পিচত অন্য দেৱ দেৱীৰ চৰণ যুগলত পুষ্পাঞ্জলি প্ৰদান কৰে। দেৱালয়ৰ ভোগঘৰৰ ভিতৰত প্ৰতিষ্ঠা কৰা মূৰ্তিসমূহ বৰৰজা ফুলেশ্বৰীৰ দিনত নিৰ্মাণ কৰা বুলি লোকপৰম্পৰা চলি আহিছে। ইয়াত কোনো বলি বিধানৰ ব্যৱস্থা নাই। দেৱতাসৰক নিবেদন কৰা ভোগ সম্পূৰ্ণ নিৰামিষ।

দৌলযাত্ৰা আৰু অশোকাষ্টমীৰ সময়ত ইয়াত থকা চাৰিখলপীয়া বিচিত্ৰ অলংকৰণৰ কাঠৰ সিংহাসনত পঞ্চবক্ৰ শিৱ আৰু বংশীগোপালৰ মূৰ্তি প্ৰতিষ্ঠা কৰি বিৰাট শোভাযাত্ৰাৰে ব্ৰহ্মপুত্ৰত স্নান কৰোঁৱা হয়। সিংহাসনৰ প্ৰথম থাপৰ চাৰিওফালে হস্তী-সিংহৰ যোগসূত্ৰ; দ্বিতীয়, তৃতীয় আৰু চতুৰ্থ থাপত গৰুড়পক্ষীৰ ওপৰত সিংহৰ অৱস্থিতি দেখা যায়।

ভোগঘৰৰ দক্ষিণ দিশৰ নাহৰ গছৰ তলত হেলনীয়াকৈ ৰখা চাৰিচুকীয়া শিল এচলাৰ একালত নাৰায়ণৰ দ্বিভুজ মূৰ্তি খোদিত কৰা আছে। আন এটি ফালত চোঁৱৰ-ধাৰিণী নাৰীমূৰ্তি এগৰাকী পৰিলক্ষিত হয়। বহুতে অনুমান কৰে আই গোঁসানী লক্ষীদেৱীৰ মূৰ্তি বুলি। কিন্তু হাতত চোঁৱৰ ধাৰণ কৰাৰ বাবে নাৰায়ণৰ গাৰুৰী বুলিহে অনুমিত। মূৰ্তি দুখনি দৈৰ্ঘ্য ৩½ ফুট আৰু প্ৰস্থ ১½ ফুট। ইয়াৰ নিচেই কাষতে অৰ্দ্ধখোদিত ডম্বৰু সদৃশ শিলত দৌলোৎসৱৰ দেৱমূৰ্তি থাপনা কৰা হয়। মন্দিৰৰ উল্লেখিত মূৰ্তিসমূহৰ উপৰিও ইয়াৰ চৌহদত পৰি থকা দুখনি চতুৰ্ভুৰ্জ বিষ্ণুমূৰ্তি বিশেষৰূপে উল্লেখযোগ্য।

* * * * * * *

শ্ৰীশ্ৰীঈশ্বৰহাটী সত্ৰ অতি পুৰণি সত্ৰ। এই সত্ৰখনি নলঙাৰ কানুবুঢ়া ঠাকুৰে স্থাপন কৰিছিল বাবেই এই সত্ৰ ঠাকুৰৰ বাঁহা নামেও খ্যাত। ই পূৰ্ণাঙ্গ আৰু উদাসীন বাবেই জাতিবৰ্ণ নিৰ্বিশেষে সকলোৱে ইয়াত প্ৰৱেশ কৰিব পাৰে। পৰম শ্ৰদ্ধাভাজন ৺সাধু বুধৰাম অধিকাৰ এগৰাকী গুনৱান প্ৰতিভাসম্পন্ন ব্যক্তি আছিল। তেখেতৰ দিনতেই সত্ৰখনিৰ পূৰ্ণাঙ্গ সৌষ্ঠৱ ফুটি উঠে। তেখেতৰ পৰৱৰ্তী ৺লক্ষীকান্ত, ৺মাধৱ চন্দ্ৰ মহন্ত আদি সত্ৰাধিকাৰ সকলে সত্ৰখনিৰ ঐতিহ্য অক্ষুন্ন ৰাখিছিল।

সত্ৰৰ বাটচ'ৰাৰ প্ৰৱেশদ্বাৰৰ দুয়োকালে দাঁতাল হাতীৰ ওপৰত দণ্ডায়মান জয়-বিজয় প্ৰথম দৃষ্টিতেই ধৰা পৰে। এওঁলোক দুয়োজনে সোঁহাতে দণ্ড আৰু বাওঁহাতেৰে গদা ধাৰণ কৰিছে। প্ৰতিজনৰ শিৰত মনোমোহা অলংকৰণৰ বিচিত্ৰমুকুট, কাণত কুণ্ডল, হাতত হিৰণ্য কংকন, ডিঙিত হেমহাৰ, পিচফালে পীথিয়া, কটিবস্ত্ৰ, ককালত চাদৰৰ টঙালি আৰু ভৰিত নূপুৰ পৰিধান কৰিছে। ওপৰৰ অৰ্দ্ধগোলাকাৰ অংশত শৰাইত পবিত্ৰ ভাগৱত থাপনা কৰা আছে। ইয়াৰ দুয়োকাষে লতাকটা গছাত প্ৰজ্বলিত বন্তি। এই অৰ্দ্ধগোলাকাৰৰ দুয়োদিশে ক্ষুদ্ৰ আকাৰৰ দুটা মঠত সিংহই মুখ মেলি সন্মুখলৈ দৃষ্টিপাত কৰিছে। সিংহৰ থিয় হোৱা ভঙ্গীমা আৰু চকুৰ চাৱনীত ফুটি উঠিছে—সিহঁত যেন অত্যন্ত শক্তিশালী। সিহঁতৰ শক্তি ৰোধ কৰিবলৈ কোনো যেন দ্বিতীয় শক্তি আৰু পৃথিৱীত নাই। সিংহৰ শৰীৰৰ মাংসপেশী, চকুৰ দৃষ্টিভঙ্গী আৰু কেশৰৰ অলংকৰণে স্পষ্টকৈ বুজাই দিয়ে যে ই সম্পূৰ্ণ ভাৰতীয় শিল্পশাস্ত্ৰ নিয়মেৰে সীমাম্বিত। ইয়াক বৈদেশিক গুণাগুণে অলপো অলংকৃত কৰা নাই।

প্ৰৱেশদ্বাৰৰ ভিতৰৰ অংশৰ স্তম্ভ দুটাৰ ওপৰত থিয় হৈ থকা পূৰ্ণাঙ্গ অৱস্থাৰ দুটি মূৰ্তি পৰিলক্ষিত হয়। পূবফালৰ স্তম্ভত বীৰ হনুমানে বক্ষবিদাৰি দেখুৱা 'ৰাম ৰাম' নাম আৰু পশ্চিমদিশৰ স্তম্ভত মনুষ্যৰূপৰ গৰুড় পক্ষী। ওপৰৰ



অংশৰ অৰ্দ্ধবৃত্তাকাৰৰ মধ্যস্থানত এটি ময়ূৰে চালি ধৰি আছে। শিৰোনামাত 'দুৰাচাৰ মন মোৰ ৰাম হৰি বোল' শাস্ত্ৰৰ এই বচনফাঁকি ক'লা ৰঙেৰে সুন্দৰকৈ লিখা আছে।



শ্ৰীশ্ৰীঈশ্বৰহাটী সত্ৰৰ গোঁণদ্বাৰৰ সন্মুখৰ অনন্ত নাগ আৰু বিষ্ণুমূৰ্তি

আজি প্ৰায় ১৬ বছৰৰ আগতে ৰামদিয়াৰ ৰামেশ্বৰ কাৰিকৰৰ হতুৱাই সত্ৰাধিকাৰে এই কাৰ্য্য সমাপন কৰে।

সত্ৰৰ পশ্চিম দিশত থকা মুখ্যদ্বাৰখনিৰ দৈৰ্ঘ্য ৫ ফুট ৮ ইঞ্চি আৰু প্ৰস্থ ৪ ফুট। ই ওপৰৰ পৰা তললৈ দুভাগত বিভক্ত। ইয়াৰে প্ৰতিটো ভাগ আকৌ ৪টা সৰু সৰু খণ্ডত—শ্ৰীমৎস্য আৰু শ্ৰীকুৰ্ম অৱতাৰৰ বিষ্ণুমূৰ্তি। মূৰ্তিৰ ওপৰৰ অংশত লিখা আছে—১২৮৪ চন—দ্বিতীয় খণ্ডত—শ্ৰীনৰসিংহ অৱতাৰ। নৰসিংহৰূপী বিষ্ণুৱে হিৰণ্যকশিপুৰক বধ কৰা দৃশ্য। তৃতীয় খণ্ডত—শ্ৰীবামন আৰু গোপিনী। চতুৰ্থ খণ্ডত—গোপিনী আৰু শ্ৰীপৰশুৰাম। ইয়াৰ চতুৰ্দিশে ফুল-পাতৰ লতা কটা আছে। ঠিক সেইদৰে সোঁফালৰ অংশৰ ওপৰৰ প্ৰথম খণ্ডত—গোপিনী আৰু শ্ৰীহলিৰাম। এই মূৰ্তিৰ ওপৰৰ অংশত "শক—১৭৯৯ শক, তাৰিখ—১ আঘ্ৰয়ণ' এই কথাখিনি পৰিষ্কাৰকৈ কটা আছে। দ্বিতীয় খণ্ডত—শ্ৰীৰাম আৰু শ্ৰীবৰাহ। তৃতীয় খণ্ডত—শ্ৰীবোধ (বুদ্ধ)। চতুৰ্থ খণ্ডত—শ্ৰীকল্কি-মূৰ্তি বিৰাজিত। ইয়াৰো চাৰিওফালে পত্ৰপুষ্পৰ লতা কটা। মুখ্যদ্বাৰৰ এই মূৰ্তিসমূহ কাঁহৰ পাতৰ ওপৰত কাটি পিতলৰ পাতৰ ওপৰতেই গজালেৰে মাৰি থোৱা আছে।

মুখ্যদ্বাৰৰ ওপৰৰ চৌকাঠ বৈকুণ্ঠৰ পটেৰে খোদিত কৰা। দৃশ্যৰ মধ্যস্থানৰ সিংহাসনত চতুৰ্ভুৰ্জৰূপী নাৰায়ণে পাৰিষদ বৰ্গেৰে সৈতে মহানন্দে বহি আছে। এওঁৰ বাওঁফালে বহি থকা লক্ষ্মীদেৱীয়ে হাতত পুষ্প ধাৰণ কৰিছে। লক্ষ্মীদেৱীৰ কাষতে সুনন্দই দীঘল নলীয়া বিছনী লৈ থিয় হৈ লক্ষ্মী-নাৰায়ণক শীতল বা দিছে। এওঁৰ ওচৰতে কুমুদে সোঁহাতেৰে চোঁৱৰ ধৰি বাওঁহাতেৰে সুগন্ধি চন্দনৰ পাত্ৰ লৈ আছে। এওঁৰ বাওঁফালে আকৌ জয়ন্তই আঁঠু লৈ কৰযোৰে পৰমাৰাধ্য দেৱতাক কায়মনবাক্যে প্ৰণতি জনাইছে। এওঁলোক তিনিওজনেই মূৰত পাগুৰী, ডিঙিত চাদৰ আৰু কটিবস্ত্ৰ পৰিধান কৰিছে।

ব্ৰহ্মৰূপী সনাতন নাৰায়ণৰ সোঁদিশে নন্দই ছত্ৰ ধৰিছে। এওঁৰ কাষতে পুষ্পদন্তই বাওঁহাতেৰে চোঁৱৰ আৰু সোঁহাতে জলপূৰ্ণ স্বৰ্ণ পাত্ৰ লৈ থিয় দি আছে।

পুষ্পদন্তৰ নিচেই কাষতে প্ৰবুদ্ধই সোঁহাতেৰে ভক্তি পুষ্পাঞ্জলি লৈ ৰহিছে। এওঁলোকেও শিৱত পাগিয়া, কান্ধত বস্ত্ৰ আৰু কটি নিম্নবস্ত্ৰ পিন্ধিছে। দৃশ্যৰ তলৰ অংশৰ জলধিত বিকশিত শতপত্ৰৰ আশে-পাশে ৰাজ-হংসজাকে মনৰ আনন্দে নানান লয়লাসে জলক্ৰীড়া কৰি ঘূৰি ফুৰিছে। ইয়াৰ একেবাৰে তলৰ অংশত অলংকৃত কৰা পত্ৰ-পুষ্পৰ মধুময় গতিছন্দ দৃষ্টিত ভাহি উঠা।

মুখ্যদ্বাৰৰ দুয়োফালে ওপৰত চাৰিটা চটীয়া কাঠৰ অংশত অগণন মূৰ্তি কটা আছে। ইয়াৰ প্ৰতিটো অংশ ৪ ফুট দীঘল আৰু ২ ফুট বহলৰ। বিষয় প্ৰসঙ্গ সম্পূৰ্ণ ৰামায়ণৰ। বাওঁদিশৰ পৰা ক্ৰমাগত—প্ৰথম অংশৰ প্ৰথম দৃশ্যত সূৰ্পনখা, ৰাম, লক্ষণ আৰু সীতা। দ্বিতীয় দৃশ্যত—সীতা, স্বৰ্ণমৃগ আৰু ৰাম। তৃতীয় দৃশ্যত—সীতা আৰু ঋষিবেশী ৰাৱণ। দ্বিতীয় অংশৰ প্ৰথম দৃশ্যত—ৰাৱণ আৰু জটায়ু। দ্বিতীয় দৃশ্যত—চলন্ত ৰথত ৰাৱণ আৰু সীতা। তৃতীয় দৃশ্যত—স্থৰমা, সীতা আৰু অন্যান্য নাৰীগণ। তৃতীয় অংশৰ প্ৰথম দৃশ্যত—ৰাম, লক্ষ্মণ আৰু ঋষি। দ্বিতীয় দৃশ্যত—ৰাম, লক্ষ্মণ, হনুমান, ঋষি ইত্যাদি। তৃতীয় দৃশ্যত—বালি-সুগ্ৰীৱৰ যুদ্ধ; ৰাম, লক্ষ্মণ, অঙ্গদ আৰু মাতৃ। চতুৰ্থ অংশৰ প্ৰথম দৃশ্যত—কুম্ভকৰ্ণ, লক্ষ্মণ, কপিগণ। দ্বিতীয় দৃশ্যত—লক্ষ্মণৰ শক্তিশেল। তৃতীয় দৃশ্যত—ৰাম-ৰাৱণৰ যুদ্ধ। ইয়াৰ তলৰ অংশ চাৰিটা লতা-ফুলৰ মনোমোহা কাৰ্য্যৰে সুসজ্জিত কৰা।

সত্ৰৰ উত্তৰ দিশত থকা গৌণদ্বাৰৰ সম্মুখৰ দুয়োফালে ৫ ফুট দৈৰ্ঘ্যৰ দুটি কাঠৰ মূৰ্তি পৰিদৃষ্ট হয়। সোঁফালে থকা মূৰ্তিটিত মনুষ্যৰূপৰ অনন্ত নাগে চতুৰ্ভুজৰূপী পৰম ব্ৰহ্ম, অনন্ত কোটি ব্ৰহ্মাণ্ডৰ অধিকাৰী ভগৱন্ত শ্ৰীকৃষ্ণক কোলাত বহুৱাই দুয়োহাতেৰে ৰুদ্ৰাক্ষৰমালা জপি আছে। বহুতে এওঁক বসুদেৱ বুলিও অনুমান কৰে। এওঁলোকৰ মূৰৰ ওপৰত ১৯ ফনাযুক্ত অনন্ত নাগে প্ৰতীক স্বৰূপে আৱৰি আছে। অনন্ত নাগৰ নিচেই তলতে আৰু তিনিটা সূক্ষ্ম আকাৰৰ নাগমূৰ্তি দেখা যায়। মানৱৰূপী অনন্ত নাগে দেহৰ বিভিন্ন অঙ্গত বস্ত্ৰ আৰু অলংকাৰ পিন্ধিছে।

বাওঁফালে থকা পঞ্চবক্ৰ শিৱই কোলাত পাৰ্বতীক বহুৱাই লৈ নন্দিৰ ওপৰত আৰোহণ কৰিছে। শিৱই বাওঁহাতেৰে ডম্বৰু আৰু সোঁহাতেৰে পাৰ্বতীৰ বাউসীত ধৰি আছে। পাৰ্বতীয়েও হেলাৰঙে স্বামীৰ কোলাত বহি নন্দিৰ শিঙত ধৰি দ্ৰুতগতি কমাবলৈ উপক্ৰম কৰিছে। মূৰ্তি দুখনি একোডাল কাঠতে কাটি উলিয়াই শিল্পকাৰ্য্যৰ যি পাৰ্গতালি দেখুৱালে তাৰ বাবে শিল্পীক নশলাগি নোৱাৰিলোঁ। এই মনোৰম শিল্পকাৰ্য্য সমাপন কৰিছিল শুৱালকুছি গাঁৱৰে প্ৰখ্যাত বাঢ়ৈ ৺প্ৰাণপতি মহাজনে।

গৌণদ্বাৰৰ মূৰ্তিসমূহৰ ভিতৰত—যমৰজা, বলি, জনক, প্ৰহ্লাদ, নাৰদ, ঋষি, কাৰ্ত্তিক, নৰসিংহ, শুকদেৱ, গৰুড়ৰ স্কন্ধত শ্ৰীকৃষ্ণ, কুসৰ, হৰ, ব্ৰহ্মা, মনু, কপিল ইত্যাদি। এই দ্বাৰৰ পূৰ্বদিশৰ দেৱালত—৫ ফুট দীঘল আৰু ২ ফুট বহলৰ ছয় চলা চেপেটা কাঠৰ ওপৰত ২২টা দৃশ্যত কীৰ্ত্তনৰ প্ৰহ্লাদ চৰিত্ৰখণ্ড সুন্দৰকৈ কটা আছে। ইয়াৰে প্ৰহ্লাদক শাস্তি দিয়া দৃশ্যসমূহ বিশেষ আৱেগপূৰ্ণ আৰু আকৰ্ষণীয়।

দ্বাৰৰ পশ্চিম ফালৰ কাঠৰ দেৱালৰ একেবাৰে ওপৰৰ অংশত এলানি চিত্ৰ সুন্দৰকৈ অঙ্কিত কৰা আছে। চিত্ৰসমূহৰ ভিতৰত—মৎস্য, কূৰ্ম, নৰসিংহ আৰু বৰাহ; ৰজা পৰীক্ষিত, ধৰ্মাচাৰ্য্য শুকদেৱ, ব্যাস আৰু সুত; গ্ৰাহ-গজেন্দ্ৰ উপাখ্যান; শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ; নন্দিৰে সৈতে মহাদেৱৰ গমন ইত্যাদি। শিল্পীয়ে চিত্ৰসম্ভাৰত প্ৰধানকৈ বগা, ৰঙা, নীলা, হালধীয়া আৰু সেউজীয়া ৰঙৰ সমন্বয় ঘটাই এক বিচিত্ৰৰূপৰ সন্ধান দাঙি ধৰিছে।

এই দেৱালৰ মধ্যাংশৰ ১২ চলা চটীয়া কাঠত ২৫টা দৃশ্য খোদিত কৰি চিত্ৰ-বিচিত্ৰ বৰ্ণৰাজিৰে ৰূপায়িত কৰা পৰিদৃষ্ট হয়। ইয়াৰ প্ৰতি চলা চটীয়া কাঠ ৭ ফুট দীঘল আৰু দুইফুট বহলৰ। বিষয় প্ৰসঙ্গ কীৰ্তনৰ 'শিশুলীলা'। শ্ৰীকৃষ্ণৰ জন্মৰ পৰা আৰম্ভ কৰি কংস বধত সামৰণী মাৰিছে। আকৰ্ষণীয় দৃশ্যবোৰৰ ভিতৰত—গোপীৰ বস্ত্ৰহৰণ লীলা; কালীয়দমন; ৰাসলীলা আৰু কংসবধ।

সত্ৰৰ দক্ষিণ দিশৰ দেৱালৰ ওপৰৰ অংশ ১৪টা খণ্ডৰ



সমষ্টি। ইয়াৰ বিষয়বস্তু—যমৰ ৰাজ্য। পাপী-তাপী মানৱক দিয়া অগণন শাস্তি। প্ৰতিটো খণ্ডৰ দৈৰ্ঘ্য ৪½ ফুট আৰু প্ৰস্থ ২½ ফুট। ইয়াৰ তলৰ অংশত থকা ৬০টা দৃশ্যত অসংখ্য মূৰ্তি ধুনীয়াকৈ কটা আছে। ইয়াৰ বাহিৰেও ভাজঘৰৰ দুৱাৰমুখত থকা জয়-বিজয়ৰ কাঠৰ সম্পূৰ্ণ মূৰ্তি দুখনি দৰ্শকৰ চকুত পৰা। মুখৰ অনুপাতত দেহভাগ তেনেই চুটি দেখা গৈছে।

* * * * * *

শ্ৰীশ্ৰীগোপাল সত্ৰখনি দক্ষিণপাৰৰ গৰৈমাৰী সত্ৰৰ পৰা অহা শাখাসত্ৰ। এই সত্ৰৰ মূল গোঁসাই ৺সন্তদেৱ। সত্ৰৰ ভক্তবৃন্দৰ দান বৰঙণিৰে নাম-প্ৰসঙ্গ, নিত্য শলাবন্তি আৰু পূজা-পাতল চলি আছে। উপাসনাৰ বেদীত পূজাৰীয়ে নিতৌ পূজা কৰে—৬½ ইঞ্চি দৈৰ্ঘ্যৰ বংশীধাৰী গোপাল; ৬ ইঞ্চি ওখৰ চতুৰ্ভুজ বিষ্ণুমূৰ্তি; গোপালৰ তিনিগৰাকী গোপিনী আৰু ৪ ইঞ্চি দীঘল পিতলৰ গণেশ মূৰ্তি। সত্ৰৰ পাঁচ খলপীয়া নানা অলংকৰণৰ কাঠৰ সিংহাসনত গণেশৰ মূৰ্তি প্ৰতিষ্ঠা কৰা আছে।

সত্ৰৰ প্ৰৱেশদ্বাৰৰ চৌকাঠৰ ওপৰত অনন্ত শয্যাৰ মুক্ত পঙ্কজৰ ওপৰত লক্ষ্মীদেৱী আৰু নাৰায়ণে বহি আনন্দমনে কথা পাতি আছে। এওঁলোকৰ বাওঁদিশে বীৰ হনুমানে নানা ছন্দে নৃত্য কৰি বিজয়ৰ ধ্বজা উৰুৱাইছে। সোঁদিশে থকা গৰুড় পক্ষীয়ে ধ্বজা আৰু বাসুকী ধাৰণ কৰি হনুমানৰ নৃত্যৰ গতিছন্দ আপোনমনে উপভোগ কৰিছে।

আগৰ পুৰণি সত্ৰ ভাঙি যোৱাৰ পিচত ১৩২৫ চনৰ ১লা ভাদত সত্ৰ পুনৰ নিৰ্মাণ কৰে আৰু ই এতিয়াও প্ৰৱৰ্তি আছে। শুৱালকুছিৰ আন সত্ৰসমূহত থকা দশাৱতাৰৰ



শ্ৰীশ্ৰীগোপাল সত্ৰৰ দেৱালত থকা কল্কি অৱতাৰৰ মূৰ্তি

কাঠৰ মূৰ্তি শিল্পতকৈ শ্ৰীশ্ৰীগোপাল সত্ৰৰ দশাৱতাৰৰ মূৰ্তিসমূহ বিশেষৰূপে উল্লেখযোগ্য। মূৰ্তিৰ দৈহিক গঠনৰ সাৱলীলতা, চিত্ৰৰচনা, খোদিত পদ্ধতি, মাৰ্জিত বস্ত্ৰ আৰু অলংকাৰ বিতৰণ লেখত লবলগীয়া।

* * * * * *

আদিতে শুৱালকুছিৰ চাৰিজন ভক্তবৃন্দ নাম-প্ৰসঙ্গৰ উদ্দেশ্যে নিতৌ প্ৰাতসতে দধিলে যায় আৰু প্ৰসঙ্গ সামৰি নিশা ঘৰলৈ উলটি আহে। এদিনাখন এইদৰে যাওঁতে বাটত বাঘে তেওঁলোকক আগচি ধৰিলে। অলপ পিচত বাঘে বাট এৰি হাবিত সোমাল। তেওঁলোক গৈ গুৰুক সাক্ষাৎ কৰাত পলম হোৱাৰ কাৰণ বাপুসকলক সুধিলত ক'লে—"ভৰাত এজনে (বাঘে) আমাক আগছিলে।" গুৰুৱে এই বিপদজনক বাৰ্তা শুনি তেওঁলোকক ভৱিষ্যতে আহিবলৈ বাৰণ কৰিলে আৰু শুৱালকুছিতেই বস্তি জলোৱা ভাল হব বুলি আশ্বাস দিলে। সেই মৰ্মে গুৰুৱে এদিনাখন ভক্তবৃন্দক লগত লৈ ঢোলে-ডগৰে শোভাযাত্ৰা কৰি আহি এই ঠাইতে বস্তি থাপনা কৰিলে আৰু তেতিয়াৰে পৰা এই সত্ৰৰ নাম শ্ৰীশ্ৰীঈশ্বৰ ভাটীসত্ৰ ৰখা হ'ল।

শ্ৰীশ্ৰীঈশ্বৰ ভাটীসত্ৰৰ বাটচ'ৰাৰ প্ৰৱেশদ্বাৰৰ দুয়োদিশে জয়-বিজয় প্ৰতিমূৰ্তি বিদ্যমান। ইয়াৰ সোঁফালে লাগি থকা পুৰণি বাটচ'ৰাৰ ওপৰৰ অংশৰ কালীয়দমন দৃশ্য—দৰ্শকৰ প্ৰথম মনোমুগ্ধকৰ সাক্ষাৎ। দৃশ্যত ১১ ফনাযুক্ত কালীনাগৰ শিৰত বালকৰূপী শ্ৰীকৃষ্ণই বাঁহী বজাই নৃত্য কৰিছে। নাগৰ দুয়োফালে দুগৰাকী নাগপত্নীয়ে স্বামীয়ে কৰা অপৰাধৰ বাবে ক্ষমা বিচাৰি শ্ৰীকৃষ্ণৰ পাদপদ্মত শৰণ লৈছে। এওঁলোকৰ নিতম্বৰ পৰা ওপৰৰ অংশ মনুষ্য দেহৰ আৰু তলৰ অংশ নাগলেখীয়া। ইয়াৰ মূল প্ৰসঙ্গ মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ বিৰচিত অমূল্য গ্ৰন্থ কীৰ্তনৰ 'কালীয়দমন' অধ্যায়ৰ ওপৰত গুৰুত্ব দি শিল্পীয়ে মূৰ্তিশিল্পৰ মাধ্যমেৰে বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰা কাৰ্য্যত সম্পূৰ্ণ কৃতকাৰ্য্যতা লাভ কৰিছে। এওঁ সম্পূৰ্ণ বাস্তৱধৰ্মী আৰু সিদ্ধহস্ত শিল্পী। মূৰ্তিসমূহ নানা ৰঙেৰে ৰঞ্জিত কৰি দৰ্শকৰ মন হৰণ কৰিবলৈ শিল্পীয়ে নানাভাৱে প্ৰয়াস কৰিছে।

সত্ৰৰ প্ৰৱেশদ্বাৰৰ চৌকাঠৰ অনন্ত শয্যাত লক্ষ্মী-নাৰায়ণৰে সৈতে দ্বাৰপাল জয়-বিজয় আৰু চাৰিসিদ্ধৰ মূৰ্তি কটা আছে। স্বৰ্গৰ অন্তেষপুৰত—অনন্ত শয্যাত লক্ষ্মী-নাৰায়ণ বহি থকা কথাটো অলপ অৱান্তৰ যেন লাগে। শিল্পী ৺খৰ্গৰাম মহাজনে কি চিন্তা কৰি মূৰ্তি-খনিত এনে ৰূপৰ সঞ্চাৰ আনি দিলে—নাজানিলোঁ।

* * *

আজি প্ৰায় ১৩০ বছৰৰ পূৰ্বে শ্ৰীশ্ৰীভাটীসত্ৰৰ কেইজন-মান ভক্তবৃন্দই লগ লাগি নতুনকৈ এখনি সত্ৰ স্থাপন কৰি শ্ৰীশ্ৰীন-ভাটীসত্ৰ নাম দিয়ে। সত্ৰৰ পৰিচালকসকল হ'ল মেধি। তেখেতসকলে নিতৌ নাম-প্ৰসঙ্গ, শলাবস্তি আৰু মহাপুৰুষসকলৰ তিথি মহোৎসৱ আদি সুচাৰুৰূপে পালন কৰি আহিছে। বহুতে কেউলীয়া মেধিৰ সত্ৰ বুলিও কোৱা শুনা যায়। সত্ৰখনিৰ এইটো এটা বৈশিষ্ট্য যে ইয়াত কেউলীয়া ভকত থকাৰো সু বন্দোৱস্ত আছে।

এই সত্ৰৰ দক্ষিণ প্ৰৱেশদ্বাৰৰ দৈৰ্ঘ্য ৫ ফুট আৰু প্ৰস্থ ৪ ফুট। ইয়াক সমানে দুভাগ কৰি প্ৰতিভাগক আৰু তিনিটাকৈ সৰু খণ্ডক খণ্ডিত কৰা আছে। বাওঁফালৰ ওপৰৰ খণ্ডত—শ্ৰীকৃষ্ণৰ বাঁহী বাদন। শ্ৰীকৃষ্ণই মুক্ত শতপত্ৰৰ ওপৰত দণ্ডায়মান হৈ আপোন মনে সুললিত বংশীধ্বনিৰে ভুৱন ভুলোৱা ৰাগ টানিছে। মধ্যখণ্ডত—নন্দিৰ ওপৰত মহাদেৱ আৰু পাৰ্বতীয়ে আৰোহণ কৰি মহাৰঙ্গে কৈলাসলৈ গতি কৰিছে। নিম্নখণ্ডত—বীণা-বাদিনী সৰস্বতী দেৱীয়ে বস্ত্ৰ-অলংকাৰেৰে সুশোভিতা হৈ পদ্মৰ ওপৰত থিয় দি আছে। এওঁ পৰিধান কৰা সাজপাৰ সম্পূৰ্ণ অসমীয়া। শিৰত ওৰণী আৰু কিৰীটি পৰিধান কৰিছে।

সোঁফালৰ ওপৰৰ খণ্ডত—নৰসিংহ অৱতাৰ। মধ্য-খণ্ডত—কালীয়দমন। শ্ৰীকৃষ্ণই কালীনাগৰ ওপৰত বাঁহী বজাই মহাৰঙ্গে নৃত্য কৰিছে। ইয়াৰ পাৰতে ক্ষুদ্ৰ আকাৰৰ গৰুমূৰ্তি দেখা যায়। শ্ৰীকৃষ্ণৰ সোঁফালে নাৰী এগৰাকীয়ে মূৰত হাত থৈ কান্দি কান্দি বহি আছে।



সম্ভৱ এওঁ শ্ৰীকৃষ্ণৰ মাতৃদেৱী যশোদা। পুত্ৰশোকত বিহ্বল হৈ পৰিছে। নিম্নখণ্ডত—নৃত্যৰতা পটিয়সী এগৰাকী পৰিলক্ষিত হয়। এওঁ কটিহস্ত মুদ্ৰাৰে ওৰণী টানি পদ্মৰ ওপৰত চৰণ পেলাই নানা লয়লাসে নৃত্য কৰিছে।

সত্ৰৰ পশ্চিম দিশৰ মুখ্যদ্বাৰত মহাৰাজ কংসৰ কেইটি-মান দৃশ্য শিল্পীয়ে উপস্থাপন কৰিছে। ইয়াৰে এটি বিশেষ দৃশ্যত দেখা যায়—বিৰাট আকাৰৰ কংস ৰজাই ৰাজকীয় সাজপাৰেৰে অভয় মুদ্ৰা প্ৰদান কৰি সগৌৰৱে ৰাজসিংহা-সনত বহি আছে। এওঁৰ সোঁফালে থকা শৰাইখনি নানাৰূপে অলংকৃত কৰা। বাওঁফালে ক্ষুদ্ৰাকৃতিৰ গাবৰুীয়ে মহাৰাজক বিচনীৰে সুশীতল বা দিছে। এওঁ শিৰত বিতোপন পাগিয়া, আঁঠুৰ তললৈ নামি যোৱা চাবকন আৰু উলঙ্গ কটিবস্ত্ৰ পৰিধান কৰিছে। আন এটি দৃশ্যত মহাৰাজে হাতত তীক্ষ্ণ খৰ্গ ধাৰণ কৰি ৰাজদণ্ডৰ পৰিচয় দিছে। বাকী দৃশ্য কেইটিৰ কোনো ঠাইত পদ্ম, কোনো ঠাইত কদমকলি ধাৰণ কৰি দাম্ভিক চিত্তে ৰাজ-সিংহাসনত আৰোহণ কৰা দেখা যায়।

মুখ্যদ্বাৰৰ প্ৰায় ৩ ফুট ওপৰত দুয়োফালে দুটি সম্পূৰ্ণ আকাৰৰ মকৰৰ মূৰ্তি নিখুঁতভাৱে খোদিত কৰা পৰিদৃষ্ট হয়। ইয়াৰ বাহিৰেও সত্ৰৰ তিনিফালৰ কাঠৰ দেৱালত—ব্ৰজবাসী, নাৰদ, শ্ৰীকৃষ্ণ, বলৰাম, কপিলমুনি, মহাযোগী শুকদেৱ, সনকমুনি, শ্ৰীকৃষ্ণৰ গোবৰ্দ্ধন ধাৰণ, আৰু অসংখ্য অস্পষ্ট ধৰণৰ মূৰ্তি অঙ্কিত কৰা আছে।

* * *

শ্ৰীশ্ৰীবাৰীসত্ৰ বৰসত্ৰৰ শাখাসত্ৰ মাথোন। মূলসত্ৰৰ ভক্তবৃন্দৰ মাজত মনোমালিন্য হৈ বৈশ্য জাতিৰ সৰহ-সংখ্যক লোকে এঘৰ গোসাঁইক লগত লৈ ফালি আহি প্ৰথমতে কিনাৰাম জমিদাৰৰ বাৰীতে সত্ৰ স্থাপন কৰে। বাৰীত পতা হেতুকে এই সত্ৰৰ নাম শ্ৰীশ্ৰীবাৰীসত্ৰ ৰাখে। আগৰ সত্ৰ ভাঙিছিঙি যোৱাত একে ঠাইতে নতুনকৈ সত্ৰ নিৰ্মাণ কৰে।

সত্ৰৰ প্ৰাঙ্গণৰ উত্তৰ-পশ্চিম দিশত চাৰি খুটাৰে আবৃত পুৰণিকলীয়া এটি মঠ লেখীয়া গৃহ দেখা যায়। দৌলযাত্ৰাৰ সময়ত সত্ৰৰ সিংহাসনৰ কাষতে থকা বংশীগোপালৰ মূৰ্তি প্ৰচলিত নিয়ম-নীতিৰে আদৰি আনি ইয়াতেই ৰাখে। এই পুণ্যগৃহৰ উপৰিভাগৰ তিনিটা থাপত টিনপাতত কটা—মাউতৰে সৈতে হস্তী, সিংহ, মকৰ, বান্দৰ আদি নানা জন্তুৰে সৈতে লতা-ফুলৰ অলংকৰণ কাৰ্য্য বিশেষভাৱে উল্লেখযোগ্য। এনে ধৰণৰ শিল্পকাৰ্য্য অসমৰ সত্ৰসমূহত তেনেই বিৰল। স্বৰ্গীয় সোণাৰাম কাকতী, ৺ভৰত মিস্ত্ৰি, আত্মাৰাম বৈশ্য আদি শিল্পীসকলে নানা কষ্টে এই জটিল কাৰুকাৰ্য্য সমাপন কৰে।

সত্ৰৰ বাটচ'ৰাৰ প্ৰৱেশদ্বাৰৰ ওপৰৰ গৰুড়ৰ স্কন্ধত চতুৰ্ভুজৰূপী বিষ্ণুমূৰ্তি অতি চমকপ্ৰদ। গৰুড়ে আঁঠুকাঢ়ি বিষ্ণুক কান্ধত লৈ দুহাতে পদযুগলত ধৰি আছে। গৰুড়ে শিৰত মণি-মুকুতা খচিত জকমকীয়া মুকুট, ডিঙিত মণিহাৰ, আৰু সৰু কটিবস্ত্ৰ পিন্ধিছে। গৰুড় মনুষ্য দেহৰ ৰূপায়িত যদিও মুখখনি ঠোঁটযুক্ত আৰু ডেউকা দুখনি দুয়োফালে মেলি থকা অৱস্থাৰ। লগতে বিষ্ণুৱে শংখ, চক্ৰ, গদা আৰু পদ্ম ধাৰণ কৰি হাস্যবদনে সম্মুখলৈ দৃষ্টিপাত কৰিছে।

* * *

শ্ৰীশ্ৰীনসত্ৰ বৰসত্ৰৰ পৰা ফালি অহা আন এখনি শাখা সত্ৰ। নতুনকৈ পতা কাৰণে সত্ৰখনিৰ নাম শ্ৰীশ্ৰীনসত্ৰ ৰখা হয়। কলিতা জাতিৰ লোকসকলে সত্ৰখনি পৰি-চালনা কৰি আহিছে। সত্ৰৰ মুখ্যদ্বাৰৰ দৈৰ্ঘ্য ৭½ ফুট আৰু প্ৰস্থ ৪½ ফুট। ইয়াক সমানে দুটা ভাগত ভাগ কৰা। প্ৰতিভাগ আকৌ ৪টা সৰু খণ্ডত বিভক্ত।

বাওঁফালৰ প্ৰথম খণ্ডত—যোগাসনত বহি থকা চতুৰ্ভুজৰূপী বিষ্ণুমূৰ্তি।

দ্বিতীয় খণ্ডত—বাঘৰ ছালৰ ওপৰত যোগাসনত মহেশ্বৰৰ মূৰ্তি। এওঁ শিৰত জটামুকুট, কান্ধত মেৰাই লোৱা সৰ্প, ডিঙিত ৰুদ্ৰাক্ষৰ মালা, আৰু কটিত বাঘছাল পৰিধান কৰিছে।

তৃতীয় খণ্ডত—ধ্ৰুৱই কৰযোৰে যোগাসনত বহি ভগবানৰ ধ্যানত ৰত আছে।

চতুৰ্থ খণ্ডত—গৰুড়ে হাতযোৰ কৰি একাষৰীয়াকৈ বহি আছে। এওঁ শিৰত কিৰীটি আৰু দেহত অৰ্দ্ধবস্ত্ৰ পিন্ধিছে।

সোঁফালৰ প্ৰথম খণ্ডত—চতুৰ্ভুজ ৰূপৰ ব্ৰহ্মামূৰ্তি পদুমৰ ওপৰত উপবিষ্ট হৈ প্ৰতিখনি হাতত একোখনকৈ বেদ লৈ আছে।

দ্বিতীয় খণ্ডত—শ্ৰীকৃষ্ণৰ পৰম বান্ধৱ উদ্ধৱে যোগাসনত বহি সোঁহাতেৰে অভয় মুদ্ৰা প্ৰদান কৰি সন্মুখলৈ চাই আছে।

তৃতীয় খণ্ডত—প্ৰহ্লাদে কৰযোৰে যোগাসনত বহিছে।

চতুৰ্থ খণ্ডত—বিদুৰে সোঁহাতত লাখুটি, বাওঁ কান্ধত ভিক্ষাৰ জোলোঙা লৈ বহি আছে। এওঁৰ ভৰিলৈ ওলমি পৰা কটিবস্ত্ৰ আৰু বুকুত গাঁঠি মৰা চাদৰৰ কৌশল মহাপুৰুষীয়া বৈষ্ণৱ সত্ৰত থকা কেউলীয়াসকলৰ লেখীয়া।

* * *

শ্ৰীশ্ৰীকৃষ্ণ মন্দিৰ সত্ৰখনি গাৱঁৰ পূব দিশত অৱস্থিত। ইয়াত থকা অনুসূচিত জাতিৰ লোকসকলে লগলাগি এই হৰিমন্দিৰ প্ৰতিষ্ঠা কৰিছে। সত্ৰৰ ভক্তসকলৰ আপ্ৰাণ চেষ্টা আৰু ৰাইজৰ সহযোগত মন্দিৰৰ নিত্য প্ৰসঙ্গ, ভাওনা-সবাহ, তিথি-মহোৎসৱ সুন্দৰভাৱে চলি আছে। এই মন্দিৰৰ মুখ্যদ্বাৰত—ননীচোৰ, কালীয়দমন, পুতনা বধ, বসুদেৱে শ্ৰীকৃষ্ণক কোলাত লৈ যমুনা নদী পাৰ হোৱা দৃশ্য, ৰাধা-কৃষ্ণৰ যুগল মিলন, শ্ৰীকৃষ্ণৰ বংশীবাদন, লাড়ুৱা কৃষ্ণ, বকাসুৰ বধ আদি মূৰ্তিসমূহ সুন্দৰকৈ নিমজভাৱে কটা আছে।

গৌণদ্বাৰত থকা—লক্ষ্মণৰ শক্তিশেল, স্বৰ্ণমৃগ ধৰিবৰ বাবে সীতাই ৰামক অনুৰোধ জনোৱা দৃশ্য, হৰধনু ভঙ্গ, অহল্যা উদ্ধাৰ, সীতাৰ অগ্নি পৰীক্ষা, সীতাহৰণ, ৰাম-সীতা আৰু লক্ষ্মণৰ বনাগমণ, তাৰকা ৰাক্ষসী বধ, ইত্যাদি ধৰ্ম প্ৰসঙ্গৰ বিচিত্ৰ মূৰ্তিসমূহ শিল্পীয়ে কাঠত খোদিত কৰি মূৰ্তিশিল্পৰ নিদৰ্শন দাঙি ধৰিছে।

* * *

গাৱঁৰ একেবাৰে পূব দিশৰ ঘাটিয়া পাহাৰৰ নিচেই কাষতে শ্ৰীশ্ৰীগণেশ বিগ্ৰহ মন্দিৰ অৱস্থিত। আদিতে ধৰ্মপাল ৰজাৰ দিনত এই বিগ্ৰহ মন্দিৰ স্থাপিত হয় বুলি জনশ্ৰুতি আছে। তাহানিৰ দিনতেই ৰজাই নিজেই মন্দিৰৰ পূজা অৰ্চনাৰ কাৰণে কান্যকুব্জৰ পৰা পত্ৰগোত্ৰ (কাশ্যপৰ শাখা, শাণ্ডিল্য, ভৰদ্বাজ আৰু ভাৰ্গৱ) ব্ৰাহ্মণ আনে আৰু বিগ্ৰহৰ নিত্য পূজা-পাটলৰ কাৰণে যথেষ্ট মাটি-বাৰী দান দিয়ে। তেতিয়াৰ পৰা ইয়াৰ পূজা-পাটলৰ ব্যৱস্থা ঠিকমতে চলি আছে।

মন্দিৰৰ উপাসনাৰ পুণ্যস্থানৰ বেদীত প্ৰস্তৰ খোদিত গণেশমূৰ্তি অধিষ্টিত। এই বিগ্ৰহৰ বাওঁফালে ১½ ফুট ওখৰ হৰ-গৌৰীৰ শিলৰ মূৰ্তি। সোঁফালে অনাদি শিৱলিঙ্গ বিদ্যমান। মুখ্য গণেশ বিগ্ৰহৰ বাওঁফালে নিচেই কাষতে পিতলৰ বংশীধাৰী গোপালৰ মূৰ্তি প্ৰায় ১০ ইঞ্চি ওখৰ। গণেশ বিগ্ৰহৰ সন্মুখত মনসা পূজাৰ বেদী। শাওঁন-ভাদ মাহৰ সংক্ৰান্তিৰ আগদিনাৰ পৰা পাঁচ দিন ধৰি এই পূজা চলে। পূজাত বলি-বিধানেৰে দেওধনি নৃত্যৰ আয়োজন কৰা হয়।

হৰ-পাৰ্বতী শিলামূৰ্তিৰ বাওঁফালে থকা ওখ বেদী কালি পূজাৰ বাবে আচুতীয়াকৈ ৰখা আছে। পূজা জেঠ মাহৰ অমাৱস্যা তিথিত পতা হয়। গণেশ মুখ্য বিগ্ৰহৰ নিচেই তলতে ক্ষুদ্ৰাকাৰৰ শালগ্ৰাম, গণেশমূৰ্তি, দুৰ্গামূৰ্তি আদি পৰিলক্ষিত হয়।

* * *

ভোলা, গোপাল, মুৰাৰি আৰু ত্ৰিপুৰাৰি নামে পঢ়িয়া মাধৱ আতাৰ চাৰিজন পুত্ৰ আছিল। পঢ়িয়া আতাৰ জীৱিত কালত গুৱালিকুছিৰ চাৰিজন বুঢ়াই আতাৰ পুত্ৰ মুৰাৰিক সন্মানেৰে আদৰি নি বহাঁ কৰি কীৰ্তন ঘৰ সাজি দিয়ে। কালক্ৰমত মুৰাৰি আতাৰ পদ্ম আৰু জয়হৰি নামে দুটি পুত্ৰ জন্ম হয়। বৰপুত্ৰ শ্ৰীশ্ৰীপদ্ম আতাই বহু সংখ্যক ভক্ত লৈ বৰসত্ৰ স্থাপন কৰি শলাবন্তি জলায়। বৰজনাৰ পৰা হোৱা হেতুকে এই সত্ৰখনিৰ নাম বৰসত্ৰ হয়।



সত্ৰৰ মুখ্য প্ৰৱেশদ্বাৰৰ ওপৰৰ চৌকাঠত কাটি থোৱা ১৪জন পাৰিষদ সমন্বিতে নাৰায়ণে লক্ষ্মীদেৱীৰ সৈতে পৰম আনন্দে ধৰ্মালোচনা কৰি সিংহাসনত বহি আছে। সিংহাসনৰ নিচেই তলতে কাটি থোৱা ৰাজহংস দুটি উৰন্ত অৱস্থাৰ। সত্ৰৰ ভিতৰত সোঁফালে পকী খুটাৰ কাষতে বহি থকা হনুমান মূৰ্তি ৪ ফুট ৯ ইঞ্চি দীঘল আৰু প্ৰায় ২ ফুট বহল। এওঁ শিৰত জকমকীয়া মুকুট, কাণত ডুল, ডিঙিত ডুগডুগীসহ মালামণি আৰু কটিত বস্ত্ৰ পৰিধান কৰিছে। বাওঁফালে পকীখুটাত আঁৰি ৰখা গৰুড় পক্ষীৰ কাঠৰ মূৰ্তি ২½ ফুট দীঘল আৰু ১ ফুট বহলৰ। এওঁ শিৰত কিৰীটি, ডিঙিত মণিহাৰ আৰু অৰ্দ্ধ কটিবস্ত্ৰ পৰিধান কৰি বহি আছে। লগতে বাওঁফালে শংখ আৰু সোঁহাতে বাসুকী ধৰিছে।

* * *

শ্ৰীশ্ৰীঈশ্বৰ হাটীসত্ৰত প্ৰাচীন সাঁচিপাতৰ সচিত্ৰ কীৰ্ত্তন পুথি এখনি পোৱা গৈছে। এই পুথিখনিৰ দৈৰ্ঘ্য ১ ফুট ৭ ইঞ্চি আৰু প্ৰস্থ ৬ ইঞ্চি। প্ৰতিখিলা পাতৰ দুয়োকাষে ২½ ইঞ্চি, ওপৰ আৰু তলফালে ১½ ইঞ্চিকৈ ঠাই এৰি ঘোষা-পদ আৰম্ভ কৰিছে। এৰি থোৱা ঠাইখিনি পাতল ৰঙা ৰঙেৰে বোলোৱা। ওপৰ আৰু তলৰ অংশত ফুলপাতৰ লতা আঁকা। ফুল আঠপহীয়া হালধীয়া ৰঙেৰে আৰু দীঘলীয়া ছন্দমিশ্ৰিত পাত নীলা ৰঙেৰে ৰঞ্জিত কৰা। পুথিখনিৰ সৰ্বমুঠ ৫৪ খিলা পাতত ঘোষা-পদ লিখা আছে। বাকী ছয়খিলা পাত পেঞ্চিলেৰে আঁচমৰা নিলিখা অৱস্থাৰ। পুথিৰ ৪৪টা পিঠিত ৭৪ খনি চিত্ৰত মুঠ ১১২টা মূৰ্তি অঙ্কিত কৰিছে। মূৰ্তিসমূহ একাষৰীয়াকৈ আঁকা। প্ৰায়খিনি চিত্ৰতেই বগা, নীলা, হালধীয়া আৰু সেউজীয়া ৰঙ ব্যৱহাৰ কৰা। কোনো পিঠিৰ দুয়োদিশে, কোনো পিঠিত এদিশত চিত্ৰ আঁকা আছে। কিছুমান পিঠি একেবাৰে চিত্ৰবিহীন।

পুথিখনিৰ প্ৰতিখিলা পাতত লিখা ঘোষা-পদৰ সোঁমাজতে ৰঙা ৰঙেৰে বোলোৱা এপাহ ফুল। মুঠতে চিত্ৰসমূহৰ অংকন কাৰ্য্য অপৈনত শিল্পীৰ যেন অনুমান হয়। লিখকে অষ্টাদশ কীৰ্তনৰ ঘোষা 'যাদৱ জগমোহন ৰাম। ভকত বৎসল তোমাৰ নাম' লিখি তাতেই আধৰুৱাকৈ সামৰণি মাৰিছে। পুথিখনিৰ লিখিত আৰু অঙ্কিত কাৰ্য্য ভালদৰে নিৰীক্ষণ কৰিলে—অসমৰ বৈষ্ণৱ আন্দোলনৰ কেই শতাব্দীমান পিচৰ যেন অনুমান হয়।

ইয়াৰ বাহিৰেও গুৱালকুছিৰ নিপুণ শিপিনীয়ে—মহাত্মাগান্ধী, জৱহৰলাল নেহেৰু, পঞ্চম জৰ্জ, মহাৰাণী ভিক্টোৰিয়া, নেতাজী সুভাষচন্দ্ৰ বসু আদি খ্যাতনামা বৰেণ্য পুৰুষসকলৰ প্ৰতিকৃতি; কাজিৰঙা, জয়দ'ল, শিৱদ'ল; বৈষ্ণৱ সত্ৰৰ সিংহাসন, শলাবন্তি, শৰাই, ধৰ্ম পুথিৰ ঘোষা-পদ, লতা-ফুলৰ বিচিত্ৰ অলংকৰণ ৰঙ-বিৰঙৰ সুতাৰে তাঁতত বছা মনোলোভা কাৰুকাৰ্য্যৰ নিদৰ্শন ভাৰত তথা পৃথিৱীৰ চতুৰ্দিশে দেখিবলৈ পোৱা যায়।



# সমবায়ৰ পটভূমিত অসমৰ বয়ন শিল্প আৰু শুৱালকুছিৰ ভূমিকা

**শ্ৰীএম. ৰহমান**

সহজ সৰল সমূহ অসমীয়াৰ শিল্পীমনৰ অপৰূপ ৰূপৰাশি অসমৰ জাতীয় জীৱনত স্বতঃস্ফূৰ্ত্ত জীৱন-সঙ্গীতৰ মাজতেই যেন চিৰন্তন বিৰাজ কৰি আহিছে—

অতিকৈ চেনেহৰ মুগাৰে মুহুৰা
অতিকৈ চেনেহৰ মাকো,
অতিকৈ চেনেহৰ বহাগৰ বিহুটি
নেপাতি কেনেকৈ থাকো।

সঁচা কথা। গাঁৱে-ভূঞে, চহৰে নগৰে প্ৰতিধ্বনিত হোৱা সেই সুৰৰ মাজতেই যেন মাতৃভূমিৰ আচল ৰূপটো আমি বিচাৰি পাইছো। "সুজলা সুফলা শস্য শ্যামলা, জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী"—শিল্পকলাৰ জাকজমক ৰূপটোৱেই যেন আমাৰ বৈশিষ্ট্যতাৰ অপৰূপ ৰূপ। আমাৰ বয়ন শিল্প, আমাৰ জাতীয় জীৱনৰ শ্ৰেষ্ঠ নিদৰ্শন। এই মনোমোহা ৰূপটোৰ জীৱন্ত চানেকীৰ মাজতেই অসমৰ পাকৈত শিপিনীয়ে সপোনো ৰচিব পাৰে।

বয়ন শিল্পৰ পাৰদৰ্শিতাৰ ক্ষেত্ৰত অসমৰ যি গৌৰৱোজ্জল ঐতিহ্য আছে তাক কোনেও নুই কৰিব নোৱাৰে। যুগ যুগ ধৰি অসমৰ শিপিনীয়ে বয়ন শিল্পত এটা অভিলেখৰ সৃষ্টি কৰি আহিছে। এড়ি, মুগা আৰু পাট শিল্পই অসমৰ কুটীৰ শিল্পৰ বৈশিষ্ট্য আৰু শ্ৰেষ্ঠত্ব যে প্ৰতিপন্ন কৰিব পাৰিছে তাত কোনো সন্দেহ নাই। এনে এটি শিল্প জাগৰণৰ অবিৰাম সংগ্ৰামত আজি আগৰণুৱা "শুৱালকুছি", আগৰণুৱা শুৱালকুছিৰ সমূহ শিপিনী। শুৱালকুছিৰ মুগা-পাটে অসমৰ উদ্যোগীকৰণত এফালে যেনেকৈ অৰিহণা যোগাইছে আনফালে তেনেকৈ হস্তশিল্পৰ পটভূমিত এটা গৌৰৱময় ইতিহাসবো সৃষ্টি কৰিব পাৰিছে। কিন্তু এনে এটা সুস্থ পৰিবেশ আৰু সুস্থ বাতাবৰণৰ মাজতো আত্ম-তুষ্টি লাভ কৰি চকু মুদি বহি থকাৰ কোনো প্ৰশ্নই উঠিব নোৱাৰে। তাৰ কাৰণ অসমৰ বয়ন শিল্পই সামগ্ৰিকভাৱে আন আন ৰাজ্যৰ তুলনাত এতিয়াও আগবাঢ়ি যাব পৰা পৰা নাই।

বয়ন শিল্প হৈছে সমূহ কুটীৰ শিল্পৰ মাজত প্ৰবৰ্ত্তি থকা এটা বৃহত্তম শিল্প, যি শিল্পই কৃষিৰ পাচতেই সমগ্ৰ দেশখনতে বিশেষকৈ গাঁও অঞ্চলত এক বুজন পৰিমাণৰ



লোকৰ জীৱিকাৰ পথ সুচল কৰিব পাৰে আৰু তেওঁলোকৰ অৰ্থনৈতিক দিশতো এটা উল্লেখযোগ্য অৰিহণা যোগাব পাৰে। এনে শিল্পত বিশেষভাৱে মন কৰিবলগীয়া কথাটো হৈছে—ই কোনো জাতি, ধৰ্ম্ম বা শ্ৰেণীৰ মাজত সীমাবদ্ধ হৈ থকা নাই। ই এনে এটা শিল্প যাক জাতি ধৰ্ম্ম নিৰ্ব্বিশেষে সকলোৱেই গ্ৰহণ কৰিব পাৰে।

আজি সমগ্ৰ দেশখনতেই ক্ৰমবৰ্দ্ধমান নিবনুৱা সমস্যাই মহামাৰীৰ দৰে বিস্তৃত হৈ এটা প্ৰকট ৰূপ ধাৰণ কৰিছে। অৰ্থনৈতিক দিশত জুৰুলা হৈ পৰা লাখ লাখ নিবনুৱাই আজি এমুঠি অন্নৰ বাবে হাঁহাকাৰ কৰিব লাগিছে। আজি বৰ্দ্ধিত জনসংখ্যা অনুপাতে কৰ্ম্মসংস্থান নাই। কিন্তু, এই কৰ্ম্মসংস্থান কোনে দিব আৰু কেনেকৈ দিব? আজি আমাৰ চকুৰ আগতে ঘূৰি ফুৰা শিক্ষিত নিবনুৱা ডেকা-চামলৈ লক্ষ্য কৰিলে দেখা যায় যে আমাৰ বৰ্ত্তমান শিক্ষা ব্যৱস্থা সুপৰিকল্পিতভাৱে এতিয়াও গঢ় লব পৰা নাই। কাৰণ এনে ব্যৱস্থাই প্ৰকৃত গুণৰ বৃদ্ধি নকৰি বৰঞ্চ সংখ্যাহে বৃদ্ধি কৰিছে। ফলস্বৰূপে নিবনুৱা সমস্যাটোক দিনকদিনে প্ৰকট কৰিহে তুলিছে। আজিৰ এই পৰিবৰ্ত্তনৰ যুগত সময়ৰ লগত খাপ খোৱাকৈ আমাৰ শিক্ষা-ব্যৱস্থাৰো এটা আমূল পৰিবৰ্ত্তন হব লাগিব। আমাৰ শিক্ষা ব্যৱস্থা এনে হব লাগিব যাতে শিক্ষিত ডেকা-গাভৰুৱে চৰকাৰী চাকৰিতকৈ শ্ৰমৰ মৰ্য্যাদাক উচ্চ আসন দি আত্ম-নিৰ্ভৰশীল কৰ্ম্ম সংস্থানত বেছি মনোযোগী হব পাৰে।

অকল শিক্ষিত ডেকাচামেই আজি দেশৰ নিবনুৱা নহয়। শিক্ষিতেই হওক বা অশিক্ষিতেই হওক যাৰেই কৰ্ম্ম সংস্থান নাই, সিয়েই নিবনুৱা। এনে নিবনুৱা হয়তো বহুতো আছে যাৰ শিল্পকলাত পাৰদৰ্শিতা আছে অথচ কৰ্ম্ম সংস্থান নাই, যাৰ অবিহনে জীৱিকাৰ পথ সুচল কৰা কেতিয়াও সম্ভৱ নহয়।

প্ৰাপ্ত তথ্যমতে অসমৰ মুঠ শিপিনীৰ সংখ্যা হৈছে ৭'৮৪ লাখ আৰু তেওঁলোকৰ মাজত সামৰি লোৱা তাঁতশালৰ সংখ্যা হৈছে ৬'৯৪ লাখ। এই শিপিনীসকলৰ সৰহ ভাগেই আংশিকভাৱেহে অংশ গ্ৰহণ কৰে। একমাত্ৰ জীৱিকাৰ পথ হিচাপে বাচি লোৱা শিপিনীৰ সংখ্যা হৈছে মুঠ শিপিনীৰ দহ শতাংশহে। সেই অনুপাতে দেখা যায় যে মুঠ শালৰ দহ শতাংশ শালহে ব্যৱসায়িক দিশত ব্যৱহৃত হব পাৰিছে। ৰেচম আৰু বয়ন বিভাগে সংগ্ৰহ কৰা তথ্য মতে মুঠ শালসমূহৰ শতকৰা ৭৩ ভাগ হৈছে উৰা মাকো শাল আৰু ২০ ভাগ হৈছে হাতে মৰা মাকো শাল। ইয়াৰ বাহিৰেও ৩১,০০০ খন ককালত বন্ধা 'লইন' শালো আছে। এই শালসমূহ পাহাৰ আৰু ভৈয়ামৰ জনজাতি অঞ্চলত শিপিনীয়ে ব্যৱহাৰ কৰে।

অসমৰ বয়ন শিল্পই প্ৰতি বছৰত ব্যৱহাৰ কৰা সূতাৰ পৰিমাণ এনে ধৰণৰ—

(১) কপাহী সূতা = ১২'৬৪ লাখ কেজি।
(২) এড়ি সূতা = ১'৮০ লাখ কেজি।
(৩) মুগা সূতা = ০'৮০ লাখ কেজি।
(৪) পাট সূতা = ০'৪৭ লাখ কেজি।

এই সূতাসমূহৰ ভিতৰত মাথো এড়ি আৰু মুগা সূতাহে অসমৰ পাকৈত শিপিনীয়ে নিজেই কাটি লব পাৰে। কপাহী আৰু পাট সূতাহে সূতা কটা কলবিলাকৰ পৰা আহে। সৰহ ভাগ সূতাৰ বিশেষকৈ মিহি সূতাৰ চাহিদা আন আন ৰাজ্যৰ পৰা আমদানি কৰিহে পূৰণ কৰা হয়। অসমৰ সৰহ ভাগ শিপিনীয়ে যদিও মাহুৰা সূতাহে পচন্দ কৰে, কাছাৰ, নগাওঁ অঞ্চলৰ ভালেখিনি শিপিনীয়ে পশ্চিম বঙ্গৰ মিলৰ সূতাৰ প্ৰতিহে বেছি আগ্ৰহী হোৱা দেখা যায়। অসমত অৱশ্যে দুটা সূতা কটা কল আছে। তাৰে এটা চন্দ্ৰপুৰত আৰু আনটো জাগিৰোডত। এই দুয়োটা সূতা কটা কলত বছৰি যথাক্ৰমে ২৬'০০ লাখ কেজি আৰু ০'৫৮ লাখ কেজি সূতা উৎপাদন কৰা হয়।

অকল বৃহৎ উদ্যোগ স্থাপন কৰিলেই দেশৰ ক্ৰমবৰ্দ্ধমান নিবনুৱা সমস্যা কেতিয়াও সমাধান হব নোৱাৰে। সমাধানৰ প্ৰকৃত পথ বিচাৰিবলৈ হলে বৃহৎ উদ্যোগৰ লগে লগে কুটীৰ শিল্পয়ো গা কৰি উঠিব লাগিব আৰু ব্যৱসায়িক দিশতো আগবাঢ়ি যাব লাগিব।

অৰ্থনৈতিক দিশত জুকলা হৈ পৰা জনসাধাৰণৰ নগ্ন ৰূপটোৰ পৰিপ্ৰেক্ষিতত বয়ন শিল্পৰ দৰে এনে এটা পৰিবেষ্টিত হৈ থকা কুটিৰ শিল্পৰ সম্প্ৰসাৰণত বাধাগ্ৰস্ত হব পৰা সকলোবোৰ সমস্যা পুঙ্খানুপুঙ্খভাৱে নিৰীক্ষণ কৰি প্ৰকৃত সমাধানৰ পথ সূচল কৰাৰ আজি বিশেষ প্ৰয়োজন হৈ পৰিছে।

সঁচা কথা কবলৈ হলে যদিও তাঁত শিল্পৰ উন্নতি প্ৰকল্পে বহুতো চৰকাৰী আৰু বে-চৰকাৰী প্ৰতিষ্ঠানে বিভিন্ন দিশত প্ৰচেষ্টা চলাইছে আৰু যদিও সকলোৰে দৃষ্টিভঙ্গী একেটা চৰম লক্ষ্যতেই বিদ্যমান, তথাপি প্ৰকৃত সমাধানৰ বাবে পৰস্পৰে পৰস্পৰৰ লগত সঙ্গতি বজায় ৰখাটো পৰিলক্ষিত হোৱা নাই। ফলস্বৰূপে প্ৰকৃত সমাধানৰো পথ উন্মুক্ত হব পৰা নাই।

কুটীৰ শিল্পৰ সম্প্ৰসাৰণৰ বাবে এইটো নীতিগতভাৱে মানি লোৱা হৈছে যে গাওঁ অঞ্চলত বিক্ষিপ্ত হৈ থকা এই শিপিনিসকলক সংঘবদ্ধভাৱে কৰ্ম্মমুখী কৰি, ব্যৱসায়িক দৃষ্টিভঙ্গীৰে আগবঢ়াই অনাৰ শ্ৰেষ্ঠ পথ হৈছে সক্ৰিয় সমবায়ৰ প্ৰসাৰতা বৃদ্ধি কৰা। প্ৰাপ্ত তথ্য মতে অসমত মুঠ ১৫৮৮ থন বোৱাকটা সমবায় সমিতি আছে আৰু ৫৪,০০০ খন তাঁত-শালক সামৰি লব পাৰিছে, তথাপি সেই সমিতিবোৰৰ মাত্ৰ ৫০০ সমিতিহে কম-বেছি পৰিমাণে কৰ্ম্মক্ষম হৈ আছে। অৱশ্যে ভালেকেইখন সমিতিয়ে আদৰ্শমূলক ব্যৱসায় কৰা আমাৰ চকুত পৰিছে; কিন্তু সৰহভাগ সমিতিকে নিয়মিতৰূপে সঞ্জীৱিত কৰাটো এতিয়াও হৈ উঠা নাই।

এতিয়া প্ৰশ্ন হৈছে সমবায়ৰ এই দুৰ্ব্বল গাঁথনিটোৰ মূল হেতু কি? মূলধনৰ অভাৱকেই বহুতে এটা মূল কাৰণ বুলি ভাবিব পাৰে। কিন্তু অকল মূলধনৰ প্ৰাচুৰ্যই গাঁথনিটো সবল হোৱাটো কেতিয়াও নুবুজায়। মূলধন যে লাগে এইটো সঁচা; কিন্তু ব্যৱসায়িক মনোবৃত্তি বিৰাজ নকৰিলে কোনো সমিতিয়েই গা কৰি উঠিব নোৱাৰে। আনহাতে, সমিতিৰ এলেকাভুক্ত সকলো শিপিনীকেই সভ্যভুক্ত কৰি ব্যৱসায়িক আঁচনিৰে কৰ্ম্মসংস্থান দিব নোৱাৰিলে কোনো সমিতিয়েই সমবায়ৰ মূলনীতিটোক ৰক্ষা কৰিব নোৱাৰে। কেইজনমান বছা বছা সদস্যৰে ব্যৱসায় কৰি থকা সমিতিৰ কোনো কৃতিত্ব নাই। এনে সমিতিৰ ব্যৱসায়ৰ প্ৰাচুৰ্য্য বাঢ়িলেও আন্দোলনটোক উৰ্দ্ধমুখী কৰাত সহায় নকৰে। বহুতে আকৌ সমবায়ৰ সভ্য হোৱাৰ গুৰুত্বটো উপলব্ধিও কৰিব নোৱাৰে। তাৰ বাবে তেওঁলোকক আমি দোষী কৰিব নোৱাৰোঁ। তাৰ বাবে দোষী সমবায় সমিতি নিজে। কাৰণ এই সমিতিবোৰত এনে কোনো আকৰ্ষণ নাই যাৰ দ্বাৰা সমবায়ত ভুক্ত হ'বলৈ তেওঁলোকক অনুপ্ৰাণিত কৰিব পাৰে।

সমবায়ৰ গাঁথনিটো এনেদৰে নিশকতীয়া হোৱাৰ আন যি কোনো কাৰণেই নাথাকক লাগে সমবায় আন্দোলনটোক সুস্থভাৱে আগুৱাই নিবলৈ আন্তৰিকতা থকা ব্যৱসায়িক জ্ঞানেৰে পৰিপুষ্ট গুৰি ধৰোতাৰ যে অভাৱ তাক কোনেও নুই কৰিব নোৱাৰে।

তাঁত শিল্পৰ সমবায় আন্দোলনত জড়িত হৈ থকা সমূহ সমবায় গাঁথনিটো হৈছে দুখলপীয়া। সেয়ে হৈছে শীৰ্ষপৰ্য্যায়ত 'এপেক্স' সমিতি আৰু প্ৰাথমিক পৰ্য্যায়ত বোৱা-কটা সমিতিসমূহ। পৰিয়ালৰ মুৰব্বী হিচাপে 'এপেক্স' সমিতিয়েই হৈছে আন্দোলনটোৰ গুৰি ধৰোঁতা। কিন্তু গুৰিধৰোঁতাই নিজেই যেতিয়া নিজৰ ব্যৱসায়তেই আবদ্ধ হৈ থাকে, অমনোযোগী আৰু দুৰ্ব্বল হৈ পৰে, তেতিয়া আমি প্ৰাথমিক পৰ্য্যায়টো সবল আৰু ব্যৱসায়িক মনোবৃত্তিৰে কৰ্ম্মমুখী হব বুলি কেতিয়াও চিন্তা কৰিব নোৱাৰোঁ। যি মূলনীতিত 'এপেক্স' সমিতি প্ৰতিষ্ঠিত হৈছে, সেই নীতি অনুসৰি গুৰি ধৰাত ব্যৰ্থ হলে 'এপেক্স' সমিতিয়ে 'এপেক্স' নাম ধাৰণ কৰাটোৰ কোনো অৰ্থই থাকিব নোৱাৰে।

এনে এটা মহৎ উদ্দেশ্যলৈয়ে সমবায় গাঁথনিটোৰ শীৰ্ষপৰ্য্যায়ত 'আৰ্টফেড'ৰ আজি আবিৰ্ভাৱ হৈছে। 'আৰ্টফেড' হৈছে অসম এপেক্স উইভাৰ্ছ এণ্ড আৰ্টিছানছ কো-অপাৰেটিভ ফেডাৰেচন লিমিটেডৰ এটা চমুকৈ মাতিব পৰা নামহে। এই ফেডাৰেচনখন ১৯৭৭ চনৰ ২৭ জুলাইৰ পৰাই নতুন



নামেৰে চৰকাৰী স্বীকৃতি লাভ কৰিছে। ই এখন ৰাজ্যিক পৰ্য্যায়ৰ কেন্দ্ৰীয় অনুষ্ঠান। সমবায়ে সামৰি লোৱা সকলো হস্তচালিত তাঁত শাল আৰু লগতে আন আন কুটীৰ শিল্পসমূহৰ সৰ্ব্বাঙ্গীন উন্নতিৰ বাবে এই কেন্দ্ৰীয় সমিতিয়ে আত্মনিয়োগ কৰিবলৈ বদ্ধপৰিকৰ। এই অনুষ্ঠানৰ আন এটা মহৎ উদ্দেশ্য হল সমূহ শিপিনীৰ অন্ততঃ ৬০ ভাগ শিপিনীক সমবায়ৰ ভিতৰলৈ অনা, উৎপাদনমুখী আঁচনি হাতত লোৱা আৰু সুলভ মূল্যত বেচা-কিনাৰ ব্যৱস্থা কৰি বয়ন শিল্পক সমবায়ৰ যোগেদি পৰ্য্যায়ক্ৰমে আগুৱাই নিয়া। দুখলপীয়া গাঁথনিটোত থকা প্ৰাথমিক পৰ্য্যায়ৰ ১৫৮৮ খন বোৱা-কটা সমিতি, ৬৬৫ খন গাঁও পঞ্চায়ত বহুমুখী সমিতি আৰু আন আন কুটীৰ শিল্পৰ সমিতিসমূহেৰে সৈতে এটা শক্তিশালী একগোট পৰিয়ালৰ সৃষ্টি কৰিব পাৰিলে আন্দোলনটোক উৰ্দ্ধমুখী কৰাত যথেষ্ট প্ৰেৰণা পোৱা যাব। 'মাউঠে উটিলে গুৰি পকৰাৰো মৰণ নাই' এয়ে হ'ব আন্দোলনৰ মূলমন্ত্ৰ।

## শুৱালকুছিৰ ভূমিকা

বয়ন শিল্পৰ সামূহিক দিশত শুৱালকুছি আগৰণুৱা হলেও সমবায়ৰ গণ্ডীত প্ৰকৃতপক্ষে এতিয়াও আশানুৰূপ সফলতা লাভ কৰিছে বুলি আমি কব নোৱাৰোঁ। প্ৰাপ্ত তথ্যমতে শুৱালকুছিৰ মুঠ জনসংখ্যা প্ৰায় ২৫০০০। এই জনসংখ্যাৰ ভিতৰত মুঠ ১৯২৮টা শিপিনীৰ পৰিয়ালে সৰ্ব্বমুঠ ৫২২৬ জন শিপিনীক সামৰি লৈছে। তেওঁলোকৰ মাজত সামৰি লোৱা তাঁত-শালৰ সংখ্যা হৈছে এনে ধৰণৰ :—

(ক) উৰামাকোৰ শাল (Fly shuttle) ৩১৮৪ খন

(খ) হাতেমৰা মাকোৰ শাল (Throw shuttle) ১৪২ খন

মুঠ ৩৩২৬ খন

এই শালসমূহৰ শতকৰা ৭৫ ভাগ শালত পাট আৰু মুগাৰ বস্ত্ৰ উৎপাদন কৰা হয় আৰু বাকীখিনিত কপাহী কাপোৰ উৎপাদন হয়।

প্ৰায় ৪ কি.মি. দীঘল আৰু ১½ কি.মি. বহল ভৌগোলিক আয়তনৰ শুৱালকুছিত প্ৰায় ১২ খন সমবায় সমিতি গঠিত হৈছে। ইয়াৰ ওপৰিও শুৱালকুছিৰ আশেপাশে প্ৰায় ১৮ খন বোৱাকটা সমিতি আছে। শুৱালকুছিৰ মূল খণ্ডৰ সমিতিসমূহৰ সৰহভাগ সমিতিয়েই এলেকাভুক্ত শিপিনীসকলক লৈ উৎপাদনমুখী আঁচনিৰে কৰ্ম্মক্ষম হৈ উঠিব পৰা নাই। প্ৰাপ্ত তথ্যমতে সাতখন সমিতিহে উৎপাদনত সক্ৰিয় অংশ গ্ৰহণ কৰিব পাৰিছে। বৰ্তমান সংগৃহীত তথ্যমতে শুৱালকুছিত প্ৰতি বছৰে মুঠ ২২ লাখ মিটাৰ পাট কাপোৰ আৰু ১ লাখ মিটাৰ মুগা কাপোৰ উৎপাদন হয়। এই উৎপাদিত সামগ্ৰীৰ মুঠ মূল্য প্ৰায় পাঁচ কোটি টকা। এই সামগ্ৰীসমূহ উৎপাদন কৰিবলৈ শিপিনীসকলক প্ৰতিবছৰে ৬০,০০০ কেজি পাট সূতা আৰু ২৪০০ মাৰ্ক গুণা লাগে।

শুৱালকুছিত শিপিনীসকলক সমবায়ৰ যোগেদি কেঁচামালৰ যোগান ধৰিবলৈ অসম এপেক্স উইভাৰ্চ এণ্ড আৰ্টিছান্‌চ কোঅপাৰেটিভ ফেডাৰেচনে এটা বিক্ৰী কেন্দ্ৰ বছৰটোৰ প্ৰথম ভাগতেই স্থাপন কৰিছে। কিন্তু ইয়াৰ পৰিসৰ ক্ৰমাগতভাৱেহে বৰ্দ্ধিত কৰাৰ ব্যৱস্থা কৰা হৈছে। অৱশ্যে বিক্ৰী কেন্দ্ৰটোৰ উৰ্দ্ধমুখী ব্যৱসায়ত এটা বেছ উৎসাহজনক সঁহাৰি পোৱা গৈছে। কিন্তু তেনেহলেও কেঁচামাল যোগান, উৎপাদন আৰু বিক্ৰীৰ ক্ষেত্ৰত মুঠ পৰিসৰৰ দহ শতাংশহে সমবায়ে সামৰি লব পাৰিছে। সমবায়ৰ দুৰ্ব্বল গাঁথনিটো সবল আৰু কৰ্ম্মক্ষম কৰি তুলিব পাৰিলে শুৱালকুছিৰ সমূহ উৎপাদন আৰু ব্যৱসায় সমবায়ৰ ভিতৰলৈ আহিব আৰু শিপিনীসকলৰো স্বাৰ্থৰ অনুকূলে সহায়ক হ'ব। অৱশ্যে তাৰ বাবে সুস্থ আঁচনি গ্ৰহণ কৰি কাৰ্য্যকৰী ব্যৱস্থাও লব লাগিব।

বয়ন শিল্পৰ উন্নতি কল্পে শুৱালকুছিৰ সমূহ সমবায় প্ৰেমী ৰাইজো নতুন উদ্যমেৰে আগবাঢ়ি আহিব লাগিব। এনে ক্ষেত্ৰত এটা বিশেষভাৱে লক্ষ্য কৰিবলগীয়া কথা হৈছে যে শুৱালকুছিত গঠিত হোৱা বিভিন্ন সমিতিসমূহ সুপৰিকল্পিত নহয়। বিশেষকৈ নিৰ্দিষ্ট আৰু পৃথক পৃথক এলেকা লৈ

সমিতিবোৰ গঠন হোৱা নাই। এলেকাৰ ক্ষেত্ৰত কেইবাথনো সমিতি উপৰাউপৰিকৈ গঠন হৈছে। গতিকে এটা নিৰ্দ্দিষ্ট সীমাৰ শিপিনীসকলক সংঘবদ্ধ কৰি একগোট কৰাত বাধা আৰু বেমেজালিৰ সৃষ্টি হৈছে। আনহাতে, এনে ধৰণে সমিতি গঠন কৰাটো সমবায় নীতিৰ সম্পূৰ্ণ পৰিপন্থী। দুৰ্ব্বল শ্ৰেণীক অৱজ্ঞা কৰি কেইজনমান বচা বচা সদস্যৰে সমিতি গঠন কৰাৰ কোনো কৃতিত্ব নাই। এই কেৰোণবোৰ পুঙ্খানুপুঙ্খভাৱে পৰ্য্যালোচনা কৰি গাঁথনিটোক পুনৰ ৰূপ দিয়াৰ আজি বিশেষ প্ৰয়োজন হৈ পৰিছে। সন্মিলিতভাৱে চেষ্টা কৰিলে কোৰোণবোৰ আঁতৰোৱাৰ কোনো অসুবিধা নহ'ব। কিন্তু এই বাবে আগবাঢ়ি আহিব লাগিব শুৱালকুছিৰ সমূহ সমবায় প্ৰেমী ৰাইজ নিজে। ৰাইজৰ সামূহিক প্ৰচেষ্টাৰে সমবায় আন্দোলনটোক সুদৃঢ় কৰিব পাৰিলে বয়ন শিল্পৰ নৱ-জাগৰণত শুৱালকুছিৰ জয়যাত্ৰা যে অব্যাহত থাকিব তাত কোনো সন্দেহ নাই।



# শুৱালকুছিৰ তাঁত শিল্পৰ ক্ৰমবিকাশ

**শ্ৰীযোগেন্দ্ৰ ভৰালী**

অসমৰ সকলো ঠাইতে পোনতে কপাহী কাপোৰ প্ৰস্তুত কৰা হৈছিল। আৰু প্ৰায় সকলো ঠাইতে কপাহ খেতিও হৈছিল। কপাহ কাটি কাপোৰ বই নিজৰ ব্যৱহাৰৰ কাপোৰ উৎপাদন কৰি লৈছিল। বিশেষকৈ শুৱালকুছি, কমাৰকুছি, ৰঙিয়াৰ লহকৰ পাৰা, আদিত কপাহী কাপোৰ প্ৰস্তুত কৰা হৈছিল। প্ৰাচীন কালত ইয়াৰ লোকে নুৰা কটা সূতা ব্যৱহাৰ কৰিছিল। এই নুৰা কটা সূতা কমাৰকুছি অঞ্চলতো ব্যৱহাৰ কৰাৰ তথ্য পোৱা গৈছে। কপাহৰ পৰা তাহানি বৰ কাপোৰ (ফুলবছা), বৰ কথা (কম্বল) ব'ই ৰজা ঘৰৰ সমাদৰ লাভ কৰিছিল। কিন্তু কালৰ সোঁতত কপাহী কাপোৰৰ সমাদৰ ক্ৰমান্বয়ে হ্ৰাস পাই আহিছে আৰু বৰ্ত্তমান অৱস্থাত কপাহী কাপোৰ ব্যৱসায়ৰ স্বাৰ্থত উৎপাদন কৰিবলৈ মানুহে প্ৰায় এৰি দিয়াৰ দৰে হৈছে। অৱশ্যে বিহুৰ সময়ত গামোছা বোৱাৰ প্ৰাধান্য আজিও আগৰ গতিত আছে।

কপাহী কাপোৰৰ পিছত এৰী, মুগা আৰু পাটৰ বস্ত্ৰ উৎপাদন কৰাটো মানুহৰ প্ৰধান ব্যৱসায়ত পৰিণত হৈছে। অৱশ্যে কেতিয়াৰ পৰা ইয়াত ৰেচম শিল্পৰ প্ৰৱৰ্ত্তন আৰম্ভ হ'ল তাৰ বৈজ্ঞানিক সত্য প্ৰমাণিত নহলেও এইটো কব পাৰি যে এৰী-মুগা মঙ্গোলীয়, তিব্বতবৰ্ম্মীয় আদি জনজাতীয় লোকসকলৰ পৰা আহে। কপাহ যিহেতু থলুৱা উৎপাদন গতিকে এৰি, মুগা, পাটতকৈ ইয়াৰ উৎপাদন কাৰ্য্যও আগবঢ়া। এৰী, মুগা, পাট কাপোৰৰ প্ৰাচীনতা সম্পৰ্কে ইতিহাস বিচাৰিলে পোৱা যায়।

শুৱালকুছিত মুগা-পাট কাপোৰৰ আদি স্তৰ আজিৰ দৰে উন্নত পৰ্য্যায়ৰ নাছিল। ইয়াত স্পান চিল্ক বা কেণ্টন চিল্কৰ কাপোৰ প্ৰস্তুত কৰাৰ কাম চলিছিল। Span Silkঅৰ বাবে কেঁচা মাল চীনৰ Canton নামৰ ঠাইৰ পৰা আনিছিল। দৈনিক ব্যৱহাৰৰ বাবে কপাহী কাপোৰ প্ৰস্তুত কৰি লৈছিল আৰু বিয়া সবাহ, উৎসৱ পাৰ্ব্বন আদিত পিন্ধিবলৈ স্পান চিল্কৰ বস্ত্ৰ উৎপাদন কৰি লৈছিল। আদিতে ব্যৱসায় ভিত্তিত বস্ত্ৰ উৎপাদন কৰা হোৱা নাছিল। নিত্য ব্যৱহাৰৰ বাবে মানুহে কাপোৰ ব'ই লৈছিল। ব্যৱসায় ভিত্তিত কাপোৰ উৎপাদন কৰিবলৈ মানুহে আৰম্ভ কৰে প্ৰথম "গাৰো ভূনীৰে"। 'গাৰো ভূনী' গাৰো লোকসকলে তেওঁলোকৰ বিয়াত ব্যৱহাৰ কৰা প্ৰধান বস্ত্ৰ। অনুমান কৰা হয় শুৱালকুছিৰ লোকসকলে এৰী, মুগা, পলুৰ খোলা গাৰো পাহাৰৰ পৰা আনিবলৈ অহা যোৱা-কৰোতে গাৰোসকলৰ লগত ইয়াৰ মানুহৰ এটি যোগ সূত্ৰ স্থাপন হয় আৰু তাৰ ফলস্বৰূপে শুৱালকুছিৰ পৰা তেওঁলোকে গাৰো ভূনী আমদানি কৰাৰ সুযোগ পাইছিল। 'গাৰো ভূনী' স্থানীয় তাঁতীসকলে উৎপাদন কৰিছিল। বিশেষকৈ শ্ৰীহৰমোহন বৈশ্যৰ পূৰ্ব্ব পুৰুষসকলে বহুদিনলৈ 'গাৰো ভূনী'ৰ ব্যৱসায় চলাই আছিল বুলি শুনা যায়।

ব্যৱসায় ভিত্তিত গঢ়ি উঠা দ্বিতীয় উৎপাদন হ'ল 'ধাৰা' ( খাচীয়া পোচাক ), জেংচেম, উজ্বল সিংখান, গোমচেঙ ( জেংচেম ? ) কাচিপ, চিচুপাত আদি মুগা পাটৰ কাপোৰ। প্ৰায় ২০০শ বছৰ আগৰ পৰা এনেবিধ কাপোৰ উৎপাদন কৰি ইয়াৰ তাঁতীসকলে জীৱন নিৰ্ব্বাহ কৰিছিল। ধাৰা আৰু গোমচেঙ কাপোৰ বৰ্ত্তমানলৈকে প্ৰস্তুত কৰি অহা হৈছে। অতীজত এইবিধ কাপোৰ উৎপাদন কৰাত বেছি গুৰুত্ব দিয়া হৈছিল। কথা মহাজন আৰু পদ্মৰাম বায়নৰ উপৰি পুৰুষ এই ক্ষেত্ৰত উল্লেখযোগ্য। ফলস্বৰূপে বৰ্ত্তমানেও এই দুটা পৰিয়ালে একচেটীয়াভাৱে খাচীয়া কাপোৰ উৎপাদন কৰি ব্যৱসায় চলাই আছে। ধাৰাৰ পিছত স্পান চিল্কৰ শ্বাল কাপোৰ উৎপাদন আৰম্ভ হয়।

আজি কালিৰ লেখীয়া মুগাৰ থান্ ববলৈ প্ৰথমে আৰম্ভ কৰে গন্ধ ৰাম মড়লে। উক্ত গন্ধ ৰাম মৰলে আহোম ৰজাক বছৰি কৰ বাবদ একোটিকৈ মুগাৰ থান্ দিয়াৰ নিয়ম প্ৰচলন আছিল। অৱশ্যে কাপোৰ বোৱাতকৈ আগৰ দিনত মুগা কটাৰ ওপৰতহে অধিক গুৰুত্ব দিয়া হৈছিল। মুগাৰ সূতা দেশৰ বাহিৰলৈ ৰপ্তানি কৰাটো প্ৰধান ব্যৱসায় আছিল। এপিনে বৃটিছ আমোলতো শুৱালকুছিৰ পৰা ঢাকা, কলিকতা আদিলৈ মাহত ২/৩ মোন মুগা সূতা ৰপ্তানি হৈ আছিল। সূতা কটা সৰ্ব্বসাধাৰণ লোকৰ কাম আছিল যদিও মুগাৰ থান্ কাপোৰ উৎপাদনৰ কামো চলিছিল। প্ৰায় ওঠৰ শতিকাতে মুগাৰ কাপোৰ থান্ হিচাপে বোৱা প্ৰথা প্ৰচলন হয়। সেই সময়ত গাঁৱত কিছুমান লোকে মুগা কটা, কিছুমানে বেহা-বেপাৰৰ কাম কৰিছিল। কেৱল বছা বছা শিপিনীহে কাপোৰ বোৱা কামত নিযুক্ত আছিল। বিশেষকৈ ঘৰৰ মতা মানুহ খিনিহে বেহা-বেপাৰলৈ যায়। বেহা-বেপাৰলৈ যোৱাৰ আগতে ঘৰত ধান-চাউল, তেল-দালি আদিৰ লগতে ঘৰৰ গৃহিণী জনীক অলপ ধন দি যায়। গৃহিণীয়ে সেইখিনিৰে মুগা কিনি সূতা কাটি ( কিছুমানে আকৌ কাপোৰ বই ) আৰু বিক্ৰী কৰি যি পইচা পায় তাৰ দ্বাৰা সময়ে সময়ে আৱশ্যক হোৱা দুই এপদ বস্তু কিনি ঘৰখন চলায়। এইদৰে অতীতৰ পৰা মুখা পাট বা কাপোৰ বোৱা কাম চলি আহিছিল॥ মুগাৰ কাপোৰৰ লগে লগে পাট সূতাৰ কাপোৰ বোৱা কামো চলি আছিল। অৱশ্যে পাট সূতা তেতিয়া চীনৰ পৰা আমদানি কৰা হৈছিল বুলি বহুতে কোৱা শুনা যায়। সেই সময়ত বাতিকাঢ়া পদ্ধতি হাতেৰে আলিৰ বুকুত খুটি পুটি কৰিছিল। প্ৰায় ১২/১৮জন মানুহে লগ হৈ বাতি কাঢ়ে। বাতি কঢ়া সঁজুলিবোৰৰ ভিতৰত হোপ, লাঠি, সল, দোকঠিয়া আদি উল্লেখযোগ্য। কাপোৰৰ মান আজিৰ তুলনাত ডাঠ আৰু খহটা আছিল। ৬০নং ৰাহত প্ৰতি ইঞ্চিত ৭½ গণ্ডাকৈ সূতা দিয়া হৈছিল। প্ৰতি হাজাৰ মুগাত মাত্ৰ এটাকৈ থান কাপোৰ উৎপাদন কৰিব পৰা গৈছিল। প্ৰতি থান্‌ৰ মূল্য ( আমি জনামতে ) ৫ টকাৰ পৰা ৮ টকা পৰ্য্যন্ত আছিল। কাপোৰ হাতশালত বোৱা হৈছিল। হাত-শালত কাপোৰ বোৱা কাম দ্বিতীয় মহাসমৰৰ আগলৈকে চলি আছিল। তেতিয়া মানুহে বছৰত মাত্ৰ দহটা মানহে থান্ বব পাৰিছিল। আৰু তাৰ দ্বাৰাই পৰিয়ালৰ জীৱিকা অৰ্জন কৰিব পাৰিছিল।

## প্ৰাচীনকালৰ ফুলৰ চানেকি আৰু ফুল বছা পদ্ধতি ঃ

আমি স্মৰণ কৰিব পৰা মতে শুৱালকুছিৰ শিপিনীয়ে কাপোৰত আকাশৰ তৰা বাছি সুলভ কলা কুশলতাৰ অপূৰ্ব্ব দৃষ্টান্ত ৰাখি গৈছে। আহোম যুগৰ পৰা জাতিৰ জনক মহাত্মা গান্ধীলৈকে ইয়াৰ শিপিনীসকলে নিজ নিজ সৃষ্টিসুলভ দক্ষতাৰ বাবে ভুয়সী প্ৰশংসা অৰ্জন কৰি আহিছে। বৰ্ত্তমানেও সেই গৌৰৱ অটুট ৰাখি বিশ্বত নিজৰ ভাবমূৰ্ত্তি প্ৰকট কৰিব পাৰিছে।

ফুলৰ চানেকি প্ৰস্তুত কৰি কাপোৰত ফুল তোলা পদ্ধতি কেতিয়াৰ পৰা আৰম্ভ হ'ল সেইটো সঠিক কব নোৱাৰি। তথাপি অতীত কালৰ কোনো এক সময়ৰ পৰা ফুলৰ চানেকি কৰি ফুল তোলা কাম আৰম্ভ হয়। ফুল বছাৰ সন্দৰ্ভত এটি গল্প শুনা যায়। স্থানীয় স্বৰ্গীয় মুকুন্দ বৈশ্য আৰু মাণিক বৈশ্যই হেনো বৰপেটাত কাপোৰ বিক্ৰি কৰিছিল। এদিন তেওঁলোকে কাপোৰ বিক্ৰী কৰি থাকোঁতে এগৰাকী তিৰোতাই হাতেৰে ফুল তোলা কাপোৰত ফুলৰ চানেকি দেখুৱায়। তেনে ফুলৰ চানেকি পাট কাপোৰত তুলি দিবলৈ তেওঁ মুকুন্দ বৈশ্য আৰু মাণিক বৈশ্যক অনুৰোধ কৰে। পিছত তেওঁলোকে সেই চানেকিটো লক্ষীৰাম ভৰালীক দিয়ে। স্বৰ্গীয় ভৰালীয়ে আকৌ পদ্মৰাম বায়নক ফুলৰ চানেকিটো দেখুৱায়। শেষত বায়নে বাহৰ মিহি কাঠিৰে অশেষ কষ্ট কৰি ফুল প্ৰস্তুত কৰি প্ৰথমে ফুল তোলা কাম আৰম্ভ কৰে ( ১৯১৪ চনত )। আনকালে ইয়াৰ পূৰ্বে প্ৰায় ১০০/২০০ বছৰ আগেয়ে ললিত গাঁও বুঢ়া, আত্মা মিস্ত্ৰী, ভৰত মিস্ত্ৰী, ধনীৰাম বৈশ্য, বলোমাল, মঞ্জুৰ বৈশ্য প্ৰভৃতিয়ে ফণিৰ সহায়ত ফুল তুলিছিল বুলি শুনা যায়। উল্লেখযোগ্য যে স্বৰ্গীয় পদ্মৰাম বায়ন, বলিত কাৰিকৰ, সোণাৰাম, জগৰু সদাগৰ, লালমোহন তালুকদাৰ, ললিত গাঁওবুঢ়া, আত্মা মিস্ত্ৰী, ভৰত মিস্ত্ৰী, বলোমাল, ধনীৰাম বৈশ্য, মঞ্জুৰ বৈশ্য, বন্ধুৰাম আদিৰ পূৰ্ব্বপুৰুষসকলেই প্ৰাপ্ত তথ্য মতে শুৱালকুছিৰ আদি তাঁতী।

আৰম্ভনিতে ফুল তোলা কাম আজিৰ দৰে বৈজ্ঞানিক সা-সঁজুলিৰ দ্বাৰা কৰা হোৱা নাছিল। তেতিয়া ফুলৰ চানেকি প্ৰস্তুত কৰা কাকত ( গ্ৰাফ পেপাৰ ) আৱিষ্কৃত হোৱা নাছিল। চানেকি কাকতৰ পৰিবৰ্ত্তে মিহি মিহি কৈ বাঁহৰ কাঠি কৰি চানেকি কাকতৰ দৰে ঘৰ কৰি লৈ ফণি তৈয়াৰ কৰি ফুলৰ চানেকি প্ৰস্তুত কৰিছিল। কিছুমানে আকৌ কেৱল বাঁহৰ চেৰিৰে বা পাচেনীৰে সূতা বাছি বাছি ফুল তুলিছিল। এইদৰে কাপোৰত ফুল তোলোতে আজি কালিৰ তুলনাত যথেষ্ট সময় লাগিছিল। দিনত গড়ে প্ৰায় ছকুৰি মুঠিৰহে ফুল তুলিব পাৰিছিল। কোনো আৰ্হি নোহোৱাকৈ নিজৰ দক্ষতাৰে অতিজত ইয়াৰ শিপিনী সকলে উৰা জাহাজ, জাহাজ, গছ-লতা, পশু-পক্ষী আদিক কাল্পনিক আৰ্হিৰে কাপোৰত ধৰি ৰাখিব পাৰিছিল। পূৰ্ব্বতে মতা মানুহতকৈ মাইকী মানুহহে ফুল তোলা কামত অধিক, পৈণত আছিল। কাৰণ ঘৰৰ পুৰুষ মানুহ বেহা-বেপাৰ কৰিবলৈ যাওঁতে গৃহিণীহে ঘৰত তাঁত শালত বেছিকৈ জড়িত আছিল। অৱশ্যে বেহা-বেপাৰৰ পৰা মানুহৰ মন তাঁতৰ শালৰ পিনে অহাৰ পিছত তিৰোতা মানুহতকৈ পুৰুষ মানুহে অধিক দক্ষতাৰে ফুল তুলিব পাৰিছিল। এনেকৈ ফুলৰ আৰ্হি অংকন কৰা, ফুল তোলা আদি কৌশলপূৰ্ণ কামত পুৰুষে আগভাগ লৈ আহিছে। শুৱালকুছিৰ তাঁত শিল্পীসকলৰ কাৰ্য্যকুশলতাত স্বৰ্গদেৱ সকলো সন্তুষ্ট হৈ এই ঠাইৰ নৈ ঘাট, হাট বজাৰ আদিৰ ৰাজহ মুক্ত কৰিছিল বুলি জনা যায়। বৃটিছ যুগতে আবৰ যুদ্ধত শুৱালকুছিৰ পৰা লোক নিবলৈ ওলোৱাত শুৱালকুছিয়ে তাঁত শিল্পত যোগোৱা বৰঙণিৰ খাতিৰত গাওঁৰ লোকে যুদ্ধত যোৱাৰ পৰা ৰেহাই পাইছিল। জনামতে এই সম্পৰ্কত হেনো সোণাৰাম ৰাজমেধি আৰু জিনাৰাম মেধিয়ে গৰু গাড়ীৰে চিলঙলৈ গৈ নৌ বাহিনীৰ অধিনায়কৰ ওচৰত এই দাবী তুলি মঞ্জুৰ কৰাইছিল।

## প্ৰাচীন কালৰ ৰং কৰা পদ্ধতি ঃ

সৌন্দৰ্য প্ৰিয়তা মানুহৰ স্বভাৱজাত প্ৰবৃত্তি। আদিম কালৰপৰা মানুহে সৌন্দৰ্য বিলাসী মনোভাবেৰে সুন্দৰৰ আৰাধনা কৰি আধ্যাত্মিক উৎকৰ্ষ সাধন কৰাৰ লগে লগে নিজকে পাৰ্থিৱ সুখ সাচ্ছন্দ্যৰ মাজত উটুৱাই ৰাখিবলৈ চেষ্টা কৰি আহিছে। নিজৰ ৰূপ বঢ়োৱাৰ বাবে অন্যান্য বিলাসিতাৰ উপৰিও সাজপোচাকো ৰঙ বিৰঙৰ কৰা বিস্তাৰ দৃষ্টান্ত মানৱ সভ্যতাত পোৱা যায়। সাজ-পোচাক ৰং বিৰঙৰ কৰি ৰূপ মাধুৰিও উটুৱাই নিয়াৰ বাবে অসমীয়া লোকৰ মাজত আৱহমান কালৰপৰা ৰং কৰা পদ্ধতি প্ৰচলিত আছিল। কপাহী কাপোৰৰ সূতা নানা ৰঙেৰে বোলাই লৈ বিভিন্ন ৰঙৰ পোচাক তৈয়াৰ কৰি আনন্দ উছৱত মানুহে আনন্দৰ মেলাত ৰূপৰ পোহাৰ মেলিছিল।

মুঠ কথাত অসমীয়া সমাজত ৰং কৰা পদ্ধতি এসময়ত সৰ্ব্ব-সাধাৰণৰ প্ৰচলিত প্ৰথা আছিল। অৱশ্যে তাৰ তুলনাত সূতা ৰং কৰি পোচাক তৈয়াৰ কৰা পদ্ধতি আজি কালি এক প্ৰকাৰ উছন হোৱাৰ দৰে হৈছে। কিন্তু অতীতত আদিম অধিবাসীসকলে বিশেষকৈ ফাকিয়াল, খাম্‌টি, মটক প্ৰভৃতি জাতিৰ লোকসকলে সূতা ৰং কৰি পোচাক উৎপন্ন কৰিছিল। যোৰহাট মহকুমাৰ অন্তৰ্গত তুৰুং (Turung) আৰু নৰাহ (Noras) সকলে ৰম্ (Rom) গছৰ পৰা নীলা ৰং তৈয়াৰ কৰি সূতা আৰু কাপোৰ ৰং কৰিছিল। J. W. Masterঅৰ মতে নগা-ভূমিত উৎপন্ন ৰম্ (Rom) গছৰপৰা আঙ্গামী লোকসকলে উজ্জ্বল নীলা ৰং প্ৰস্তুত কৰিছিল। আনফালে বৰাচিয়া-কোৰা (Barasiakora lata) লতাৰ বাকলি সৰু সৰুকৈ কাটি গৰম পানীত সিজাই মোহাৰি লৈ চেঁচা পানীৰ পাত্ৰত থৈ কিচ্‌কিচীয়া ক'লা ৰং কৰা হৈছিল। আকৌ নীলা ৰঙৰ কাপোৰ কেইমিনিটমান ক'লা ৰঙৰ পাত্ৰত তিয়াই ৰ'দত শুকাই লোৱাৰ পিছত নীলা ৰঙৰ কাপোৰ কলা ৰঙলৈ ৰূপান্তৰ কৰা নিয়ম প্ৰচলিত আছিল। এইদৰে প্ৰাচীন কালৰ পৰা ৰম্, আচু আৰু আন আন বনৰীয়া উদ্ভিদৰ পৰা নীলা, হালধীয়া, ৰঙা আদি ৰং কৰা পদ্ধতি সৰ্ব্বসাধাৰণ ৰাইজৰ মাজত প্ৰচলিত হৈ আছিল।

আজিৰ পৰা সাত, আঠ দশক কাল পূৰ্ব্বে শুৱালকুছিত ৰঙ কৰা প্ৰণালী প্ৰচলিত আছিল। তেতিয়া সূতা ৰঙ কৰা প্ৰণালী বৰ্ত্তমানৰ দৰে ৰাসায়নিক প্ৰক্ৰিয়াৰে প্ৰস্তুত কৰা ৰঙেৰে ৰঙ কৰা নহৈছিল। প্ৰকৃতিজাত বিভিন্ন উপাদানেৰে তেতিয়া ৰঙ কৰা নিয়ম চলিছিল। সেই কালত ৰঙ কৰা প্ৰণালীৰ চমু বিবৰণ তলত দাঙি ধৰা হ'ল।

ৰঙা ৰং—ৰঙা ৰং লাহাৰ পৰা কৰা হৈছিল। নতুন লাহা কিছুমান সংগ্ৰহ কৰি সেইবোৰ প্ৰথমে দিনৰ ৰ'দত শুকাই আৰু নিশা নিয়ৰত তিতোৱা হয়। এনেদৰে কিছুদিন কৰাৰ পিছত সেই লাহাবোৰ গৰম পানীত সিজোৱা হয়। সিজোৱা লাহাবোৰ যেতিয়া মথা বান্ধে তেতিয়া কাঠৰ চৰিয়াত ঢালি লৈ কাঠৰ মাৰিৰে খুন্দা হয়। এইদৰে খুন্দাৰ পিছত লাহাখিনি পুনৰ গৰম পানীত ললে ৰঙা ৰং হয়। উতলাই আৰু সেই ৰঙত পাট বা মুগাৰ সূতা বোলোৱা হয়।

লোচন গছৰ গুটিৰ পৰাও ৰঙা ৰং কৰা হৈছিল। লোচন গছৰ গুটিবোৰ শুকাই লোৱাৰ পিছত গৰম পানীত সিজাই ৰঙা ৰং কৰা হয়। লোচনৰ ৰঙত মুগাৰ সূতা ৰং কৰিলে ইয়াৰ সৌন্দৰ্য্য বৃদ্ধি পায়। মুগা কাটিবলৈ মুগা-বোৰ সিজাই লওতে লোচনৰ গুটি পানীত দি ৰং কৰা নিয়ম আজি কিছুদিন আগলৈ চলি আছিল।

ক'লা ৰং—শিলিখা গুটিৰ পৰা ক'লা ৰং তৈয়াৰ কৰা হৈছিল। শিলিখা গছৰ গুটি এবছৰৰ বাবে গোটাই লৈ ৰ'দত শুকাই আৰু নিয়ৰত তিতাই বস্তাত বান্ধি ৰখা হয়। ৰঙৰ আৱশ্যকতা অনুসৰি পূৰ্বে সংগ্ৰহ কৰি থোৱা শিলিখা গুটি আনি লোৰ মাৰিৰে খুন্দি লোৱা হয়। এই খুন্দা গুটিবোৰ গৰম পানীত ৫।৬ দিন পৰ্যন্ত সিজাই লব লাগে আৰু শেষত গুটিবোৰ চেকি পানীখিনি ৰখা হয়। এই পানীৰ ওপৰত আকৌ কহ ( চামনি ) উঠে আৰু সেই কহবোৰ পাতল কাপোৰেৰে চেকি লোৱাৰ পিছত প্ৰকৃত ক'লা ৰং পোৱা হয়।

হালধীয়া ৰং—আঁচু গছৰ কাঠৰ পৰা এইবিধ ৰং তৈয়াৰ কৰা হৈছিল। আচু গছৰ গা-গছ চকলিয়াই কিছু পৰিমাণে লৈ পানীত সিজোৱা হয়। সিজোৱা পানীৰ কহ ওলোৱাৰ পিছত হালধীয়া ৰং হয়। হালধীয়া ৰং কিছুমানে আকৌ আলধিৰ পৰাও কৰিছিল। হালধিবোৰ খুন্দি লৈ গৰম পানীত সিজাই হালধীয়া ৰং কৰা হৈছিল।

চক্‌লেট ৰং—মাজেঠি নামৰ এবিধ লতাৰ পৰা এই চক্‌লেট ৰং কৰা হৈছিল। গছ ডাল পূৰ্ঠ হলে ইয়াক সৰু সৰু কৈ কাটি পানীত সিজোৱা হয়। পিছত পানীবোৰ চেকি ললে ৰং উৎপন্ন হয়।

ইয়াৰোপৰি ৰম্ গছৰপৰা নীলা ৰঙো কৰা হৈছিল। আকৌ সেই সময়ত এটা ৰঙৰ পৰা অইন এটা ৰঙলৈ ৰূপান্তৰ কৰা পদ্ধতিও চলিছিল। আনফালে দুটা ৰঙৰ মিশ্ৰণ কৰি অইন এটা নতুন ৰং সৃষ্টি কৰিব পাৰিছিল।



মূঠতে কোনো কাৰিকৰী শিক্ষা দিক্ষা নোলোৱা কৈ নিজ দক্ষতাৰে ইয়াৰ শিপিনীসকলে সূতা ৰং কৰি বাৰে-বৰণীয়া কাপোৰ উৎপাদন কৰিব পাৰিছিল। আৰু সেই ভিত্তিত আধুনিকভাৱে বৰ্ত্তমানেও ৰং কৰা পদ্ধতি চলি আছে।

## যুদ্ধোত্তৰ যুগত শুৱালকুছিৰ তাঁতশিল্প

আহোম ৰজাসকলৰ বিশেষ যত্ন আৰু পৃষ্ঠপোষকতাত শুৱালকুছিৰ তাঁতশিল্পৰ যথেষ্ট অগ্ৰগতি হৈছিল যদিও বৃটিছ শাসনত সেই পৃষ্ঠপোষকতা পোৱা নাছিল। বৰঞ্চ বৃটিছসকলে চোম, সোৱাল গছৰ ওপৰত ৰাজহ বহুৱাই মুগা উৎপাদনত বাধাৰ সৃষ্টিহে কৰিছিল। তথাপি শুৱালকুছিৰ লোকে শিল্পটোৰ লগত ঘনিষ্ঠভাৱে লাগি আছিল। এইদৰে অতিজৰ পৰা দ্বিতীয় মহাসমৰলৈকে পৰম্পৰা গতিত কাপোৰৰ উৎপাদন চলি আহিছিল। শুৱালকুছি তাঁতশিল্পৰ বিশেষকৈ মুগা, পাট কাপোৰ উৎ-পাদনৰ ক্ষেত্ৰত বৈপ্লবিক পৰিবৰ্ত্তনে দেখা দিয়ে ১৯৩৯ চনৰ পিছত। আগৰ পৰম্পৰা ৰক্ষা কৰি এক অভিনৱ পদ্ধতিৰে কাপোৰ উৎপাদন কৰাত গুৰুত্ব আৰোপ কৰা হ'ল মহা-সমৰৰ সময়ত। এই পৰিবৰ্ত্তনৰ সূচনা কৰে ৺কালিৰাম কাৰিকৰ ডাঙৰীয়াই। কাৰিকৰে পোনতে Gauhati Weaving Schoolঅৰ Superintendent সুন্দৰমনৰ পৰামৰ্শমতে তাঁত শিল্পিৰ ক্ষেত্ৰত কিছুমান অভিনৱ পদ্ধতি প্ৰৱৰ্ত্তন কৰে। মহাসমৰৰ আগলৈকে Country loom-তহে কাপোৰ বোৱা হৈছিল। এতিয়া হাত শাল (Countay loom)ৰ ঠাইত (fly shuttle) উৰনীয়া মাকোৰ প্ৰৱৰ্ত্তন কৰা হ'ল আৰু হাতেৰে বাতি কচাৰ ঠাইত ড্ৰামৰ ব্যৱহাৰ আৰম্ভ হয়। ৺ কাৰিকৰে পোনতে জেকাৰ্ড (J'acauard) মেচিন প্ৰৱৰ্ত্তন কৰে। এই জেকাৰ্ড মেচিনৰ ব্যৱহাৰেই শুৱালকুছিত শিল্প বিপ্লৱৰ প্ৰথম পদক্ষেপ। অৱশ্যে তাঁত শালত মেচিনৰ প্ৰৱৰ্ত্তনে সেই সময়ত সকলো লোকক সন্তুষ্ট কৰিব পৰা নাছিল। লুহিত দেৱান, গোবৰ্দ্ধন দেৱান আদি লোকসকলে ৰাজহুৱা মিটিং কৰি মেচিন প্ৰৱৰ্ত্তনত প্ৰতিবাদ কৰিছিল। তাঁত শালত এনেকুৱা বৈপ্লৱিক পৰিবৰ্তন আৰু যুদ্ধৰ কাল-ছোৱাত বাহিৰা বস্তুৰ মূল্য নিয়ন্ত্ৰণ (control) হোৱাত সৰ্ব্বসাধাৰণ লোকে আগৰ অন্য বাহিৰা ব্যৱসায়-বোৰ এৰি তাঁতশালত মনোনিবেশ কৰে আৰু তাৰ ফলত ১৯৩৯ চনৰ পৰা ১৯৪৬ চনলৈ শুৱালকুছিত প্ৰতি ঘৰত ৩।৪ খনলৈ শাল বৃদ্ধি পায়। ১৯৩৯ চনত মুগাৰ প্ৰতি হাজাৰৰ মূল্য আছিল ৬·০০ টকা। ৰজা ঘৰীয়া কোনো অনুদান নোহোৱাকৈ কাপোৰৰ উৎপাদন বৃদ্ধি পায়। অৱশ্যে ইয়াৰ অন্তৰ্নিহিত কাৰণ এটাও নথকা নহয়। যেতিয়া নিত্য ব্যৱহাৰ্য্য বস্তুৰ নিয়ন্ত্ৰণ কৰা হ'ল বাহিৰা বস্তুৰ লগত কাপোৰৰ দামো আগৰ তুলনাত ৪ গুণ বৃদ্ধি পায়। ফলত আগৰ কম দামত মুগা ক্ৰয় কৰি থোৱা লোকসকলে সুযোগ গ্ৰহণ কৰিলে। লগে লগেএই ব্যৱসায়ৰ প্ৰতি মানুহৰ দৃষ্টি আকৰ্ষণ হয়। কাপোৰৰ দাম বৃদ্ধি পোৱাৰ লগে লগে মানুহৰ মনত আৰু এক নতুন চিন্তাই বাহ ল'লে। সেই হ'ল বেছি মুনাফাৰ আগ্ৰহী কেইজন-মান লোকে গাৱঁত ফেক্টৰী পতাৰ পৰিকল্পনা গ্ৰহণ কৰে। অৰ্থাৎ ইয়াৰ আগেয়ে সকলো শিপিনীয়ে নিজ নিজ ঘৰত কাপোৰ বই জীৱন নিৰ্ব্বাহ কৰিছিল, কিন্তু এটা ঘটনাৰ পিছত বেছি মুনাফা বিচাৰি কেইজনমান লোকে প্ৰথমে লগ হৈ ফেক্টৰী পাতি বোৱনি নিযুক্ত কৰিলে। শুৱালকুছিত প্ৰথমে ফেক্টৰী প্ৰতিষ্ঠা কৰে কালিৰাম কাৰি-কৰে। তেওঁৰ লগত হৰবিলাস কাৰিকৰ, প্ৰভাত কাৰিকৰ, ঠানুৰাম মহাজন প্ৰভৃতিয়ে সহযোগী হৈ কাম কৰিছিল। কাৰিকৰে তাঁত শিল্পৰ এক অভিনৱ পৰিবৰ্তন আনিলে। তেৰেঁই আধুনিক বিজ্ঞানসম্মত Design কটা লোক নিযুক্তি দি নতুন নতুন ডিজাইন কাটিছিল। শ্ৰীৰাজেন ডেকাই কাৰিকৰৰ তত্বাৱধানত থাকিয়েই বিখ্যাত কাজিৰঙা ডিজাইন কাটে। আধুনিক ডিজাইন Graphঅত অঙ্কন কৰি কাপোৰত ফুল বছা কাম আৰম্ভ কৰে পোনতে শ্ৰীৰাজেন ডেকা আৰু শ্ৰীধৰ্ম্মেশ্বৰ কাৰিকৰে। এওঁলোক দুজনৰ শ্ৰীডেকাই বহু কষ্ট কৰি গুৱাহাটীত বিভিন্ন চৰকাৰী-বেচৰকাৰী প্ৰতিষ্ঠানত ডিজাইন সম্পৰ্কে জ্ঞান আহৰণ

কৰে। শ্রীডেকাই মহামানৱ মহাত্মা গান্ধীৰ প্রতিকৃতি অঙ্কন কৰি গান্ধীজীৰ প্রিয়ভাজন হ'ব পাৰিছিল।

১৯৪৬ চনত প্রথমে মুগা চাদৰ-মেখেলা প্রস্তুত কৰা কাম আৰম্ভ কৰা হয়। মুগা চাদৰ-মেখেলাৰ ডাঙৰ ডাঙৰ ফুলৰ Design কৰি ফুল বছা কাম আৰম্ভ কৰে শ্রীহেম দাসে। এই ফুলৰ ডিজাইন প্রস্তুত কৰে শ্রীধর্ম্মেশ্বৰ কাৰিকৰে আৰু কাপোৰত ফুল তোলে প্রথমে শ্রীগন্ধৰাম বায়নে। তেতিয়াৰ পৰা মুগাৰ চাদৰ-মেখেলাত ফুল বছা নিয়ম প্রবর্ত্তন কৰা হয়। মুগাৰ জোৰা ওলোৱাৰ পিছত পাটৰ চাদৰ-মেখেলাৰ প্রবর্ত্তন আৰম্ভ হয়। পাটৰ জোৰা আৰম্ভ হোৱাৰ লগে লগে আগৰ পাটৰ খাল কাপোৰৰ প্রবর্ত্তন ক্রমাৎ কমি আহে। মুগা পাটৰ জোৰাত বর্ত্তমানলৈ বিভিন্ন আধুনিক ডিজাইনৰ ফুল বছা কাম কৰা হৈ আহিছে। বাট-পথ আৰু যোগাযোগ অৱস্থাৰ ব্যাপক উন্নতিত ব্যৱসায়ৰ পৰিসৰো বাঢ়ি গৈ আছে।

মহাসমৰৰ পিছত যেতিয়া নিত্য ব্যৱহার্য্য বস্তুৰ চৰা দামৰ তুলনাত জনমুৰি আয় কমি যাবলৈ ধৰিলে, তেতিয়া মানুহে নিজৰ আয়ৰ দ্বাৰা চৰা দামৰ বস্ত্র ক্রয় কৰিব নোৱৰা হ'ল। তেতিয়া বহুতে তাঁতশাল বাদ্ দিবলৈ ধৰিলে। সেই সময়ত বহুতে শালৰ সা-সজুলিবোৰ বিক্রী কৰি দিলে। তেতিয়া ব্যৱসায়টো কেইজনমান ধনী মানুহৰ হাতত পৰিল। তেতিয়াৰ পৰাই দুখীয়া লোক-সকলে মহাজনৰ ওচৰত শ্রম বিক্রী কৰিবলৈ ধৰিলে। আৰম্ভ হ'ল পৰৰ শ্রমৰ দ্বাৰা মুনাফা ভোগ কৰা মধ্যবিত্ত শ্রেণীৰ জন্ম; যাক আমি মহাজন বুলি কওঁ। শুৱালকুছিৰ সকলো লোকেই তাঁতী নাছিল। ১৯৬১ চনৰ জনপিয়লৰ হিচাব মতে মুঠ জনসংখ্যা ১২,০৮৭। ইয়াৰ ভিতৰত কাম কৰিব নোৱৰা Non-worker ৬,৩৮১, কাম কৰিব পৰা ৫,৭০৬ জনৰ ভিতৰত কুটিৰ শিল্পৰ ওপৰত নির্ভৰ কৰালোক। ৩,৯৪৩ জন, বাণিজ্যত ৬৪২ জন কৃষিত ২২৮ জন, অন্য ব্যৱসায়ত বাকীঅংশ (অন্য ব্যৱসায় মানে সোণ-ৰূপৰ কাম, কমাৰৰ কাম ইত্যাদি) সোণাৰী আৰু কুমাৰ কামৰ মানুহৰ ভিতৰত বেছিভাগে আকৌ মুগা-পাটৰ কামো কৰে। আনকালে খেতি কৰা মানুহখিনিৰ ঘৰতো তাঁতশাল আছে। গতিকে অন্য ব্যৱসায় বাদ দিলে ইয়াৰ শতকৰা ৮৪ জন তাঁতশালত জড়িত আৰু ইয়াৰ শতকৰা ৯০ জন মানুহৰ ঘৰত তাঁতশাল আছে।

১৯৭১ চনৰ জনপিয়লৰ হিচাবত শুৱালকুছিৰ জনসংখ্যা প্রায় ১৫,০০০ জন। চৰকাৰী হিচাবৰ টোকা নাপালেও আমি অনুমান কৰিব পাৰোঁ যে এই সময়ত শুৱালকুছিৰ প্রায় সকলো লোকেই তাঁতশিল্পৰ লগত পৰোক্ষ বা প্রত্যক্ষভাৱে জড়িত।

## কাপোৰৰ মান—Quality

আগৰ দিনৰ তুলনাত বর্ত্তমান কাপোৰৰ মান উচ্চ মানবিশিষ্ট হোৱা বুলি ক'ব লাগিব। আজিৰ পৰা ৫০ বছৰ পূর্ব্বে ৬০ নং ৰাচত Country loomত কাপোৰ বোৱা হৈছিল। সেই সময়ত দীঘ বাণী সূতাবোৰ আজিৰ তুলনাত মোটা হোৱাৰ বাবে কাপোৰো মোটা হৈছিল। বর্ত্তমান ৮০ নং ৰাচত প্রতি ইঞ্চিত ১০ গণ্ডা সূতা দিয়া হয়। গতিকে আগৰ তুলনাত বর্ত্তমানৰ কাপোৰৰ জমিন মিহি হয়। অৱশ্যে কাপোৰৰ মান একে হোৱাটো এক সমস্যা। এই সমস্যাৰ কাৰণ হ'ল Handloom তাঁতশালৰ ভিন ভিন বোৱনীৰ হাতৰ ছাল জমিন পৃথক পৃথক হয়। পাটৰ কাপোৰৰ বাবে ১০০ নং বা ১২০ নংৰ ৰাচ ব্যৱহাৰ কৰা হয়। উল্লেখযোগ্য যে ১০০ নং ৰাচ পোনতে ৺প্রমোদচন্দ্র মড়লে ব্যৱহাৰ কৰিবলৈ লয় বুলি বহুতে কয়।

ফুল বছা কাম Jaqauard মেচিন, জোগালিৰ দ্বাৰা হাতেৰে; আৰু বর্ত্তমান Dobbey (ড'বি) মেচিনৰ সহায়ত কৰা হয়। ফুল বছা প্রণালীৰ কথা ইয়াৰ আগতে উল্লেখ কৰা হৈছে। ফুল বছাৰ কাম, ৰং কৰা পদ্ধতিও পোনতে প্রাকৃতিক উপাদানৰ দ্বাৰা কৰা হৈছিল আৰু বর্ত্তমান নির্দ্দিষ্ট নিয়মৰ (যিবোৰ মানুহে এতিয়াও গোপনীয় কৰি



আছে, অৱশ্যে ৰং কৰা প্রশিক্ষণৰো ব্যৱস্থা আছে) দ্বাৰা কৰা হৈ আহিছে।

## তাঁতশিল্প আৰু সমস্যা

গাঁৱৰ শতকৰা ৯০ ভাগ মানুহেই তাঁতশিল্পৰ লগত জড়িত হ'লেও শুৱালকুছিৰ প্রায় শতকৰা ১০ ভাগ মানুহৰ নিজা শাল নাই। শাল এখনত প্রকৃততে যিমান মূলধনৰ আৱশ্যক সিমান ধন সর্ব্বসাধাৰণ মানুহৰ নাই। মূলধনৰ অভাৱৰ বাবে প্রায় ৮০ ভাগ লোকে মহাজন আৰু সমবায়ৰ অধীনত তাঁতশালত জড়িত আছে। তাঁতশাল এখন পাতিবলৈ লগতে সূতা বাদ দি কেৱল সা-সজুলিসমূহ জোগাৰ কৰিবলৈয়ে প্রায় এহাজাৰ টকাৰ দৰ্কাৰ। তদুপৰি এখন শালৰ বাবে বর্ত্তমান মুগাৰ ১০টা থানত দীঘ-বাণীত ১,৩০০.০০ টকাৰ আৱশ্যক। সা-সজুলিৰ আৰু সূতাৰ লৈতে সর্ব্বমুঠ ১০টা থানৰ বাতিৰ বাবে ২,০০০ টকাৰ আৱশ্যক। উক্ত পৰিমাণৰ মূলধন অৱশ্যে সময়ে সময়ে তাৰতম্য হোৱা স্বাভাৱিক। মুগাৰ বাতিৰ দামৰো সেইদৰে তাৰতম্য ঘটি আছে। সি যি নহওক, এনে শকত পৰিমাণৰ ধন সংগ্রহ কৰি কাপোৰ প্রস্তুত কৰা জটিল। ফলত মুগা-পাট কাপোৰৰ গোটেই ব্যৱসায়টো আঢ্যৱন্তসকলৰ হাতত পৰিছে। বর্ত্তমান সমবায়সমূহৰ জৰিয়তে সর্ব্বসাধাৰণ ৰাইজকো তাঁতশালৰ লগত জড়িত কৰিবলৈ বিচৰা হৈছে যদিও যি একশ্রেণী লোকৰ মাজত আবদ্ধ হৈ আছে। অৱশ্যে সম্প্রতি Central Bank of Indiaৰ শুৱালকুছিৰ শাখা আৰু Govt.অৰ Sericulture আৰু Govt. Weaving Marketing Societyএ গৰীৱ শ্রমিক শিপিনীলৈ অর্থসাহায্য দিয়াৰ পিচত দুখীয়া অর্থাৎ তাঁতশালহীন দুখীয়া দুই এখন তাঁতশাল দেখা গৈছে। তাঁতশিল্পৰ সকলো সমস্যা দূৰ কৰিবলৈ হ'লে মুগাৰ উৎপাদন বৃদ্ধি কৰিব লাগিব আৰু পাটৰ একচেটীয়া ব্যৱসায় বন্ধ কৰি চৰকাৰী সাহায্যত বিতৰণৰ দিহা কৰিব লাগিব। তদুপৰি ভাৰতৰ ৰেচম শিল্পৰ আৱশ্যকীয় প্রতিৰক্ষাৰ ব্যৱস্থা ৰাখি পাট সূতা আমদানিৰ বাবে ভাৰত চৰকাৰৰ ৰেচম বোৰ্ডে বিদেশৰ লগতো সম্বন্ধ এটা গঢ়ি তোলাৰ ব্যৱস্থা কৰিব পাৰে।

মুগাপলু বনৰীয়া অৱস্থাত ৰাখি মুগা উৎপাদন কৰা কার্য্য চলি আহিছে। মুগা উৎপাদনৰ ক্ষেত্রত বৈজ্ঞানিক প্রণালীৰে উন্নত পর্য্যায়লৈ আনি অধিক মুগা উৎপাদনত জোৰ দিব লাগিব। ৰাজ্যৰ চাহিদা পূৰণ নোহোৱাকৈ মুগা ৰপ্তানি বন্ধ কৰিব লাগিব। আনকালে বর্দ্ধিত চাহিদালৈ লক্ষ্য ৰাখি চৰকাৰে অধিক মুগা Farm প্রতিষ্ঠা কৰি অধিক মুগা উৎপাদন কৰিব লাগিব।

## উপসংহাৰ

শুৱালকুছি তাঁত শিল্পৰ ক্রমবিকাশ যিমান পৰিমাণে ঘটিব লাগিছিল সেই পৰিমাণে দ্রুত গতিত ঘটা নাই। ইমান পুৰণি এই ব্যৱসায়টোৱে আজিলৈকে কিয় কোনো-গুণে মানদণ্ড উন্নত কৰিব পৰা নাই সেইটোহে আজি শুৱালকুছিৰ চিন্তাশীলসকলে চিন্তা কৰা উচিত আৰু তাৰ বাবে যথাবিহিত ব্যৱস্থাও গ্রহণ কৰা উচিত। বিশেষকৈ বর্ত্তমানৰ যান্ত্রিক যুগতো আমি তাঁত শালতে মান্ধাতা যুগীয় উপায়ে কাপোৰ বই আছোঁ। আমাৰ ৰং কৰা পদ্ধতি, আমাৰ ফুল বছা পদ্ধতি আদিও দ্রুত গতিত কৰাৰ কোনো কাৰিকৰী জ্ঞান আমাৰ নাই। নহ'লেনো বেনাৰসী কাপোৰে আমাৰ কাপোৰতকৈ অধিক চেৰ মাৰিব পাৰেনে? আকৌ পৰিতাপৰ বিষয় যে আজিলৈকে Dyeing আৰু Calanderingৰ কাৰিকৰী জ্ঞানসম্পন্ন কোনো ব্যক্তি আমাৰ মাজত নাই বা Dyeing আৰু Calandering উদ্যোগ আমাৰ মাজত প্রতিষ্ঠিত কৰিব পৰা নাই। বেনাৰসী কাপোৰে বজাৰত আমাৰ কাপোৰক চেৰ পেলোৱাৰ মূলতে তেওঁলোকৰ Dyeing, Calandering, Texture আৰু Design. আমাৰ Design তেওঁলোকৰ তুলনাত কোনোগুণে হীন নহয় যদিও কেৱল Designৰ দ্বাৰা আমাৰ কাপোৰে বজাৰত বেনাৰসী কাপোৰক চেৰ পেলাব নোৱাৰে। গতিকে সময় থাকোঁতে

আমি আমাৰ শিল্পটোক বজাৰত বেছি মানবিশিষ্ট কৰিবলৈ যত্ন ল'ব লাগে।

আজিৰ পৰা কিছু দিন আগতে এজন মন্ত্ৰীয়ে গুৱালকুছিৰ ৰেচম চিল্কৰ লগত পলিয়েষ্টাৰ ফাইবাৰ বই টেৰেলিন, টেৰিন জাতীয় কাপোৰ উৎপন্ন কৰাৰ কথা উল্লেখ কৰিছিল। কৃত্ৰিম সূতাৰ দ্বাৰা এনে কাপোৰ উৎপাদনৰ পৰিকল্পনা যুগুত কৰি আমি চৰকাৰক অনুৰোধ জনোৱা দৰকাৰ, কিয়নো কেৱল মুগা-পাটৰ কাপোৰৰ ওপৰতেসকলো সময়তে চাহিদা নাথাকিব পাৰে। সময়ৰ সোঁতত হয়তো ইয়াৰ নতুন ৰূপ মানুহে বিচাৰিব।

বজাৰৰ বাবে দেশৰ বিভিন্ন ঠাইত দোকান-পোহাৰ খোলাৰ ব্যৱস্থাৰ বাবে চৰকাৰৰ লগত যোগাযোগ কৰিবৰ সময় আহি পৰিছে। কেৱল দিল্লীত থকা এখন চেলচ এম্পৰিয়ামে গুৱালকুছিৰ কাপোৰ বিক্ৰী কৰি ইয়াৰ চাহিদা বৃদ্ধি কৰিব নোৱাৰে। সি যি কি নহওক, গুৱালকুছি তাঁতশিল্পৰ ক্ৰমবিকাশৰ আৰু বহুতো থল আছে। সময়ত সকলো ব্যৱস্থা গ্ৰহণ কৰাৰ বাবে সামাজিকভাৱে সচেতন লোকসকলে যথাবিহিত ব্যৱস্থা লবৰ সময় হৈছে।



# গুৱালকুছিত মহাত্মাজীৰ পদাৰ্পণ ঃ এটা যুগমীয়া প্ৰেৰণা

**শ্ৰীহৰিণ চন্দ্ৰ কলিতা।**

শাস্ত্ৰত আছে—খাব খুঁতিবলৈ নোহোৱা বিপ্ৰ দামোদৰে পত্নীৰ কাকুতিত ভগৱান কৃষ্ণদেৱৰ ওচৰলৈ গৈছিল। পত্নীয়ে সঁকিয়াই পঠিয়াইছিল—কৃষ্ণদেৱ বোলে তোমাৰ বাল্যকালৰ বন্ধু, এতিয়া দ্বাৰকাত ৰাজ্যপাল হৈ আছে। তেওঁৰ ধন সম্পদৰ আকাল নাই। আমাৰ দুৰৱস্থাৰ কথা জনাই সাহায্য প্ৰাৰ্থনা কৰিলে কেতিয়াও বিমুখ নকৰে। বিপ্ৰই সেইমতেই দ্বাৰকালৈ আহিল। কৃষ্ণদেৱৰ আতিথ্য গ্ৰহণ কৰিলে। ৰাতি দুপৰলৈ গুৰু সান্দিপনী মুণিৰ আশ্ৰমত ঘটা ইটো-সিটো ঘটনাৰে গুৰুকুলৰ মধুৰ স্মৃতি দুই বন্ধুৱে ৰোমন্থন কৰিলে আৰু পিচদিনা আনন্দ মনে ঘৰলৈ উভতিল। সাহায্য প্ৰাৰ্থনা কৰিবলৈ পাহৰিলেই। বাটতহে মনত পৰিল। পিচে আকৌ কৃষ্ণদেৱৰ ওচৰলৈ ফিৰি গ'লে বেয়া ভাবিব গতিকে ঘৰলৈকে আগবাঢ়িল। বাটত চিন্তা কৰি আহিছে —ঘৈণীয়েকক নো কি বুলি ক'বগৈ। কিন্তু কি আচৰিত! দুৰৰ পৰা দেখে যে নিজৰ দৰিদ্ৰ পঁজাৰ ঠাইত অট্টালিকা। ফটাকানি পিন্ধা বামুণীৰ কটিত ক্ষৌমবস্ত্ৰ। সালঙ্কৃতা দাসীয়ে নুপূৰৰ ধ্বনিৰে তেওঁৰ পিচে পিচে ঘূৰি ফুৰিছে। মুঠতে—"গুচিল দৰিদ্ৰ চিন"—কিহৰ বলত "কৃষ্ণৰে সে কৃপা গুণন্ত ব্ৰাহ্মণে, আঁত আন নাই হেতু" বুলি কৃষ্ণ দৰশনৰ মাহাত্ম্য বিপ্ৰ দামোদৰে উপলব্ধি কৰিলে।

ইদানীং কালত প্ৰয়াত ৰাষ্ট্ৰপতি ডঃ জাকিৰ হুচেন তেতিয়া ডেকা অধ্যাপক। দিল্লীত জামিয়া মিলীয়া ইচলামিয়া স্থাপন কৰি কিছু কালৰ কাৰণে জাৰ্মানীলৈ গৈছিল। তাতে অধ্যয়ন ৰত হৈ কেইবছৰমান থাকি ঘূৰি আহি দেখিলে যে 'ইচলামিয়া'ৰ অৱস্থা শোচনীয়। অধ্যাপক-সকলে এৰা দি গৈছে। বহু টকাৰ ধাৰ। ঘৰ-দুৱাৰৰ অৱস্থা নাই। মুঠতে "দুৱাৰ বন্ধ" কৰিবলৈহে বাকী। একো উৱাদিহ নাপাই তেওঁ থিৰ কৰিলে যে গুৰিৰ পৰা পৰামৰ্শদাতা গান্ধীজীক এবাৰ জনাই চোৱা হ'ক। তাৰ পিছত "জামিয়া মিলিয়া" বন্ধ কৰা যাব। আশ্ৰমত গান্ধীজীয়ে জাকিৰ হুচেন চাহাবক আনন্দেৰে অভ্যৰ্থনা কৰিলে। জাৰ্মানীত ব্যক্তিগত অভিজ্ঞতা আৰু বৰ্ত্তমান "জামিয়া মিলিয়া"ৰ অৱস্থাৰ কথা মনোযোগেৰে শুনিলে। গান্ধীজীয়ে মাথোন ক'লে যে "জামিয়া মিলিয়া ইচলামিয়া" মৰিবলৈ ওপজা নাই—চলি থাকিবই লাগিব ; ভালকৈ। কিন্তু কেনেকৈ ? তাৰ কোনো সন্ধান দেখাকৈ নিদিলে। গান্ধীজীৰ পৰা বিদায় লৈ ওভতোতে বিপ্ৰ দামোদৰৰ দৰে হুচেন চাহাবে ভাবিলে—গান্ধীজীয়ে তেওঁক কি সাহায্য দিলে ? দিয়া নাই কোনো উপায়, দিয়া নাই কোনো ধনকুবেৰলৈ সাহায্যৰ পৰামৰ্শ। কিন্তু যি দিলে, যিয়ে "জামিয়া মিলিয়া"ক পুনৰ সঞ্জীৱিত কৰি অক্ষয় কীৰ্ত্তি অৰ্জন কৰিবলৈ হুচেন চাহাবক সমৰ্থবান কৰিলে, সেয়ে হ'ল প্ৰেৰণা। মহাপুৰুষৰ সন্নিধ্যত যোগ্যজনৰ লাভ হয়।

গুৱালকুছিত গান্ধীজীৰ পদাৰ্পণ ঠিক তেনে এটা লগ্ন।

গুৱালকুছিত মহাত্মা গান্ধীয়ে পদাৰ্পণ কৰা আজি

৩৩ বছৰ হ'ল। কিন্তু শুৱালকুছি ৰাইজৰ মানত যেন সি সিদিনাৰহে কথা। কাৰণ ই এটা মধুৰ স্মৃতি। ই যেন এটা জাগ্ৰত প্ৰেৰণা। কোনো এটা সামাজিক গধুৰ কাম আগত পৰিলেই উক্ত ঘটনাৰ উল্লেখ কৰি মনত উৎসাহ জন্মায়। লগতে ঘটনাটি পুনৰ সজীৱ হৈ উঠে মনৰ মণিকোঠাত। প্ৰেৰণাৰ উৎস হৈছে মহাত্মাৰ নামৰ যাদু। দ্বিতীয়তে, এই কাৰ্যৰ বিৰাট আয়োজন, আৰু তৃতীয়তে, সেই কাৰ্যৰ লগত প্ৰত্যক্ষ বা পৰোক্ষ আত্ম-নিযুক্তিৰ যোগে লাভ কৰা আত্ম-তৃপ্তি আৰু গৌৰৱ।

সঁচাকৈয়ে সামাজিক বা জাতীয় জীৱনত এনে ঘটনা কাচিৎহে বিশেষ সমাজৰ বা অঞ্চলৰ ভাগ্যত ঘটে। সময় সাপেক্ষতায়ো তাতে দোলা দিয়ে। ভাৰতৰ প্ৰাক্-স্বাধীনতা কালত মহাত্মাজীৰ নাম আৰু স্বাধীনতাৰ সংগ্ৰাম সমাৰ্থক আছিল। মহাত্মাক আদৰণি জনোৱাটোও প্ৰকাৰান্তৰে জাতীয় যজ্ঞৰে অংশবিশেষ আছিল। এই কাৰ্যত সেই সময়ৰ চৰকাৰে যেনেকৈ বিদ্ৰোহৰ দৃষ্টি নিক্ষেপ কৰিছিল, সংশ্লিষ্টসকলে আকৌ তাকে লৈ গৌৰৱ আৰু প্ৰেৰণা লাভ কৰিছিল। সেই সময়ত অল্পসংখ্যক অবিবেচক লোকৰ বাহিৰে স্বাধীনতাৰ হকে মাত নমতা বা আন্তৰিক সমৰ্থন নথকা লোক ভাৰতীয়ৰ ভিতৰত নাছিল। আন্তৰিক সমৰ্থন থকা মানেই সেই আন্দোলন বা আয়োজনৰ আত্মাস্বৰূপ লোকজনৰ প্ৰতি শ্ৰদ্ধা থাকিবই। গতিকে মহাত্মা আছিল ভাৰতীয়ৰ 'চিন্তামণি'। জৱাহৰলাল নেহৰুৱে কৈছিল, "Gandhiji is the thermometer of the country." অৰ্থাৎ গান্ধীজী দেশৰ তাপমাপক যন্ত্ৰবিশেষ।

আনফালে গান্ধীজীৰ সততা, ধৰ্মপৰায়ণতা আৰু ধৰ্মাচৰণে ধৰ্মাপ্লুত ভাৰতবাসীক সৰ্ব্বতোভাৱে আকৃষ্ট কৰিছিল। স্বাধীনতা যুদ্ধৰ কথা যদি শিক্ষিত আৰু বুদ্ধিদীপ্ত লোকেহে বুজিছিল; ধৰ্মাৱতাৰ গান্ধীজীৰ কথা শিক্ষিত-অশিক্ষিত, পুৰুষ-স্ত্ৰী নিৰ্বিশেষে সকলোৱে জানিছিল আৰু গান্ধীজীৰ প্ৰতি অজানিতে শ্ৰদ্ধা জনাইছিল। অহিংসা নীতিৰ সৰ্বময় প্ৰচলন আৰু হৰিজন সেৱা আন্দোলনে গান্ধীক দেৱতাৰ পৰ্য্যায়লৈ লৈ গৈছিল। সেয়ে গান্ধীজীৰ দৰ্শন লাভ কৰিবলৈ বা তেওঁৰ পদধূলি অভিষেক কৰিবলৈ সকলো লোকেই ব্যগ্ৰ আছিল।

এনে এজন লোকক গাঁৱলৈ আহ্বান কৰা কাৰ্যতনো কোনে হয়ভৰ নিদিব বা আয়োজনত হাত উজান নিদিব? শুৱালকুছি গাঁৱত শিৰফুটা নেতা দেখাত নাই যদিও ৰাইজৰ মাজত স্বতঃস্ফূৰ্ত জাগৃতিৰ কোনো দিনেই অভাৱ হোৱা নাই। আদিৰ পৰা আজিলৈকে ধৰ্মীয়, সামাজিক, আৰ্থিক, সাহিত্যিক—সকলো ক্ষেত্ৰতে সাময়িক প্ৰচেষ্টাৰ স্বাক্ষৰ শুৱালকুছিৰ ৰাইজে বহন কৰি আহিছে আৰু আগলৈকো কৰি থাকিব। ১৯২০ চনৰ প্ৰথম স্বাধীনতা আন্দোলনতে শুৱালকুছিত জাতীয় কংগ্ৰেছৰ শাখা খুলি, স্বেচ্ছাসেৱক বাহিনী গঠিত হৈছিল। ১৯২৬ চনত পাণ্ডু কংগ্ৰেছৰ উপলক্ষে দেশৰ বৰেণ্য নেতাসকলে সময়ে সময়ে শুৱালকুছিলৈ আহি দেশ সেৱাৰ ভাগ দিছিল। স্বদেশী আন্দোলন তথা খাদী আন্দোলনৰ এটা মুখ্য কেন্দ্ৰ আছিল শুৱালকুছি। ইয়াত হাতে কটা মুগা, এড়ি, পাটৰ কাপোৰৰ উপৰিও কংগ্ৰেছৰ তৰফৰ পৰা কপাহী সূতা কটোৱা আৰু খাদীৰ কাটন-বয়ন বহলভাৱে চলিছিল। এই সন্দৰ্ভত অসমৰ প্ৰাক্তন ৰাজ্যিক মন্ত্ৰী শ্ৰীমহেন্দ্ৰনাথ হাজৰিকা, সমাজ কৰ্মী জ্ঞান পাল, ৺কান্তিৰাম মেধি, নৰোত্তম দাস, ৺চন্দ্ৰফুলি মেধি আদিৰ কথা মনলৈ আহে। ভাটিপাৰাৰ ৺মহেন্দ্ৰ দাসৰ ঘৰখন আছিল খাদী কাৰ্য্যালয়। আনফালে বৈষ্ণৱী ঘাটি শুৱালকুছিত অস্পৃশ্যতা নাই। যি অস্পৃশ্যতা নিবাৰণ কৰিবলৈ গান্ধীজীয়ে ধৰ্ম্মান্ধতাৰ বিৰুদ্ধে আন্দোলন চলাইছিল, সেই কদৰ্য্য কুসংস্কাৰ অসম তথা শুৱালকুছিত একেবাৰে নাই। ই মহাপুৰুষ শঙ্কৰ-মাধৱৰ জীৱন জোৰা ধৰ্ম্ম প্ৰচাৰৰ ফল। শুৱালকুছিত তথাকথিত জাতি বিভাগ আছে, কিন্তু জাতিভেদ নাই। নাম-কীৰ্ত্তনে জাতিভেদ ধুই নি নামৰ সমভাগী আতৈৰ স্তৰলৈ উন্নীত কৰিছে। ইত্যাদি কাৰণত শুৱালকুছীয়া ৰাইজে ভাবিছিল যে মহাত্মাৰ ওপৰত



তেওঁলোকৰ বিশেষ আত্মীয়তাৰ দাবী আছে। এই দাবী যথাযথভাৱে উপস্থাপিত কৰিব পাৰিলেই মহামানৱে সঁহাৰি দিবই। এই আত্ম-বিশ্বাসকেই মূলধন কৰি লৈ গান্ধীজী শেষবাৰলৈ অসম ভ্ৰমণ কৰাৰ কথা ওলালতেই সংশ্লিষ্ট লোকসকলে শুৱালকুছিক ভ্ৰমণ তালিকাত অন্তৰ্ভুক্ত কৰিবলৈ নিবেদন এটা কৰি থলে। সময়ত নিবেদনে জীপ ল'লে। মহাত্মাই শুৱালকুছিক অসম ভ্ৰমণ তালিকাত অন্তৰ্ভুক্ত কৰাত সন্মতি জ্ঞাপন কৰিলে। অসম প্ৰদেশ কংগ্ৰেছ কমিটীয়ে মণ্ডল কংগ্ৰেছ কমিটীৰ যোগে শুৱালকুছিৰ ৰাইজক এই শুভ সংবাদ দিলে। এতিয়া আমাক পায় কোনে? অৱশ্যে তাৰ কাৰণে খাটনী কম হোৱা নাই।

উপৰোক্ত শুভ সংবাদে শুৱালকুছিৰ আবাল-বৃদ্ধ-বণিতাক তৰিৎলগ্ন কৰিলে। ডেকা-ডেকেৰীয়ে আনন্দত কিৰিলি পাৰিলে, বুঢ়া-বুঢ়ীয়ে যেন ন-যৌৱনৰ জোৱাৰ অনুভৱ কৰিলে, সাত বেমাৰীয়ে মৃত সঞ্জীৱনী সেৱন কৰি বিচনাতে উঠি বহিল। এতিয়া মহামানৱক আদৰোঁ কেনেকৈ, 'বন্দো কি ছন্দেৰে'—এয়ে হ'ল সকলো ৰাইজৰে একমাত্ৰ চিন্তা। সততে ব্যস্ত ৰাইজৰ যাবতীয় কামৰ ধান্দা নাই। একমাত্ৰ ধান্দা মহাত্মা দৰ্শন। আয়োজনৰ বেলিকা মনত ৰাখিব লগা কথা হ'ল—মহাত্মাৰ বিৰাটত্বৰ উপলব্ধি। মহাত্মা মানে ভাৰতাত্মা, স্বাধীনতা আন্দোলনৰ প্ৰতীক, স্বদেশী আন্দোলনৰ প্ৰতীক, অস্পৃশ্যতা দূৰীকৰণ আন্দোলনৰ প্ৰতীক, সম্পূৰ্ণ স্বাবলম্বনৰ প্ৰতীক আৰু বেছি। গতিকে আদৰণিও সেই মহান পুৰুষৰ যথাযোগ্য হ'ব লাগিব। নহ'লে জানোচা লোকচক্ষুৰ আগত গান্ধীজীৰ উপযুক্ত সমাদৰৰ ধাৰণাৰ দৈন্য প্ৰকাশ পায় আৰু লগতে গাওঁৰো সন্মানত আঘাত পৰে। গাওঁ বোলোতে ৪ খন মৌজা পুব্ বংশৰ, পশ্চিম বংশৰ, ৰামদিয়া আৰু হাজো যদিও, প্ৰধান উদ্যোক্তা পুব্ বংশৰ মৌজাৰ শুৱালকুছিহে।

তদনুৰূপ লক্ষ্য থিৰ কৰি সম্যক আয়োজনৰ উদ্দেশ্যে সকলো ৰাইজে লাগি আদৰণি সমিতি পাতিলে। উপ-সমিতি পতা হ'ল—বিত্ত, মণ্ডপ, তোৰণ, প্ৰদৰ্শনী, অভ্যৰ্থনা, স্বেচ্ছাসেৱক-সেৱিকা আদি। মহাত্মা গান্ধী অভ্যৰ্থনা সমিতিৰ সভাপতি হ'ল ৺ডাঃ জ্যোতিষচন্দ্ৰ দাস, কাৰ্যকৰী সভাপতি ৺পূৰ্ণৰাম মহাজন, প্ৰঃ সম্পাদক শ্ৰীনগেন্দ্ৰনাথ শৰ্মা আৰু সহ-সম্পাদক ৺কামাখ্যা কুমাৰ মৰল। প্ৰত্যেক উপ-সমিতিৰ সভ্যসকলে পুৱাৰ পৰা গধূলিলৈকে সমিতিৰ নিৰ্দিষ্ট কামত নিযুক্ত থাকি সন্ধিয়া পৰ্য্যালোচনাত যোগদান কৰি কামৰ অগ্ৰগতিৰ খতিয়ান আৰু বাকী থকা কামৰ লক্ষ্য নিৰ্দ্ধাৰণ কৰে। এই সূচী ১৯৪৫ চনৰ নৱেম্বৰ মাহৰ পৰা ১৯৪৬ চনৰ ৭ জানুৱাৰীলৈ চলে। কোনো বিৰতি নাই। কামৰ প্ৰেৰণাই যেন ভোক-ভাগৰ আঁতৰাই ৰাখে। শেষত মুঠ খতিয়ানত দেখা গ'ল যে সমিতিৰ হাতত প্ৰায় নগদ ৯ হাজাৰ টকা আৰু এটা সোণৰ আঙঠি জমা হয়, হাজাৰজনক খুৱাব পৰাকৈ ৰচদ-পাতি, ২ হাজাৰ মানুহ বহিব পৰাকৈ এখন বাহ-খেৰৰ ধুনীয়া মণ্ডপ আৰু ৰভা, জাহাজ-ঘাটৰ পৰা মণ্ডপলৈ আহিবলৈ ৫০ ফুট বহল ৰাস্তা, ৫টা চকুত লগা তোৰণ, ৩০ খন প্ৰদৰ্শনীৰ কোঠা, ৫০০ ডেকা-ডেকেৰীৰ ৫টা স্বেচ্ছাসেৱক বাহিনী। এই বাহিনী-কেইটাই যেতিয়া আজাদ হিন্দ ফৌজৰ সঙ্গীত 'কদম কদম বঢ়ায়ে যা' গাই গাৱঁৰ আলিয়েদি সমদলত আগ বাঢ়ে সেই দৃশ্য চাই প্ৰাণ পুলকিত নহৈ নোৱাৰিছিল। মহাত্মাৰ স্বাস্থ্যজনিত কাৰণত তেখেতক আমিনগাৱঁৰ পৰা শুৱালকুছিলৈ ৰাইজৰ খৰচত জাহাজেৰে আনি পলাশবাৰী ঘাটত লগাই বকোৰ মৌমান আশ্ৰমলৈ যাবলৈ সুচল কৰি দি ওভতোঁতে পুনৰ পলাশবাৰী ঘাটৰ পৰা পোনে পোনে গুৱাহাটীত জাহাজেৰে পৌচাই দিয়া হৈছিল। জাহাজ যোগানৰ দায়িত্বত আছিল ৺জ্যোতিষচন্দ্ৰ দাস। তদুপৰি তেখেতে গুৱাহাটীত কংগ্ৰেছৰ উৰ্দ্ধতম মহলৰ লগত সততে যোগাযোগ ৰাখি শুৱালকুছিলৈ ডাঁৰৰ বাতৰি ডাঁৰে ডাঁৰে দি আছিল। সেই সময়ত শুৱালকুছিৰ লগত বাহিৰৰ যোগাযোগ

কেৱল শুৱালকুছি-পলাশবাৰী পাৰঘাটেৰেই ৰাখিছিল। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰেদি গাওঁলৈ যোগাযোগ নাছিল।

৯ জানুৱাৰীত গান্ধীজীয়ে শুৱালকুছিত পদাৰ্পণ কৰাৰ দিনটো কিযে আনন্দৰ দিন! শ্ৰীকৃষ্ণৰ আগমনৰ বতৰা পাই মথুৰাবাসী যেনেকৈ আনন্দত আপোন-পাহৰা হৈছিল, শুৱালকুছিবাসীৰো তেনে অৱস্থা। ৮ জানুৱাৰী তাৰিখে পুৱাৰ পৰা বিভিন্ন কামৰ মোখনি মাৰি সুদৃশ্য কৰি এবাৰ প্ৰচেষ্টা। ইমান বিৰাট জনতাৰ আয়োজন! আয়োজনত কিবা খুঁত ৰৈ গ'ল নেকি? আৰু কিবা বাকী থাকিল নেকি? প্ৰতিজনৰ মনে চিন্তা কৰিছে কামৰ লগে লগে। আকস্মিক দুৰ্ঘটনা আদিৰ কাৰণে শুশ্ৰূষাৰ ব্যৱস্থা, পিয়াহৰ পানীৰ ব্যৱস্থা, সাময়িক পায়খানা-প্ৰস্ৰাবাগাৰৰ ব্যৱস্থা। আলি-পদূলি, বাট-ঘাট, সভা, মণ্ডপ, প্ৰদৰ্শনী সকলোবোৰ চকুত লগাকৈ সজাই স্বেচ্ছাসেৱকৰ তত্ত্বাবধানত ৰখা হৈছে। আয়োজন দেখিলে এনে ধাৰণা হয় যেন কোনো মহাযজ্ঞৰ ক্ষণ গণি শুভ মুহূৰ্ত্তলৈ সকলোৱে ৰৈ আছে।

সিদিনা আবেলি সেই সময়ৰ হাইস্কুলৰ প্ৰধান শিক্ষক (তেতিয়া শুৱালকুছিত মাত্ৰ ১ খনহে হাইস্কুল আছিল, এতিয়াৰ ৩ খনৰ স্থলত) শ্ৰীহৰিণচন্দ্ৰ কলিতা আৰু শ্ৰীজয়কান্ত দাসৰ লগত ২৫ জন স্বেচ্ছাসেৱকক গান্ধীজীক আমিনগাৱঁৰ পৰা আদৰি আনিবলৈ পঠোৱা হয়। তেওঁলোকে গৈ দেখি আনন্দিত হ'ল যে গান্ধীজীৰ কাৰণে জাহাজ "ডাবিন" ধুই-মেলি পৰিষ্কাৰকৈ নদীৰ মাজত নঙ্গৰ কৰি ৰাখি থৈছে যাতে যেয়ে সেয়ে উঠি লেতেৰা কৰিব নোৱাৰে। সেই সময়ৰ জাহাজ কোম্পানীৰ সহযোগ সঁচাকৈয়ে মনত ৰাখিবলগীয়া। এজেন্টজন যেন গান্ধীজীৰ সেৱাতে ৰত। যেতিয়াই যি বস্তু বা সেৱাৰ উল্লেখ কৰা হৈছে, তৎমুহূৰ্ত্তে তাৰ যোগান ধৰি আৰু আদেশৰ অপেক্ষাত ৰৈ থাকে।

৯ তাৰিখে প্ৰাতহতে জাহাজখনি ঘাটত লগাই স্বেচ্ছাসেৱকৰ দলপতিৰ জিম্মাত অৰ্পণ কৰিলে। কিন্তু গান্ধীজীয়ে ভ্ৰমণ কৰা ৰেলগাড়ী ৭ ঘণ্টা দেৰি। পুৱা ৬টাত আহিবলগা অসম মেইল আবেলি ১ বজাত ৰঙিয়া জংচন এৰি ২ বজাতহে আমিন গাৱঁ ষ্টেচন পালে। আৰু লগে লগে "ডাবিন" জাহাজে যাত্ৰাৰ সুহুৰি মাৰি দ্ৰুত বেগে ৩-৪০ মিনিটত শুৱালকুছি ঘাট চাপিলহি। লক্ষ জনতাই চিত্ৰৰ পুতলিৰ নিচিনাকৈ নীৰৱে দেৱতা দৰ্শনৰ আশাতে ৰৈ আছে। জাহাজৰ আগত উৰা ত্ৰিৰঙ্গ পতাকা দূৰৰ পৰা দৃষ্টিগোচৰ হোৱাৰ লগে লগে জনতাই "গান্ধীজী কি জয়" ধ্বনিকে আকাশ মুখৰিত কৰিলে। জাহাজ চাপিল। গান্ধীজীয়ে সাজু হৈ থকা মটৰ গাড়ী উপেক্ষা কৰি "পৈদাল হি যাউঙ্গা" বুলি খোজ ল'লে। ওৰেবাটে আয়তীসকলে গান্ধীজীৰ মূৰত পুষ্পবৃষ্টি কৰিলে। স্বৰ্গীয় গোপীনাথ বৰদলৈদেৱে প্ৰদৰ্শনীৰ দুৱাৰ মুকলি কৰে। গান্ধীজীয়ে সমুদায় কুটিৰ শিল্পৰ প্ৰদৰ্শনী মনোযোগেৰে চাই আনন্দ প্ৰকাশ কৰি শিল্পীসকলক আশীৰ্বাদ কৰিলে। সভা মণ্ডপত উপস্থিত হ'লত ঘড়ি চাই বিয়লিৰ প্ৰাৰ্থনা সভাৰ সময় হ'ল বুলি ইঙ্গিত দিলে। প্ৰথমে মাধৱদেৱৰ "কৰুণাময় ৰাম কৰুণাময়" ঘোষাৰে প্ৰাৰ্থনা আৰম্ভ কৰা হ'ল আৰু প্ৰিয়ভজন "ৰাধেকৃষ্ণ গোপালকৃষ্ণ" প্ৰাৰ্থনা শেষ হ'ল। কিমান আনন্দ আৰু ভাগ্যৰ কথা এই সমবেত প্ৰজা আৰু উদ্যোক্তাৰ কাৰণে। শেষত গান্ধীজীয়ে শান্তি, অহিংসা আৰু শৃঙ্খলাৰ বক্তৃতাৰে সামৰণী মাৰিলে। বৰদলৈদেৱে অসমীয়ালৈ ভাঙি সমূহ ৰাইজে বুজাত সহায় কৰিলে।

শেষত উদ্যোক্তা সকলক আশীৰ্ব্বাদ দি মহাত্মাই ৰাইজৰ পৰা বিদায় মাগিলে। গান্ধীজীৰ হাতত হৰিজন পুঁজিৰ বাবে ২,০০১ টকা ৰৰঙনী আগবঢ়োৱা হ'ল। সমূহ ৰাইজৰ দেৱতা দৰ্শনৰ স্বপ্ন দিঠকত পৰিণত হ'ল। দিনে নিশাই কৰা শ্ৰম সাৰ্থক হ'ল।

গান্ধীজীৰ পদৰজ অভিষেক কৰি পিচদিনাই গান্ধী অভ্যৰ্থনা সমিতি ৰূপান্তৰিত হ'ল শুৱালকুছি গাওঁ সংগঠন সমিতিলৈ। সমিতিয়ে পূৰ্বৰ সমিতিৰ পৰা ৩,৭০০ টকা পালে। তাৰে গান্ধী মণ্ডপত এটা স্মৃতিস্তম্ভ নিৰ্ম্মাণ কৰা হ'ল আৰু বাকী টকাৰে "গান্ধী সোঁৱৰণী" ডাক্তৰখানা এখন নিৰ্ম্মাণৰ আঁচনি কৰা হ'ল। সমিতিৰ সভাপতি হ'ল ৺পূৰ্ণৰাম মহাজন আৰু সম্পাদক শ্ৰীহৰিণচন্দ্ৰ কলিতা। ডাক্তৰখানাৰ কাৰণে প্ৰায় ৬ বিঘা দেৱোত্তৰ মাটি ৺দেৱীৰাম দাস পণ্ডিত আৰু ৺হংসনাথ শৰ্ম্মা দলৈদেৱে ক্ৰমে দান আৰু অনুমোদন দিলে। ৰাইজৰ সহযোগত ডাক্তৰখানা হৈ উঠিল। মহাত্মা দৰ্শনৰ প্ৰত্যক্ষ প্ৰসাদ ৰাইজে পালে। সময় বাগৰিল। 'গান্ধী সোঁৱৰণী' ডাক্তৰখানাই ৰাজ্যিক প্ৰাথমিক চিকিৎসা কেন্দ্ৰলৈ ৰূপান্তৰ হ'ল।



মহাত্মাৰ শুৱালকুছি পদাৰ্পণৰ পৰা আজি ৩৩ বছৰে নপুৰুষৰ চেষ্টাত দেশৰ লগতে শুৱালকুছি অঞ্চল প্ৰগতিৰ পথত আগুৱাই গৈছে। এই কালছোৱাতে সৰু-বৰ বহুতো অনুষ্ঠান আৰু আয়োজন সাৰ্থকভাৱে ৰূপায়িত হৈছে। অসম সাহিত্য সভাৰ নিচিনা জাতীয় অনুষ্ঠানৰ ৪৬তম বাৰ্ষিক অধিবেশন আহ্বান কৰি সেৱা কৰাৰ নিচিনা প্ৰেৰণা আৰু সাহস স্থানীয় ৰাইজৰ হৈছে। এই ন যুগৰ পাতনি মেলিছিল গান্ধীজীৰ পদাৰ্পণে।

কৱিৰ অমৰ ভাষাৰে—

"ভাঙি গল বীণখনি ছিঙি গল তাঁৰ
ৰৈ গ'ল অৱশেষ অমিয় জোঁকাৰ॥

'অমিয় জোকাৰ' যেন শাশ্বত হওক—জয়তু গান্ধীজী!

* বিশেষ :—আজিৰ জনতা চৰকাৰে "গান্ধী সোঁৱৰণী" নামটো "ৰাজ্যিক চিকিৎসালয়ৰ" আগত পুনৰ যোগ দি সংশ্লিষ্ট ৰাইজৰ কৃতজ্ঞতা ভাজন হব নোৱাৰেনে? 'লিখক'

মহাত্মা গান্ধীৰ শুৱালকুছিত পদাৰ্পণ উপলক্ষে ১৯৪৬ চনৰ ১২ জানুৱাৰী সংখ্যা সাদিনীয়া অসমীয়াত প্ৰকাশিত বাতৰিৰ সাৰাংশ :

শুৱালকুছিত শিল্প প্ৰদৰ্শনী : বিৰাট ৰাজহুৱা প্ৰাৰ্থনা সভা।

মহাত্মা গান্ধীয়ে সতীশ দাসগুপ্ত, পিয়াৰীলাল কানুগান্ধী, ভাৰতন কুমাৰাপ্পা, ৰাজকুমাৰী অমৃত কউৰ প্ৰভৃতিক লগত লৈ ৯ জানুৱাৰী তাৰিখে দুপৰীয়া আমিনগাওঁ পায়হি। আহোতে ওৰে নিশা তেখেতৰ দৰ্শন প্ৰাৰ্থী ৰাইজৰ আমনিৰ বাবে ৰেলগাড়ী সাত ঘণ্টা পলম হয়। আমিনগাওঁত তেখেতক বিষ্ণুৰাম মেধি, গোপীনাথ বৰদলৈ, হলধৰ ভূঞা, কৃষ্ণনাথ শৰ্ম্মা, মহেন্দ্ৰ মোহন চৌধুৰী প্ৰমুখ্যে নেতৃবৃন্দই অভ্যৰ্থনা জনায়। ষ্টেচনত হেজাৰ হেজাৰ মানুহে তেখেতৰ দৰ্শন পাবলৈ উদগ্ৰীৱ হৈ বাট চাই আছিল। গান্ধীজীয়ে দলে বলে আমিনগাওঁত জাহাজত উঠি শুৱালকুছিলৈ যাত্ৰা কৰে। শুৱালকুছিত মহাত্মাজীয়ে এড়ি সূতা আৰু খাদী কাপোৰৰ প্ৰদৰ্শনী পৰিদৰ্শন কৰে। আৰু পিছত তেখেতে ৰাজহুৱা সভাত প্ৰাৰ্থনা কৰে। হিন্দু-মুছলমান, মুনিহ-তিৰোতা নিৰ্ব্বিশেষে প্ৰায় চল্লিশ হেজাৰ মানুহে সভাত উপস্থিত থাকি প্ৰাৰ্থনাত যোগ দিছিল। প্ৰদৰ্শনীত দুগৰাকী শিপিনীয়ে তাঁতশালত মহাত্মাজীৰ ছবি বৈ উলিয়াইছিল আৰু এজন সোণাৰীয়ে তেখেতৰ প্ৰতিমূৰ্ত্তি এটা গঢ়ি দেখুৱাইছিল। মহাত্মাজীয়ে ছবি দুখন আৰু প্ৰতিমূৰ্ত্তি দেখি 'এয়া ময়েই' বুলি মন্তব্য প্ৰকাশ কৰিছিল। শুৱালকুছিৰ নিভাজ অসমীয়া কাপোৰ শিল্প আজিও মিলৰ কাপোৰৰ প্ৰতিযোগিতাত তিষ্ঠি থাকিব পৰাটো গৌৰৱৰ কথা বুলি খাদী প্ৰতিষ্ঠানৰ প্ৰতিষ্ঠাতা সতীশ দাসগুপ্তই অভিমত প্ৰকাশ কৰে।

মহাত্মাজীয়ে শুৱালকুছিত প্ৰাৰ্থনাৰ পিছত সমবেত ৰাইজক সম্বোধন কৰি কয় "আমি সোনকালে স্বৰাজ পাবলৈ বিচাৰিছোঁ। ইংৰাজসকলে ভাৰতবৰ্ষ অচিৰে ত্যাগ কৰিব পাৰে। কিন্তু সেয়ে যথেষ্ট নহয়। আমাক লাগে শান্তিপূৰ্ণ স্বৰাজ। তাৰ কাৰণে নিয়মানুবৰ্তিতাৰ একান্ত আৱশ্যক"। যোৱা নিশা দৰ্শন প্ৰাৰ্থী সকলৰ উৎপাতৰ কথা উল্লেখ কৰি তেখেতে কয় যে গোটেই নিশাটো উজাগৰে কটাব লগীয়া হৈছিল। এনেদৰে ৰাইজে আমনি কৰিব লাগিলে তেখেতে ইচ্ছাকৰা মতে ১২৫ বছৰ জীয়াই থকাটো সম্ভৱপৰ নহ'ব।

শুৱালকুছিত গান্ধীজীলৈ ২,০০০ টকাৰ ধনৰ মোনা এটি আগবঢ়োৱা হয়। কাকতৰ সংবাদ দাতাৰ মতে এই ধনেৰে শুৱালকুছিত এটা কস্তুৰবা সোঁৱৰণী চিকিৎসালয়ৰ ভেটি স্থাপন কৰা হ'ব। তাৰ সকলো খৰচ শুৱালকুছিৰ ৰাইজে বহন কৰিব।

# শুৱালকুছিৰ অশোকাষ্টমীৰ ঐতিহ্য

শ্ৰীহেমেন্দ্ৰ নাথ বৈশ্য

সময়ে কব নোৱাৰা দিনৰে পৰা শুৱালকুছিৰ অশোকাষ্টমীৰ মেলাই অঞ্চলৰ ৰাইজৰ মাজত এটা একতাৰ ঐতিহ্য বহন কৰি আহিছে। ব্ৰহ্মপুত্ৰৰ পাৰত এই মেলা উদ্‌যাপিত হয়। শ্যামলী পাতেৰে ভৰপূৰ ঘণ ঘণ ঝাঁও গছৰ শাৰী আৰু ব্ৰহ্মপুত্ৰৰ মনোৰম বগা বালিৰ কাষৰ এক অপূৰ্ব মনোৰম স্থানত প্ৰকৃতিৰ সুদৃশ্য দৃশ্যাৱলীৰ মাজত চ'ত মাহৰ শেষৰ ফালে, কেতিয়াবা বহাগৰ আগুতে এই মেলা উদ্‌যাপিত হয়। ই এটা বসন্ত উৎসৱ কামৰূপৰ ভথেলি নাইবা মঙ্গলদৈৰ 'দৌলৰ' দৰে সমসাময়িক বহাগী উৎসৱ। শুৱালকুছিৰ দৰে অশ্বক্লান্ত, বিশ্বনাথ শিলঘাট আদি ঠাইতো এই মেলা অনুস্থিত হয়। মানুহৰ সমাগম, দোকান পোহাৰ আদিলৈ লক্ষ্য ৰাখি এই উৎসৱক মেলা আখ্যা দিয়া হয়। ব্ৰহ্মপুত্ৰৰ পাৰত অশোকাষ্টমীৰ এই পবিত্ৰ তিথিত হেজাৰ হেজাৰ ধৰ্মপ্ৰাণ লোকে গোটখাই নৈত স্নান কৰি পুণ্য লভে এই বিশ্বাস আজিও অটুট হৈ আছে।

এই অশোকাষ্টমী উৎসৱ সম্ভৱতঃ বৌদ্ধ প্ৰভাৱৰ ফল। কাৰণ বৌদ্ধ যুগত বিশেষকৈ অশোকৰ দিনত ৰাজ্যবোৰত প্ৰায়ে মেলা বহিছিল। শ্ৰীহৰ্ষৰ দিনতো কুম্ভমেলা বহিছিল। এই মেলাবোৰৰ বিশেষত্ব এয়ে যে সেইবোৰ প্ৰায়ে সাগৰ বা ডাঙৰ নৈৰ পাৰত বহে। অশোকাষ্টমী মেলাৰ দিনা শুৱালকুছিত লৰাইঁতে ৰাস্তাৰ কাষত চাং পাতি তীৰ্থযাত্ৰীসকলক গুৰ, তেঁতেলি, পানী খাবলৈ দিছিল। সেই প্ৰথাও বৌদ্ধ ধৰ্মৰ প্ৰভাৱৰ ফল যেনেই লাগে। অৱশ্যে কেই বছৰমান আগৰ পৰা সেই নিয়ম নোহোৱা হৈছে। অশোকাষ্টমী মেলাত অংশ গ্ৰহণ কৰা মঠ মন্দিৰ বিশেষকৈ হাজোৰ হয়গ্ৰীৱ মাধৱ আৰু সিদ্ধেশ্বৰ দেৱালয় ( শুৱালকুছিৰ ) এই দুয়োটায়ে বৌদ্ধ মন্দিৰ বুলি বহুতো পণ্ডিতে কয়। এতিয়াও ভোটসকল তীব্বতৰ পৰা আহে আৰু মন্দিৰ দৰ্শন হয়। তেওঁলোকে ঘাই মূৰ্তিক মুনিৰ মুনি মহামুনি বোলে।

অশোকাষ্টমীৰ স্থান আৰু উৎপত্তি সম্পৰ্কে এটা কথা জানি থোৱা ভাল যে ভাৰ্গৱে যেতিয়া পিতৃ আজ্ঞা পালি পৰশু হাতত লৈ মাতৃৰ শিৰচ্ছেদ কৰিছিল তেতিয়াৰ পৰা ভাৰ্গৱ পৰশু নামে জনাজাত হয়। মাতৃ হন্তা পাপত নিস্তাৰ নাপাই তেওঁ পিতাকক প্ৰতিকাৰৰ উপায় সোধাত পিতৃ জমদগ্নিয়ে উত্তৰ দিছিল যে "ব্ৰহ্মাৱৰ্ত্তৰ পূৰ্ব প্ৰান্তত 'ব্ৰহ্মকুণ্ড' নামে যি বিশাল সৰোবৰ আছে তাত স্নান কৰি তুমি মুক্তি লভাগৈ আৰু তাৰে পাৰ এটা কাটি দিয়া। ভাৰ্গৱে তাকে কৰিল হাতৰ কুঠাৰ এৰি পৰিল। ব্ৰহ্মকুণ্ডত স্নান কৰি মুক্তি পালে। ব্ৰহ্মকুণ্ডৰ পাৰ কাটি দিয়াত ব্ৰহ্মপুত্ৰ বৈ আহিল, লগে লগে গৈ থাকিল পৰশুৰাম। বাটত প্ৰাগজ্যোতিষ পাই ব্ৰহ্মপুত্ৰক ৰৰ দি পৰশুৰাম উঠি গ'ল নীলাচললৈ ; কামাখ্যা দৰ্শন হবলৈ। দৰ্শনান্তত ঘূৰি আহি দেখে ব্ৰহ্মপুত্ৰই পৰশুৰামৰ আদেশ অমান্য কৰি গৈ আছে। খঙত শাপ দিলে পৰশুৰামে "মোৰ আদেশ অমান্য কৰি বৈ গৈছ, গতিকে আজিৰ পৰা তই নিজৰসকলো পুণ্যৰ প্ৰভাৱ হেৰুৱাবি।"



এই মৰ্মবাণী শুনি শোকত ব্ৰহ্মপুত্ৰই পৰশুৰামক কাতৰ প্ৰাৰ্থনা কৰিলে, ক্ষমা বিচাৰিলে। তেতিয়া পৰশুৰামেও বৰ দিলে "আগৰ প্ৰভাৱ হেৰুৱালেও ৰোহিনী নক্ষত্ৰ যুক্ত বাসন্তী শুক্লাষ্টমীত ব্ৰহ্মপুত্ৰৰ উত্তৰ কূলত মানুহে স্নান কৰিলে ব্ৰহ্মপদ লাভ কৰিব। লগতে ব্ৰহ্মপুত্ৰৰ পানীয়ে শোকসন্তপ্তজনক উদ্ধাৰ কৰি জগতত হিত সাধন কৰিব। তেতিয়াৰ পৰাই আজিলৈ মানুহে এই পুণ্য তিথিত অশোকাষ্টমী তিথি পালন কৰে। বোধহয় শোকসন্তপ্তজনক দুখ শোকৰ পৰা নিস্তাৰ কৰাৰ বিশ্বাসৰ পৰাই এই তিথিক আশোক অষ্টমী বোলা হয়।

জনবিশ্বাসমতে এই কথাও ইয়াত আহি পৰে যে 'অশোক' ফুল ৰোগ নিবাৰণৰ বাবে মহৌষধ। বন-ঔষধৰ ফালৰ পৰাও ইয়াৰ যথেষ্ট মূল্য আছে। বিশেষকৈ স্ত্ৰীৰোগৰ ই মহৌষধ। সকলো দুখ শোক নিবাৰণৰ বাবে এই তিথিৰ স্নানৰ সময়ত আঠোটা অশোক ফুলৰ কলি ব্ৰহ্মপুত্ৰৰ পানীৰ লগত হাততলৈ পূব ফালে থিয় হৈ তলত দিয়া মন্ত্ৰ গাই গিলি পেলোৱা নিয়ম আছে।

"ত্বাম্ শোকাহৰাভিষ্ঠ মধুমাসা সমুস্তৱ পিৱামি শোক-সন্তপ্তো মামশোকং সদাকুৰুঃ॥"

তৃতীয়তে আন এটা প্ৰবাদ এই ক্ষেত্ৰত আহি পৰে যে অশোক ঋষিৰ পুত্ৰ সৰ্প সংশনত মৃত্যু হোৱাত বৈণীয়েকে কৰা দুখ বেজাৰক অৱজ্ঞা কৰি ঋষিয়ে পত্নীক ভাত ৰান্ধি ভোজন কৰিব কৈছিল, যিহেতু সৰ্ব্ব জীৱে ব্ৰহ্ম। দুখ কৰিলে জীয়াই থকা জনেই দুখ পায়। তেতিয়া উপস্থিত ঋষি সবে ভূৰি ভূৰি প্ৰসংসা কৰিছিল আৰু এই পুত্ৰৰ মৃত্যু দিনত উৎসৱ পালন কৰিছিল শোক তাপ নিবাৰণৰ প্ৰয়াসেৰে। এই জন বিশ্বাস কিমান দূৰ সত্য কব পৰা নেযায়। কিন্তু দুখ শোক পাতলাবৰ বাবে লোক উৎসৱ বা মেলাৰ যে এটা প্ৰভাৱ আছে সেইটো সত্য।

শুৱালকুছিত এই উৎসৱ বছৰে পালন কৰা হয়। গছে পাতে বাসন্তীয়ে আনন্দৰ পোহাৰ মেলাৰ লগে লগে চৰাই চিৰিকতিয়েও সুমধুৰ স্বৰ ধৰে, বুঢ়া লুই তেওঁ গা জোকাৰি উঠে। সেই সময়তে লুইতৰ পাৰত হেজাৰ হেজাৰ ধৰ্মপ্ৰাণ ৰাইজৰ সমাগম হয় ; লুইতত স্নান কৰে। মানুহৰ উপৰিও দেৱালয়ৰ পৰা বিগ্ৰহবোৰ লৈ অহা হয় শুৱালকুছিৰ বালিচৰলৈ—ব্ৰহ্মপুত্ৰত স্নানৰ উদ্দেশ্য। হাজোৰ পৰা মাধৱ, কেদাৰ, গণেশ, কামেশ্বৰ বংশৰ ভাঙাৰাৰ পৰা ভৃঙ্গেশ্বৰ প্ৰভু, শিলিগুৰিৰ পৰা ধাৰেশ্বৰ আৰু শুৱালকুছিৰ সিদ্ধেশ্বৰক সেইদিনা সমদল কৰি উলিয়াই অনা হয়। চাৰিওফালে ঢোল খোল, ভেৰী, বৰকাহ শঙ্খ, ঘণ্টাৰ ধ্বনিৰ মাজত গোসাইক ব্ৰহ্মপুত্ৰৰ পাৰলৈ আনি ক্ষণমতে স্নান কৰোৱা হয়। হাজাৰ হাজাৰ লোকে বিগ্ৰহ দৰশন কৰে। বিগ্ৰহৰ লগে লগে জন সমাগমেও স্নান কৰে দুখ শোক পাহৰাৰ মানসাৰ্থে। ব্ৰহ্মপুত্ৰৰ স্নানৰ মন্ত্ৰ এনে ধৰণৰ—

"ব্ৰহ্মপুত্ৰ মহাভাগ শান্তনোঃকুলনন্দন।
অমোঘা গৰ্ভসম্ভূত পাপং লৌহিত্য মেহৰ"॥

—জনাজনে এই অমোঘ মন্ত্ৰ গাই নজনাজনে ইষ্টদেৱতাক স্মৰি পানীত ডুব মাৰে। এইখিনি সময় বৰ তাৎপৰ্যপূৰ্ণ। এফালে সেইখিনি সময়ত ক্ষণমতে গঙ্গা বৈ আহে বুলি কয়। আনফালে দূৰ দূৰণিৰ যাত্ৰীয়ে মৃতকৰ অস্থি নৈৰ পাৰত কৃতকৰ্ম্মাদি কৰি পানীত দান দিয়ে। য'ত গঙ্গা মাধৱ কেদাৰ প্ৰভূৰ মিলন ত'তেই দুখীয়া যাত্ৰী সকলে হাততে গঙ্গা মাধৱ প্ৰভুক পাই হৰিস চিত্তে অস্থি দান দিয়ে যাতে মৃতকৰ আত্মাই শান্তি পায়।

শুৱালকুছিৰ এই অশোকাষ্টমী মেলা এটি উমৈহতীয়া ভাৱে পালন কৰা উৎসৱ। মহাপুৰুষীয়া দামোদৰীয়া আদিকে ধৰি বৃহত্তৰ শুৱালকুছিৰ প্ৰত্যেকজন ব্যক্তিয়ে ইয়াক পালন কৰে। সেয়ে এই উৎসৱৰ প্ৰতি আকৰ্ষণো বৰ বেছি। শুৱালকুছিৰ মাজতে যিটো জান আছে, সি হেনো শুৱালকুছি আৰু বামুণ শুৱালকুছিৰ সীমা আছিল। তাত এটা বৰ শিল আছিল। আৰু দহ বাৰ হাত ওখ এটা শালকাঠৰ খুটা পোতা আছিল। জানৰ সিপাৰেৰে মাধৱক মেলাৰ থলিলৈ নিয়া হয় বাবে এবাৰ ইপাৰৰ বুঢ়া ডেকাসকলে গোট হৈ শুৱালকুছিৰ ভিতৰলৈ

সোমাৱা দ্বাৰতে অৰ্থাৎ ন-পাৰাৰ কাষৰ আদাবৈলৈ যোৱা ৰাস্তাৰ মুখতে হেঙাৰ বান্ধি মাধৱক আগুৰি মাধৱৰ দলৈক শুৱালকুছীয়া পাট কাপোৰ দি সৈমান কৰি এবাৰ জানৰ ইপাৰেৰে গোসাই নমাইছিল। হাজোৰ ভড়ালীচুপাৰ ৺কালিৰাম আঠপৰীয়াৰ জোৱায়েকৰ ৺তৰণী কলিতাৰ (শুৱালকুছিৰ নাক্তাদল) প্ৰচেষ্টাত এবাৰ হেনো নাক্তাদলৰ মাজেৰেও গোসাইক নমাইছিল। পূৰ্বতে গোসাইৰ আগে আগে এসময়ৰ বিখ্যাত দেৱদাসী নৃত্যৰতা ছোৱালীয়ে অপূৰ্ব নাচোন দি আহিছিল। আজি কালি যুগৰ পৰিবৰ্তনত আগৰ দৰে ৰং তামাচা নাই তথাপিতো গাম্ভীৰ্য্যপূৰ্ণ পৰিৱেশেৰে গোসাইক এতিয়াও ঢোল-কালিৰ শবদেৰে ৰজনজনায় লৈ অহা হয়।

পূৰ্বতে হাজোৰ দেৱালয়ৰ পৰা পালা পাতি দিয়া নিয়মানুযায়ী ১৫/২০ জন মান মানুহে আগদিনাখনেই হাজোৰ পৰা শুৱালকুছিলৈ আহি ৰাতি শুৱালকুছিৰ সোণাৰীপাৰাৰ ৺পৰশুৰাম কলিতাৰ ঘৰতে থাকি যাৱতীয় কাম-কাজবোৰ কৰি লয়। তেখেতে সকলো খৰছ বহন কৰে। ৺কলিতাই হাজোত বিয়া কৰাইছিল। পৰিবাৰৰ ফালৰ পৰা মানুহ নথকাত এই কাৰ্য্যৰ বাবে তেখেতকে শুৱালকুছিৰ মানুহ হিচাপে মনোনয়ন কৰিছিল। তেখেতে কিছুদিন আগৰ পৰা সেই কাৰ্য্য সমাধা কৰিছিল আৰু মানুহখিনিৰ লগত লগ হৈ দোকমোকালিতে বালিচৰলৈ গৈ মেলাৰ স্থান নিৰ্ণয় কৰি চাৰিওফালে দীঘল বাহেৰে ৰঙা কাপোৰ মেৰিয়াই চিহ্নিত কৰিছিল। উক্ত ঠাইতেই আজি পৰ্য্যন্ত মেলা অনুষ্ঠিত হৈ আছে।

স্থান নিৰ্ণয় হোৱাৰ পিছতেই অশোকাষ্টমীৰ পৰিচালনা সমিতিয়ে য'ত যেনেকৈ শৃঙ্খলাবদ্ধ হিচাপে বিগ্ৰহ, দোকান পোহাৰ কেম্পৰ বাবে স্থান নিৰ্ণয় কৰিব লাগে তাক ভাগে ভাগে কৰি যায়। মেলাৰ দিনা মেলা থলী জন সমুদ্ৰলৈ ৰূপান্তৰিত হয়। গোটেই দিনটোৰ হৈ চৈ তত্বাৱধান কৰা বা যি কোনো অপ্ৰীতিকৰ ঘটনাৰ উদ্ভাৱনা নোহোৱাৰ বাবে চেষ্টা কৰাতো এই সমিতিৰ মূল উদ্দেশ্য। এই সমিতিয়ে মেলা হোৱাৰ আগৰে পৰা ৰাজহুৱা সভা-সমিতি পাতি সকলো ব্যৱস্থা হাতত লয়। সেই সমিতি গণতান্ত্ৰিক ভিত্তিত গঠন হয়। দূৰ দূৰণিৰ পৰা অহা যাত্ৰী সকলৰ বাবে থাকিবলৈ হাইস্কুল আদি আৰু খাবলৈ সিধা একোটি দিয়া হয়। সকলো যাত্ৰীয়ে এই সিধা গ্ৰহণ কৰে। গোটেই গাওঁৰ মানুহে ৰাস্তা-ঘাট চাফা কৰি ৰাখে। চ'কে-চ'কে যাত্ৰীৰ বাবে পানীৰ ব্যৱস্থা কৰে। শুৱালকুছিৰ মানুহৰ বুঢ়া বুঢ়ীৰ দিনৰে পৰা অতিথি সৎকাৰ মুখ্য উদ্দেশ্য। সেয়ে এতিয়ালৈ এই উৎসৱৰ দিনা গৃহস্থৰ মানুহে যাত্ৰী বা অতিথিলৈ হেপাহেৰে বাট চাই থাকে। সাধ্যানুসাৰে যিয়ে যি পাৰে খোৱা বস্তু তৈয়াৰ কৰি থয়। অশোকাষ্টমীৰ দিনা যাত্ৰী বিমুখ হলে বা কোনো মানুহৰ ঘৰলৈ যদি এজনো যাত্ৰী বা অতিথি নাযায়, তেন্তে গৃহস্থই দুখ পায়। এই যাত্ৰী দেৱতুল্য। শুৱালকুছিৰ লোকে লোকসভাক ব্ৰহ্মাৰ সভা জ্ঞান কৰে। সেইদিনা অহা যাত্ৰীক একো খুৱাব নোৱাৰিলে শুৱালকুছিৰ লোকৰ মনত বৰ দুখ।

মেলাৰ দিনা পুৱা ৯।১০ মান বজাত বিগ্ৰহবোৰ অহাৰ পিছত সকলো দৰ্শকে নিৰ্দিষ্ট স্থানত গৈ ৰূপ টকা দি মাল্যদান কৰে। গোসাইৰ লগত অহা মালীয়ে মালা বিক্ৰি কৰে। বিভিন্ন ঠাইৰ পৰা অহা যাত্ৰীবোৰে নৈৰ পাৰত বিধি নিয়ম অনুযায়ী অস্থি আদি দান কৰি স্নান কৰাৰ পিছত গোসাইক সেৱা কৰে। নিৰ্মালি লয়। বিগ্ৰহবোৰ দিনৰ ৪।৫ বজামানত নিজ নিজ স্থানলৈ নিবলৈ ধৰে আৰু তেতিয়াৰ পৰা মাঙ্গলিক কাৰ্য্যৰ পৰিসমাপ্তি ঘটে। লাহে লাহে সূৰ্য্য অস্ত যোৱাৰ পিছৰে পৰা দোকান-পোহাৰ সামৰা হয় আৰু লগে লগে মেলাৰ অন্ত পৰে।

এই মেলালৈ যাত্ৰীসৱৰ উপৰিও ব্যৱসায়ৰ বাবে দূৰদূৰণিৰ পৰা মানুহ আহে। ৰামদিয়া, সৰ্থেবাৰী, হাজো, পলাশবাৰী, গুৱাহাটী আদিৰ পৰা বিভিন্ন ব্যৱসায়ী আহে। লোৰ সজুলি, সাজ-পাৰ, কিতাপ পত্ৰ, চাহ মিঠাইৰ দোকান আদিৰ উপৰিও বিভিন্ন ধৰণৰ মছলা আৰু বাঁহ বেতৰ কাজ কৰা বস্তু এই মেলাৰ অপৰিহাৰ্য্য



বস্তু। এই মেলাৰ পৰা সকলোৱে অন্ততঃ এপদ হলেও বস্তু কিনা দেখা যায়। বিশেষকৈ বুঢ়া-বুঢ়ীৰ দিনৰে পৰা এতিয়ালৈকে সকলোৱে মিঠাই নিয়ে--ব্ৰহ্মাৰ সভাৰ পৰা হেনো মিঠাই নানিলে নহয়।

এই উৎসৱ এদিনীয়া হলেও এই দিনটোত শুৱালকুছীয়া ৰাইজৰ আনন্দৰ সীমা নাই। সকলো ধৰ্মীয় সামাজিক বাধা-বন্ধন নেওচি সকলোৱে আহি এই পৱিত্ৰ দিনত একত্ৰিত হৈ সময়ে কব নোৱাৰা দিনৰে পৰা আজিলৈকে একাদিক্ৰমে প্ৰত্যেক বছৰে শুৱালকুছিৰ মহাবাহু ব্ৰহ্মপুত্ৰৰ পাৰত ( পুণ্য লৌহিত্য তীৰে ) এই অশোকাষ্টমী মেলাত দুখ শোক দিনটোৰ বাবে পাহৰি যায়। হাজাৰ হাজাৰ ধৰ্মপ্ৰাণ লোকৰ মেলামুখী সোতৰ লগত শুৱালকুছিৰ ৰাইজো বৈ আছে। শুৱালকুছীয়া ৰাইজে কয়—অশোকাষ্টমী আকৌ আহক। সেইদিনা জন সমুদ্ৰৰ লগত আমিও স্নান কৰি মনৰ দুখ শোক উটাই দিওঁ।

# শুৱালকুছিত নাওখেল

শ্ৰীপৰমানন্দ ডেকা

মহাবাহু ব্ৰহ্মপুত্ৰ অসমী আইৰ প্ৰাণৰ সঞ্চাৰ শক্তিসমূহৰ অন্যতম। অসমীয়া ভাষা, কৃষ্টি, সংস্কৃতি আদি সৰ্বদিশ যেন ব্ৰহ্মপুত্ৰৰ পূত ৰাৰিৰে উৰ্বৰা। বুঢ়া লুইতৰ কোবাল সোঁতে অসমক দিয়ে দুৰ্দ্ধৰ্ষ সাহস, যি সাহসত অসম সদায়েই আত্মনিৰ্ভৰশীল, স্বতন্ত্ৰ আৰু উদাৰমনা। এই লুইতৰ পাৰতে এদিন অনুৰণিত হৈছিল 'লুইতৰ পাৰৰে আমি ডেকা ল'ৰা মৰিবলে' ভয় নাই।'

বুৰঞ্জীয়ে ঢুকি পোৱা দিনৰে পৰা পৃথিৱীৰ অইন ঠাইৰ দৰে অসমো খেলা-ধূলাত পিছপৰা নহয়। নদীমাতৃক ঠাই বাবেই বিভিন্ন পানীৰ খেল ইয়াত এতিয়াও বৰ্তমান। নাওখেল সেইবিলাকৰ ভিতৰত অন্যতম। লুইতৰ বুকুত জীৱিকাৰ বাবে নাও প্ৰধান আছিলা। জিৰণি সময়ত শাৰীৰিক আৰু মানসিক উৎকৰ্ষতাৰ বাবে সেই নাওবিলাকেই খেলৰ সঁজুলি হিচাপে ব্যৱহৃত হৈছিল যদিও কালক্ৰমত নাওখেলৰ জনপ্ৰিয়তাত খেল-নাওসমূহৰ জন্ম হয়। প্ৰাচীন অসমত ৰণৰ নাও, বেপাৰৰ নাও—এই দুই প্ৰকাৰৰ নাও পোৱা যায়। খেল-নাওসমূহ সবাতোকৈ সুন্দৰ।

অসমৰ মানচেষ্টাৰ শুৱালকুছি ভাৰতবৰ্ষৰ এখনি লেখত লবলগীয়া গাওঁ। এইখনি গাৱঁতেই মহামানৱ মহাত্মা গান্ধীয়ে তেওঁৰ সপোন বাস্তৱত ৰূপায়িত হোৱা দেখিছিল। একত্ৰিত শুৱালকুছিবাসীৰ একাগ্ৰতা সকলো ৰাজহুৱা কামতেই বিদ্যমান। শুৱালকুছিত নাওখেল—প্ৰতিবছৰে শুৱালকুছিৰ ৰাইজৰ একত্ৰিত প্ৰচেষ্টা। অসম-ভাস্কৰ শ্ৰীমন্ত শঙ্কৰ শুৱালকুছিৰ হৰিভকতৰ প্ৰাণবন্ধু। এইজনা মহাপুৰুষৰ তিৰোধান তিথিত প্ৰতি বছৰে উদ্‌যাপিত নাওখেল গাওঁবাসীৰ যেন প্ৰধান কৰ্তব্য। অতীতত শুৱালকুছিত নাওলেৰ প্ৰচলন আছিল বুলি জনা যায় যদিও কালক্ৰমত এই খেল প্ৰায় লোপ পাইছিল। হয়তো জীৱন সংগ্ৰামত গাৱঁৰ বাহিৰত ভালেখিনি সময় অতিবাহিত কৰিব লগা হোৱা বাবে ৰাইজৰ সময়ৰ অভাৱত এই খেল সাময়িকভাৱে বন্ধ হৈছিল বুলি ভাবিবলৈও অৱকাশ নোহোৱা নহয়।

সৃষ্টি হ'ল নতুন দিগন্ত। ডেকাশক্তিৰ অফুৰন্ত সাহসত পুনৰ জনম পালে নাওখেলে। "নাওখেল প্ৰতিযোগিতা সমিতি, ভাটিপাৰা"—নামেৰে নামাঙ্কিত হ'ল পৰিচালনা সমিতিখন, কাৰণ প্ৰথমে ভাটিপাৰা অঞ্চলৰ কেইজনমান উদ্যোগী ডেকাৰ মাজতেই এই খেলে বৰ্তমানৰ ৰূপ ধাৰণ কৰিছিল। অৱশ্যে কিছুদিনৰ পিছতেই সৰ্বজনপ্ৰিয় এই খেলখনৰ পৰিচালনাৰ দায়িত্ব ললে সমগ্ৰ শুৱালকুছিৰ ৰাইজে। সমিতিৰ নাম হ'ল—'নাওখেল প্ৰতিযোগিতা সমিতি, শুৱালকুছিৰ।

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ গুৰুজনাৰ তিৰোভাৱ তিথিৰ আগদিনাৰ পৰা নাওখেলৰ আয়োজন আৰম্ভ হয়। এই খেল অৱশ্যে প্ৰতিযোগিতামূলক। যোগ্যতা অনুসাৰে প্ৰতিযোগীসকলক উপযুক্ত পুৰস্কাৰেৰে পুৰস্কৃত কৰা হয়। খেল অনুষ্ঠিত হোৱাৰ আগদিনাই দুৰ্‌দুৰণিৰ পৰা হিন্দু-মুছলমান উভয় প্ৰতিযোগী নাওবিলাক আহি উপস্থিত হয়



শুৱালকুছিৰ ঘাটত। নৈৰ পাৰত বান্ধি থোৱা নাওবিলাক আৰু প্ৰতিযোগীসকলৰ বাহৰবিলাকে সকলোৰে মন নৈ যায় তাহানিৰ মিৰজুমলাৰ অসম আক্ৰমণত শুৱালকুছিৰ বিশিষ্ট নৌঘাটি কেন্দ্ৰলৈ। প্ৰত্যেক শুৱালকুছীয়াৰ মনলৈ আহে শাৰী শাৰী নৈৰ ঘাটত বান্ধি থোৱা স্মৰণাতীত কালৰ শুৱালকুছিৰ যুদ্ধৰ নাওবিলাক। সেইদিনা গধূলি গোটেই গাৱঁতে দীপান্বিতা পালন কৰা হয়। উৎসৱমুখৰ পৰিবেশত ৰাইজ উদ্বাউল। নিশা নাগাৰা নাম আদিৰে সেইদিনাৰ কাৰ্য্যসূচী সামৰণি হ'বলৈ নোপাওঁতেই আৰম্ভ হয় পিছদিনাৰ প্ৰথম অনুষ্ঠান উষা-কীৰ্তন। শুৱালকুছিবাসীয়ে পাহৰি পেলায় আগদিনাৰ কৰ্মক্লান্তি, উজাগৰী নিশাৰ কথা। "তেজৰে কমলাপতি''য়ে সঞ্জীৱনী সুধা দান কৰে। আহি পৰে মূল প্ৰতিযোগিতাৰ দিনৰ, মহাপুৰুষৰ তিৰোভাৱ তিথিৰ কৰ্মব্যস্ততা। প্ৰায় ৪২টা নামঘৰত প্ৰত্যুষতে আৰম্ভ হয় আইসকলৰ প্ৰভাতী নাম-কীৰ্তন, তাৰ পিছত বাপুসকলৰ নাম কীৰ্তন। চৌদিশে 'হৰিনাম-ৰসৰ' মধুৰ জোঁৱাৰত শুৱালকুছি সেইদিনা দ্বিতীয় বৈকুণ্ঠপুৰীলৈ ৰূপান্তৰিত হয়। ইতিমধ্যে দুৰ্‌দুৰণিৰ পৰা নাওখেল চাবলৈ অহা জনস্ৰোত বৰলৈ ধৰে নৈৰ ঘাটলৈ। নামঘৰসমূহত নাম-কীৰ্তন হোৱাৰ পাছত দুপৰীয়া অনুষ্ঠিত হয় নাওখেল প্ৰতিযোগিতাৰ সভাপতি, বিশিষ্ট অতিথি আৰু শিল্পীসকলক নাম প্ৰসঙ্গেৰে নিৰ্দ্ধাৰিত স্থানলৈ নাচি-বাগি আগবঢ়াই নিয়া ৰাইজৰ শোভাযাত্ৰা। প্ৰকাৰান্তৰে তেতিয়াৰ পৰাই নাওখেল প্ৰতিযোগিতাৰ প্ৰাৰম্ভিকভাৱে আৰম্ভ বুলি ক'ব পাৰি। হাজাৰ-বিজাৰ লোকৰ সমাৱেশে ব্ৰহ্মপুত্ৰৰ পাৰত শ্ৰীকৃষ্ণৰ আগমনত কুণ্ডিল নগৰত যি থৈয়া-নথৈয়া অৱস্থাৰ সৃষ্টি হৈছিল, সেই দৃশ্যৰেই যেন পুনৰাবৃত্তি পৰিলক্ষিত হয়। শোভাযাত্ৰা যথাস্থানত উপস্থিত হোৱাৰ কিছুসময় পিছতেই ব্ৰহ্মপুত্ৰৰ বুকুত 'লঙ্গৰ' পেলাই প্ৰতিযোগিতাৰ বাবে শাৰী শাৰীকৈ ৰৈ থকা নাওবিলাক নিৰ্দেশকৰ পৰা ইঙ্গিত পোৱাৰ লগে লগে প্ৰতিযোগিতাত অৱতীৰ্ণ হয়। তেনেকৈয়ে আৰম্ভ হয় ৰাইজৰ বহু আকাঙ্ক্ষিত "নাওখেল প্ৰতিযোগিতা"।

প্ৰতিযোগিতাৰ অন্তত বঁটা বিতৰণী অনুষ্ঠানৰ লগতে আয়োজিত সঙ্গীতানুষ্ঠানো ৰাইজৰ এটি আকৰ্ষণীয় অনুষ্ঠান। সদৌ অসম ভিত্তিত ছাত্ৰ-ছাত্ৰীৰ মাজত ধৰ্মবিষয়ক ৰচনা প্ৰতিযোগিতা এখনিও প্ৰতি বছৰে এই সমিতিৰ সৌজন্যতেই অনুষ্ঠিত হয়। বঁটা বিতৰণী সভাত বিভিন্ন বক্তাই ধৰ্ম সম্পৰ্কে আলোচনা কৰে আৰু লাহে লাহে এটি বছৰৰ বাবে এই প্ৰতিযোগিতাৰ সামৰণি পৰে।

৫১৬ শঙ্কৰাব্দত অনুষ্ঠিত নাওখেল প্ৰতিযোগিতা আহি আহি পঞ্চদশ বছৰত ভৰি দিছেহি। যৌৱনৰ দুৱাৰদলিত ভৰি দিবলৈ এতিয়াও বহুখিনি বাকী থকা স্বত্বেও প্ৰতিযোগিতাৰ পৰিসৰ আৰু ৰাইজৰ উৎসাহ দিনে দিনে যেনেকৈ বৃদ্ধি পাব লাগিছে সেই কথা ভাবিলে মন আনন্দত উদ্বাউল হৈ উঠে। এনে অনুষ্ঠানসমূহৰ ক্ষেত্ৰত চৰকাৰৰ কৰ্তব্য নোহোৱা নহয়, কাৰণ জাতীয় সংহতিত এই অনুষ্ঠানে বৃহৎ পৰিমাণৰ বৰঙণি যোগায়। চৰকাৰে সহায়-সহযোগ আগবঢ়ালে এনে অনুষ্ঠানবোৰ জীয়াই ৰাখিবলৈ ৰাইজে উৎসাহ-উদ্দীপনা লাভ কৰিব আৰু অসমীয়া সংস্কৃতি সজীৱ হৈ উঠিব।

নৌবিদ্যাত পটু শুৱালকুছিৰ গৌৰৱেৰে গৌৰবান্বিত এই প্ৰতিযোগিতাৰ পৰিসৰ আৰু বৃদ্ধি হওক, জাতীয় সংহতিৰ, সাহসৰ প্ৰতীকৰূপে পৰিগণিত হওক—এয়ে কামনা।

# শুৱালকুছিৰ ভাষাতাত্ত্বিক সমীক্ষা

শ্ৰীবাসুদেৱ ভৰালী

শুৱালকুছিৰ তোল বা চুবাই চুবাই বিভিন্ন বৃত্তিধাৰীৰ বাসস্থান। ভাষাগত বৈশিষ্ট্যৰ ক্ষেত্ৰত শুৱালকুছিত প্ৰধানকৈ তিনিটা অঞ্চলত ভাগ কৰিব পাৰি—পূব অঞ্চল মধ্য অঞ্চল আৰু পশ্চিম অঞ্চল। পূব অঞ্চল বোলোতে কেৱল কৈৱৰ্তপাৰাৰথনৰ কথা কোৱা হৈছে। কৈৱৰ্ত পাৰাৰ লোকসকলৰ ভাষাৰ মান্যভাষাৰ লগত সামঞ্জস্য আছে। এওঁলোকৰ পূৰ্বপুৰুষসকল শিৱসাগৰ, নগাওঁ কেন্দুতল আৰু লাউপাৰাৰ লোক। মধ্য অঞ্চলত বামুন পাৰা, কেওটপাৰা, কুমাৰপাৰা, সোণাৰীপৰাৰ পৰা ভাটি-পাৰালৈ সামৰা হৈছে। পশ্চিম অঞ্চলত পুখুৰীপাৰাৰ পৰা ভাঙ্গানগৰ আদি সামৰা হৈছে। পশ্চিম অঞ্চল বিশেষৰ কম বেছি পৰিমাণে থকা ভাষাৰ বিচিত্ৰতাৰ লগত মান্য ভাষাৰ ধ্বনিমূলক, ৰূপাত্মক আৰু শব্দমূলক সাদৃশ্য-বৈসাদৃশ্যৰ এটি সমীক্ষা আগবঢ়োৱা হ'ল।

ক। ধ্বনিমূলক ঃ

(১) উজনি উপভাষা বা মান্যভাষা শ্বাসাঘাত শব্দৰ শেষৰ ফালে, কামৰূপী উপভাষাত শব্দৰ আদিতে পৰিলেও শুৱালকুছিৰ কথ্য ভাষাত ( মধ্য অঞ্চলত ) শব্দৰ দ্বিতীয় শব্দাংশতহে পৰে। যেনে ঃ—

শুৱাল

| মান্য | পূব অঞ্চল | মধ্য অঞ্চল | পশ্চিম অঞ্চল |
|---|---|---|---|
| এঙাৰ | এ'ঙাৰ | আঙৰা, আঙাৰ | আঙাৰ |
| কোমোৰা | কোমোৰা | কুমুৰা | কুম্‌ৰা, কুমুৰা |
| কটাৰি | কতাৰি | কতেৰি | কত্‌ৰি, কতৰি |

(২) মান্যভাষাত ওচৰাওচৰিকৈ দুটা-আ ধ্বনি থাকিলে আগৰ-আ ধ্বনি সাধাৰণতে-আ বা-এ লৈ পৰিবৰ্তন হয়। শুৱালকুছিৰ কথ্য ভাষাত ধ্বনি-আ ওচৰা-ওচৰিকৈ থাকিব পাৰে। যেনে ঃ—

| | মান্য—ৰজা, | পূব—ৰজা, | মধ্য-ৰাজা | পশ্চিম—ৰাজা |
|---|---|---|---|---|
| তেনেদৰে | চকা | চাকা | চাক্‌কা | চাক্‌কা |
| | ছাতি | চাতি | চাতা, চতা | চাতা, চতা |



(৩) শুৱালকুছিৰ ভাষাত অল্পপ্ৰাণ ধ্বনিৰ ঠাইত মহাপ্ৰাণ হয়। যেনে ঃ—

শুৱাল

| মান্য | পূব অঞ্চল | মধ্য অঞ্চল | পশ্চিম অঞ্চল |
|---|---|---|---|
| চোকা | চোকা | চোথা | চ'থা |
| জাকৈ | জাকৈ | জাথেই | জাথেই |
| পেলা | পেলা | ফেল'উ | ফেল'উ |
| ভোক | ভোক | ভোথ | ভ'থ, ভুথ |
| শুকান | সুকান | সুথান | সুথান |
| চাকে | চাকে | চাথে | চাথে |
| শুদা | শুদা | সুধা, সুদ | সুধা, সুনা |
| ভাটি | ভাতি | ভাথি, ভাইথবেনা | ভাথি |
| সিতা | সিথা | সিথা | সিথা |

(৪) মান্য ভাষাৰ দ্বি অক্ষৰযুক্ত শব্দৰ প্ৰথম অক্ষৰত থকা ও ধ্বনি কেতিয়াবা -অ' হয়, নহলে মান্য ভাষাৰ দৰে থাকে, যেনে ঃ

শুৱাল.

| মান্য | পূব অঞ্চল | মধ্য অঞ্চল | পশ্চিম অঞ্চল |
|---|---|---|---|
| বোবা | বোবা | ব'বা, বোবা | বোবা, ব'বা |
| খোপা | খোপা | খ'পা, খোপা | খোপা, খ'পা |
| ঘোৰা | ঘোৰা | ঘ'ৰা, ঘোৰা | ঘোৰা, ঘ'ৰা |
| বোন্দা | বোন্দা | ব'না, বোনা | বোনা, ব'না |

(৫) একাক্ষৰী শব্দৰ বাহিৰে আন শব্দৰ শেষত থকা মান্যভাষাৰ দ্বিস্বৰ ধ্বনি -ঐ আৰু -ঔ শুৱালকুছিৰ কথ্য ভাষত -এ'ই আৰু -ও, হয়। যেনে ঃ

শুৱাল.

| মান্য | পূব অঞ্চল | মধ্য অঞ্চল | পশ্চিম অঞ্চল |
|---|---|---|---|
| মাদৈ | মাদৈ | মাদেই | মাদেই |
| মিঠৈ | মিঠৈ | মিথে'ই | মিথে'ই |
| ভাটৌ | ভাতৌ | ভাতো | ভাতো |
| গৰৈ | গৰৈ | গৰে'ই | গৰে'ই |
| মাদৈ | মাদৈ | মাদে'ই | মাদে'ই |

(৬) শুৱালকুছিৰ কথ্য ভাষাত দ্বিস্বৰ ধ্বনি আৰু ত্ৰিস্বৰ ধ্বনিৰ প্ৰয়োগ লক্ষ্য কৰিবলগীয়া। যেনে ঃ

শুৱাল.

| মান্য | পূব অঞ্চল | মধ্য অঞ্চল | পশ্চিম অঞ্চল |
|---|---|---|---|
| ভাৰৰীয়া | ভাৰৰিয়া | ভাউৰা, ভাউইৰা | ভাউৰা |
| কেৰলীয়া | কেৰলিয়া | কে'উলা, কেউইলা | কেউলা, কে'উৰা |

| | | | |
|---|---|---|---|
| হালোৱা | হালোৱা | হাউলা | হাউলা, হাউৱা |
| গাৰঁলীয়া | গাৰলিয়া | গাউলা, গাৰে'লা | গাৰে'লা |
| নাৰৰীয়া | নাৰৱিয়া | নাউৱা, নাৰে'ৱা | নাৰে'ৱা |

(৭) শুৱালকুছিৰ কথ্য ভাষাত সমীভবনৰ বিশেষত্ব আছে—যতেই সম্ভৱ সমীভবন হয়।

শুৱাল.

| মান্য | পূব অঞ্চল | মধ্য অঞ্চল | পশ্চিম অঞ্চল |
|---|---|---|---|
| বৰনাম | বৰনাম | বন্নাম | বন্‌নাম |
| কৰদৈ | কৰদৈ | কদ্দে'ই | কদ্‌দে'ই |
| লৰদিয়ে | লৰদিয়ে | লদ্দে'ই, লচ্‌চি | লদ্‌দে'ই |
| ঘৈণীয়েক | ঘৈনিয়েক | ঘন্নাক, ঘন্ন'ক | ঘন্‌নক, ঘন্‌নাক |
| বিৰিণা | বিৰিণা | বিন্না, বিন্নে | বিন্‌না |
| পূৰ্ণিমা | পুৰ্নিমা | পুন্নিমা | পুন্‌নিমা |
| পাহৰিলোঁ | পাহৰিলো | পাহে'ল্লু | পাহেল্‌লু |
| বাঢ়নী | বাঢ়নি | বান্নি, বান্‌হি | বান্‌নি |
| প্ৰভাত | প্ৰভাত | পৰ্‌ভাত | পৰ্‌ভাত |
| প্ৰকাশ | প্ৰকাশ | পৰ্‌কাচ | পৰ্‌কাচ |
| প্ৰণাম | প্ৰনাম | পন্নাম | পন্‌নাম |
| ত্ৰিপাল | ত্ৰিপাল | তিৰ্‌পাল | তিৰ্‌পাল |

(৮) মান্য ভাষাৰ নিম্নস্বৰধ্বনি শুৱালকুছিৰ কথ্য ভাষাত নিম্ন আৰু উচ্চ দুই ধৰণৰ উচ্চাৰণ পোৱা যায়। যেনে :—

শুৱাল.

| মান্য | পূব অঞ্চল | মধ্য অঞ্চল | পশ্চিম অঞ্চল |
|---|---|---|---|
| সিন্দুৰ | সিন্দুৰ | সেনুৰ, সিনুৰ | সিনুৰ |
| এন্দুৰ | এন্দুৰ | এনুৰ, ইনুৰ | ইনুৰ |
| কাপোৰ | কাপোৰ | কাপোৰ | কাপোৰ, কাপুৰ |
| মাকো | মাকো | মাকু | মাকু |
| দিছে | দিচে | দিচি | দিচি |
| গামোচা | গামোচা | মোক্‌চা, মোক্‌কা | মোক্‌চা, মুক্‌চা |

(৯) মান্য ভাষাৰ 'ৰ' আৰু 'ন' ধ্বনিৰ ঠাইত শুৱালকুছিৰ কথ্য ভাষাৰ কোনো কোনো শব্দত 'ল' ধ্বনি শুনা যায়, কেতিয়াবা 'ল' ধ্বনি 'ন' হয় আৰু কেতিয়াবা দ্বিত্ব হয়। যেনে :—

শুৱাল.

| মান্য | পূব অঞ্চল | মধ্য অঞ্চল | পশ্চিম অঞ্চল |
|---|---|---|---|
| মৰিলোঁ | মৰিলোঁ | মল্লু | মল্‌লু |
| ধৰিলোঁ | ধৰিলোঁ | ধল্লু | ধল্‌লু |



| | | | |
|---|---|---|---|
| লোণ | লোন, নিমখ্‌ | নুন, নিমখ্‌ | নুন্‌, নিমখ্‌ |
| নোম | নোম্‌ | লোম্‌ | লুম্‌, লোম্‌ |
| নেজ | নেজ, লে'জ্‌ | লে'জ্‌ | লে'জ্‌ |

(১০) স্বৰ সঙ্গতিৰ প্ৰয়োগ শুৱালকুছিৰ কথ্য ভাষাত দেখা যায়। পৰবৰ্তী শব্দাংশত উচ্চস্বৰ ই, ঈ বা উ,ঊ থাকিলে আগৰ শব্দাংশত থকা অ ধ্বনি এ' ৰূপে উচ্চাৰিত হয়। যেনে :—

শুৱাল.

| মান্য | পূব অঞ্চল | মধ্য অঞ্চল | পশ্চিম অঞ্চল |
|---|---|---|---|
| পাগলী | পাগ'লি | পাগে'লি | গাগে'লি |
| চাকৰি | চাক'ৰি | চাকে'ৰি | চাকে'ৰি |
| ছাগলী | চাগ'লি | চাগে'নি, চাগাল | চাগে'লি |
| মাকৰি | মাক'ৰি | মাকে'ৰি | মাকে'ৰি |
| চামনি | চাম'নি | চামে'নি | চামে'নি |
| পিপ্পলি | পিপ'লি | পিপে'লি | পিপে'লি |

(১১) আন আন আঞ্চলিক উপভাষাতকৈ শুৱালকুছিৰ কথ্য ভাষাতেই ন-শ্ৰুতি (N-Glide)ৰ ব্যৱহাৰ স্পষ্ট দেখা যায়। যেনে :—

শুৱাল.

| মান্য | পূব অঞ্চল | মধ্য অঞ্চল | পশ্চিম অঞ্চল |
|---|---|---|---|
| এইডাল | ইদাল | ইন্‌দাল | ইন্‌দাল |
| সেইডালং | সিদাল | সিন্‌দাল | সিন্‌দাল |

(১২) আদি শব্দাংশৰ ই মান্যত গুণ হয়, কিন্তু শুৱালকুছিৰ ভাষাত নহয় আৰু অন্ত+আ>আঁতা হয়। যেনে :—

শুৱাল.

| মান্য | পূব অঞ্চল | মধ্য অঞ্চল | পশ্চিম অঞ্চল |
|---|---|---|---|
| সেওঁতা (সীমান্ত+আ) | সেওঁতা | সিঁয়াতা (সিৰ+আঁতা) | |
| | | সে'তা | সে'তা |
| নেওঁতা (নিমন্ত্ৰণ+আ) | নেওঁতা | নিয়াঁতা (নিৰ+আঁতা) | নে'তা |
| | | নে'তা | |

(১৩) মান্যভাষাত দুটা অক্ষৰযুক্ত শব্দৰ দ্বিতীয় অক্ষৰত থকা-অ-ধ্বনি শুৱালকুছিৰ কথ্য ভাষা-আ-হয় আৰু কেতিয়াবা শেষৰ আখৰৰ ব্যঞ্জন লোপ হয়। যেনে :—

শুৱাল.

| মান্য | পূব অঞ্চল | মধ্য অঞ্চল | পশ্চিম অঞ্চল |
|---|---|---|---|
| গৰম | গৰম | গৰাম, গৰম | গৰম, গৰাম, তপাত |
| দীঘল | দীঘল | দিঘাল, দিঘল | দিঘল, দিঘাল |
| পূৰণ | পুৰণ | পুৰান, পুৰন | পুৰন, পুৰান |

| | | | |
|---|---|---|---|
| মৰণ | মৰন | মৰান, মৰন | মৰন, মৰান |
| ব্ৰহ্ম | বৰম | বৰা, বাবা, বৰম | বৰম, বৰা |

(১৪) শুৱালকুছিৰ কথ্য ভাষাত এক-শব্দ যুক্ত হ'লে সাধাৰণতে ক লোপ নহয়। যেনে :—

শুৱাল

| মান্য | পূব অঞ্চল | মধ্য অঞ্চল | পশ্চিম অঞ্চল |
|---|---|---|---|
| এ-বুকু | এ-বুক | এক-বুক, আক-বুক | এক-বুক, আক-বুক |
| এ-বাৰ | এ-বাৰ | এক-বাৰ, আক-বাৰ | এক-বাৰ, আক-বাৰ |
| এ-হাত | এ-হাত | এক-হাত, আক-হাত | এক-হাত, আক-হাত |
| এ-ফ'লিয়া | এ-ফ'লিয়া | এক-ফে'লা, আক-ফে'লা | এক-ফে'লা, আক-ফে'লা |
| এ-চকল | এ-চকল | এক-চকলা, আক-চকল | এক-চকল, আক-চকল |

(১৫) মান্যভাষাৰ শব্দৰ শেষত থকা ঐ শুৱালকুছিৰ কথ্য ভাষাত -এ' হয়। যেনে :—

শুৱাল.

| মান্য | পূব অঞ্চল | মধ্য অঞ্চল | পশ্চিম অঞ্চল |
|---|---|---|---|
| তেনেকৈ | তেনেকৈ | তে'ন্কে', তে'নে'ইকে' | তে'নে'ইকে, তেনকে' |
| এনেকৈ | এ'নে'কৈ | এনাকে', এ'ন্কে' এঙ্কে, এ'নে'ইকে' | এ'নে'ইকে', এনকে' |

(১৬) কেতিয়াবা মান্যভাষাৰ ঐ শুৱালকুছিৰ কথ্য ভাষাত ই হোৱা দেখা যায়। যেনে :—

শুৱাল.

| মান্য | পূব অঞ্চল | মধ্য অঞ্চল | পশ্চিম অঞ্চল |
|---|---|---|---|
| অ'ত-ত'ত | অ'ত-ত'ত | অ'ইত-ত'ইত | অ'ইত-ত'ইত |
| অলৈ-তলৈ | অলৈ-তলৈ | অ'ইক-ত'ইক | অ'ইক-ত'ইক |
| যেনেকৈ-তেনেকৈ | যে'নে'কৈ-তে'নে'কৈ | যে'নে'ই-তে'নেই | যে'নে'ই-তে'নেই |

(১৭) শুৱালকুছিৰ কথ্য ভাষাত অন্ত্য শব্দযুক্ত শ, ষ, স স(x) ৰূপে উচ্চাৰিত হ'লে স ধ্বনিৰ সলনি থ বা হ হে পোৱা যায়। যেনে :

শুৱাল.

| মান্য | পূব অঞ্চল | মধ্য অঞ্চল | পশ্চিম অঞ্চল |
|---|---|---|---|
| আকাশ | আকাস | আকাথ | আকাথ |
| আশা | আসা | আথা | আথা |
| দশ | দস, দহ | দহ, দচ | দহ, দচ |
| শেষ | সেস, সেহ | সেথ | সেথ |
| ৰাস | ৰাথ | ৰাথ | ৰাথ |
| পাশা | পাসা | পাথা | পাথা |

(১৮) নামবাচক শব্দৰ শ, ষ, স শুৱালকুছিৰ কথ্যভাষাত চ ৰূপে উচ্চাৰিত হয়। যেনে :—

শুৱাল.

| মান্য | পূব অঞ্চল | মধ্য অঞ্চল | পশ্চিম অঞ্চল |
|---|---|---|---|
| মহেশ | ম'হেস | ম'হেচ | ম'হেচ |
| শশী | চ'চি | চ'চি | চ'চি |
| সুবোধ | সুবুধ | চুবুধ/দ | চুবুধ/দ |
| সুশীলা | চুচিলা | চুচিলা | চুচিলা |
| সুৰেন | চুৰে'ন | চুৰে'ন | চুৰে'ন |
| সতীন্দ্ৰ | চ'তিন | চ'তিন | চ'তিন |



**খ। ৰূপাত্মক :**

(১) মান্যভাষাত ব্যৱহাৰ হোৱা প্ৰত্যয়-বোৰ, বিলাক, হঁতৰ, ঠাইত শুৱালকুছিৰ কথ্য ভাষাত গিলা, চে, হেনা, হেমেৰা, হেতোৰ, সোপা মাথা/মথা আদি ব্যৱহাৰ হয়। যেনে :—

শুৱাল.

| মান্য | পূব অঞ্চল | মধ্য অঞ্চল | পশ্চিম অঞ্চল |
|---|---|---|---|
| গৰুবোৰ | গৰুবিলাক | গৰু গিলা | গৰুগিলা |
| ল'ৰাবোৰ | ল'ৰাবোৰ | চলিহাত, চলিহঁত | আপাগিলা |
| মানুহবোৰ | মানুহবিলাক | মানুগিলা/মথা | মানুহুগিলা |
| এইবোৰ | এইবিলাক | ইগিলা | ইগিলা |
| এওঁলোক | এওঁবিলাক | এহ্না, এহেনা, এহেত | এহেনা এহেত |
| আইহঁত | আইহত | আইহেনা, আইহেমেৰা | আইহেনা |
| মামাহঁতৰ | মামাহঁতৰ | মামাহেতোৰ মামাঠেৰ, মামাচেৰ | মামাচেৰ |
| ল'ৰা-ছোৱালীহঁত | ল'ৰাচোৱাহত | চলি-পলি/মাথা/সোপা | চলি পলি মথা |

(২) মান্যভাষাত প্ৰয়োগ (ক) কালবাচক আৰু (খ) স্থানবাচক ক্ৰিয়া বিশেষণবোৰৰ তুলনাত শুৱালকুছিৰ কথ্য ভাষাত স্বকীয়া। যেনে :—

শুৱাল.

| | মান্য | পূব অঞ্চল | মধ্য অঞ্চল | পশ্চিম অঞ্চল |
|---|---|---|---|---|
| (ক) | এতিয়া | এতিয়া | ইতান, ইতেই, ইথন, | ইথন, ইতা |
| | তেতিয়া | তেতিয়া | তিতান, তিথান, তিথন | তিথন, তিতা |
| | কেতিয়া | কেতিয়া | কিতান, কিথান, কিথন | কিথন, কিতা |
| (খ) | তালৈ | তালৈ | তাত, তহঁ'ই, তহেঁ'ই, তাকে | তাকে |
| | কলৈ | কলৈ | ক'ত,কহঁই | ক'ক, কহঁই |
| | এইপিনে | ইফালে | এপোনে, অহঁই | ইপিনে, ইপে'নে |
| | সেইপিনে | সিফালে | সেপোনে, সহঁই | সিপিনে, সিপে'নে |
| | ইয়াত | ইয়াত | এ'তে, এ'ত | এ'তে, এ'ত |

(৩) মান্য ভাষাৰ তুলনাত শুৱালকুছিৰ কথ্য ভাষাত প্ৰয়োগ হোৱা স্বাৰ্থিক প্ৰত্যয়সমূহ স্বকীয়া। যেনে :—
সি গুহাতি পালা-যাই। (তেওঁ গুৱাহাটী পালেগৈ।)

সি সালত বহিল-যাই। (তেওঁ তাঁতশালত বহিলগৈ।)
মই ঘৰক গেছিলোঁ-তো। (মই ঘৰলৈ গৈছিলোঁ।)
সি আহিবৌ বুলি সুন্‌লো-তো। (তেওঁ আহিব বুলি শুনিলোঁ।)
ইচকুলক যাগে'ল-যা। (স্কুললৈ যোৱাগৈ।)
মানুহটোক কোগে'ল-যা। (মানুহজনক কোৱাগৈ।)
ভাত কিতা খা-নি। (ভাতকেইটা খা।)
মুই যাম-দি। (মই যাম দেই।)
বাবা নাল্‌গেই-দে। (যাবলৈ নালাগে দিয়া।)
মই ক'ৰচোঁ-দে। (মই কৰিছোঁ দেই।)
মুই ভাত খাবে'চো-দি। (মই ভাত খাই আছোঁ।)
মুই সিক লৈ যাম-দি। (মই তাইক/তাক লৈ যাম।)
তাই ঘৰলৈ গৈ-কিনে। (তাই ঘৰলৈ গৈ।)
সি স্কুললৈ যাই-কিনে। (সি স্কুললৈ গৈ।)

(৪) (ক) মান্য ভাষাত ব্যৱহাৰ হোৱা নিৰ্দেশক প্ৰত্যয় -টো, -জন, -জনা, -গৰাকীৰ ঠাইত শুৱালকুছিৰ কথ্য ভাষাত -টো, -ডাল আৰু -ফেৰাৰ ঠাইত -খোৰ আৰু -খেনি ব্যৱহাৰ হয়। যেনে :—

| মান্য | শুৱাল· পুব অঞ্চল | মধ্য অঞ্চল | পশ্চিম অঞ্চল |
|---|---|---|---|
| ল'ৰাটো | ল'ৰাতো | চ'লিতো, আপাতো | আপাতো, চ'লুতো |
| মানুহজন | মানুহজন | মানহুতো | মানহুতো |
| ৰজাজনা | ৰজাজন | ৰাজাতো | ৰাজাতো |
| মানুহগৰাকী | মানুহগৰাকি | তিৰিতো, তিত্‌তো | তিৰিতো, তিত্‌তো |
| পঘাডাল | পঘাদাল | পাঘাখৰ/খোৰ | পাঘাখোৰ/খৰ |
| সাপডাল | সাপদাল | সাপখৰ/খোৰ | সাপখোৰ/খৰ |

(খ) অনিৰ্দেশক প্ৰত্যক। যেনে :—

| | | | |
|---|---|---|---|
| চেনী ফেৰা | চেনিএফেৰি | চেনিখেনি | চেনিখেনি |
| লোণ ফেৰা | লোনএফেৰি | নুন/নিমখ খেনি | নুন/নিমখ খেনি |
| ভাত অলপ | ভাত অলপ | ভাত অলপমান<br>ভাত একতেপা | ভাত একতেপা |
| পনিয়ল কেইটামান | পনিয়ল কেইতামান | প'লন কে'ত্তিমান | প'লন কে'ত্তিমান |

(৫) সাম্ভাব্য অতীত বুজাবলৈ শুৱালকুছিৰ কথ্য ভাষাত 'হেঁতেন'ৰ সলনি 'হয়' আৰু 'বোধহয়'ৰ সলনি 'হমপায়' ব্যৱহাৰ হয়।

যেনে—কেতিয়াবাই>কিথম্‌বাই, হবপাই>হম্পাই ইত্যাদি।



(৬) মান্য ভাষাৰ তুলনাত শুৱালকুছিৰ কথ্য ভাষাত নাম ধাতুৰ প্ৰয়োগ বেছি। যেনে :—

| মান্য | শুৱাল· পুব অঞ্চল | মধ্য অঞ্চল | পশ্চিম অঞ্চল |
|---|---|---|---|
| ভটিয়াই যা | ভতিয়াই যা | ভাইথেই যা, ভাথেই যা | ভাথৌ |
| বাকলি গুচা | বাকলি গুচুৱা | চেলো | চেলো |
| চোবাই খা | চোৱাই খাৱ | চোবেই খা, চোবৌ | চোবৌ |
| আগুৱাই যা | আগুৱাই যা | আগেই যা, আগৌ | আগৌ |

(৭) শব্দ বিভক্তিৰ ক্ষেত্ৰত মান্য ভাষাৰ ৪ৰ্থীৰ 'লৈ'ৰ ঠাইত সাধাৰণতে শুৱালকুছিৰ কথ্য ভাষাত 'ক', 'ত' আৰু 'লেগি', ৫মীৰ 'পৰা'ৰ ঠাইত 'পাই', 'পে' আৰু ৩য়াৰ 'ৰে'ৰ ঠাইত 'দি' ব্যৱহাৰ হোৱা দেখা যায়। যেনে :—

| মান্য | শুৱাল· পুব অঞ্চল | মধ্য অঞ্চল | পশ্চিম অঞ্চল |
|---|---|---|---|
| কলৈ যোৱা | কলৈ যোৱা | ক'ক যা/য/যাহ | ক'ত যা |
| বজাৰলৈ | বাজাৰলৈ | বজাৰোক লেগি,<br>বজাৰক গেলি,<br>বজাৰক | বজাৰক গেলি,<br>বজাৰত |
| তাৰপৰা | তাৰপৰা | তাৰপাই, তাৰপে' | তাৰপাই |
| ৰামৰ পৰা | ৰামৰপৰা | ৰামৰ পাই, ৰামৰপে' | ৰামৰ পাই |
| সিহঁতৰ পৰা | সিহঁতৰ পৰা | তেহেতোৰ পে', সেহেঁতৰপাই | সেহেঁতৰ পাই |
| কাণেৰে | কানেৰে | কানেইদি | কানেইদি |
| হাতেৰে | হাতেৰে | হাতেইদি | হাতেইদি |

(৮) ক্ৰিয়া বিভক্তিৰ ক্ষেত্ৰত মান্যভাষা আৰু শুৱালকুছিৰ কথ্য ভাষাৰ মাজত পাৰ্থক্য পৰিলক্ষিত হয়। যেনে :—

| মান্য | শুৱাল· পুব অঞ্চল | মধ্য অঞ্চল | পশ্চিম অঞ্চল |
|---|---|---|---|
| তই খা | তই খা | তুই খ, তই খাহ | তই খাহ |
| তই ক | তই ক | তুই ক, তই কৌ | তই কৌ |
| সি খালে | সি খালে | সি খালাক, সি খালা | সি খালা |

(৯) মান্য ভাষাত অতীত কৃদন্ত পদ কৰোঁতে ব্যৱহৃত √হ শুৱালকুছিৰ কথ্য ভাষাত √যা হয়। যেনে :—

মোৰ কামতো কৰা যাব। (মোৰ কামটো কৰা হ'ব।)

হিচাবতো চাৰা যাবৌ দে। (হিচাবটো চোৱা হ'ব বাৰু।)

(১০) মান্য ভাষাৰ একাক্ষৰী শব্দৰ বিশেষ্য শব্দ গঢ়িবলৈ পাচত শুৱালকুছিৰ ভাষাত -আ যোগ হয়। যেনে :—

| মান্য | শুৱাল· পুব অঞ্চল | মধ্য অঞ্চল | পশ্চিম অঞ্চল |
|---|---|---|---|
| কাঁহ | কাঁহ | কাঁহা | কাঁহা |
| সোণ | সোন | সোনা | সোনা |
| ৰূপ | ৰূপ | ৰূপা | ৰূপা |
| খেল | খেলা | খেলা | খেলা |

গ। **শব্দমূলক :**

মান্য ভাষাৰ লগত শুৱালকুছিৰ কথ্য ভাষাৰ শব্দমূলক পাৰ্থক্যও পৰিলক্ষত হয়। মান্যভাষাত নোহোৱা শুৱালকুছিৰ ভাষাত এনে কিছুমান শব্দ আছে যাৰ দ্বাৰা সামহিক ভাবে স্বকীয়াকৈ বুজাব পাৰি। মান্য ভাষাৰ ল'ৰা-ছোৱালী, বাইদেউ আৰু ভণী, ককাইদেউ আৰু ভাইটিৰ সলনি শুৱালকুছিৰ ভাষাত ক্ৰমে চলি, বনক্, ভায়ক শব্দৰ প্ৰয়োগ আছে। আত্মীয়ক বুজাবলৈ কুৰ্‌মা শব্দও আছে। ইয়াৰ উপৰি বিভিন্ন শব্দৰ প্ৰয়োগৰ উদাহৰণ দাঙি ধৰা হ'ল।

(১) সম্বন্ধবাচক শব্দ :

শুৱাল.

| মান্য | পূব অঞ্চল | মধ্য অঞ্চল | পশ্চিম অঞ্চল |
|---|---|---|---|
| দেউতা | দেউতা, পিতা | পিতে, বাবা, পিতা | পিতা |
| ককাদেউতা | আতা | বুঢ়াপিতা, আতা | আতা |
| বৰদেউতা | দাঙৰ পিতা | দাহাৰ পিতে, দাঙাৰ পিতা | দাঙাৰ পিতা |
| খুড়া | খুৰা, দাদা | সৰ্‌পিতা, সৰ্‌বাবা, সৰ্‌পিতে, সৰ্‌পিতি | সৰ্‌পিতা |
| ছোৱালী | চোৱালি | আপি | আপি |
| জীয়েক | জিয়েক | জিয়ক, বেতি চলি | জিয়ক, বেতি |
| ল'ৰা | লুৰা | আপা, বেতা, চলি | আপা, বেতা |
| নৰ্বো | বৌ | বৌ | বৌ |

(২) বিয়া-বাৰু সম্বন্ধীয় :

শুৱাল.

| মান্য | পূব অঞ্চল | মধ্য পঞ্চল | পশ্চিম অঞ্চল |
|---|---|---|---|
| দৰা | দৰা | বৰ | বৰ |
| কন্যা | কইনা | ক'ইনা | ক'ইনা |
| জোৰণ | জোৰন | তেলৰভাৰ | তেলৰভাৰ |
| জোৰানাম | জোৰানাম | খিচাগিদ | গিজাগিদ |
| উৰুলি | উৰুলি | জোকাৰ | জ'কাৰ |

(৩) তাঁতশাল সম্বন্ধীয় :

শুৱাল.

| মান্য | পূব অঞ্চল | মধ্য অঞ্চল | পশ্চিম অঞ্চল |
|---|---|---|---|
| তাঁতশাল | তাঁতসাল | সাল, তানাসাল, হাতসাল | সাল, তানাসাল, হাতসাল |
| দোৰপতি | দুৰপাত | দহতেনি, দহতনি | দহতনি |
| টোলোঠা | গাৰি | গাৰি, নৰজ | গাৰি, নৰজ |
| চেৰেকী ( ডাঙৰ ) | চেৰেকি | চেৰ্‌কি, পল'তা | চেৰ্‌কি |
| চেৰেকী ( সৰু ) | চেৰেকি | উঘা | উঘা |
| চিৰি | চেৰি | চেৰি | চেৰি |



| | | | |
|---|---|---|---|
| উঘা | নটা | নতা, হাতনতেই | নতা, হাতনতা |
| মহুৰা | মহুৰা | ন'লগাথি, মহুৰা | মহুৰা |
| মহুৰা ফুৰোৱা | মহুৰা বতা | ন'লগাথিবতা, মহুৰাবতা | মহুৰাবতা |

(৪) ফুল, লতা বুজোৱা শব্দ :

শুৱাল.

| মান্য | পূব অঞ্চল | মধ্য অঞ্চল | পশ্চিম অঞ্চল |
|---|---|---|---|
| শেৱালি | সেৱালি | সেৱেলি, সে'উলি | সে'উলি |
| ভেট | ভেত | ভেতেই, মউকা মকুৰা | মকুৰা |
| নিলাজীলতা | আদৰ মালতি | আদাৰ মাল্‌তি, আদেৰি বোন, আদৰ মালতি | আদৰ মালতি |
| আকাশীলতা | আকাসিলতা | ৰাবণৰ নাৰি, ৰাবনৰ ভোহ | ৰাবনৰ ভোহ |

(৫) ফল বুজোৱা শব্দ :

শুৱাল.

| মান্য | পূব অঞ্চল | মধ্য অঞ্চল | পশ্চিম অঞ্চল |
|---|---|---|---|
| অমিতা | অমিতা, মধুফল | মইদ্‌ফল, মব্‌ফল, ম'থ্‌ফল | ম'থ্‌ফল |
| জলফাই | জলফাই | জলপে', জলপেই | জলপেই |
| মাটিকঠাল | আনাৰস | আনাৰহ | আনাৰহ |
| সুমথিৰা | কমলা | সন্তৰা, সোন্তোৰা | সোন্তোৰা, সন্তৰা |
| নিমুটেঙা | নিমুতেঙা | নিমুতেঙা, তুইল্‌লা তেঙা | নিমুতেঙা, তুইল্‌লাতেঙা |
| ৰবাব টেঙা | ৰবাব তেঙা | ধপা তেঙা, ধোপা তেঙা | ধোপা তেঙা, ধপা তেঙা |
| মধুৰী আম | সফুৰাম | সফিৰাম, সফ্‌ৰাম, সফুৰাম | সফুৰাম, সফিৰাম |
| কাচকল | কাচকল, পুৰাকল | কাচকল, পুৰাকল | কাচকল, পুৰাকল |
| কলডিল | কলদিল, কলফুল | কলফুল | কলফুল |
| বিলাহীবেঙেনা | বিলাহি বেঙেনা | বিলেহি বাংনা | বিলেতি বাংনা |
| ধুৰফুৰি | হ'লফলি | হ'লফলি | হ'লফলি |

(৬) শাক বুজোৱা শব্দ :

শুৱাল.

| মান্য | পূব অঞ্চল | মধ্য অঞ্চল | পশ্চিম অঞ্চল |
|---|---|---|---|
| পুৰৈ | পুঁই | পুঁই | পুঁই |

| | | | |
|---|---|---|---|
| ধণীয়া | ধনিয়া, মেমধ্ | ধইনা, ধনিয়া | ধনিয়া, ধইনা |
| বিহলগণি | বিহলেঙি | বিহলেঙি | বিহলেঙি |
| মাটিকাহুৰী | নেথেইনা | নেথেনিয়া, নেথেঙা হাঁহথেঙা, নেথেঙিয়া, হাঁতথেঙিয়া | নেথেঙা |
| জিলমিল | জিলমিল, তেলভকুৰা | তেলভকুৰা, ভতুৰা | ভতুৰা |

(৭) জীৱ-জন্তু সম্বন্ধীয় শব্দ ঃ

| | | গুৱাল. | |
|---|---|---|---|
| মান্য | পূব অঞ্চল | মধ্য অঞ্চল | পশ্চিম অঞ্চল |
| গাহৰি | গাহৰি | বাৰা, বৰা | বৰা |
| পৰুৱা | পিপপা | পিপ্ৰা, পিপিৰা | পিপিৰা |
| পইতাচুকুণী | পইতাচোৰা | তেলভকুৰা | তেলভকুৰা |
| চেউৰী | চেউৰি, কালৰি | কাল্লা | কাল্লা |
| পাৰচৰাই | পাৰচৰাই | পাওৰা | পাওৰা |

(৮) মাছ বুজোৱা শব্দ ঃ

| | | গুৱাল. | |
|---|---|---|---|
| মান্য | পূব অঞ্চল | মধ্য অঞ্চল | পশ্চিম অঞ্চল |
| ইলীহ | ইলিহ | এ'ল্‌চা, ইল্‌হা ইল্‌হি | এল্‌হি, ইল্‌লিহ, ইলি |
| গেদ্দগেদি | সোথলি | সোথেলি, ভেহেৰি | সোথৰি, সথেলি, ঘোমেই থাইতি |
| মিচা | মিচা, নিচিলা | নিচ্‌লা নিচিলা | নিচিলা, নিচিলা, নিচ্‌লা |
| বৰালী | বৰালি | বল্লি | বল্‌লি |

(৯) ৰন্ধা-বঢ়া আৰু বাচন-বৰ্তন সম্বন্ধীয় ঃ

| | | গুৱাল. | |
|---|---|---|---|
| মান্য | পূব অঞ্চল | মধ্য অঞ্চল | পশ্চিম অঞ্চল |
| মিঠাতেল | মিঠাতেল, খাইতেল | মিঠাতেল, খাইতেল | মিঠাতেল, খাইতেল |
| মৈদা | বথি | বোথি, বথি | বথি |
| চৰিয়া | চৰিয়া | চৈৰা, চ'ৰা | চ'ৰা |
| তেজপাত | তেজপাত | ভোজপাত | ভোজপাত |
| কৰকৰা | কৰকৰা | জকৃৰা, জকৰা | জকৰ্ৰা, জকৃৰা |
| হেতা | হেতা, কৰচ | কচ্চৰি, কৰচ | কচ্‌চৰি |
| কণী | কনি, দিমা | দিমা | দিমা |
| পটাগুটি | পাত্‌পো | পাত্‌পো | পাত্‌পো |



| | | | |
|---|---|---|---|
| বান্ধনীঘৰ | ভিতৰ ঘৰ, পাগ্‌ঘৰ | ভিতৰ ঘৰ, পাগ্‌ঘৰ | ভিতৰ ঘৰ, পাগ্‌ঘৰ |
| চৌকা | চৌকা | আখা | আখা |

(১০) বিবিধ শব্দ ঃ

| | | গুৱাল. | |
|---|---|---|---|
| মান্য | পূব অঞ্চল | মধ্য অঞ্চল | পশ্চিম অঞ্চল |
| গৰাল | খোৱাৰ, থানা | থানা | থানা |
| অলপমান | অকণমান | একধানমান, একচিম্‌তামান, নাউমান | একধানমান, একচিত্‌কামান, নাউমান |
| ভড়াল | ভৰাল | ভাথেৰি, ভোথৰি, ভথাৰি | ভথৰি, ভাথেৰি |
| পিৰালি | পিৰালি, কাথি | কাথি | কাথি |
| চুটি-চাপৰ | চুতি | ঘুতমুতা, খাতামুতা | খাতামুতা |
| বেণী | বেনি, চেলেই | চেলে', চেলেই | চেলেই |
| ডেকা | ডেকা | চেংৰা, চেঙেৰা | চেঙেৰা |
| চেঁচা | চেঁচা, তেকি | চেঁচা, থাণ্ডা, তেকি | থাণ্ডা, তেকি |
| গামোচা | গামোচা | মোক্‌চা, মোক্‌কা, মোত্‌কা | মোক্‌কা, মোত্‌কা |
| ধুনীয়া | থগুৱা, ধুনিয়া | থোগা, ধুনিয়া | থগুৱা |
| চুৰিয়া | চুৰিয়া, ধুতি | ধুতি, ভুনি | ধুতি, ভুনি |
| ওহাৰ | বাহা | বাহা | বাহা |
| শেঙ্গুণ | সেগুন | সেকুন | সেকুন |
| ভুৱ | ভুৱ, ভেল | ভেল | ভেল |
| আঠুৱা | আঠুৱা | মোহ্‌ৰি, মোহৰি | মোহৰি |
| কৃপণ | কৃপন, কিৰ্‌পন | কিৰ্পিন, চিপিৰাকাতা | কিৰ্‌পিন, চিপিৰাকাতা |
| তৰকাৰী ( ৰন্ধা ) | তৰকাৰি | সোহ্‌ৰা | সোহ্‌ৰা |
| শেষকৰা | চেচকৰা | চেচ্‌কৰা, চোচ্‌লংকৰা | চেচ্‌কৰা, চোচ্‌লংকৰা |
| সোণকালকৰা | সোনকালকৰা | খচ্‌খচ্‌কৰ, জত্‌পত্‌কৰ তাৰাতাৰিকৰ | খচ্‌খচ্‌কৰ |
| সেইদিনা | সিদিনা | সিন্না | সিন্না |
| পৰহিদিনা | পৰহিদিনা | প'ৰ্‌খিদিনা, প'ৰ্‌হিদিনা | প'ৰ্‌খিদিনা |
| অহাকালি | কাইলৈ | কালি, আহাকালি | কালি, আহাকালি |

(ঘ) শুৱালকুছিৰ কথ্যভাষাত ধ্বন্যাত্মক শব্দ আৰু যুৰীয়া শব্দ ঃ

(১) ধ্বন্যাত্মক শব্দ ঃ

কচ্‌কচ ( কোকালখান খচ্‌খচকে খাবা লাগ্‌ছি ), কোত-কোত ( নিৱনিতোই কোত-কোতকে মাত্‌বা লাগ্‌চি ), চিৰিক্‌-চিৰিক্‌ ( গৰুতোই চিৰিক্‌-চিৰিক্‌কে মুতৱা লাগ্‌চি ), জম্‌-জম্‌ ( গাতো জম্‌-জমেই আচি ), ফেদ-ফেদ (ফেদ-ফেদেই থাক্‌লি কথা বেয়া হবৌ দেই), পেক্‌-পেক্‌ ( কি পেক্‌-পেকেই আচ ? ) জোক-জোক্‌ ( কথাখাৰ কলো মাত্ৰ জোক্‌ জোকেই ধ'ল্‌লা ), ফেচ্‌-ফেচ্‌ ( ফেচ্‌-ফেচেই থাকলিয়ে গুহাতিক যাবা পাব্‌বিনা ? ) ভেন্‌-ভেন্‌ ( কথা নাই বাত্‌ৰা নাই ভেন্‌-ভেনকে মুখ্‌খান মেল্‌লিয়ে হবৌ ), তুক্‌-তুক্‌ ( অই আতা ! বৰহেৰ পুৱাই তুক্‌ তুককে ক'ক যাবা ওল্‌লি ), মচ্‌-মচ্‌ ( হেই আপি, হাউলাতোই কুহঁাৰগিলা মচ্‌-মচকে খাবা লাগচি থেদৌ ), থেল্‌-থেলা ( পানি পেলেই জাগাখান থেল্‌-থেলা কল্‌লা ), সুৰ্‌-সুৰ্‌ ভিজিলুক থাওঁতে গলতো সুৰ-সুৰেই আছেই ) হো-হো ( বতাহ হো-হোৱেই আহিৱা লাগচি ) ইত্যাদি।

(২) যুৰীয়া শব্দ ঃ

ঘৰে-ঘৰে ( ঘৰে ঘৰে চাতি জলাবা লাগেই ), মুখে-মুখে ( মুখে-মুখে কথা কবা নাপাই ), কানি-কাতি ( মাক মৰা দেখি সি বেচেৰাই কানি-কাতি হাকুন-দাৰুণ হ'ল ), ধাধ-ধুপাৰ ( ধাধ-ধুপাৰ কৰি হলিও কাজতো কৰ্বা লাগ্‌বৌ), বিপদ-আপদ ( বিপদ-আপদক ভয় কৰি চল্‌লি কেন্‌কে হবৌ ) কাইজা-পেচাল ( কাইজ-পেচাল কল্লি মান্‌হুৰ সান্তি নাথ্‌কেই ), কথাই-কথাই ( কথাই-কথাই খং ক'ৰ্‌বা নাল্‌গেই ), ঠাই-ঠাই ( ভাই-ভাই হই ঠাই-ঠাই ), দোকান-পোহাৰ ( ইমান ৰাতিক্‌লেগি দোকান-পোহাৰ খুলা থাকেই না ), মাথা-মুণ্ড ( ইগিলাহে অংক কল্‌লি মাথা-মুন্দ একো নহ'ল ) ইত্যাদি।

(ঙ) সুৱালকুছিৰ কথ্য ভাষাত ব্যৱহাৰ হোৱা যোজনা আৰু খণ্ডবাক্য ঃ

(ক) যোজনা ঃ

(১) সদে নেৰেই সদ্‌ বিত্তি
কুকুৰে নেৰেই থাই,
যাৰ যি চভাৱ
মল্‌লি লগত যাই।

(২) যাৰ ফালে বিৰচ্‌পতি পোন,
তাৰ ঘৰত নবাই কোন।

(৩) মাজ মুৰত নাই চুলি
লাল্‌কে মাতেই ৰূপহি বুলি।

(৪) জিয়তত কুৱা পুথি
মল্লি চিৰিআৱথি।

(৫) নদীৰ বন নাই খানেই আৰু পোতেই,

(৬) বিধয়াৰ বন নাই ভাঙেই আৰু পাতেই।
খাবা জান্‌লি চাউলে চিৰা,
বহিবা জান্‌লি মাতিয়ে পিৰা।

(৭) তোকো নাই নেওতা মোকো নাই দেওতা।

(৮) দঁাত নহৱা সাপৰ ফোকনিয়ে সাৰ।

(৯) মাকতকে জিয়ক কাজি
ধেকুত্‌ থুৱাইদি বতেই পাজি।

(১০) হাপাই আইন্‌লা তিৰি
বোনা হ'ল উপত্তে গিৰি।

(১১) নাচ্‌বা নাজানেই চোতালখান হেৰামগৰিয়া।

(১২) ভালেহে পাই ভালক
উগুনাই পাই খালক।

(১৩) ৰাজাই ভাল বোলেই যাক
ধেকিপোথলি নাল্‌গেই তাক।

(১৪) হাইগ্‌বাৰ সময়ত ঘতিৰ বিচাৰ।

ওপৰত উল্লেখ কৰাৰ দৰে তেনে বহুতো যোজনা শুৱালকুছিৰ কথ্য ভাষাত ব্যৱহাৰ হয়।

(খ) খণ্ডবাক্য ঃ

অসমীয়া ভাষাত খণ্ডবাক্যৰ কোষটো শকত। শুৱাল-কুছিৰ কথ্যভাষাতো খণ্ডবাক্যৰ বহুল ব্যৱহাৰ আছে। তলত কেইটামান উদাহৰণ দাঙি ধৰা হ'ল। যেনে :—



ভৰি হাত ধোৱা ( মই তাৰ উপৰত ভৰি হাত ধুই দিলো ), হাত উদং ( তাৰ বেমাৰত মোৰ হাত উদং হ'ল ), হাত লৰ বৰ হাত লৰ আপা ভাল নাপাওদে ), আধা কাতা ( বাপাইৰেবাপ এনেই আধা কাতা চলি ), কাণ কাতা ( গৰুও বৰ কাণ কাতা পত্‌কে বেৰা ভাঙেই ), ভোতৰ তাপিলা ( এনেই ভোতৰ তাপিলা চলি যুগ অংকতোই ক'ৰ্‌বা নল্‌লা ), পেতভাৰি ( পেতভাৰি, ইমান সৰু কাম্‌তোতে ভাগৰ লাগেইনা ), মুখলাগা ( চল্‌তোৰ মুখ লাগিল বৰ্‌কে খিনাচি ), পানি হৈ যাবা ( তাৰ চৰ তকা পানি হৈ গে'ল গিৰচ্‌তলি আৰ নুথ্‌লা ), বাৰ বাজা ( তাদ দেখি আৰ বাৰ বাজিল ক'ৰ্‌বৌ কি ), কনা পাওৱা ঘুৱা ( এটা লথুৱা চৰত সি কনা পাওৱা ঘুৰি গে'ল ), ভেল্‌কিবাজি ( মান্‌হুতোৱে ভেল্‌কিবাজি দেখেই পকেত মাল্‌লা ), পেত গেল্‌লা ( খাই খাই আপা একেবাৰে পেত গেল্‌লা হ'ল ), লে'জ কাতা ( ইমান লে'জ কাতা গৰু খেদামাল্লিয়ে পলাই ), লেম তোকৰি ( পৰৰ লেম তোকৰি হৈ ফুল্‌লিয়ে পেট ভ'ৰবৌ যা ), খাৱা ভখাৰি ( খাৱা ভখাৰি কাম-বন নাই ফুৰি থাক ), ঘোমেই গাৰিয়া ( চালা ঘোমেই গাৰিয়া এই চতাহে কল্‌লি ) ইত্যাদি।

---

# শুৱালকুছিত মাৰৈ-পূজা

অধ্যাপক শ্ৰীসুশীল শৰ্মা

মাৰৈ-পূজা মনসা-পূজাৰ নামান্তৰ মাথোন। কালৰ বিৱৰ্তন ধাৰাত মানৱৰ সৌন্দৰ্য্যবোধ বাঢ়ি অহাৰ লগে লগে আদিম সৰ্প-পূজাই মনসা-পূজাত ফলশ্ৰুতি লাভ কৰিছে। সৰ্প-পূজা ভাৰতবৰ্ষ তথা পৃথিৱীৰ বিভিন্ন ঠাইত বাস কৰা বিভিন্ন জাতি-উপজাতিৰ মাজত প্ৰচলিত এক আদিম ধৰ্ম-বিশ্বাস। ফাৰ্গুচন চাহাবৰ মতে ইজিপ্ত, চাইৰিয়া, মেছোপটেমিয়া, গ্ৰীছ, ইটালি, জাৰ্মানী, স্কাণ্ডিনেভিয়া, ফ্ৰান্স, গ্ৰেটবৃটেইন, আফ্ৰিকা, আমেৰিকা, পাৰস্য, কাশ্মীৰ, কম্বোডিয়া, চীন, সিংহল, ভাৰতবৰ্ষ আদিত সৰ্প-উপাসনা পৰিলক্ষিত হয়।[১] অতি প্ৰাচীন কালৰেপৰা সৰ্পই বিশেষ শ্ৰদ্ধা লাভ কৰি আহিছে। সভ্যতাৰ দোকমোকালিৰ পূৰ্বৰে পৰা দুই প্ৰকাৰৰ জন্তুই মানৱৰপৰা বিশেষ শ্ৰদ্ধা লাভ কৰি অহা দেখা গৈছে :—প্ৰথমবিধ বলবান আৰু বিপজ্জনক জন্তু; যেনে :—সিংহ, ষাঁড়, ঘোঁৰা, বান্দৰ আদি; দ্বিতীয়-বিধ—গৰু, কুকুৰ, কপৌ আৰু মাছ।[২] সিংহ, হাতী আদি বলবান বিপজ্জনক জন্তুশ্ৰেণীত স্থান লাভ কৰিবলৈ সক্ষম হোৱা সৰ্পই ভাৰতীয় ধৰ্মীয় ইতিহাসত অতি প্ৰাচীনকালৰেপৰা অধুনা পৰ্য্যন্ত গুৰুত্বপূৰ্ণ ভূমিকা লাভ কৰি আহিছে।[৩]

ভাৰতবৰ্ষত যে অতি প্ৰাচীনকালৰেপৰা সৰ্প-পূজা পদ্ধতি প্ৰচলিত আছিল তাৰ প্ৰমাণ সিন্ধু উপত্যকাৰ মহেঞ্জোদাৰো আৰু হৰপ্পা সভ্যতা। মহেঞ্জোদাৰোত প্ৰাপ্ত নামমুদ্ৰা (Seals), মৃন্ময় পাত্ৰ আদিৰ সংযোগত সৰ্প-পূজাৰ ইঙ্গিত পাব পাৰি।[৪] সৰ্পৰ লগত বৃক্ষৰ এটা নিবিড় সম্পৰ্ক বৰ্তমান আছে। এই সন্দৰ্ভত Vogelৰ এটি উক্তি মন কৰিবলগীয়া :—"Serpent Worship, as we find it therefore closely associated with tree worship. Sometimes the snake is supposed actually to reside in the tree and in all probability was orginally conceived as its spirit".[৫] মহেঞ্জোদাৰো আৰু হৰপ্পা সভ্যতাত সৰ্প আৰু বৃক্ষৰ মাজত থকা এই সম্বন্ধৰো আভাস পোৱা যায়। গতিকে মহেঞ্জোদাৰো আৰু হৰপ্পা সভ্যতাৰ সময়ৰপৰাই সৰ্প-পূজা ভাৰতবৰ্ষত সংচালনিকৈ চলি আহিছে বুলি আমি নিৰাপদজনকভাৱে কব পাৰোঁ।[৬] মহেঞ্জোদাৰো আৰু হৰপ্পা সভ্যতা প্ৰটো এষ্ট্ৰেলএড, ভূমধ্যসাগৰীয়, আলপিন-এড, মঙ্গোলএড, দ্ৰাবিড়ীয় আদি নৃগোষ্ঠীৰ মিশ্ৰণ[৭] হলেও আৰু মূল উৎস হৈছে—দ্ৰাবিড়ীয় সংস্কৃতি[৮]।

ওপৰৰ আলোচনাৰপৰা আমি সিদ্ধান্তলৈ আহিব পাৰোঁ যে—সৰ্প-পূজা দ্ৰাবিড়ীয় সংস্কৃতিৰ দান।

বৈদিক আৰ্যসকলৰ মাজত সৰ্প-পূজা প্ৰচলিত নাছিল। সেইহে প্ৰথম বৈদিক সাহিত্য ঋক্‌বেদনত আমি সৰ্প-পূজাৰ কোনো উল্লেখ নাপাওঁ।

সমগ্ৰ দক্ষিণ ভাৰতত সৰ্প-পূজাৰ ব্যাপক প্ৰচলন দেখা যায়।[৯] দ্ৰাবিড়দেশত সৰ্প-দেৱী মুৰ্গাম্মা, মনেমকুমা, মুদামা, আদি নামেৰে পৰিচিত। Vogelৰ মতে মুদামা আদি সৰ্প-দেৱীৰ প্ৰস্তৰ মূৰ্ত্তিও নিৰ্মিত হৈছিল[১০]। দক্ষিণ ভাৰত, উত্তৰ ভাৰত আৰু মধ্য ভাৰতত অধুনা প্ৰচলিত সৰ্প-পূজাৰ লগত অসম আৰু বঙ্গদেশত প্ৰচলিত মনসা-পূজাৰ বৈপৰীত্য বৰ্ত্তমান। উত্তৰ আৰু মধ্য ভাৰতত অধুনা প্ৰচলিত সৰ্প-পূজাৰ লগত অসম আৰু বঙ্গদেশত প্ৰচলিত মনসা-পূজাৰ বৈপৰীত্য বৰ্ত্তমান। উত্তৰ আৰু মধ্য ভাৰতত নাগৰাজ বাসুকিৰ 'সৰীসৃপ মূৰ্ত্তি' (Zoomorphic form) পূজা কৰা ৰীতি চলি আহিছে আৰু দক্ষিণ ভাৰতত জীৱন্ত সৰ্পক লক্ষ্য কৰি হয়। অসম আৰু বঙ্গদেশত ইয়াৰ ব্যতিক্ৰম দেখা যায়। এই দুই প্ৰদেশত সৰ্পৰ অধিষ্ঠাত্ৰী দেৱী এগৰাকীৰ ৰূপ পৰিকল্পনা কৰি নাৰী-আকৃতিত (anthropomarphic form) পূজা কৰা দেখা যায় আৰু দেৱী গৰাকীয়েই মনসা দেৱীৰূপে পৰিচিত।[১১]

### অসম আৰু বঙ্গদেশত মনসা পূজা

পালবংশৰ ৰাজত্বকালৰ পৰাই বঙ্গদেশত মনসাই স্বাভিব্যক্তি লাভ কৰে। এই কালৰপৰা ৯ম—১০তম শতিকাৰ বঙ্গদেশত মনসা-পূজা প্ৰচলিত হয় অনুমান কৰিব পাৰি।[১২] ড° বিৰিঞ্চিকুমাৰ বৰুৱা আৰু ড° সত্যেন্দ্ৰনাথ শৰ্মাৰ মতে খ্ৰীঃ ত্ৰয়োদশ শতিকামানত বঙ্গদেশৰপৰা অসমলৈ মনসা পূজাৰ আমদানি হয়।[১৩]

বঙ্গদেশত মুছলমানসকলেও 'মনসা-পূজা' কৰিছিল—"The goddess was not confined to the Hindus for her worship by the Bengali Muslims can be treated back to the 15th century A.D. Even today some Muslims of West Bengal directly or indirectly take part in Manasa Worship."[১৪]

নামনি অসমতো অঞ্চল বিশেষে মুছলমানসকলে মনসা-পূজা কৰিছিল। কামৰূপ আৰু দৰঙত (মঙ্গলদৈত) এটা জনশ্ৰুতি প্ৰচলিত আছে যে, পোনতে মৰিয়াবিলাকে পশ্চিম অসমত মনসা-পূজা প্ৰবৰ্ত্তন কৰে। মনসা সম্বন্ধীয় পদ পুথিয়ে এই জনশ্ৰুতিটো সমৰ্থন কৰে। মনকৰে 'মনসা-পূজাৰ' জাগৰণী গীতত দেৱ-দেৱী ব্ৰতী আদিক জগোৱাৰ লগে লগে মাৰিয়া আৰু মাৰয়াণীকো জগাইছে :—

১। J. Fergusson : Tree and serpent worship. p. 1—75
২। W. Crooke : Native of India, p. 242
৩। J. Hastings (edi) : Encyclopaedia of Religion and Ethics Vol. XI. pp. 411—412
৪। J. Marshall : Mahenjo-Daro and the Indus civilization Vol. II, p. 395
৫। Dr. Ph. Vogel : Indian Serpent-Lore, p. 270—271

৬। J. Furgusson : Tree Serpent worship, p. 244
Dr. J. N. Banerjee : The Development of Hindu Iconagraphy p. 345
৭। Mortimer Wheeler : The Indus Valley Civilisation, pp. 71—72
৮। ড° গুৰুদাস ভট্টাচাৰ্য্য : বাংলা কাব্যে শিব, পৃঃ ১৮
৯। Dr. J. Ph. Vogel : Indian Serphent-Lore, p. 272
১০। Ibid p. 272
১১। ড° আশুতোষ ভট্টাচাৰ্য্য : মনসা মঙ্গল, ভূমিকা, পৃঃ ৵
১২। Dr. P. K. Maity : The Goddess Manasa, pp. 48—49
১৩। ড° বিৰিঞ্চিকুমাৰ বৰুৱা, ড° সত্যেন্দ্ৰনাথ শৰ্মা : মনসা কাব্য (সম্পা) পাতনি, পৃঃ ॥৵৹
১৪। Dr. P. L. Maity : The Goddess Manasa, p. 318

"মণ্ডপত জাগোক ৰতনেৰে চাৰি ৰাতি।
মাড়ৈয়া মাড়লি জাগোক জতেক ৰৰতি॥"[১৫]

Dr. P. K. Maityয়েও এই মতটো সমৰ্থন কৰে :—"It is traditionally believed by the people of Mongaldai that the ancestors of the people of the Mariya or Mariya caste were the founders of the cult of Manasa in Kamrup.[১৬]

নাৰায়ণদেৱৰ 'পদ্মা-পুৰাণ'ত বৰ্ণিত 'হাচেন-হোচেন' উপ-কাহিনী ভাগেও এই মতটোৰ অনুকূলে, সমল দাঙিধৰে।

কিছুদিন আগলৈকে মনসাৰ শক্তি মাহাত্ম্য ব্যাখ্যাকাৰী অনেক ওজাই আছিল মুছলমান সম্প্ৰদায়ৰ। মঙ্গলদৈ মহকুমাৰ অন্তৰ্গত ছিপাঝাৰৰ ওচৰতে অৱস্থিত 'মাৰৈ' গাওঁত পশু নামে এজন বিখ্যাত ওজা আছিল; তেওঁ আছিল মুছলমান সম্প্ৰদায়ৰ। মুছলমান ওজাৰ বিদ্যমানতাই মুছলমানসকলৰ মাজতো যে, মনসা-পূজা প্ৰচলিত আছিল তাৰ আভাস দিয়ে।[১৭] বঙ্গদেশতো মুছলমান ওজা-পালিৰ প্ৰচলন আছিল। এই প্ৰসঙ্গত ড° মৈতীৰ এটি উক্তি প্ৰণিধানযোগ্য :—"In Eastern Bengal and Assam down to the first quarter of the present century these were professional Muslim singers who sang songs in honour of Manasa."[১৮]

দৰং (মঙ্গলদৈ), কামৰূপ আৰু গোৱালপাৰাত মনসা পূজা বা বিষহৰি পূজা, মাৰৈ পূজা নামেও পৰিচিত। দৰঙত (মঙ্গলদৈত) এদিনীয়াকৈ কৰা মনসা পূজাক এপৰীয়া ৰং-পূজা আৰু তুদিনীয়াকৈ কৰা মনসা পূজাক গোটাৰং বা জগোৱা ৰংপূজা বোলে। অৱশ্যে 'ৰং পূজা'ৰ সলনি 'গোসানী সেৱা'ও বোলা হয়।[১৯] দীৰ্ঘদিন ব্যাপীকৰা মনসা পূজাকে সাধাৰণভাবে মাৰৈ-পূজা বোলে। মাৰৈ-পূজা পোন্ধৰ দিনীয়াকৈও উদ্‌যাপিত হব পাৰে।[২০] শুৱালকুছি, কামাখ্যা, গেৰুৱা, পচৰীয়া, ছয়গাঁও মঙ্গলদৈ আদিত মাৰৈ-পূজা প্ৰচলিত আছে। কামাখ্যাত এদিনীয়াকৈ কৰা মনসা পূজাক বিষ-হৰি পূজা বোলে।

'মনসা পূজা'ক মাৰৈ-পূজা' বোলাৰ সম্ভাব্য কাৰণ সমূহ তলত আলোচনা কৰা হ'ল—

(ক) মৰিয়াবিলাকে পোনতে পশ্চিম অসমত 'মনসা পূজা' প্ৰচলন কৰে বুলি এই পূজাৰ নাম মাৰৈ-পূজা হব পাৰে। মাৰৈ দেৱী পূজকসকলৰ বাসস্থান বুলিয়েই ছিপামামৰ ওচৰতে থকা গাঁও এখনৰ নামো 'মাৰৈ' হৈছে বুলি জনা যায়।

(খ) বড়োসকলেও 'নাগ-পূজা'ক মাৰৈ-পূজা বোলে। 'মাৰৈ শব্দটো বড়োসকলৰ পৰাও আহিব পাৰে।

(গ) মাৰি মৰক, অপায় অমঙ্গল আদিৰ অধিষ্ঠাত্ৰী দেৱী বুলি মনসাৰ আন এটি নাম 'মাৰৈ-দেৱী'। মনসা অৰ্থাৎ মাৰৈ-দেৱীৰ পূজাক 'মাৰৈ-পূজা' আখ্যা দিয়াই বিশ্বাস আৰু সমৰ্থন যোগ্য। মনসা দেৱীৰ এই বৈশিষ্ট্যৰ (মাৰি-মৰকৰদেৱী) লগত দক্ষিণ ভাৰতৰ 'মাৰাম্মা' বা 'মাৰি আম্মা' দেৱীৰ সাদৃশ্য মন কৰিব লগীয়া। মনসা দেৱীৰ নিচিনাকৈ 'মাৰাম্মা' বা 'মাৰি আম্মাও' মাৰি-মৰক, বেমাৰ-ব্যাধি আদিৰ অধিষ্ঠাত্ৰী দেৱী।

১৫। ড° বিৰিঞ্চিকুমাৰ বৰুৱা, ড° সত্যেন্দ্ৰনাথ শৰ্মা : মনসা কাব্য (সম্পা), পৃঃ ৩
১৬। Dr. P. K. Maity : The Goddess Manasa, p. 29.
১৭। ড° নবীনচন্দ্ৰ শৰ্মা : অসমীয়া লোক সংস্কৃতিৰ আভাস, পৃঃ ১২১।
১৮। Dr. B. B Maity . The Goddess Manasa, p. 185.
১৯। ড° নবীনচন্দ্ৰ শৰ্মা : অসমীয়া লোক-সংস্কৃতিৰ আভাস; পৃঃ ৯৮।
২০। Ibid পৃঃ ৯৭।



## শুৱালকুছিত মাৰৈ পূজা

পশ্চিম অসমৰ যিবোৰ স্থানত মাৰৈ পূজা উলহ মালহেৰে দীৰ্ঘদিন ব্যাপী সম্পাদিত হয়, সেইবোৰৰ ভিতৰত শুৱালকুছি অন্যতম। কেতিয়াৰ পৰা এই পূজাৰ প্ৰবৰ্ত্তন হয়, তাক থাটাংকৈ কোৱা টান। প্ৰচলিত লোক বিশ্বাস মতে শুৱালকুছিত মাৰৈ পূজাৰ প্ৰচলন হয়, প্ৰাচীন কালৰ কোনোৱা মুহূৰ্ত্তত ক'ৰবাৰ পৰা 'মনসাৰ' পাঞ্চালী খন ব্ৰহ্মপুত্ৰত উটি আহি শুৱালকুছিৰ ব্ৰাহ্মণ সমাজৰ ঘাটত লগাৰ পৰা।—এই কথা কিমানদূৰ সত্য আজি আৰু তাক ঠাৱৰ কৰা টান। কিন্তু এই প্ৰবাদে আমাক অন্ততঃ এই কথাৰ ইঙ্গিত দিয়ে যে শুৱালকুছিত মনসা পূজা তেনেই প্ৰাচীন কালৰে পৰা নাছিল; মাজতে তাক গ্ৰহণ কৰা বা প্ৰচলন কৰা হৈছে।

শুৱালকুছি এসময়ত এখন অতিশয় সমৃদ্ধ গাওঁ আছিল আৰু আজি কালি থকাৰ দৰে আগেয়েও ব্ৰাহ্মণ, শূদিৰ অৰ্থাৎ কোঁচ, কুমাৰ, কলিতা, কৈঁওট, কৈৱৰ্ত্ত—বিভিন্ন সম্প্ৰদায়েৰে পৰিপুষ্ট আৰু খেতি-বাতিৰে নদন-বদন অঞ্চল আছিল; আৰু এই গাওঁ দৰাচলতে পূবে আজিৰে কামাখ্যা পাহাৰৰ পৰা পশ্চিমে আজিৰ শুৱালকুছিলৈকে আৰু উত্তৰে আজিৰ ব্ৰহ্মপুত্ৰৰ মাজৰ ৰাক্ষসনী পাহাৰৰ পৰা দক্ষিণে প্ৰায় ৰাণী অঞ্চললৈকে বিস্তৃত আছিল। কিন্তু কালক্ৰমত ব্ৰহ্মপুত্ৰ নদীৰ গতি পৰিৱৰ্ত্তনৰ ফলত একালৰ প্ৰাচীন শুৱালকুছি অঞ্চলটোৰ প্ৰায় আটাইখিনিয়েই ব্ৰহ্মপুত্ৰৰ বুকুত জাঁহ যায়; আৰু পূব অঞ্চলটোৰ প্ৰায়বোৰ বাসিন্দাই বিশেষকৈ ব্ৰাহ্মণসকল আৰু তেওঁলোকৰ প্ৰায় ওচৰা-ওচৰিকৈ থকা কৃষি নিৰ্ভৰ কোঁচ সম্প্ৰদায়টো বেয়াকৈ ক্ষতিগ্ৰস্ত হয়। ফলত ব্ৰাহ্মণসকলৰ এভাগ কামাখ্যা পাহাৰলৈ উঠি যায় আৰু আনভাগ আজিৰ বৰ শুৱালকুছি অঞ্চলত থাকিবলৈ লয়। কোঁচসকলৰ অনেকেই কৃষিৰ মাটিৰ অভাৱত ন ন ঠাইলৈ উঠি যায়। ফলত প্ৰাচীন সমৃদ্ধ শুৱালকুছি দৰাচলতে শেষ হৈ যায়; আৰু আজিৰ শুৱালকুছি দৰাচলতে মাটি পৰ্ব্বত, তাঁতী পাৰা আদিক লৈ নকৈ গঢ় লোৱা নতুন শুৱালকুছিহে।

সি যি কি নহওক, শুৱালকুছিত মাৰৈ পূজা পূৰ্ব্বৰে পৰা তাৰ ব্ৰাহ্মণ সমাজেই কৰি আহিছে; আৰু এই পূজাত ওচৰৰে কোচ, কুমাৰ আদি সম্প্ৰদায়েও প্ৰয়োজনীয় সকলো সহায় সহযোগ আগবঢ়াই আহি আছে; আনকি অন্যান্য দেৱ-দেৱীৰ মন্দিৰৰ লগত জড়িত থকাৰ দৰে এই পূজাতো এওঁলোকৰ পৰাই বলিকটা, আঠপৰীয়া তথা ঢুলীয়া-কালীয়া আদিৰো যোগান ধৰি আহি আছে। —শুৱালকুছিৰ মনসা পূজা কৰা এই ব্ৰাহ্মণখিনিক সাধাৰণতে 'বাসত্তৰীয়া ব্ৰাহ্মণ' বুলি জনা যায়। কোৱা হয় যে পূৰ্ব্বতে এওঁলোকৰ বাসত্তৰ ঘৰ ব্ৰাহ্মণক কামৰূপৰ ৰজাই সুদূৰ কনৌজৰ পৰা অনাইছিল আৰু জমি-জমা দি এওঁলোকক শুৱাল-কুছিত থাপিছিল। এওঁলোকৰ এই 'বাসত্তৰীয়া' বিশেষণটি অৱশ্যে আজিও গৱেষণাৰ বিষয়। ঐতি-হাসিক সাক্ষীৰ পৰা জনা যায় যে কামৰূপৰ পালৰজা-সকলৰ দিনত এওঁলোকক অনা হৈছিল আৰু যিমান দূৰ সম্ভৱ সিসময়ৰ কামৰূপেশ্বৰী-কামাখ্যাদেৱীৰ পূজা পাঠনৰ বাবেই পালৰজাসকলে এওঁলোকক নিয়োগ কৰিছিল। কামাখ্যাদেৱীৰ আবাসস্থলী নীলাচল পাহাৰ সেই সময়ত বসবাসৰ উপযোগী নোহোৱাত তলৰ শুৱালকুছিতেই এওঁলোকক থাকিবলৈ দিয়া হৈছিল আৰু তাৰ পৰাই দেৱীৰ পূজা পাতল চলাইছিল। কিন্তু কালক্ৰমত, ব্ৰহ্মপুত্ৰৰ কোৱাল সোঁতত শুৱালকুছি উটি যোৱাত ব্ৰাহ্মণসকল দুভাগ হৈ এভাগ নতুন শুৱালকুছিলৈ আৰু আন ভাগ নীলাচল পাহাৰলৈ উঠি যায়।

শুৱালকুছিৰ মাৰৈ পূজা খুব সম্ভৱ ব্ৰাহ্মণসকল একেলগে থকা অৱস্থাতেই আৰম্ভ হয়; কিন্তু পিছলৈ ব্ৰাহ্মণ সমাজ দুভাগ হোৱাত পূজাখনো দুভাগ হৈ এভাগ ন-শুৱালকুছিত আৰু আনভাগ নীলাচল পাহাৰ তথা আজিৰ কামাখ্যাত অনুষ্ঠিত হবলৈ লয়। শুৱালকুছিৰ মাৰৈ পূজা অৰ্থাৎ বিধি-সন্মতভাৱে সম্পাদিত পূজা পদ্ধতি

খুব সম্ভৱ কামৰূপ জিলাৰ তথা অসমৰ ভিতৰতেই প্ৰাচীনতম; যাতে ইয়াৰপৰাই পিছলৈ কামাখ্যালৈ যোৱাৰ উপৰিও ধীৰে ধীৰে ওচৰ চুবুৰীয়া গাওঁ ভূঁই যেনে, গেৰুৱা, পচৰীয়া আদিলৈকে যায়। কিন্তু সেয়ে হলেও, মাৰৈ পূজাৰ খ্যাতি আড়ম্বৰত শুৱালকুছি আজিও ইবোৰৰ ভিতৰত অন্যতম।

শুৱালকুছিত মনসা পূজা, মনত পৰা দিনৰে পৰা যথেষ্ট উলহ মালহেৰে সম্পাদিত হোৱা দেখা পাইছোঁ। চ'ত মাহৰ শুক্লা দ্বাদশী তিথি অৰ্থাৎ অসমৰ আকাশত বৰ্ষাৰ আগজাননীৰ লগে লগেই যেন এই পূজাৰ আগমনিৰ ইঙ্গিত দিয়া হয়; অনন্য সেইদিনাই ৰাজহুৱা-ভাৱে বহুবটোৰ বাবে 'মনসাৰ পাঞ্চালী' আৰু সাধাৰণ ভাষাত 'পুথি' বোলা হয়, তাক খোলা হয়; আৰু তেতিয়াৰে পৰা ভাদ আহিনৰ সংক্ৰান্তিৰ দিনা অৰ্থাৎ বাৰিষাৰ ছমাহৰ শেষত পুথি বন্ধ কৰা দিনলৈকে পুথি পঢ়া অৰ্থাৎ পুথিৰ 'গীত-গোৱাৰ' অনুষ্ঠান ব্ৰাহ্মণ সম্প্ৰদায়ৰ মাজত চলি থাকে। ইয়াৰ মাজতেই শাওণ আৰু ভাদৰ সংক্ৰান্তিৰ দিনা মাৰৈ পূজা বা মনসা পূজা ভাগ অনুষ্ঠিত হয় আৰু ই ভাদ মাহৰ তিনি তাৰিখলৈকে চাৰিদিন ব্যাপি চলে।

শুৱালকুছিৰ মাৰৈ পূজাৰ লগত মূলতঃ তিনিটা অনুষ্ঠান জড়িত হৈ থকা দেখা যায় যেনে,—বিধিসম্মত-ভাৱে মনসা দেৱীৰ পূজা, মনসা পাঞ্চালীৰ আবৃত্তি, আৰু দেওধা নৃত্যৰ অনুষ্ঠান। ইবোৰৰ কোনটো কাৰ লগত জড়িত অথবা এই তিনিটাৰ কোনটো আগ কোনটো পিচ, সিও এটি নিশ্চয় গৱেষণাৰ বিষয়। —মনকৰিবলগীয়া যে শুৱালকুছিৰ ব্ৰাহ্মণ সমাজ কামৰূপৰ তথা অসমৰ ব্ৰাহ্মণ সমাজৰ অন্যতম প্ৰাচীন সমাজ। আনহাতে এওঁলোক মূলতে শক্তিৰ উপাসক আৰু এওঁলোকৰ আগমনো খুব সম্ভৱ কামৰূপত শেষ-বৌদ্ধধৰ্মৰ প্ৰাদুৰ্ভাৱৰ ধুৱঁলী-কুৱঁলী অৱস্থাটোতেই। যদি সেয়েই হয়, পালবংশৰ ৰাজত্বকালৰ কামৰূপৰ ধৰ্মীয় উত্থান-পতনত এওঁলোকে একালত যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰিছিল যেন অনুমান হয়; আৰু সেই সময়ৰ কামৰূপৰ ধৰ্মীয় অস্থিৰতাৰ সময়ত এওঁলোকেই 'কালিকা পুৰাণ' 'যোগিনীতন্ত্ৰ' তথা 'হৰ-গৌৰী সংবাদ' আদি গ্ৰন্থ প্ৰণয়নৰ দ্বাৰা নতুনকৈ ভাৰতৰ পূব-প্ৰান্তত শক্তি-পূজা তথা দেৱী-মাহাত্ম্যৰ ধ্বজা পুনৰ বহন কৰি অনাত আগ ভাগ লৈছিল বুলি অনুমান কৰিব পাৰি। এওঁলোকৰ এই পৰম্পৰা, অৰ্থাৎ পাণ্ডিত্য' তথা ধৰ্মীয় নেতৃত্বৰ পৰম্পৰা হয়তো বেছ কিছুদিন আছিল; কিয়নো শেহলৈ কোচ-কমতাৰ ৰাজসভা আনকি বৈষ্ণৱ সাহিত্যৰ যুগতো আমি এওঁলোকৰ মাজৰ পৰা অৰ্থাৎ বাসস্তৰীয়া ব্ৰাহ্মণ সমাজক প্ৰতিনিধিত্ব কৰা পণ্ডিত ব্ৰাহ্মণ ভালে কেইজনৰ নাম উল্লেখ পাওঁহক।

শুৱালকুছি তথা কামৰূপৰ মনসা পূজাকো খুব সম্ভৱ এওঁলোকেই প্ৰথমতে বিধিসম্মত ৰূপ দিছিল আৰু তাৰ আগলৈকে এই পূজা হয়তো ওপৰত উল্লেখ কৰি অহাৰ দৰেই সেই অঞ্চলৰ প্ৰাকৃত জনসাধাৰণৰ গ্ৰাম-দেৱতাৰ পূজা-অনুষ্ঠানহে আছিল। ব্ৰাহ্মণসকলে 'মনসা-পাঞ্চালী'ৰ পুথি পানীত পোৱা বুলি ভৱা কথাষাৰেও আমাক ইয়াৰে ইঙ্গিত দিয়ে। আনহাতে ইয়াৰ লগত যুক্ত 'দেওধা' অনুষ্ঠানে আমাক এই কথাৰেই সমৰ্থন দিয়ে। মনকৰিবলগীয়া এই দেওধা সকলে মনসা দেৱীৰ উপৰিও অন্য বহুতো দেৱ-দেৱীক প্ৰতিনিধিত্ব কৰে। উদাহৰণস্বৰূপে ইয়াও মূলদেৱী মনসা বা পদ্মকুমাৰী দেৱীৰ উপৰিও বিষহৰি, চণ্ডিকা, গনেশ, কাৰ্ত্তিক, সদাশিৱ, কালী বা ভৈৰৱী আনকি শীতলাৰো দেওধা থাকে। গতিকেই এই পূজা দৰাচলতে একালত অঞ্চলটোৰ সমূহ দেৱ-দেৱী তথা গ্ৰাম্য-দেৱ-দেৱীৰ পূজা আছিল বুলি অনায়াসে কব পৰাৰ স্থল আছে। আন-হাতে ইয়াৰ অন্য নাম অৰ্থাৎ জনসাধাৰণৰ মাজত প্ৰচলিত প্ৰকৃত নাম 'মাৰৈ পূজা'য়ো এনে এক প্ৰাচীন প্ৰাকৃত জনসাধাৰণৰ অমঙ্গলৰ দেৱ-দেৱীৰ সমূহীয়া পূজা-উছৱৰহে ইঙ্গিত দিয়ে। —এই দেওধা-সকলক সাধাৰণতে ঘোঁৰা, যেনে 'চণ্ডিকাৰ ঘোঁৰা',



'গনেশৰ ঘোঁৰা', আদি নামেৰে অভিষিক্ত কৰা হয়; আৰু তেওঁলোকেও পূজাৰ সময়ছোৱাত নিজ নিজ দেৱতাৰ অনুৰূপ সাঁজ-পোচাক পিন্ধি, অনুৰূপ আচৰণ কৰি দেখুৱায়। এনেকি জনসাধাৰণৰ পৰা তেওঁলোকে প্ৰত্যক্ষভাৱে বলি-বিধানো গ্ৰহণ কৰে। —ইবোৰৰ পৰাও আমি ইয়াক এদিন অঞ্চলটোৰ প্ৰাকৃত জনসাধাৰণৰেই লোক-পূজা তথা লোক-অনুষ্ঠান বুলি ঠাৱৰ কৰিব পাৰোঁ।

মনসা পূজা তথা মাৰৈ পূজাযে একালত অব্ৰাহ্মণী থলুৱা পূজা-পদ্ধতি আছিল তাৰ দ্বিতীয় সাক্ষী হ'ল ইয়াৰ লগতে অনুষ্ঠিত হোৱা 'মনসা-পাঞ্চালী'ৰ আবৃত্তি বা গীতৰ অনুষ্ঠান। এই অনুষ্ঠান প্ৰকৃত পূজা-মণ্ডপৰ পৰা কিছু দূৰত অনুষ্ঠিত কৰা হয়; আৰু ইয়াত ধৰা-বন্ধা ৰাগ তথা তাল-মানৰ যোগেদি ওজাপালি অনুষ্ঠানৰ লেখীয়াকৈ মূল গায়ক আৰু পালিৰ সহায়ত পুথিৰ আবৃত্তি কৰা হয়। শুৱালকুছিত এই আবৃত্তি যদিও ব্ৰাহ্মণ সকলেই কৰে, কামাখ্যাত কিন্তু এতিয়াও ব্ৰাহ্মণত বাহিৰে অইন সকলেহে অৰ্থাৎ কোচ কলিতা আদিৰ মাজৰ আঠপৰীয়া সকলেহে এই পাঞ্চালীৰ আবৃত্তি কৰে। আনহাতে শুৱালকুছি আৰু কামাখ্যা তথা কামৰূপৰ প্ৰচলিত মনসা-পাঞ্চালীৰ লিখক কবি দুৰ্গাবৰ আৰু মনকৰো ব্ৰাহ্মণ নাছিল। —ইত্যাদি কথাৰ পৰাও আমি এই মাৰৈ পূজা বা মনসা পূজাক একালৰ জনপ্ৰিয় অব্ৰাহ্মণ্য পূজা পৰম্পৰাও পিছলৈ বিধিসম্মত ব্ৰাহ্মণ্য পূজালৈ উন্নীত কৰা বা সমন্বয় সাধন কৰা বুলি ঠাৱৰ কৰি লব পাৰোহঁক। আৰু সেয়ে হলে ইয়াক শুৱালকুছিৰ এই বিখ্যাত ব্ৰাহ্মণ সমাজেই কৰিছিল বুলি ভবাৰ স্থল আছে।

যিয়েই নহওক, শুৱালকুছিত এই পূজা আজি বহুদিন ধৰি যথেষ্ট আড়ম্বৰপূৰ্ণ ভাৱে চলি আহিছে; আৰু তালৈ অঞ্চলটোৰ বহু মানুহৰ সমাগম হৈ আহিছে। ইয়াৰ দেওধা অনুষ্ঠান তথা দেওধাসকল আজি বহুদিন ধৰি মানুহৰ চিৰ-বিস্ময়ৰ বিষয় হৈ আহি আছে আৰু হয়তো অনেকদিন থাকিবও। সময়ৰ সোঁতত শুৱালকুছি তথা শুৱালকুছিৰ বাসস্তৰীয়া ব্ৰাহ্মণ সমাজৰ বহুতো উত্থান-পতন হলেও, অথবা তেওঁলোকৰ আৰ্থিক-সামাজিক অৱস্থাৰ নানা পৰিবৰ্তন হলেও, তেওঁলোকৰ এই মনসা-পূজা ভাগৰ কিন্তু অকণো হীন-দেঢ়ী ঘটা নাই আৰু হয়তো নঘটিবও।

---

# শুৱালকুছিত '৪২ৰ বান

**শ্ৰীবদন চন্দ্ৰ কলিতা**

জাপান সাম্ৰাজ্যৰ বিক্ৰমী সৈন্যই চীনৰ কিছু অংশ দখল কৰি ব্ৰহ্মদেশ চেৰাই যেতিয়া ভাৰতৰ পূৰ্বপ্ৰান্ত অসমৰ সীমাত থিয় হয়হি তেতিয়া ভাৰতৰ শাসন কৰ্তা ইংৰাজেও প্ৰতিৰোধ কল্পে অসংখ্য সৈন্যৰে অসম ওপচাই পেলাইছিল। চহৰ-নগৰ, গাওঁভূঁই বাট-পদূলিত কেৱল সৈন্য-কেৱল সৈন্য। উৰাজাহাজ আৰু বন্দুক কামানৰ শবদত অসমবাসী ৰাইজ ভয়ত ত্ৰস্তমান। বয়-বস্তৰ জুই-ছাঁই দাম। অসমৰ ল'ৰা-ছোৱালী ডেকা গাভৰু মিলিটেৰীৰ টিঘিল্-ঘিলনিত বাটে পথে নিৰ্বিঘ্নে সোমোৱা টান হৈ পৰিছিল।

তেনে-হেন সময়তে আহি পৰিছিল উনৈশ শ বিয়াল্লিশৰ গণবিপ্লৱৰ বিশাল বান। নিখিল ভাৰত কংগ্ৰেছ কমিতিয়ে প্ৰস্তাৱ লোৱা কথা আছিল—ভাৰতৰ পূৰ্ণ স্বাধীনতাৰ দাবী। ১৯৪২ চনৰ ৯ আগষ্টৰ দিনাখনেই আছিল পূৰ্ণ স্বাধীনতাৰ প্ৰস্তাৱ লোৱাৰ দিন। বুধিয়ক ইংৰাজে আঠ আগষ্টৰ শেষ নিশাতে গান্ধী, নেহেৰু, আজাদ প্ৰমুখ্যে দেশ-বৰেণ্য কংগ্ৰেছ নেতাসকলক বন্দী কৰি জেলত সুমুৱাই থলে। ইংৰাজে হয়তো ভাবিছিল কংগ্ৰেছৰ নেতাসকলক বন্দী কৰি ভাৰতৰ স্বাধীনতাৰ বাট বন্ধ কৰি থলে। সেয়া নহল। সমগ্ৰ দেশ ব্যাপী বিপ্লৱৰ দাৱানল জ্বলি উঠিল। এই জ্বলি উঠা দাৱানল ভাৰতৰ আন প্ৰদেশবোৰত সহজ-সাধ্য হলেও অসমত ভীষণ ভয়াৱহ আছিল। কাৰণ ইংৰাজৰ শাসন যন্ত্ৰটো জাপান যুদ্ধৰ বাবে অসমতে থপ খাই আছিলহি। তথাপিও জুই নজ্বলাকৈ নাথাকিল।

সেই সময়ত এই শুৱালকুছিত শিক্ষাৰ বহল পোহৰ বিচাৰি ন-কৈ গঢ়ি উঠিব ধৰিছিল শুৱালকুছি হাইস্কুল। শুৱালকুছিত থকা পূব বংশৰ মৌজা কংগ্ৰেছ কমিতিখনৰ কৰ্মী আছিল মৌজাখনৰ জনসংখ্যাৰ তুলনাত তেনেই তাকৰ। বিপ্লৱৰ ঢৌৱে যেতিয়া ছুলেহি তেনে এটা দিনতে ন-কৈ আগবাঢ়ি অহা হাইস্কুলৰ ছাত্ৰ বৃন্দ হো-হোৱাই স্কুলৰ পৰা ওলাই আহিল ৰাজপথলৈ। তাৰ পিছে পিছে মজলীয়া স্কুল, প্ৰাইমাৰী স্কুল, ছোৱালী মজলীয়া স্কুল আদিৰ ছাত্ৰ-ছাত্ৰীয়েও ৰাজপথত খোজ ললে। বহু সংখ্যক ছাত্ৰয়ো হয়তো জনা নাছিল স্বাধীনতা কি বস্তু, বিপ্লৱ কি বস্তু, আমি কলৈ ওলাইছো। সমুহ ছাত্ৰবৃন্দই ৰাজপথত শোভাযাত্ৰা কৰি আহি গধূলি পৰত সমবেত হলহি মজলীয়া স্কুলৰ চোতালত। ছাত্ৰ সকলৰ এই অভিযানৰ উদ্দেশ্য সাফল্যৰ কৌতুহল বিচাৰি অগণন গাওঁবাসীও হাজিৰ হলহি স্কুলৰ চোতালত। সভাৰ উদ্দেশ্য ৰাখ্যা কৰোতে ছাত্ৰসকলৰ নেতা শ্ৰীউদয় কলিতাই সাহেৰে থিয় হৈ ভাৰতৰ স্বাধীনতাৰ উদ্দেশ্যে ইংৰাজী শিক্ষা পৰিত্যাগ কৰি দেশৰ আহ্বানত সহাঁৰি দিয়াৰ কথা কলে। দুই এজন ছাত্ৰৰ অভিভাৱকে ন-কৈ গঢ়ি উঠা স্কুলখনৰ ভৱিষ্যৎ চিন্তা কৰিয়ে বোধহয় ছাত্ৰসকলক বিপ্লৱৰ পৰা বিৰত থাকিবলৈও দুই চাৰি আষাৰ বক্তৃতা দিলে। তেখেতসকলৰ বক্তৃতাত ছাত্ৰ সকলৰ মুখ ম্লান হৈ পৰিছিল যদিও তাৰ পিছৰ বক্তা



জিলা কংগ্ৰেছৰ নেতা শ্ৰদ্ধেয় শ্ৰীনবীন কলিতাই বিপ্লৱৰ হকে ছাত্ৰসকলক আহবান জনাই যি এলানি বক্তৃতা দিলে সেয়ে ছাত্ৰসকলৰ প্ৰাণত বিপ্লৱৰ নতুন তেজৰ সোঁত বোৱালে। জাউৰিয়ে জাউৰিয়ে হাত চাপৰি পৰিল। মনত পৰে—তেখেতে এটা কথা কৈছিল—আগতে হৈ যোৱা কোনো এটা আন্দোলনত ইংৰাজ শাসকে কংগ্ৰেছ নেতাসকলক বন্দী কৰি জেলত সুমুৱাই থোৱাতে ভাৰতবাসীয়ে কোনো প্ৰতিবাদ নকৰি নিতাল মাৰি থকাত তেতিয়াৰ ইংৰাজ শাসক ভাৰতৰ গভৰ্ণৰে কৈছিল—"কংগ্ৰেছ নেতাসকলক বন্দী কৰাত ভাৰতৰ এটা কুকুৰেও নুভুকিলে"। এইবাৰ সেই ভুল ভাৰত-বাসীয়ে নকৰিব। ভাৰতৰ ল'ৰা ডেকা-বুঢ়া-বুঢ়ী আটায়ে এইবাৰ আমি প্ৰতিবাদ কৰিম। "নেতাসকলক মুক্তি দিয়ক। ভাৰতক স্বৰাজ দিয়ক।" এয়ে আমাৰ দাবী, এয়ে আমাৰ পণ। উদ্দেশ্য পুৰণ নোহোৱালৈ ভাৰতবাসীৰ পেটত ভোঁক নাই, চকুত টোপনি নাই।

তাৰ পিছত ৺ডাঃ হৰিশ্চন্দ্ৰ কাকতি, ৺কান্তিধৰ মেধি আৰু দুই চাৰিজন ছাত্ৰৰ উদ্দীপনাময় ভাষণেই শুৱালকুছীয়া ৰাইজৰ মাজলৈ আনে স্বাধীনতাৰ অকুণ্ঠ হেপাহ। আৰম্ভ হয় পুৱা গধূলি কংগ্ৰেছৰ পতকা হাতত লৈ শোভা যাত্ৰা। বিপ্লৱৰ উদ্দেশ্য প্ৰচাৰি ঠায়ে ঠায়ে মিটিং।

বিয়াল্লিশৰ আগয়েও ১৯২১ চনৰ পৰা এচাম তাকৰীয়া কংগ্ৰেছ কৰ্মীয়ে অনুষ্ঠানটোক মৰুভূমিৰ গছ জীয়াই ৰখাৰ দৰে জীয়াই ৰাখিছিল। তেতিয়াৰ কৰ্মীসকল আছিল—নীৰৱ কোঠাত নিজকে নিঃশেষ কৰি পোলোৱা ধূপ কাঠিৰ দৰে। '৪২ৰ বানত হেজাৰ হেজাৰ লোকৰ বিপ্লৱৰ দপ্ দপনিয়ে এই কৰ্মীসকলৰ প্ৰাণত আনন্দৰ জোঁৱাৰ তুলিছিল। ভাৱিছিল এতিয়া আমি আৰু অকলে জ্বলি থকা নাই। হেজাৰ হেজাৰ ধূপ কাঠিও আমাৰ লগতে জ্বলি শেষ হব। শোভাযাত্ৰাৰ সঙ্গীতত আৱেগ বিজৰিত কণ্ঠেৰে ওলাই আহিছিল—

দেশ মৰিলে মৰিম আমি
দেশ তৰিলে তৰিম।

সেই কংগ্ৰেছ কৰ্মী সকলৰ ভিতৰত উল্লেখযোগ্য স্বৰ্গীয় ডাঃ হৰিশচন্দ্ৰ কাকতি, কান্তিধৰ মেধি, স্বহীদ পদ্মনাথ কাকতি, ৰত্নেশ্বৰ ভৰালী, গোৱৰ্দ্ধন দেৱান, নৰপতি শৰ্মা, প্ৰভাত বৈশ্য, মাণিক দাস, ফণীধৰ ঠাকুৰীয়া, মহেশ মড়ল, শ্ৰীনৰোত্তম দাস, শ্ৰীবংশীধৰ কলিতা, শ্ৰীঅচ্যুত মহন্ত, শ্ৰীদুৰ্গা ভৰালী, শ্ৰীদশৰথ দৰ্জ্জী, শ্ৰীখগেন বেজ, শ্ৰীৰাজেন, ডেকা, শ্ৰীমাধৱ ডেকা, শ্ৰীপ্ৰিয় কলিতা, শ্ৰীঅনন্ত ডেকা, শ্ৰীসিদ্ধেশ্বৰ ওজা, শ্ৰীৰজনী কলিতা, ৺বশিষ্ঠ মেধি, শ্ৰীউত্তম মেধি মহিলাৰ ভিতৰত স্বৰ্গীয়া শয়ন্তী কাকতি, ৺মইনাবালা কলিতা চন্দ্ৰফুনী মেধি, শ্ৰীবিদ্যুৎপ্ৰভা মেধি, শ্ৰীমতী হৰিপ্ৰিয়া ভৰালী।

মৌজা কংগ্ৰেছৰ একেৰাহে বহুবছৰ সভাপতি আছিল ৺ডাঃ হৰিশচন্দ্ৰ কাকতি। সম্পাদক শ্ৰীবংশীধৰ কলিতা, সহঃ সম্পাদক শ্ৰীশম্ভুৰাম পণ্ডিত ( বংশৰ )। কংগ্ৰেছৰ মিটিং বোৰৰ আগে আগে প্ৰায়ে এটা শোভা যাত্ৰা হয়। কংগ্ৰেছৰ পতকাখন হাততলৈ কোনো লাজ মান নিবিচাৰি আঠু মুৰীয়া খদ্দৰৰ ধুটি থনেৰে প্ৰায়ে আগত গৈছিল শ্ৰীখগেন বেজ। স্বৰাজ সঙ্গীতৰ লগে লগে খোলটো কান্ধত ওলোমাই লৈ শোভাযাত্ৰাৰ মাজত সোমাই পৰে শ্ৰীনৰোত্তম দাস। গান্ধী টুপী আছিল কংগ্ৰেছৰ অপৰিহাৰ্য্য বস্তু। শোভাযাত্ৰাত সকলোৰে মুখৰ পৰা নিনাদি উঠিছিল—

সৌয়ে উৰিছে স্বৰাজ নিচান
উন্নত শিৰে হোৱা আগুৱান।
আগুৱা বীৰেন্দ্ৰ দল আগুৱা আগুৱা
বীৰ দৰ্পে ৰণ শিঙা বজোৱা বজোৱা……
মুক্তি যুদ্ধৰ সৈনিক আমি মৰিবলৈ ভয় নাই
মৰিম মৰিম প্ৰাণ বলি দিম
যোৱা সবে আগুৱাই—ইত্যাদি।

শেষ নিশাৰ সপোন পৰশা টোপনি ভঙাই দিছিল ভলন্টিয়াৰৰ প্ৰভাত ফেৰীৰ জাগৰণি সঙ্গীতে।

"জাগ, জাগ, জাগ,
জাগ দেশ বাসী
হল আজি অৱসান
ঘোৰ দুখ নিশি।
............"

গুৱালকুছিত কংগ্ৰেছৰ বাহিৰেও আন আন ৰাজনৈতিক অনুষ্ঠানেও বিপ্লৱৰ বাণত উটিছিল। মনত পৰে যদুপতি স্কুলৰ চোতালত বিপ্লৱৰ বাবে এটা মৃত্যু বাহিনী গঠন হৈছিল। সেই সকলৰ ভিতৰত গুৱাহাটীৰ পৰা কলেজ ত্যাগ কৰি আহিছিল শ্ৰীসদা মণ্ডল, আন কোনো ঠাইৰ পৰা শিক্ষকতা এৰি ৺শাক্কিৎ পাটোৱাৰী, গাওঁৰে ছাত্ৰ শ্ৰীপ্ৰিয় দাস, গোলক দেউৰী, শ্ৰীকামেনী মেধি, শ্ৰীকান্তি বৈশ্য, শ্ৰীভাৰত মেধি, শ্ৰীত্ৰৈলোক্য দাস, শ্ৰীশ্যামলাল কলিতা, শ্ৰীৰমেশ কাকতি, শ্ৰীৰমেশ পাটৱাৰী, ধৰনী শৰ্মা, শ্ৰীত্ৰৈলোক্য নাথ ডেকা, ৺লুহিত চন্দ্ৰ কাকতি আদি।

কংগ্ৰেছৰ মাজতো নতুনকৈ সোমাই কিছু লোকে উঠিপৰি লাগিল বিপ্লৱৰ বাবে। সেই সকলৰ ভিতৰত শ্ৰীজয়কান্ত দাস, ৺ধনেশ্বৰ দাস, শ্ৰীদেৱেশ্বৰ দাস ডাঃ শ্ৰীদেৱেন কাকতি শ্ৰীগঙ্গাধৰ মহন্ত আদি। এই প্ৰৱন্ধৰ লেখক, শ্ৰীভাৰত বৈশ্য, ৺কিৰণ মেধি আছিল ৩য় ৪ৰ্থ শ্ৰেণীৰ ছাত্ৰ। আমি বিপ্লৱৰ বিষয় বিশেষ নুবুজিলেও কংগ্ৰেছ মিটিং বোৰত গুৱাহাটীৰ পৰা অহা কংগ্ৰেছ নেতা সকলৰ আগমনিত চাহ কৰি দিয়া, তামোল যাচা আদি কৰি থকাতে স্বৰাজৰ গোন্ধ পাইছিলোঁ। মৌজা কংগ্ৰেছৰ সম্পাদক শ্ৰীবংশী কলিতাৰ খেৰৰ শাল ঘৰেই আছিল নেতা সকল আহি প্ৰথমে জিৰোৱা ঠাই। এই সকলৰ ভাত ৰন্ধাৰ ভাৰ প্ৰায়ে পৰিছিল শ্ৰীপ্ৰিয় কলিতা আৰু শ্ৰীমাধৱ ডেকাৰ ওপৰত। চাহ কৰা এই লেখকৰ গাত। মনত পৰাৰ ভিতৰত ৺গোপীনাথ বৰদলৈ, ডাঃ ভুৱনেশ্বৰ বৰুৱা, হৰেশ্বৰ গোস্বামী, উমেশচন্দ্ৰ চৌধুৰী, কামাখ্যা ত্ৰিপাঠি, ৺ ডাঃ জ্যোতিষ চন্দ্ৰ দাস আদি। মনত পৰে ডাঃ জ্যোতিষ দাসক চেনী নিদিয়া চাহ কৰি দিয়া কথা। গুৱালকুছিলৈ অহা নেতা সকলৰ ভিতৰত শ্ৰীবিষ্ণুৰাম মেধি ডাঙৰীয়াই বংশী কলিতাৰ ঘৰত ভয় চকীত বহোতে বাগৰিব খোজা দৃশ্যও চকুত জিলিকি আছে। এবাৰ ডাঃ ভুৱনেশ্বৰ বৰুৱাই মিটিং কৰিবলৈ আহোতে ৰুগীও চাব লগীয়া হল। ৰুগী চোৱাতে পোৱা টকা খিনি জহৰ কোটৰ মোনাৰ পৰা জ্যৰি জোকাৰি উলিয়াই শ্ৰীলক্ষীধৰ বৰাৰ হাতত দি "কংগ্ৰেছৰ মিটিঙত অহাতে পোৱা টকা কংগ্ৰেছতে থটাবা" বুলি কোৱা কথাই গুৱালকুছিৰ কৰ্মী সকলক ত্যাগৰ উদগণি যোগাইছিল।

বিপ্লৱৰ জোঁৱাৰ কিমান ওপৰলৈ উঠিছিল এটা কথাই সকিয়াই যায়। শ্বহীদ পদ্ম কাকতি এদিন পুৱা গুৱালকুছিৰ পৰা গুৱাহাটীলৈ যায়; লগত লয় এখন কংগ্ৰেছ পতকা। গুৱাহাটী কাছাৰী ঘৰৰ সমুখত ইংৰাজৰ 'ইউনিয়ন জেক্' (পতকা) উৰি আছিল। কাছাৰী ঘৰৰ ওচৰে পাজৰে সৈনিকৰ চাউনি আৰু বাটে পথে সৈনিকৰ টিঘিন ঘিলনি। কাকতিয়ে কাকো ভ্ৰূক্ষেপ নকৰি কাছাৰীৰ ইংৰাজৰ পতকা খন নমাই আনি কংগ্ৰেছ পতকা খন তাত উৰাৰ খোজাতে পুলিচে তেওঁক বন্দী কৰেহি।

আন এটা কথা—বিপ্লৱ চলি থাকাতে চৰকাৰৰ ফালৰ পৰা স্কুল বহিব লাগে বুলি নিৰ্দ্দেশ আহে স্কুললৈ। যি সকল ছাত্ৰই স্কুলত উপস্থিত নাথাকে তেওঁলোকৰ নাম কাটি দিব লাগে বুলি হুম্‌কনি দিয়ে। কোনো কোনো ছাত্ৰই স্কুললৈ যায় যদিও আন পিকেটিং কৰা আন ছাত্ৰৰ হেচাত স্কুল নবহে। এনেদৰে চলি থাকোতে হঠাৎ এদিন নিশা কোনোৱে স্কুলঘৰ জুই লগাই ছাঁই কৰে। গাওঁৰ বাহিৰৰ কিছু ছাত্ৰই বোৰ্ডিং ঘৰত থাকি স্কুলত পঢ়িছিল। কেইদিন মান পিছত সেই কেইটাও পুৰি ছাঁই হ'ল।

স্কুল ঘৰৰ জুইৰ লগে লগে মনৰ জুয়ো বাঢ়িল। সেই লৰালি কালতে এই প্ৰৱন্ধৰ লেখক, শ্ৰীকৰুণা বৈশ্য (বৰ্ত্তমান পোষ্ট মাষ্টাৰ) শ্ৰীদেৱেন বৈশ্য (বৰ্ত্তমান ডাক্তৰ) শ্ৰীহৰগোবিন্দ বৈশ্য, শ্ৰীঠানু কলিতা, ৺উত্তম বৈশ্য,



শ্ৰীবনমালী বৈশ্য আদি কেইজন মান ৪ৰ্থ-৫ম মান শ্ৰেণীৰ ছাত্ৰয়ো এটা দল গঠন কৰোঁ। আমাৰ আলোচনাৰ ঠাই জৰবজং ফিল্ড। কাৰণ মুকলি ঠাইত আলোচনা কৰিলে বহুদূৰতে চিয়াদী আহিলে দেখা পাম। ওচৰলৈ যি কোনো মানুহ আহিলেই কথা বন্ধ। আমাৰ নিৰ্দ্দেশক আছিল হাজোৰ শ্ৰীঅচ্যুত দাস। আমাক শিকাইছিল কেনেকৈ চৰকাৰী ঘৰত অগ্নি সংযোগ কৰিলে ধৰা নপৰাকৈ সাৰি আহিব পাৰি। লগতে হাত বোমাও দিছিল চৰকাৰী অফিচৰ কাগজ পত্ৰ ধ্বংস কৰিবলৈ।

বিপ্লৱৰ দাৱানল শাম কটোৱাৰ উদ্দেশ্যেই এদল ইংৰাজ শাসকৰ সৈনিক আহি আধা পোৱা হাইস্কুলতে চাউনী পাতি পায়কাৰী জৰিমনা আদায় কৰিবলৈ ললেহি। সশস্ত্ৰ সৈনিকক পায়কাৰী জৰিমনাৰ প্ৰতিবাদ কৰিবলৈ যাওঁতে ৺জগৰু সদাগৰ, ঢেলা বায়ন, আৰু এই লেখকে বন্দুকৰ গোৰটোৰ কোব, চৰ্ ঘুছি খাব লগা হৈছিল আৰু এদিন সশস্ত্ৰ বন্দুকধাৰী সৈনিকৰ মাজত হাত কেৰেয়াৰে বন্দী হৈ থাকিব লগা হৈছিল।

বিয়াল্লিশৰ বছৰ বাগৰি তিয়াল্লিশৰ ৯ আগষ্ট পালেহি। ভাৰতৰ কংগ্ৰেছৰ নেতা তথা কংগ্ৰেছ কৰ্মী বহু সংখ্যক তেতিয়া জেলত। পলাই-লুকাই জেলৰ বাহিৰত থকা অৱশিষ্ট কংগ্ৰেছ কৰ্মীৰে বহা কংগ্ৰেছৰ পৰা নিৰ্দেশ আহিল "পুণা অভিযান" নামলৈ নতুন বিপ্লৱ। এই বিপ্লৱৰ উদ্দেশ্য আছিল "জেলত থকা নেতাসকলক মুক্তি দিব লাগে। ভাৰতক স্বৰাজ দিব লাগে। এই মন্ত্ৰ লৈ অৱশিষ্ট কংগ্ৰেছ কৰ্মীসকলে গোটেই ভাৰতৰ পৰা পুণা চহৰলৈ গৈ বিক্ষোভ প্ৰদৰ্শন কৰিব লাগে। কাৰণ নেতা-সকলক পুণা জেলতে আৱদ্ধ কৰি ৰাখিছিল। অসমৰ পৰাও কোনো কোনো গৈছিল। যিসকল কৰ্মীয়ে পুণালৈ যাব নোৱাৰে তেওঁলোকে স্থানীয় কাছাৰী ঘৰত বিক্ষোভ কৰিব লাগে। গুৱাহাটী কাছাৰী ঘৰত বিক্ষোভৰ ভাৰ পৰিল—গুৱালকুছিৰে শ্ৰীজয়কান্ত দাস, ৺ধনেশ্বৰ দাস শ্ৰীৰজনী কলিতা, শ্ৰীভাৰত বৈশ্য আৰু এই লেখকৰ। পলাশবাৰীৰ ফালৰপৰাও ৭ জনে আমাৰ লগত যোগ দিলে। আমাৰ দাবীবোৰ লিঠুকৰা কাগজত ছপাই লৈ কাছাৰী ঘৰত বিলি কৰি বিক্ষোভ কৰো। বিক্ষোভ কৰোতে আমাৰ আটাইকে বন্দী কৰি জেলত সুমুৱাই থলে।

ইয়াৰ কিছুদিন আগতে গাওঁৰ পৰা নিশা শুই থকা অৱস্থাতে ৺কান্তিধৰ মেধি আৰু শ্ৰীঅচ্যুত দাসক মেধিৰ ঘৰৰ পৰাই বন্দী কৰে। সেইদৰে ডাঃ হৰিশ্চন্দ্ৰ কাকতি, তেখেতৰ পুত্ৰ শ্ৰীৰমেশ কাকতি, শ্ৰীগোলক দেউৰী, শ্ৰীকামিনী মেধি, শ্ৰীধৰণী শৰ্মা আদিক বন্দী কৰি জেললৈ লৈ যায়। এই গাওঁৰে ৺নৰপতি শৰ্মাক পাতি দৰং অঞ্চলৰ পৰা আৰু কিছুদিন পিছত দেৱেশ্বৰ দাসক গুৱাহাটীৰ ৰাজপথতে বন্দী কৰি জেলত সুমুৱাই থয়। জেলত ৰথা সময়ত ৪শ মান ৰাজনৈতিক বন্দীৰ ভিতৰত আটাইতকৈ কম বয়সীয়া শ্ৰীভাৰত বৈশ্য আৰু লেখকক এমাহ দিনৰ পিছতে মুক্তি দিয়ে। কিন্তু আমাৰ মনে জিৰণি বিচৰা নাছিল। তিয়াল্লিশ বাগৰি চোৱাল্লিশৰ ২৬ জানুৱাৰীৰ স্বাধীনতা দিবস পালে। শ্ৰীভাৰত বৈশ্য আৰু মই ৺কিৰণ মেধিক লগত লৈ মাজনিশা ঘৰৰপৰা পলাই আহিলো; 'গুৱাহাটীৰ কাছাৰীৰ চোতালত কংগ্ৰেছ পতকা উত্তোলন কৰি দিবস পালন কৰিম। কিন্তু যাওঁতে পুনঃ আমাক বন্দী কৰে। জেলৰ ভিতৰত আগতেই বন্দী হৈ থকা লোকসকলক ২য় বাৰলৈ লগ পাই বাহিৰৰ বতৰা বিলাওঁ। সেই কেইবছৰৰ ভিতৰত জনবহুল গুৱালকুছি গাওঁত কেইজনমান লোকৰ বাহিৰে বিপ্লৱ বিৰোধী লোক নাছিল।

সময়ৰ আহ্বানত গুৱালকুছিৰ লোকৰ প্ৰাণত সদায় নতুন নতুন ধৰণৰ জাগৰণৰ বান আহি-গৈ আছে। বিয়াল্লিশৰ জন-জাগৰণৰ ফলস্বৰূপেই ১৯৪৬ চনত মহাত্মা গান্ধীক গুৱালকুছিলৈ অনাৰ প্ৰৱল হেপাহ হয়। সেই হেপাহৰে অক্ষয় কীৰ্ত্তি গান্ধী সোঁৱৰণী ডাক্তৰখানা, গান্ধীজীৰ প্ৰাৰ্থনাৰ ঠাইত থকা "স্মৃতি স্তম্ভ" আৰু আজিৰ সাহিত্য সভাৰ ৰভাথলি জৰবজং ফিল্ড বা গান্ধী মৈদান সমগ্ৰ দেশৰ ভাষা সংস্কৃতিৰ প্ৰগতিৰ বানে গুৱালকুছিৰ ডেকা-গাভৰুৰ তেজতো আজি ভাষা সংস্কৃতিৰ বান নমাই আনিছে। সেয়ে বহু বানৰ স্মৃতি বিজৰিত গান্ধী মৈদানত নিনাদি উঠিছে—

"চিৰ চেনেহী মোৰ ভাষা জননী"

# শৰীৰ চৰ্চ্চাত গুৱালকুছি

গিৰীশ দেউৰী

তাত শিল্পৰ ক্ষেত্ৰতেই গুৱালকুছিয়ে শীৰ্ষ স্থান লাভ কৰি ক্ষান্ত থকা নাই। আন যিটো বিষয়ত গুৱালকুছিয়ে শীৰ্ষস্থান লাভ কৰি থৈছে সেইটো হ'ল শৰীৰ চৰ্চ্চা বিষয়ত। এই বিষয়ত গুৱালকুছি অসমৰ ভিতৰত অগ্ৰগণ্য বুলি কলেও ভুল কোৱা নহব। আন হাতে অকল গুৱালকুছিয়ে একেধাৰে যিমান সংখ্যক শৰীৰ চৰ্চ্চাকাৰী তথা ব্যায়াম বীৰৰ জন্ম দিছে তাৰ বাবে অসমে গৌৰব কৰিব পাৰে বুলি কলেও বঢ়াই কোৱা নহব। গুৱালকুছিৰ এই শৰীৰ চৰ্চ্চা কৰোতা সকলৰ ভালে কেইজনে তেওঁলোকৰ ব্যায়ামৰ আকৰ্ষণীয় কৌশল সমূহ প্ৰদৰ্শনৰ দ্বাৰা অসমবাসী ৰাইজক মুগ্ধ কৰাৰ উপৰিও চুবুৰীয়া ৰাজ্যৰ লোকৰ পৰাও উচ্চ প্ৰশংসা আদায় কৰিবলৈ সমৰ্থবান হৈছিল।

শৰীৰ চৰ্চ্চাৰ প্ৰতি আকৃষ্ট হোৱা গুৱালকুছিৰ প্ৰথম লোকজন হ'ল ডাঃ নাৰায়ণ চন্দ্ৰ কাকতি। সেইয়া আছিল ইং ১৯২১ চন। ডাঃ কাকতি আছিল পঞ্চম মান শ্ৰেণীৰ ছাত্ৰ। চি· আৰ· ডি. নাইডু নামৰ লোক জনে তেতিয়া স্কুলবিলাকত বক্তৃতা দি ফুৰিছিল শৰীৰ চৰ্চ্চা সম্পৰ্কে। নাইডুদেৱৰ বক্তৃতাৰ দ্বাৰা অনুপ্ৰাণিত হৈ পঞ্চম মান শ্ৰেণীৰ ছাত্ৰ শ্ৰীকাকতিয়ে আৰম্ভ কৰিছিল শৰীৰ চৰ্চ্চাৰ অনুশীলন। প্ৰবেশিকা পৰ্য্যন্ত অসমতে শৰীৰ চৰ্চ্চা কৰি শ্ৰীকাকতি ডাক্তৰী পঢ়াৰ বাবে ঢাকালৈ যায় আৰু তাত পঢ়াৰ লগে লগে শৰীৰ চৰ্চ্চাতো মনোনিবেশ কৰিবলৈ অধিক সুবিধা পায়। ১৯৩০-৩১ চনত শ্ৰীনাৰায়ণ কাকতি ব্যায়ামবীৰ ডাঃ নাৰায়ণ কাকতি এফ. এম বি (নেট) হিচাপে গুৱালকুছিলৈ উভতি আহে। গুৱাহাটীৰ স্কুলত পঢ়ি থকা কালতেই ডাঃ কাকতিয়ে বিভিন্ন স্কুল আৰু আন আন অনুষ্ঠান সমূহৰ আমন্ত্ৰণ ক্ৰমে তেখেতে আয়ত্ব কৰা ব্যায়ামৰ কৌশল সমূহ প্ৰদৰ্শন কৰি প্ৰসংশা লাভ কৰাৰ উপৰিও শৰীৰ চৰ্চ্চাৰ প্ৰতি যুৱক সকলৰ মন আকৰ্ষণ কৰিবলৈ সমৰ্থবান হৈছিল। তেখেতে প্ৰদৰ্শন কৰা কৌশলসমূহৰ ভিতৰত আছিল লাঠিখেল, ছুৰি খেল, সাংসপেশীৰ নৃত্য, শিকলি ছিগা, ছেৰি লোহা দাঁতেৰে ভাজ কৰা, হাতত মেৰিয়াই লোৱা ইত্যাদি। তাৰ উপৰিও তেখেতে বুকুৰ ওপৰেদি মটৰ গাড়ীও পাৰ কৰাব পাৰিছিল।

ইয়াৰ পিছত শৰীৰ চৰ্চ্চাকাৰীসকলৰ ভিতৰত ৺ডাঃ নিত্যানন্দ দেউৰীৰ নাম উল্লেখ কৰিব পাৰি। ডাঃ কাকতিৰ নিচিনা ডাঃ নিত্যানন্দ দেউৰীও স্কুলৰ তলৰ শ্ৰেণীত পঢ়ি থকা কালৰ পৰাই শৰীৰ চৰ্চ্চা কৰিবলৈ আৰম্ভ কৰে আৰু প্ৰবেশিকাৰ পাছত ঢাকাত ডাক্তৰী পঢ়িবলৈ যায়। কেকোৰা কেকুৰী বাবৰি চুলিৰ সুগঠিত ৺ডাঃ দেউৰীয়ে আয়ত্ব কৰা কৌশল বিলাকৰ ভিতৰত চুলিৰ কৌশলসমূহে উচ্চ প্ৰসংশা লাভ কৰিছিল। চুলিৰে দুফালে দুজন মানুহ দাঙি লোৱা, বোজাই গৰু গাড়ী চুলিৰে টনা আদিৰ নানান ছবিয়ে সেই সময়ৰ বাহীৰ পাটত ধাৰাবাহিক ৰূপে স্থান লাভ কৰিছিল।

ডাঃ নিত্যানন্দ দেউৰীৰ সমসাময়িক আন এজন



প্ৰখ্যাত ব্যায়াম বীৰ আছিল শ্ৰীপ্ৰেমদা কান্ত শৰ্মা। শিকলি ছিগা, ভগা আইনাত খালি ভৰিৰে জপিওৱা, উচ্চ স্থানৰ পৰা এজন লোকক পেটত জপিয়াই পৰিবলৈ দিয়া, মটৰ গাড়ী টনা, বুকুৰ ওপৰেদি মটৰ গাড়ী পাৰ কৰা আদিৰ উপৰিও সুন্দৰ শৰীৰৰ অধিকাৰী শ্ৰীশৰ্মাই অসমৰ ভিতৰত অপ্ৰতিদ্বন্দ্বী সন্তৰণ বীৰ বুলি স্বীকৃতি লাভ কৰিছে। এনেকি ১৯৩৩ চনত শ্ৰীশৰ্মা গুৱাহাটীৰ সোণাৰাম স্কুলৰ ছাত্ৰ অৱস্থাতে ৰজাদুৱাৰৰ পৰা ফাচী বজাৰ ঘাটলৈ হোৱা সাতোৰ প্ৰতিযোগীতাত আন্তৰ্জাতিক খ্যাতি সম্পনা শ্ৰীমতী বীণা ঘোষকো বেয়াকৈ পৰাস্ত কৰিবলৈ সমৰ্থ হৈছিল। মাত্ৰ ১৫ মিনিটত শ্ৰীশৰ্মাই ৰজাদুৱাৰৰ পৰা সাতুৰি ফাচীবজাৰ ঘাটত উপস্থিত হৈছিল। কিন্তু শ্ৰীমতী ঘোষে সময় লৈছিল ৪৫ মিনিট। শ্ৰীশৰ্মাৰ সন্তৰণ কৌশলত মুগ্ধ হৈ তেজপুৰীয়া ৰাইজে তেখেতক "অসমৰ সৰ্ব্বশ্ৰেষ্ঠ সন্তৰণ বীৰ" বুলি অভিহিত কৰি মান পত্ৰ প্ৰদানৰ লগতে স্বৰ্ণপদক উপহাৰ দিছিল। হাত ভৰিত হেণ্ডকাফ লগোৱা অৱস্থাতো শ্ৰীশৰ্মাই সাতুৰিব পাৰিছিল। ১৯৩৫-৩৬ চনত যোৰহাটত হোৱা 'বেষ্টমেন' প্ৰতিযোগীতাত শ্ৰীশৰ্মাই প্ৰথম স্থান অধিকাৰ কৰি স্বৰ্ণ পদক লাভ কৰিছিল। শ্ৰীশৰ্মাই বৰ্তমানে গুৱাহটীৰ উগ্ৰতাৰা দেৱালয়ৰ কাষতে স্থায়ী ভাৱে বাস কৰিবলৈ লৈছে।

শৰীৰ চৰ্চ্চা কৰা গুৱালকুছিৰ আন এজন ব্যক্তি হ'ল ৺পদ্মৰাম কাকতি। তেখেত বগা পালোৱান নামেৰেহে জনাজাত আছিল। তেখেতে দেখুৱা ব্যায়ামৰ কৌশলত মুগ্ধ হৈ প্ৰদান কৰা পদকৰ সংখ্যা তিনি ডজনতকৈয়ো অধিক হৈছিল। তেখেতে প্ৰদৰ্শন কৰা কৌশলসমূহৰ ভিতৰত গলেৰে একেলগে পাচডাল চাৰি চুটাৰ ৰড ভাজ কৰা কৌশলে বিশেষ আকৰ্ষণ লাভ কৰিছিল। পেটৰ নাড়ি ভুৰি নোহোৱা কৰি পেলোৱা, ৰচিৰে মেৰিয়াই জতিপয়াই বন্ধা অৱস্থাৰ পৰা মুকলি হোৱা খেল সমূহৰ উপৰিও তেখেতে মল্লযুদ্ধৰ কৌশল সমূহো আয়ত্ব কৰি লৈছিল। সেই সময়ৰ বহুতো যুৱকে ৺বগা পালোৱানৰ পৰা শৰীৰ চৰ্চ্চা বিষয়ত উৎসাহ উদ্দীপনা পাইছিল আৰু তেখেতক গুৰু হিচাপে লৈ শৰীৰ চৰ্চ্চাত মনোনিবেশ কৰিছিল। গৰীব পৰিয়ালৰ বিধবাৰ একমাত্ৰ সন্তান পদ্ম কাকতিয়ে শেষৰ ফালে ৰাজনীতিত যোগ দিয়ে আৰু ৰাজনৈতিক বন্দী হিচাপে থকা কালত গুৱাহাটী জেইলত তেখেতৰ অকাল মৃত্যু হয়। গুৱালকুছীয়া ৰাইজে এইজন ত্যাগী পুৰুষৰ স্মৃতি ৰক্ষাৰ্থে হস্পিটেলৰ কাষেৰে পশ্চিম ফালে যোৱা পথ চোৱাক 'পদ্মৰাম কাকতি' পথ নামেৰে নামাঙ্কিত কৰিছে।

৺প্ৰভাত চন্দ্ৰ বৈশ্য সাউদ (গুৱাহাটী শ্ব মিলৰ প্ৰতিষ্ঠাতা মালিক) গুৱালকুছিৰ আন এজন শৰীৰ চৰ্চ্চাকাৰী ব্যক্তি আছিল। তেখেতে আন আন বিষয়ৰ লগতে মল্লযুদ্ধৰ প্ৰশিক্ষণো লৈছিল।

গুৱালকুছিৰ শৰীৰ চৰ্চ্চা কৰোত সকলৰ ভিতৰত শ্ৰীখগেন্দ্ৰ নাথ মেধিৰ নামো উল্লেযোগ্য। তেখেতে অনুশীলন কৰা কৌশলবিলাকৰ ভিতৰত মল্লযুদ্ধৰ কৌশল অন্যতম। ৰাজ্যিক পৰিবহন বিভাগৰ ডিভিজনেল চুপাৰিন্টেন্ডেন্ট হিচাপে অৱসৰ লৈ শ্ৰীমেধিয়ে বৰ্তমানে তেজপুৰত স্থায়ী ভাবে বসতি কৰিবলৈ লৈছে।

শ্ৰীঅচ্যুত চন্দ্ৰ দাস আৰু তেখেতৰ ককায়েক শ্ৰীঅক্ষয় কুমাৰ দাসেও এসময়ত নিয়মিত ভাৱে শৰীৰ চৰ্চ্চা কৰিছিল। অসম সাহিত্য সভাৰ তাহানিতে হোৱা গুৱাহাটী অধিবেশনত দাস ভ্ৰাতৃদ্বয়ে শাৰীৰিক ব্যায়ামৰ কৌশল প্ৰদৰ্শন কৰিছিল। শ্ৰীঅচ্যুত দাসৰ দাঁতেৰে ভাৰ উত্তোলন কাৰ্য্য বিশেষ আকৰ্ষণীয় হৈছিল।

নিয়মিত ভাবে শৰীৰ চৰ্চ্চা কৰোতা গুৱালকুছীয়া যুৱক সকলৰ ভিতৰত ৺আনন্দ দাসো অন্যতম আছিল। স্প্ৰিং, বাৰবেল আদি বিষয়ত তেখেতে অধিক মনোনিবেশ কৰিছিল আৰু ভাৰ উত্তোলনত তেখেত নামজ্বলা আছিল।

গুৱালকুছি প্ৰাথমিক স্বাস্থ্য কেন্দ্ৰৰ বৰ্তমান মেডিকেল অফিচাৰ ডাঃ গোলোক চন্দ্ৰ দেউৰীও শৰীৰ চৰ্চ্চা কৰোতা সকলৰ এজন। তেখেতে প্ৰদৰ্শন কৰা চুৰিখেল আদি

বিভিন্ন কৌশল সমূহৰ ভিতৰত গলেৰে একেবাৰতে চাবি ডাল চাবি চুটাৰ বদ ভাঙ্গ কৰাটো উল্লেখযোগ্য।

জালুকবাৰী মৌজাৰ বৰ্তমান মৌজাদাৰ শ্ৰীখগেন্দ্ৰ নাথ বৈশ্য সাউদেও এসময়ত শৰীৰ চৰ্চ্চা কৰিছিল। তেখেতে নিজে নিয়মিত ব্যায়াম কৰাৰ উপৰিও ব্যায়াম অনুৰাগী যুৱকসকলক উৎসাহ যোগাইছিল। তেখেতে শৰীৰৰ বিভিন্ন মাংস পেশীৰ স্পষ্ট প্ৰদৰ্শন কৰিব পাৰিছিল আৰু উত্তোলনত শীৰ্ষস্থানীয় আছিল।

শুৱালকুছিৰ কৈৱৰ্তসকল আৰ্থিক ভাবে পিছ পৰা হলেও শৰীৰ চৰ্চ্চা কৰা ক্ষেত্ৰত তেওঁলোকে সমতা ৰক্ষাই ৰাখিব পাৰিছিল। গাওঁৰ বাকী অংশ লোকৰ নিচিনাকৈ কৈৱৰ্ত গাওঁৰ যজ্ঞেশ্বৰ, প্ৰেমেশ্বৰ ধ্ৰুবেশ্বৰ ( তিনিজওজন সহোদৰ ভাতৃ) শ্ৰীযোগেন্দ্ৰনাথ দাস, গোপাল পাঠক, শিৱৰাম দাস আদিয়ে নিয়মিত শৰীৰ চৰ্চ্চা কৰিছিল আৰু বিং, মুদ্গড় আদিৰ খেল দেখুৱাই ৰাইজৰ প্ৰশংসা লাভ কৰিছিল।

আমি নিজেও অলপ-অচৰপ শৰীৰ চৰ্চ্চা কৰিছিলোঁ। আমিও আমাৰ ডাঙৰ ককাইদেউ ৺ডাঃ নিত্যানন্দ দেউৰীৰ নিচিনা চুলিৰে দুফালে দুজন লোক দাঙি লব পাৰিছিলোঁ। তাৰ উপৰিও ককাইদেউ ডাঃ গোলক দেউৰী আৰু আমাৰ ভিতৰত হোৱা চুৰিখেলৰ দ্বাৰা দৰ্শকক মুগ্ধ কৰিব পাৰিছিলোঁ।

ইয়াৰ বাহিৰেও শুৱালকুছিৰ শৰীৰ চৰ্চ্চা কৰা আন আন সকল হল—শ্ৰীপ্ৰেমদা কান্ত শৰ্মাৰ দুই ভ্ৰাতৃ ৺মোহিনী কান্ত শৰ্মা, শ্ৰীযামিনী কান্ত শৰ্মা, শ্ৰীপ্ৰিয় নাথ দাস, ৺অৰুণ ৰাজ মেধি, শ্ৰীবিপিন চন্দ্ৰ দাস শ্ৰীমাখন চন্দ্ৰ বৈশ্য, শ্ৰীহৰমোহন বৈশ্য, ৺হৰক চন্দ্ৰ মেধি শ্ৰীকামিনী কুমাৰ মেধি, শ্ৰীশম্ভুৰাম বৈশ্য, শ্ৰীসাক্ষিৎ পাটোৱাৰী ইত্যাদি।

শাৰীৰিক ব্যায়ামৰ বাহিৰেও যোগাসনৰ দ্বাৰা শৰীৰ চৰ্চ্চা কৰোতাসকলৰ ভিতৰত ৺আদিত্য ব্ৰহ্মচাৰীৰ নাম বিশেষভাৱে উল্লেখযোগ্য। ৺কান্তিৰাম মেধি শৰীৰ চৰ্চ্চাৰ প্ৰতি এজন আগ্ৰহশীল ব্যক্তি আছিল। ডেকা বয়সত ব্যায়াম আদি কৰি শেষৰ ফালে তেখেতে নিয়মিত যোগাসন কৰিবলৈ লৈছিল।

বৰ্তমানে শুৱালকুছিৰ ডেকাসকলৰ শৰীৰ চৰ্চ্চাৰ প্ৰতি আগ্ৰহ নাইকিয়া হৈছে যদিও শ্ৰীদেৱ প্ৰসন্ন মহন্তৰ নিচিনা দুই এক যুৱকে ব্যায়াম আৰু যোগাসনৰ দ্বাৰা শৰীৰ চৰ্চ্চা কৰি সেইবিষয়ৰ বিভিন্ন প্ৰতিযোগিতাত যোগ দি পুৰস্কৃত হৈছে আৰু লগতে শুৱালকুছিৰ ঐতিহ্যও ৰক্ষা কৰিছে। কিছু বছৰৰ আগতে শ্ৰীললিত চন্দ্ৰ মহন্ত, শ্ৰীউদয় দাস, শ্ৰীৰমেশ বৈশ্য, ৺পঞ্চানন মেধি আদি যুৱকসকয়লও শৰীৰ চৰ্চ্চা কৰা দেখা গৈছিল।

এইসকলৰ বাহিৰেও শুৱালকুছি জননীয়ে একালে যেনেকৈ ৺ভানুৰাম কলিতা, ৺হৰিণ চন্দ্ৰ কলিতা, ৺বেণুধৰ কলিতা, চন্দ্ৰ মোটা, মোহন ৰাম বৈশ্য, আদি প্ৰাকৃতিক শক্তি সম্পন্ন লোকৰ জন্ম দিছে তেনেকৈ হাড়ৰ মাংস-পেশী প্ৰদৰ্শন কৰি হাঁহিৰ খোৰাক যোগোৱা শ্ৰীমনপুৰ কলিতাৰ নিচিনা লোককো জন্ম দিছে। সেইদৰে ৺ঘনশ্যাম চৌধুৰীয়েও চাইকেলৰ ওপৰত চমৎকাৰ নিয়ন্ত্ৰণ দেখুৱাই, দেগাৰৰ মাজেৰে চাইকেল চলাই গৈ ৰাইজক মুগ্ধ কৰিছিল। ইয়াৰ বাবে তেওঁ ঘনশ্যাম চৌধুৰীৰ ঠাইত 'ঘনশ্যাম বাহাদুৰ' বুলিহে পৰিচিত হৈছিল।

# শুৱালকুছিত সাহিত্য চৰ্চ্চা

শ্ৰীশৰৎ চন্দ্ৰ মেধি

প্ৰাচীন কালৰপৰা গোটেই শুৱালকুছি অঞ্চলত বিভিন্ন লৌকিক-মৌখিক সাহিত্য, গীতমাত, ডাকৰ বচন, ফকৰা যোজনা, সাধুকথা, কিংবদন্তি আদিৰ বহুল প্ৰচাৰ আছিল। ইতিহাসত মানৱ বুৰঞ্জীৰ বিৱৰ্তনৰ লগে লগে সাহিত্যৰ বুৰঞ্জীৰো ক্ৰমবিৱৰ্তন ঘটে। পৰিবৰ্ত্তনশীল বিষয়বস্তু আৰু কলাশৈলীৰ দ্বাৰা সাহিত্যৰ পৰিবৰ্ত্তন সাধিত হয়। যগে লগে সৃষ্টি হয় মাৰ্জিত লিখিত সাহিত্যৰ। এই ক্ষেত্ৰত বিশ্বসাহিত্য দৰবাৰত পুৰণি অসমীয়া সাহিত্যৰ এখনি উচ্চ আসন আছে। শুৱালকুছি অঞ্চলৰ পুৰণি সাহিত্য এই আসন খনিৰ এটি লাইখাটি বুলি দৃঢ়ভাৱে কব পাৰি।

'ৰঘুনন্দন' আৰু কৌমুদী গ্ৰন্থৰ ( সংস্কৃত ) প্ৰণেতা 'পিতাম্বৰ সিদ্ধান্ত বাগীশ অতীত শুৱালকুছিৰ লোক। কায়স্থ কুলৰ দুৰ্গাবৰ কায়স্থ নীলাচলৰ নামনিৰ অতিজৰ শুৱালকুছিৰ লোক। এখেতে পদ্মাৰ পাঁচালি আৰু ৰামায়ণৰ গীত ৰচনা কৰে। খেনোৰ মতে সুকবি নাৰায়ণ-দেৱে শুৱালকুছিত থাকি বেউলা লখিন্দাৰৰ কাহিনীমূলক মনসা কাব্যখনি লিখে।

মাৰ্কেণ্ডেয় চণ্ডীৰ লিখক ৰঙ্গনাথ দ্বিজচক্ৰৱৰ্ত্তী নীলাচলৰ নামনিৰ অতিজৰ শুৱালকুছিৰ লোক। আহোমৰজাৰ সভাপণ্ডিত কবিৰাজ চক্ৰৱৰ্ত্তী শুৱালকুছিৰ কামশাস্ত্ৰীয় ব্ৰাহ্মণসকলৰ পূৰ্ব্ব পুৰুষ। তেখেতে বহুতো গীত ৰচনা কৰে।

কোচ ৰজাসকলৰ প্ৰভাৱ আৰু আহোম ৰজাসকলৰ পৃষ্ঠপোষকতাত শুৱালকুছিত তাঁতশিল্প, সোণাৰী আৰু কুমাৰ শিল্প থিতাপি লাগে। এনে সময়তে হেৰমদেৱ পঢ়িয়ামাধৱ আতাৰ বংশ, ধোপৰগুৰিত লক্ষীকান্ত আতাৰ বংশ, বৰপেটা সত্ৰৰ অনুজ্ঞাকাৰী বৰদোৱা সত্ৰৰ আজ্ঞা পৰ, খিদিপুখুৰী আমৰঙাৰ সন্তদেৱৰ আজ্ঞাকাৰী সত্ৰবোৰ স্থাপিত হয়। প্ৰায় চাৰে তিনিশ বছৰ আগৰপৰা এই সত্ৰবোৰত নাম প্ৰসঙ্গ, ভাওঁনা সভা আদি আৰু গুৰুসকলৰ তিথিপৰ্ব্ব হবলৈ ধৰে। এই সত্ৰবোৰ গাওঁৰ অন্যান্য বিষয়ৰ লগতে ভাষা সাহিত্য চৰ্চ্চাৰ কেন্দ্ৰ হৈ পৰে। সত্ৰবোৰত পুৰণি পুথিৰ অক্ষৰ জ্ঞানৰ শিক্ষা, পুথি লিপিকৰা ( নকল কৰা ), পঢ়া, জ্ঞান অৰ্জ্জন কৰা অনুশীলনী চলিবলৈ ধৰে। বিশেষকৈ মহাপুৰুষ আৰু আতাপুৰুষসকলৰ ৰচিত পুথিৰ লিপিকৰা কাম সত্ৰবোৰত চলিবলৈ ধৰে। এই পুথিবোৰ প্ৰথমতে সাঁচিপাতত আৰু পিচলৈ তুলাপাতত লিখা দেখা যায়। প্ৰায় প্ৰত্যেক ঘৰ মানুহেই এই পুথি এখন হলেও লিপিকৰি নি ঘৰত ভক্তিভাৱে ৰাখিছিল। বেছিভাগ পৰিয়ালৰ ঘৰত একাধিক পুথি আছিল। ৺বালিসত্ৰৰ তালুকদাৰ পৰিয়ালত শতাধিক পুথি আছিল বুলি জনা যায়। এই পুথিবোৰ লিপি কৰোতে লিপিকাৰকে নিজস্ব দৃষ্টিভঙ্গী আৰু মৌলিক পদ ৰচনা কৰি যোগদি নিজৰ সাহিত্য সৃষ্টিৰ যোগ্যতাৰ পৰিচয় দিছিল। লিপিকাৰক-সকলৰ বেছিভাগেই তাঁতী আছিল। এই সূত্ৰতে চৰিত পুথিৰ আদৰ্শত পণ্ডিত মায়াৰাম মহন্তই 'পঢ়িয়া মাধৱ আতাৰ চৰিত্ৰ'খন ৰচনা কৰে।

ইয়াৰ পিচত অসমত আৰম্ভ হয় যুগসন্ধিক্ষণ। এই সন্ধিক্ষণত বেছিভাগ লোকে প্ৰথমে বঙালীভাষত শিক্ষালাভ কৰিছিল। পুনৰ পঢ়াশলিবোৰত অসমীয়া প্ৰৱৰ্ত্তন হোৱাত অসমীয়া ভাষাৰে শিক্ষা লয়। এনে সময়তো নামঘৰবোৰত লগে লগে পূৰ্ণ উদ্যমে অসমীয়া ভাষা সাহিত্যৰ চৰ্চ্চা চলি আছিল। নাট, ভাওঁনা সবাহ হৈ আছিল।

আধুনিক অসমীয়া সাহিত্যৰ যুগত প্ৰথম প্ৰথম সোনাৰাম ৰাজ মেধি উকীলে 'ৰামচৰণকৃত' 'চিহ্ন যাত্ৰা খনি' সম্পাদনা আৰু প্ৰকাশ কৰে। প্ৰাণপতি মহাজন মড়লে (ভাগৱতী) পুৰণি পুথিৰ আহিত "নতুন হৰিনাম মাহাত্ম্য" আৰু 'নীতি ধৰম' নামৰ দুখন পুথি লিখি প্ৰকাশ কৰে।

শিল্পী, দাৰ্শনিক, ধৰ্ম্ম প্ৰচাৰক, কবি-সাহিত্যিক শ্ৰীমৎ স্বামী কৃষ্ণপুৰী পৰিব্ৰাজকৰ জন্ম শুৱালকুছিৰ মাজতোলত। এখেতে মহাপুৰুষ শ্ৰীশঙ্কৰ দেৱৰ আহিত বিশুদ্ধ ভাগৱতী ধৰ্ম্ম প্ৰচাৰ কৰে। এখেতে অসমত প্ৰায় ১২ খন সত্ৰ স্থাপন কৰে। এতিয়াও এখেতৰ ভকতসকলে এই সত্ৰ বোৰ চলাই আছে আৰু গুৰু জনৰ বছৰেকীয়া তিথিপৰ্ব্ব পালন কৰি আছে। এখেতে প্ৰায় ৩৫ খন পুথি ৰচনা কৰিছে। তাৰ ভিতৰত বিশুদ্ধ শ্ৰীশ্ৰীভগবান গীতা,' 'শ্ৰীশ্ৰীশঙ্কৰ দেৱ স্তোত্ৰ ৰত্নাৱলী,' 'অমৃত ঘোষা,' 'ব্ৰহ্মবাণী', 'শ্ৰীশ্ৰীশঙ্কৰ দেৱৰ অষ্টোত্তৰ শত নাম', 'কোৰৰ গীত,' 'মনবোধিনী গীত', 'মাধুৰীগীত', 'বসুন্ধৰীগীত', 'আদিত শিক্ষা', 'ব্ৰহ্মচৰ্য্য বোধ', 'বিয়ানাম', 'দুষ্টামী পুৰাণ', 'টঙ্কাৰী জাতিৰ ইতিবৃত্ত আদি উল্লেখ যোগ্য। এখেতৰ আদি নাম শ্ৰীআদিতচন্দ্ৰ বৈশ্য ব্ৰহ্মচাৰী।

শ্ৰীকৃষ্ণৰ এশ আঠনাম, নৰ যামল, মহাকাব্য, লক্ষ্মী কাহিনী, দুৰ্গাকাহিনী, সৰস্বতী কাহিনী, মুঠাগীতা, পিতৃ-মাতৃৰ তৰ্পণ বা শ্ৰাদ্ধ, প্ৰাৰ্থনা, শ্ৰীকৃষ্ণৰ জন্মাষ্টমী, পাছতি বা নন্দোৎসৱ (নাট) সাগৰ মথন যাত্ৰা (নাট), সকগীত, ৰালিৰ নাম বা ৰাস ক্ৰীড়া নাম, ভক্তিমণি মালা, ভক্তি প্ৰেমমালা, বেদবাণী, শ্ৰীশ্ৰীবোবামৃত (অসমীয়া শ্লোক নাম-কীৰ্ত্তন, শ্ৰাদ্ধাদিৰ মুঠা, আইৰ নাম, বাৰ গোপাল ও-লোৱাগীত, দৌলযাত্ৰা, পাঠ সেৱা, নিয়মাৱলী বা আইন,... ১ম খণ্ড নিষপত্তি, ভক্তি-বাৰ্ত্তা, অভেদ-কবচ, সংযম (নাটক) তেখেতৰে ৰচনা।

বৃন্দাবন বিশ্ববিদ্যালয়ৰ প্ৰথম অসমীয়া ধৰ্ম্মাচাৰ্য্য হৰমোহন দাসৰ অসমীয়া সাহিত্যলৈ অৱদান মনকৰিব লগীয়া। এখেত বহুতো অসমীয়া ইংৰাজী পাঠ্যপুথিৰ প্ৰণেতা। এখেতৰ অন্যান্য পুথিসমূহ হ'ল 'মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ', 'সাধু বুদ্ধৰাম মহন্ত', 'সাহিত্য তত্ত্ব মানৱ জ্যোতি', 'পঞ্চতীৰ্থ', 'মিনতি' 'নীতি' আদি। এখেতৰ বিভিন্ন আলোচনীত উচ্চ স্তৰৰ প্ৰবন্ধ পাতি থকাৰ উপৰিও আছে পণ্ডিত্যপূৰ্ণ কেবাখনো সভাপতিৰ অভিভাষণ।

অসমৰ প্ৰথম অধ্যক্ষা শ্ৰীৰাজবালা দাস শুৱালকুছিৰ বোৱাৰী। অসমৰ মহিলা লিখক সকলৰ ভিতৰত এখেতৰ নাম উল্লেখণীয়। কেবাখনো পাঠ্যপুথিৰ উপৰিও এখেতে 'স্ত্ৰী শিক্ষাৰ বিষয়ে কেই আষাৰ মান,' 'গীতাবচন,' 'মহাভাৰতৰ কথা,' 'ৰামায়ণৰ কথা', 'মোৰ তিনিকুৰি দহ বছৰৰ স্মৃতি' 'পৌৰাণিক আদৰ্শ নাৰী' আদি পুথি ৰচনা কৰে।

স্বভাৱ কবি ডাঃ শ্ৰীসত্যৰাম কাকতিৰ 'শান্তি অভিযান', 'বীৰপূজা', 'আবেগৰ ধ্বনি', 'মহাপ্ৰয়াণত দেশ কৰ্ম্মী সকললৈ আহ্বান', 'শ্বহীদ তৰ্পণ', 'টিছুৰ ডায়েৰি', 'কবিতাঞ্জলি' আদি প্ৰকাশিত পুথি। আৰু প্ৰায় ৮ খন অপ্ৰকাশিত পুথি আছে।

শুৱালকুছিৰ ৺ডাক্তৰ হৰিশচন্দ্ৰ কাকতি আৰু বণিজাচৰণ পাঠকে এসময়ত সাহিত্য চৰ্চ্চাৰ দ্বাৰা গাওঁখন জমাই ৰাখিছিল। এখেত সকলৰ কেবাখনিও নাটক কবিতাৰ পুথি অপ্ৰকাশিত হৈ আছে। শ্ৰীউত্তমচন্দ্ৰ মেধিয়ে প্ৰসঙ্গযুগল এখনি সংগ্ৰহ কৰি ছপাই উলিয়াইছে।

কন্দৰ্পেশ্বৰ মেধিৰ মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰ দেৱৰ কীৰ্ত্তনৰ ইংৰাজী ভাঙনি, গোবিন্দ দাসৰ অপ্ৰকাশিত পুথি আৰু বাতৰি কাকতত দিয়া প্ৰবন্ধ পাতি মন কৰিবলগীয়া বিধৰ। শুৱালকুছি হাইস্কুলৰ প্ৰাক্তন প্ৰধান শিক্ষক আৰু বৰ্ত্তমান



৪৬ তম বাৰ্ষিক শুৱালকুছি অধিবেশনৰ প্ৰধান সম্পাদক শ্ৰীহৰিণ চন্দ্ৰ কলিতাৰ "তীৰ্থক্ষেত্ৰ শুৱালকুছি" আৰু ৺হৰকান্ত কলিতাৰ "শুৱালকুছিত গান্ধিজীৰ পদাৰ্পণ" দুখনি শুৱালকুছিত মহামানৱ মহাত্মা গান্ধীৰ পদাৰ্পণৰ হুবহু প্ৰতিচ্ছবি, থকা আকৰ্ষণীয় পুথি।

"পৌৰাণিক অঙ্কীয়া বাজনা"ৰ সংগ্ৰহক শ্ৰীনৰহৰি ভৱালী বায়ন। শ্ৰীৰামেশ্বৰ কলিতাই স্কাউটৰ শিক্ষাৰ ওপৰত "স্কাউট গাইড শিক্ষা" নামে এখনি পুথি লিখি প্ৰকাশ কৰে।

সুসাহিত্যিক হৰমোহন দাসৰ সুযোগ্য পুত্ৰ ডাঃ শ্ৰীভুবন মোহন দাস নৃতত্ত্বৰ এজন চিন্তাশীল আৰু গবেষণামূলক লেখক। এখেতৰ অধ্যয়ন পুষ্ট লিখনিৰ পৰা —'বিৱৰ্ত্তনৰ পথত মানৱ, বিবিধ মানৱ', 'মানুহ', 'নৃতত্ত্বৰ চমু আভাস' আদি নৃতত্ত্ব বিষয়ক পুথি আমি পাইছোঁ। 'আদিম যুগৰ আদি কথা' আৰু 'আমাৰ দৰে সিইতো মানৱ' নামৰ এই দুখনি শিশু সাহিত্যত নৃতত্ত্বৰ পুৰস্কাৰ পাইছে। আন এখনি শিশু সাহিত্য হ'ল—অসমৰ আদি কথা। 'দেউতাৰ কথা' (জীৱনী), আঠজনী মিচেছ (গল্পৰ কিতাপ), ৫ খন ইংৰাজী কিতাপৰ লগতে এখেতৰ বাতৰি কাকত আৰু আলোচনীত প্ৰায় অৰ্দ্ধ শতাধিক ইংৰাজী আৰু অসমীয়া প্ৰবন্ধ আছে।

ভূগোল, গণিত, কৰ্ম্ম অভিজ্ঞতাৰ আদি পাঠ্য পুথিৰ লিখক শ্ৰীসদা মড়ল ছাত্ৰ সমাজৰ পৰিচিত ব্যক্তি। এখেতৰ অৱদান বোৰ হ'ল,—'সোনাপুৰ' (উপন্যাস), 'প্ৰথম প্ৰেম', 'বিমুগ্ধ আত্মা' (অনুবাদ মূলক), ৰুছ দেশৰ সাধু, অন্তৰীক্ষৰ বিস্ময় আদি। বিভিন্ন আলোচনীৰ পাতত এখেতৰ বহুতো, চুটি গল্প প্ৰকাশ হৈছে।

শুৱালকুছিৰ পৰা ৫ কিলোমিটাৰ পশ্চিমত হালোগাওঁৰ ৺লক্ষেশ্বৰ দাসে যুটীয়াভাৱে ৰঘুনাথ চৌধাৰীৰ জীৱনী এখনি লিখে।

অসমৰ সুগায়িকা মহিলা গীতিকবি শ্ৰীলক্ষহীৰা দাস শুৱালকুছিৰ জীয়াৰী। এখেতৰ বাতৰি কাকত আলোচনী আদিত বহুতো 'শিক্ষা' বিষয়ক প্ৰবন্ধই স্থান পাইছে। এখেতৰ কবিতাৰ পুথি—'প্ৰাণগঙ্গা', 'ভাস্বৰ লগ্ন', 'অৱগাহনৰ মুহূৰ্ত্ত', 'গীতৰ পুথি'—'ময়ূৰপঙ্খী', 'সুৰসেতু', 'প্ৰথমা',' গীতাৰ্ঘ্য, গল্পৰ কিতাপ তাপসী, অস্কাৰৱাইল্ডৰ গল্প (অনুবাদ)। তেওঁ কেবাখনো ইংৰাজী অসমীয়া কলেজীয়া পাঠ্যপুথিৰ ৰচয়িত্ৰী। শ্ৰীপ্ৰফুল্ল বৈশ্য আৰু ৺বিনন্দিৰাম পণ্ডিতেও স্কুলীয়া পাঠ্যপুথি দুখন মান ৰচনা কৰিছিল।

শ্ৰীহৰগোবিন্দ বৈশ্যৰ—'আমাৰ অসম আৰু মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ', 'অসমীয়া কৃষ্টি আৰু মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ' আৰু 'অসমীয়া কৃষ্টি' তিনিখন ধৰ্ম আৰু কৃষ্টিৰ আলোচনা-মূলক পুথি। এখেতৰ দুখনি উপন্যাস হল—জীয়াপ্ৰেম, মূৰ্চ্ছনা।

শ্ৰীপ্ৰফুল্ল মহন্তৰ মনোবিজ্ঞানমূলক কিতাপ দুখনি—এখনি 'মনোবিজ্ঞানৰ চমু আভাস' আনখন হল—'নতুন সমাজৰ শিক্ষা।'

হাজোৰ শ্ৰীমাধৱ দাসৰ হাজোৰ তীৰ্থ বিষয়ক কিতাপ হল—'তীৰ্থপীঠ' পচৰীয়াৰ শ্ৰীচণ্ডী ডেকাই 'ৰাম স্বৰস্বতীৰ জীৱনী' এখনি সঙ্কলন কৰি উলিয়ায়।

'শ্ৰীপদ' এই গুপ্তনাম আৰু নিজ ব্যক্তনামত বাতৰি কাকত আৰু আলোচনীত শ্ৰীতৰুণ ভৱালীৰ বহুতো কবিতা, গল্প, প্ৰবন্ধ পোৱা যায়। এখেতৰ এখনি সফল অনাতাৰ নাটক হ'ল—'হলদিঘাটৰ ৰণ'।

৺ভাৰতী মেধিৰ 'ফল্গু' আৰু শ্ৰীকৃষ্ণৰাম দাসৰ 'গুৰুবন্তি' দুখনি আকৰ্ষণীয় কবিতাৰ পুথি।

সমাজ সেৱক, জৰুৰীকালিন সময়ৰ অসমৰ প্ৰথম বলি স্বহিদ ৰবীন কলিতাৰ জন-জীৱনক লৈ লিখা দুখনি উপন্যাস হল 'তমসাৰ বালিত' আৰু 'আজিৰ সমাজৰ এটি দিশ তেখেতৰ অন্য এখনি পুথি হ'ল—"স্বহিদ পদ্ম কাকতি" (অসম বিখ্যাত বগা পালোৱানৰ জীৱনী)।

সাহিত্যৰ অন্য এটি দিশ ভাৰতীয় স্থাপত্য, চিত্ৰ, মূৰ্ত্তি, ভাস্কৰ্য্য শিল্পৰ যোগ্য লিখক শ্ৰীমাধৱ বৈশ্য শুৱালকুছিৰ লোক। অসমৰ বিভিন্ন বাতৰি কাকত আলোচনীত এখেতৰ মূল্যবান প্ৰবন্ধ পাতি আছে। এই বিষয়ৰ ৩ খন অপ্ৰকাশিত পুথিও আছে। লিখকৰ প্ৰকাশিত উপন্যাস খনি 'জীয়াস্থতিৰ মৰা সাঁকো'।

গুৱালকুছিৰ বোৱাৰী শ্ৰীভুবনেশ্বৰী বৈশ্যৰ 'বৈষ্ণৱ যুগৰ অসমীয়া সাহিত্য' এখনি তথ্য সম্বলিত সমালোচনা-মূলক পুথি।

শ্ৰীসুৰেন্দ্ৰ নাথ দাসৰ 'মৎস্য পালন আৰু সংৰক্ষণ' এখনি মাছ বিষয়ক নিদৰ্শন মূলক পুথি।

শ্ৰীগৌতম মড়লৰ 'ভাৰতীয় জাতি গঠনত ফেডাৰেল শাসন পদ্ধতি' 'যথাৰ্থতে অসমে বিচাৰে কি' ফেডাৰেল আদৰ্শত ভাৰতৰ পুনৰ গঠন, 'সমাজবাদ' আৰু 'শ্ৰীমতী গান্ধী' আদি কিতাপ কেয়োখনি ৰাজনৈতিক বিচাৰমূলক।

শ্ৰীদীনবন্ধু দাসৰ 'ভাৰতীয় খাদ্য পৰিস্থিতিত নিয়ন্ত্ৰিত পৰিয়ালৰ আৱশ্যকতা' এখনি পুৰস্কাৰ প্ৰাপ্ত কিতাপ। এখেতৰ অন্য এখনি কিতাপ—'মৰা জীৱন জীয়া স্বপ্ন' (উপন্যাস)।

উপাধ্যক্ষ শ্ৰীনাৰায়ণ দাসেও সাহিত্য পথাৰলৈ বৰঙনি যোগাইছে—'শ্ৰীহৰ্ষ' (ভাৰত চৰকাৰৰ পুৰস্কাৰ প্ৰাপ্ত নাটক), 'বিংশ শতিকাত শ্ৰীমন্ত শঙ্কৰ দেৱৰ আৱশ্যকতা' (পুৰস্কাৰ প্ৰাপ্ত ৰচনা) 'গুৰু গোবিন্দ সিং' (অনুবাদ) 'মহাবাণী' (উপন্যাস) আৰু 'সুৰ, হাঁহি, পোহৰ' (শিশু সাহিত্য) আদি পুথিৰ জৰিয়তে। তেওঁৰ অপ্ৰকাশিত পুথিও আছে—মোৰ সপোনৰ ভাৰতবৰ্ষ, (অনুবাদ) ভূমিপুত্ৰ (নাটক), কাউৰী (শিশু সাহিত্য), ধ্ৰুৱস্বামিনী (অনুবাদ নাটক), ৰাষ্ট্ৰপিতা (অনুবাদ) আৰু 'ভাৰতীয় ভাষা পৰিচয় ইত্যাদি।

শ্ৰীবসন্ত কুমাৰ কাকতিৰ শিশু-পালন এখনি অনুবাদ পুথি। ডঃ শ্ৰীৰমেশ চন্দ্ৰ দাসে যুটীয়াভাৱে কেবাখনো বিজ্ঞানৰ পুথি ৰচনা কৰে। তাৰ ভিতৰত—বিজ্ঞানৰ গল্প, সহজ বিজ্ঞান আৰু বুনিয়াদী বিজ্ঞান (অনুবাদ) প্ৰধান। শ্ৰীৰমেশ বৈশ্যৰ—'পোহৰৰ ৰেখা বিচাৰি এখনি গল্পৰ কিতাপ।'

ভাষাতত্ত্বৰ অন্যতম গৱেষক, আলোচক শ্ৰীভগবান মড়লৰ বিভিন্ন বাতৰি কাকত আৰু আলোচনীত গধুৰ আৰু চিন্তাশীল প্ৰবন্ধ আছে। এখেতে অসমত দ্ৰাবিড়ী প্ৰভাৱৰ-বিষয় লিখি আছে। এখেতৰ অন্যান্য পুথিসমূহ হল—'প্ৰেমাঞ্জলি' (কবিতা), 'ব্যাকৰণ জ্যোতি', 'জ্যোতি পাঠ', 'কক্ষচ্যুত (নাট্য গল্প')। এখেতৰ 'গুৱালকুছিৰ ঐতিহ্য' এখনি তথ্যপূৰ্ণ সূক্ষ্ম আৰু সুচিন্তিত ঐতিহ্যৰ পুথি।

বুৰঞ্জীমূলক প্ৰবন্ধ লিখক শ্ৰীৰমেশচন্দ্ৰ কলিতাৰ ৰাতৰি কাকত আৰু আলোচনীত বিভিন্ন বুৰঞ্জীৰ আধাৰত লিখা প্ৰবন্ধ আৰু গল্প পোৱা যায়। এখেতৰ অন্যান্য পুথিসমূহ হল—'বুৰঞ্জীৰ বিচিত্ৰ কাহিনী' (শিশু সাহিত্য) 'মৰমে মৰমে' (নাটিকা) অমৰ জীৱন ('ৰজা হৰিশ্চন্দ্ৰ' ধৰ্মমূলক নাটক) অভিশপ্ত সিংহাসন, (বুৰঞ্জীমূলক নাটক)। তেখেতে ৰচনা কৰা কেইবাখনো অনাতাঁৰ নাট গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ যোগেদি প্ৰচাৰিত হৈছে। কামৰূপ সাহিত্য পৰিষদৰ মুখপত্ৰ 'কামৰূপাৰ' প্ৰথম সংখ্যা আৰু গুৱাহাটী পৌৰ নিগমৰ কৰ্মচাৰীবৃন্দৰ আলোচনী 'পৌৰ বিচিত্ৰা'ৰ প্ৰথম সংখ্যা এখেতৰ সম্পাদনাত প্ৰকাশিত হয়। এখেতৰ 'গুৱালকুছিৰ বুৰঞ্জী' এখনি তথ্য সম্বলিত প্ৰণিধানযোগ্য পুথি আৰু কেইবাখনো পুথি তেওঁৰ অপ্ৰকাশিত হৈ থকা বুলি জানিব পৰা গৈছে।

অসমৰ লেখত লবলগীয়া আধুনিক কবিসকলৰ ভিতৰত শ্ৰীসুশীল শৰ্ম্মাও এজন। অসমৰ বিভিন্ন বাতৰি কাকত আলোচনী আৰু কবিতা সংগ্ৰহত এখেতৰ বহুতো উৎকৃষ্ট আৰু উচ্চমানৰ কবিতা প্ৰকাশ হৈছে। এখেতৰ সমালোচনামূলক পুথি হল 'অসমীয়া'।

নতুন পুৰুষলৈ 'নতুন পুৰুষ' (নাটক) আগবঢ়োৱা শ্ৰীৰামহৰি মড়লৰ অপ্ৰকাশিত আৰু সফল মঞ্চস্থ হোৱা নাটকবোৰ হল—'শান্তিৰসুৰ', 'ঘূৰণীয়া পৃথিবীৰ যাত্ৰী' 'আমাৰ ভাৰত', আৰু 'প্ৰতিজ্ঞা।'

'ৰাজভৱনলৈ কিমানদূৰ', 'সাংস্কৃতিক ৰহঘৰা', উত্তৰকূল'ৰ' লিখক শ্ৰীশ্ৰীমান চক্ৰৱৰ্ত্তীৰ বাতৰি কাকত, আলোচনীত বিভিন্ন প্ৰবন্ধ পোৱা যায়। এখেত কামৰূপাৰ তৃতীয় সংখ্যাৰ সম্পাদক আছিল। এখেতৰ অপ্ৰকাশিত কিতাপ হল— 'সেই নদী সদানীৰা'।

শ্ৰীশৈলেন মড়লৰ 'অমি বিপ্লৱ কৰিম' আৰু শ্ৰীগৰ্গনাথ



শৰ্মা ভাগৱত-ভূষণৰ 'সনাতন ধৰ্ম্মানুষ্ঠানৰ উপাসনাতত্ব' দুখনি ভিন্ন সুৰীয়া কিতাপ।

বাতৰি কাকত আৰু আলোচনী আদিত ৰাজনীতি, সমাজনীতি আদিৰ ধাৰাবাহিক প্ৰবন্ধ লিখক শ্ৰীপ্ৰবীণ বৈশ্যৰ 'সমাজবাদ' এখনি আলোচনামূলক পুথি। এখেত শ্ৰীমন্ত শঙ্কৰ সংঘৰ গুৱালকুছি অধিবেশনৰ মুখপত্ৰ 'শ্ৰীমন্ত শঙ্কৰ জ্যোতিৰ' সম্পাদক আছিল।

'সন্ধান', 'ত্ৰিমূৰ্ত্তি' আদি 'ৰহস্যমূলক' নাটকৰ লিখক শ্ৰীহেমেন্দ্ৰনাথ বৈশ্যৰ সফল মঞ্চস্থ অপ্ৰকাশিত আন দুখনি নাটক হল—'ডাঃ অশোকৰ গুপ্ত ডায়েৰী', 'বিন্দু'।

ৰহস্যমূলক একাঙ্কিকা নাটক লিখক শ্ৰীঅজিত শৰ্ম্মাৰ মঞ্চস্থ নাটকৰ মূলতে আছে—"মকৰাজাল", গুপ্তচৰ, জঁাজি, আত্মহত্যা আৰু পৰিয়াল পৰিকল্পনা (মঞ্চস্থ হোৱা নাই)।

একাঙ্কিকা নাটক 'কোন ক'ত কেতিয়া', 'পাগল মানুহ আৰু সামাজিক নাটক 'ৰঙাবেলিৰ' লিখক শ্ৰীনীলমণি মড়লৰ অন্য এখনি অপ্ৰকাশিত একাঙ্কিকা নাটক—'নিৰনুৱা'।

শ্ৰীৰামেশ্বৰ কলিতাৰ 'সুযোগ বিচাৰি' এখনি সফল মঞ্চস্থ নাটক। লিখকৰ মঞ্চস্থ হোৱা অপ্ৰকাশিত অন্য নাটক হল—'কলা ভাৱৰে আবৰি ৰখা জোন' খণ্ড নাটক হল—'স্বৰ্গৰাজ ইন্দ্ৰৰ অনশন ধৰ্ম্মঘট', 'দিপালী নহয় দীপাৱলী', 'পাগল কোন'।

শ্ৰীহলধৰ বৈশ্যৰ আৰু 'আঁউসী' শ্ৰীদেৱেন্দ্ৰনাথ শৰ্মাৰ 'শেৱালি' দুখনি কবিতাৰ পুথি। শ্ৰীনাৰায়ণ দাসৰ পোহৰৰ ৰং মেলালৈ এখনি গীতৰ পুথি।

কবিতাৰ পুথি মন-কাকলিৰ লিখক শ্ৰীমদনমোহন মেধিৰ কেবাখনিও বিভিন্ন বিষয়ৰ পুথি আছে। অপ্ৰকাশিত পুথিবোৰ হল—দু-চামুচ দৃষ্টি (কবিতা), মাজ-নিশাৰ উচুপনি (গল্প) পথৰ শেষত কি (গল্প), ন-বোৱাৰী (সামাজিক উপন্যাস), অসীমৰ বুকুত সীমা (গল্প), ভূতৰ গল্প (গল্প), যুগ-ধৰ্ম (প্ৰবন্ধ), শ্ৰীশঙ্কৰ দেৱৰ শিশুলীলা (জীৱনী), ভাৰত-জ্যোতি (জীৱনী)।

বাতৰিকাকত আলোচনীত দুটি এটি প্ৰবন্ধলিখি, আলোচনী সম্পাদনা কৰি শ্ৰীহৰমোহন কাকতি, শ্ৰীশৰৎ চন্দ্ৰ মেধি, শ্ৰীহেম ভৰালী, শ্ৰীবাসুদেৱ ভৰালী, শ্ৰীযোগেন ভৰালী, শ্ৰীযতীন দাস, ৺ৰামেশ্বৰ দাস, আদিয়েও গুৱালকুছিৰ সাহিত্য চৰ্চ্চালৈ অৰিহণা যোগাইছে। গুৱালকুছি হাইস্কুলৰ ছাত্ৰ একতা সভাৰ মুখপত্ৰ 'নৱ-জাগৰণ', আলোচনীয়ে দিয়া প্ৰেৰণা এই ক্ষেত্ৰত উল্লেখনীয়। ইয়াৰ পিচত আমি উল্লেখ কৰিব পাৰো—গুৱালকুছি মহাপুৰুষীয়া ধৰ্মালোচনী সভাৰদ্বাৰা প্ৰকাশ হোৱা 'মহাপুৰুষ', শ্ৰীশ্ৰীশঙ্কৰদেৱ ধামৰ "সোণালী জয়ন্তীৰ স্মৃতি গ্ৰন্থ", শ্ৰীমন্ত শঙ্কৰ সংঘৰ গুৱালকুছি অধিবেশনৰ মুখপাত্ৰ শ্ৰীমন্ত শঙ্কৰ জ্যোতি", গুৱালকুছি আলোচনা চক্ৰৰ 'অঙ্কুৰ', জ্যোতি সাহিত্য সভাৰ মুখপাত্ৰ 'জ্যোতি', গণেশ দাস হাইস্কুলৰ ছাত্ৰ-সভাৰ মুখপাত্ৰ 'মল্লিকা', গুৱালকুছি বুদৰাম মাধৱ সত্ৰাধিকাৰ কলেজৰ ছাত্ৰ-সভাৰ মুখপাত্ৰ 'অৰুণাভ' আদি আলোচনীৰ কথা।

কামৰূপ সাহিত্য পৰিষদৰ মুখপাত্ৰ 'কামৰূপা'ৰ জন্ম হ'ল গুৱালকুছি অধিবেশনত, গুৱাহাটী প্ৰেছ আৰু 'অসম বাতৰিৰ' স্বত্বাধিকাৰ শ্ৰীৰাজবালা দাস, শ্ৰীবাৰিণ দাস, শ্ৰীদেৱেন্দ্ৰনাথ দাস, শ্ৰীসত্যেন্দ্ৰনাথ দাস গুৱালকুছিৰ লোক।

শ্ৰীশ্ৰীশঙ্কৰদেৱ মন্দিৰ, শ্ৰীশ্ৰীশঙ্কৰদেৱ ধামত হোৱা ধৰ্মালোচনী সভাবোৰৰ সভাপতিৰ তত্বমূলক, সাৰুৱা, অভিভাষণ আৰু অন্যান্য সভাসমিতিৰ সভাপতিৰ অভিভাষণ বোৰে সাহিত্য চৰ্চ্চাত যথেষ্ট বৰঙণি যোগাইছে। অৰুণোদয়ৰপৰা আজিলৈ বিভিন্ন বাতৰি কাকত, আলোচনী আদিয়েও সাহিত্য চৰ্চ্চাৰ প্ৰতি অনুপ্ৰেৰণা যোগাইছে।

জ্যোতি সাহিত্য সভাৰ আলোচনা চক্ৰত গুৱালকুছিৰ সাহিত্য চৰ্চ্চালৈ অৱদান উলাই কৰিবলগীয়া নহয়। নতুন চাম লিখকে আলোচনা চক্ৰৰপৰা যথেষ্ট সাহস পাইছে প্ৰেৰণা পাইছে, উৎসাহ উদ্দীপনা পাইছে, আঁত বিচাৰি পাইছে।

গুৱালকুছিত সাহিত্য সৃষ্টিৰ ক্ষেত্ৰ আছে, ভাৱ-ভাষা

আছে বিষয় বস্তুৰ, সমল আছে, নাই উৎসাহ উদ্দীপনা। লেখকসকল আগবাঢ়ি আহিলে আৰু সমর্থবান সকলে পৃষ্ঠ-পোষকতা কৰিলে গুৱালকুছিয়ে যে অসমীয়া সাহিত্যলৈ প্ৰচুৰ বৰঙণি যোগাব পাৰিব তাত সন্দেহ নাই।

ব্যৱসায়ী গোষ্ঠীটো সাহিত্যৰ প্ৰতি উদাসীন আত্ম-কেন্দ্ৰীক আনকি সাহিত্য সৃষ্টিত পৃষ্ঠ-পোষকতা কৰিবলৈও ইচ্ছুক নহয়। তাঁতী, কুমাৰ, সোণাৰী, খেতিয়ক, বোৱনী, কাটনি শ্ৰেণীটো জীৱন সংগ্ৰামক লৈয়ে ব্যস্ত বুদ্ধিজীৱী শ্ৰেণীটো আৰামপ্ৰিয় আৰু পলায়নবাদী। সেই-কাৰণে গুৱালকুছিত প্ৰতিভাৰ প্ৰকাশ সিমান নাই, চিন্তাৰ প্ৰয়োগ নাই, কল্পনাৰ বাস্তৱৰূপ নাই। আশা কৰা হয় ৪৬তম বাৰ্ষিক গুৱালকুছি অধিবেশনে গুৱালকুছি বাসীক সাহিত্য চৰ্চ্চাৰ প্ৰেৰণা দিব।

---



# গুৱালকুছিৰ ইতিহাসৰ ৰেঙণি

শ্ৰীৰমেশ চন্দ্ৰ কলিতা

গুৱালকুছি এখন ভাৰতৰ ভিতৰতে প্ৰসিদ্ধ গাওঁ। আজি এই গাওঁ মুগা-পাটশিল্পৰ বাবেই প্ৰসিদ্ধ হলেও, এই গাওঁ অঞ্চলৰ পুৰণি ইতিহাসৰ পাতো অতি উজ্জ্বল। বৰ্ত্তমান যুগৰ গৰা খহনীয়াই এই গাওঁৰ উজ্জ্বল ইতিহাস ঢাকিলেও তাৰ সাক্ষী বিলুপ্ত হোৱা নাই। পুৰণি গুৱালকুছি গাওঁ কামাখ্যা পাণ্ডুৰ কাষৰ পৰাই থকাৰ সম্ভেদ পোৱা যায়। ১৬শ শতিকাত নৰনাৰায়ণ আৰু চিলাৰায়ে আহোম ৰজা চুখাম্‌ফা বা খোৰা ৰজাক যুদ্ধত হৰুৱাই ফিৰি আহোতে ( প্ৰায় ১৫৬২ খৃঃ ) কামাখ্যাৰ নামত গুৱাল-কুছিৰ পূবৰ ৰাক্ষসী পাহাৰৰ পৰা ব্ৰহ্মপুত্ৰ নদীক হাজোৰ কাষেৰে থাকু ভাজধৰি বৈ যোৱা দেখি পথ চমু কৰাৰ অৰ্থে ৰাক্ষসী পাহাৰৰ পৰা হাতীমূৰালৈ গুৱালকুছিৰ দক্ষিণ কাষেৰে পোনকৈ সোঁতা এটা খণ্ডাই দিয়াৰ কথা অসম বুৰঞ্জীৰ পৰা জনা যায় ( সুকুমাৰ মহন্তৰ ঘৰত পোৱা ড° ভূঞা সম্পাদিত)। কালক্ৰমত এই সোঁতাই প্ৰধান হৈ পৰে আৰু ফলত গুৱালকুছি উত্তৰৰ গাওঁ হিচাপে পৃথক হৈ পৰে। তাৰ আগতে গুৱালকুছিৰ পৰাই ব্ৰাহ্মণে গৈ নিতৌ কামাখ্যাত পূজা কৰিছিল। কামাখ্যা তীৰ্থ নামৰ গ্ৰন্থত ধৰণী কান্ত শৰ্মাই এই কথা স্পষ্টভাৱে কৈ থৈছে। বুৰঞ্জীত কোচ ৰাজ্যৰ প্ৰতিষ্ঠাতা বিশ্বসিংহ ৰজাই বাট ভুল কৰি গৈ, অৰণ্যৰ মাজত, কামাখ্যা পীঠ থকা গাওঁখনক মেচগাওঁ বুলি কোৱা আছে। কামাখ্যা তীৰ্থতো সেইকালত কামাখ্যাত কোচ আৰু মেচ মানুহৰে বসতি আছিল বুলি কৈছে। গতিকে তাত ব্ৰাহ্মণৰ বসতি নথকাতো স্পষ্ট। গুৱালকুছিৰ ব্ৰাহ্মণসকলৰ পৰাও জনা যায় যে আদিতে তেওঁলোকৰ পূৰ্ব্বপুৰুষে গুৱালকুছিৰ পৰা গৈ কামাখ্যাত পূজা কৰিছিল। ব্ৰহ্মপুত্ৰ কামাখ্যা আৰু গুৱালকুছিৰ মাজেৰে বৈ যোৱাৰ আগতে গুৱালকুছিৰ পৰা খোজ কাঢ়ি কামাখ্যালৈ যোৱাটো টান কাম নাছিল। কামাখ্যাৰ কাষৰ পাণ্ডুনাথৰ পৰা ষোল হাত আতৰৰ বায়ু কোণত এটা কুণ্ড থকা বুলি কামৰূপৰ বুৰঞ্জীত ( প্ৰথম সংস্কৰণৰ পৰিশিষ্টক ) আছে। যোগিনী তন্ত্ৰত উল্লেখিত এইটোৱেই সৰ্ব্বপাপ হৰণ কৰিব পৰা পৱিত্ৰ পানীৰ ব্ৰহ্মকুণ্ড "তস্য বায়ব্যভাগেতু ধনুৰ্দ্দশকং সৰঃ। ব্ৰহ্মকুণ্ডমিতিখ্যাতং সৰ্বপাপপ্ৰাৰ্ণাশনং॥ কুণ্ড থাকিলে তাৰ পাৰতো মাটি থাকিব। গতিকে নদীৰ বহল কম আছিল। সম্ভৱতঃ কুণ্ডৰ পাৰৰ পৰা গুৱালকুছিৰ লোক, বিশেষকৈ ব্ৰাহ্মণ-সকলৰ বসতি আছিল। নদী বহলহৈ যোৱাত বাসিন্দাসকল ক্ৰমে উত্তৰ-পশ্চিমলৈ গৈ থাকিল। কামাখ্যা-পাণ্ডুৰ উত্তৰ পশ্চিমে নদীৰ পাৰতে ব্ৰাহ্মণসকলৰ বসতি হোৱাৰ কাৰণ ইয়াতেই।

কামাখ্যা-পাণ্ডুৰ কাষৰ পৰা থকা পুৰণি গুৱালকুছি গাওঁৰ অৱস্থিতি লৈ মন কৰিলে সেই কালত গাওঁখনক প্ৰাগজ্যোতিষ নগৰৰ অংগভূমি বুলি লব পাৰি। বৰ্তমানো গুৱাহাটী মহানগৰীৰ পশ্চিম অঞ্চলৰ ব্ৰহ্মপুত্ৰৰ উত্তৰ পশ্চিমৰ জনপদেই গুৱালকুছি গাওঁ। পুৰণি নথিৰ পৰা

দেখা যায় গুৱাহাটী অঞ্চল বোলোতে পশ্চিমে শুৱালকুছিৰো পশ্চিমৰ ৰামুন্দি শিলিগুৰিলৈ বুজা হৈছিল। ১৬৩৪ শকত ৰুদ্ৰসিংহ স্বৰ্গদেৱে প্ৰস্তুত কৰোৱা ক্ষেত্ৰসমূহৰ তালিকাত পশ্চিমে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে হাতীমূৰা পৰ্বত আৰু দক্ষিণ পাৰে গজসাৰ্দ্ধয় নামৰ পৰ্বতলৈকে সামৰি লোৱা দেখা যায়। পূৰ্বে এই অঞ্চলটোৰ মাজত ব্ৰহ্মপুত্ৰ নথকাত এটা অঞ্চল হৈ থকাতো সহজ আছিল। উক্ত কাৰণতেই যে শুৱালকুছি প্ৰাগজ্যোতিষ নগৰৰ অংগভূমি বুলি কোৱা হৈছে তেনে নহয়; লক্ষ্য কৰিলে দেখা যায় যে প্ৰাগজ্যোতিষেশ্বৰ নৰকাসুৰৰ বাসস্থানো শুৱালকুছি বুলিয়েই চিনাকি দিয়ে। ৰামায়ণৰ কিষ্কিন্ধ্যা কাণ্ডত নৰকাসুৰৰ বাসস্থান প্ৰাগজ্যোতিষৰ বৰাহ পৰ্বত বুলি কৈছে। "...বৰাহো নাম পৰ্বত ২ তত্ৰ প্ৰাগজ্যোতিষং নাম জাত ৰূপময়ং পুৰম। অস্মিন বসতি দুষ্টাত্মা নৰকো নাম দানবঃ॥" ড° প্ৰতাপ চৌধুৰীয়ে এই বৰাহ পৰ্বত কামাখ্যাৰ লগালগি পশ্চিমৰ অংশবিশেষ বুলি কৈছে। ৰুদ্ৰসিংহ স্বৰ্গদেৱে প্ৰস্তুত কৰোৱা গুৱাহাটী অঞ্চলৰ ক্ষেত্ৰ পৰ্বতৰ বিৱৰণীত শুৱালকুছিৰ পূবৰ অনন্ত আৰু মৎস্য পৰ্বতৰ উত্তৰৰ পৰ্বতখনেই বৰাহ পৰ্বত বুলি দেখুৱাই থৈছে। পূৰ্বে ব্ৰহ্মপুত্ৰই শুৱালকুছিৰ দক্ষিণেৰে গতি কৰাৰ আগতে এই পৰ্বত লানিয়ে যে কাষতে থকা কামাখ্যা স্পৰ্শ কৰিছিল সেয়া অবান্তৰ হব নোৱাৰে। মন কৰিবলগীয়া কথা এই যে ৰামায়ণত পশ্চিম দিশৰ বৰ্ণনাতহে নৰকৰ প্ৰাগজ্যোতিষপুৰৰ বৰ্ণনা কৰা আছে। এই প্ৰাগজ্যোতিষ যে প্ৰাচ্যৰ কামৰূপৰ গুৱাহাটী প্ৰাগজ্যোতিষপুৰেই তাত সন্দেহ নাই। লগতে থকা হয়গ্ৰীৱ আদিৰ বৰ্ণনাই সেইকথা আৰু স্পষ্ট কৰে। সম্ভৱতঃ পশ্চিমৰ বৰ্ণনাৰ পাতৰ মাজতে পূবৰ নৰকৰ প্ৰাগজ্যোতিষ নগৰৰ বৰ্ণনাৰ পাত কোনো ভুল বসতঃ সোমাই পৰিছিল।

দেখা যায় গুৱাহাটীৰ দিচপুৰ বেলতলাৰ পৰা পশ্চিমে হাতীমূৰা পৰ্য্যন্ত হাজোকে সামৰি এই অঞ্চল যে কেৱল তীৰ্থক্ষেত্ৰৰ ঐতিহ্যৰে মহিমামণ্ডিত আছিল তেনে নহয় প্ৰাচীন কামৰূপৰ ৰজাসকলৰ উপৰিও বিবিধ বংশীয় ৰজা, মহাৰজা, দাঁতিয়লীয়া ৰজা ভূঞা আদিয়ে এই অঞ্চলৰ বিবিধ দিশত পাট কৰি ইতিহাসৰ পাত উজ্জল কৰি থৈছে।

কুমাৰ ভাস্কৰ বৰ্মাৰ পাছত প্ৰাচীন কামৰূপৰ ৰাজধানী প্ৰাগজ্যোতিষপুৰৰ পৰা স্থানান্তৰিত হয়—কিছুকালৰ বাবে। কিন্তু পুনৰ পালবংশৰ সময়ত প্ৰাগজ্যোতিষপুৰলৈকেই ৰাজধানী আহে। এই বংশৰ ৰত্নপাল ৰজাই দুৰ্জয়া নাম দি ৰাজধানী নিৰ্মাণ কৰে। এই দুৰ্জয়া নগৰ শুৱালকুছি বুলিয়েই কোনো কোনোৱে আলোচনা কৰা দেখা গৈছে। ব্ৰাহ্মণ পণ্ডিত আদিৰ নিবাস, সদায় বেদ-মন্ত্ৰ আৰু যজ্ঞৰ ধোঁৱাৰে সুবাসিত। লৌহিত্যৰ মনোৰম সৌন্দৰ্য্যেৰে শোভিত দুৰ্জয়া নগৰখন। বুৰঞ্জীবিদসকলে নকৈ সুৰক্ষিত কৰা পুৰণি প্ৰাগজ্যোতিষপুৰ নাইবা ইয়াৰ ওচৰৰ ব্ৰহ্মপুত্ৰৰ দক্ষিণকুলৰ কোনো ঠাই হ'ব বুলি অনুমান কৰে। বৰ্ণনাৰ পৰা ব্ৰহ্মপুত্ৰৰ দক্ষিণত থকা পুৰণি শুৱালকুছি বুলি অনুমান কৰা থল নোহোৱা নহয়।

পালবংশৰ পাছত কামৰূপৰ ৰজা দুৰ্বল হৈ আহে আৰু পৰৱৰ্তী কালত একছত্ৰী কামৰূপৰ ৰজাৰ ঠাইত ক্ষুদ্ৰ ক্ষুদ্ৰ অনেক ৰজাৰ সৃষ্টি হ'ল। এনে এজন ৰজাই কুবেৰাদ্ৰিত ৰাজধানী পাতি এখন ৰাজ্য চলোৱাৰ কথা বুৰঞ্জীত উল্লেখ কৰি থোৱা দেখা যায়। এই কুবেৰাদ্ৰিয়েই শুৱালকুছিৰ উত্তৰৰ কুলহাটী গাওঁ। বুৰঞ্জীত এওঁৰ নাম ৰামচন্দ্ৰ বুলি উল্লেখ কৰিছে। কামৰূপৰ বুৰঞ্জীত কোৱা আছে জিতাৰি বংশৰ ৰজাই মাধৱত সেৱা কৰি সোতৰ পুৰুষ কামৰূপত ৰজা হৈছিল; ৰাজধানী আছিল কুবেৰাচল। এই কুবেৰাচল হাজোৰ তলৰা পৰ্বত। শেষ ৰজা ৰামচন্দ্ৰ। আৰিমত্ত ৰজাই বেহাৰ জয় কৰি আহি কামৰূপৰ ৰামচন্দ্ৰক মাৰাৰ পাছত বৈদ্যৰ গড়ত ৰাজধানী নিৰ্মাণ কৰে। এই আৰিমত্তই প্ৰথমতে শুৱালকুছিত (ভাঙা নগৰত) ৰাজধানী পাতিছিল। কামৰূপৰ বুৰঞ্জীৰ পৰিশিষ্ট 'ক'ত কোৱা আছে আৰিমত্তৰ প্ৰথম ৰাজধানী শুৱালকুছি, তাৰ পাছত বৈদ্যৰ গড়। এই জনা প্ৰৱল প্ৰতাপী ৰজাৰ জন্ম শুৱালকুছিয়েই [শুৱালকুছিৰ বুৰঞ্জী আৰু জ্যোতিত প্ৰকাশিত লেখকৰ ৰাজনগৰ প্ৰবন্ধ দ্ৰষ্টব্য]। আৰিমত্তৰ পাছত একছত্ৰী ৰজা নোহোৱা হয় আৰু ভূঞাসকলে ঠায়ে ঠায়ে ৰজা হৈ ৰাজ্য শাসন কৰে। কোনো কোনো বুৰঞ্জীৰ মতে আৰিমত্ত ৰজাৰ পাছত তেওঁৰ বংশৰ লোকে কিছুকাল কামৰূপত ৰাজ্য চলায়। পাছলৈ মন্ত্ৰী সমুদ্ৰই ক্ষমতা লয়। সমুদ্ৰৰ পাছত পুতেক মনোহৰৰ দিনত নিজৰ গোষ্ঠীৰ লোকক ঠায়ে ঠায়ে অঞ্চলৰ শাসনকৰ্তা পাতে। গোহাঞি বৰুৱাৰ বুৰঞ্জীমতে এওঁলোক ভূঞা নামে জনাজাত হয়। শুৱালকুছি অঞ্চলতো ভূঞাৰ শাসন চলিছিল। বিশ্বসিংহই ভূঞা ৰাজ্য মাৰি কোচ ৰাজ্য প্ৰতিষ্ঠা কৰাৰ আগতে শুৱালকুছিৰ দক্ষিণ পুৱত অৰ্থাৎ পাণ্ডুনাথৰ পাটকৰি প্ৰতাপ ভূঞাই ৰাজ্য শাসন কৰিছিল। প্ৰতাপ ভূঞাই বিশ্বসিংহৰ ভয়ত উজনিলৈ পলায় যায় আৰু ফল স্বৰূপে অঞ্চলটো কোচৰাজ্যৰ প্ৰতিষ্ঠাতা ৰজা বিশ্বসিংহৰ অধীনলৈ আহে। পাছলৈ নৰনাৰায়ণ আৰু চিলাৰায়পুত্ৰ ৰঘুৰ মাজত ৰাজ্য ভাগ হোৱাত শুৱালকুছি অঞ্চলটো কামৰূপৰ আন ঠাইৰ লগতে ৰঘুদেৱৰ অধীনলৈ আহে। এই ৰাজবংশটোৱে অসমীয়া ভাষা সংস্কৃতিলৈ প্ৰভূত বৰঙণি যোগোৱাৰ লগতে শুৱালকুছিৰ সীমা মূৰীয়া কামাখ্যা আৰু হাজোৰ বিখ্যাত মন্দিৰবোৰ পুনৰ নিৰ্মাণ কৰাইছিল। উল্লেখযোগ্য যে বঙ্গদেশৰ কালাপাহাৰে ১৫৫৩ খৃঃত বীৰ চিলাৰায়ৰ অনুপস্থিতিত কামৰূপৰ বিখ্যাত মন্দিৰবোৰ ভাঙি থৈ গৈছিল। চিলাৰায় গৌড়ৰ পৰা মুক্ত হৈ অহাৰ পাছত নৰনাৰায়ণ চিলাৰায়ে কামাখ্যাৰ মন্দিৰ পুনৰ প্ৰতিষ্ঠা কৰে। সেইদৰে চিলাৰায়ৰ পুত্ৰ, কোচ-কামৰূপৰ ৰজা ৰঘুদেৱে হাজোৰ বিখ্যাত হয়গ্ৰীৱ মাধৱৰ মন্দিৰ পুনৰ প্ৰতিষ্ঠা কৰিছিল। শুৱালকুছিৰ প্ৰাচীন সিদ্ধেশ্বৰ মন্দিৰটো শিৱসিংহৰ দিনতহে ইয়াৰ পুনৰ নিৰ্মাণ কৰা হয় বুলি জনা যায়।

ৰঘুৰজাৰ পাছত পুতেক পৰীক্ষিত নাৰায়ণৰ দিনত মোগলৰ সৈতে হোৱা ৰণৰ ফলত ৰাজধানী উত্তৰ গুৱাহাটীৰ গোদন্ত পাহাৰলৈ আনে। ৰণৰ পৰিণতিত অসমৰ ভিতৰত প্ৰথম কামৰূপতেই কিছুকালৰ বাবে মোগল শাসন চলে। তেওঁলোকে তেতিয়াৰ দিনত শুৱালকুছিৰ পৰা ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে থকা হাজোকেই প্ৰধান শাসন কেন্দ্ৰ পাতি কামৰূপ, দক্ষিণকুল, ঢেকেৰি আৰু বঙ্গালভূম নামৰ চাৰিখন চৰকাৰৰ শাসন চলাইছিল। তেতিয়া দক্ষিণকুল চৰকাৰৰ শাসন চলাইছিল শুৱালকুছিৰ পৰা। (বাহাৰিস্থান ই ঘায়েবী দ্ৰষ্টব্য)। উল্লেখযোগ্য যে প্ৰথমতে দক্ষিণকুলৰ শাসন কেন্দ্ৰ পাণ্ডুত পাতিছিল; কিন্তু দাঁতিয়লীয়া ৰজাৰ সঙ্ঘবদ্ধ আক্ৰমণত নিৰাপদ ঠাই শুৱালকুছিলৈ শাসনকেন্দ্ৰ তুলি নি তাতেই শাসনকৰ্তাসকলে বাসস্থান গঢ়ি লয়। সেই কালছোৱাতে শুৱালকুছি অঞ্চলক মজালি (মজলি) বোলা হৈছিল। কাৰণ উত্তৰে-দক্ষিণে ব্ৰহ্মপুত্ৰ দুটা প্ৰধান সোঁতাত ভাগ হৈ শুৱালকুছিক মাজত লৈ বৈ গৈছিল। তেওঁলোকে কৰা শাসন বিভাগমতে শুৱালকুছি-ৰামুন্দি অঞ্চলটো দক্ষিণকুল চৰকাৰৰ পাণ্ডুপৰগণাৰ মজালি তালুকৰ অন্তৰ্গত। অৱশ্যে শাসন বিভাগ সলনি হৈ আছিল। কোনো কোনো সময়ত বৰবংশৰৰ নামতো পৰগণা গঢ়ি উঠিছিল।

মজালি তালুকৰ বাহিৰে পাণ্ডু পৰগণাত আন আন তালুকবোৰ হল বংশৰ, ছয়নীয়া, বেলতলা আৰু ভকুৱা কটা। গৰলদেহি (গৰল) অঞ্চলটো আগতে মজালি তালুকৰ ভিতৰত সোমাই আছিল। পাছলৈ সুকীয়া তালুক হয়। সম্ভৱতঃ নদী বহল হোৱাত মজালি তালুকৰ শুৱালকুছি আদি অঞ্চলৰপৰা পৃথক হৈ যোৱাত ই সুকীয়া তালুকৰ ৰূপ পায়। এই তালুকখন গদাধৰ সিংহৰ দিনত গাৰো ৰাণী এগৰাকীলৈ দিয়ে বুলি বুৰঞ্জীত পোৱা যায়। মোগলসকলে এই গৰলতে গড় বান্ধি ৰাণী ৰাজ্য লবলৈ প্ৰস্তুতি চলাইছিল বাবে ঠাইখনক গৰল বোলা হয় বুলি জনা যায়। কিন্তু ওঠৰ পৰ্বতীয়া ৰজাৰ আক্ৰমণত ফৌজদাৰ মীৰ্জানাথনে তিষ্ঠিব নোৱাৰি শুৱালকুছিত আশ্ৰয় লয় বুলি নিজে এই ৰণৰ বিৱৰণীত লিখি গৈছে। (বাহৰিস্থান ই ঘায়েবী)। মীৰ্জা নাথনেই ৰাণী ৰাজ্য লবলৈ থানাজান কাটি ব্ৰহ্মপুত্ৰৰ পানী বোৱাই দি ৰাণীলৈ নাওৰে

সৈন্য পঠিয়াইছিল। থানাজানৰ সৃষ্টি তেনে দৰেই হয়। এই ৰণ পাছলৈ আহোম আৰু মোগলৰ ৰণত পৰিণত হয় আৰু শেষত মোগলৰপৰা কামৰূপ আহোমৰ হাতলৈ যায়।

আহোম ৰাজত্বৰ সময়ত গুৱালকুছিৰ তাঁত শিল্পই ৰজাঘৰীয়া পৃষ্ঠপোষকতা লাভ কৰাৰ দৃষ্টান্ত বুৰঞ্জীত আছে। মোগলসকলে শাসন কৰা সময়তে গুৱালকুছিত পাটচাহৰ বাবে কাপোৰ প্ৰস্তুত কৰিবলৈ লৈছিল। আহোম ৰজা প্ৰতাপ সিংহই এই অঞ্চল তেওঁলোকৰপৰা অধিকাৰ কৰাৰ সময়ত গুৱাহাটীৰ বৰফুকনে কাপোৰ আত্মসাৎ কৰাৰ অভিযোগত বৰফুকনক প্ৰাণদণ্ড বিহাৰ কথাও বুৰঞ্জীত কোৱা আছে।

গুৱালকুছিৰ অতি প্ৰাচীন ইতিহাসো উজ্জ্বল। হাজোকেই বুদ্ধদেৱৰ পৰিনিৰ্বাণৰ স্থান বুলি স্বৰ্গীয় দৈবচন্দ্ৰ তালুকদাৰ আদিয়ে দেখুৱাই গৈছে (তেখেতৰ বুদ্ধ হাজো দ্ৰষ্টব্য)। দেখা যায় ভগৱান বুদ্ধই শেষ আহাৰ, শেষ স্বৰ্ণবস্ত্ৰ লোৱা পাভাৰাজ্য এই গুৱালকুছি অঞ্চলেই (গুৱালকুছিৰ বুৰঞ্জী দ্ৰষ্টব্য)। আজি এই গাওঁত বৌদ্ধ ধৰ্মৰ কোনো চিন মোকাম নাই। প্ৰায় ৩০/৩৫টা মহাপুৰুষীয়া-দামোদৰীয়া নামঘৰৰ নাম প্ৰসঙ্গ, শঙ্খ, ঘণ্টা, দবা, কাহ আৰু ভোৰ তালৰ মঙ্গল ধ্বনিয়ে আজি গাওঁৰ আকাশ বতাহ নিনাদিত কৰি আছে যদিও একালত ভগৱান বুদ্ধই পদৰেণুৰে পৱিত্ৰ কৰি যোৱা ঠাইখনক দৰশন কৰি দেহ পৱিত্ৰ কৰিবলৈ শ-শ বৌদ্ধধৰ্মীলোক প্ৰতি বছৰে আহি আছে। লগতে তথাগতৰ শেষ শ্ৰমণ সুৱাদ্দৰ স্মৃতি আলেখ্যেৰে বৈ আছে পুণ্য ক্ষেত্ৰ গুৱালকুছিৰ সুৱাদ্দুবি। এই সুৱাদ্দ শব্দৰ লগত বৰ্তমান গুৱালকুছি নাম জড়িত থকা বুলিও এচাম পণ্ডিতে মত প্ৰকাশ কৰে।

---



# গুৱালকুছিৰ সমাজ ব্যৱস্থা

শ্ৰীকামেশ্বৰ বৈশ্য

"নেলাগে চহৰ গাৱেঁই ভাল
জীৱন মাধুৰী ইয়াতেই পাম
পৃথিৱীত আৰু কতো যে নেপাওঁ
এনে চেনেহৰ এখনি ঠাই।"

কবি প্ৰাণ মুঞ্জৰি উঠা অতি চেনেহৰ, অতি মৰমৰ আমাৰ জন্মভূমি পূত পৱিত্ৰ পুণ্যতীৰ্থ গুৱালকুছি গাওঁ। মহাবাহু ব্ৰহ্মপুত্ৰৰ উত্তৰ তীৰত অৱস্থিত এই গাওঁখনি অতিকে শুৱনি। লুইতপৰীয়া গুৱালকুছীয়া ৰাইজে ব্ৰহ্মপুত্ৰক কেতিয়াও পাহৰিব নোৱাৰে। ইয়াৰ পাৰতেই তেওঁলোকৰ শৈশৱৰ লীলা, জীৱনৰ বিচিত্ৰতা আৰু শেষ সমাধি। ব্ৰহ্মপুত্ৰৰ চলত থবি ধৰা, ঘৰীয়ালৰ লুকা-ভাকু, শিহুৰ বুৰবুৰণি, মাছমৰীয়াৰ হৰেক ৰকমৰ মাছ ধৰা কাৰ্য্য অতি চিত্তাকৰ্ষক। কাষত কলহ লৈ মুনিচুনি বেলিকা গাওঁৰ জীয়ৰী-বোৱাৰীহঁতে তেজে ফুটো ফুটো গালকেইখনি লৈ ভৰিৰখোজত ধৰণী কঁপাই এখুজি এখুজিকৈ কুঞ্জৰ গামিনী খোজে নৈৰ ঘাটলৈ যায়। দেহত সুশ্ৰী, চিৰবসন্তৰ হিল্লোল, কমনীয়তাৰ পয়োভৰ, আকৰ্ষণীয় খোজ-কাটল, চকুত এক অৰ্বাচীন সৌন্দৰ্য্যবোধ। ডেকা-সকলৰ কান্ধত মেটমৰা ভাৰ, হাতত ভলুকা এছাৰি, মুখত বলৱন্ত কৰ্তব্যঘোষণা, গৰখীয়া-নাৰৰীয়াৰ মুখত বিহুগীত, বৰগীতৰ লালিত্যপূৰ্ণ মধুৰ মূৰ্চ্ছনা, বুঢ়া-বেথাৰ নাম-প্ৰসঙ্গ, হৰিধ্বনিৰ খলকনি আৰু পুৱাৰে পৰা নিশা ১০ বজালৈকে কপাহী পাট আৰু মুগা সূতাৰ তাঁত-বাতিৰ সিংহনাদ-কৰ্মই আমাৰ ধৰ্ম।

আমি লুইতপৰীয়া গুৱালকুছীয়া। আমাৰ প্ৰত্যেকৰে ভাই ভাই সম্বন্ধ। ব্ৰহ্মপুত্ৰ যেনে মহান আৰু প্ৰশান্ত—আমাৰ ভাবো তেনে উদাৰ আৰু সীমাহীন। আমাৰ ইয়াত ঠেক প্ৰবৃত্তিৰ ঠাই নাই—কাৰো অপ্ৰাকৃতিক আস্ফালনে ইয়াত শোভা নাপায়। এয়ে মানুহৰ চিত্তাকৰ্ষক-মনোহৰ গুৱালকুছি—এক মহান শিল্পনগৰী। অসমীয়া শিপিনীৰ কলা কুশলতা আৰু শিল্প নিপুণতাৰ চূড়ান্ত চানেকি গুৱালকুছিৰ ল'ৰা-ছোৱালী, ডেকা-গাভৰু আৰু বুঢ়া-বুঢ়ীয়ে আজিও বহন কৰি আহিছে। গুৱালকুছীয়া ছোৱালীয়ে অসমীয়া শিপিনীৰ অতীত গৌৰৱ অক্ষুণ্ণ ৰাখিছে—"গুৱালকুছীয়া আপী, মুৰি কোণাৰ জাপি, হাজেলা ফোঁটা, সৰ্থেবেৰা লোটা।"

সঁচাকৈয়ে গুৱালকুছি আৰু ইয়াৰ আশে পাশে থকা দুই এখন ঠাইৰ বৈশিষ্ট্যখিনি তাৎপৰ্য্যপূৰ্ণ। মহামানৱ মহাত্মা গান্ধীয়ে এই গুৱালকুছিৰ নিচিনা গাওঁ এখনত পদাৰ্পণ কৰি এই গাওঁত তেওঁৰ পদৰেণু দি থৈ গৈছে আৰু গুৱালকুছীয়া শিপিনীৰ ভূয়সী প্ৰশংসা কৰি গৈছে।

এই গাওঁ গুৱাহাটী মহানগৰীৰ পৰা প্ৰায় ১৪ মাইল উত্তৰ-পশ্চিমে ব্ৰহ্মপুত্ৰৰ উত্তৰ তীৰত অৱস্থিত। ইয়াৰ সোঁমাজতে সিদ্ধেশ্বৰ দেৱালয় আৰু পূব আৰু পশ্চিমে ক্ৰমে ঘাটীয়া আৰু বাঘেশ্বৰী নামে দুটি সৰু টিলা। এই টিলা দুটিয়ে দুয়োফালে ভৰ বাৰিষাৰ ব্ৰহ্মপুত্ৰৰ কোবাল সোঁতক বাধা দি গাওঁখনক সুৰক্ষিত কৰি ৰাখিছে।

মহাপুৰুষ শঙ্কৰ, দামোদৰদেৱ আৰু হৰিদেৱ মহাপ্ৰভুৰ

মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্মৰ সত্ৰানুষ্ঠানসমূহে গাওঁখনৰ প্ৰতিখনি তোল বা চুবুৰীকে সুশোভিত কৰি আছে। শুৱালকুছীয়া ৰাইজৰ সমাজ ব্যৱস্থা অতি আদৰ্শনীয়। ব্ৰাহ্মণ, কলিতা, কেওট, কুমাৰ, বৈশ্য, কোচ, কৈৱৰ্ত্ত আৰু ধোবা জাতিৰ কেৱল হিন্দুসকল ইয়াৰ অধিবাসী। তোল, চুবা, পাৰা তথা হাটীয়ে হাটীয়ে বিভিন্ন জাতৰ মানুহবোৰে বসবাস কৰি আছে। প্ৰতি চুবুৰীত থকা নামঘৰ তথা সত্ৰবোৰে সেই সেই সমাজৰ সৰ্বতোপ্ৰকাৰ নিৰাপত্তাৰক্ষা, বিচাৰ ব্যৱস্থা আৰু সামাজিক সংস্কাৰ সাধন কৰি আছে। ইয়াৰ উপৰিও তুলীয়া ৰাইজ বা খেলবোৰৰ জৰিয়তে সামাজিক প্ৰীতি-সংহতি আৰু আৰ্থিক সাহায্য ব্যৱস্থা চলি আছে। সমাজৰ পুঁজিৰ পৰা জনবিশেষে আৰ্থিক ঋণ সামান্য সুতহাৰত গ্ৰহণ কৰে আৰু বছৰেকৰ মূৰত সুতে-মূলে পৰিশোধ কৰে আৰু এইদৰে সমাজৰ পুঁজিটোও শকত হৈ পৰে। এই পৰিশোধ কাৰ্য্য বাধ্যতামূলক। বছৰেকৰ মূৰত ব্যক্তিগত সা-সম্পত্তি আদি বন্ধকী থৈ হলেও সমাজৰ ঋণ পৰিশোধ কৰিবই লাগিব। এইটো সৰ্বজনবিদিত। এই ব্যৱস্থাৰদ্বাৰা সমাজৰ সাধাৰণ তৰপৰ মানুহখিনি শোষকশ্ৰেণীৰ নিপীড়নৰ পৰা ৰক্ষা পৰে।

নামঘৰবোৰত ভড়ালী, দেউৰী আৰু মেধি নামৰ বিষয়ববীয়া সমন্বিতে সমূহ থাকে। তেওঁলোকে ধৰ্মীয় নীতি নিৰ্ধাৰণ আৰু পালন কৰে আৰু নীতি বিগৰ্হিত লোকৰ জৰিয়তে সুস্থ সমাজ ব্যৱস্থাৰ প্ৰৱৰ্তন কৰায়। ইয়াৰ ভড়ালীয়ে সমাজৰ পুঁজিটো ৰক্ষণাবেক্ষণ কৰে. দেউৰীয়ে সমাজৰ যা-যোগাৰ আৰু যাবতীয় কাৰ্য্য সমাধা কৰে আৰু মহন্ত বা মেধিয়ে নিতৌ সত্ৰৰ নাম-কীৰ্তন প্ৰসঙ্গাদি কৰি আৰু বন্তি প্ৰজ্জ্বলন কাৰ্য্য নিয়াৰিকৈ সম্পন্ন কৰে। সত্ৰ সম্পৰ্কীয় সকাম-নিকামত এই তিনি শ্ৰেণীৰ ব্যক্তিয়ে মান অনুসাৰে মানানি পায়। ইয়াৰ উপৰিও পিতৃ-মাতৃ আদি সন্মানীয় আত্মীয় স্বজনৰ মৃত্যু তিথি আদি পালনৰ বেলিকাও প্ৰতিজন গৃহস্থই সত্ৰানুষ্ঠান আৰু এই তিনি গৰাকী ব্যক্তিলৈ প্ৰণামী তথা মাননি আগ বঢ়ায়। সত্ৰৰ সমূহে মহন্ত, মেধি তথা অধিকাৰ সমন্বিতে 'সমূহে' পাপী লোকক দোষ অনুসৰি শাস্তি বিধান কৰি প্ৰায়শ্চিত্তৰ ব্যৱস্থা দিয়ে। ইয়াৰ পিছত সেইজন লোকক শুদ্ধ কৰি সমাজে গ্ৰহণ কৰি লয়। এই ব্যৱস্থাই সত্ৰানুষ্ঠান পৰিচলনাত বিশেষভাৱে অৰিহণা যোগায়। ইয়াৰ উপৰিও কনিষ্ঠই জ্যেষ্ঠ জনক অবচন বুলিলে, জ্যেষ্ঠ জনৰ ওপৰত অঙ্গচালনা কৰি অকাৰ্য্য কৰিলে অকাৰ্য্যকাৰীক মাটি চেলেকোৱা, গোবৰ খুউৱা আদিৰ ব্যৱস্থাও আছে। ন জীয়ৰী-বোৱাৰীৰ হাতেৰে সন্মানীয়সকলে ৰন্ধা-বঢ়া আদি খাবলৈ হলে হাঢ়ালী ভোজৰ ব্যৱস্থা আছে। সমাজৰ মান্যলোকসকলে মাননি আৰু সেৱা গ্ৰহণ কৰি ৰান্ধি থোৱা বিবিধি সামগ্ৰী জীয়ৰী-বোৱাৰীইতৰ দ্বাৰা বিতৰণ কৰাই সামাজিকভাৱে সেইদিনাৰে পৰা ৰন্ধা-বঢ়া কাৰ্য্যত স্বীকৃতি দিয়ে। এইদৰে সমাজ বন্ধনৰ এনাজৰীডাল মজবুত হৈ থাকে।

তুলীয়া বা খেলত কাকতি আৰু মড়ল এই দুই বিষয়ববীয়াৰ সৈতে তুলীয়া বা খেলীয়া ৰাইজ থাকে। কাকতিয়ে নানা প্ৰকাৰৰ হিচাপ-কিতাপৰ কাম পৰিচালনা কৰে আৰু মড়লজন সমাজৰ মুৰব্বী তথা সভাপতি। তুলীয়া ৰাইজৰ বছৰেকীয়া অধিবেশন মাঘ বিহুৰ প্ৰথম দিনাৰ পৰা বহে আৰু সমাজৰ বিচাৰ ব্যৱস্থা আদি কৰাৰ পিছত প্ৰীতি ভোজন কৰি নতুন বছৰৰ বাবে নতুন বিষয়ববীয়া নিৰ্বাচন কৰে আৰু তেওঁলোকৰ ওপৰত নতুন কাৰ্য্যভাৰ ন্যস্ত কৰে। তুলীয়া ৰাইজৰ তোলৰ ভিতৰত হোৱা সকাম-নিকাম, বিচাৰ, বিবাহ এনেকি নৱজাতকসকলৰ বাবেও নিৰ্দ্দিষ্ট হাৰত বৰঙণি লোৱাৰ ব্যৱস্থা থাকে। এনেকৈও সমাজৰ একোটি অছুতীয়া পুঁজিৰ সৃষ্টি হয় আৰু এই পুজিৰ ধন ঋণ, দান আৰু সামাজিক উন্নয়ন আদিৰ কামত পৰিকল্পিতভাৱে খটোৱা হয়; আলি পদূলিৰ উন্নয়ন কৰা হয়।

বিবাহ আদি কাৰ্য্যত দৰা পক্ষৰ ফালৰপৰা প্ৰথমে কন্যা ধৰা বা সোধা, তেলৰ ভাৰ দিয়া আদি কাৰ্য্যৰ বিধান আছে। কন্যা ধৰা কাৰ্য্যত দৰা পক্ষৰ ফালৰপৰা কন্যা ঘৰলৈ এঠোক তামোল, এঠোক কল, নাৰিকল আৰু তামোল পাণৰ এখন শৰাই, দৈ, জুলীয়া মিঠৈ আৰু কোমল চাউলৰ এখন ভাৰ, কন্যাৰ যাবতীয় বস্ত্ৰ-অলংকাৰ দ্ৰব্য আদি দিয়াৰ ব্যৱস্থা আছে।

গাওঁখনত কেইবাটিও খেল আছিল। সেইবোৰ হ'ল—ভট্টাচাৰ্য্যখেল, বৰখেল, সৰুখেল, নাতিগোহাইখেল আৰু বাহালিখেল ইত্যাদি। এই খেলবোৰৰ জৰিয়তেও সমাজৰ বিভিন্ন সমস্যাৰ সমাধান হৈছিল আৰু সৰ্বতোপ্ৰকাৰ সমাজৰ মাৰ কটকটীয়া হৈ পৰিছিল। কোনো জটিল বিচাৰ আদিৰ নিজৰ খেলত সমাধান নেপালে সাতখেলীয়া গঞাৰাইজ মিলি ইয়াৰ সুসমাধান কৰিছিল।

তোলে তোলে খেলে, খেলে একোখনি আয়তীসমাজ আছে। বিবাদ আদি কাৰ্য্যত তেওঁলোকলৈ বাধ্যতামূলকভাৱে তামোল পাণ, তেল আৰু আৰ্থিক বৰঙণি আগবঢ়াব লাগে। কোনোবা আয়তী আয়তী সমাজৰ কামত যোগদান নকৰিলে অৰ্থদণ্ডৰো দিহা আছে।

ইয়াৰ উপৰিও গাওঁত গৰখীয়া বা গোপালৰ সমাজ একোখন আছে। বিবাহ আদি কাৰ্য্যত দৰাপক্ষই গোপালৰ ভাৰ দিয়াৰ বিধান আছে। কোনো গৃহস্থৰ অপায়-অমঙ্গলৰ সম্ভাৱনা দেখিলে বাৰগোপালক শুশ্ৰূষা কৰিব লাগে। কোনো গৃহস্থৰ কোনো মূল্যবান বস্তু চুৰি হলে বাৰগোপালৰ হতুৱাই গাওঁত শাও-পাত দিয়াৰ ব্যৱস্থা আছে। ইয়াৰ কাৰণে বাৰগোপালসকললৈ আৰ্থিক বৰঙণি গৃহস্থই আগবঢ়াই খুৱাই-বুৱাই তেওঁলোকক সন্তুষ্ট ৰখাৰো বিধান আছে। গোপাল বা গৰখীয়া সমাজৰো কোনোৱে কুকাৰ্য্য কৰিলে বা কুকথা মুখলৈ আনিলে এপইচা বা এটি তামোলপানৰ দণ্ড বিহাৰ নিয়ম আছে।

কোনোজন গঞাই কোনো গৰ্হিত কাৰ্য্য কৰি সমাজৰ অক্ষমনীয় দ্ৰোহ আচৰিলে তেওঁক জুই পানী আলাগ কৰাৰ নিয়ম আছে। তেনে কৰিলে দ্ৰোহীজনৰ পৰিয়ালৰ কোনো ব্যক্তিকে সমাজৰ আন কোনো লোকে মাতিব বা চুব নোৱাৰে। দ্ৰোহীজনৰ কোনো ব্যক্তিয়ে সমাজৰ জুইৰ খোলাৰ পৰা জুই নিব নোৱাৰে নাইবা ৰাজহুৱা পুখুৰী আদিৰ পৰা পানীও নিব নোৱাৰে। এনেদৰেই সমাজে তেওঁক সৰ্বতোপ্ৰকাৰ বৰ্জন কৰি দোষৰ শাস্তি বিধান কৰে।

প্ৰতি খেল তথা নামঘৰবোৰত বছৰি একোখনি উৎসৱ পাতি সভা কৰে আৰু তাত খেল তথা নামঘৰৰ সমূহ ৰাইজ মিলি আনন্দ কৰাৰ উপৰিও প্ৰীতিমিলনৰ মাজেৰে খ্যাতনামা গান, পাটি, ভাওনা, ধুলীয়াৰ ভাও আৰু ওজাপালি অনুষ্ঠান অনুষ্ঠিত কৰি সকলোৱে উপভোগ কৰে। অশোকাষ্টমী, শ্ৰীকৃষ্ণৰ জন্মোৎসৱ, মহাপুৰুষসকলৰ জন্মোৎসৱ তথা তিৰোভাৱ উৎসৱ, বিহু আদি উৎসৱত সকলো খেল, তুলীয়া আদিয়ে অৰ্থ সাহায্য সামাজিক পুঁজিলৈ আগবঢ়াই উৎসৱৰ উদ্দেশ্য সাফল্যমণ্ডিত কৰে।

কোনো পৰিয়ালৰ মানুহ মৰিলে সেই পৰিয়াল তথা ঠালৰ অসুজীয়া মানুহখিনিক ভাগী আৰু গিয়াতি সমাজে তেওঁলোকৰ নিয়মৰ মাজেদি শুদ্ধ কৰি সমাজত তুলি লয়। ভাগী আৰু গিয়াতি এই দুখন সমাজেই এনেকুৱা বিধ কাৰ্য্য কৰাৰ একিয়াৰ সমাজৰ পৰা আজিও পাই আহিছে। কোনো কুকাৰ্য্য কৰি পাপ আচৰা ব্যক্তিজনকো উদ্ধাৰ কৰিবলৈ হলে সমাজৰ এই দুখন অনুষ্ঠানৰেই এদনীয়া প্ৰভাৱ থাকে।

কন্যাসোধাৰ দিনা দৰা পক্ষৰ মানুহে তামোল পাণৰ শৰাই কন্যাঘৰলৈ নিয়াৰ সামাজিক নিয়ম আছে। বিবাহৰ আগদিনা তেলৰ ভাৰ দিয়া হয়। সেইদিনা দৰাপক্ষৰ মুনিহ-তিৰোতাই ঢোলে দগৰে কল, তামোল, গোটপান, পচলা, মাহৰ দাইল, আনাকাটা তেলপাতনি, মাছ, এটেকেলি মিঠা তেল আৰু এটেকেলি চাউলৰ ভাৰ, দৈ, জুলীয়া মিঠৈ আৰু থালি মালৈ, চৰু, টেকেলি আদি কন্যাঘৰলৈ নিয়াৰ বিধান আছে আৰু সেইদিনাই কন্যাঘৰৰ চোতালত উভয় পক্ষৰ ৰাইজে তামোল পাণ আদি ভগাই খাই ৰাজহুৱাভাৱে বিবাহৰ জাননী তৰি দিয়ে। বিবাহৰ আঠ দিনৰ দিনা দৰা পক্ষৰ চোতালত আঠ-মঙ্গলাৰ ভোজৰ আয়োজন কৰিব লাগে। নৱদম্পতিয়েও ৰাইজৰ আশীৰ্বাদ শিৰত লৈ ৰাইজৰ লগতে খাদ্য গ্ৰহণ কৰি নৱজীৱনৰ পাতনি মেলে।

কন্যা পক্ষই ছোৱালী বিয়া দিয়াৰ পিছত ৰাইজক এটি ভোজ দিয়াৰ সামাজিক বিধান আছে ; ইয়াকে কন্যা-দানৰ ভোজ বোলে ( আজিকালি বহু ক্ষেত্ৰত উঠি গৈছে )। ইয়াৰ পিছত দৰা পক্ষৰ মানুহক মাতি নানা প্ৰকাৰৰ খাদ্য সম্ভাৰেৰে নিয়াতা দিব লাগে। নিয়াতাৰ কেইদিনমান পিছত দৰা পক্ষৰ মানুহক ভাত খাব মাতিব লাগে ইয়াকে মাতাভাত খোৱা বোলে। বিবাহৰ প্ৰায় এমাহ আগেয়ে উভয় পক্ষই আত্মীয়-স্বজন, মিতিৰ-কুটুমক তামোল পাণেৰে বিবাহলৈ নিমন্ত্ৰণ জনাব লাগে। এপোন তামোল আৰু ৫ মুঠা পাণেৰে নিমন্ত্ৰণৰ শৰাই আগবঢ়োৱা নিয়মটো এতিয়াও ৰক্ষিত আছে। গাওঁৰ গাওঁবুঢ়াবিলাকেও সামাজিক ন্যায়, শৃঙ্খলা ৰক্ষা কৰাত বিশেষ অৰিহণা যোগাই আহিছে।

এইদৰে গুৱালকুছি গাওঁৰ ৰাইজে এটি শান্তিপূৰ্ণ সামাজিক জীৱন যাপন কৰি আছে। এতিয়াও ইয়াত নগৰীয়া ব্যৱস্থাই ইয়াত প্ৰভাৱ বিস্তাৰ কৰিব পৰা নাই। ভৱিষ্যৎ সমাজৰ ব্যৱস্থা ভৱিষ্যতৰ বংশধৰসকলে নিৰ্ণয় কৰিব—এয়ে আশা।






শ্ৰীশ্ৰীঈশ্বৰ হাটী সত্ৰ



শ্ৰীশ্ৰীগোপাল সত্ৰ



শ্ৰীশ্ৰীগণেশ বিগ্ৰহ মন্দিৰ



মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ জন্মোৎসৱৰ পবিত্ৰ দিবসত নগৰ কীৰ্তনৰ সমূহীয়া সমদলৰ এটি অংশ।



মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ তিৰোভাব তিথিত উদ্‌যাপিত লুইতৰ বুকুত নাও খেল প্ৰতিযোগিতাৰ দৃশ্য।

শঙ্কৰী কলা-কৃষ্টিলৈ কণমানি মইনাহঁতৰো আগ্ৰহ।





গুৱালকুছিৰ মৃৎশিল্প সুপ্ত নহয়।



দ্বাৰত [illegible]কাঠত কটা পুৰণি জয়-বিজয় মূৰ্তিৰে শ্ৰীশ্ৰীঈশ্বৰ বৰসত্ৰ।



কলিতা মন্দিৰ ঃ—
ৰ'দ-বৰষুণত পথিকে পথতে আশ্ৰয় ল'ব পৰাকৈ পথৰ ওপৰতে সজাই তোলা শুৱালকুছিৰ ঐক্যবদ্ধ সমাজ ব্যৱস্থাৰ এটা সাক্ষী।



কাৰ্যত দৌল গৃহৰে শ্ৰীশ্ৰীঈশ্বৰ [illegible]লিসত্ৰ।

# শুৱালকুছিৰ সত্ৰানুষ্ঠান

শ্ৰীগঙ্গাধৰ কলিতা

শুৱালকুছি গাওঁৰ বৈশিষ্ট্যবোৰৰ ভিতৰত এটি হল ইয়াৰ নামঘৰ বা সত্ৰসমূহ। সত্ৰ, নামঘৰ বা কীৰ্ত্তন ঘৰ শব্দ কেইটিক বহুতে একে বুলিয়েই কব খোজে যদিও এই বিলাকৰ ভিতৰত পাৰ্থক্য আছে। সত্ৰ শব্দটি সংস্কৃত সদ, শব্দৰ পৰা অহা। সদ,—গতিকৰ+ত্ৰ=যি ঠাইত অনেক লোক গোট খাই ধৰ্ম আলাপ কৰে। বা সৎ=ধাৰ্মিক লোক+ত্ৰৈ=ত্ৰান কৰা,—সন্তক যিয়ে ত্ৰাণ কৰে; নামঘৰ—ঈশ্বৰৰ নাম গুণ লোৱা ঘৰ। কীৰ্ত্তন ঘৰ,—ঈশ্বৰৰ নাম গুণ, যশ আদি কীৰ্ত্তন কৰা ঘৰ। নামঘৰ বা কীৰ্ত্তন ঘৰত মানুহে একেলগ হৈ ভগবানৰ গুণ ৰাশি কীৰ্ত্তন কৰে। সত্ৰত মহন্ত, আৰু বৈষ্ণৱ সকল একেলগে থাকি ঈশ্বৰৰ উপাসনাৰে কাল কটায়। আৰু এই সকলোবোৰ উদ্দেশ্য সিদ্ধিৰ বাবে সত্ৰসমূহত নামঘৰ, ভাজঘৰ, কেৱলীয়াহাটী আদি থাকে। নাম-কীৰ্ত্তন, শৰণ-ভজন আদি নিয়াৰিকৈ পৰিচালনা কৰাৰ বাবে অধিকাৰ, ডেকা-অধিকাৰ আদি পদবীধাৰী লোক থকাৰ নিয়ম আছে। সত্ৰত থকা ব্যৱস্থাবোৰ নামঘৰ বা কীৰ্ত্তন ঘৰত নাই। এই কালৰ পৰা শুৱালকুছিত মাত্ৰ এখনিয়েই সত্ৰ আছে। সেইখন হল **শ্ৰীশ্ৰীহাটী সত্ৰ**। বৰপেটা আৰু বৰদোৱা আদি সত্ৰানুষ্ঠান সমূহৰ অনুকৰণত শুৱালকুছিৰ সকলোবোৰ নামঘৰে নিজ নিজ নামৰ পিছত সত্ৰ শব্দটো সংযোগ কৰা হৈছে।

শুৱালকুছিত মহাপুৰুষীয়া নামঘৰ বিস্তাৰণৰ ঘাই খুঁটি দুটি। এটি হ'ল পৰীয়া মাধৱ আতাৰ খুঁটি আৰু আনটো হ'ল লক্ষীকান্ত আতাৰ খুঁটি। শুৱালকুছিত নামঘৰ স্থাপন হোৱাৰ সঠিক চন তাৰিখ উলিয়াব নোৱাৰিলেও ডঃ মহেশ্বৰ নেওগ সম্পাদিত "পত্ৰিয়া আতাৰ চৰিত্ৰ" নামৰ পুথিত অন্তৰ্ভুক্ত "**শ্ৰীশ্ৰীহাটী সত্ৰৰ** মহানুভৱ বাক্‌সিদ্ধ সাধু পুৰুষ বৃন্দৰাম মহন্ত সত্ৰাধিকাৰ দেৱৰ শ্ৰীমুখৰ বাণী'ৰ পৰা এটি সময় নিৰুপণ কৰিব পাৰি। উক্ত বাণী মতে পৰীয়া মাধৱ আতাপুৰুষ স্বৰ্গী হৈছিল ১৫৫৪ শকৰ চ'ত মাহৰ কৃষ্ণা দ্বিতীয়া তিথিত। তেওঁৰ মৃত্যু হোৱাৰ আগতেই তেওঁৰ পুত্ৰ মুৰাৰী আতাক শুৱালকুছিত মহাপুৰুষীয়া ধৰ্ম বিলাবলৈ পঠাইছিল। (পৃঃ ১৫) অৰ্থাৎ ১৫৫৪ শকৰ আগতেই মুৰাৰী আতাই শুৱালকুছিত সত্ৰ স্থাপন কৰিছিল।

ডঃ মহেশ্বৰ নেওগ সম্পাদিত "পত্ৰিয়া আতাৰ চৰিত্ৰ" মতে শুৱালকুছীয়া ৰাইজে মুৰাৰী আতাক শুৱালকুছিত নিত্য-প্ৰসঙ্গাদিৰ সা-সুবিধাৰ বাবে 'হেৰামদ' সত্ৰৰ সত্ৰাধিকাৰ পৰীয়া আতাক খাটি মেলি লৈ আহে আৰু সুৱাৰ-হুবিত বাহা, কীৰ্ত্তনঘৰ আদি বান্ধি দিয়ে। (পৃঃ-১৪) সুৱাৰহুবিত মুৰাৰী আতাৰ সত্ৰ থকাৰ কথা গাওঁৰ বুঢ়া সকলেও কয়। গতিকে, মুৰাৰী আতাৰ সুৱাৰহুবিৰ সত্ৰ খন ১৫৫৪ শকৰ আগৰ সত্ৰ। বৰ্তমান এই সত্ৰৰ চিন নাই। শুৱালকুছিৰ মুৰাৰী আতাৰ সত্ৰ স্থাপন সম্পৰ্কত উক্ত চৰিত খনত উল্লেখ আছে—পত্ৰিয়া আতাৰ গুণ-শীল ধৰ্ম-বস্তু প্ৰকাশ কৰা শুনি শুৱাকুছিৰ হৰিদাস বুঢ়াৰ মুখে প্ৰকাশ পাই গুটিমউ, খবৰদাছ, দনাৰ্দন, কেশৱ, (হৰি

দাস), পাঁচ বুঢ়াই হেৰামদৰ থানক যাই পল্লিয়া আতাকে গুৰু মানি ধৰ্মক ধৰে। ধৰ্ম ধৰি গুটিমউ, খৰৰদাহ, দনাৰ্দন, কেশৱ, এই চাৰি বৰহেৰামদৰ থানক যাই পল্লিয়া আতাৰ সঙ্গত নাম প্ৰসঙ্গ কৃষ্ণ কথা আলাপ-পলাপ কৰি সদায় থাকন।

একদিনাক প্ৰতি নাম লবা যাৱাত ব্ৰহ্মপুত্ৰত নাও ডুবি লুটি ঘুটি হৈ হেৰমদৰ থান পাইছন। খেলি অপ্ৰমাণ হৈছন। আতা খেদখানি কৰিছন: "কি কথা! কি বাত্ৰা!!"

এনে সময়তে চাৰি বুঢ়া উপস্থিত হৈছন। আতা কহিছন: তে মৰল, আজি কীৰ্ত্তনৰ পুস্তক গেল।

"তে বাপ, নাও বুৰি ঢৌ বতাহত পৰি মৃত্যু হবা ধৰিছিলো। তে বাপ আমাক এজন পুত্ৰ দিয়া যাক। আমি সি ৰাইজে শিছ ভকত কৰা আগত থৈ হৰি কীৰ্ত্তন কৰা যাব।"

আতা কহিছন: তোমৰালোকে কোনজনত সম্মত হোৱা?"

চাৰি বুঢ়াই কহিছন: তে আতা মুৰালি আতৈক দিয়া যাক।"

পাছে মুৰালি আতা গাও ছিলান কৰি ভোজন কাৰ্য্য কৰি আতাক, থানত সেৱা কৰি পন্থে বাটে আহি শুৱালকুছি গ্ৰাম পাইছন।

পাছে চাৰি বুঢ়াই মুৰালি আতাক নি স্বৱাৰ ছুভিত বহা, কীৰ্ত্তন-ঘৰ বান্ধি দিছন।"

মুৰাৰী আতাৰ পুত্ৰ দুজন, —ডাঙৰ জনৰ নাম পদ্ম আৰু সৰুজনৰ নাম জয়হৰি। সেই সময়ত ৰাঘেশ্বৰী পাহাৰত বাঘৰ অতি উপদ্ৰৱ আছিল। গতিকে শিষ্য-ভকত সকলে চাই চিন্তি বৰ্তমান 'সৰুসত্ৰ'ৰ ঠাইত নাম প্ৰসঙ্গ আদি চলোৱাৰ বাবে এখন সত্ৰ স্থাপন কৰে। পিছলৈ, এই সত্ৰখনক **"শ্ৰীশ্ৰীসৰু সত্ৰ"** নামে নামকৰণ কৰা হয়।

পদ্ম আৰু জয়হৰি কিছু বছৰ একেলগে মিলা প্ৰীতিৰে সৰুসত্ৰতে থকাৰ পিছত এবাৰ কিবা এটি কথাত দুয়োৰো মত বিৰোধ হয়। তেতিয়া বৰ পুত্ৰ পদ্মই বৰ্তমান **'পোৱা ভিঠি সত্ৰ'**ৰ ঠাইলৈকে উঠি যায় আৰু তাত এখন সত্ৰ স্থাপন কৰে। বৰপুত্ৰই স্থাপন কৰা সত্ৰ কাৰণে সত্ৰখনৰ নাম হয় **'শ্ৰীশ্ৰীবৰসত্ৰ'**। মুৰাৰী আতাৰ ৬ পুৰুষমান পিছত **শ্ৰীশ্ৰীহাটীসলৰ** অধিকাৰ 'হৰিজয় মহন্তৰ সময়ত ইয়াৰে ডেকা অধিকাৰ ৺বুদৰাম মহন্তৰ উদ্যোগত এই **'বৰসত্ৰ'** খনেই বৰ্তমানৰ 'বৰসত্ৰ' থকা ঠাইখনলৈ তুলি নিয়া হয়। গতিকে, বৰ্তমান **শ্ৰীশ্ৰীবৰ সত্ৰখন** প্ৰতিষ্ঠাৰ সময় এইদৰে উলিয়াই চাব পাৰি,—৬ জন পুৰুষৰ বয়সান্তৰ গড়ে ২৫ কৈ, ১৫০ বছৰ; মুৰাৰী আতাৰ সত্ৰ স্থাপনৰ সময় ১৫৫৪+১৫০=১৭০৪ শকত **'শ্ৰীশ্ৰীবৰসত্ৰ'** নিৰ্মাণ হৈছিল। আনসূত্ৰে, বুদৰাম সত্ৰাধিকাৰৰ জন্ম হৈছিল আজিৰ পৰা (১৯০০) ১৭৬ বছৰ আগত (১৭২৪ শক)+২০ বছৰ (বুদৰামে সত্ৰ প্ৰতিষ্ঠাৰ উদ্যোগ লব পৰা বয়স)=১৯৬; ১৯০০—১৯৬ =১৭০৪ শক।

**"শ্ৰীশ্ৰীপোড়া ভেটি** সত্ৰ" খন **শ্ৰীশ্ৰীবৰসত্ৰৰে** শাখা-সত্ৰ। বৰসত্ৰ খন স্থাপন হোৱাৰ পিছত কম সংখ্যক সাধু ভকতে আগৰ সত্ৰতে নাম প্ৰসঙ্গ চলাই আছিল। শ্ৰীশ্ৰীবৰসত্ৰৰ সমূহ ভক্ত বৃন্দৰ মাজত এবাৰ মতবিৰোধ ঘটাৰ ফলতেই এইখন সত্ৰৰে বহুকেইজন শিষ্য-ভকত আগৰ সত্ৰ সমূহৰ লগত সহযোগ কৰে। এবাৰ জুই লাগি সত্ৰখন পুৰিছিল বাবে ইয়াৰ নাম **শ্ৰীশ্ৰীপোড়া ভেটি সত্ৰ'**।

**শ্ৰীশ্ৰীবৰসত্ৰ খনৰ** ভকত সজ্জনৰ সংখ্যা বাঢ়ি বহু খিনি হোৱাত নিজৰ নিজৰ সা-সুবিধাৰ প্ৰতি লক্ষ্য ৰাখি কিছুমানে নিজৰ বৰীয়াকৈ দুখনি সত্ৰ স্থাপন কৰে। বৈশ্যসকলে ৺কিনাৰাম জমিদাৰৰ বাঁৰীত যিখন সত্ৰ স্থাপন কৰিছিল তাৰ নাম **"শ্ৰীশ্ৰীবাৰীসত্ৰ"** নামে অভিহিত কৰা হল আৰু কলিতা সম্প্ৰদায়ৰ লোকসকলে প্ৰতিষ্ঠা কৰা সত্ৰখন নতুন কৈ প্ৰতিষ্ঠা কৰা বুলি ইয়াৰ নাম দিয়া হল **শ্ৰীশ্ৰীনসত্ৰ**। পিচলৈ বাৰীসত্ৰ খন বৰ্ত্তমান ঠাইলৈ তুলি নিয়া হয় আৰু নাম দিয়া হয় **শ্ৰীশ্ৰীবালিসত্ৰ** (বাৰী>বালি)।

শ্ৰীশ্ৰীবৰসত্ৰৰ দুজন প্ৰভাৱশালী ভকত ৺ঘঞ্জুৰ মেধি ৺ভেদল মেধিৰ উদ্যোগত আজিৰ পৰা প্ৰায় ১০০ বছৰ মানৰ আগতে জানৰ পাৰৰ ন তোলত আন এখন সত্ৰ গঢ়ি উঠিছিল। এই খন 'ঘঞ্জুৰ'ৰ সত্ৰৰ শলা বত্তি বৰসত্ৰৰ পৰা নিয়া।

**"শ্ৰীশ্ৰীগোপাল সত্ৰ"**:—মহাপুৰুষীয়া সত্ৰসমূহৰে দুখন স্বতন্ত্ৰীয়া সত্ৰ। **"শ্ৰীশ্ৰীগোপাল সত্ৰ" (ঘাগেৰী-চুকৰ)** উদ্ধৱৰামে প্ৰতিষ্ঠা কৰিছিল। "...উদ্ধৱৰামক বৰদয়ৰ সত্ৰত জাই ভকত হই তাৰ পৰে ১৬১৫ শনে ধৰতধৰ মেধি বৰদয়ৰ সত্ৰৰপৰা শোওালকুছিক আনে তেতিয়াই শেই উদ্ধৱৰামক শঙ্কাৰদেৱে? (শঙ্কৰদেৱৰ থানৰ পৰা) তেওঁক শলাবত্তি দি ধৰ্মোপালন কৰিবাৰ নিমিত্তি আজ্ঞা দিএ মেধি পাটি দিলা।" পাচি দিয়া মেধিজন আছিল ধৰতধৰ। ৺উদ্ধৱৰামৰ পুৰুষ নামা মতে ৺উদ্ধৱৰামৰ পৰা বৰ্তমান পুৰুষ (বাসু) লৈকে এঘাৰ পুৰুষহে হয়। প্ৰতি পুৰুষৰ কাৰ্য্যকাল গড়ে ২৫ বছৰকৈ ধৰিলেও এইখন সত্ৰৰ বয়স হয় ২৭৫ বছৰ।

**শ্ৰীশ্ৰীকৃষ্ণ মন্দিৰ**:—বামুণ শুৱালকুছিৰ নাম-কীৰ্তনৰ অনুষ্ঠান **"শ্ৰীশ্ৰীকৃষ্ণ মন্দিৰ"** বৰ্তমান থকা ঠাইত নাছিল। পুৰণি সময়ত গাওঁখনৰ পূব দিশটো দক্ষিণফালে ঘাটিয়া টিলালৈ ওলাই যোৱা আছিল। নদীৰ পাৰে পাৰে যোৱা এটি আলিৰ কাষতেই আছিল এই নামঘৰটি। জনশ্ৰুতি মতে শুৱালকুছিৰ মাছমৰীয়া দুখীয়া লোকসকলৰ কাৰণে ভগবানে ব্ৰহ্মপুত্ৰৰে এডাল কাঠ পঠিয়াই দিছিল আৰু এই কাঠডালেৰে সমস্ত নামঘৰটি সাজি উলিওৱা হৈছিল। এনেকৈ ভাহি অহা গমাৰি কাঠৰ মুৰাৰ পৰাই আসনো প্ৰস্তুত কৰায় গড়মূৰ গোসাঁইৰ দ্বাৰা থাপনাত থাপিছিল। গৰা খহনীয়াৰ ফলত এই নামঘৰটি বৰ্তমানে থকা ঠাইলৈ তুলি [illegible] হয়।

নামঘৰটিৰ এটি বিশেষত্ব হল ইয়াৰ সমূহবিলাকৰ মাজত থকা বিভিন্ন খেল আৰু এই খেলসমূহৰ মাজত বিৰাজ কৰি অহা পাৰস্পৰিক মিলাপ্ৰীতি আৰু সংহতি। এই খেল-বোৰৰ লোকসকল **গজঁলা, বাইঁবাৰী, কুৰুৱাবাহী, আউনিআটি, দিহিঙা, চেঁচা, বৰদোৱা, গড়মূৰা, দিক্ৰং, দক্ষিণপাট** আৰু **নিকামূৰা** আদি সত্ৰৰ গোসাঁই মহন্তসকলৰ সেৱক। এইসকল সত্ৰৰ সত্ৰাধিকাৰসকলে এবছৰে দুবছৰে ইয়ালৈ আহি শৰণ দান কৰে আৰু নিজৰ নিজৰ কৰভাৰ লৈ যায়। সমূহ শিষ্যসকলৰ তুলিত কৰ দানৰ এটি অংশৰে নামঘৰ পৰিচালিত হয়। খেলসমূহে পালপাতি নামঘৰ পৰিচালনা কৰে।

মহাপুৰুষীয়া লোকসকলৰ আন এটি স্বতন্ত্ৰীয়া নামঘৰ,—**'শ্ৰীভাণ্ডানগৰ সত্ৰ'** গাৱঁৰ পশ্চিম দিশত অৱস্থিত। এই নামঘৰটি নাথ সম্প্ৰদায়ৰ। এই লোক-সকলৰে কিছুমানে ৯০ বছৰমান আগতে বৰবৈদিয়া গাৱঁলৈ উঠি যায় আৰু তাতে সুকীয়াকৈ এখন সত্ৰ স্থাপন কৰে।

লক্ষীকান্ত আতৈৰ চাৰিপুত্ৰৰ ভিতৰৰ ২য় পুত্ৰ অনন্ত আতৈৰদ্বাৰা শুৱালকুছিত সত্ৰ স্থাপন হৈছিল। শুৱালকুছিত সত্ৰ স্থাপন হোৱাৰ ক্ষেত্ৰত ৺সনাতন আতৈৰ চৰিত্ৰ পুথি অৱলম্বন কৰি ৰচিত ৺মহৎচন্দ্ৰ মহন্তৰ "লক্ষীকান্ত আতৈৰ চৰিত্ৰ" নামৰ পুথিখনৰ কেইটিমান শাৰীৰ লগত "পল্লিয়া আতৈৰ চৰিত্ৰ"ৰ সঙ্গতি লক্ষণীয়।—"লক্ষীকান্ত আতে ধোপৰ গুৰিত ভাৰ্য্যা পুত্ৰ আৰু সেৱক সকলোৰে সৈতে নাম কীৰ্তন" আৰু "দুজনা গুৰুৰ লীলা চৰিত্ৰ গাই" থাকোতে অনেক ঠাইৰ পৰা লোকসকলে আহি আতৈৰ ঠাইত ধৰ্ম ধৰা শুনি শুৱালকুছি গাৱঁৰ দুখীয়া, জনাৰ্দন, গুটিমৌ, আৰু খৰৰদাহ নামৰ লোক চাৰিজনে আতৈৰ ঠাইত ধৰ্ম গ্ৰহণ কৰিবৰ অভিলাসে আহি ধোপৰ গুৰিত হাজিৰ হৈ আতৈক সেৱা কৰিছেহি।" (পৃষ্ঠা ৮৩) দুয়োখন পুথিত একে মানুহৰ নামৰ পৰা এই কথাই স্পষ্ট হৈ পৰে যে সেই সময়ত গাওঁত মহাপুৰুষীয়া ধৰ্ম প্ৰচাৰৰ বাবে এই কেই জনেই আছিল মুখ্য আৰু ব্যক্তিত্ব সম্পন্ন লোক। তেওঁলোকে দক্ষিণে হেৰামদলৈ যেনেকৈ গৈছিল, তেনেকৈয়ে ধোপৰ গুৰিলৈও গৈ লক্ষীকান্ত আতাৰ ওচৰত পেচ কৰি অনন্ত আতাক শুৱালকুছিলৈ আনিছিল।

শুৱালকুছিৰ উপৰুক্ত স্মৃতিৰ সত্ৰ সমূহৰ ভিতৰৰ কাছিমা আমৰ গুৰিত নিৰ্মাণ কৰা আৰু সনাতন আতৈয়ে "শলাবন্তি জ্বলাই দি মাগুৰিৰ বুঢ়াক মেধি" পতা সত্ৰ বৰ্তমান **শ্ৰীশ্ৰীভাঠিসত্ৰই** প্ৰথম সত্ৰ ( লক্ষ্মীকান্ত আতৈৰ চৰিত্ৰ পৃঃ—৮৬-৮৭১) সেইখন সত্ৰৰ মেধি সকলেই মাগুৰিৰ মেধিৰ সতি সন্ততি। এইখন সত্ৰৰ ভকতসকলে "দধিৰ তিথি" বা "দধি-সভা" নামেৰে সনাতন আতৈৰ মৃত্যু তিথি বৰ উলাহ উদ্দীপনাৰে পালন কৰে। চৰিত পুথিমতে গাওঁৰ চাৰিজন লোকৰ আহ্বান মতেই দধিৰ পৰা আহি সনাতন আতৈয়ে কাছিমা আমৰ গুৰিত সত্ৰ পাতি শলা বন্তি জ্বলায়। আৰু মাগুৰিৰ বুঢ়াক মেধি পাতি দিয়ে। ( পৃঃ ৮৬ )

**শ্ৰীশ্ৰীভাঠিসত্ৰৰে** কিছুমান লোকে এবাৰ কিবা এটি কথাত মতান্তৰ ঘটাত বাহ গছ মুকলি কৰি এখন সত্ৰ স্থাপন কৰে। এই কাৰ্য্যত মুখ্য ভূমিকা গ্ৰহণ কৰিছিল ৺জয়ৰাম মেধিয়ে। বাহতল মুকলি কৰি নিৰ্মাণ কৰা হোৱা বাবে নাম-ঘৰটি 'বাহঁৰতল নামঘৰ' নামেৰে পৰিচিত হৈছিল। এই নামঘৰটিৰ অইন এটা বৈশিষ্ট্য হল,—ইয়াত সত্ৰত থকাৰ দৰে কেৱলীয়া থকাৰ সুন্দৰ ব্যৱস্থা আছে। সেই-কাৰণে সত্ৰখনৰ অইন এটি নাম "কেৱলীয়া মেধিৰ সত্ৰ"। সম্প্ৰতি, সত্ৰখনক "**শ্ৰীশ্ৰীনভাটি সত্ৰ**" নাম দিয়া হৈছে। সত্ৰখনৰ অনুমানিক বয়স ১৩০ বছৰ।

"সনাতন আতৈয়ে শুৱালকুছিত সত্ৰ পাতি শলা-বন্তি জ্বলাই অহাৰ কিছু বছৰ পিছত বুঢ়া চাৰিজনৰ মাজত মত বিৰোধ ঘটি গুটিমৌ আৰু খৰৰদাহে লক্ষ্মীকান্ত আতৈৰ ওচৰলৈ গৈ ইয়াৰে মীমাংসা খোজে। তেতিয়া তেওঁ তেওঁৰে ৪ৰ্থ পুত্ৰ অনন্ত আতৈক শুৱালকুছিলৈ পঠিয়ালে। আতৈয়ে কাছিমা আমৰ গুৰিৰ দক্ষিণ ফালে সত্ৰ নিৰ্মাণ কৰি শলা-বন্তি জ্বলাই অধিকাৰৰ ভাৰ গ্ৰহণ কৰে ( লঃ আঃ চঃ পৃঃ-৮৮ ) এইজন আতৈৰ সতি-সন্ততিয়ে এতিয়াও সত্ৰখন চলাই আছে।

শুৱালকুছিত অনন্ত আতৈৰ সত্ৰ নিৰ্মাণৰ কাল তলত দিয়া ধৰণে কৰি চাব পাৰি। "লক্ষ্মীকান্ত আতৈৰ চৰিত" পুথিমতে আতৈৰ মৃত্যু হৈছিল ১৬০২ শকৰ ভাদ মাহৰ কৃষ্ণা একাদশী তিথিত। ( পৃঃ-৯৫ ) অনন্ত আতৈক শুৱালকুছিলৈ সত্ৰ নিৰ্মাণ কৰিবলৈ পঠোৱাটিয়েই লক্ষ্মীকান্ত আতৈৰ জীৱনৰ অন্তিম কাৰ্য্য। অৰ্থাৎ তেওঁৰ মৃত্যুৰ দুই বা এক বছৰ অৰ্থাৎ ১৬০২—১=১৬০১ বা ১৬০০ শকত অনন্ত আতৈয়ে ইয়াত সত্ৰ নিৰ্মাণ কৰিছিল। **ভাঠিসত্ৰ** ইয়াৰ কিছুবছৰ আগতে নিৰ্মাণ হৈছিল। ওপৰুক্ত অনন্ত আতৈৰ সত্ৰখনেই বৰ্তমান **শ্ৰীশ্ৰীডেকা-বাপু সত্ৰ**।

গাওঁৰ উত্তৰ পশ্চিম কোণৰ মধ্যভাগত স্থাপিত "**শ্ৰীশ্ৰীধোপগুৰি সত্ৰ**" "শ্ৰীশ্ৰীনডেকা বাপু সত্ৰ" নামেৰেও জনা যায়। শ্ৰীশ্ৰীডেকা বাপু সত্ৰৰ সমূহ সাধু মহন্ত আৰু ভকত সজ্জনৰ পৰা এঘৰ মহন্তই নিজৰ ভকত শিষ্যৰে দৈনিক নাম প্ৰসঙ্গাদিৰ সুবিধাৰ বাবে নিজৰ ঘৰৰ ওচৰতে অলপ মাটি কিনি এই নামঘৰটি নিৰ্মাণ কৰে।

নলন্দা গাওঁৰ কানু বুঢ়া ঠাকুৰে 'শুৱাচুঙীত' পতা সত্ৰখনেই হল বৰ্তমানৰ **শ্ৰীশ্ৰীহাটী সত্ৰ**। তেওঁৰ পিছত মন্মথ আতৈ, গকুল আতৈ, নকুল আতৈ, কলা কানু ঠাকুৰ ৰামনিধি মহন্ত, হৰিজয় মহন্ত, বুদৰাম মহন্ত আদি সত্ৰীয়া হয়। ( পৱিত্ৰ অসম, সাধু বুদৰাম মহন্ত ) এখেত সকলৰ পিছত লক্ষ্মীকান্ত মহন্ত, মাধৱ চন্দ্ৰ মহন্ত আৰু বৰ্তমানে শ্ৰীভূৱেশ্বৰ মহন্ত এই সত্ৰৰ অধিকাৰী। "শুৱাচুঙী" শব্দৰ ব্যৱহাৰ ইয়াতে মন কৰিবলগীয়া।

**শ্ৰীশ্ৰীহাটীসত্ৰৰ** প্ৰতিষ্ঠাপক কানু বুঢ়া ঠাকুৰে নলন্দা গাওঁৰ পৰা আহি শুৱালকুছিত সত্ৰ স্থাপন কৰাটো তাৎপৰ্য্যপূৰ্ণ কথা। এইখনি গাওঁ অতিজৰে পৰাই বেপাৰ বাণিজ্য, শিল্প-কৰ্ম, প্ৰাকৃতিক সৌন্দৰ্য্য, বিভিন্ন ধৰ্ম জাতি উপজাতিৰ চৰ্চ্চা কেন্দ্ৰ আছিল। গাওঁখনৰ এই বাতাৱৰণে আকৰ্ষণ কৰি অনা লোক সকলৰ ভিতৰত কানু বুঢ়া ঠাকুৰো আছিল। তেওঁ এইখনি গাওঁৰ এই পাৰিপাৰ্শ্বিকতাত আকৰ্ষিত হৈ শুৱালকুছিতে নাম ধৰ্ম লৈ জীৱনৰ শেষ দিনকেইটা কটাবলৈ স্থিৰ" কৰিছিল। গাওঁৰ মানুহবোৰে তেওঁৰ মনোভাবক স্বাগতম জনাই সত্ৰ স্থাপন কৰি দিছিল। কানু ঠাকুৰৰ পৰা পিছুৱাই আহি সাত্ৰাধিকাৰ মাধৱ চন্দ্ৰ



মহন্তলৈকে মুঠতে দহ পুৰুষ হয়। অনুমান কৰা হৈছে উক্ত সত্ৰখন ২৫০ বছৰৰ পৰা ৩১০ বছৰৰ ভিতৰত স্থাপন কৰা হৈছিল।

শ্ৰীশ্ৰীহাটী সত্ৰখন বৰ্তমানৰ পৰ্য্যায়লৈ গঢ় দিয়াত বুদৰাম মহন্ত সত্ৰাধিকাৰ দেৱৰ নাম কৃতজ্ঞতাৰে সুঁৱৰিব লাগিব। উক্ত সত্ৰ নিৰ্মাণৰ বাবে ভূমি বৃত্তি দান কৰা ব্যক্তি "গন্ধৰাম মড়লৰ নামো এই ক্ষেত্ৰত স্মৰণীয়"। সত্ৰখনৰ আৰ্থিক উন্নয়নৰ বাবে নিৰ্মাণ কৰা ৫০ বিঘা মাটিৰ আদৰ্শ পামখন "বাহবাৰী" নামে জনাজাত। ইয়াতেই বুদৰাম মাধৱ সত্ৰাধিকাৰ কলেজ সম্প্ৰতি স্থাপন হৈছে। এই বাহবাৰীখনে ভূমি-বৃত্তি থকা শিক্ষিত নিবনুৱাৰ পাৰিবাৰিক ভৰণ-পোষণৰ বাবে আত্ম নিৰ্ভৰশীল কৰ্ম-প্ৰেৰণাৰ স্বাক্ষৰতা আজি ইমান দিনে কঢ়িয়াই আনিছে।

১৯০০ শকৰ ১৫ ভাদত বৰডিং বোড সিদ্ধেশ্বৰী আৰু বৰডিং আদিৰ লোকসকলে ওচৰতে নাম কীৰ্তনৰ সুবিধাৰ বাবে বৰডিঙত যিখন সত্ৰ স্থাপন কৰিলে তাৰ নাম "**ঈশ্বৰ শ্ৰীশ্ৰীবৰদীঘি সত্ৰ**"।

শুৱালকুছিৰ দামোদৰীয়া সত্ৰানুষ্ঠান সমূহৰ ভিতৰত চাৰিখুটাৰ "**শ্ৰীশ্ৰীগোপাল সত্ৰ**" ( চাৰিখুটা ) খনেই পুৰণি ( প্ৰায় ২০০ বছৰ ) বুলি জনা যায়। শুনামতে সত্ৰখন স্থাপন হোৱাৰ কিছু বছৰৰ পিছত দক্ষিণৰ ৺ৰাম গোহাঁইদেৱে ইয়াৰ থাপনাৰ গোপীনাথ ঈশ্বৰৰ মূৰ্তি স্থাপন কৰিছিল। সেই সময়ৰ পৰা উক্ত নামঘৰটি "**শ্ৰীশ্ৰী গোপীনাথ সত্ৰ**" নামে জনাজাত। ৺গোপাল মিশ্ৰই "ঘোষা ৰত্ন" লিখাৰ পিছত তেওঁৰ প্ৰতিভাৰ প্ৰতি মুগ্ধ হৈ উক্ত সত্ৰৰে কিছুমান প্ৰভাৱশালী লোকে সত্ৰখনৰ নামটি সলাই গোপীনাথ শব্দৰ ঠাইত "শ্ৰীশ্ৰীগোপাল সত্ৰ" নাম দিয়ে বুলি শুনা যায়। এবাৰ কমলাবাৰীৰ সত্ৰাধিকাৰ প্ৰভুৱে ইয়াৰ সমূহক মান-পত্ৰ জ্ঞাপন কৰে। এই সত্ৰৰ সমস্ত সমূহ বৰ্তমানে কলিতা সম্প্ৰদায়ৰ। এওঁলোক আমৰঙা, খেতি পুখুৰী আৰু গড়েমাৰী সত্ৰৰ সেৱক। পোণ প্ৰথমে সমূহ বিলাকৰ মাজত বৰখেল, সৰুখেল আৰু নাতি গোহাঁইৰ খেল আদিৰ বিভাজন আছিল যদিও বৰ্তমানে কোনো খেলৰ বিভাজন নাই। উক্ত সত্ৰ খনেই "ভেকোৰ সত্ৰ" নামেৰেও জনা যায়।

গাওঁৰ মধ্যভাগত থকা ( ধৰ্মতোল ) আন এটি প্ৰধান দামোদৰী সত্ৰ হল "**শ্ৰাশ্ৰীগোপাল সত্ৰ**"। এই সত্ৰৰ সমূহ লোকসকল যজুঃৰ্বেদীয়। সত্ৰৰ ( সমূহ ) মূল গোসাঁই শ্ৰীসন্তদেৱ। এই নামঘৰটিৰ বিশেষত্বঃ হল :—ইয়াত থকা নামঘৰ, ভাজঘৰ, বাটঘোৰ আৰু সভাঘৰ আদি সকলোবোৰৰ সুন্দৰ ব্যৱস্থা আছে।

গোপালীয় নামঘৰ সমূহৰ ফালৰ আন এটি নামঘৰ "**শ্ৰীশ্ৰীগোপাল গোপীনাথ সত্ৰ** আজিৰ পৰা প্ৰায় ১৫০ বছৰমান আগতে স্থাপন হোৱা। উক্ত সত্ৰখন আগেয়ে "শ্ৰীশ্ৰীগোপাল সত্ৰৰ ওচৰতে ৺সকমনিয়ে স্থাপন কৰিছিল বাবে ইয়াক সকমনি সত্ৰও বুলিছিল। তাৰ পৰা ৺আলহ মেধিয়ে বৰ্তমান ঠাইলৈ তুলি আনে আৰু পুৰণি নামৰ সংশোধনী আনি "শ্ৰীশ্ৰীবংশীগোপাল সত্ৰ" নাম দিয়ে। এই সত্ৰখনকে "ঘুনে খোৱা সত্ৰ" নামেৰেও জনা যায়। এই সত্ৰৰ সেৱক সকল আমৰঙা, খেতি-পুখুৰী, আদি সত্ৰৰ গোসাঁই সকলৰ শৰণীয়া হলেও বৰ্তমান প্ৰায়ভাগেই এজন গোহাঁইৰ ওচৰত শৰণ ধৰ্ম গ্ৰহণ কৰে। উক্ত সত্ৰৰ শলাবন্তি অনা হৈছিল গড়েমাৰী সত্ৰৰ পৰা।

১নং নাকুটাদলত থকা "**শ্ৰীশ্ৰীশ্যাম ৰায় সত্ৰ**" নামৰ নামঘৰটি শ্ৰীহাটী সত্ৰৰ শাখা সত্ৰ। 'পৱিত্ৰ অসমত' শুৱালকুছিৰ '**শ্ৰীহাটী সত্ৰ**'খন ৰূপনাৰায়ণে প্ৰতিষ্ঠা কৰিছিল বুলি উল্লেখ আছে। কিন্তু, শ্ৰীহাটী গাওঁৰ লোকসকলে আৰু এই সত্ৰৰ সমূহ ভক্তবৃন্দই এই কথা অস্বীকাৰ কৰে। তেওঁলোকৰ মতে সংস্কৃত শিক্ষাকেন্দ্ৰ শ্ৰীহাটীত স্থাপিত হোৱা সত্ৰখনহে ৰূপনাৰায়ণে স্থাপন কৰা সত্ৰ। শুৱালকুছিৰ শ্ৰীহাটী ( শ্যামৰায় ) সত্ৰখন গাওঁৰে কেইজনমান মুখীয়াল লোকে স্থাপন কৰিছিল আজিৰ পৰা প্ৰায় ১২৫ বছৰমান আগতে। এই সত্ৰৰ সমূহসকল সামবেদীয়। এৰাসকল ৰাজাপুখুৰী আৰু **শ্ৰীহাটী সত্ৰৰ** সেৱক। এই সত্ৰতো সভাঘৰ, ভাজঘৰ,

কীৰ্তনঘৰ আৰু বাটঘৰ আদিৰ ব্যৱস্থা আছে।

আজিৰ পৰা প্ৰায় ১৫ বছৰ মান আগেয়ে **শ্ৰীশ্ৰীগোপাল সত্ৰ**'ৰ কোনো কোনো সমূহে নপাৰাত **"শ্ৰীশ্ৰীসিদ্ধ গোপাল সত্ৰ"** নামে অইন এটি নামঘৰ স্থাপন কৰে। সলাবস্তি গড়ৈমাৰী সত্ৰৰ। থাপনাৰ ৰাধা-কৃষ্ণ মূৰ্ত্তি এই নামঘৰটিৰ এটা বিশেষত্ব। সকলো সমূহ বৈশ্য সম্প্ৰদায়ৰ।

কেওঁতপাৰা বাইজৰ সত্ৰ **"শ্ৰীশ্ৰীগোপাল কৃষ্ণ** সত্ৰ। এই সত্ৰখন কোনে স্থাপন কৰিছিল সেই সম্পৰ্কে দ্বিমত পৰিলক্ষিত হয়। কোনো কোনোৰ মতে সত্ৰখন গড়মুৰ গোসায়ে প্ৰতিষ্ঠা কৰে। খেনোৰ মতে আকৌ পৰ্বতীয়া গোসাইহে এই সত্ৰখন স্থাপন কৰিছিল। সমূহ সকল বংশৰ শ্ৰীহাটী আৰু খেদীপুখুৰী আদিৰ শৰণীয়া। আগতে, ইয়াত গড়মূৰ গোহাঁইৰ শিষ্য আছিল যদিও বৰ্তমান নাই। এই সত্ৰখনত দধিমঠণ আৰু বিষ্ণুপূজা বৰ উলহমালহেৰে উদ্‌যাপন কৰা হয়।

আজিৰ পৰা প্ৰায় ৮০ বছৰমান আগতে ( ১৮২০ শক ) উক্ত সত্ৰৰে কলিতা আৰু কুমাৰ সম্প্ৰদায়ৰ লোকসকলৰ কিছুমানে নিজাকৈ এখন সত্ৰ স্থাপনৰ আশা পোষণ কৰি কলিতা পাৰাৰ ( কুমাৰ পাৰা ) চকত এটি নামঘৰ নিৰ্মাণ কৰে। নামঘৰটিৰ নাম দিয়া হয় **শ্ৰীশ্ৰীবংশী গোপাল সত্ৰ**। এই ভকত সকল শ্ৰীহাটী আৰু ৰাজা পুখুৰী আদি গোসাইসকলৰ সেৱক। ১৮২০ শকৰ প্ৰায় ৪০ বছৰ মান পিছত ( ১৮৬০ শক ) এই নামঘৰৰে সমূহভকতৰ মাজত মত বিৰোধৰ সুযোগ লৈ কুমাৰ সম্প্ৰদায়ৰ লোক সকলে এই সত্ৰৰ ওচৰতে **"শ্ৰীশ্ৰীহৰিহৰ নামঘৰ"** নাম দি অইন এটি নামঘৰ স্থাপন কৰে। এই কুমাৰ লোক সকলে প্ৰথমতে শুৱালকুছিৰ গোসাইৰ ( একেলা ) ওচৰত শৰণ লৈছিল যদিও,সম্প্ৰতি শ্ৰীহাটীৰ গোসাই সকলৰ ওচৰত শৰণ ধৰ্ম লৈ আছে। কুমাৰ পাৰাৰ কয়েকটি নামঘৰতে অন্যান্য নামঘৰৰ সমূহ সকলে পালন কৰা উৎসৱবোৰৰ লগতে 'মাঘৰ-সভা' উদ্‌যাপন কৰে। এই সভাত হোম-যজ্ঞ আদিও কৰা হয়।

বামুন শুৱালকুছিৰ ওপৰৰত উল্লেখ কৰি অহা **"শ্ৰীশ্ৰীকৃষ্ণ মন্দিৰৰ"** বাহিৰেও উত্তৰ পূব দিশৰ মধ্য ভাগত **"শ্ৰীশ্ৰীশ্যামৰায় সত্ৰ"** নামৰ আন এটি নামঘৰ আছে। ইয়াৰ সমূহ ভকত সকল শ্ৰীহাটী, কইৰা,খেদি-পুখুৰী আদি গোসাই সকলৰ সেৱক। প্ৰায় ১২৬ বছৰমান আগতে স্থাপিত হেৰো উক্ত নামঘৰৰ লোক সকল মিলি ফাগুণ মাহত হোম যজ্ঞাদিৰে এটি সভা পাতে।

ওপৰত যদিও উনুকিয়াই অহা নাই, শুৱালকুছিৰ ধৰ্মীয় স্থিতিৰ এটি ঘাই আৰু মৌলিক অথচ সৰু স্থিতি হল "হৰিদেৱী" স্থিতি। এই স্থিতিৰ প্ৰকৃত উৎস কত জনা নেযায়। এই স্থিতিৰ একমাত্ৰ অনুষ্ঠান **"শ্ৰীশ্ৰীভাঙাৰা গোহাঁই"**। ইয়াৰে সমূহ সকল ভট্টাচাৰীয়া, অশ্বক্লান্তীয়া আৰু নীলাচলীয়া আদি উপাধিধাৰী লোক। শুনামতে, অতিতত মাটিপৰ্বতত পৰ্বতীয়া গোসাইৰ পাচ জন পাইক, কোচ এজন, ধোৱা এজন আৰু কলিতা তিনিজন আছিল। চান্দা কোঁচ কামাখ্যা গোসাঁনীৰ ভোগ ৰন্ধা আৰু পূজা পাতলত আলধৰাৰ কাম, আন্দা ধোৱা গোসাঁনীৰ কাপোৰ কানি ধোৱা কাম আৰু অভিয়া, ৰতিয়া আৰু নন্দা কলিতাই গোসাঁনিৰ আ-অলকাৰ আদি তদাৰক কৰা আদি কামত নিয়োজিত আছিল। এই কলিতা তিনিজনৰ বংশধৰ সকলে হৰিদেৱী কোনো এজন সাধু লোকৰ ওচৰত শৰণ ধৰ্ম গ্ৰহণ কৰি এই নামঘৰটি প্ৰতিষ্ঠা কৰে। ওপৰোক্ত গোসানীৰ সেৱক কলিতা তিনিজনৰ বংশধৰ সকল। বৰ্তমান হালধিবাৰী আৰু চাকাকুঠৰীৰ ভকত।

আন্দা ধোৱাৰ বংশধৰ সকলৰ নামঘৰ বৰ্তমানলৈ স্থাপিত হোৱা নাই। চান্দা কোঁচৰ বংশধৰ সকলে স্থাপন কৰা নাম ঘৰটিৰ নাম **"শ্ৰীগোপালকৃষ্ণ"**। এই সমূহ সকলৰ কিছুমান দামোদৰী আৰু অলপ সংখ্যক হৰিদেৱী বুলি শুণা যায়। ইয়াত অষ্ট-প্ৰহৰ প্ৰসঙ্গ হয়। এই নামঘৰটিৰ স্থানক "চমুৱা টোল" বুলি কোৱা হয় আৰু এই টোলৰ লোক সকলে নিজকে চমুৱা ( কোচ ৰাজবংশী ) বুলি কয়।



ওপৰত উল্লেখ কৰি অহা মহাপুৰুষীয়া, দামোদৰীয়া আৰু হৰিদেৱীসকলৰ নিজা নিজা ধৰ্মানুষ্ঠানৰ বাহিৰেও বিভিন্ন শ্ৰেণীৰ লোক সকলৰ উমৈহতীয়া অনুষ্ঠান তিনিখন শুৱালকুছিত আছে। অৱশ্যেও, অনুষ্ঠান তিনিখনত মহাপুৰুষীয়া লোক থকাৰ ব্যৱস্থাহে আছে। কিন্তু কোনো মহাপুৰুষীয়া লোক এই অনুষ্ঠানৰ সমূহ বা ভকত হোৱাতো দেখা নাযায়। এই জাতীয় ধৰ্মানুষ্ঠান সমূহক সচং বোলে। সচং শব্দটি সৎসঙ্গৰ পৰা অহা,—সৎ+সঙ্গ> সৎসঙ্গ> সচ্চঙ্গ>সচঙ্গ>সচং হৈছে। মাটি পৰ্বতৰ নামনিত এনেকুৱা এখন সচং আছে যাৰ নাম **"লেংটা সচং"**। শ্ৰীবিচিত্ৰা কলিতাৰ পৰা জনা মতে প্ৰায় তুইশ মান বছৰৰ আগতে কোনো এজন উলঙ্গ লোকে কেইজনমান ভকতৰ লগ লাগি এই সচংখন নিৰ্মাণ কৰা বাবে সচংখনৰ নাম হয় **"লেংটা সচং"**। এই লোকজনৰ নাম জনা নেযায়, যদিও তেওঁৰ সঙ্গীসকলৰ ভিতৰত পচৰীয়াৰ দানী ভকত চান্দকুছিৰ মহীধৰ ভকত আদি ব্যক্তিসকলো আছিল। পাছলৈ এই সচঙৰ জৰিয়তে চেচাৰ ঘৰণী ভকত, শুৱাল-কুছিৰ ৺গুবিন্দ ভকত আৰু ৺উত্তম ভকত আদি ব্যক্তি সকলে ভজনীয়া ধৰ্মাদি ধাৰণ কৰিছিল। বৰ্তমানে বৰফুৰীয়াৰ শ্ৰীমহীধৰ ভকতে ছমাহে বছৰেকে আহি ভজনাদি ধৰ্ম চলাই আছে। লেংটা সচঙৰে প্ৰতিস্থাপক ভকত সকলৰ মাজৰ বাৰখন ঠাইৰ বাৰজন ভকতে একত্ৰিত হৈ মাটি পৰ্বতৰ ওপৰত আন এখন সচং স্থাপন কৰিছিল। বাৰখন ঠাইৰ বাৰজন ভকতে স্থাপন কৰা বাবে এই সচঙৰ নাম **"বাৰনগৰীয়া সচং"**।

২নং নাকটাদলত থকা সচংখনৰ নাম কোনো কোনোৰ মতে **বেহাঁৰ খোৱা সচং**। নামৰ আতিগুৰি জনা নেযায়। শালমাৰাৰ ৺ৰজতকান্ত গোস্বামীৰ দেউতাক জন দখলাৰ আছিল। এবাৰ ওচৰত শুৱালকুছিৰ ৺শনিৰাম ভকতে ভজন ধৰ্ম গ্ৰহণ কৰি মাহে পষেকে দখলালৈ গৈ থাকি শাস্ত্ৰ চৰ্চ্চা কৰি আছিল। ৺গোস্বামীদেৱে শুৱাল-কুছিত বিস্তৃত আকাৰত ভজন দিয়াৰ আশা ভকতৰ আগত প্ৰকাশ কৰিলত, আৰু ভকতেও তেওঁৰ ব্যক্তিত্বত ঐশ্বৰিক মহিমা দেখা পালত, ভকতে আদৰ সাদৰ কৰি তেওঁক ঘৰলৈ লৈ আহি থকা-খোৱাৰ সুবিধা কৰি দিলে। ৺ গোস্বামীদেৱে থাপনা পাতি লৈ সমবেত লোকক ভজন দিয়ালে। আনুমানিক বয়স ১২০ বছৰ।

ওপৰত উল্লেখ কৰি অহা বিভিন্ন ধৰ্মানুষ্ঠান সমূহৰ ভক্তবৃন্দৰ উমৈহতীয়া প্ৰয়োজন আৰু প্ৰচেষ্টাত **'শ্ৰীশ্ৰীশঙ্কৰদেৱ** মন্দিৰ' আৰু **শ্ৰীশ্ৰীশঙ্কৰদেৱ ধাম** প্ৰতিষ্ঠা কৰা হয়। ১৩২৯ চনত শুৱালকুছিৰ সনাতন যাত্ৰা পাৰ্টিয়ে শ্ৰীশ্ৰীভাঠিসত্ৰত শ্ৰীশ্ৰীশঙ্কৰদেৱ মহাপুৰুষৰ জন্ম তিথিটি পোন প্ৰথম বাৰৰ বাবে পালন কৰিছিল। তেওঁলোকৰ এই সৎ আৰু আদৰ্শগত প্ৰচেষ্টাক অভিনন্দন জনাই মহাপুৰুষীয়া ৰাইজে সৰ্বসন্মত সিদ্ধান্ত লৈছিল এই উৎসৱটিক জাতীয় উৎসৱ ৰূপে স্বকৃতি দিবলৈ। ৰাজহুৱা ভাবে এই উৎসৱটি পালন কৰা হৈছিল **'শ্ৰীশ্ৰীবৰসত্ৰ'** আৰু **'শ্ৰীশ্ৰীনভাঠি সত্ৰত**। উৎসৱ পালৰ সময়তেই ৰ'দ বতাহ বৰষুণৰ হোৱাত সভা ঘৰৰ প্ৰয়োজন উপলব্ধি কৰিলে। ফলত শঙ্কৰ মন্দিৰ আৰু শঙ্কৰ ধামৰ সৃষ্টি হয়। বৰ্তমান এই দুটাই নামকীৰ্তন আৰু শঙ্কৰী কলা কৃষ্টিৰ মুখ্য কেন্দ্ৰ হিচাপে গা কৰি উঠিছে।

# শুৱালকুছিৰ স্বৰ্ণবস্ত্ৰ উদ্যোগ

প্ৰবীণ বৈশ্য

"জাগ, জাগৰে ওচৰ চুবুৰি, পূবে পোহৰ হ'ল ; সিজা মুগা দহ বুৰি" এইয়া ৰাতিপুৱাৰ আগে আগে দহ বুৰি মুগা (২৫০শ মুগা লেটা) কাটি স্বৰ্ণবস্ত্ৰ তৈয়াৰ কৰি অসমৰ ডা-ডাঙৰিয়াক পিন্ধোৱা শুৱালকুছিৰ শিপিনীসকলৰ লোকগীতৰ এটি কলি। আবহমান কালৰ পৰাই শুৱালকুছিত পাট আৰু মুগাৰ কাপোৰ বোৱা তাঁত শিল্প চলি আহিছে। মুগা উৎপাদনৰ ক্ষেত্ৰত অসমৰ স্থান পৃথিবীৰ ভিতৰতে একক, একমাত্ৰ অসমতেই মুগা উৎপন্ন হয়[1]। পেৰিপ্লাচৰ দিনতে ব্যৱহাৰ কৰা মুগাৰ প্ৰতিশব্দ এন্থেৰোয়া এচামোয়া (Antheroea Assamoea) ইয়াৰ প্ৰমাণ। প্ৰায় ২৪শ বছৰ আগতে ৰচনা কৰা অৰ্থশাস্ত্ৰত কৌটিল্যই পত্ৰোৰ্ণা, ক্ষৌম আৰু দুকুল বস্ত্ৰ সৌবৰ্ণকুড্যতো উৎপন্ন হয় বুলি উল্লেখ কৰিছে আৰু "মাগধিকা, পৌণ্ড্ৰিকা, সৌবৰ্ণকুড্যকা চ পত্ৰোৰ্ণা…তাসাং সৌবৰ্ণকুড্যকা শ্ৰেষ্ঠা" অৰ্থাৎ মগধ, পৌণ্ড্ৰ আৰু সৌবৰ্ণকুড্যত পত্ৰোৰ্ণা উৎপন্ন হয় আৰু এইবোৰৰ ভিতৰত সৌবৰ্ণকুড্যৰ বিধ শ্ৰেষ্ঠ বুলি কৈছে। দুকুল বস্ত্ৰৰ বৰ্ণনাত কৌটিল্যই ইয়াক "সূৰ্য্যবৰ্ণ মণিস্নিগ্ধোদকবানং চতুৰশ্ৰবানং ব্যামিশ্ৰবানং চ" বুলি কৈছে ; অৰ্থাৎ এই কাপোৰৰ ৰং সূৰ্য্য বৰণীয়া ই মণিৰ দৰে নিমজ আৰু সূতাবোৰ পানীত তিয়াই আৰু কেতিয়াবা মিহলাই বোৱা হয়[2]। দুকুল বস্ত্ৰৰ ৰঙৰ বৰ্ণনা আৰু সূতাবোৰ পানীত তিয়াই কাপোৰ বোৱা কথাৰ পৰা অনুমান কৰিব পাৰি যে ই বৰ্ত্তমানৰ স্বৰ্ণবস্ত্ৰ মুগা কাপোৰ (বাণি সূতাথিনি এতিয়াও পানীত তিয়াই বোৱা হয়)। সেইদৰে হৰ্ষচৰিত্ৰত উল্লেখ কৰা পট্টসূত্ৰৰ পৰা পত্ৰোৰ্ণাক পাট আৰু ক্ষৌম বস্ত্ৰক এড়ি কাপোৰ বুলি পণ্ডিতসকলে অনুমান কৰিছে[3]।

অৰ্থশাস্ত্ৰৰ খ্যাতনামা টীকাকাৰ ভট্টস্বামীৰ মতে কৌটিল্যই উল্লেখ কৰা সৌৰ্ণকুড্য আছিল কামৰূপৰ অন্তৰ্গত[4]। সৌবৰ্ণকুড্যৰ উপৰিও অশোকগ্ৰাম, জোঙ্গক, গ্ৰামেৰু, পূৰ্গকদ্বীপ, পাৰলৌহিত্য, আন্তৰবত্য স্বৰ্ণভূমি আদি ঠাইৰ নাম অৰ্থশাস্ত্ৰত উল্লেখ আছে ; টীকাকাৰ সকলে এই ঠাইবোৰ কামৰূপৰ অন্তৰ্গত বুলি কৈছে[5]। এইবোৰ ঠাই তাহানিৰ কোন কোন অঞ্চলত আছিল তাক ঠাৱৰকৈ কোৱা টান। কিন্তু শুৱালকুছিত বৰ্তমানলৈকে পত্ৰোৰ্ণা আৰু দুকুল বস্ত্ৰ উদ্যোগ বৰ্ত্তি থকাৰ পৰা অনুমান কৰিব পাৰি যে এই অঞ্চলটো কৌটিল্যৰ দিনৰ পৰাই বস্ত্ৰ উদ্যোগত উন্নত আছিল[6]। তন্ত্ৰশাস্ত্ৰ সমূহত উল্লেখ থকা গন্ধমাৰ্দন, লাঙ্কশ বা ৰাবনবৈ, অনন্ত, ৰাক্ষস, ব্যাঘ্ৰেশ্বৰী, গোবিন্দ, গোবৰ্দ্ধন, হাতীমূৰা আদি "পৰ্বতশৃঙ্গ" আৰু এই শৃঙ্গবোৰত থকা ভৃঙ্গেশ্বৰ, নিৰীতেশ্বৰ, সিদ্ধেশ্বৰ, ধাৰেশ্বৰ, পিঙ্গলেশ্বৰ আদি "গোসাঞি"বোৰেও[7] এই অঞ্চলৰ পুৰণি ঐতিহ্যৰে প্ৰমাণ কৰে। তাঁত শিল্পৰ ক্ষেত্ৰটো "শুৱালকুছিয়া ১৬০ ঘৰ তাঁতীয়ে পাৎসাৰ্তৈ কাপোৰ বৈছিল, তাকো লুট কৰি দক্ষিণকোলত পাতিলেনি…এই কথাতে লান্মাথাৰু চেটিয়াক মাৰিলে, বৰবৰুৱা, গণকৰ বৰুৱাক বন্দী কৰিলে" বুলি কামৰূপ বুৰঞ্জীত উল্লেখ আছে[8]। অসম বুৰঞ্জীতো শুৱালকুছিৰ পৰা ৫০ ঘৰ তাঁতী "ভাঙ্গি আনি দক্ষিণফালে পাতিলে, এই দায় ধৰি লানমাথাৰু বৰফুকনক মাৰিলে, মোমাই তামুলি বৰবৰুৱাক বন্দী কৰি থলে" বুলি উল্লেখ আছে[9]। এইয়া আছিল ১৯৫৮ শক বা ১৬৩৬ চনৰ ঘটনা আৰু ইয়ে প্ৰমাণ কৰে যে অন্ততঃ ষষ্ঠদশ শতিকাৰ পৰা (মোমাই তামুলি বৰবৰুৱাৰ সময়ৰ আগৰ পৰা) শুৱালকুছিত তাঁতী আছিল।



ঐতিহাসিকসকলে, বিশেষকৈ অৰ্থনীতিৰ বুৰঞ্জীবিদ-সকলে বয়ন আৰু মৃত শিল্প (Weaving and Pottery) মানৱ সমাজত কৃষি সভ্যতাৰ লগে লগে অহা বুলি কয়। গতিকে শুৱালকুছি, অসম তথা ভাৰতবৰ্ষত বয়ন উদ্যোগ স্মৰণাতীত কালৰ পৰা চলি অহাটো স্বাভাবিক। বিশেষকৈ আদিম কালৰ ভাৰতীয় বয়ন উদ্যোগ পৃথিৱীৰ অন্য দেশৰ বয়ন শিল্পতকৈ উন্নত আছিল আৰু ইউৰোপৰ কপাহী বস্ত্ৰ উদ্যোগ ভাৰতীয় কপাহী বস্ত্ৰ উদ্যোগৰ সন্তান বুলি আৰু ভাৰতীয় বয়ন কৌশল অনুসৰণ কৰি তেওঁলোকে নিজ উদ্যোগ গঢ়ি তোলা বুলি প'ল মেনটুক্স আদি অৰ্থনীতিৰ খ্যাতনামা ঐতিহাসিকসকলে কৈ গৈছে[10]। আজি কুৰি শতিকাৰ শেষ ভাগত ভাৰতীয় উদ্যোগিক কৌশলক অনুসৰণ কৰা ইউৰোপীয় দেশসমূহ স্বয়ং চালিত যন্ত্ৰবিজ্ঞান আৰু যন্ত্ৰচালিত মগজু বিজ্ঞানৰ (Automation and cybernatics) দ্বিতীয় শিল্প বিপ্লৱত ভৰি দিয়া সময়তো ভাৰতবৰ্ষত ২৮'৮ লক্ষ হস্তচালিত তাঁত (১৯৫৮-৫৯ চনত) চলি থকা[11] ঘটনাই এহাতে যেনেকৈ আমাৰ দেশৰ শিল্পায়নৰ অনগ্ৰসৰতাৰ কথা প্ৰমাণ কৰে তেনেকৈ ১৬'৭ নিযুত গ্ৰাম নিবনুৱাৰ দেশখনত কৰ্ম্ম-সংস্থাপনৰ ক্ষেত্ৰত তাঁত উদ্যোগৰ গুৰুত্বপূৰ্ণ ভূমিকাৰো ইঙ্গিত দিয়ে।

ভাৰতবৰ্ষৰ এই ২৮'৮ লক্ষ তাঁতৰ ভিতৰত ৫'০৬ লক্ষ শাল আছিল অসমত। ১৯৭৫-৭৬ চনত এই শালৰ সংখ্যা বাঢ়ি গৈ ৬'৩৪ লক্ষ হয় ; তাৰে ভিতৰত ৫.৫ লক্ষ সমবায়ৰ বাহিৰত আৰু ৮৪,০০০খন ১৪২৯খন সমবায়ৰ অধীনত আছিল[12]। বিশেষভাৱে উল্লেখযোগ্য যে অসমত থকা অধিকসংখ্যক তাঁতকে চৰকাৰী কমিটি-বোৰে ঘৰুৱা কাপোৰ বোৱাত ব্যৱহাৰ কৰা হয় অৰ্থাৎ বাণিজ্যিক নহয় বুলি কৈছে। ১৯৫০ চনৰ বস্ত্ৰশিল্প তদন্ত কমিটি মতে "শুৱালকুছি (এখানে সাধাৰণত হয় মুগা না হয় মুলবেৰি সিল্ক, বস্ত্ৰাদি বয়ন কৰা হয়), কৰিমগঞ্জ এবং শিলচৰেৰ ন্যায় গুৰুত্বপূৰ্ণ ব্যৱসায়িক হস্তচালিত তাঁত বয়ন-কেন্দ্ৰগুলি ব্যতীত আসামেৰ হস্তচালিত তাঁত শিল্পেৰ অধিকাংশই পাৰিবাৰিক ভিত্তিতে—ব্যৱসায়িক নহে—পৰিচালিত হয়[13]। সেই সময়ত অসমৰ ঘৰুৱা শালৰ সংখ্যা আছিল ৪'৫ লক্ষ, অৰ্থাৎ প্ৰায় ৫৬ হাজাৰ বা মুঠ শালৰ শতকৰা ১'২৪ খনহে ব্যৱসায়িক আছিল। শতকৰা এই হিচাপত ১৯৭৫-৭৬ চনত অসমৰ ৬ ৩৪ লক্ষ তাঁতৰ ভিতৰত প্ৰায় ৭৮ হাজাৰখন শাল ব্যৱসায়িক বুলি অনুমান কৰিব পাৰি।

১৯৬১ চনৰ লোকপিয়লৰ লগতে কৰা নিৰ্বাচিত হস্তশিল্প পিয়লৰ মতে প্ৰায় ৩২,০০০খন শাল[14] অথবা সেই সময়ৰ ৫'০৬ লক্ষ তাঁতৰ শতকৰা ৬'৩খন ৰেছম বস্ত্ৰ উৎপাদনত নিয়োজিত আছিল। অসমত বৰ্ত্তমান কিমান শাল ৰেছমত নিয়োজিত আছে তাৰ সঠিক হিচাপ পোৱা নাযায়। কিন্তু শতকৰা ৬'৩ হাৰত বৰ্ত্তমানৰ ৬'৩৪ লক্ষ তাঁতৰ ভিতৰত প্ৰায় ৪০,০০০খন ৰেছমত নিয়োজিত বুলি অনুমান কৰিব পাৰি। ইয়াৰ ভিতৰত আকৌ কিমানখন ঘৰুৱা আৰু কিমানখন ব্যৱসায়িক তাৰো হিচাপ পোৱা নাযায়[15]। কিন্তু আমি আগতে উল্লেখ কৰিছোঁ যে অসমৰ কৰিমগঞ্জ আৰু শিলচৰৰ বাহিৰে শুৱালকুছিৰ তাঁতখিনিহে ব্যৱসায়িক আৰু এইখিনি তাঁত ৰেছমত নিয়োজিত। ১৯৬১ চনৰ হস্তশিল্প পিয়লৰ মতে শুৱালকুছিত সেই সময়ত ১২০০খন তাঁত আছিল[16]। গতিকে ১৯৬১ চনত ৰেছমত

নিয়োজিত ৩২,০০০ শালৰ পৰা ১২,০০থন বিয়োগ কৰি বাকী ৩০,০০০থন ঘৰুৱা বুলি অনুমান কৰিব পাৰি।

যিহওক, ৰেছম তাঁত উদ্যোগত অসমৰ ভিতৰত শুৱালকুছিৰ স্থান যে একক তাক চৰকাৰী কমিটিবোৰেও স্বীকাৰ কৰিছে। অসমৰ ভিতৰত শুৱালকুছিয়েই একমাত্র কুটিৰ উদ্যোগ প্ৰধান গাওঁ আৰু ইয়াৰ প্ৰধান উদ্যোগ হ'ল তাঁত। তলত দিয়া লোক পিয়লৰ তথ্যৰ পৰা কুটিৰ উদ্যোগৰ প্ৰাধান্য স্পষ্ট হয়।

| | মুঠ পৰিয়াল | জনসংখ্যা | কৃষি নিৰ্ভৰশীল লোক | কুটিৰ শিল্প নিৰ্ভৰশীল লোক | ব্যৱসায় নিৰ্ভৰশীল | অন্যান্য | মুঠ কৰ্মঠ লোক |
|---|---|---|---|---|---|---|---|
| ১৯৬১ | ২,০৬১ | ১২০৮৭ | ২৩৪ | ৪২৪৫ | ৬৫২ | ৫৮৫ | ৫৭০৬ |
| ১৯৭১ | ২১৮৫ | ১৩৭৭৩ | ২২৩ | ২৮০০ | ৪২২ | ৬৮৫ | ৪১৩০ |

ওপৰৰ তথ্যৰ পৰা দেখা যায় ১৯৭১ চনত কুটিৰ শিল্পৰ ওপৰত নিৰ্ভৰশীল লোকসংখ্যা ১৯৬১ চনতকৈ কম হ'ল। লোক পিয়ল বিভাগে এই হ্ৰাসৰ কাৰণ উল্লেখ কৰা নাই যদিও কৰ্মঠ লোকৰ সংখ্যা কম হোৱা কাৰণে এইটো হৈছে। কৰ্মঠ লোকৰ ক্ষেত্ৰত থাটি গণনা (under enumaration) হোৱা বুলি সহজে অনুমান কৰিব পাৰি। ১৯৬১ চনত শুৱালকুছিৰ মুঠ জনসংখ্যাৰ ৪৭.৫% জন লোক কৰ্মঠ আছিল ; এই একেই শতকৰা হিচাপত ১৯৭১ চনত ১৫০৭জন লোক কৰ্মঠ হব লাগে, অৰ্থাৎ ২৩৭৭জন লোকক থাটি গণনা কৰা হৈছে। এই ২৩৭৭জন লোক কুটিৰ শিল্পত যোগ দিলে ইয়াৰ ওপৰত নিৰ্ভৰশীল লোক সংখ্যা৷ ৫১৭৭ হয় ; অৰ্থাৎ এই শিল্পই প্ৰায় ১০০০ বৰ্দ্ধিত লোকক কৰ্ম সংস্থাপন দিছে।

১৯৭১ চনৰ লোক পিয়লৰ তথ্য যিয়ে নহওক, শুৱালকুছিত তাঁতৰ সংখ্যা ক্ৰমাৎ বৃদ্ধি হৈ থকা দেখা যায়। ১৯৬১ চনত শুৱালকুছিত শালৰ সংখ্যা আছিল ১২০০থন। ১৯৬৮ চনত এই লেখকে কৰা এটি জৰীপত ২০১৫ সক্ৰিয় আৰু ১৩০থন নিষ্ক্ৰিয় (active & inactive) তাঁত পোৱা হৈছিল[17]। শুৱালকুছি বুদৰাম-মাধৱ সত্ৰাধিকাৰ কলেজৰ পৰিকল্পনা সন্থাই ১৯৭৮ চনৰ ডিচেম্বৰ মাহত মানুহৰ ঘৰে ঘৰে গৈ কৰা এটি জৰিপ মতে শুৱালকুছিত বৰ্ত্তমান ২৬০৭ থন সক্ৰিয় আৰু ৩৬৭ থন নিষ্ক্ৰিয় তাঁত আছে। ১৯৬১ চনত তাঁতৰ লগত প্ৰত্যক্ষভাৱে জৰিত বোৱনী আৰু যোগাৰী (weaver and helper) আছিল ১৬০০ ; পৰিকল্পনা সন্থাৰ তথ্যমতে এই সংখ্যা হ'ল ৩৬১২ ( মহুৰাবতা—Pirn winding বা বোৱনীক যোগাৰ ধৰা লোকজনক যোগাৰী বুলি কোৱা হয়)। বোৱনী আৰু যোগাৰীৰ ভিতৰত তিৰোতাৰ স্থান তেনেই নগণ্য, কাপোৰত ফুল তোলাৰ কাৰণে জেকাৰ্দ বা ড'বি (Jacquard and Dobby) ল'গোৱা উৰা মাকোৰ শালত (Fly shuttle loom) কাপোৰ বোৱাঁ কষ্টকৰ কাৰণে পুৰুষসকলেই ইয়াত কাপোৰ বোৱেঁ।

পৰিকল্পনা সন্থাৰ তথ্যৰপৰা শুৱালকুছিৰ তাঁতশিল্পৰ অন্য কেইটামান আকৰ্ষণীয় দিশ পোৱা গৈছে। শুৱাল-কুছিৰ ২২৩৬টি পৰিয়ালৰ ভিতৰত ১৭৭৫ বা শতকৰা ৬৫.৩টি পৰিয়ালৰ মুখ্য উপাৰ্জনৰ উপায় হ'ল তাঁত উদ্যোগ ; এই পৰিয়ালবোৰৰ প্ৰত্যেকৰে ঘৰত ব্যৱসায়িক ভাৱে কাপোৰ বোৱা হয়। শাল নথকা ৭৬১টি পৰিয়ালৰ ভিতৰত আকৌ ২৩৯টা পৰিয়ালে বোৱা, মুগা কটা আৰু সূতা ভঙা আদি কাৰ্য্যৰ ওপৰত জীৱিকা নিৰ্বাহ কৰে। এইখিনি পৰিয়াল শাল থকাপৰিয়ালৰ লগত যোগ দিলে দেখা যায় যে শতকৰা প্ৰায় ৭৭ ভাগ লোকৰ জীৱিকাৰ প্ৰধান অৱলম্বন হ'ল হস্তচালিত তাঁত শিল্প। ইয়াৰ উপৰিও বেপাৰ-বাণিজ্যৰ ওপৰত নিৰ্ভৰ কৰা অধিক সংখ্যক লোকেই অসমৰ বিভিন্ন নগৰ-চহৰত ৰেছম বস্ত্ৰৰহে ব্যৱসায় কৰে। গতিকে দেখা যায় শুৱাল-কুছিৰ তাঁত শিল্পৰ সামাজিক-আৰ্থিক গাথনি (Socio-Eco-nomic structure) আৰু এই শিল্পৰ সমৃদ্ধি বা



সঙ্কটৰ ওপৰতেই ইয়াৰ ১৪ হাজাৰ লোকৰ জীৱনৰ সুখ-দুখ নিৰ্ভৰ কৰে।

পৰিকল্পনা সন্থাৰ জৰীপত পোৱা কেইটিমান তথ্যই আৰ্থিক-সামাজিক দিশৰ ইঙ্গিত দিয়ে। শুৱালকুছিৰ ২৬০৭ থন তাঁতৰ ভিতৰত ১৬৭২ থনত নিজ পৰিয়ালৰ লোকে বা মজুৰিত বোৱনী থটুৱাই স্বাধীনভাৱে কাপোৰ তৈয়াৰ কৰে। বাকীখিনিৰ ৬১২ থনত বা মুঠশালৰ শতকৰা ২৩.৫ থনত মহাজনৰ (Master weaver or Middleman) আৰু ৩২৩ থনত বা শতকৰা ১২.৫ থনত সমবায়, খাদি উৎপাদন কেন্দ্ৰ, মাৰ্কেটিং চোছাইটি আৰু চৰকাৰৰ ৰপ্তানি আঁচনিৰ তলত কাপোৰ তৈয়াৰ হয়। শতকৰা হিচাপে ইয়াৰ ৩৬% শাল পৰাধীন (Dependent) ; ১৯৬১ চনত পৰাধীন শালৰ সংখ্যা আছিল শতকৰা ৩৯ থন ; অৰ্থাৎ যোৱা ১৮ বছৰত শতকৰা ৩ থন স্বাধীন শালৰ জন্ম হৈছে। পৰিয়াল হিচাপে ইয়াৰ ৫৪৯টা পৰিয়ালে মহাজন, সমবায় বা আনৰ কাৰণে কাপোৰ তৈয়াৰ কৰে ; ৮৭টা পৰিয়াল অৰ্দ্ধ-স্বাধীন, এওঁলোকে কেতিয়াবা নিজৰ কাৰণে, কেতিয়াবা আনৰ কাৰণে অথবা এখন শালত নিজৰ আন এখনত আনৰ কাপোৰ তৈয়াৰ কৰে।

উল্লেখযোগ্য যে আনৰ তলত কাপোৰ তৈয়াৰ কৰা মাদ্ৰাজৰ শিপিনী সকলক সেই বিশ্ববিদ্যালয়ৰ অধ্যাপক আৰু বস্ত্ৰশিল্প তদন্ত কমিটিৰ সদস্য ডক্তৰ আৰ, বালকৃষ্ণই শালহীন সৰ্ব্বহাৰা (Loomless Proletariat) বুলি কৈছে[18]। এই ফালৰপৰা আনৰ কাৰণে কাপোৰ বোৱা ৫৪৯টি আৰু বোৱনী, সূতা ভঙা, মুগা কটা আদি বস্ত্ৰ উদ্যোগৰ লগত জৰিত কৰ্মত নিৰ্ভৰশীল ২৩৯টা, মুঠ ৭৮৮টি পৰিয়াল শুৱালকুছিৰ শালহীন সৰ্বহাৰা। বোৱনী আৰু যোগাৰীৰ হিচাপত শালহীন সৰ্বহাৰাৰ সংখ্যা প্ৰায় ২০০০ হয়।

মহাজনী তাঁতীসকলে (Master weavers) অধিক নহলেও অন্ততঃ পৰিচালনাৰ উপাৰ্জনখিনি (Normal earnings of management) আয় কৰে। ৰেছম বস্ত্ৰ ব্যৱসায়ী সকলে বাণিজ্যিক লাভ (commercial profit) উপাৰ্জ্জন কৰে। শালহীন সৰ্বহাৰাসকলে কিন্তু অকল মজুৰিখিনিৰ ওপৰতে জীৱন নিৰ্বাহ কৰিব লাগে। এওঁলোকৰ জীৱন-ধাৰণ কিমান কষ্টকৰ তাক এজন স্থানীয় শিল্পী শ্ৰীনাৰায়ণ চন্দ্ৰ দাসে ( শিক্ষক ) গীতৰ মাজেৰে বৰ্ণনা কৰিছে। বোৱনীৰ জীৱন সংগ্ৰামৰ কাহিনী তেওঁ এনেদৰে লিখিছে :—

আজিহে ৰ'দৰ তাপ সহিবই নোৱাৰি,
সহিবই লাগিব ;
ঘাম সৰে টোপা টোপে ৰবই যে নোৱাৰি,
ৰ'বই যে লাগিব
... ... ...
সোণ বৰণীয়া মুগাৰে মহুৰা
ৰ'বই যে লাগিব
হাড় ভাঙি হলেও এহাটি পৰিয়াল
পুহিবই লাগিব
শ্ৰমৰ মজুৰিখিনি ঘৰলৈ নিলেহে
গুচিব পেটৰে দায়।"

মুগা সূতা কাটি জীৱিকা উলিওৱা বিধবা জনীৰ লৰাটিয়ে পুহমহীয়া শীতত উদং গাৰে মুগা নাকাটো বুলি কোৱাত মাকে তাক মৰম যাচি কয়—

"বুকুৰে সোণ তই আচলৰ ধন,
নেথাই হলেও তোক সজাবলৈ মন ;
ভাতমুঠিৰ লটিঘটি জানিচই দেখোন,
হাতে কামে থাকিও চোন কত'না লঘোন
নমৰি যে জীয়াই আছোঁ বহু বুলি ধৰ
দুখুনিৰে জীউ বাচা তই জানো পৰ।"

এইয়া কুৰি শতিকাৰ অসমৰ শিপিনীৰ কাহিনী। তৃতীয় উইলিয়ামৰ দিনত ইংলেণ্ডতো তেনেকৈ কোনো অজান কবিয়ে তাৰ বস্ত্ৰ ব্যৱসায়ীৰ কাহিনী ৰচি সাহিত্যৰ সৃষ্টি কৰিছিল। The clothier's Delight কবিতাত তেওঁ গাইছে[19] :—

"The combers, the weavers, the
tuckers also
With the spinners that work for
wages full low,
By these peoples labour we fill
up our purse
Although we get it with many a curse."

সি যি হলেও এটি কথা অস্বীকাৰ কৰি লাভ নাই যে যি সময়ত অসম তথা ভাৰতবৰ্ষৰ গাওঁ অঞ্চলত সামান্য হলেও উপাৰ্জান কৰিবলৈ মানুহে কৰ্ম বিচাৰি নাপায়, সেই সময়ত শুৱালকুছিৰ বাঁৰী-বিধৱা নিঃসহায় লৰা-ছোৱালী, বুঢ়া-বুঢ়ী আৰু নিবনুৱা ডেকাই বোৱনী, যোগাৰী হিচাপে অথবা মুগা কাটি বা সূতা ভাঙি হলেও দুপইচা উপাৰ্জন কৰাৰ স্থল পাইছে। এই সন্দৰ্ভত চৰকাৰী কমিটিবোৰে মধ্যবৰ্ত্তী লোকসকলৰ (Middle-man) উচ্ছেদ বিচাৰিছে যদিও এই মধ্যবৰ্ত্তী লোকসকলে যে সংস্থাপনহীন লোকসকলক কাম কৰি উপাৰ্জন কৰাৰ স্থল দিছে তাকো স্বীকাৰ কৰিছে[২০]।

এই আৰ্থিক-সামাজিক সমস্যা অকল তাঁত শিল্পৰ ভিতৰতে সীমাবদ্ধ নহয়; ই দেশৰ সমগ্ৰ সমাজ ব্যৱস্থাৰ লগত জৰিত। শুৱালকুছিৰ প্ৰকৃত পৰাধীন শিপিনী-সকলক এখন বৃহৎ সমবায় আঁচনিৰ ভিতৰত সামৰি লৈ কিছু পৰিমাণে এই সমস্যাৰ সাময়িক সমাধান কৰিব পাৰি[২১]। কিন্তু ইয়াতকৈও ডাঙৰ সমস্যা হৈছে এই উদ্যোগটো জীয়াই ৰখাটোহে। শুৱালকুছিৰ ৰেছম বস্ত্ৰ ইউৰোপীয় বজাৰৰ উপযোগী বুলি ৰেছম বিশেষজ্ঞ মেক্সওৱেল লিফ্ৰয় চাহাবে ১৯১৬ চনতে কৈছিল; কিন্তু "শুৱালকুছি ভাৰতবৰ্ষৰ সুদূৰ চুক এটিত পৰি থকা কাৰণে এই সুবিধা পোৱা টান" বুলিও তেওঁ মন্তব্য কৰিছিল[২২]। ইয়াৰ বস্ত্ৰ ইউৰোপৰ বজাৰত বিক্ৰি হব দূৰৈৰ কথা, ভাৰতবৰ্ষৰে অন্য বস্ত্ৰৰ প্ৰতিযোগীতাত ই তিষ্ঠিব নোৱাৰা হৈছে। জীৱিকাৰ অন্য উপায় নাই কাৰণে উপাৰ্জন কম হলেও ইয়াৰ মানুহখিনি তাঁত শিল্পতে লাগি আছে; সেয়ে শালৰ সংখ্যা বৃদ্ধি হৈছে। কিন্তু মুগাৰ শাল ১৯৬৮ চনৰ এক তৃতীয়াংশৰ পৰিবৰ্ত্তে বৰ্ত্তমান ৩০৮খনলৈ কমি গৈছে; কপাহী সূতাৰ শাল প্ৰায় একেই আছে, বৰ্ত্তমান ৩১৭খন; কেৱল পাটৰ শালৰ সংখ্যাহে বৃদ্ধি হৈ ১৯৮১খন হৈছে। মুগাৰ শাল হ্ৰাস আৰু পাটৰ শাল বৃদ্ধি হোৱাৰ কাৰণ হ'ল, অসমত মুগা পাবলৈ টান হৈছে আৰু ইয়াৰ মূল্য অতিপাত বৃদ্ধি হৈছে; পাট সূতাৰ মূল্যও বাঢ়িছে যদিও কৰ্ণাটকৰ বাঙ্গালোৰৰ পৰা সূতাখিনি আহি আছে। ইয়াৰো ভবিষ্যৎ উজ্জ্বল নহয়; বিদেশলৈ পাট সূতাৰ ৰপ্তানি বৃদ্ধিৰ লগে লগে শুৱালকুছিত ইয়াৰ যোগান কমি যাব। গতিকে কৌটিল্যৰ যুগৰ শুৱালকুছি তথা অসমৰ পত্ৰোৰ্ণা, দুকুল আৰু ক্ষৌম বস্ত্ৰউদ্যোগ (শুৱালকুছিত বহু বছৰ আগৰ পৰা এড়ি কাপোৰ তৈয়াৰ নহয় যদিও ইয়াৰ বিক্ৰিকেন্দ্ৰবোৰৰ জৰিয়তেই বিক্ৰী হয়) বচাই ৰাখিব লাগিলে অসমত কেঁচামালৰ— পাট, মূগা আৰু এড়ি পলু পালনৰ (Rearing) ব্যৱস্থা কৰি এইবোৰৰ সূতাৰ উৎপাদন বৃদ্ধি কৰিব লাগিব।

বৰ্ত্তমানে টেৰি-কটৰ নিচিনা টেৰি-পাট, টেৰি-মুগা, টেৰি-এড়ি বস্ত্ৰ তৈয়াৰ কৰি হস্তচালিত বস্ত্ৰউদ্যোগটোক এটা উন্নত স্তৰলৈ উন্নীত কৰাৰ নতুন আৰু উজ্জ্বল সম্ভৱনাই দেখা দিছে। ৰাসায়নিক তেলৰ পৰা উৎপন্ন হোৱা ডিএমটি (Dimethyte Terephthalate) পলি-য়েষ্টাৰলৈ (Polyester) ৰূপান্তৰ কৰাৰ পাচত ইয়াক বিদ্যুৎচালিত কিম্বা হস্তচালিত যন্ত্ৰৰ সহায়ত কপাহৰ নিচিনা পাজিৰ (Punies or Belnis) পৰ্য্যায়লৈ নি ৫০:৫০ হাৰত বা তাতকৈ কম-বেছি হাৰত এক বা দুই আহীয়া (Ply) পাট, মূগা বা এড়ি সূতাৰ লগত বিদ্যুৎচালিত বা হস্তচালিত যন্ত্ৰত কাটি টেৰি-পাট, টেৰি-মুগা বা টেৰি-এড়ি কাপোৰ তৈয়াৰ কৰিব পাৰি। এক কিলোগ্ৰাম পলিয়েষ্টাৰৰ বৰ্ত্তমান মূল্য ৫০.০০ টকা আৰু সূতা কটা খৰছ ১৮.০০ টকা; ইয়াৰ পৰা ১১ মিটাৰ কাপোৰ তৈয়াৰ হয় বুলি জনা গৈছে[২৩]।

টেৰি-ৰেছম আঁচনি শুৱালকুছিত প্ৰয়োগ কৰিলে



এহাতে ৰেছম সূতাৰ নাটনি সাপেক্ষে ইয়াক কমকৈ ব্যৱহাৰ কৰিব পৰা যাব আৰু আনফালে কাপোৰৰ গুনগত মানো উন্নত হব; ইয়েই কাপোৰৰ চাহিদা বৃদ্ধি কৰাৰ লগতে পলিয়েষ্টাৰ সূতা কটা কাটনি আৰু কাপোৰ বোৱা বোৱনীৰ চাহিদা তথা উপাৰ্জন বৃদ্ধি কৰিব। অসম চৰকাৰ, খাদী বোৰ্ড, মাৰ্কেটিং ছোছাইটি আৰু ৰপ্তানিমুখী আঁচনিৰ কৰ্তৃপক্ষই অকল শুৱালকুছিতেই নহয়, সমগ্ৰ অসমতে টেৰি-ৰেছম আৰু টেৰি-খাদী আঁচনি হাতত লৈ গ্ৰাম্য নিবনুৱা সমস্যা সমাধানৰ পথ মুকলি কৰিব পাৰে। শুৱালকুছিৰ স্থানীয় উদ্যোগী সকলেও এই নতুন দিশত চেষ্টা চলাই ইয়াৰ বস্ত্ৰউদ্যোগটোক এটি আধুনিক পৰ্য্যায়লৈ নিব পাৰে। অৰ্থনীতিৰ ইতিহাসত মানচেষ্টাৰ লাঙ্কেচায়াৰ আদি গাওঁবোৰৰ হস্তচালিত বস্ত্ৰউদ্যোগ পৃথিবী বিখ্যাত আধুনিক বস্ত্ৰউদ্যোগলৈ ৰূপান্তৰ কৰাৰ বহুত উদাহৰণ পোৱা যায়। শুৱালকুছিকো তেনেকৈ এখনি বস্ত্ৰউদ্যোগ নগৰলৈ ৰূপান্তৰ কৰিব পাৰি। ইয়াৰ কাৰণে লাগে মাথোন কল্পনা, নিৰ্দেশনা, সাহস আৰু ঔদ্যোগিক প্ৰচেষ্টা। আশাকৰোঁ উত্তৰপুৰুষসকলে এই কাম হাতত লব।

## আধাৰ গ্ৰন্থপঞ্জী আৰু টোকা

১। Dr. S. N. Choudhury, Silk worm and Its culture, P 5, 1967.
২। অসম প্ৰকাশন পৰিষদ, কৌটিল্যৰ অৰ্থশাস্ত্ৰ, ২য় খণ্ড, পৃঃ ৪১, ১৯৭৭।
৩। Dr. P. C. Choudhury, History of civilisation of Assam, PP 342-43, 1966.
৪। Dr. R. Shamsastry, Kautily's Arthasastra.
৫। অৰ্থশাস্ত্ৰৰ অসমীয়া অনুবাদত স্বৰ্ণভূমিক বন্ধনীৰ ভিতৰত ব্ৰহ্মদেশ বুলি কৈছে; আন কিছুমানৰ মতে ই সুমাত্ৰা (প্ৰথম খণ্ড পৃঃ ৫৪) স্বৰ্ণভূমিক ব্ৰহ্মদেশ বা সুমাত্ৰা বুলি কোৱা কিমানদূৰ সমীচিন আলোচ্য বিষয়। পুৰণি কামৰূপৰ চাৰিটা ভাগ আছিল—কামপীঠ, ৰত্নপীঠ, সুবৰ্ণপীঠ আৰু সৌমাৰপীঠ (A. E. Gait, History of Assam, P 11, 1963) সৌবৰ্ণকুড্য আৰু স্বৰ্ণভূমি যথাক্ৰমে সৌমাৰপীঠ আৰু সুবৰ্ণপীঠ নামৰ লগত সাদৃশ্য থকা যেন লাগে। ডক্তৰ প্ৰতাপ চন্দ্ৰ চোধুৰীয়ে সৌবৰ্ণকুড্যক সোনকুৰিহা (সোনকুদিহা) বুলি অনুমান কৰিছে; উঃ গ্ৰঃ পৃঃ ৩৪১; সিও বিচাৰ্য্য।
৬। খৃষ্টীয় ৯ৰ্থ (?) শতাব্দীৰ ধৰ্মপালে পশ্চিমৰ পৰা ব্ৰাহ্মণ আনি গুৱাহাটীৰ পশ্চিমে নগৰ পতা, শুৱালকুছিৰ ৭২ ঘৰুৱা ব্ৰাহ্মণে কামাখ্যাত পূজা আদি কৰা কথাৰ পৰা শুৱালকুছি অঞ্চলটো কৌটিল্যৰ দিনৰ স্বৰ্ণভূমি বুলি আমি অনুমান কৰিছো। শ্ৰীমন্ত শঙ্কৰ জ্যোতিত সঙ্কলিত লেখকৰ 'শুৱালকুছিৰ ৰেছম শিল্প' প্ৰবন্ধ, পৃঃ ১২৬-২৮, ১৯৭১।
৭। কামৰূপৰ বুৰঞ্জী, Historical and Antiquarion Studies, Assam, P 107-8, 1878.
৮। উঃ গ্ৰঃ পৃঃ ৩৭।
৯। অসম বুৰঞ্জী, Historical eti P 58, 1960.
১০। Paul Mantoux, The Indnstrial Revolution PP 202 & 208, 1958. ইংৰাজসকলে ভাৰতীয় কাপোৰ পিন্ধিলে ৫ পাউণ্ড আৰু ইয়াৰ ব্যৱসায় কৰিলে ২০ পাউণ্ড জৰিমনা ভৰিব

লগা আইন কৰি আৰু ভাৰতীয় শিপিনীৰ আঙুলি পৰ্য্যন্ত কাটি আমাৰ বস্ত্ৰ উদ্যোগ ইংৰাজসকলে ধ্বংস কৰাৰ লোমহৰ্ষক উদাহৰণ যথাক্ৰমে মেনটুক্স (পৃঃ ২০৫) আৰু ৰমেশ চন্দ্ৰ দত্তই তেওঁৰ Economic History of India, Vol. 1 (P 17-18, 1976)ত বৰ্ণনা কৰিছে।

১১। Report of the Powerloom Enquiry Committee, Govt. of India, P 12-13, 1964.

১২। Economic Survey, 1975-76, Directorate of Eco. & St. Assam, P 48.

১৩। Report of the Textile Enquiry Committee, Bengali Translation, All India Handloom Bourd, Calcutta, P 12, 1955.

১৪। Selected Handicrafts of Assam, Census of India, 1961, P 36.

১৫। অসম চৰকাৰৰ ৰেছম বিভাগে প্ৰচাৰ কৰা Sericulture and Handloom weaving in Assam (1976) পুস্তিকাত অসমৰ তাঁতৰ সংখ্যা ৬ ৯১ লক্ষ বুলি কৈছে; কিন্তু ৰেছমত নিয়োজিত শালৰ সংখ্যা ইয়াতো দিয়া নাই।

১৬। Selected Handicrafts of India, P 46.

১৭। P. Baishya, Silk Industry in an Assam Town, article in Yojana, August 1, 1972, P 557-8.

১৮। A survey of Handloom Industry in Madras, Madras University, 1254, P 129.

১৯। Paul Mantoux, op. cit, quoted, P 76-78.

২০। Report of the Powerloom Enquiry Committee, P 13.

২১। P. Baishya, Silk Industry of Sualkuchi, A Plea for Co-operative Township, article in Eastern Co-operative Front, Special Number, Nov. 1976

২২। Maxwell-hefroy-The Silk Industry in India, Vol 1, Govt. of India, 1917, P 152.

২৩। Raman Patel, Polyesterkhadi, A Ray of New Hope, article in Yojana, 1 Nov. 1978, pp 21—22.

# শুৱালকুছিত নাট্য জাগৰণ

শ্ৰীহেম ভৰালী

শুৱালকুছিত নাট্য জাগৰণ কেতিয়া হ'ল, বিবাদমুক্ত সূত্ৰ সংগ্ৰহ কৰিব নোৱাৰিলেও শুৱালকুছিত স্থাপন হোৱা সত্ৰ সমূহত কিছু হীন-দেৰীকৈ হলেও মহাপুৰুষ দুজনাৰ তিৰোভাৱ তিথিত গুৰু দুজনাৰেই ৰচিত অঙ্কীয়া নাটৰ সফল অভিনয় হৈছিল। শুৱালকুছিত কুৰি থনৰো অধিক সত্ৰানুষ্ঠান আছে। গুৰু দুজনা আৰু আতা সকলৰ অঙ্কীয়া নাটৰ প্ৰথম অভিনয় সৰু সত্ৰতেই হৈছিল। বৰপেটা অঞ্চলৰ অচ্যুত বায়ন (উচিত বাইন), তিথৌ বাইন আদিয়ে শুৱালকুছিৰ দেহিৰাম বায়ন (হৰেন বায়নৰ পিতামহ), ভকতৰাম (ৰমণী দাসৰ পিতামহ), ৰাম বায়ন, ধেলা বায়ন, মহীৰাম গায়ন (গন্ধৰাম বায়নৰ পিতা) আদি লোক সকলক খোল-বাদ্য, গীতৰ ৰাগ, মান-তাল, অঙ্কীয়া নাটৰ বচন, পদ আদি শিকাই এটি ভাওনা দল গঠন কৰে। সম্ভৱত এই দলটিয়ে অষ্টাদশ শতিকা মানৰ পূৰ্বভাগতেই শুৱালকুছিত ভাওনাৰ মাজেৰে নাট্য জাগৰণৰ পাতনি মেলি কৃতকাৰ্য্যতা লাভ কৰে। সৰুসত্ৰক কেন্দ্ৰ কৰি ব্ৰজতোলৰ শ্ৰীশ্ৰীগোপাল সত্ৰতো বলি বায়ন (বানৰু বাইন), পূৰ্ণৰাম মহাজন, ভগী ভকত, মোহৰাম মড়ল আদিয়ে অঙ্কীয়া নাট অভিনয় কৰে। যি সময়ৰ কথা কোৱা হ'ল, সেই সময়ত শুৱালকুছিত কোনো ধৰণৰ উন্নত চিকিৎসালয়ৰ ব্যৱস্থা নাছিল। সেয়েহে কলাজ্বৰ, মান্না বা গ্ৰহণী আদিত পৰা কোনো বুঢ়া ডেকা বাচিব নোৱাৰিছিল। পুৰণি লোকসকল মহামাৰীৰ কবলত পৰাত উৎসাহী ডেকা ৺পনোৰাম বায়ন, ৺ভবিন মেনেজাৰ, ৺বলোৰাম বাইন আদিয়ে শ্ৰীগন্ধৰাম বায়ন, পৃথ্‌ৰাম, হাঁহি ৰাম, নৰহৰি ভৰালী, জল্টৰাম মহাজন, ভোগৰাম আদিক লৈ পুনৰ নতুন দল গঠন কৰি হেৰাব ধৰা অঙ্কীয়া নাটৰ সূত্ৰ ৰক্ষা কৰাৰ ফলতহে বৰ্তমানলৈ শুৱালকুছিত অঙ্কীয়া নাটৰ সোঁত মাৰ নোযোৱাকৈ চলি আছে।

পূৰ্বৰোক্ত দলটিৰ বেলি স্বাধীনতাৰ পূৰ্বেই মাৰ যাব ওলোৱাত ১৯৩৫ চনত কৃষ্ণপুৰী পৰিব্ৰাজক (তেতিয়া নলবাৰীৰ কালাগ সত্ৰত থাকে) আদিৰ উপদেশ মতে শুৱালকুছিত স্থায়ী অঙ্কীয়া নাট মঞ্চস্থৰ ব্যৱস্থা কৰিবলৈ শ্ৰীশ্ৰীশঙ্কৰদেৱ সেৱা সংঘ নামে এটি অনুষ্ঠান স্থাপন কৰি ভাটি সত্ৰৰ পুথি ভৰালটো আথৰা-ঘৰ ৰূপে ব্যৱহাৰ কৰি অঙ্কীয়া নাট বিকাশৰ ব্যৱস্থা হাতত লয়। এই সংঘৰ উদ্দেশ্য হ'ল যাতে ভবিষ্যতেও শুৱালকুছিত অঙ্কীয়া নাটৰ অভিনয় লোপ নাপায়। শ্ৰীশ্ৰীশঙ্কৰদেৱ সেৱা সংঘৰ স্থায়ী ঘৰ হোৱাৰ পিছৰ পৰা শুৱালকুছিত অঙ্কীয়া নাটকৰ সফল অভিনয় হৈ আছে। স্বাধীনতাৰ পৰবৰ্তী কালছোৱাত অঙ্কীয়া নাটৰ অনুশীলন কেইবাটাও সংঘত হ'ল। যথা— শ্ৰীশ্ৰীশঙ্কৰ দেৱ কৃষ্টি বিকাশ কেন্দ্ৰ, শ্ৰীশ্ৰীশঙ্কৰদেৱ মন্দিৰ, শ্ৰীশ্ৰীশঙ্কৰদেৱ ধাম, অসম শঙ্কৰী কলা বিদ্যালয়, শ্ৰীশ্ৰীহাটী সত্ৰ, কলিতা মন্দিৰ সংঘ, ডেকা বাপু সত্ৰ ইত্যাদি।

শ্ৰীশ্ৰীঈশ্বৰ ডেকা বাপু সত্ৰত স্বৰ্গীয় ৰামনাথ মহন্তদেৱ

তেতিয়াৰ দিনতে নামনি অসমৰ গোৱালপাড়া, মাটিয়া, ৰঙামাটি আদি অঞ্চল ঘূৰি ধূৰা নাটৰ কৌশল শিকি আহি ধূৰা নাট মঞ্চস্থ কৰে। সম্ভৱতঃ ৺মহন্তদেৱ শুৱালকুছিৰ ধূৰা নাটৰ প্ৰথম সূত্ৰধাৰ তথা পৰিচালক।

কৈৱৰ্ত্ত পাৰাতো অকীয়া নাটৰ একাধিক অভিনয় হৈছিল। মন কৰিবলগীয়া যে কৈৱৰ্ত্ত পাৰাৰ নাট অভিনয়ৰ ঢং বোৰ উজনি অসম-সুৰীয়া। এই বিষয়ে অধ্যয়ন কৰাৰ ভাৰ আমাৰ ডেকা চামৰ হাতত। কাৰণ শুৱালকুছিৰ ভাষাত এটি গবেষণাৰ আঁত সোমাই আছে। ৺সুনন্দ সাজতোলাৰ গীত পৰিবেশনৰ মাজতো নাটকীয় ঢং মিশ্ৰিত আছিল। শঙ্কৰ মন্দিৰ পথত অৱস্থিত গোপাল সত্ৰত একাধিক বধ কাব্যৰ অভিনয় হৈছিল।

স্বাধীনতাৰ প্ৰায় তিনি কুৰি বছৰ পূৰ্বে লক্ষীৰাম যাত্ৰা পাৰ্টি নামে লক্ষীৰাম মেধিৰ নেতৃত্বত এটি যাত্ৰা পাৰ্টিৰ দল স্থাপন হয়। মাত্ৰ ১২ বছৰৰ পৰম আয়ুৰে লক্ষীৰাম যাত্ৰা পাৰ্টি লোপ হোৱাৰ পিচত 'ভাটিপাড়া একতা যাত্ৰা পাৰ্টি' স্থাপন হৈ দুবছৰতে তলৃকা মাৰে। তাৰ পিচত ৺ভবেন মেনেজাৰ, শ্ৰীদুৰ্গাচৰণ ভৰালী আদিৰ নেতৃত্বত পুনৰ এটি যাত্ৰা দল হয়। ডঃ হৰিশ্চন্দ্ৰ কাকতি আদিয়ে এই যাত্ৰাত যোগ দিয়াৰ পিছত 'সনাতন অপেৰা পাৰ্টি' নামে ইয়াকে জনা হয়।

বৰ্তমানৰ বয়োবৃদ্ধ শ্ৰদ্ধেয় শ্ৰীসিদ্ধেশ্বৰ ওজা এজন অভিনয়প্ৰিয় লোক। তেওঁ নিজে এজন অভিনেতা। সেই সময়ৰ অভিনয় আৰু ৰঙ্গমঞ্চ সম্বন্ধে তেওঁৰ পৰা বহুখিনি আভাস পোৱা গৈছে। অভিনয়ৰ প্ৰতি তেওঁৰ ধাউতি হয় বৰপেটাৰ হৰিপ্ৰসাদ দাসৰ (ডালিমবাবু) সান্নিধ্যত। ১৯২১ চনত তেওঁ চবডেপুটী কালেকটৰ হৈ টিহুত আছিল। ওজাও তাত আছিল—কংগ্ৰেছৰ কামত। তেওঁৰে পৰা শ্ৰীযুত ওজাই অভিনয়ৰ প্ৰতি অনুপ্ৰেৰণা লাভ কৰে। তেওঁ টিহুৰ পৰা গাওঁলৈ আহি দেখে যে শ্ৰীদুৰ্গাচৰণ ভৰালী ডঃ হৰিশ্চন্দ্ৰ কাকতি আৰু ৺ভবিন মেনেজাৰৰ নেতৃত্বৰ শুৱালকুছিত যি এটা যাত্ৰা পাৰ্টি চলি আছিল তেওঁ আহি তাতে যোগ দিলে।

তেওঁ জনা মতে উক্ত যাত্ৰা পাৰ্টিয়ে অসমীয়া নাট সীতা হৰণৰ অভিনয় কৰিছিল। কিন্তু তেওঁ আহি বঙলা নাটক 'ত্ৰিশঙ্কুৰ স্বৰ্গলাভ', 'সংসাৰ চক্ৰ', 'বিজয়-বসন্ত', 'অদৃষ্ট' আদিত অভিনয় কৰিছিল। কিন্তু দৰ্শকে ভাল নোপোৱাত পিছলৈ বঙলাৰ পৰা অনুবাদ কৰি 'বেদউদ্ধাৰ', 'ৰাণা প্ৰতাপ', 'শিৱাজী' আদি অভিনয় কৰিছিল।

অভিনয়ৰ কাৰণে সংগীত, নৃত্য আদিৰ কাৰণে ওস্তাদৰ প্ৰয়োজন। সংগীতৰ কাৰণে কামাখ্যাৰ ওস্তাদ ৰামদাস আৰু ডিমুৰ কৃষ্ণ শৰ্মাক আনি পাৰ্টিৰ চোকোৰা (বৰজুৰি, চোটজুৰি), বিবেক সংগীত পূৰ্ণৰাম কলিতা আদিক শিকোৱাৰ ভাৰ দিয়া হৈছিল। পৰিচালকৰ ভাৰ আছিল বেছিভাগ শ্ৰীযুত ওজাৰ ওপৰত।

অভিনয়ত যন্ত্ৰৰ ভিতৰত হাৰমনিয়াম, তবলা, কৰ্ণেট, ক্লেৰিয়নেট আদি ব্যৱহাৰ কৰা হৈছিল।

আখৰা দিয়া হৈছিল ৰূপৰাম মেধিৰ চ'ৰাঘৰত আৰু শ্ৰীযুত ওজাৰ ঘৰত। পিছলৈ স্থায়ীভাৱে "সনাতন হলত" আখৰা দিয়া হৈছিল।

শ্ৰীযুত ওজাৰ অভিজ্ঞতাৰ পৰা জনা যায় যে সেই সময়ত অভিনয় সম্পৰ্কত দুৰ্যোগো আহিছিল। অভিনয়ত মানুহৰ নিচাকম আছিল। গতিকে মানুহক মিঠাই খুৱাবলগীয়া হৈছিল, চোকোৰা বিলাকৰ 'টিউচন' কৰিবলগীয়া হৈছিল। তেতিয়াহে মাক-বাপেকে সন্মতি দিছিল। ইয়াৰ পৰা উৎসাহ পোৱা হৈছিল। পোহৰৰ ক্ষেত্ৰত আমোদজনক ব্যৱস্থা কৰা হৈছিল। কাপোৰৰ মোহোলা, আৰু ডাঙৰ মলাত সৰিয়হ তেল দি সলিতা লগাই আখৰা কৰা হৈছিল। তাৰ ৩।৪ বছৰ মান পিছত ডলা লেম্প আৰু মেণ্টেল লাইট ওলোৱাত তাৰ ব্যৱহাৰ কৰা হৈছিল।

ভাল অভিনেতাৰ ভিতৰত আছিল ধৰণীধৰ মেধি, দুৰ্গাচৰণ ভৰালী, ৺গৰ্গৰাম দাস আৰু ৺ধনেশ্বৰ দাসৰ নাম বিখ্যাত আছিল। শ্ৰীযুত ওজাই মুখ্য অভিনেতাৰ ভাও লৈছিল। তেখেতৰ ভাস্কৰ বৰ্মাৰ অভিনয় আমাৰ এতিয়াও মনত আছে। তবলাত ৺টিনবৰ বৈশ্য,



হাৰমনিয়ামত ৺হৰমোহন ভৰালী, কৰ্ণেট বাদনত পনোৰাম দাস আৰু ক্লেৰিয়নেটত ৺দেবী বায়ন আৰু কৰ্ণেটত শ্ৰীঅমৃত দাস বিখ্যাত আছিল।

সনাতন অপেৰা পাৰ্টিৰ দলটোৱে অসমৰ বিভিন্ন ঠাইত অভিনয় কৰাৰ সুযোগ পাইছিল। অসমৰ কমলাবাৰী, আহতগুৰি তামোলপুৰ, বাইহাটা, ৰঙিয়া, ছয়গাওঁ, বকো, গুৱাহাটী (বহুবাৰ) হাজো ৰামদিয়া, দধি আদি ঠাইত অভিনয় কৰি ৰাইজৰপৰা সমাদৰ পাইছিল। আনকি এওঁলোকৰ সফলতাৰ কাৰণে অভিনয়ৰ বাবে ইমান বেছি নিমন্ত্ৰণ পাইছিল যে সময়ত বহুজনৰ "বায়না" ফিৰাই দিবলগীয়া হৈছিল। প্ৰায় লগে লগে বৰসত্ৰ ঘাঘেৰীচুকত ছাত্ৰ নাট্য পাৰ্টি নামেও এটা যাত্ৰা দল গঢ়ি উঠে। ইয়াতে মুখ্যভাও লৈছিল ৺সৰ্বানন্দ মৰল আৰু শ্ৰীসৰ্বানন্দ মহন্তই।

মাজ তোলত আৰু কলিতা মন্দিৰত খৰ্গধৰ মেনেজাৰৰ নেতৃত্বতো এটি নাট্য পাৰ্টি গঠন হয়। সেই একে সময়তে ১নং নাক্তাদলত তৰুণ অপেৰা থিয়েটাৰ'ৰ জন্ম হৈ কেইবা বছৰৰ দীৰ্ঘায়ুৰে শুৱালকুছিৰ মধ্য ভাগত এটি নতুন জাগৰণৰ সৃষ্টি কৰিছিল।

গাওঁখনৰ পূব পিনে বামুণ শুৱালকুছিত 'গণেশ বিগ্ৰহ নাট্য পাৰ্টি হিচাবে এটি দল গঠন হয়। বংগ ভংগৰ পিচত এজন আত্মগোপনকাৰী বঙালী সাধকে 'গণেশ বিগ্ৰহ নাট্য পাৰ্টিৰ শেষৰ পিনে গুৰি ধৰিছিল বুলিও শুনা যায়। পাছলৈ শুৱালকুছিৰ প্ৰতি অঞ্চলতেই যাত্ৰাপাৰ্টি একোটি গঢ়ি উঠিছিল। এই বোৰৰ ভিতৰত কেওঁট পাৰা, কুমাৰ পাৰা, বৰ সত্ৰ, কলিতামন্দিৰ, ঘাঘেৰচুক, মাজতোল ব্ৰজতোল, নাক্তাদল, শান্তি তোল উল্লেখ যোগ্য। কিন্তু গুৰি ধৰা সনাতন পাৰ্টিৰ দৰে সুখ্যাত হোৱা নাছিল। সনাতন পাৰ্টিয়ে কংগ্ৰেছৰ জুবিলী উৎসৱত গুৱাহাটীত ৰূপৰ পদক আদি পোৱাত তৰুণ ফুকন, গোপীনাথ বৰদলৈ আদি লোকৰ ভূয়সী প্ৰশংসা পাইছিল আৰু এই যাত্ৰা দলটিয়ে অসমৰ উজনিৰ পৰা দেৱানগিৰি, কুমৰি কটা, নাগ্ৰিজুলি, নামনি অসম আদি ঠাইত অভিনয় কৰি শুৱালকুছিৰ নাম মঞ্চজগতত উজ্জ্বল কৰি তুলিছিল। উল্লেখযোগ্য যে এই সনাতন পাৰ্টিয়েই অসমত প্ৰথম মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰ দেৱৰ আবিৰ্ভাৱ উৎসৱ পালনৰ পাতনি মেলে।

অভিনেতা সকলৰ উৎসাহৰ বাবেই মাত্ৰ শুৱালকুছিত এটি মাত্ৰ স্থায়ী ঘৰত মঞ্চ তৈয়াৰ কৰাৰ অভিপ্ৰায়েৰে পলাশবাৰীৰ পৰা মাত্ৰ ২·০০ দুটকা যোৰায় শালকাঠৰ খুটা আনি 'সনাতন অপেৰা' নাট্যঘৰ সাজি উলিয়ায়। বৰ্তমানৰ গণেশ দাস হাইস্কুলৰ আধাৰ সনাতন পাৰ্টিৰ ঐতিহ্য মাত্ৰ। শুৱালকুছিত তেতিয়াই প্ৰেক্ষাগৃহ হৈ উঠিছিল; কিন্তু আজি আৰু নাই। কলামোদী ৰাইজে গাওঁৰ প্ৰেক্ষা গৃহ এটিৰ অভাৱ বাৰুকৈয়ে অনুভৱ কৰি আছে।

১৯৫১ চনত সুকুমাৰ কলা সঙ্ঘ আৰু প্ৰায় সমসাময়িক ভাৱে লোক নাট্য সঙ্ঘ গঢ়ি উঠে। দুয়োটা দলে সুন্দৰ থিয়েটাৰ প্ৰদৰ্শন কৰিবলৈ সমৰ্থ হৈছিল। অৱশ্যে ইয়াৰ আগতেই গাওঁৰ ছাত্ৰসকলে প্ৰথম থিয়েটাৰ প্ৰদৰ্শন কৰিছিল। এই ছাত্ৰ সকলৰ ভিতৰত আছিল ৺প্ৰমোদ মড়ল, ৺ভগবান মহন্ত, ৺অৰুণ ৰাজমেধি, কামেনি মেধি, হেম দাস ড° গোলোক দেউৰী আদি। তেওঁলোকৰ পাছতো শুৱালকুছি হাইস্কুলৰ ছাত্ৰ সকলে স্কুলৰ প্ৰাঙ্গণত থিয়েটাৰ অভিনয় কৰিছিল সুকুমাৰ কলা সঙ্ঘৰ জন্মৰ আগতেই।

বৰ্তমান দেশে-বিদেশে নাট্য আন্দোলনে গা কৰি উঠিছে। ভাৰতৰ কলিকতাত বিশেষকৈ নতুন নতুন আঙ্গিকেৰে নাট্য প্ৰস্তুতি চলিছে। অসমতো ইয়াৰ কোব বাৰুকৈয়ে পৰিছে। আজিৰ পৰা ১৪-১৫ বছৰ আগতে অসমত ব্যৱসায়িক ভেটিত ভ্ৰাম্যমান নাট্য গোষ্ঠীয়ে জন্মলাভ কৰিলে। তেতিয়াৰ পৰাই নাট্য জগতত এটা আলোড়নৰ সৃষ্টি হ'ল। আমাৰ নাট্য জগতৰ শিল্পীসকলে ন-ন আঙ্গিকেৰে পৰীক্ষামূলক ভাৱে নাট মঞ্চস্থ কৰিবলৈ ধৰিলে; বোল ছবি জগতৰ লগত ফেৰমাৰি অসমীয়া মৌলিক নাটেৰে দৰ্শকক আনন্দ দিব পৰা হ'ল। শুৱালকুছিতো এচাম শিক্ষিত ডেকাক কেন্দ্ৰ কৰি ক্ৰমে আৰু

কেইবাটাও নাট্য গোষ্ঠীৰ জন্ম হ'ল। তাৰে ভিতৰত গুৱালকুছি ৰূপকলা সংঘ, ৰূপকোঁৱৰ নাট্য মন্দিৰ, লুইত-পৰীয়া শিল্পী সমাজ, অমৰজ্যোতি সংঘ, জেউতী কলা সংঘ, ভাটিপাৰা বিকাশ সংঘ, নৱমিলিত যুৱক সংঘ, নটোল যুৱক সংঘ, শান্তিতোল প্ৰগতি সংঘ উল্লেখযোগ্য। এই নাট্যগোষ্ঠীবোৰে সময়ে সময়ে নাট সঞ্চস্থ কৰি দৰ্শকৰ পৰা উৎসাহপূৰ্ণ সহাঁৰি পাই আহিছে।

গুৱালকুছি লোক নাট্য সংঘৰ দ্বাৰা ১৯৬৯-৭০ চনত 'নতুন পুৰুষ' মঞ্চস্থ হয়। ভ্ৰাম্যমান পদ্ধতিত কৰা দুখন মঞ্চৰ জৰীয়তে এইখনি নাটৰ উপস্থাপন ৰীতি উল্লেখযোগ্য। তাৰ পিছতে মঞ্চত পৰীক্ষামূলক হিচাপে পোনপ্ৰথমবাৰৰ বাবে (১৯৬৫-৭৬) দুখন চলন্ত মঞ্চৰ জৰীয়তে ৰূপকোঁৱৰ নাট্য মন্দিৰৰ দ্বাৰা 'শকুনিৰ প্ৰতিশোধ' আৰু 'ৰজা হৰিচন্দ্ৰ' মঞ্চস্থ কৰা হয়। এই কেইখন নাটৰ কথা এই বাবে উল্লেখ কৰা হৈছে যে আধুনিক পদ্ধতিত মঞ্চ, পোহৰ, চেটিং, আৰহ সংগীতৰ অপূৰ্ব মিলনে দুখন চলন্ত মঞ্চত গুৱালকুছিত এয়ে প্ৰথম প্ৰস্তুতি। তাত সাৰ্থকো হৈছে। ইয়াৰ বাহিৰেও বিভিন্ন নাট্য গোষ্ঠীয়ে নিয়মিয়াকৈ বছৰি প্ৰায় ৮।১০ খন নাট বিভিন্ন সময়ত মঞ্চস্থ কৰিয়ে আছে। ইয়াৰোপৰি স্কুল-কলেজ আদিত ছাত্ৰ-ছাত্ৰীৰ দ্বাৰা বাৰ্ষিক সমাৰোহ আদিত নাট মঞ্চস্থ হৈ থাকে। বাহুল্যৰ ভয়ত সেইবোৰ প্ৰকাশ কৰা নহ'ল। মুঠতে বৰ্তমান নাট্যজগতৰ বাটত খোজ মিলাব পৰাকৈ গুৱালকুছিত বলিষ্ঠ নাট্য গোষ্ঠী আছে। কিন্তু নাট্য মন্দিৰৰ অভাবে নাট্য গোষ্ঠীৰ নাট পৰিবেশনত বাৰুকৈয়ে ক্ষুণ্ণ কৰিছে। ৰাইজ আৰু চৰকাৰৰ সম্পূৰ্ণ সহায় সহযোগ পালে নিশ্চয় গুৱালকুছিত নাট্য আন্দোলনৰ ক্ৰমবিকাশৰ বাট সুগম হব। গুৱালকুছিত থকা বিভিন্ন নাট্য শিল্পী ভ্ৰাম্যমান দলবোৰৰ লগত জড়িত হৈ আছে। এটা সাম্ভাব্য আশাৰ ৰেঙনীৰে 'শ্ৰীমন্ত শঙ্কৰ নাট্য মন্দিৰ নিৰ্মাণৰ পথত আগবঢ়াটো এটা বলিষ্ঠ পদক্ষেপ বুলিব লাগিব।

---



# গুৱালকুছিৰ বনাঞ্চল ঃ এটি আলেখ্য

অধ্যক্ষ শ্ৰীহেমকান্ত বৈশ্য

মানুহে সভ্যতাৰ পোহৰলৈ অহাৰ আগতে দলপাতি বনৰীয়া জীৱ-জন্তু, চৰাই-চিৰ্কতি চিকাৰ কৰি জীৱিকা নিৰ্বাহ কৰা কথাটো বহু তথ্যপাতিৰে জ্ঞানীসকলে প্ৰমাণ কৰি থোৱা কাৰণে তাৰ ওপৰত পুনৰাবৃত্তি কৰাৰ প্ৰয়োজন বোধ নকৰিলোঁ।

তাৰ পিছতে আহিল মানৱৰ দ্বিতীয় পৰ্য্যায় বনৰীয়া জীৱ-জন্তু চৰাই ইত্যাদি ফান্দেৰে ধৰি ভৱিষ্যত জীৱন ধাৰণৰ ব্যৱস্থা ৰূপে পালন। এনেকুৱা কৰোতে অন্বেষণ-শীল মানুহৰ চকুত ধৰা পৰিল কিছুমান জীৱ-জন্তুৰ, মানুহৰ ধাৰাবাহিক জীৱনৰ লগত ওতঃপ্ৰোতঃভাৱে হব পৰা সাম্ভাব্য সম্বন্ধ।

মানুহে পশু পালকৰ ভূমিকা ললে—জীৱ-জন্তুৰ প্ৰতি আংশিক হলেও মমতাৰ উদ্ৰেক হ'ল। তৃণভোজী জীৱ-জন্তুৰ কাৰণে ঠাই মোকলাই চৰণীয়া পথাৰ উলিয়ালে।

তাৰ পিছতে আহিল আটাইতকৈ মূল্যৱান ভূমিকা বননিৰ গুটিৰ প্ৰজনন দৰ্শন আৰু খেতিৰ ভূমিকা। মানুহে যাযাবৰ জীৱন এৰি এটা সুস্থিৰ জীৱিকা লোৱাৰ ৰেঙনী দেখিলে। সভ্যতাৰ পোহৰে আদি মানৱৰ দৃশ্যপটত উদঙাই দিলে এক বিৰাট ভৱিষ্যত। প্ৰাকৃতিৰ সংঘটনবোৰৰ লগত চলা ফুৰাৰ নিজ মস্তিষ্ক প্ৰসূত পথ ললে, প্ৰকৃতিৰ পৰা ফালৰি কাটিবলৈ ধৰিলে আৰু নিজৰ অসুবিধাদায়ক শক্তিসমূহৰ বিৰুদ্ধে অনন্ত যুদ্ধৰ কাৰণে সাজু হ'ল।

গাওঁ হ'ল, নগৰ, মহানগৰী হ'ল, আলি-পদুলিয়ে পোখা মেলিলে। ৰথ, ৰেলগাড়ী, জাহাজ, মটৰ গাড়ী তাৰ পিছত আকাশী জাহাজ, ৰকেট আৰু যে কিমান কি।

প্ৰকৃতিক পৰাভূত কৰাৰ ধাৰাবাহিক প্ৰচেষ্টা অব্যাহত থাকিল--নোৱাৰিব নে পাৰিব? উত্তৰ অতি জটিল।

সভ্যতাৰ ৰেঙনীয়ে মানুহক প্ৰাকৃতিক পথৰ পৰা বহু ফালৰি কটাই অনালে। যি বননিৰ ওপৰত মানুহ বৰ্তি আছিল—সিয়েই সন্ত্ৰাসৰ কাৰণ হ'ল। যি জীৱজন্তু সমাবৰ্তনৰ এক অংশ আছিল—সেই পৰিচয় মানুহে পাহৰি গ'ল॥ মানুহে জানো এটা সমাবৰ্তন চক্ৰৰপৰা আতৰি জীয়াই থাকিব পাৰিব? এই প্ৰশ্নৰ উত্তৰ কিন্তু আৰ্য্যসকলে দিলে—সামাজিক জীৱন প্ৰবাহ বননি আৰু প্ৰকৃতিক লৈহে চলালে—প্ৰকৃতিক শত্ৰুহিচাবে ধৰি নহয়।

মানুহৰ সভ্যতাৰ আঁত ৰাখিবলৈকে জানো বননিৰ প্ৰয়োজন নাই? ঘৰ সজাৰ আহিলা, জলনৰ খৰি, খেতিৰ আহিলা পাতি, পচন সাৰ, জলবায়ুৰ তীব্ৰতা নাশ, পানীৰ ধাৰাবাহিক শ্ৰোত, খেতি-পথাৰ ৰক্ষণাবেক্ষণৰ বাবে জানো মানুহ বননিৰ ওচৰত ঋণী নহয়?

মানুহে বুজিও নুবুজা হ'ল। এই সমন্বয় ৰাখিব নোৱাৰাৰ কাৰণেই বহুত পুৰণি সভ্যতা ধ্বংসপ্ৰাপ্ত হ'ল। মেচোপটেমিয়া, মধ্য এচিয়াৰ বহুত পুৰণি প্ৰসিদ্ধ নগৰ তাৰ জলন্ত প্ৰমাণ।

আজি গুৱালকুছিৰ ওচৰৰ বননিৰ ক্ৰন্দনতো একেটা

সুৰ। শুৱালকুছিৰ গাতে লাগি থকা পাহাৰ কেইখনত বহু মূল্যবান গছেই আছিল। তাত বহু ৰকমৰ জীৱ-জন্তুৱেও বাস কৰিছিল। কিন্তু আজি! এতিয়াৰ লৰা-ছোৱালীয়ে হয়তো মোৰ কথিকাটো পঢ়ি হাঁহিব—নিজকে হয়তো প্ৰশ্নও কৰিব—শুৱালকুছিত নো ক'ত জংগল আছিল? ইয়াত বাঘ, গাহৰি, পহু, কেটেলা, ঘোং নো ক'ত থাকিব ইত্যাদি-ইত্যাদি।

বেছি দিনৰ কথা নহয়। ১৯৪১ চনত মই শুৱালকুছি হাইস্কুলৰ ষষ্ঠমান শ্ৰেণীৰ ছাত্ৰ। সেই সময়ত আমালোকৰ চুবুৰিৰ এজন সদাশয় ভদ্ৰলোকে এটা সিঙ্গী ষাঁড় ৰাইজৰ উপকাৰৰ কাৰণে এৰি দিছিল। এদিন আমি স্কুলত থাকোতে খবৰ পালোঁ—দুটা বাঘে বংশৰলৈ যোৱা পথৰ ওপৰতে ষাঁড়টো মাৰিলে। স্কুল চুটি হোৱাৰ লগে লগেই ওলাই গলোঁ। হয়, ষাঁড়টো মাৰিছিল। প্ৰায় এবিঘা মান মাটিত যুঁজি ধূলিসাৎ কৰিছে। খোজৰ পৰা বুজা গ'ল দুটা বাঘ।

আমাৰ চুবুৰিতে গাহৰি সোমাই শ্ৰীযুত দুলাল মহাজন (মোৰ দাদা) হঁতৰ ঘৰৰ বেৰ-ভঙা কাৰো অবিদিত নহয়।

ইয়াৰ উপৰিও মোৰ মনত পৰে—স্বৰ্গীয় ললিত বৈশ্য সাউদহঁতৰ ঘৰত এটি ঘোং ৰাতি সোমাই আছিল আৰু তাক জাঠি-জোঙেৰে খুচি মাৰে।

মাজনিশা শুৱালকুছিৰ ঘন বসতি প্ৰধান আলিৰ ওপৰেৰে নাঁহৰ ফুটুকি বাঘে চিঞৰি ফুৰা বোধ হয় বহুতৰে মনত পৰিব। বাঘেশ্বৰী পাহাৰৰ শিলৰ মাজত এহাল নাহৰ ফুটুকী বাঘে আবেলি খেল-ধেমালি কৰি থাকোতে শ-শ শুৱালকুছিৰ ৰাইজ, ছাত্ৰ-ছাত্ৰীয়ে বালিচৰৰ পৰা চোৱা কথা বোধহয় বহুতেই পাহৰা নাই। ডাঃ জ্যোতিষ দাস ডাঙৰীয়া হঁতৰ ব্ৰহ্মপুত্ৰৰ গাঁতে লাগি থকা পাহাৰ খনত বহুতেই হুগৰী পহু মৰা কথা মোৰ হলে মনত আছে।

পূব শুৱালকুছিৰ গণেশ মন্দিৰৰ ওচৰতে ৺নবীন ভৰালী (তেখেতক নবীন চিকাৰী বুলিহে জানে) ঢেকীয়া পতিয়া বাঘ এটা মৰা কথা আৰু তাৰ ওচৰতে কৈৱৰ্ত্ত পাৰাৰ লোক এজনে ৰাতি গৰু বুলি বাঘক থপৰিয়াই দিয়াতে বাঘে মৰা কথা আমি হলে পাহৰা নাই। মই, কটনত পঢ়ি থকা অৱস্থাত গৰমৰ বন্ধত ইলিছ মাছ মৰা বৰ চখ আছিল। সেই সময়ত মাছ মাৰিবলৈ যাওঁতে 'ৰাতি গোবৰ্দ্ধন পাহাৰত বাঘৰ গোজৰণি শুনি দক্ষিণ পাৰেৰে ভয়তে নাও উজাই পলোৱা কথা বেছ মনত আছে।

য'ত বননি তাত বননিৰ জীৱ-জন্তু থকা স্বাভাৱিক। এতিয়া! শুৱালকুছিৰ ওচৰত হাবি বননি নাই বুলি কলেও হয়। এই বননি, এই জীৱ-জন্তু কলৈ গ'ল?

বননি কোনো শেষ হব নোৱাৰা প্ৰাকৃতিক অবদান বুলি ভৰা বহুতৰ ধাৰণা। অৱশ্যে এইটো ঠিক বননি পুনঃ গঢ়িব পৰা প্ৰাকৃতিক সম্পদ। কিন্তু প্ৰজননতকৈ বেছি কাটিলে তাৰ নিঃশেষ অৱশ্যম্ভাৱী। গাতে লাগি থকা পাহাৰ কেইখনত অতিজতযে বহু মূল্যবান গছ আছিল—বৰ্তমান মানুহৰ অত্যাচাৰত পঙ্গু হৈ থকা গছ-গছনিৰ আলেখ লেখে সকিয়ায়। ইয়াত শাল, সোণাৰু, গমাৰি হালধীয়া চঁপা ইত্যাদি মূল্যবান গছ আছিল বা হব পাৰে এইটো ঠিক, কিন্তু পাহাৰৰ মাটিবোৰৰ স্বাভাৱিক ক্ৰিয়া পঙ্গু কৰিছে মানুহৰ ধাৰাবাহিক অত্যাচাৰে। ফলত আমি শুৱালকুছিৰ জন সাধাৰণ কাঠ নাটনিৰ সম্মুখত। খৰিৰ কাৰণে আনৰ ওচৰত হাত পাতিব লাগে। পাহাৰৰ ওচৰত থকা খেতিপথাৰ ওপৰৰ পৰা পানীয়ে অনা শিল-বালি পৰি অনুৰ্ব্বৰ হোৱাৰ উপক্ৰম বা কোনো ঠাইত হৈছেও। বৰ বিল মৰি মৰিশালি হ'ল। সৰু খাৰা বৰ খাৰা তৰাং হ'ল। হয়তো এনেধৰণে চলি থাকিলে আৰু কেনেবাকৈ পথাৰ খনত সোঁত প্ৰবাহ চলিলে বাকী খেতিৰ মাটিও অনুৰ্ব্বৰ হোৱাৰ সম্ভাৱনা নুই কৰিব নোৱাৰি।

মই জনাত ওচৰৰ পাহাৰ কেইখন অসম চৰকাৰে লৈছে। তাত বননি লগোৱাৰ যোজনাও ভূমি সংৰক্ষণ বিভাগে লৈছে। ইয়ো বহুত নিবনুৱাক অন্ন সংস্থান দিয়াৰ উপৰিও প্ৰকৃতিৰ প্ৰকৃত ৰূপ ঘূৰাই আনি সৌন্দৰ্য্যৰ



সমাবেশ ঘটাই সকলোৰে মনত আনন্দ দিব বুলি আশা ৰাখিলোঁ। বননিৰ নগ্নৰূপ শুৱালকুছিৰ নিচিনা শিল্প-প্ৰধান সভ্যতাৰ সোপানত আগবঢ়া পৃথিৱীৰ বহুদেশৰ নগৰ, চহৰ আৰু গাঁৱত পৰিলক্ষিত হয়। চিন্তাশীল মানৱ-পটত এই বিভীষিকাৰূপী নগ্নৰূপ প্ৰতিফলিত হোৱাত ৱহুত দেশৰ, নাগৰিকসকলে বননিৰ সভ্যতাৰ লগত জড়িত নিবীড় সম্বন্ধ গৱেষণা তথা কাৰিকৰী জ্ঞান সাপেক্ষে অনুধাবন কৰি বন-নীতিৰ ঘোষণা কৰি নিজ নিজ দেশৰ অস্তিত্ব বজাই ৰখাৰ উপৰিও খেতি-পথাৰ, বান-নিয়ন্ত্ৰণ, জলবায়ুৰ তিক্ততা হ্ৰাস, বন্য জন্তুৰ ৰক্ষণাবেক্ষণ, কৰ্ম্মৰত মানৱৰ মানসিক আমোদ-প্ৰমোদৰ আহিলা, প্ৰকৃতিৰ সৌন্দৰ্য্যবৃদ্ধি, ঔদ্যোগিক কল-কাৰখানা আৰু যন্ত্ৰচালিত যান-বাহনে কৰা দূষিত বায়ু শোধন কৰি জীৱজগতৰ কল্যাণ সাধন কৰিবলৈ প্ৰয়াস কৰিছে।

ভৌগোলিক অৱস্থান, দেশৰ পৰ্বত পাহাৰে কৰা জলচ্ছেদ, মাটিৰ স্বাভাৱিক গঠন, নাগৰিক সকলৰ জাতীয় ভাৱধাৰা, ঔদ্যোগিক দিশৰ চাহিদা, গৱেষণাৰ দ্বাৰা আহৰণ হোৱা জ্ঞানৰ পৰিসৰ আৰু কাৰিকৰী জ্ঞানৰ মাপকাঠিয়ে বননীতি ঘোষণাৰ দিশবোৰ নিৰ্ণয় কৰে।

১৯৫২ চনত এক শুভমুহূৰ্ত্তত স্বাধীন ভাৰতত কমপক্ষেও মাটিভাগৰ ৩৩·৩% ভাগ বননি ৰাখিব লাগে বুলি ঘোষণা কৰা হৈছিল; তাৰে পৰ্বত অঞ্চলত ৬০% ভাগ আৰু উপত্যকা অঞ্চলত ২০% ভাগ। কিন্তু দেখা যায় দৰাচলতে ২৫% ভাগমানতহে বননি আছে আৰু আমাৰ ৮·৩% ভাগেই কম আছে। ইয়াৰ উপৰিও বননিবোৰত হিচাবত যদিও ১৯৫০ চনত জমিদাৰী প্ৰথাৰ বিলোপ সাধন কৰাৰ লগে লগেই জমিদাৰ সকলে উচ্চ ন্যায়ালয়ৰ ওচৰ চাপি জমিদাৰী প্ৰথাৰ বিলোপ সাধনৰ বিৰুদ্ধে স্থগিত অৱস্থা ৰাহাল ৰখাৰ সাপেক্ষে কিছু সময় পোৱাত বহুতো বননিৰ পৰা গছ উধাও হ'ল আৰু ফলত প্ৰাকৃতিক শক্তি সমূহে ভূমি স্খলন, ধৰ্ষন আদিৰ দ্বাৰা কেৱল বননিৰ স্বাভাৱিক অৱস্থাৰ অৱনতি কৰিয়েই এৰা নাই তাৰ লগতে লাগি থকা বহুতো খেতি পথাৰত শিল-বালি পেলাই অনুৰ্বৰ কৰি বিভীষিকাৰ সৃষ্টি কৰে বহু ঠাইতো। এইটো সহজেই অনুমেয় যে বন ধ্বংস হলে শতক নহয়, দুই শতকত গঢ়ি উঠি আগৰ নিচিনা হোৱাৰ সম্ভাৱনা নুই কৰা নাযায়। কিন্তু মাটিস্খলন হৈ স্বাভাৱিক শিলাময় স্তৰ উলিয়াই দিলে তাৰ পৰিবৰ্তন সাধনত প্ৰকৃতিয়ে বহু হাজাৰ বছৰ লব।

যি নহওক, জমিদাৰী প্ৰথা বিলোপ সাধনৰ সাপেক্ষে পোৱা মাটিবোৰৰ ক্ষেত্ৰত বহু ঠাইতেই এক নগ্ন-ৰূপ আৰু তাৰ বননি কৰণ সাপেক্ষে চৰকাৰে পঞ্চবাৰ্ষিক পৰিকল্পনা হাতত লৈ বহু কাম কৰিব লগা হৈছে।

১৯৫২ চনৰ বননীতিত গাঁৱৰ ৰাইজৰ দৈনন্দিন জীৱন ধাৰণৰ কাৰণে বাঁহ, পচনসাৰ আদিৰ হকে পঞ্চায়তৰ অধীনত গাঁৱৰ বননিৰ (Village-Forest) ব্যৱস্থা আছে শুৱালকুছিৰ আশে পাশে বহু চৰকাৰী মাটি আছে য'ত খৰি-কাঠৰ উপযুক্ত গছলগাৰৰ সুবিধা ৰাইজে চৰকাৰৰ পৰা আদায় কৰি নিজে সেই ঘোষিত নীতি অনুযায়ী কামত লাগিলে শুৱালকুছিখনক অতি ধুনীয়া প্ৰকৃতিৰ জীয়ৰী কৰি এক আদৰ্শ শিল্প-প্ৰধান গাওঁ কৰিব পাৰে আৰু আন হাতে নিজৰ অতি অপৰিহাৰ্য্য খৰি কাঠৰ ব্যৱস্থাও কৰিব পাৰে। এইখিনি কৰাৰ পিছত শুৱালকুছিৰ সেই মনোমোহা ৰূপটো বিবেচনাহীন মানৱ ক্ৰিয়াৰ অৱসান আৰু প্ৰায়শ্চিত্তৰ কাৰণে তীৰ্থস্থানৰ ৰূপ নহব জানো?

# শুৱালকুছি-বামুন্দি অঞ্চলৰ আশে-পাশে

অধ্যাপক শ্ৰীশ্ৰীমান চক্ৰৱৰ্ত্ত

ইতিহাস প্ৰসিদ্ধ শুৱালকুছিৰ পশ্চিম প্ৰান্তত বামুন্দি অঞ্চল। শুৱালকুছিৰ পৰা লেঠেৰি নিচিগাকৈ মহাবাহু লুইতৰ পাৰে পাৰে হাতীমুৰ পাহাৰলৈ ঘন জনবসতিপূৰ্ণ অঞ্চলটোৱ একেবাৰে শেষসীমাৰ এই বিশাল অঞ্চলৰ বৰ্তমানৰ অৰ্থনৈতিক তথা সামাজিক জীৱন শুৱালকুছিৰ লগত সাঙোৰ খোৱা। অনন্তকালৰ বুকুত এই বিশাল অঞ্চলত এক সাংস্কৃতিক পৰম্পৰা গঢ়ি উঠিছিল। ব্ৰহ্মপুত্ৰৰ নিচেই সমীপবৰ্ত্তী এই অঞ্চল শ শ শতিকাৰ নীৰৱ সাক্ষী। প্ৰাচীন কামৰূপ ৰাজ্যত বৌদ্ধধৰ্মৰ বিকাশৰ বুৰঞ্জী কোনোবাই বিচাৰ কৰিলে হাজোৰ পিছতে এই অঞ্চলৰ উল্লেখ কৰিব লাগিব উত্তৰৰ ভোটানৰ পৰা বৌদ্ধ ধৰ্মীসকলে তেওঁলোকৰ পৱিত্ৰ ভূমি হাজো লৈ যিমান বাৰ অভিযান চলাইছিল—সিমান বাৰেই এই অঞ্চল লুইতৰ উত্তৰ নাইবা দক্ষিণ পাৰে থাকিলেও সমৰ ক্ষেত্ৰৰ পশ্চাদ্-ভূমি হিচাপে অৰিহণা যোগাই আহিছিল। কামৰূপৰ পালবংশৰ নৃপতিসকলে বৰ্তমান শুৱালকুছিৰ কাষৰে-পাজৰে ইতিহাস প্ৰসিদ্ধ "দুৰ্জ্জয়া" নগৰ প্ৰতিষ্ঠা কৰি জন জীৱনৰ ধৰ্মীয় চিন্তা-ধাৰা-যোগে সাংস্কৃতিক পোহাৰ মেলি দি এই অঞ্চলত ৰোপণ কৰা অক্ষয় বটবৃক্ষ কালৰ বুকুত জৰা-জীৰ্ণ হল সঁচা, তথাপিও বননিৰ কীচক বাঁহীৰ দৰে জীয়া ইতিহাসৰ প্ৰভাৱে সেই জোপাবৃক্ষৰ সুকুণ্ডা সুৰৰ অন্ত্ৰণাৰ সৃষ্টি কৰে। ইঠাইত পালবংশৰ ৰজাসকলে ৰাজত্ব কৰিছিল। একালত ইঠাইতে ব্ৰহ্মশক্তি কেন্দ্ৰিক সংস্কৃতিৰ প্ৰভাৱত মানৱ আত্মাই গভীৰভাৱে উপলব্ধি কৰিব পৰিছিল —"আত্মনস্তু কামায় সৰ্বং প্ৰিয়ং ভৱতি।" কামাখ্যা সংস্কৃতিৰ প্ৰভাৱত উপনিষদ প্ৰতিপাদিত ব্ৰহ্মাই এই ঠাইতে ধাৰেশ্বৰ, সিদ্ধেশ্বৰ আদি বিভিন্ন নামত সচ্চিদানন্দ পৰম ব্ৰহ্মাই মহাশক্তিৰ আধাৰত নিজস্ব সত্বা প্ৰকাশ কৰিছিল বুৰঞ্জীয়ে তাৰ নিৰাকৰণ কৰিব নোৱাৰে। ৰজা বিক্ৰমাদিত্যৰ বত্ৰিশ সিংহাসন মাটিৰ তলত পোত খাই থাকি নিজৰ অলৌকিক মাহাত্ম্য প্ৰকাশ কৰাৰ দৰে এই অঞ্চলৰ ধাৰেশ্বৰ, সিদ্ধেশ্বৰ, ভৃঙ্গেশ্বৰ আদি বিভিন্ন তীৰ্থ-ক্ষেত্ৰই স্ব স্ব মাহাত্ম্যৰে কালৰ প্ৰভাৱ নেওচি আজিলৈ দেৱপীঠ হিচাপে স্বীকৃত হৈ আহিছে। জন-জীৱনৰ দৈনন্দিন জীৱনৰ সতে সুপৰিচিত আপোন ভোলা ভোলানাথৰ ( মহাদেৱ ) প্ৰভাৱ আমাৰ ধৰ্মীয় জীৱনত কম নহয়। কালৰ বুকুত ৰজা, মহাৰজাসকলে প্ৰতিষ্ঠা কৰা বহুতো শিৱ-পীঠ নাই কিয়া হল। কোনো কোনো পণ্ডিতে আকৌ যোগিনীতন্ত্ৰত উল্লেখ থকা অনুসৰি ধাৰেশ্বৰ শিৱ-লিঙ্গৰ দক্ষিণত থকা এই মহেশ্বৰী থান ( ভগৱতী ) বুলি মানিব খোজে। বৰ্তমান পলাশবাৰীৰ ওচৰতো লাহেশ্বৰী থান এখনি প্ৰতিষ্ঠা হৈছে। যি হওক লাহৰ পাক পদ্ম-পুৰাণ ৰচিত হোৱা কালৰ বহুত আগৰে পৰা সৌ সিদিনাৰ ( ১৯৫০ চনৰ ) বৰভুইকপ লৈ এই পাকৰ অস্তিত্ব আছিল। ওচৰৰে হাতীমুৰা পাহাৰত গোধাই বৰশী বোৱা শিলত আজিও গোধাৰ পাদচিহ্ন দেখিব পোৱা যায়। লাহেশ্বৰী থানৰ বিৱৰণ যোগিনীতন্ত্ৰতো আছে। বৰ্তমান লুইতৰ পলস পৰি এই থানত থকা বিচিত্ৰ শিলৰ কুণ্ডসমূহ পোত খালে সঁচা—কিন্তু থানৰ মাহাত্ম্য এতিয়াও নিষ্প্ৰভ হোৱা নাই। এই "লাহৰ পাকৰ" পাৰত অৱস্থিত বৰলাহ আৰু সৰুলাহ দুখনি প্ৰাচীন গাওঁ। একালত লাহেশ্বৰী কেন্দ্ৰিক মনসা পূজা লাহত অনুষ্ঠিত হৈছিল। ওচৰৰ দামপুৰৰ মুছলমান ওজাই এই পূজাত মনসা পদ গাইছিল। আজি সেই পূজাও নাই, মানুহৰ মনৰ সাম্প্ৰদায়িক বান্ধোনৰ সেই অনুপম চানেকিও নাই। দামপুৰৰ কাষৰ বংশবৰ ভৃঙ্গেশ্বৰ দেৱালয়ে এই অঞ্চলৰ পুৰণি ঐতিহ্য আজিও উজলাই আছে। পূবৰ ৰাক্ষসী পৰ্বত আজি নিমাত যদিও একালত এইবোৰতো মঠ মন্দিৰে বিৰাজ কৰিছিল।

মোগলে পৰিক্ষীত নাৰায়ণৰ ৰাজ্য চামিল কৰাৰ পিছত চেখ ইব্ৰাহীম বাড়োৰীয়ে হাজোৰ ওচৰত "ৰাজা বজাৰত" কুঠি পাতি কামৰূপ অঞ্চলত জৰীপ চলাইছিল। সেই সময়ত লুইতৰ দক্ষিণপাৰে "হাড়দিয়া" এখনি প্ৰখ্যাত গাওঁ আছিল। পিছৰ যুগত হাজোৰ ওচৰতে লুইতৰ ঘাই সুঁতি শুকাই যোৱাত এই অঞ্চলত প্ৰাকৃতিক গঠন অনুসৰি বৰহাৰদিয়া, ক্ষেত্ৰী হাৰদিয়া, সোৱানচাহ, টোক্ৰাদিয়া আদি বিভিন্ন গাওঁৰ সৃষ্টি হৈছিল। কামৰূপৰ ক্ষেত্ৰী পৰগণাৰ চৌধুৰী সকলৰ এটি ঠালে হাড়দিয়া গাওঁৰ যি অঞ্চলত বসতি পাতিছিল—সেই গাওঁ ক্ষেত্ৰী হাড়দিয়া নামে প্ৰসিদ্ধ হল। ধাৰেশ্বৰ দেৱালয়ৰ নিকটবৰ্তী সোৱানচাহ গাওঁত স্বৰ্গদেও শিৱসিংহৰ বৰফুকন তৰুণ দুৱৰাই দেৱালয়ত মালা দিবৰ বাবে কথা-গুৰু চৰিতত আছে—"চিৰাই মুদৈ নাৱে বৰৰিয়া মুখে দুওজনা গুৰু ভটিয়াই বৈছে। ( পৃঃ ২৬০ )।" হাতীমুৰাৰ কিছু পশ্চিমত বৰৰিয়া ( বৰলীয়া ) নৈ লুইতত মিলিছিল। এই সঙ্গম স্থলীতে প্ৰাচীন বামুনদি গাওঁ। এই গাওঁৰ গণকপাৰাত দৈৱজ্ঞ পণ্ডিত মৰাদলৈৰ বংশধৰ হৰিহৰ আতাই বৰপেটা লৈ যাবলৈ অহা মহাপুৰুষৰ নাওঁ আগচি ধৰিছিল। ভকতৰ অনুৰোধত মহাপুৰুষে হৰিহৰ আতাৰ ঘাটত নাওঁ বান্ধিছিল। কৰিৰাজ মিশ্ৰ ৰচিত "হৰিহৰ আতা" চৰিতত আছে।

প্ৰভু হৰিহৰ আছে লুহিত্য কাষত  
ৰহিলা শঙ্কৰ গুৰু তাহান ঘাটত ॥  
হেন দেখি হৰিহৰে গুণয় মনত  
ৰহিলা জগত গুৰু মোহৰ ঘাটত ॥

হৰিহৰ আতাৰ বংশ পৰিয়াল সকলৰ বাসস্থানৰ নাম অনুসৰি বামুন্দি-গণকপাৰা আজিও আছে। ১৮৯৭ চনৰ ভূমিকম্পত এইখন গাওঁ বহি যোৱা বাবে মানুহৰ বাসৰ অনুপোযোগী হৈ পৰিল আৰু লুইতৰ গতি পৰিবৰ্তে সেই ঠাইত বালিচৰ পেলালে। বামুনদিত মহাপুৰুষৰ পদৰেণু পৰিছিল। ইঠাইত বামুন্দি নামৰ বৈষ্ণৱসত্ৰও প্ৰতিষ্ঠা হৈছিল। কিন্তু প্ৰাকৃতিক পৰিবৰ্তন আৰু ৰাজনৈতিক বিপ্লৱৰ ফলত এই ঠাই এৰাবাৰীত পৰিণত হ'ল। আজি প্ৰায় ১০০ বছৰ আগত হাতীমুৰাৰ পূবফালে বামুন্দি গাওঁ গঢ় লৈ উঠিছে। এই অঞ্চলৰ হালোগাওঁ, কঞ্চাতোল, বৰলাহ, সৰু লাহ আদি প্ৰতিখনেই ঐতিহ্য মণ্ডিত প্ৰাচীন গাওঁ।

পলাশবাৰীৰ ওচৰত দখলা গাওঁত থকা বুঢ়াগোসাই থানৰ ইতিবৃত্তৰ লগত ধাৰেশ্বৰ দেৱালয়ৰ জন্মবৃত্তান্ত মিলে। বুঢ়াগোসাই থানৰ প্ৰথম দলৈৰ ভায়েকৰ কলী গাইজনীয়ে বুঢ়াগোসাই থানৰ আসন খান্দি উলিয়াবলৈ ইঙ্গিত দিয়াৰ দৰে থকা আকাশী গঙ্গাৰ অৱস্থিতিও এই পাথৰৰ নামনিত বাস কৰা কছাৰী সম্প্ৰদায়ৰ কোনোবা লোকাৰ কপিলী গাই এজনীয়ে দিছিল। গাইজনীয়ে নিতৌ নিশা গৃহস্থৰ অগোচৰে পাথৰলৈ উঠে আৰু এতিয়া যি ঠাইত আকাশী গঙ্গা আছে সেই ঠাইত তাইৰ ওহাৰৰ পৰা গাখীৰ অবিৰল ধাৰে নিগৰি ওলায়। গৃহস্থই এদিন সেই কাণ্ড দেখিলে আৰু দেখিলে—"আকাশী গঙ্গাত নিগৰি পৰা গাখীৰৰ সোত পাথৰৰ বুকুভেদি আহি নামনিত থকা ধাৰেশ্বৰৰ মন্দিৰৰ শিৱলিঙ্গ বিধৌত কৰিছে। এই জন-শ্ৰুতিৰ সত্যাসত্য নিৰূপণ কৰা নহলেও—এটা কথা সত্য যে এই অঞ্চলৰ আদিম জনগোষ্ঠীৰ ধৰ্ম বিশ্বাসত প্ৰতিষ্ঠা কৰা উক্ত গোষ্ঠীৰ দেৱতা "ধাৰেশ্বৰ শিৱে" বৈদিক স্বীকৃতি পোৱাৰ বহু বছৰ আগেয়ে প্ৰতিষ্ঠিত হৈছিল। ৰজা মহা-

ৰজা সকলৰ বিবৰ্তনৰ লগে লগে এই পীঠস্থানে কেৱল ধৰ্ম-বিশ্বাসৰ কল্পহে সলাইছে ; কোনো ৰজা বা ৰাইজে প্ৰচলিত বিশ্বাস মৰিমুৰ কৰি "মহামুনিৰ ঠাইত হয়গ্ৰীৱ প্ৰতিষ্ঠা" কৰিব খোজা নাই।

ধাৰেশ্বৰ মন্দিৰৰ প্ৰতিষ্ঠাৰ ইতিবৃত্তিৰ আভাস পোৱাৰ পিছত সেই ঠাইৰ প্ৰাচীনত্বৰ বিষয়ে প্ৰশ্নৰ উদয় হয়। বৰ্তমানৰ ৰাজহ মানচিত্ৰ চালে আজিৰ বামুন্‌দিৰ অৱস্থিতিৰ সৈতে প্ৰাচীন কালৰ বামুন্‌দি গণক পাৰা অঞ্চল একেবাৰে নিমিলে। বেচি দূৰলৈ নাযাওঁ। মহা-পুৰুষ শঙ্কৰদেৱে জোৱায়েকক আহোমে কটাত পিছত মনৰ দুখত ভটিয়াই আহি হাজো পালে। তাত মালী সম্প্ৰদায়ৰ লোক থাপিছিল। স্বৰ্গদেউ শিৱসিংহৰ ধাৰেশ্বৰ, সিদ্ধেশ্বৰ আৰু ভূঙ্গেশ্বৰ দেৱালয়মৈ দান দিয়া তামৰ ফলিত এই গাওঁৰ উল্লেখ মন কৰিবলগীয়া। এই অঞ্চলৰ হালোগাওঁ এখন অন্যতম প্ৰচীন গাওঁ। স্বৰ্গদেউ শিৱসিংহই আচাৰ্য্য চূড়ামনি দ্বিজক ব্ৰহ্মোত্তৰ মাটি দান দিয়া তামৰ ফলিত এই গাওঁৰ পৰা কিনা নামৰ এজন লোকক সাতঘৰীয়া ভকতৰ এঘৰ হিচাবে দান দিছিল। এই গাওঁৰ নাথ সম্প্ৰদায়ৰ মানুহ খিনি প্ৰাচীন বাসিন্দা। যোগী বা কাটনী জাতীয় ইতিহাস লেখক শ্ৰীমাধৱ ৰাম নাথ মেধিয়ে অসমৰ নাথ সম্প্ৰদায়ক প্ৰথম শৰণ দিছিল। ১৬৮০-৯০ চনৰ ভিতৰত এই সম্প্ৰদায়ৰ লোক শ্ৰীহাটী সত্ৰৰ শিষ্যৰূপে পৰিগনিত হৈছিল। বৰ্তমান হালোগাওঁ আৰু সৰুলাহত থকা নাথ সম্প্ৰদায়ৰ প্ৰাৰম্ভত ৰেভেনিউ কমিছনাৰ জেনকিঞ্চ চাহাবৰ নেতৃত্বত বৃটিছসকলে এটি আয়োগ পাতিছিল। এই সত্ৰৰ গোছৰ নিস্পত্তি কৰি এই জনা চাহাৰ এই সত্ৰলৈ বঙ্গৰ কোনোবা নবাৱে ১৬০॥ পুৰা মাটি আৰু ৪৬ ঘৰ ভকত ধৰ্মোত্তৰ সূত্ৰে দান কৰিছিল বুলি উল্লেখ আছে। শ্ৰীহাটী সত্ৰৰ অৱস্থিতি লৈ চালে—এই সত্ৰ বৰ্তমান সৰুলাহ আৰু বৰলাহৰ সীমাত অৱস্থিত শ্ৰীহাটী লাটৰ অন্তৰ্গত বিৰাট পুখুৰীটোৰে পাৰত আছিল। কামৰূপত বৰকাণ্ডাজ সকলৰ অত্যাচাৰ আৰু ১৮৯১ চনৰ ভুইকপৰ ফলত এই পত্ৰ ধুলিসাৎ হয় আৰু আজিৰ শ্ৰীহাটী গাওঁ প্ৰতিষ্ঠা হোৱাৰ পিছত সত্ৰখনো গাওঁলৈ স্থানন্তৰিত হয়। এই বিৰাট পুখুৰীটোক স্থানীয় ৰাইজে আহোম ৰজাৰ পুখুৰী বুলি অভিহিত কৰিলেও—দৰাচলতে কোনোবা অনামী বঙ্গৰ নবাৱে এই পুখুৰী খন্দি সত্ৰৰ প্ৰতিষ্ঠা ৰূপ নাৰায়ণ গোস্বামীক দান দিছিল। পিছৰ কালত এই শ্ৰীহাটী সত্ৰৰ পৰা শাখা-প্ৰশাখা বাঢ়ি উত্তৰ কামৰূপ আৰু দক্ষিণ কামৰূপত কেবাখনো দামোদৰী সত্ৰ স্থাপন হৈছিল।

এই অঞ্চলৰ অন্যতম বৃহৎ গাওঁ দামপুৰ। এই গাওঁৰ আটাইবোৰ বাসিন্দা মুছলমান হলেও ইয়াৰ ওচৰে পাজৰে পাহাৰে কন্দৰে প্ৰাচীন কালত বুৰঞ্জীৰ দুই-এপদ সমল নোহোৱা নহয়। মোগল আক্ৰমনৰ সময়ত এই অঞ্চল তৰাদাহী নামৰ বিশাক্ত সপৰ দ্বাৰা আক্ৰান্ত অঞ্চল আছিল। এই গাওঁৰ ওচৰৰ পাহাৰত প্ৰাচীন কালত বিখ্যাত মনসা মন্দিৰ আছিল। এই মন্দিৰৰ পুৰণি কাৰুকাৰ্য্য মণ্ডিত কাৰুকাৰ্য্য সম্পন্ন শিলা খণ্ড আজিও ক্ষেত্ৰীহাড় দিয়াৰ চৌধুৰী সকলৰ গোসাই ঘৰৰ সম্মুখত পৰি থকা দেখা যায়। এই গাওঁৰ মজজিদ কেইটি মানৰ চোতালত কিছুমান আধাভঙা শিলাস্তম্ভ দেখা যায়। হাতীমুৰা পাহাৰৰ নামনি অঞ্চলত হেনো ভালেশ্বৰী নামৰ প্ৰাচীন চণ্ডীমন্দিৰ এটি আছিল। এই শিলাস্তম্ভবোৰে এই অঞ্চলৰ গুপ্ত সভ্যতাৰ প্ৰভাৱ পৰা বুলি ঠাৱৰ কৰে। তেজপুৰৰ দহ পৰ্বতীয়াৰ শিলাখণ্ডৰ কাৰুকাৰ্য্যতকৈ এইবোৰ শিলাস্তম্ভ কোনো গুণে কম মুল্যবান নহয়। আহোম ৰজাই দান কৰা কোনো ফলিত এই গাওঁত উল্লেখ নাই। অথচ নিকটবৰ্ত্তী সানপাৰাত উল্লেখ পোৱা যায়। সেইকালৰ পৰা গাওঁখনৰ অৱস্থিতি অৰ্ব্বাচীন যেন লাগে। এই অঞ্চলৰ কঞ্চাতোল গাওঁখনো প্ৰাচীন নহয়। বৰ্তমান মিৰ্জা পাহাৰৰ দক্ষিণত বৰকঞ্চা নামৰ এখন থান আছে। ১৮৯৭ চনৰ ভূমিকম্পৰ পিচত সেই ঠাইৰ পৰা কিছুমান মানুহ আহি বৰকঞ্চাতোল নামৰ গাওঁখন পাতিছিল। ধাৰেশ্বৰ দেবালয়ৰ ওচৰত থকা শিলগুৰি গাওঁখনো এই দেবালয়ক কেন্দ্ৰ কৰি গঢ়ি উঠিহিল। মন কৰিবলগীয়া



কথা—ধাৰেশ্বৰ দেৱালয় বৰ্তমান শিলগুৰিত অৱস্থিত হলেও স্বৰ্গদেউ শিৱসিংহৰ তামৰ ফলিত এই গাওঁৰ উল্লেখ নাই।

হাতীমূৰা পাহাৰৰ ধাৰেশ্বৰ দেবালয়ক কেন্দ্ৰ কৰিয়ে বামুন্‌দি অঞ্চলৰ বুৰঞ্জীৰ সৃষ্টি হৈছে। এই দেবালয়ৰ আকাশীগঙ্গাৰ আশে-পাশে কিছুমান ভগাচিগা শিলত কটা অশোক চক্ৰ দেখিবলৈ পোৱা গৈছিল। ধাৰেশ্বৰ দেৱালয়ৰ পৰা আকাশীগঙ্গালৈ যোৱা শিলৰ খটখটিখনৰ ওপৰ অংশ ধ্বংস হলেও ইয়ে মন্দিৰৰ প্ৰাচীনত্বলৈ আঙুলিয়ায়। ধাৰেশ্বৰ দেৱালয় ১৬৬০ শকত স্বৰ্গদেউ শিৱসিংহই দান দিয়া তামৰ ফলিত পৰিসীমা এনেদৰে আছে—উত্তৰে বৰ নিজৰা, দক্ষিণে—কানাই বৰশী বোৱা বিল, পুবে—দলৰ কাষ আৰু পশ্চিমে দলনি। ভালেশ্বৰী দেৱালয়ৰ শিলৰ খুটাৰ পৰা এই অঞ্চলত গুপ্ত সভ্যতাৰ প্ৰভাৱ পোৱাৰ দৰে আকাশীগঙ্গাৰ চৌপাশৰ পৰিবেশে এই অঞ্চলত বৌদ্ধ ধৰ্মৰ প্ৰভাৱৰ কথাও সনিয়াই দিয়ে। গৌৰীনাথ সিংহৰ দিনত কাপ্তান ওৱেলচ চাহাব লুইতেৰে উজাই আহোতে হাতীমূৰা পাহাৰৰ ওচৰত ৰাণীৰাজ্যৰ ৰজা সমন্বিতে সকলোৱে চাহাবক আদৰিছিল। এক কথাত কবলৈ হলে বিভিন্ন যুগত ধাৰেশ্বৰ দেৱালয়ক কেন্দ্ৰ কৰি উঠা সামাজিক, ৰাজনৈতিক আৰু অৰ্থনৈতিক প্ৰভাৱে বামুনদি অঞ্চলৰ বুৰঞ্জীক গঢ় দিছিল।



# জ্যোতি সাহিত্য সভাৰ জ্যোতিকণা

শ্ৰীহৰমোহন কাকতী

চিৰচেনেহী ভাষা জননীৰ সেৱাই যিসকল মহানুভৱ সাহিত্যিকৰ জীৱনৰ ব্ৰত, স্বদেশ প্ৰেমেই যি সকল সাধকৰ কৰ্ম উৎস, সেইসকল স্বদেশানুৰাগী সাহিত্যিক, সাধকৰ পৰা বিশেষকৈ ১৯৫৪-৫৫ চনত অসম সাহিত্য সভাৰ গুৰি ধৰোতা সম্পাদক সুসাহিত্যিক নাট্যকাৰ অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা দেৱৰ পৰা অনুপ্ৰেৰণা আৰু পৰামৰ্শ লাভ কৰি শিল্প প্ৰধান গাওঁ শুৱালকুছিত ইং ১৯৫৫ চনৰ আগষ্ট মাহৰ ১২ তাৰিখে উদ্বোধনী অনুষ্ঠানেৰে **'জ্যোতি সাহিত্য সভাৰ'** বন্তি গছি জ্বলোৱা হয়। শুৱালকুছিৰ দৰে ব্যৱসায় প্ৰধান গাওঁ এখনিত অন্যূন ৫০০ জন সভ্য আৰু কুৰিজন আজীৱন সভ্যলৈ গঢ়ি উঠা অৰাজনৈতিক জাতীয় অনুষ্ঠানৰ শাখা সভাখনি দুই এক নগৰ ব্যতিৰেকে গাৱঁলীয়া শাখা সভাৰ ভিতৰত অদ্বিতীয়। জ্যোতি সাহিত্য সভাৰ উদ্বোধনী অধিবেশনত (১৯৫৫) সভাপতিত্ব কৰা অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা আৰু বিশিষ্ট অতিথিৰূপে যোগদান কৰা ডঃ শ্ৰীপ্ৰমোদচন্দ্ৰ ভট্টাচাৰ্যই জ্যোতি সাহিত্য সভাৰ জ্যোতি বিকাশৰ বাবে যিদৰে আশা কৰি কৰ্ম প্ৰেৰণা যোগাইছিল ঠিক সেই পৰামৰ্শ মতেই পৰিচালিত হৈ এই অনুষ্ঠানে গাওঁখনিত এটি উমৈহতীয়া অৰাজনৈতিক প্ৰধান অনুষ্ঠানৰূপে গঢ় লৈ আজিকোপতি চলি আছে। জ্যোতি সাহিত্য সভাৰ প্ৰথম সভাপতি শ্ৰীহৰমোহন কাকতী, প্ৰতিষ্ঠাতা সম্পাদক শ্ৰীভগবান মৰল আৰু ধন ভৰালী শ্ৰীশৰৎচন্দ্ৰ মেধিৰ উপৰিয়ো ৺প্ৰমোদ মৰল, শ্ৰীহেমকান্ত দাস, ড. নাৰায়ণ কাকতি, ৺ড. হৰিশচন্দ্ৰ কাকতি, শ্ৰীমধু দাস, শ্ৰীৰামেশ্বৰ দাস, শ্ৰীসোনাৰাম দাস, ৺গোপালচন্দ্ৰ শাস্ত্ৰী, শ্ৰীদেবেনচন্দ্ৰ শৰ্মা, শ্ৰীধীৰেন কলিতা, শ্ৰীসিদ্ধিৰাম দাস, কৰ্মেশ্বৰ বৈশ্য আদিয়ে আত্ম প্ৰত্যয়েৰে লাগি থাকি শাখা সভাখনি গঢ়ি তোলে। এই অনুষ্ঠানটিৰ জন্ম আৰু বৃদ্ধিৰ কালত সেই সময়ৰ স্কুল কলেজৰ ছাত্ৰ-ছাত্ৰী শ্ৰীপ্ৰফুল্ল বৈশ্য; শ্ৰীসুশীল কুমাৰ শৰ্মা (বৰ্তমান অধ্যাপক), শ্ৰীসনাতন দাস, শ্ৰীঅক্ষয় কলিতা, শ্ৰীমতী নলিনী দেৱান, মোহিনী দাস, সৰুকণ কলিতা, ননী দেৱী, ভদ্ৰ বৈশ্য, দেৱযানী বৈশ্য, ভাৰতী কাকতি আদিৰ উৎসাহ উদ্দীপনা ভৰা কৰ্ম শক্তিয়ে অনুষ্ঠানটি গঢ়ি তোলাত সহায় কৰিছিল।

জাতীয় জীৱনৰ ভেটি সুদৃঢ় কৰাত সাহিত্য সংস্কৃতিৰ অৱদান শ্ৰেষ্ঠ আৰু অগ্ৰগণ্য। ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক আদি নানা দলাদলিয়ে জাতীয় সংহতি বিনষ্ট কৰে। সাহিত্য আলোচনাৰ গতিটো অব্যাহত আৰু প্ৰবাহমান কৰি ৰাখিবৰ নিমিত্তে শ্ৰীযোগেন কলিতা; শ্ৰীযতীন দাস, শ্ৰীপৰমানন্দ ডেকা, শ্ৰীঅনন্ত কলিতা আদি যুব নেতাসকলে শ্ৰীহৰমোহন কাকতীক সভাপতি আৰু শ্ৰীযোগেন কলিতাক সম্পাদক হিচাবে ৰাখি আলোচনা চক্ৰৰ কাম আৰম্ভ কৰি দিয়ে। প্ৰতি সপ্তাহত এটি বিষয় নিৰ্দ্ধাৰণ কৰি লৈ ৰচনা আৰু বক্তৃতাৰে সেই সম্পৰ্কে সম্যক জ্ঞান আহৰণৰ চেষ্টা চলোৱা হয়। ধনৰ অভাৱত নিজা কাৰ্য্যালয়ৰ সুবিধা কৰিব নোৱাৰি শ্ৰীশ্ৰীশঙ্কৰদেৱ মন্দিৰ ৰাজহুৱা পুথি ভৰাঁলতে কৰ্তৃপক্ষৰ অনুমতি লৈ



আলোচনা চক্ৰৰ কাম চলাই থকা হল। নতুন পুৰুষসকলৰ আগ্ৰহ আৰু সহযোগ দেখি ভাল লগা হল। ১৯৬০ চনত জন্ম লাভ কৰি ৩ বছৰ বয়সতে ১৯৬২ চনত এই অনুষ্ঠানে এখন মুখপত্ৰ 'অঙ্কুৰ' প্ৰকাশ কৰিবলৈকো সক্ষম হয়।

সৰ্বশ্ৰী হেমকান্ত দাস, দেবেন্দ্ৰ নাথ ভঁৰালী, ভৃগু দাস, বাসুদেৱ ভঁৰালী, সোনাৰাম দাস, নবীন বৈশ্য, ভগবান কলিতা, মহেন্দ্ৰ কলিতা, প্ৰমোদ বৈশ্য, হিৰণ বৈশ্য, ৰামচৰণ দত্ত, কামেশ্বৰ বৈশ্য, বাসুদেৱ শৰ্মা, প্ৰিয় দাস, সনাতন দাস, বিপিন বৈশ্য, কমলা দাস, কৃষ্ণ মেধি, মোহিনী শৰ্মা, নাৰায়ণ দাস, চতীন্দ্ৰ শৰ্মা, কুলধৰ চৌধুৰী, কালিৰাম দাস, বিপিন কলিতা, গোলাপ শৰ্মা, হেমচন্দ্ৰ ভঁৰালী, বিনীত দাস, অমূল্য কলিতা, উমেশ দাস, বিপিনবিহাৰী কাকতী, কমলকৃষ্ণ দাস, হৃদয় মড়ল, প্ৰদীপ বৈশ্য, সিদ্ধি বৈশ্য, কৰ্মেশ্বৰ বৈশ্য, উপেন দাস, গঙ্গা বৈশ্য, গঙ্গা কলিতা, মনো বৈশ্য, প্ৰিয় শৰ্মা, দেবেন শৰ্মা, হৰেশ্বৰ দাস, ৰমেশ ডেকা আদি ব্যক্তিসকল আৰু বৃদ্ৰাম মাধৱ মহাবিদ্যালয়ৰ প্ৰায়ভাগ অধ্যাপক মণ্ডলী আৰু গাওঁৰ আঢ্যৱন্ত আৰু মধ্যবৃত্ত লোকসকলৰ কিছু অংশই পৃষ্ঠপোষকতা কৰাত জ্যোতি সাহিত্য সভাৰ শ্ৰীবৃদ্ধি হয়। কৰ্মকৰ্তাসকলৰ তৎপৰতাত অসম সাহিত্যসভাৰ লগত পূৰ্ণমাত্ৰাই যোগাযোগ ৰক্ষা কৰি কাম-কাজবোৰ নিয়াৰিকৈ চলোৱা হয়। সোঁৱৰণী তিথি পালন, জন্ম শত বাৰ্ষিকী পালন, খ্যাতনামা কবি-সাহিত্যিক-শিল্পীসকলৰ জীৱন দৰ্শনৰ আলচ কৰি শ্ৰদ্ধা তৰ্পণ কৰা কাম মূল সভাৰ নিৰ্দ্দেশমতে পালন কৰি থকা হয়। ৰসৰাজ বেজবৰুৱাৰ জন্ম শতবাৰ্ষিকী সপ্তাহজোৰা কাৰ্য্যসূচীৰে পূৰ্ণোদ্যমে পালন কৰা হয়। বেজবৰুৱাদেৱৰ স্মৃতি যুগমীয়াকৈ ৰখাৰ মানসে শুৱালকুছিৰ মাহতলী বড়ি অঞ্চলক "লক্ষ্মী নগৰ" বুলি ঘোষণা কৰা হয়। ৰাষ্ট্ৰীয় সংহতি শিবিৰৰ উৰিষ্যাৰ ভাষা শিক্ষা কেন্দ্ৰৰ পৰা অহা উৰিষ্যা, পশ্চিমবঙ্গ আৰু কাছাৰৰ অসমীয়া শিক্ষাৰ্থী অনা-অসমীয়া ছাত্ৰ-ছাত্ৰী ১২০ জন আৰু দহগৰাকী শিক্ষক শিক্ষয়িত্ৰীৰ দল এটিক শুৱালকুছি দৰ্শনত আমাৰ শাখাই আদৰণী জনায়। পদ্মনাথ গোহাই বৰুৱা, মফিজুদ্দিন আহমদ হাজৰিকা, ৰঘুনাথ চৌধুৰী, জ্যোতিপ্ৰসাদ আগৰৱালা, তৰুণৰাম ফুকন, বেণুধৰ ৰাজখোৱা, ৰাধানাথ ফুকন, হেমচন্দ্ৰ গোস্বামী আদি কৰি বহুতো লোকৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰিবৰ বাবে সভা আহ্বান কৰি তেখেতসকলৰ জীৱনাদৰ্শ আলচ কৰা হয়। স্মৃতি তৰ্পন অনুষ্ঠানবোৰে আমাৰ জাতীয় জীৱন সবল কৰিবলৈ প্ৰেৰণা যোগায়। আমাৰ শাখাৰ পৰা ১৯৫৬ চনত শ্ৰীসদা মড়ল, ১৯৭২ চনত শ্ৰীভগবান মড়লক অসম সাহিত্য সভাৰ কাৰ্য্য নিৰ্বাহক কমিটিৰ সভ্য কৰি লোৱাৰ পৰা জ্যোতি সাহিত্য সভাৰ মৰ্য্যদা নিশ্চয় বৰ্দ্ধন হৈছে। শুৱালকুছিৰ অধ্যাপক শ্ৰীপ্ৰসন্ন ৰাম দাসে আন শাখা সাহিত্য সভাৰ পৰা অসম সাহিত্য সভাৰ কাৰ্য্য নিৰ্বাহক কমিটিৰ সহকাৰী সম্পাদক নিৰ্বাচিত হোৱাটো প্ৰকাৰন্তৰে শুৱালকুছি জ্যোতি সাহিত্য সভাৰে গৌৰৱৰ কথা। গত ১৭।১।৭৭ তাৰিখে শিল্পী দিবস পালন কৰি জ্যোতি সাহিত্য সভাৰ কাৰণে ভৱন নিৰ্মাণ কৰিবলৈ মনস্থ কৰা হয়। এই উদ্দেশ্যে লক্ষ্মীনাথ নগৰস্থিত শুৱালকুছি সুকুমাৰ কলা সংঘৰ নামত থকা মাটি খণ্ড জ্যোতি সাহিত্য সভাৰ কাৰণে লোৱা হয়। আনুষ্ঠানিকভাবে মাটি দখল কৰি চৌহদত ইটা-খুটি পুতি ৰখা হয়।

পঞ্চদশ বৰ্ষ প্ৰাপ্ত জ্যোতি সাহিত্য সভাৰ সভ্যবৃন্দৰ আশাশুধীয়া চেষ্টাৰ ফলত ইং ১৯৭০ চনত ইয়াৰ মুখপত্ৰ খন "জ্যোতি" নাম লৈ আলোচনী পুস্তিকা আকাৰ ধাৰণ কৰি ৰাইজৰ মাজত দেখা দিলে। কৰ্মীসকলৰ উদ্যম আৰু সুমতিৰ কাৰণে দ্বিতীয় বছৰৰ সংখ্যাটোও নিয়মিতভাবে প্ৰকাশ হয়। তৃতীয় বছৰৰ সংখ্যাটিও কামৰূপ সাহিত্য পৰিষদৰ স্মৃতি গ্ৰন্থ ৰূপে প্ৰকাশ হোৱাত সুন্দৰৰ ৰাজ আলিয়েদি আমাৰ উদ্যোগী সাহিত্যসেৱীসকল আগবঢ়া বুলিব লাগিব। প্ৰথম সংখ্যা জ্যোতিৰ সম্পাদক আছিল শ্ৰীশৰৎ চন্দ্ৰ মেধি আৰু ৺ৰমেশ্বৰ দাস। দ্বিতীয় সংখ্যাৰ সম্পাদক শ্ৰীযতীন দাস আৰু শ্ৰীযোগেন ভঁৰালী।

তৃতীয় সংখ্যা অৰ্থাৎ স্মৃতি গ্ৰন্থৰ সম্পাদক শ্ৰীবাসুদেৱ ভঁৰালীয়ে অতি কম সময়ৰ ভিতৰত সীমিত অৰ্থ সম্বলৰ মাজত থাকি আলোচনীখন যথা সময়ত উলিয়াই দিব পৰাত ৰাইজে নিশ্চয় তেওঁৰ যোগ্যতাৰ স্বীকৃতি দান কৰিব।

### কামৰূপ সাহিত্য পৰিষদ

জ্যোতি সাহিত্য সভাৰ সভ্যবৃন্দৰ উৎসাহ উদ্দীপনা বাঢ়ি যোৱাত তেওঁলোকে কামৰূপ সাহিত্য পৰিষদৰ তৃতীয় বাৰ্ষিক অধিবেশন খনি গুৱালকুছিলৈ নিমন্ত্ৰণ কৰে। কামৰূপ সাহিত্য পৰিষদৰ তৃতীয় বাৰ্ষিক অধিবেশন খন ১৯৭২ চনৰ ১৮ আৰু ১৯ জানুৱাৰীত সমাৰোহেৰে হয়। এই তাৰিখ দুটি জ্যোতি সাহিত্য সভাৰ জীৱন বুৰঞ্জীত চিৰস্মৰনীয় হৈ থাকিব—পৰিষদৰ গৌৰৱপূৰ্ণ পৰিসমাপ্তিৰ ইতিহাসেৰে। সভাৰ আৰম্ভনিত পতাকা উত্তোলন কৰে সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীত্ৰৈলোক্য নাথ গোস্বামীদেৱে। শ্ৰীদুৰ্গেশ্বৰ শৰ্ম্মাৰ সভাপতিত্বত এখন আলোচনা চক্ৰও অনুষ্ঠিত হৈছিল। দ্বিতীয় দিনা ৰাতিপুৱা ৮-৩০ বজাত এখন কবি সন্মিলন পতা হৈছিল। শ্ৰীমুনীন বৰকটকীদেৱে ইয়াত পৌৰোহিত্য কৰিছিল। ড° মহেশ্বৰ নেওগদেৱে আলোচনা উদ্বোধন কৰি এটি চমু অথচ সুৱলা ভাষণ দিয়ে। ড° হেমন্ত কুমাৰ শৰ্ম্মা, অধ্যাপক শ্ৰীৰজনী শৰ্ম্মা, শ্ৰীবীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য আৰু শ্ৰীচন্দ্ৰ প্ৰসাদ শইকীয়াই আলোচনাত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। আলোচনাৰ বিষয়বস্তু আছিল "অসমীয়া আলোচনী সাহিত্য"। অসমীয়া পঢ়ুৱৈ সমাজখন অৰ্থনৈতিক দিশত দুৰ্বল। অন্যান্য ভাষা-সাহিত্যৰ দৰে অসমীয়া ভাষা-সাহিত্যৰ পৃষ্ঠপোষকো কম কাৰণে আলোচনী সাহিত্য সবল হৈ উঠিব পৰা যে নাই তাক আলোচনাৰে দাঙি ধৰিছিল। মুকলি অধিবেশনত বকুলবনৰ কবি শ্ৰীআনন্দ চন্দ্ৰ বৰুৱাই সভাপতিত্ব কৰে। অধ্যক্ষ শ্ৰীহিৰণ চন্দ্ৰ বৈশ্যই আদৰণী সভাৰ মুৰব্বী হিচাবে অভ্যাগত সাহিত্যিক, শিল্পী আৰু সদাশয় সুধীবৃন্দক বিনীত বচনেৰে সম্ভাষণ জনাইছিল। সভাত শ্ৰীহেম বৰুৱা আৰু শ্ৰীত্ৰৈলোক্য নাথ গোস্বামী দেৱক সাহিত্য সাধকৰ প্ৰতিভাপূৰ্ণ স্বীকৃতিৰে সম্বৰ্দ্ধনা জনোৱা হৈছিল। তৎকালীন ৰাজ্যিক মুখ্যমন্ত্ৰী শ্ৰীমহেন্দ্ৰ মোহন চৌধুৰী দেৱে স্মৃতি গ্ৰন্থ উন্মোচন কৰিছিল। তেখেতে ভাষণ প্ৰসঙ্গত কৈছিল গুৱালকুছিবাসী ৰাইজ অকল শিল্পী-শিপিনী কিম্বা ব্যৱসায়ীয়ে নহয় তেওঁলোক সাহিত্য সেৱীও। ইয়াত লক্ষ্মী সৰস্বতীয়ে ভগ্নী সুলভ মনোভাবেৰে অৱস্থান কৰা দেখা যায়। বৃন্দাৱন মাধৱ মহাবিদ্যালয়ত দুদিনীয়া কাৰ্য্যসূচীৰে নিয়াৰিকৈ এই অধিবেশন সু-সম্পন্ন হৈছিল। গাওঁবাসী ৰাইজৰ মন প্ৰাণৰ অকুণ্ঠ সহযোগে অধিবেশন খনি সাফল্য মণ্ডিত কৰি তুলিছিল। সন্ত সাহিত্যিক মণ্ডলীৰ পূত পদৰেণু পৰশি গুৱালকুছিবাসী ৰাইজ ধন্য হল আৰু ভৱিষ্যতে অসম সাহিত্য সভাৰ অধিবেশন এখনিও ইয়াত অনুষ্ঠিত কৰিবৰ কাৰণে আগ্ৰহী আৰু আশাবাদী হৈ আছিল।

# তীৰ্থক্ষেত্ৰ হাজোৰ আলেখ-লেখ

শ্ৰীসৰ্বেশ্বৰ বৰুৱা

হিন্দু, বৌদ্ধ আৰু ইছ্লাম্—ত্ৰি-ধৰ্মৰ ত্ৰিবেণী সঙ্গম হাজো ভাৰতীয় ধৰ্ম ইতিহাসৰ এটি জীৱন্ত অধ্যায়, সাংস্কৃতিক জগতৰ এটি সুপ্ত যাদুঘৰ। এনেহেন ধৰ্মীয় সাস্কৃতিক গৱেষণাগাৰটিত গৱেষণা কৰাৰ উপযুক্ত গৱেষকৰ অভাৱত ইয়াৰ সমস্ত সম্পদ সৌৰভ অনাদৃত, অৱহেলিত অৱস্থাত বৈ ক্ৰমে জহি-খহি যোৱাৰ পথত অগ্ৰসৰ হৈছেহি। ঐতিহ্যপূৰ্ণ এইখন ইতিহাসৰ বিশ্লেষণমূলক গৱেষণা কৰাটো আমাৰো উদ্দেশ্য নহয়। তীৰ্থক্ষেত্ৰ হাজোৰ এটি চমু চিনাকি সুধী সমাজৰ মাজত দাঙি ধৰাটোহে আমাৰ কাম্য। হাজো গুৱালকুছিৰ উত্তৰৰ এখন প্ৰসিদ্ধ ঠাই। অতীতত ব্ৰহ্মপুত্ৰই মাথো দুয়োখন ঠাই বিভক্ত কৰিছিল।

'যোগিনী তন্ত্ৰ' আৰু 'কালিকা পুৰাণ'ত পুণ্যপীঠ হাজোৰ বিস্তৰ বৰ্ণনা থকাৰ উপৰিও কেইবাজনো অসমীয়া বৈষ্ণৱ সাহিত্যিকৰ ৰচনাত ঠাইখনিৰ বিভিন্ন বৰ্ণনা বিভিন্ন ক্ষেত্ৰত সাৱলীল ভাৱে প্ৰকাশ কৰা হৈছে। বৈষ্ণৱাচাৰ্য্য অনন্তকন্দলিৰ ৰচনাৰ দুটি নমুনা উল্লেখ কৰি দেখুৱা হ'ল। উল্লেখযোগ্য যে অনন্তকন্দলিৰ পিতাক ৰত্ন পাঠক হাজোৰ মাধৱ দেৱালয়ৰ পাঠক আছিল।

"কামৰূপ অনুপম হাজো হেন যাৰ নাম
যাত মহা পঞ্চতীৰ্থ আছে।
মহা মণিকূট গিৰি উঠি যাত জন্ম তৰি
লোহিত বহন্ত যাৰ কাছে ॥"

(শেষ দশম)

"হাজো হেন নাম পবিত্ৰ উত্তম
থান কামৰূপ মাজে।
মণিকূট গিৰি শিখৰত আছা
হয়গ্ৰীৱ দেৱৰাজে ॥

(অযোধ্যা কাণ্ড ৰামায়ণ)

পৃথিৱীৰ বিভিন্ন ঠাইৰপৰা আজিও বিভিন্নজনে বিভিন্ন উদ্দেশ্যলৈ হাজোলৈ আহে। কোনোজন আহে তীৰ্থ দৰ্শনৰ উদ্দেশ্যে, কোনোজন আহে অনুসন্ধিৎসু মনেৰে। তাহানিও ভাৰতবৰ্ষৰ বিভিন্ন স্থানৰপৰা হাজোলৈ তীৰ্থ দৰ্শন কৰিবলৈ যাত্ৰী আহিছিল। সেই সময়ত নদ-ৰাজ ব্ৰহ্মপুত্ৰ হাজোৰ দাঁতিয়েদি প্ৰৱাহিত হোৱাত বিভিন্ন স্থানৰপৰা জল-পথেদি হাজোলৈ তীৰ্থ যাত্ৰীসকল অহাটো সহজ উপায় আছিল। কোঁচ আৰু আহোম ৰজাসকলেও হাজোৰ মঠ-মন্দিৰ দৰ্শন কৰি পুণ্য অৰ্জ্জন কৰিছিল। শৰাইঘাট যুদ্ধত মোগল সেনাপতি ৰামসিংহয়ো মাধৱ দেৱালয় দৰ্শন কৰাৰ বতৰা বুৰঞ্জীয়ে আমাক দিয়ে। শংকৰদেৱ, মাধৱদেৱ, দামোদৰদেৱ আদি ধৰ্ম গুৰুসকলৰ পদ ৰেণুৰেও ধৰ্মক্ষেত্ৰ হাজো ৰঞ্জিত। বঙ্গদেশৰ চৈতন্যদেৱৰ হাজো আগমনৰ কথা আজিও ঘোষণা কৰে—ইয়াত থকা 'চৈতন্য ঘোপা' নামৰ ঠাইখিনিয়ে। ইয়াতেই এইজনা গুৰুৰ লগত দামোদৰদেৱৰ মিলন ঘটে।

"বৰদোৱা হন্তে নীলাচলক এৰাই।
হাজো থানে প্ৰবেশিলা নৌকা ভটিয়াই॥
বৰাহ কুণ্ডে নৌকা বান্ধি মণিকূটে ৰৈলা।
চৈতন্য সহিতে দুয়ো দেখা দেখি ভৈলা॥"

( দামোদৰ চৰিত )

হাজোৰ পঞ্চতীৰ্থ বুলিলে হয়গ্ৰীৱ মাধৱ, কেদাৰ, গণেশ, কামেশ্বৰ আৰু কমলেশ্বৰৰ অৰ্থ বুজায়। হিন্দু-সকলৰ এই পঞ্চতীৰ্থৰ উপৰিও ইয়াত আছে ইছলাম ধৰ্মৰ অন্যতম 'পোৱামক্কা' তীৰ্থ।

**হয়গ্ৰীৱ মাধৱ**—হাজোৰ পঞ্চতীৰ্থৰ প্ৰধান তীৰ্থ হয়গ্ৰীৱ মাধৱ দেৱালয়। মণিকূট পাহাৰৰ ওপৰত এই প্ৰাচীন তীৰ্থক্ষেত্ৰ প্ৰতিষ্ঠিত। "বীণা, বেণু, মৃদঙ্গৰ ধ্বনিৰে মুখৰিত হৈ সদায় উৎসৱমুখৰ হৈ থাকে"—বুলি যোগিনীতন্ত্ৰত এই ঠাইডোখৰৰ বৰ্ণনা আছে। দেশ-বিদেশৰ হেজাৰ বিজাৰ তীৰ্থ যাত্ৰীৰ প্ৰধান আকৰ্ষণ এই দেৱালয়। মহাপুৰুষ শংকৰদেৱৰ আদৰ্শত প্ৰতিষ্ঠিত অসমৰ বৈষ্ণৱ সত্ৰ সমূহত থাপনা ৰখা দেৱগৃহক "মণিকূট" বোলা কথাষাৰ মনকৰিবলগীয়া। নাম ঘৰৰ এই মণিকূট হয়গ্ৰীৱ মাধৱ নিবাস মণিকূটৰ প্ৰভাৱ বুলি অনুমান হয়। সেয়ে হ'লে উক্ত মণিকূট গিৰিৰ জনপ্ৰিয়তাৰ কথাকে প্ৰমাণ কৰে। নামনিৰ পৰা ৯৯ ঠাক শিলেৰে সজোৱা খটখটীৰ ওপৰত চৌদিশে মজবুত শিলৰ প্ৰাচীৰেৰে সুৰক্ষিত এই দেৱ-পুৰীত দেৱ-মন্দিৰৰ সৌন্দৰ্য্যই ঐশ্বৰীক পোহৰ বিলাই আহিছে, ভগৱান বিষ্ণুৰ পূজা-অৰ্চ্চনাৰ সুৱাস স্পৰ্শই ভক্তিৰ নিজৰা বোৱাইছে।

হয়গ্ৰীৱ মাধৱ মন্দিৰৰ প্ৰতিস্থাৰ বিষয়ে দুই ধৰণৰ মতামত জানিব পৰা যায়। পুৰাণৰ মতে—মণিকূট পাহাৰৰ জন সমাগম বিবৰ্জিত হাবিৰ মাজত উৰ্দ্ধ নামৰ এজনা ঋষিয়ে বিষ্ণুৰ দৰ্শন লাভাৰ্থে গভীৰ ধ্যানত মগ্ন থকাত হয় নামৰ এক অসুৰে ঋষিৰ ধ্যানত বিঘিনি জন্মায়। ঋষিৰ আহ্বান ক্ৰমে ভক্তক ৰক্ষা কৰিবলৈ ভক্ত বৎসল ভগৱান হয়গ্ৰীৱ মূৰ্ত্তি ধাৰণ কৰি আবিৰ্ভাৱ হ'ল। হয়াসুৰৰ লগত হয়গ্ৰীৱ ৰূপী ভগৱানৰ যুদ্ধ হ'ল। যুদ্ধত অসুৰ মৃতপ্ৰায় হোৱাত ভগৱানে তাক বৰ লবলৈ নিৰ্দ্দেশ দিলে। ভগৱানৰ হাতত মৃত্যু বৰণ কৰিবলগীয়া হোৱাত অসুৰে ধন্য মানিলে আৰু অসুৰৰ নামত ভগৱানক সেই স্থানত শিলামূৰ্ত্তি ধৰি থাকিবলৈ প্ৰাৰ্থনা জনালে। শৰণাগত অসুৰৰ মনোবাঞ্ছা পূৰণাৰ্থে ভগৱান বিষ্ণুৱে হয়গ্ৰীৱ মাধৱ নামত শিলামূৰ্ত্তি ধাৰণ কৰি অদৃশ্য হ'ল ; —এয়েই হয়গ্ৰীৱ মাধৱ। এই ধাৰণাকে পোষণ কৰি ভক্ত বৃন্দই হয়গ্ৰীৱ ৰূপী ভগৱান বিষ্ণুক সেৱা পূজাৰে অন্তৰৰ গভীৰ ভক্তি নিবেদন কৰি আহিছে।

অইন এক ধাৰণা মতে হাজোৰ মাধৱ দেৱালয় মূলত বৌদ্ধ ধৰ্ম্ম মন্দিৰহে। কেদাৰ পাহাৰৰ 'বৰশাল'ৰ তলত বহি মহাপৰিনিৰ্বান লাভ কৰা তথাগত বুদ্ধদেৱৰ মৰাশটো ভক্ত-শিষ্য বৃন্দই শোভা যাত্ৰা কৰি মণিকূট পাহাৰলৈ আনি সমাধিস্থ কৰে আৰু এই পবিত্ৰ স্থানত ভক্ত সমাজে চৈত্য নিৰ্ম্মাণ কৰি বুদ্ধদেৱৰ মূৰ্ত্তি প্ৰতিস্থা কৰে। তিব্বত, ভূটান, নেপাল আদি স্থানৰ পৰা হয়গ্ৰীৱ-মাধৱ মন্দিৰলৈ অহা বৌদ্ধ ধৰ্ম্মীসকলৰ আগমন, মন্দিৰৰ মূৰ্ত্তিক 'মহামুনি' বোলা কথাষাৰ আৰু পৰিজনৰ মৃত্যুৰ মুহূৰ্ত্তত মোক্ষ কামনা কৰি মৃতকৰ লগত দিবলৈ হাজোৰ পৰা মাটি আৰু শিলৰ টুকুৰা বুটলি নিয়া তেওঁলোকৰ কাৰ্য্য আৰু বিশ্বাসে উক্ত ধাৰণাক প্ৰমাণ কৰে। গৱেষণা কৰিলে উক্ত তথ্য উদ্ঘাটন হোৱাৰ আশা অতি উজ্জ্বল। ইংৰাজ লেখকেও কামৰূপ জিলাৰ হাজোকেই কুশীনগৰ বুলি কৈছে। হাজো নামটিও 'হাজু'—( যি ঠাইত বৌদ্ধ ধৰ্ম্মৰ সূৰ্য্য তথা বুদ্ধদেৱৰ মহাপৰিনিৰ্ব্বান হৈছিল ) শব্দৰ পৰা অহা বুলি অনুমান হয়। তদুপৰি মাধৱৰ মূৰ্ত্তিৰ সোঁহাতে থকা কানায়া বক্ষ বিহাৰী, বাসুদেৱ, ( গৰুড় পক্ষী ) হয়গ্ৰীৱ আৰু বাওঁহাতে থকা দ্বিতীয় মাধৱক বৌদ্ধধৰ্ম্মীসকলে বেলেগ বেলেগ নামেৰে নামাকৰণ কৰে। "E. Tuite Dultenএ কয় যে—বুদ্ধমূৰ্ত্তি নোহোৱা কৰিবৰ উদ্দেশ্যে বৰ্তমানৰ ভক্তসকলে হাজোৰ বুদ্ধমূৰ্ত্তিত ৰূপৰ চকু আৰু ৰূপৰ আকোৱা নাক লগাই তলৰ অংশ কাপোৰ আৰু ফুলৰ মালাৰে ঢাকি থয়।" ( অসমত বৌদ্ধধৰ্ম্ম—সৰ্ব্বানন্দ ৰাজকুমাৰ ললিত শৰ্মা বৰুৱা সম্পাদিত—সাহিত্য প্ৰসঙ্গ )

ভাৰতৰ পৰা বৌদ্ধ ধৰ্ম্মক নাইকিয়া কৰি বৈদিক ধৰ্ম্মক পুনৰ প্ৰতিস্থা কৰিবলৈ শঙ্কৰাচাৰ্য্যই ভট্টপাদৰ লগত এক মিলিত প্ৰচেষ্টা চলাইছিল। "অনুমান হয় যে এই দুই গৰাকী বেদজ্ঞ মহাপণ্ডিতৰ যত্নতেই হাজোত থকা বুদ্ধদেৱৰ জ্যোতিমান মূৰ্ত্তিটোৰ মস্তক ছেদন হয় আৰু সেইখিনিত ঘোঁৰাৰ ডিঙ্গি আৰু মূৰৰ দাৰ নতুনকৈ মূৰ্ত্তিৰ অংশ যোগ দিয়া হয়। সেই নৱ-সংযোজিত মূৰ্ত্তিটোক হয়গ্ৰীৱ মাধৱ বুলি প্ৰকাশ কৰা হয়।" ( হয়গ্ৰীৱ অৱতাৰ—হৰকান্ত দাস, এম, এ, এম, এছ, চি, বি, এল। হাজো উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ আলোচনী 'প্ৰদীপ' ১১শ সংখ্যা, ১৯৭১ )

হয়গ্ৰীৱ মাধৱ মূৰ্ত্তিটোৰ ডিঙিৰ পৰা তলৰ ছোৱাও মনকৰিবলগীয়া। ঢাকনিৰ ভিতৰত ৰখা মূল মূৰ্ত্তিটোৰ তলৰ ছোৱা ধুনা আদি মছলা জাতীয় বস্তুৰে তৈয়াৰী যেন অনুমান হয়। মূৰ্ত্তিটো পদ্মাসন অৱস্থাত চাৰি কুনীয়া এচটা শিলৰ ওপৰত আছে। বাওঁহাতখন নাভিৰ ওচৰত ৰখা আৰু সোঁহাতখন সোঁভৰিৰ আঠুৱৈ মাটি স্পৰ্শ কৰি থকা যেন অনুভৱ হয়। শিলচটাৰ চাৰিও দিশত চাৰিটা হাতীৰ চিহ্ন স্পষ্ট হৈ থকাৰ উপৰিও কেইটামান অস্পষ্ট বৰ্ণ দেখিবলৈ পোৱা যায়। তদুপৰি দেৱালয়ৰ নাট মন্দিৰৰ সন্মুখত থকা ভগ্ন অশোক স্তম্ভ আৰু মূল মন্দিৰৰ চৌহদত থকা হাতীৰ চিহ্ন সমূহেও উক্ত মন্দিৰক বুদ্ধ মন্দিৰ বুলি প্ৰমাণ দিয়ে।

হয়গ্ৰীৱ মাধৱ দেৱালয়ৰ মূৰ্ত্তি তথা সৃষ্টি ইতিহাসত বৈসাদৃশ্য যিয়েই নাথাকক, এই দেৱালয় যে যুগ-ধৰ্ম আৰু যুগ-সংস্কৃতিৰ সমন্বয় প্ৰতীক তাক কোনেও নুই কৰিব নোৱাৰে। বিষ্ণুৰ স্নান, শৰাই-বন্তি, পূজা, ভোগ—মন্দিৰৰ নিত্য নৈমিত্তিক প্ৰসঙ্গ। বিষ্ণুৰ ভোগ নিৰামিষ ভোগ। বিগ্ৰহৰ স্নান-জল মন্দিৰৰ তলেৰে গৈ পাহাৰৰ নামনিত পূৱ দিশৰ কিছু আঁতৰত থকা সুভগা কুণ্ডত জমা হয়। সুভগাত স্নান কৰিলে সৌভাগ্য উদয় হয় বুলি এক পৰম্পৰা বিশ্বাস আছে। মন্দিৰৰ খটখটীৰ সন্মুখত থকা ডাঙৰ পুখুৰীটোৰ নাম বিষ্ণু কুণ্ড। জৰাসুৰক বধ কৰাত ভগৱান বিষ্ণুৰ গাত জ্বৰ লাগে। তেতিয়া পৃথিৱীৰ বিভিন্ন স্থানৰ পূত সলিল ঢালি বিষ্ণুৰ জ্বৰ নিবাৰণ কৰাৰ ফলত এই পবিত্ৰ কুণ্ডৰ সৃষ্টি বুলি কোৱা হয়।

হাজো যে প্ৰাচীন কলা সংস্কৃতিৰ কেন্দ্ৰভূমি তাৰ স্বাক্ষৰ বহন কৰি আহিছিল অধুনালুপ্ত ইয়াৰ দেৱ-দাসী নৃত্যই। দেৱ-দেৱীক নৃত্য-গীতৰ দ্বাৰা পূজাভক্তি নিবেদন কৰাটো প্ৰাচীন ভাৰতীয় সংস্কৃতিৰ উদাহৰণ। আহোম আৰু পুৰণি কামৰূপৰ ৰজাসকলেও নৃত্য-গীতত উৎসাহ-উদ্দীপনা যোগাইছিল। হয়গ্ৰীৱক নৃত্য-গীতৰ দেৱতা বুলি ধাৰণা কৰি বৰ্ত্তমানে দক্ষিণ ভাৰতত নৃত্য গীতৰ আৰম্ভনিতে এইজনা দেৱতাক শিল্পীসকলে সোঁৱৰণ কৰাৰ নিয়ম আছে। হয়গ্ৰীৱ মাধৱৰ আগত প্ৰদৰ্শন কৰা এই দেৱদাসী নৃত্যৰো বৈশিষ্ট্যপূৰ্ণ অৰ্থ আছে। মাধৱ মন্দিৰৰ দেৱদাসী নৃত্যৰ উল্লেখ যোগিনীতন্ত্ৰত থকাটোৱে ইয়াৰ প্ৰাচীনতাৰ ইংগিত সূচায়। সুপবিত্ৰ, সুবিমল বগা পোছাকেৰে শৰীৰ ঢাকি ৰূপৰ বিভিন্ন ধৰণৰ অলংকাৰেৰে অলংকৃত হৈ লয়লাস ভঙ্গিমাৰে পৰিবেশন কৰা এই ভক্তিমূলক নৃত্যসমূহ অকল হাজোৰেই নহয়, ই অসম তথা ভাৰতৰে গৌৰৱৰ সম্পদ। অনুমান কৰিব পাৰি অসমৰ সত্ৰীয়া নৃত্যৰ ওপৰত এই নৃত্যৰ প্ৰত্যক্ষ প্ৰভাৱ পৰিছে। দেৱালয়ত দেৱ-দাসী নৃত্য আজি নাই। নাট মন্দিৰে মাথোন মাতে ৰিঙিয়ায়। ( হাজোৰ মাধৱ কেদাৰ দেৱালয় সংক্ৰান্তত অসমীয়া সাহিত্যৰ অৰুণোদয় যুগৰ লিথক নিধি লিবাই ফাৰওৱেলে দেৱ-দাসী নৃত্যৰ এক বিকৃত বিৱৰণ দাঙি ধৰিছে। জন সাধাৰণক খৃষ্টীয়ান ধৰ্মৰ প্ৰতি আকৃষ্ট কৰাৰ উদ্দেশ্যে তেওঁৰ লিখনিবোৰ লিখা বাবেই প্ৰচলিত অসমৰ ধৰ্ম কলা সংস্কৃতিক হেয় ভাবে দেখুৱাটো নিশ্চয় এইজনা সাহিত্যিকৰ স্বাৰ্থজৰিত উদ্দেশ্য আছিল। )

মাধৱ দেৱালয়ত উদযাপন কৰা বিভিন্ন উৎসৱ পাৰ্বণৰ স্বকীয়া বৈশিষ্ট্য আছে। অশোকাষ্টমী, বাৰুণী স্নান আৰু মদন উৎসৱত মাধৱৰ চলন্ত বিগ্ৰহ কেদাৰ আৰু কামেশ্বৰ সহ ক্ৰমে ব্ৰহ্মপুত্ৰ, ন-নদী আৰু লখাইতৰা নদীৰ পাৰলৈ স্নানাৰ্থে দণ্ড-ছত্ৰে ছানি শোভা-যাত্ৰা কৰি নিয়া হয়।

শ্ৰীকৃষ্ণৰ জন্মোৎসৱ দৌল-যাত্ৰা, পুহৰ সংক্ৰান্তি (মাঘ-বিহু), চ'তৰ সংক্ৰান্তি ( বহাগ-বিহু ), বিপুল আয়োজনেৰে পালন কৰাটো এটা পূৰ্বাপৰ ৰীতি। লক্ষ্য কৰিব পাৰি যে শ্ৰীকৃষ্ণৰ জন্মোৎসৱ, দৌল-যাত্ৰা আৰু মাঘৰ প্ৰথম দিনৰ নাগাৰা নাম আদিত নৱ বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱ, মাঘ বিহুৰ আকৰ্ষণীয় চৰাই যুজ আদিত আহোম সংস্কৃতিৰ প্ৰভাৱ, দৌল উৎসৱৰ মেষ-দাহ আদি বহুতো কাৰ্য্য পৰম্পৰাত তান্ত্ৰিক প্ৰভাৱ প্ৰকট। সেয়ে আমি কবলৈ বিচাৰোঁ যে মাধৱ দেৱালয়ৰ ধৰ্মীয় সংস্কৃতি সন্মিলিত ধৰ্মীয় সংস্কৃতি।

হাজোৰ দেৱালয়ৰ ধৰ্মীয় অনুশাসন মন কৰিবলগীয়া। দেৱালয়ৰ মুখ্য পৰিচালক ( প্ৰধান পূজাৰী ) আছিল দলৈ। ৰজা মহা-ৰজাসকলৰ পৰা লাভ কৰা দেৱালয়ৰ মাটিত বস-বাস, ভোগ-দখল কৰি থকা হাজো অঞ্চলৰ লোক মানেই আছিল দেৱালয়ৰ পাইক। আটাইৰে নিজা নিজা দায়িত্ব আৰু কৰ্ত্তব্য আছিল। পূজাৰী, আঠপৰীয়া, মালাকৰ, গায়ন, বায়ন, নাচনি, ধূপ-দীপ যোগাৰী, থৰি যোগাৰী, বাচন যোগাৰী, গোসাইৰ কাপোৰ ধোৱা লোক, নিচানধাৰী—আদি বিভিন্ন দায়িত্বসমূহ নিৰ্দিষ্ট লোক সম্প্ৰদায়ৰ ওপৰত ন্যস্ত আছিল। এই লোকসকলে নিয়াৰিকৈ নিজৰ কৰ্ত্তব্য পালন কৰি স্ব-ধৰ্ম আচৰণ কৰিছিল আৰু তাৰ বিনিময়ত পুৰুষ পৰম্পৰা দেৱালয়ৰ মাটি বৃত্তি ভোগ দখল কৰি আছিল। এনেহেন সুশৃঙ্খলিত পৰিচালনাত প্ৰকাশ পাইছিল এক আদৰ্শৰ সন্ধান। হাজো নগৰীৰ বিভিন্ন ঠাইত বিভিন্ন সম্প্ৰদায়ৰ লোকসকলক শৃঙ্খলাবদ্ধভাৱে বহুৱা উদাহৰণে আজিৰ চৰকাৰৰ আদৰ্শ গাওঁ স্থাপনৰ আদৰ্শক ম্লান কৰিছিল। বৰ্ত্তমান চৰকাৰে দেৱালয়সমূহ অধিগ্ৰহণ কৰাত দলৈৰ শাসনৰ ওৰ পৰিছে। এতিয়া চৰকাৰ মনোনীত দেৱালয় পৰিচালনা সমিতিয়ে হাজোৰ পঞ্চ দেৱালয় পৰিচালনা কৰিবলৈ লৈছে।

কোচ ৰজা আৰু আহোম স্বৰ্গদেউসকলে হাজোৰ হয়গ্ৰীৱ মাধৱ আৰু অইন অইন দেৱালয়সমূহৰ ক্ষেত্ৰত লোৱা পৃষ্ঠ-পোষকতা মন কৰিবলগীয়া। "হাজোৰ হয়গ্ৰীৱ মাধৱ, গুৱাহাটীৰ শুক্ৰেশ্বৰ-জনাৰ্দন আদি মন্দিৰৰ নামতো পূৰ্বতে মোগল সম্ৰাটে মাটি বৃত্তি আদি দিছিল।" ( প্ৰাচ্য শাসনাৱলী—ডঃ মহেশ্বৰ নেওগ ( ভূমিকা-পৃষ্ঠা ৪ ) হয়গ্ৰীৱ মাধৱ, দেৱালয়ৰ নামত কেইবাখনো শিলালিপি আৰু তাম্ৰ ফলি আছে। মন্দিৰৰ পৰা কোচৰজা ৰঘুদেৱৰ এখন শিলৰ ফলিৰ পৰা কালাপাহাৰে ভাঙি পেলোৱা এই মন্দিৰ ১৯০৫ শকত শিল্পী শ্ৰীধৰৰ হতুৱাই পুনৰ নিৰ্মাণ কৰি দেৱালয়ৰ নামত বহুতো মাটি দান দিয়াৰ কথা জানিব পৰা যায়। গেইটে তেখেতৰ A History of Assamত এই ফলিখনৰ ইংৰাজী ভাঙনি দিছে। পণ্ডিত মহেশ্বৰ নেওগ ডাঙৰীয়াই তেখেতৰ "প্ৰাচ্য শাসনাৱলী"ত হয়গ্ৰীৱ মাধৱ আৰু কেদাৰ মন্দিৰ সম্বন্ধীয় কেইবাখনো ফলিৰ চিনাকি দিছে। এনেকুৱা ফলি আৰু কিছু উদ্ধাৰ হোৱাৰ সম্ভাৱনা আছে। ফলিসমূহে দেৱালয় ছুখনিৰ বহুতো কথাৰ সন্দেহ দিয়ে।

**কেদাৰ**—হাজোৰ অন্যতম পুণ্য পীঠ কেদাৰ দেৱালয়। প্ৰকৃতিৰ ৰম্যপুৰী মদনাচল পাহাৰৰ ওপৰত জন সমাবেশৰ পৰা দূৰ বিদুৰত এইয়া শিৱ দেৱতাৰ আলয় 'কেদাৰ'। আজিৰ মানুহৰ কঠোৰ হাতৰ পৰশে প্ৰকৃতি ৰাজ্যখনিৰ সম্পদ সৌন্দৰ্য্য হৰণ কৰিলেও প্ৰাচীন শিল্প ভাস্কৰ্য্যৰ স্বাক্ষৰসমূহৰ মোল বুজিব নোৱাৰি সেইবোৰ থানবান কৰিলেও এনেহেন দেৱালয়ৰ ঐশ্বৰিক দিশক কোনো কাহানিও ম্লান কৰিব পৰা নাযাব।

কেদাৰ দেৱালয়ৰ প্ৰতিষ্ঠা বুৰঞ্জীয়ে চুকি নোপোৱা কালৰ। স্ত্ৰীক ( পাৰ্বতীক ) লৈ স্বামী (মহাদেৱ) থকা বাবে এই দেৱালয়ৰ মূৰ্ত্তি কেদাৰ নামে বিদিত। মহাদেৱৰ শিৰত গঙ্গাদেৱীকো দেখিবলৈ পোৱা যায়। মন্দিৰৰ গহ্বৰত থকা এই মূৰ্ত্তি ভক্তৰ বাবে সাক্ষাৎ দেৱাদিদেৱ মহাদেৱ। 'কেদাৰ' পীঠ অসম ৰাজ্যৰ শৈৱ ধৰ্মৰ এক কেন্দ্ৰভূমি। শৈৱ পূজা-পাতল দেৱালয়ৰ একমাত্ৰ ধৰ্ম। দেৱতাৰ ভোগ নিত্য-নৈমিত্তিকভাৱে আগবঢ়োৱা হয়। আমিষ-নিৰামিষ দুয়োবিধ ভোগ ইয়াত চলে। সকলো প্ৰকাৰৰ প্ৰাণী দেৱতাৰ নামত উৎসৰ্গা কৰা নহয়। তদুপৰি অইন কিছুমান মন্দিৰৰ দৰে ইয়াত বলি কটা নহয়, মোচৰি



মাৰাহে নিয়ম। কেদাৰ দেৱালয়ৰ 'শিৱ-ৰাত্ৰি' উৎসৱ দূৰ-দূৰণিৰ পৰা অহা হেজাৰ বিজাৰ তীৰ্থযাত্ৰীৰ বাবে এক শান্তি আৰু আনন্দদায়ক প্ৰেৰণা। এইজনা দেৱতাৰ কৃপাত ভক্তৰ মনোবাঞ্ছা পূৰ্ণ হয় আৰু অপুত্ৰকে পুত্ৰ লভে বুলি ভক্তৰ দৃঢ় ধাৰণা। কেদাৰনাথৰ বিভিন্ন বিৱৰণ প্ৰাচীন গ্ৰন্থসমূহত পোৱা যায়। ৰজা-মহাৰজাসকলৰ দান-অনুদানৰ কথা আগত উল্লেখ কৰি অহা হৈছে। প্ৰবাদ মতে কালাপাহাৰে এই মন্দিৰ ভাঙিবলৈ চেষ্টা কৰাৰ ফলত মৃত্যুবৰণ কৰিবলগা হয়। মদনাচল বা কেদাৰ পাহাৰক 'কৈলাস' পাহাৰ বোলা কথাষাৰ তাৎপৰ্য্যপূৰ্ণ। বিচাৰ কৰিবলৈ গলে কব পাৰি যে ই দেৱাদিদেৱ মহাদেৱৰ "কৈলাসধাম"। এইজনা দেৱতাৰ কাপোৰ ধুইছিল নেতাই ধুবুনীয়ে লুইতৰ পাৰত।

কেদাৰ দেৱালয়ৰ কিছু ওচৰত বুদ্ধদেৱে মহাপৰিনিৰ্বাণ লাভ কৰা 'বৰশাল' জুপি যুগৰ সাক্ষী হিচাপে আজিও আছে। ইমান ডাঙৰ শালগছ পৃথিৱীৰ অইন কোনো ঠাইত বোধ হয় নাই। এই জোপা বৰশালৰ তলত বিভিন্ন পৰ্ব আদিত আয়তীসকলে শৰাই-বন্তি নিবেদন কৰি নাম গায়, বৌদ্ধ-পূৰ্ণিমাৰ দিনা জাতি-ধৰ্মভেদে তালৈ গৈ একো-গছি বন্তি প্ৰজ্বলন কৰি ভক্তি-অৰ্ঘ্য নিবেদন কৰে। তদুপৰি বৌদ্ধ ধৰ্মী ভূটীয়া ভাইসকলৰ মানতো 'বৰশাল' দৰ্শন এক পুণ্যৰ কাৰ্য্য। কেদাৰ দেৱালয়ৰ ওচৰতে আৰু আছে কপিল মুনিৰ আশ্ৰমৰ ভগ্ন চিন-স্মৃতি। মুঠতে আশে-পাশে থকা সমস্ত সম্ভাৰ সম্পদে কেদাৰনাথৰ মহত্ব আৰু পবিত্ৰতাকে সূচাইছে।

কেদাৰ দেৱালয়ৰ নিচেই ওচৰতে দুৰ্গাদেৱীৰো পূজা সেৱাৰ গৃহ এটি আছে। টিহুৰ ওচৰৰ নকুছি গাওঁৰ বাঘেশ্বৰী দেৱালয়ৰ পৰা আনি দেৱীমূৰ্তি প্ৰতিষ্ঠা কৰিছিল।

**গণেশ দেৱালয়**—হিন্দুসকলৰ অইন এখনি তীৰ্থ। এইখন তীৰ্থ সমতল ভূমিত অৱস্থিত হলেও এটি সুবৃহৎ শিলক আশ্ৰয় কৰি মূৰ্তিটো খোদিত হৈছে। বৃহৎ আকাৰৰ এই গণেশ দেৱতাৰ মূৰ্তিটো দৰ্শনৰহে ভোগ্য, বৰ্ণনাৰ বস্তু নহয়। প্ৰবাদ মতে এই স্থানতেই "দেৱ-ভৱন"। এই দেৱ-ভৱনত দেৱতাসকলৰ সভাত বেউলাই নৃত্য গীতেৰে দেৱমণ্ডলীক সন্তুষ্ট কৰি মৃত স্বামী লখিন্দাৰৰ পুনৰ জীৱন লাভ কৰিছিল। হাজো অঞ্চলত পুথিমাৰী নদীক"লখাইতৰা" বোলা কথাষাৰ এই ক্ষেত্ৰত মন কৰিবলগীয়া। তদুপৰি দেৱ-সমাজৰ সভাৰ স্মৃতি স্বৰূপে উথান একাদশীৰ পৰা শয়ন একাদশীৰ মাজৰ বিভিন্ন পৰ্ব-সংক্ৰান্তি আদিত মাধৱ, কেদাৰ আৰু কামেশ্বৰ বিগ্ৰহক এই দেৱ-ভৱনলৈ আনি মিলন ঘটোৱাৰ নিয়ম আজিও প্ৰচলিত। মাধৱ, কেদাৰ আৰু কামেশ্বৰ বহা আসন ( ওখ ভেটি ) গণেশ দেৱতাৰ সন্মুখত আজিও ৰৈ আছে।

দেৱ-পূজাৰ প্ৰথম পূজা গণেশৰ। পঞ্চতীৰ্থ দৰ্শনৰ নিয়ম অনুযায়ীও যাত্ৰীয়ে অপূৰ্ণভৱন স্নানাদি কৰি পোন প্ৰথমে গণেশ দেৱালয় দৰ্শন কৰিব লাগে। তাৰ পাছতহে ক্ৰমে—কমলেশ্বৰ, কেদাৰ, মাধৱ আৰু কামেশ্বৰ দৰ্শন কৰা হয়। গণেশ দেৱালয়ত কোনো চলন্ত বিগ্ৰহ নাই। মূল মন্দিৰৰ সন্মুখত আহোম স্বৰ্গদেউ প্ৰমত্ত সিংহৰ শিলৰ ফলি দেখিবলৈ পোৱা যায়। এই দেৱালয়ত গণেশ পূজাত বাহিৰে অইন কোনো উৎসৱ অনুষ্ঠিত নহয়। নিত্য পূজাৰ্থে পূজাৰী, আঠপৰীয়া আদি নিয়োজিত আছে।

**কামেশ্বৰ দেৱালয়**—গণেশ দেৱালয়ৰ কিছু ওচৰত, কেদাৰ মন্দিৰলৈ যোৱা পথৰ সোঁপিনে কামেশ্বৰ পাহাৰৰ ওচৰত এইখন দেৱালয় প্ৰতিষ্ঠিত। ইয়াৰ প্ৰাচীন মঠ কালা-পাহাৰে ভঙাত কোচ ৰজাসকলে ইয়াৰ পুনৰ নিৰ্মাণ কৰে যদিও ভূমিকম্পই ইয়াকো ভূপতিত কৰাত আজিৰ পৰা প্ৰায় দুকুৰি বছৰমান আগত ইয়াক নতুনকৈ সজোৱা হয়। এই দেৱালয়ত শিৱলিঙ্গ আৰু চলন্ত বিগ্ৰহ আছে। দেৱালয়ৰ পূজা-পাতল, উৎসৱ-পাৰ্বণ সকলো শৈৱ ধৰ্মীয়। কেদাৰ দেৱালয়ৰ আনুসঙ্গিক ৰূপত এইবোৰ সমাধা কৰা হয়। মদন পূজা, দুৰ্গা পূজা আৰু শিৱৰাত্ৰি ব্ৰত ইয়াত পালন কৰা হয়। বছৰৰ অইন দিনত নিৰামিষ ভোগৰ বিধান, একমাত্ৰ শিৱৰাত্ৰিতহে ইয়াত আমিষ ভোগৰ বিধান আছে।

বৰ্তমান কামেশ্বৰ দেৱালয়ৰ প্ৰাকৃতিক সৌন্দৰ্য্য তপা হলেও তাহানি যে এইখিনি ঠাইৰ সৌন্দৰ্য্য বৰ্ণনাতীত আছিল—এই কথা অনুসন্ধিৎসু ব্যক্তিৰ মানস পটত ভাহি উঠে। কিছু আঁতৰত তাহানিৰ কাঁকৰা সাগৰ মৃত অৱস্থাত পৰি আছে। পুৰাণ প্ৰসিদ্ধ অপুৰ্ণভৱ (অকুন্তা) কুণ্ড আৰু অগস্তি কুণ্ডও ৰৰভূইকঁাৰ অভিশাপত আজি অভিশপ্ত। অপুৰ্ণভৱৰ নিচেই ওচৰতে আছিল কিংবদন্তিৰ মধু-মিশ্ৰিত "সৰগ-দুৱাৰ"। ইয়াৰোপৰি 'গোধাৰ ৰৰশী বোৱা শিল', 'মহাদেৱৰ বৃষভ', 'ভীমৰ পইতা খোৱা চৰিয়া' (মহাদেৱৰ ভাং খুন্দা পাত্ৰ আৰু মাৰি), 'মাৰ্কণ্ডেয় হ্ৰদ', 'নেতাই ধুবুনীৰ কাপোৰ ধোৱা পাট', 'বেউলাৰ ভেল বান্ধা চিন' আদিও কামেশ্বৰ পাহাৰৰ আশে-পাশে সিঁচৰিত হৈ আছে।

**কমলেশ্বৰ দেৱালয়**—মদনাচল পাহাৰত কেদাৰ মন্দিৰৰ নিচেই ওচৰতে এইখন দেৱালয় প্ৰতিস্থিত। কমলেশ্বৰ দেৱালয়ত কোনো মঠ নাই। মূল দেৱালয় গৃহৰ সোঁ-মাজতে লিঙ্গ প্ৰতিস্থিত। (কমলেশ্বৰ দেৱালয়ৰ লিঙ্গ আৰু যোনি চিহ্ন সম্বন্ধে বৌদ্ধধৰ্মীসকলৰ মাজত প্ৰবাদ আছে যে সেইবোৰ লামাবিলাকে বুদ্ধদেৱলৈ অনা মাথনহে। কথাষাৰৰ তাৎপৰ্য্যতা বুজিব পৰা নাযায়।) এই দেৱালয়ত কোনো চলন্ত বিগ্ৰহো নাই। পৰিবেশ আৰু কাৰ্য্য ক্ৰমে এই দেৱালয়ৰ সম্বন্ধ কেদাৰ দেৱালয়ৰ লগত বুলি তীৰ্থযাত্ৰীৰ মনত ধাৰণা জন্মায়। কেদাৰ দেৱালয়ৰ পুজাৰী আৰু আঠপৰীয়া সকলেই উক্ত দেৱালয় খনিৰ নিত্য-নৈমিত্তিক পূজা পাতল চলায়। কমলেশ্বৰ দেৱালয়ৰ নিচেই ওচৰতে থকা কমলা সৰোবৰটি যেন সৃষ্টিকৰ্ত্তাৰ এক অভিনৱ সৃষ্টি। পাহাৰৰ ওপৰত এনে জলাশয় সঁচাকৈয়ে অতি আশ্চৰ্য্য আৰু অবিশ্বাসৰ কথা।

**পোৱা-মক্কা**—হাজোৰ আটাইতকৈ ওখ পাহাৰ গৰুড়াচলত ইছলাম ধৰ্ম জগতৰ এইখন তীৰ্থ অৱস্থিত। "পোৱা মক্কা" নামাকৰণৰ অন্তৰালত থকা প্ৰবাদ সমূহ বিভিন্ন সুৰেৰে শুনিবলৈ পোৱা যায়। ইৰাণৰ চাহ চুলটান গিয়াচুদ্দিন আউলিয়াক উক্ত তীৰ্থৰ প্ৰতিস্থাপক বুলি জনা যায়। ইছলাম ধৰ্ম প্ৰচাৰক গিয়াচুদ্দিন আউলিয়া এসময়ত হাজোলৈ অহাত ইয়াৰ মানুহৰ মাজত ধৰ্ম প্ৰচাৰৰ প্ৰয়োজন উপলব্ধি কৰি গৰুড়াচল পাহাৰৰ ওপৰত এইজনা পুৰুষে মছজিদ প্ৰতিষ্ঠা কৰিছিল। প্ৰবাদ মতে গিয়াচুদ্দিনে ইছলাম ধৰ্ম জগতৰ মূল কেন্দ্ৰ মক্কাৰ পৰা এপোৱা মাটি লগত আনিছিল। আউলিয়াৰ মৃত্যুত এই পবিত্ৰ মাটি খিনি তেওঁৰ কবৰত দিয়া হয়। মোগল সম্ৰাট চাহজাহানৰ নিৰ্দেশ ক্ৰমে তেওঁৰ পুত্ৰ চুজাই গিয়াচুদ্দিন আউলিয়াৰ এই পবিত্ৰ কবৰ দৰ্শন অভিপ্ৰায়েৰে হাজোলৈ আহে। চুজাই উক্ত মছজিদটি শিলেৰে মজবুতকৈ সজাই দি শিলালিপি খোদিত কৰে। কোৰাণৰ বাণীৰে আৰম্ভ কৰা উৰ্দু ভাষাত লিখা এই তাৎপৰ্য্যপূৰ্ণ শিল লিপিখন আজিও মছজিদত যুগমীয়াকৈ ৰখা হৈছে। চুজাৰ নিৰ্মিত উক্ত মছজিদটি ইং ১৮৯৭ চনৰ বৰভূমিকম্পই বিধস্ত কৰে। বৰ্তমানৰ মছজিদটি ভালেখিনি সংস্কাৰৰ মাজেৰে আহি গঢ় লৈছেহি।

মছজিদৰ সম্মুখত থকা গিয়াচুদ্দিন আউলিয়াৰ পবিত্ৰ কবৰটি পোৱা মক্কা তীৰ্থৰ প্ৰধান আকৰ্ষণ। হেজাৰ-বিজাৰ ইছলাম ভক্তই এই কবৰত শ্ৰদ্ধা নিবেদন কৰেহি। গিয়াচুদ্দিন শিষ্য-প্ৰশিষ্যৰ কবৰ সমুহো বিশাল পাহাৰখনিৰ বিভিন্ন দিশত সিঁচাৰিত হৈ আছে।

নিত্য-নৈমিত্তিক পাচবাৰ 'আজান' আৰু পাচবাৰ 'নামাজ' ইয়াত চলে। মাঘ মাহত উলাহ মালহেৰে উদযাপন কৰা 'উৰুচ'ত অসমৰ বিভিন্ন স্থানৰ হেজাৰ-বিজাৰ তীৰ্থ যাত্ৰীৰ আগমনে পোৱা-মক্কাক লোক-ৰঞ্জিত কৰি তোলে। তীৰ্থ যাত্ৰীসকলৰ মুক্ত হস্তে আগবঢ়োৱা দানৰ বলত এই দৰ্গাহৰ বাৰ্ষিক আয়ৰ পৰিমান অতি বেছি। সময়ৰ সোঁতত পাহাৰখনিৰ প্ৰাকৃতিক সৌন্দৰ্য্য উটি গলেও দৰ্গাহৰ চৌদিশে ৰোপণ কৰা শ-শ নাৰিকলৰ পুলিয়ে কেইবছৰ মানৰ ভিতৰতে পাহাৰখনিৰ সৌন্দৰ্য্য বৃদ্ধি কৰাৰ উপৰিও ইয়াৰ আৰ্থিক উন্নয়নত যথেষ্ট ইন্ধন যোগাব পাৰিব বুলি আশা কৰিব পাৰি। চৰকাৰৰ চেষ্টাত সুউচ্চ দৰ্গাহ পথটিৰ অগ্ৰগতি চকুত পৰে।



শংকৰদেৱৰ আগৰ বৈষ্ণৱ ধৰ্মক তান্ত্ৰিক বৈষ্ণৱ ধৰ্ম বুলি আখ্যা দি শংকৰদেৱ প্ৰৱৰ্ত্তিত বৈষ্ণৱ ধৰ্মক নৱ-বৈষ্ণৱ ধৰ্ম বুলি পণ্ডিত সকলে ঘোষণা কৰিছে। এই নৱ-বৈষ্ণৱ ধৰ্মৰ প্ৰবল জোকাৰণিও হাজোত অনুৰণিত হৈছিল। মহাপুৰুষ সকলৰ হাজো পদাৰ্পনৰ কথা আৰম্ভণিতে উল্লেখ কৰি অহা হৈছে। 'কোচ-হাজো'ত ধৰ্ম-ৰাজ্য স্থাপন কৰাৰ উদ্দেশ্যে গুৰু মাধৱদেৱে ইয়াত ধোপৰগুৰি সত্ৰ প্ৰতিষ্ঠা কৰি তেৰাৰ প্ৰিয় শিষ্য লক্ষীকান্ত আতৈৰ হাতত সত্ৰৰ ধৰ্ম-বঠা দি যায়। ধোপৰগুৰি সত্ৰই গুৱালকুছি (ঈশ্বৰ শ্ৰীশ্ৰীডেকাবাপু সত্ৰ, ঈশ্বৰ শ্ৰীশ্ৰীধোপগুৰি সত্ৰ) দধি, বৰকা আদি সত্ৰৰ মুল। নিজ হাজোতো উক্ত সত্ৰৰ আদৰ্শত পিচত আৰু কেইবাখনো বৈষ্ণৱ সত্ৰ প্ৰতিস্থিত হৈছিল। প্ৰাচীন এই ধোপৰগুৰি সত্ৰত গুৰুজনাৰ (মাধৱদেৱৰ) পদ শিলা আজিও সংৰক্ষিত আছে। (মাধৱদেৱ হয়গ্ৰীৱ মাধৱ দেৱালয়তো কিছুদিন থকাৰ প্ৰবাদ আছে। ইয়াৰ লক্ষ্মী মন্দিৰত গুৰু জনাৰ ব্যৱহৃত হাতী দাঁতৰ পাদুকা আজিও সজাই থোৱা আছে।)

এতিয়া আমি কব পাৰো যে হাজো-শাক্ত, শৈৱ, বৌদ্ধ, বৈষ্ণৱ আৰু ইছলাম ধৰ্মৰ মিলন ভূমি। বিভিন্ন ধৰ্মৰ এনে মিলন ক্ষেত্ৰ ভাৰতবৰ্ষত বিৰল। প্ৰাকৃতিক বিপৰ্য্যয়, যুদ্ধ বিগ্ৰহ তথা ৰাজকীয় শাসনৰ বহুতো পৰিবৰ্তনৰ মাজতো এই মিলন এনাজৰী ছিঙি পৰা নাই। হাজোত প্ৰৱৰ্ত্তিত এই পঞ্চ ধৰ্মৰ মিলন সঁচাকৈয়ে মহাভাৰতৰ পঞ্চ পাণ্ডৱৰ মিলন সদৃশ। কোনো কাহানিও ধৰ্মৰ নামত ইয়াত বিৰোধ ঘটা নাই। হয়গ্ৰীৱ মাধৱৰ নিচান ধৰা আদি কৰ্মৰ দায়িত্ব বহন কৰে মুছলমান ভায়ে আৰু পোৱা মক্কা তীৰ্থতো "জেঠী পূৰ্ণিমাত" পদাৰ্পন কৰে অগনন হিন্দু ভায়ে।

হাজোৰ মঠ-মন্দিৰৰ স্থাপত্য ভাস্কৰ্য্য, চিত্ৰকলা, গীত, নৃত্য, বাদ্যই গৌৰৱোজ্জল প্ৰাচীন অসমৰ জাতীয় গৌৰৱ ইতিহাসকে উদঙাই দিছে। দুৰ্ভাগ্যৰ বিষয় এই যে প্ৰচাৰৰ অভাৱত বিশ্ব-বাসীকো এই বতৰা বিলাব পৰা নাই। যথোপযুক্ত ৰক্ষণা-বেক্ষণ, প্ৰতিস্থাপন, অনুসন্ধান তথা চিন্তা-চৰ্চ্চা, প্ৰসাৰ আৰু প্ৰচাৰ হলে অসমীয়া সংস্কৃতিৰ ই যাদুঘৰ হৈ ৰব।



# সাংগঠনিক পদ্ধতিৰে শুৱালকুছিৰ আৰ্থিক সমাধানৰ যোজনা

শ্ৰীবংশীধৰ কলিতা

কামৰূপ জিলাৰ অন্তৰ্গত ব্ৰহ্মপুত্ৰ নৈৰ পাৰৰ প্ৰাচীন ঐতিহ্যপূৰ্ণ গাওঁ শুৱালকুছি। ঘনবসতিৰে জনবহুল গাওঁ অসমত কিয় ভাৰততেই অতি বিৰল। গাওঁ বাসীৰ মানত এই ব্ৰহ্মপুত্ৰ নৈ থন পিতৃ স্বৰূপ। নৈ থনৰ সহায়ত জল-যানেৰে অধিক সংখ্যক লোকে বৰ ডিঙ্গাৰ দ্বাৰা দূৰ সুদূৰলৈ গৈ বেপাৰ-বাণিজ্য কৰি জিৱিকা নিৰ্বাহ কৰাৰ সুযোগ পাইছিল। এসময়ত প্ৰায় ২০০০ হেজাৰ থন বৰডিঙ্গাই উজনি নামনি জিলাসমূহৰ ভিতৰুৱা গাওঁবোৰৰ পৰা নৈ পথেৰে পণ্যবস্তু যথা ধান, মাহ, সৰিয়হ, মৰাপাত আদি কঢ়িয়াই আনি বিভিন্ন নগৰে চহৰে সৰবৰাহ কৰিছিল। আৰু চালানী বস্তু যথা নিমখ, কেৰাচিন, মিঠাতেল, দাইল, চেনী আদি কঢ়িয়াই নি গাওঁবোৰত আমদানী কৰিছিল। একোখনি ডিঙ্গাত ৫ জনকৈ নাৱৰীয়া ধৰিলেও প্ৰায় ১০ হেজাৰ লোকৰ জিৱিকাৰ পথ মুকলি হৈছিল। পৰিয়ালৰ পুৰুষসকলে নৌ-বণিজ কৰি উপাৰ্জন কৰিলেও ঘৰৰ লৰা-তিৰোতা সকলে বহি বহি কাল কটোৱা নাছিল। বুৰঞ্জীয়ে চুকি নোপোৱা কালৰে পৰা ঘৰত থকা লৰা-ছোৱালী, মতা-তিৰোতা নিৰ্বিশেষে ঘৰুৱা শিল্প মুগা পাটৰ সূতা কাটি কাপোৰ বই সাধাৰণ আৰ্থিক সমস্যাৰ সমাধান কৰিছিল। কৃষি জীৱি লোক নাই বুলিলেও অত্যুক্তি কৰা নহয়। গাওঁৰ জন সংখ্যাৰ তুলনাত ৰাজ কৰ্মচাৰী বা চাকৰিজীৱি লোক অতি নগণ্য। লোকসমূহৰ বাণিজ্যিক বুদ্ধি প্ৰৱণতাৰ কাৰণেই হয়তো বিদেশী ব্যৱসায়ীয়ে ইয়াত খোপনি পাতিব নোৱাৰিছিল। গাৱঁৰ এড়ি-মুগা-পাট কাপোৰাদি অসমৰ গাঁৱে ভূঞে সৰবৰাহ উৎপাদিত কৰাৰ বাহিৰেও ভাৰতৰ বিভিন্ন প্ৰান্তলৈ চালান দি লাভবান হৈছিল। বিশেষকৈ প্ৰতি বছৰে প্ৰায় ২০/২৫ মোনকৈ মুগাসূতা বঙ্গদেশৰ কলিকতা, বীৰভূম, ঢাকা, চট্টগ্ৰাম আদি ঠাইলৈ চালান দিছিল। তদুপৰি মহাজন আৰু কোম্পানীয়ে মুগাসূতাৰ বোজা কঢ়িয়াই নি ভ্ৰাম্যমান বজাৰ পাতি মাছ-কাছ ব্যৱসায়ী লোকসকলৰ মাজত বৰশীৰ বঁচাৰ বাবে বিক্ৰী কৰি লাভবান হৈছিল। এই কাৰণেই শুৱালকুছিৰ পৰিয়ালসকল মাটিহীনহৈ থাকিও তাৰ বাবে অনুশোচনা কৰা নাছিল। খোৱা-পিন্ধা-ঘৰৰ পাতিত খৰচ কৰিবলৈ গ্ৰাম্য শিল্পৰ যোগেদিয়েই ধন পইচাৰ যোগান পাইছিল। সুযোগ-সুবিধা দেখিলেও মাটি হীন-সকলে দূৰ ঠাইত কৃষিৰ থাট পাম পাতি কৃষিবৃত্তি কৰাৰ ইচ্ছা নকৰিছিল।

এটা সময় আছিল। গাওঁৰ ভিতৰতেই ব্যৱসায়ী বুদ্ধিসম্পন্ন ধনী শ্ৰেণীৰ সৃষ্টি হ'ল। তেওঁলোকে বুজি পালে—যে টকা খটুৱালেই ঘৰতে বহি বেপাৰ কৰিব পৰা যায়, দূৰ-দূৰন্তলৈ গৈ প্ৰবাস খাটি, কষ্ট বৰণ কৰি দিন কটোৱাৰ প্ৰয়োজন নাই, যদিহে বুজন পৰিমাণৰ মুলধন প্ৰয়োগ কৰা হয়। গাৱঁৰ বোৱণী-শিপিনীসকলে সূতা আৰু



কাপোৰ বিক্ৰী কৰিহে সেই ধনেৰে খাদ্যসামগ্ৰীৰ চাহিদা পূৰণ কৰে। পুজিবাদীসকলে এইখিনিও বুজিছিল যে যিহেতু এই বোৱনী সকলৰ খেতি-বাতি নাই ; আৰু খাদ্য সামগ্ৰীৰ বাবেই তেওঁলোকৰ উৎপাদীত বস্তু যি কোনো মুহূৰ্তত বেছিবই লাগিব। ক্ৰয় কৰা সময়ত যি দৰকে কোৱা হয়, সেই দৰতে বেছিবৰ বাধ্য। এই ভাৱকে উপলব্ধি কৰি পুজিবাদী সকলে শোষণৰ ফান্দ পাতিলে। দুৰ্ভগীয়া শিপিনী সকলেও তাঁতশালৰ উৎপাদিত বস্তুবোৰ লোকচানী মূল্যত বেঁচোতে বেঁচোতে নিজৰ কাৰ্য্যকৰী মূলধন হেৰুৱাই নিঠৰুৱা হৈ পৰিল।

এটা সময় আহিল। ১৯৩৫ আৰু ১৯৩৬ খৃষ্টাব্দ। গাওঁৰ লোকসকলে উপলব্ধি কৰিছিল যে, দেশৰ দুখ-দৈন্য আৰু দাৰিদ্ৰতা মোচনৰ কাৰণে তেতিয়া একমাত্ৰ কংগ্ৰেছেই আশ্ৰয়। গাওঁৰ পুঁজিপতিৰ শোষণত প্ৰপীড়িত ব্যক্তি-সকলে কিবা এটি সঁকাহ পোৱাৰ আশাতে গাওঁৰ কংগ্ৰেচ কৰ্মী ৺কান্তিৰাম মেধি, ৺ডাঃ হৰিশ্চন্দ্ৰ কাকতী প্ৰমুখ্যে কংগ্ৰেছ কৰ্মীসকলৰ আশ্ৰয় প্ৰাৰ্থী হ'ল। কৰ্মীবৃন্দৰ সঁজাতী দল এটি গৈ গাওঁৰ দুৰৱস্থাৰ কাহিনী প্ৰদেশ কংগ্ৰেছৰ কাৰ্য্যকৰ্ত্তাসকলৰ কৰ্ণগোচৰ কৰে। তাৰ ফলস্বৰূপে শ্ৰীমহেন্দ্ৰ নাথ হাজৰিকাৰ নেতৃত্বত নিবনুৱা শিপিনীসকলৰ কৰ্মসংস্থানৰ অভিপ্ৰায়ে "নিখিল ভাৰত শিপিনী সংঘ"ৰ শাখা স্থাপন কৰি মুলধন নথটোৱাকৈ মজুৰী নিৰিখত জিৱিকা নিৰ্বাহ কৰাৰ পন্থা এটি প্ৰয়োগ কৰিলে। মাননীয় ৺বিমলা প্ৰসাদ চলিহা, শ্ৰীমহেন্দ্ৰ নাথ হাজৰিকা, শ্ৰীজ্ঞানেন্দ্ৰমোহন পাল আৰু ৺হৰিপদ কুণ্ড আদি কৰ্মী-সকলৰ পৰিচালনাত সংঘৰ কাৰ্য্য বছৰে বছৰে প্ৰগতিৰ পথত আগবাঢ়িল। বিনা মূলধনে কৰ্ম সংস্থানৰ পথ পায় নিবনুৱাসকলে এটি স্বস্তিৰ দীৰ্ঘ নিশ্বাস পেলাব ধৰিলে।

দুখীৰ দুখ-দৈন্য মোচনৰ দিন সমানে নগ'ল। ১৯৩৮ খৃষ্টাব্দৰ পৰা ১৯৪০ খৃষ্টাব্দৰ কালছোৱাৰ আহ্বান আহিল "সত্যাগ্ৰহ আন্দোলনৰ"। মহামানৱ গান্ধীজীৰ নেতৃত্বত দেশৰ ইমূৰৰ পৰা সিমূৰলৈ প্ৰৱল বতাহৰ দৰে আন্দোলন বিয়পি পৰিল। সেই আন্দোলনত শিপিনী সংঘৰ কেই-গৰাকীমান কৰ্মীয়ে যোগদান দিয়াৰ ফলত শিপিনী সংঘৰ প্ৰগতিত বাধা পৰিল। তাৰ পিছতেই আহিল ১৯৪২ চনৰ গণ আন্দোলন। "ভাৰত ত্যাগ" মন্ত্ৰত আপ্লুত হৈ সংঘৰ কৰ্মীসকলে জীৱন পণ কৰি আন্দোলনত জপিয়াই পৰিল। আমাৰ এই শাখাৰ অন্যতম কৰ্মী ৺হৰিপদ কুণ্ডৱে সেই বিপ্লৱত প্ৰাণ হেৰুৱালে। লগে লগে শিপিনী সংঘৰ কাৰ্য্যপন্থা একেবাৰে বন্ধ হৈ গ'ল। ফলত শিপিনী বোৱনীসকল নিবনুৱা হৈ পৰিল।

কালক্ৰমত "ভাৰত ত্যাগ" দাবী সফল হ'ল। ১৯৪৭ চনৰ ১৫ আগষ্টত বিদেশী শাসকে ভাৰত ত্যাগ কৰি গুচি গ'ল। দেশৰ শাসন যন্ত্ৰ দেশীয়লোকৰ দ্বাৰা গঠিত হ'ল। বিদেশী চৰকাৰে ছাৰখাৰ কৰি এৰি যোৱা দেশ-খনৰ নিৰ্মাণ কাৰ্য্যত জাতীয় চৰকাৰে আগভাগ ললে। ৰাজহৰ সৰহ ভাগ ধনেই দেশ নিৰ্মাণ আৰু সাংগঠনিক কাৰ্য্যত খৰচ কৰি গাৱেঁ গাৱেঁ স্কুল, কলেজ, চিকিৎসালয়, মহাবিদ্যালয় ৰেল লাইন, দলং, মথাউৰি, বিজুলী সৰবৰাহ, কুৱা, পুখুৰী আদি প্ৰতিষ্ঠা কৰিলে। জনসাধাৰণৰ যোগাযোগৰ বাবে আলি-পদুলিবোৰ নিৰ্মাণ হব ধৰিলে। ভিতৰুৱা গাওঁবোৰৰ পৰা কৃষিৰ উৎপাদিত ধান, মাহ, সৰিয়হ, মৰাপাট আদি যান বাহনৰদ্বাৰা—নগৰ-চহৰ, হাট-আদিত বেচা-কিনা কৰাৰ সুবিধা পাই গাওঁবোৰ লাভবান বজাৰ হ'ব ধৰিলে। স্বাধীনতাৰ সোৱাদে চৌদিশে আকাশে-বতাহে আনন্দমুখৰ হৈ পৰিল।

কিন্তু, হায়,—শুৱালকুছি! দুৰ্ভগীয়া শুৱালকুছি !! স্বাধীনতাৰ আনন্দই এই গাওঁক নিৰানন্দৰ মেঘে আবৰি ধৰিলে কিয়? দেশে স্বাধীনতাৰ উৎসাহ উদ্দীপনাত মন ঢালি দিলে শুৱালকুছি থাকিব ক'ত? এইখন গাওঁ জানো এই দেশৰ নহয়? তেন্তে, আনন্দৰ ভাগ-অংশ নাপায় কিয়? কথা হল এই যে, দেশ বিভাজনৰ ফলত বেঙ্গলত পাকিস্থানৰ সৃষ্টি হ'ল। মাছ-কাছ মৰীয়া সৰহভাগ গাৱেঁই পাকিস্থানৰ অন্তৰ্ভুক্ত হ'ল। যি ঠাইত প্ৰতি বছৰে ২০/২৫ মোণ মুগাসূতা অকল বৰশীৰ বঁচাৰ কাৰণেই বিক্ৰি হৈছিল ; সেই গ্ৰাহক সকলৰ লগত মুগাসূতা

কোম্পানীবোৰৰ যোগাযোগ বিচ্ছিন্ন হৈ গ'ল। যি সকল কোম্পানীয়ে মুগাসূতাৰ বোজালৈ ভ্ৰাম্যমান বজাৰ পাতি কুমিল্লা, মানকড় আদি ঠাইবোৰত ৰপ্তানী কৰিছিল, সেইবোৰ বন্ধ হৈ গ'ল। কাজেই মুগাসূতা ব্যৱসায়ৰ যৱনিকা পৰিল।

আন এটি সমস্যা হ'ল,—দেশৰ আলি-পদূলি, ৰাস্তা-ঘাটৰ সুঁচল হোৱাত ভিতৰুৱা গাওঁবোৰলৈ যান-বাহন চলাচল হোৱাৰ ফলত, গাওঁৰ পণ্য বস্তুবোৰ ট্ৰাক-গাৰী-মটৰবোৰে কঢ়িয়াই আনি নগৰ-চহৰ, হাট-বজাৰত সৰবৰাহ কৰাৰ ফলত এই গাওঁৰ প্ৰায় ২০০০ খন নাওঁ অচল হৈ গ'ল। তদুপৰি ধান চাউলৰ নিয়ন্ত্ৰণ হোৱাত ব্যৱসায় বন্ধ হৈ গ'ল। প্ৰতিখন নাওঁত ৫ জনকৈ নাৱৰীয়া ধৰিলেও প্ৰায় ১০ হেজাৰ নাৱৰীয়াৰ কৰ্মহীন হ'ল। আনহাতে গাওঁৰ শোষণশীল পুঁজিবাদী সকলেও সুযোগৰ সুবিধা লৈ জন সাধাৰণৰ বাচন-বৰ্তন, আয়-অলঙ্কাৰ, মাটি-জমি, সূতা-কাপোৰ আদি আধা মূলীয়া দৰতে ক্ৰয় কৰি গাওঁবাসীক জুৰুলা নকৰাকৈ নাথাকিল। গতিকে স্বাধীনতাৰ হাৱা-বতাহে এই হতভগীয়া গাওঁক কি আনন্দ দিব? পেটৰ ভাত, গাৰ কাপোৰ, ৰোগৰ দৰৱ জাতিৰ বাবেই গাওঁবাসী বিব্ৰত হৈ পৰিল। দিনে দিনে গাওঁৰ অৰ্থ জীপ নোহোৱা সকলৰ দুখ-দৈন্য কল্পনা কৰিব নোৱাৰা অৱস্থাত পৰিল। শোষণশীল ধনীৰ গ্ৰাস, নৌ-বেপাৰী ১০ হেজাৰৰ কৰ্মহীনতা আৰু দেশ বিভাজনত উদ্ভৱ হোৱা মুগা কটা শিপিনী সকলৰ নিৰন্নুৱা অৱস্থা সমূহৰ তাৰনাত মানুহ জীয়াই থাকে কেনেকৈ?

গাওঁৰ এই দুৰৱস্থাত ব্যাকুল হৈ উঠিল মুক্তি সংগ্ৰামী সেৱকসকল। তেওঁলোকৰ মনত খেলাব ধৰিলে—এই অৱস্থাৰ উদ্ভৱ কৰাৰ কাৰণেই আমি প্ৰাণ উছৰ্গীও আন্দোলনত জপিয়াই পৰিছিলোনে? স্বৰাজে আমাক ইয়াকেহে কৰিলেনে? ধিক আমাৰ ত্যাগ! ধিক আমাৰ অধ্যৱসায়!! সেৱকসকলৰ মনত জাগৃতি আহিল। ভাবিলে—জিৰাবৰ সময় নাই, লাগে আমাক দুৰ্যোগৰ প্ৰতিকাৰ!! ককালত টঙ্গালী বান্ধি মুক্তি সংগ্ৰামীসকলে উপায় আৰু পৰামৰ্শ বিচাৰি উৰ্দ্ধতম কংগ্ৰেছ মহলৰ ওচৰ চাপিল। স্বৰ্গীয় ডাঃ ৺ভুবনেশ্বৰ বৰুৱা, ৺সিদ্ধিনাথ শৰ্মা, শ্ৰীবিষ্ণুৰাম মেধি, ৺গোপীনাথ বৰদলৈ আৰু ৺বিমলা-প্ৰসাদ চলিহা আদি নেতৃস্থানীয় লোকসকলৰ ওচৰত পৰিস্থিতিৰ বৰ্ণনা দাঙ্গি ধৰিলে। তেখেতসকলে সেৱক সকলৰ চিন্তাধাৰাক ওলগ জনাই বহুমুখী পৰামৰ্শৰ ব্যাখ্যা দি কলে। সেৱকসকলে ভাগে ভাগে গঠনমূলক কামত আত্ম-নিয়োগ কৰিব লাগিব। গ্ৰামোদ্যোগী আশ্ৰম খুলি সাংগঠনিক ভাৱাপন্ন সকলক তাতে নিয়োগ কৰিব লাগিব। চৰকাৰে বিভাগীয় কৰ্তৃপক্ষৰ পৰা উদ্যোগৰ সা-সজুলিৰ যোগান ধৰিব। কৃষক মনোবৃত্তিৰ ব্যক্তি সকলক কৃষি-পাম খুলি তাতে নিয়োজিত কৰিব লাগিব। এই ক্ষেত্ৰত চৰকাৰে ৰিজাৰ্ভ খুলি দিয়াৰ ব্যৱস্থা কৰিব। গ্ৰাম্য শিল্পিসকলক লৈ সমবায় অনুষ্ঠান গঢ়িব লাগিব। ইয়াতো চৰকাৰে ঋণ আদি দিয়াৰ ব্যৱস্থা কৰিব।

সেৱক সকলে নেতা সকলৰ পৰা বহুমুখী পৰামৰ্শ পাই গাওঁলৈ ঘূৰি আহি বিভাগবোৰ খুলি নিৰন্নুৱাসকলৰ কৰ্ম সংস্থানৰ চেষ্টাত লাগি গ'ল। স্থানীয় বাঘেশ্বৰী পৰ্বতত গ্ৰামোদ্যোগী আশ্ৰম খোলাৰ মানসে শ্ৰীজয়কান্ত দাস, প্ৰৱন্ধ লিখক শ্ৰীবংশধৰ কলিতা, হাজো নিবাসী শ্ৰীঅচ্যুত দাস, শ্ৰীঅচ্যুত মহন্ত আৰু পূব বংশৰ মৌজা কংগ্ৰেছৰ সভাপতি শ্ৰীধৰণীধৰ দাস সহ পৰ্বতৰ মাটিৰ মালিক ৺মাধৱচন্দ্ৰ মহন্ত অধিকাৰী, ৺ধৰ্মকান্ত বায়ন, শ্ৰীগন্ধৰাম বায়ন আৰু ৺বন্ধুৰাম মোধৰ পৰা মাটিৰ দাম লৈ আশ্ৰম খোলা হ'ল। আশ্ৰমত ফল-বাগান, মৌ-মাখি পালন, বয়ন বিভাগ, তেল ঘাণী বিভাগ এই কেইটা উদ্যোগ প্ৰতিস্থা কৰা হয়। আশ্ৰমৰ উপদেষ্টা ৺ডাঃ ভূৱনেশ্বৰ বৰুৱাদেৱে নানা পৰামৰ্শৰ বাহিৰেও যথেষ্ট আৰ্থিক সহায় কৰিছিল।

এসময়ত উক্ত আশ্ৰম চাবলৈ পশ্চিমৰ পৰা ৺ঠাকুৰ দাস নানাৱতী দেৱ আহিছিল। তেখেতে গাওঁখন পৰিভ্ৰমণ কৰি কৰ্মীসকলক লৈ আশ্ৰমত আলোচনা চক্ৰত বহিল। তেখেত আছিল সমবায় প্ৰেমী। আলোচনাত বহি শ্ৰীজয়-



কান্ত দাসক সুধিলে, "দাস—আপুনি ইয়াত ফল বাগান খুলিছে; কিন্তু বছৰৰ পাছত হে ফল উৎপাদন হব। বয়ন শিল্প খুলিছে, ইয়াৰো উৎপন্ন হোৱা কাপোৰখিনি গাওঁৰ শোষণ প্ৰিয় ধনী সৱলকহে বেছিব লাগিব। তেওঁলোকে লাভ-লোকচান বিচাৰ কৰি কিনিবনে? মৌ মাখি পুহিছে—মৌ জোল সমাজৰ নিত্য ব্যৱহাৰ্য্য বস্তুনে? এইবোৰ কাৰ্য্যৰ দ্বাৰা মুমুৰ্ষ সমাজ খনক আগবঢ়াই নিব পাৰিবনে?" "আপ, ওহি মনোবাদ ছোৰ দিজিয়ে। উচঁসে কুছ কাম নেই হোগা।" এই দৰে এটি বিবৃতি দি এখনি প্ৰগতিবাদী সমবায় সমাজৰ মানচিত্ৰ দাঙ্গি ধৰিলে। সমবায় সমাজ প্ৰতিস্থা কৰা দিশত শুৱালকুছি এক উপযুক্ত ক্ষেত্ৰ। আশ্ৰমৰ কাৰ্য্যাৱলী চলি থকাতো সমবায় সমাজ খন গঠন কৰিব পাৰিব। মৌজা কংগ্ৰেছৰ সভাপতি শ্ৰীধৰণীধৰ দাসেও এই কথাত মান্তি হৈ প্ৰচাৰপত্ৰ দ্বাৰা গাওঁ বাসীক সমবায় সমাজৰ তাৎপৰ্য্য বুজাই দি এখনি সমাজ গঠন কৰাৰ প্ৰতিশ্ৰুতি দিলে। ৺নানাৱতীয়ে সেই দিনাই শ্ৰীজয়কান্ত দাসক লগত লৈ মুখ্যমন্ত্ৰী ৺বৰদলৈ দেৱৰ বাস ভৱন পালেগৈ। শুৱালকুছিত এখনি সমবায় সংস্থা গঠন কৰা কথাত ৺বৰদলৈ দেৱৰো সম্মতিৰ সহাঁৰি পালে। চৰকাৰৰ বিভাগীয় কৰ্তৃপক্ষৰ পৰা ঋণ আদি পোৱাৰো আশ্বাস পালে।

৺নানাৱতীজী বিদায় ললে। শ্ৰীজয়কান্ত দাস গাওঁলৈ আহি মন্ত্ৰী দেৱৰ মনোভাৱ ব্যক্ত কৰিলে। যথা সময়ত ৩৫ ঘৰ অংশীদাৰৰ দ্বাৰা সমবায় সমিটী গঠন হ'ল। অনুষ্ঠানৰ নাম ৰখা হ'ল—"অসম সমবায় ৰেঁছম প্ৰতিষ্ঠান লিঃ।" প্ৰতিষ্ঠানৰ সভাপতি শ্ৰীজয়কান্ত দাস, আৰু সম্পাদক শ্ৰীধৰণীধৰ দাসক নিৰ্বাচিত কৰা হ'ল। মেনেজাৰ শ্ৰীমাধৱ চন্দ্ৰ ডেকা (ভাগৱতী) ক নিয়োগ কৰি ৩৫ জন অংশীদাৰকে লৈ কাম আৰম্ভ হ'ল। ৰেছম উৎপাদনৰ কামত বহু মূলধনৰ আৱশ্যক। তাৰে অভাৱত অনুষ্ঠানে অগ্ৰগতিৰ বাধা পায়, বিভাগীয় চৰকাৰৰ ওচৰত আবেদন দাখিল কৰা হল যদিও আশানুৰূপ ঋণ পোৱা নগ'ল। সেই সময়ৰ মুখ্য মন্ত্ৰী ৺চলিহা দেৱে এপেক্স বেঙ্কৰ পৰা মাত্ৰ ৫০০০'০০ টকাৰ অনুদান দিলে। সেই টকা কামত প্ৰয়োগ কৰা হ'ল, কিন্তু কি হব? ৰেছম উৎপন্নৰ কাম এই সামান্য পুঁজিৰে কেনেকৈ চলিব? এই ব্যৱসায়ত সন্তুষ্ট নাথাকি; কৃষি পাম এখন খোলাৰ আশাৰে অংশীদাৰ কিছুমানে মত প্ৰকাশ কৰিলে।

কৃষি পাম এখন কৰাৰ আশা বুকুত লৈ—মাটিৰ অনু-সন্ধানত শ্ৰীজয়কান্ত দাস, শ্ৰীবংশীধৰ কলিতা, শ্ৰীৰজনী কান্ত কলিতা আৰু শ্ৰীনবীন চন্দ্ৰ মহন্ত এই কেই জনে উত্তৰ কামৰূপৰ খাগৰাবাৰী, কুমাৰীকাটা, গান্ধীবাৰী আদি ঠাইবোৰ পৰিভ্ৰমণ কৰিলে। কিন্তু ব্ৰহ্মপুত্ৰ জলবায়ুত ডাঙ্গৰ দীঘল হোৱা শ্ৰমিকে এইবোৰ ঠাইত খেতি কৰি স্বাস্থ্য অটুট ৰখাটো সম্ভৱ নহব ভাবি, কলং পাৰৰ মালয় বাৰী ৰিজাৰ্ভত ক্ষেত্ৰ স্থিৰ কৰি চৰকাৰক জনোৱা হ'ল। চৰকাৰে প্ৰথমে ৪০০ বিঘা মাটি খুলি দিয়াৰ আদেশ পাই ৪০ ঘৰ মান মাটিহীন পৰিয়ালক স্থাপন কৰা হ'ল। শুৱালকুছিৰ বাহিৰেও হাজো থানাৰ অন্তৰ্গত দধি, বংশৰ, ৰামদিয়া, দলিবাৰী আদি গাওঁবোৰৰ মাটিহীন পৰিয়ালক বসতি দিয়া হ'ল। তাৰোপৰি দক্ষিণ পাৰৰো গৰা খহনীয়া লোককো সাঙুৰি লৈ খেতি আৰু বসতিৰ ব্যৱস্থা কৰি এখনি আদৰ্শ গাওঁ নিৰ্মাণৰ চেষ্টা চলোৱা হ'ল। তাত বাণ পানীয়ে বছৰে বছৰে খেতিৰ অনিষ্ট কৰাৰ প্ৰতি-ৰক্ষাৰ্থে সুদৃঢ় মঠাউৰী এটি চৰকাৰৰ কৰ্তৃপক্ষই নিৰ্মাণ কৰি দিলে। বৰ্তমানে তাৰ সেই পৰিয়াল বৰ্গই হৰিমন্দিৰ, নামঘৰ, পুথি ভঁৰাল, স্কুল আদি প্ৰতিষ্ঠা কৰি সুস্থিৰ গ্ৰাম্য জীৱন যাপন কৰি আছে।

গাওঁৰ যিখন সমবায় প্ৰতিষ্ঠানে চৰকাৰৰ মাত্ৰ ৫ হেজাৰ টকাৰ অনুদান লৈ কামত নামিছিল; সেই অনুষ্ঠানে বৰ্তমানে নিজা মাটি, বিল্ডিং, বোৱনীচকী নিৰ্মাণ কৰিও কেবা খনো নগৰত বিক্ৰিকেন্দ্ৰ স্থাপন কৰি প্ৰায় ৫০/৬০ গৰাকী কৰ্মচাৰীক কৰ্মসংস্থান দিছে। ইয়াত বাজেও ৩১৫ ঘৰ বোৱাণী—শিপিনীক বাৰ মাহে কামৰ যোগন ধৰিছে।

আন এটি কথা—এই স্মৃতি প্ৰৱন্ধত সেই কথাটি

সোঁৱৰাই নথলে কৰ্মীৰ একাগ্ৰতা আৰু প্ৰেৰণাক হেয় প্ৰতিপন্ন কৰা হব। দীঘল বিবৃতি হলেও উল্লেখিয়াৰ লৈছো। গাওঁৰ নীৰৱ কৰ্মী শ্ৰীচক্ৰেশ্বৰ দাস, শ্ৰীবদন চন্দ্ৰ কলিতা আৰু ৺ধনেশ্বৰ দাসে বকোৰ মৌমান সেৱাশ্ৰমত বোৱনী বিশেষজ্ঞ আৰু ঘানী বিশেষজ্ঞ হিচাবে কাম কৰিছিল গৈ।

এইকাল চোৱাৰ ভিতৰতে কৰ্মীসকলৰ আন এটি প্ৰেৰণা জাগিল। মনত খেলালে ইয়াত এটি ঘানী কেন্দ্ৰ স্থাপন কৰিব পাৰিলে গাওঁবাসীয়ে এটোপা বিশুদ্ধ তেল পাব আৰু কেইগৰাকীমান শ্ৰমিকৰ কৰ্মৰ সংস্থান ঘটিব। এনে ভাব ধাৰাত অনুপ্ৰাণীত হৈ ৺ডাঃ হৰিশ্চন্দ্ৰ কাকতী, ৺ধনেশ্বৰ দাস, শ্ৰীদেবেশ্বৰ দাস, শ্ৰীবংশীধৰ কলিতা, শ্ৰীজয়কান্ত দাস, শ্ৰীনৰোত্তম দাস এই সকল কৰ্মীবদ্বাৰা তেল উৎপন্ন কেন্দ্ৰ এটি গঠন কৰা হয়। গুৱাহাটী গ্ৰাম উন্নয়ন কেন্দ্ৰৰ পৰা ২, ৫০০,০০ টকাৰ মঞ্জুৰী লৈ শ্ৰীপ্ৰবোধ মাটিত গৃহ নিৰ্মাণ কৰা হৈছিল। বিহাৰ গ্ৰামোদ্যোগ সংঘৰ পৰা বিহাৰ টাইপৰ ২টা ঘানী আনি বহুৱাই লৈ কাম আৰম্ভ কৰা হয়। গৰু এহাল আৰু সৰিহয় কেই মোণ মান কিনিলৈ শ্ৰীপ্ৰফুল্ল কলিতাক ঘানী পৰিচালক নিয়োগ কৰি আৰু ৺ধনেশ্বৰ দাসক সম্পাদকৰ দায়িত্ব দি কিছুদিন চলোৱাৰ পাচত টকাৰ আৱশ্যক হৈ পৰে। আনহাতে গৰু এটাৰো মৃত্যু ঘটে। এই কাৰণেই এই কেন্দ্ৰই অগ্ৰগতি লাভ কৰিব নোৱাৰিলে।

১৯৫৬ খৃষ্টাব্দটো এই গাওঁৰ অৰ্থ-সমস্যা সমাধানৰ এক সামান্য পদক্ষেপ। ৰামপুৰত এটি খাদী গ্ৰামোদ্যোগ কমিচন প্ৰতিষ্ঠা হৈছে। তাৰে এটি শাখা ইয়াত স্থাপন কৰিবলৈ প্ৰয়াস জন্মিল। এই অৰ্থে—শ্ৰীজয়কান্ত দাস, শ্ৰীপ্ৰিয়নাথ কলিতা আৰু ৺ধনেশ্বৰ দাস ৰামপুৰলৈ গৈ কমিচনৰ পৰিচালক ৺মনোহৰ ভাইৰ লগত বাৰ্ত্তালাপ হয়। ৺মনোহৰ ভাইজীও শুৱালকুছিত শাখা খুলিবলৈ সন্মতি জ্ঞাপন কৰি গাওঁলৈ আহিল। স্থানীয় শ্ৰীহেমকান্ত মেধিৰ ঘৰ এটি কাৰ্য্যালয় বন্দৱস্ত কৰি—৺ধনেশ্বৰ দাস, শ্ৰীভাৰত দাস, শ্ৰীমতী সত্যৱতী দাস, আৰু ৰামপুৰ নিবাসী শ্ৰীচৈতন্য চৌধুৰীক কৰ্মচাৰী নিযুক্ত কৰি মুগা উৎপাদন কেন্দ্ৰ প্ৰতিষ্ঠা কৰিলে। এই কমিচনৰ যোগেদিও বহু সংখ্যক বোৱনী শিপিনীয়ে মূলধন বিহিনে কৰ্মৰ সংস্থান লাভ কৰিলে।

১৯৫৭ খৃষ্টাব্দ। এই গাওঁৰ শ্ৰমিক বৃন্দৰ আন এটি আৰ্থিক সমাধানৰ প্ৰচেষ্টা। অসম চৰকাৰে এটি "খাদী গ্ৰামোদ্যো" চোৰ্ড গঠন কৰি ঠায়ে ঠাঁয়ে কেন্দ্ৰ পাতি বহুত নিবনুৱা শ্ৰমিকক কামৰ যোগান দিছে। প্ৰেৰণালব্ধ কৰ্মীসকলৰ মনত উদয় হ'ল ; যদিহে এই বোৰ্ডৰো শাখা এটি ইয়াত স্থাপন কৰিব পৰা যায় ; তেনেহলে আৰু কিছু সংখ্যক পৰিয়ালৰ কৰ্মসংস্থানৰ দিহা হব। ইয়াকে ভাবি—শ্ৰীনৰোত্তম দাস, শ্ৰীজয়কান্ত দাস, ৺কান্তিৰাম মেধি এই সকল গুৱাহাটীলৈ গৈ বোৰ্ডৰ গুৰি ধৰোতা শ্ৰীৰবিন্দ্ৰনাথ নবীচ, শ্ৰীমহেন্দ্ৰনাথ হাজাৰিকা আদি নেতৃত্বয়ক লগ ধৰিলে। শুৱালকুছিত এটি উৎপন্ন কেন্দ্ৰ স্থাপিত কৰাৰ প্ৰস্তাৱ দাঙি ধৰাত তেখেত সকলেও শাখা খুলিবলৈ স্বীকৃতি দিয়ে। এই অৰ্থে এদিনাখন বোৰ্ডৰ বজাৰ বিষয়ক বিষয়া ৺অমৃত কাকতী আৰু চেয়াৰমেন শ্ৰীমহেন্দ্ৰ নাথ হাজৰিকা গাওঁলৈ আহি ৺সাধিৰাম মেধিৰ ঘৰ এটি কাৰ্য্যালয় হিচাপে বন্দৱস্ত কৰিলে। তাৰ কাৰ্য্য পৰিচালনা কৰিবলৈ সাংগঠক—শ্ৰীমাধৱ ডেকা, ( ভাগৱতী ) শ্ৰীনৰোত্তম দাস আৰু শ্ৰীহৰেশ্বৰ দাসক কাৰ্য্যবাহক আৰু বিষয়ববীয়া নিযুক্ত কৰিলে।

ইয়াৰ যোগেদিও বহুসংখ্যক বোৱনী শিপিনীৰ মূলধন বিহিনে কৰ্মৰ সংস্থান লাভ হ'ল। বোৰ্ড আৰু কমিচনে যিদৰে শ্ৰমিকক কামৰ যোগান দিছে, সেই আৰ্হিৰে গাওঁৰ আন আন মহাজন আৰু কোম্পানী সকলেও মজুৰী নিৰিখত কামৰ যোগান দি কাপোৰ সূতা উৎপন্ন কৰিছে যদিও শ্ৰমিকক দিয়া মজুৰীৰ মাপ কাঠি নাছিল। কোনে কিমান কম মজুৰীত কাপোৰ বোৱাই সস্তাত পেলাব পাৰে তাৰেহে প্ৰতিযোগীতা চলিছিল। বোৰ্ড, কমিচন আৰু সমবায় সামটিসমূহে যেতিয়া এটা নিৰ্দ্ধাৰিত পৰিমাণৰ মজুৰী দিয়াৰ দিয়াৰ ব্যৱস্থা কৰিলে, তেতিয়া মহাজন সকলেও তেওঁলোকৰ শ্ৰমিক কমি যোৱা দেখি, ওপৰোক্ত অনুষ্ঠান কেইখনৰ নিৰিখতে মজুৰী দিবলগীয়াত পৰে। খাদী বোৰ্ডে বছৰে বছৰে প্ৰগতি লাভ কৰি বৰ্তমানে তেওঁলোকে নিজা মাটি কিনি কাৰ্য্যালয়, বোৱনী চৰী, কাৰ্য্যকৰ্তানিবাস ইত্যাদি নিৰ্মাণ কৰি গাওঁৰ প্ৰায় ১৫০ ঘৰ মান বোৱনী আৰু প্ৰায় ২০০ ঘৰ মান শিপিনীক ঘাৰ মাহে কৰ্মৰ যোগান দি কীৰ্ত্তিত্ব লাভ কৰিছে।

# শুৱালকুছিৰ গ্ৰাম্য অৰ্থনীতিত খাদী-গ্ৰামোদ্যোগৰ ভূমিকা

শ্ৰীবেণুধৰ বৰা

গান্ধীজীৰ খাদী গ্ৰামোদ্যোগ অৰ্থনীতি সম্পূৰ্ণ স্বদেশীয়, অহিংসা আৰু সত্যৰ ওপৰত প্ৰতিষ্ঠিত। এই অৰ্থনীতিৰ নিদৰ্শন হৈছে স্বাৱলম্বন, শ্ৰম মৰ্য্যদা, কৰ্ম সংস্থান, স্থানীয় কেঁচামালৰ ব্যৱহাৰ আদি। ই এক স্বতন্ত্ৰবীয়া চিৰন্তন অৰ্থনীতি। ইয়াৰ সামান্য মজুৰীৰ বিনিময়ত গুৰু লাভৰ নিচিনা ব্যৱসায়ীক ধাৰণাৰ থল নাই। অৱশ্যে ইয়াৰ পৰা একো লোকচানো ভৰিব নালাগে। খাদী বস্ত্ৰৰ মূল্যৰ অধিকাংশ মূল শ্ৰমিকজনে অৰ্থাৎ শিপিনীয়ে পাব লাগে। বৰ্তমানৰ উচ্চমানৰ কাৰিকৰী প্ৰযুক্তিবিদ্যাৰ যুগত বৃহৎ গুৰু উদ্যোগ আদিৰ মহাপয়োভৰত গান্ধীবাদী অৰ্থনীতি বিসঙ্গতি যেন লাগিলেও ভাৰতৰ অৰ্থনৈতিক ক্ষেত্ৰত ইয়াৰ আৱশ্যকতা নাই বুলি কলে ভুল হব। কেৱল ভাৰতেই নহয় সমগ্ৰ বিশ্বত গান্ধীবাদী দৃষ্টিভঙ্গীৰ প্ৰয়োজন পৰিলক্ষিত হৈছে। বিশ্বৰ প্ৰখ্যাত অৰ্থনীতিবিদ, চিন্তাশীল ব্যক্তি আৰু পৰিকল্পনাকাৰীসকলে গান্ধী অৰ্থনীতিৰ প্ৰয়োগ সমগ্ৰ আন্তৰ্জাতিক ক্ষেত্ৰত সুস্থ অৰ্থনৈতিক সম্বন্ধ স্থাপনাৰ্থে প্ৰয়োজন বুলি দোঁহাৰিছে।

শুৱালকুছিৰ গ্ৰাম্য অৰ্থনীতিত খাদী গ্ৰামোদ্যোগৰ ভূমিকা প্ৰসঙ্গত প্ৰথমে কব লাগিব—তাঁত শিল্পত অসমৰ ভূমিকা সম্পূৰ্ণ সুকীয়া। দেশৰ আন আন অংশত তাঁত শিল্পৰ কাম নিৰ্দিষ্ট সম্প্ৰদায়ৰ মাজত সীমাবদ্ধ আৰু ই উক্ত সম্প্ৰদায়ৰ পুৰুষসকলৰ জীৱিকা নিৰ্বাহৰ প্ৰধান উদ্যোগ। অসমত জাতিবৰ্ণ নিৰ্বিশেষে সকলোৰে ঘৰে ঘৰে তাঁতশাল আছে। ই অসমীয়া জাতীয় জীৱনৰ লগত ইমান ওতঃপ্ৰোতঃ সম্পৰ্ক যে ইয়াক অসমীয়া মানুহে অকল শিল্প হিচাপে নহয় সংস্কৃতিৰ এপদ বহুমূলীয়া সম্পদ বুলিও গণ্য কৰে। প্ৰত্যেক অসমীয়া মহিলাই জন্মজ শিপিনী। অসমৰ বিভিন্ন ঠাইত বয়ন শিল্পক উপজীৱিকা হিচাপে লৈ কাম কৰিলেও শুৱালকুছিৰ ক্ষেত্ৰত ই সুকীয়া। বয়ন শিল্পত পুৰুষসকলে বোৱনী আৰু তাঁতশালৰ সহায়কৰ মূল ভূমিকা গ্ৰহণ কৰি তেওঁলোকৰ জীৱিকা নিৰ্বাহ কৰিছে।

শুৱালকুছিৰ ৰেছম শিল্পৰ খ্যাতি কৌটিকলীয়া। মুগা আৰু এড়ি লেটাৰ উৎপাদন আৰু ইয়াৰ পৰা তৈয়াৰী কাপোৰৰ ক্ষেত্ৰত ভাৰতৰ ভিতৰতে নহয় পৃথিৱীৰ ভিতৰত অসমৰ স্থান অদ্বিতীয়। বিশ্ব দৰবাৰত অসমৰ হকে শুৱালকুছিয়ে সুকীয়া স্থান লাভ কৰিলেও বৰ্তমানে বহুতো কাৰণত কিছু ম্লান হৈ যাব ধৰিছে। আমাৰ প্ৰবন্ধত সেই দিশটো ফঁহিয়াৰ খোজা নাই যদিও শুৱালকুছি অসমৰ মানচেষ্টাৰ বুলি গৌৰব কৰি অহা শুৱালকুছিৰ আপুৰুগীয়া ৰেছম শিল্পৰ উত্তৰোত্তৰ উন্নতি চৰকাৰ, পৰিকল্পনাকাৰী, অৰ্থনীতিবিদকে ধৰি সমগ্ৰ ৰাইজে দৃষ্টি নিক্ষেপ কৰিবৰ সময় হ'ল।

শুৱালকুছিৰ গ্ৰাম্য অৰ্থনীতিত অসম খাদী গ্ৰামোদ্যোগ ব'ৰ্ডে এক বিশেষ ভূমিকা গ্ৰহণ কৰাটো পৰিলক্ষিত

হৈছে। স্বাধীনতা সংগ্ৰামৰ কালছোৱাত মৃতপ্ৰায় খাদী বস্ত্ৰ উদ্যোগক জীয়াই ৰখা শিপিনী-বোৱনীসকলৰ প্ৰতিভাৰ মূল্যাঙ্কন হিচাপে ১৯৫৩ চনত অসম ৰাজ্যিক খাদী আৰু গ্ৰামোদ্যোগ ব'ৰ্ড প্ৰতিষ্ঠা হয়। শুৱালকুছিৰ ঐতিহ্য, শুৱালকুছিৰ প্ৰতিভাৰ প্ৰতি লক্ষ্য ৰাখি অসম খাদী আৰু গ্ৰামোদ্যোগ ব'ৰ্ডে ইয়াৰ শোষিত, পদদলিত শিল্পীসমূহক আকোৱালী লৈ সেইসকলক মহাজনৰ মেৰপাকৰ পৰা উদ্ধাৰ কৰি বিজ্ঞানসন্মতভাৱে মজুৰি আগবঢ়াই ইয়াৰ অৰ্থনীতিৰ ক্ৰমশঃ উন্নতি কৰিবলৈ লোৱা পদক্ষেপ, শুৱালকুছিৰ গ্ৰাম্য অৰ্থনীতিত এক বলিষ্ঠ পদক্ষেপ।

অসম খাদী-গ্ৰামোদ্যোগ ব'ৰ্ডৰ অধীনৰ শুৱালকুছি খাদী উৎপাদন কেন্দ্ৰৰ ১৯৫৭ চনৰ ডিচেম্বৰ মাহৰ কোনো এটি শুভ মুহূৰ্তত জন্ম হয়। সমাজৰ নিষ্পেষিত, দৰিদ্ৰ শিপিনী-বোৱনীসকলক গান্ধীবাদী চিন্তাধাৰাৰে সহায় কৰি দেশৰ সৰল অৰ্থনীতিৰ বুনিয়াদ গঢ়ি তোলাৰ উদ্দেশ্যে প্ৰতিষ্ঠিত খাদী উৎপাদন কেন্দ্ৰসমূহৰ ভিতৰত শুৱালকুছিৰ স্থান অদ্বিতীয়। ১৯৭৭-৭৮ চনৰ বছৰটোত এই কেন্দ্ৰই ১২ লাখ টকাৰ খাদী বস্ত্ৰ ( এড়ি, মুগা, পাট ) উৎপাদন কৰি এক বুজন সংখ্যক লোকক কৰ্ম নিয়োগ দি মজুৰীৰ বাবদ ২'৭৩ লাখ টকা খৰচ কৰে। শুৱালকুছিৰ কামৰ প্ৰসাৰতা বৃদ্ধি হোৱাৰ লগে লগে বামুন্দি, ৰামদিয়া আদি ইয়াৰ উপকেন্দ্ৰসমূহৰো জন্ম হয়। বৰ্তমান বামুন্দি পূৰ্ণাঙ্গ কেন্দ্ৰ হিচাপে প্ৰতিষ্ঠিত হৈছে।

শুৱালকুছিৰ গ্ৰাম্য অৰ্থনীতিত খাদীৰ অৱদান কি? সেইটো ক'বলৈ হ'লে আমি একে আষাৰতে ক'ব পাৰো যে এচাম অনাদৃত সম্বলহীন লোকক এই উদ্যোগে জীৱন নিৰ্বাহৰ পথ উলিয়াই দিছে বুলিয়েই ক'ব লাগিব। বিগত ৫ বছৰৰ উৎপাদন কৰ্ম সংস্থান আৰু শিল্পীসকলক দিয়া মজুৰীৰ হাৰৰ পৰাই এই কথা পৰিস্ফুট। ইয়াৰ তালিকা তলত দিয়া ধৰণৰ।

খাদী আয়োগৰ নীতি অনুযায়ী বৰ্তমানে বোৱনী শিপিনী সকলৰ মজুৰীৰ উপৰিও কল্যাণমূলক আঁচনিৰ বাবে ( ভৱিষ্য নিধিৰ দৰে অতিৰিক্ত মজুৰী ) ৫% শতাংশ ব্যক্তিগত জমা হিচাপে ৰখা হৈছে। তাৰ বাবে বোৱনী শিপিনী সকল অকল আগ্ৰহশীলেই নহয় উপকৃতও হৈছে।

খাদী গ্ৰামোদ্যোগৰ কৰ্মপন্থা অকল খাদীতেই সীমিত নহয়। গ্ৰামোদ্যোগৰ বিভিন্ন আঁচনিও ইয়াৰ অন্তৰ্গত। খাদী-গ্ৰামোদ্যোগ ঋণ আৰু অনুদানেৰে শুৱালকুছিত সমবায় ভিত্তিত তেলঘানী উদ্যোগ আৰু ধানবনা উদ্যোগ প্ৰতিষ্ঠা হৈছিল যদিও কেঁচা মালৰ অভাৱ আৰু প্ৰতিকূল বাতাবৰণৰ বাবেই কৃতকাৰ্য্য হৈ নুঠিল। বৰ্তমানে মৃৎ শিল্পৰ ক্ষেত্ৰত শুৱালকুছিৰ কুমাৰ পাৰাৰ কিছু সংখ্যক লোকক মৃৎ শিল্পৰ প্ৰগতিৰ বাবে খাদী ব'ৰ্ডে অনুদান আৰু স্থানীয় বেঙ্কৰ জৰিয়তে ঋণ আদি পোৱাৰ ব্যৱস্থা কৰিছে। শুৱালকুছিৰ গ্ৰাম্য অৰ্থনীতিত যিহেতু খাদীৰেই প্ৰাধান্য বেছি গতিকে আলোচনাটি তাৰ মাজতেই সীমিত ৰখা হ'ল।

শুৱালকুছি তথা সমগ্ৰ অসমৰেই বস্ত্ৰ শিল্পৰ ঐতিহ্য অপাৰ। আনহাতে ঘৰৰ সকলো পৰিয়ালকে কৰ্ম সংস্থাপন দিব পৰা এই উদ্যোগটোৱেই অৰ্থনীতিতো এক উল্লেখনীয় অৱদান আগবঢ়াই আহিছে। দেশৰ বৰ্দ্ধিত নিবনুৱা সমস্যা দূৰীকৰণত গান্ধীবাদী চিন্তাধাৰাৰে অৰ্থনৈতিক সমাধান উলিয়াবলৈকেও নতুন চৰকাৰে নতুন উদ্যোগ নীতিৰেও আগবাঢ়ি আহিছে।

বৰ্তমানে শুৱালকুছিৰ শিল্পী সকলৰ জাগৰণ অহাটো শুভ লক্ষণ হলেও, অকল শ্ৰমিকৰ মজুৰীৰ দিশতে চিন্তা নকৰি তাঁতশাল আৰু আহিলা, আধুনিকীকৰণ, কেঁচামাল ( মুগালেটা ) উৎপাদন বৃদ্ধি, অসমৰ উৎপাদিত পাট সূতা উৎপাদন বৃদ্ধি আৰু কৰ্ণাটক প্ৰদেশৰ দৰে উন্নতিকৰণ, মিশ্ৰিত সূতাৰে আৰু অত্যাধুনিক আহিঁৰে কাপোৰ উৎপাদন, বাহিৰলৈ কেঁচা মালৰ চালান বন্ধকৰণ, বাণিজ্যিক ক্ষেত্ৰত সম্প্ৰসাৰণ আদি দিশত বৈজ্ঞানীক দৃষ্টিৰে পুনৰ সংগঠন কৰিলেহে শুৱালকুছিৰ ঐতিহ্যভৰা ৰেছম শিল্পটো টিকি থাকিব।



| বছৰ | উৎপাদন লাখ টকা হিচাবত | কৰ্মনিয়োগ | মজুৰী |
|---|---|---|---|
| ১৯৭৩-৭৪ | ২'৬৬ লাখ | ১২০০ জন | ৮৮,৭৬৬'০০ |
| ১৯৭৪-৭৫ | ৪'০৫ " | ১১৯৩ " | ৯৮,৫০৬'০০ |
| ১৯৭৫-৭৬ | ৬'১৯ " | ১৮৩১ " | ১৫৫,১৮০'০০ |
| ১৯৭৬-৭৭ | ৮'৫১ " | ২০৬১ " | ২১৬,৬২৭'০০ |
| ১৯৭৭-৭৮ | ১১'৮৩ " | ২১৩০ " | ২৭৩,০৫৬'০০ |

# মুক্তি আন্দোলনত শুৱালকুছি

শ্ৰীসোণাৰাম দাস

গান্ধীয়ে ১৯২০ খৃঃত অসহযোগ আন্দোলন আৰম্ভ কৰে। এই আন্দোলনৰ লক্ষ্য আছিল বিদেশী বস্ত্ৰ বৰ্জন আৰু স্বদেশী বস্ত্ৰ প্ৰচলন। অসমতো এই আন্দোলনৰ জুই জ্বলি উঠে। অসমৰ সুযোগ্য নেতা তৰুণৰাম ফুকন আৰু নবীনচন্দ্ৰ বৰদলৈৰ যত্নত অসমৰ চুকে-কোণে এই আন্দোলনৰ সূত্ৰপাত হয়। সেই সময়তে আমাৰ শুৱালকুছিত দেশভক্ত তৰুণৰাম ফুকন আৰু গুৱাহটীৰ আন আন দেশকৰ্মীৰ পদাৰ্পণ হয়। তৰুণৰাম ফুকনৰ নেতৃত্বত বিলাতী কাপোৰত জুই জ্বলাই দিয়া হয়। এই বিদেশী বৰ্জন যজ্ঞৰ পিছতেই গাওঁত চালুকীয়া শিপিনী সংঘ এটি গঠন হয়। সিদ্ধেশ্বৰ দেৱালয়ৰ বাট চ'ৰাৰ কাষতে শিপিনীসকলক যতৰত সূতা কাটিবলৈ শিখোৱা হয়। গুৱাহাটী অফিচৰ পৰা কপাহ আনি সূতা কাটি সেই সূতা অফিচত জমা দিয়া হয়।

এই খিনিতে উল্লেখ কৰিব পাৰি যে গাওঁৰ যুৱকসকলৰ এটা দলে আৰু কংগ্ৰেছ কৰ্মীসকলে এই গাওঁতে থকা ভাঙৰ দোকান এখন উঠাই দিয়ে আৰু যি দুই চাৰিজন কানীয়ালোক আছিল তেখেতসকলৰ ঘৰে ঘৰে গৈ কানি খোৱাৰ সঁজুলিবোৰ ৰাইজক দেখাকৈ জ্বলাই দিয়ে। এই দেশ সেৱাৰ কামত বহুতো দেশ-প্ৰেমীকে সেৱা কৰিছিল। ইয়াৰ ভিতৰত ৺বিদ্যাধৰ বৰা, ৺কান্তিৰাম মেধি, গৰ্গ দাস, ৺উদয় মহন্ত, ৺জণ্টি দাস, শিৱ কলিতা, ৺অন্নদা, ৺হৰিশচন্দ্ৰ কাকতী, ৺লোহিত দেৱান, গোৱৰ্দ্ধন দেৱান, ৰত্নেশ্বৰ মহন্ত, কণক দাস, বিদিত মহন্ত, ৰতি ওস্তাদ, উপেন শৰ্মা, ৺মাণিক বৈশ্য আদিয়ে।

১৯২১ চনৰ অসহযোগ আন্দোলনত স্কুল এৰি আহি শ্ৰীসিদ্ধেশ্বৰ ওজাই শুৱালকুছিৰ বাহিৰতো স্বেচ্ছা সেৱকৰ কাম কৰে। টিহুত স্বেচ্ছাসেৱক হৈ তেখেত ১৯২২ চনত ৬ মাহ কাৰাদণ্ড ভোগ কৰিব লগাত পৰে। শুৱালকুছিৰ ৺ৰাজেন চন্দ্ৰ বৈশ্যই টিহুত স্বেচ্ছাসেৱকৰ কামত তেখেতক সহায় কৰিছিল।

এই খিনিতে আমি এজন নীৰৱ কৰ্মীয়ে নিজৰ ঘৰুৱা জঞ্জালকো নেওচি কংগ্ৰেছৰ কামত লাগি থাকি জীৱনটোৰ দুখ-দৈন্যৰ মাজত অশেষ কষ্ট ভোগ কৰি একেধাৰে লাগি থকা ৺ৰত্নেশ্বৰ ভৰালীদেৱক সুঁৱৰা উচিত হ'ব। সেইদৰে ১৯২৬ চনৰ পৰা আজি পৰ্য্যন্ত দেশৰ সেৱাত, সমাজৰ কামত আত্মনিয়োগ কৰি নুমাই যাবখোজা শলিতা গছৰ দৰে স্নিগ্ধ আভা বিতৰণ কৰা শ্ৰীনৰোত্তম দাসকো মনত জল্ জল্ পট্ পট্‌কৈ ৰখা হ'ল।

১৯৩০ চনৰ আইন অমান্য আন্দোলনত শুৱালকুছিৰ দেশ কৰ্মীয়ে আগভাগ লৈছিল বুলি কব লাগিব। গুৱাহাটীত ডাঃ জ্যোতিষচন্দ্ৰ দাসৰ দিহা-পৰামৰ্শ আৰু দেশভক্ত তৰুণৰাম ফুকনৰ নেতৃত্ব সেই সময়ৰ স্বদেশী আন্দোলনৰ উৎস আছিল। আইন অমান্য আন্দোলনত অংশ গ্ৰহণ কৰি ৺মহেশচন্দ্ৰ মড়ল, ৺শান্তি ভৰালী আৰু শ্ৰীসৰ্বানন্দ মেধিয়ে গুৱাহাটীত কাৰাদণ্ড ভোগ কৰে। শ্ৰীচন্দ্ৰকান্ত ভৰালীয়ে নলবাৰীৰ পৰা আহি, শ্ৰীনগেন শৰ্মাই



পলাশবাৰীৰ পৰা আৰু শ্ৰীৰাজিনচন্দ্ৰ কাৰিকৰে গুৱাহাটীত কাৰাবৰণ কৰিব লগাত পৰে।

শুৱালকুছিত কংগ্ৰেৰ পূৰ্ণ পয়োভৰ। ডাঃ হৰিকৃষ্ণ বৰুৱা আৰু ডাঃ ভূবনেশ্বৰ বৰুৱাৰ দিহা পৰামৰ্শত শুৱালকুছি কংগ্ৰেছৰ নেতৃত্বৰ শুৰিবঠা ধৰে ৺ডাঃ হৰিশচন্দ্ৰ কাকতী আৰু ৺কান্তিৰাম মেধিয়ে। ৺ৰত্নেশ্বৰ ভৰালী, নৰোত্তম দাস, বংশী কলিতা, ৰজনী কলিতা, মাধৱচন্দ্ৰ ডেকা, দুৰ্গাচৰণ ভৰালী আদি বহুতো কৰ্মীয়ে সহযোগ কৰি আন্দোলন সাফল্যমণ্ডিত কৰি তোলে।

কংগ্ৰেছৰ কামত আমাৰ মহিলসকলো পিচপৰি থকা নাছিল। তেখেতসকলো পুৰুষৰ লগত সমানে আগবাঢ়ি গৈছিল। আনকি গয়া কংগ্ৰেছলৈও গৈ সূতা কাটি আমাৰ মহিলাই প্ৰশংসা লাভ কৰিব পাৰিছিল ; সেইসকলৰ ভিতৰত ৺গানেশ্বৰী মড়ল, ৺মালতি মড়ল, ৺চন্দ্ৰফুলি মেধি, দ্ৰোপদী বৈশ্য, হেমলতা বৈশ্য, মইনা কলিতাৰ নাম উল্লেখযোগ্য।

১৯৩৫ চনৰ পৰা একেধাৰে শুৱালকুছি কংগ্ৰেছৰ সম্পাদকৰ গধুৰ দায়িত্ব সুচাৰুৰূপে পালন কৰি শ্ৰীবংশীধৰ কলিতাই ১৯৪২ চনৰ চেপ্তেম্বৰত এই লেখকৰ ওচৰত গটাই দিয়ে। লেখকেও শ্ৰীনৰোত্তম দাসৰ হাতত গতাই দিয়ে। ইয়াৰ পিছত মৌজাৰ ভিত্তিত সম্পাদকৰ দায়িত্ব বংশৰৰ শ্ৰীশম্ভুৰাম দাসৰ ওপৰত ন্যস্ত হয়।

নিখিল ভাৰত শিপিনী সংঘৰ এটি শাখা শুৱালকুছিত প্ৰতিষ্ঠিত হয়। কংগ্ৰেছ আন্দোলনৰ উৎসাহ এই অনুষ্ঠানৰপৰা যথেষ্ট পোৱা যায়।

সত্যাগ্ৰহ আন্দোলনত অংশ গ্ৰহণ কৰি শ্ৰীঅচ্যুৎ চন্দ্ৰ মহন্তই এই সংঘৰ অফিচৰ সন্মুখৰ পৰাই "বৃটিছক যুদ্ধত ধনে-জনে সহায় কৰিব নালাগে" বাণী ঘোষণা কৰে। ইয়াৰ ফলত মহন্তই ছমাহ কাৰাবৰণ ভোগ কৰে। ইয়াৰ পিছতে দেশ ব্যাপি বিপ্লৱৰ সূত্ৰপাত হয়।

১৯৪২ চনৰ গণ বিপ্লৱত শুৱালকুছি ছাত্ৰ-ছাত্ৰী, যুৱক-যুৱতীসকলোৱে সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। ইয়াৰ পৰা দলে দলে স্বেচ্ছাসেৱক কৰ্মীয়ে গুৱাহাটী অফিচৰ নিৰ্দেশত কামৰূপ জিলাৰ চাৰিওফালে কাম কৰে। ৺ডাঃ হৰিশচন্দ্ৰ কাকতী, ৺কান্তিৰাম মেধি, ৺নৰপতি দেৱশৰ্মা, দেবেশ্বৰ দাস, জয়কান্ত দাস, ধনেশ্বৰ দাস, ৰজনী কলিতা, কামিনী মেধি, ডাঃ গোলোক চন্দ্ৰ দেউৰী, ধৰণী শৰ্মা, বদন কলিতা, ভাৰত বৈশ্য, ডাঃ ৰমেশচন্দ্ৰ কাকতীয়ে। ইয়াৰ উপৰিও শুৱালকুছি আৰু গুৱাহাটী আদি ঠাইত জননী মুক্তিৰ মহিমাময়ী ব্ৰতত ব্ৰতী হোৱা কামাখ্যা মড়ল, হেম দাস, পতিৰাম মহাজন, ৰামচৰণ দাস, ভৃগু ডেকা, বশিষ্ঠ মেধি, গোলোক কাকতি, দশৰথ বৈশ্য, চন্দ্ৰ বৈশ্য আদি অলেখ কৰ্মী আৰু বহুতো ছাত্ৰই স্কুল ত্যাগ কৰি অশেষ কষ্ট ভোগ কৰিব লগাত পৰে। আমি তেখেতসকলক কৃতজ্ঞতাৰে সোঁৱৰিলোঁ। লগতে অজ্ঞতাৰ দোষৰ বাবে ক্ষমা মাগিছোঁ।

আমাৰ বেপাৰীসকলে ডাঙৰ ডাঙৰ ডিঙাৰে গুৱাহাটীৰ ঘাটত ধান, মাহ, সৰিয়হৰ বেপাৰ কৰিছিল। ব্ৰহ্মপুত্ৰৰ পাৰত নাও ৰখা আৰু আন দিহাপৰামৰ্শৰ বাবে দেশভক্ত ফুকন দেৱৰপৰা সকলো সময়তে পাইছিল। সেই সুবিধাতে ফুকনদেৱেও কংগ্ৰেছৰ কামত যথেষ্ট উৎসাহ দিছিল। আমি কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

১৯৪৬ চনৰ জানুৱাৰী মাহত অসমলৈ জাতিৰ জনক বাপুজী আহে। তাঁত শিল্পৰ প্ৰসিদ্ধ ঠাই শুৱালকুছিত পদাৰ্পণ কৰিবলৈ কংগ্ৰেছৰ জৰিয়তে চেষ্টা কৰে শ্ৰীইষ্টদেৱ নবীশদেৱে। ডাঃ জ্যোতিষচন্দ্ৰ দাসে উক্ত কাৰ্যত সহায় কৰে আৰু লোকপ্ৰিয় গোপীনাথ বৰদলৈ দেৱেও ইন্ধন যোগায়।

যি ঠাইত আজি অসম সাহিত্য সভাৰ অধিবেশন বহিছে সেই ঠাইত বাপুজীয়ে গধুলিৰ প্ৰাৰ্থনা সমাপন কৰিছিল। এই পূতভূমি বাপুজীৰ পদৰেণু মিশ্ৰিত। এই অধিৰেশন অসম সাহিত্য সভাৰ বুৰঞ্জীৰ পাতত যুগ যুগ অমৰ হৈ ৰওঁক।

# শুৱালকুছিৰ শিক্ষানুষ্ঠান ঃ এটি সমীক্ষা

শ্ৰীভৃগুৰাম দাস

শিক্ষা কি এই সম্বন্ধে সৰ্বজন সন্মত কোনো সূত্ৰ নিৰূপণ কৰিব নোৱাৰি। কিয়নো জগৎখন নিজেই পৰিবৰ্তনশীল। গতিকে এই পৰিবৰ্তনশীল জগৎখনত সময়ৰ তাগিদাও দেশ-কাল-পাত্ৰভেদে শিক্ষাৰ উদ্দেশ্যও বেলেগ বেলেগ; সেয়েহে ইয়াৰ সূত্ৰও ভিন্নমুখী। সমসাময়িক সমাজখনৰ চাহিদা আৰু আদৰ্শৰ ওপৰত ভিত্তি কৰিহে শিক্ষাৰ সূত্ৰ নিৰূপণ কৰা যায়। অগ্ৰগামী সমাজৰ সামাজিক পৰিবৰ্তনৰ হেতু সময়ত অতি জনপ্ৰিয়তা লাভ কৰা শিক্ষাৰ সংজ্ঞাও পৰবৰ্তী সমাজত সংশোধিত হয়। সংক্ষিপ্তাৰ্থত ই ব্যক্তি আৰু সমাজৰ সমগ্ৰ জীৱন অৱধি চলা এটা অন্তহীন প্ৰক্ৰিয়া—যিয়ে কোনো এখন দেশ বা সমাজৰ সংস্কৃতি, সভ্যতা আৰু ঐতিহ্য সেই সমাজৰ পৰিবৰ্তী উত্তৰাধিকাৰী-সকলক দিয়াত সহায় কৰে। এখন দেশ বা সমাজৰ ভৱিষ্যত নিৰ্ভৰ কৰে সেই সমাজৰ পৰবৰ্তী নাগৰিকসকলে তেওঁলোকৰ পূৰ্বপুৰুষসকলৰ শিক্ষা, দীক্ষা, জ্ঞান, কৌশল, আদৰ্শ আদিৰ লগত নিজকে কিমানখিনি সম্পৰ্কত ৰাখিব পাৰিছে তাৰ ওপৰত। সেই সাধিত ঐতিহ্য বা সভ্যতা-সংস্কৃতি এটা চামৰ পৰা আন এটালৈ সম্প্ৰসাৰিত হোৱাই শিক্ষা। গতিকে ব্যক্তিগত জীৱন ক্ষণস্থায়ী হলেও বৰ্তমান গোষ্ঠীয়ে অতীতৰ জ্ঞান ভাণ্ডাৰৰ সহায়ত সমাজক দীৰ্ঘতম জীৱন লাভত সহায় কৰে আৰু এই কাৰ্য্যত শিক্ষাই বিশেষভাৱে অৰিহণা যোগায়।

বিভিন্ন কালৰ বিভিন্ন লোকৰ এই প্ৰেৰণাৰ ফল স্বৰূপেই বৰ্তমান সময়ত সৰু-ডাঙৰ শিক্ষানুষ্ঠানে মূৰ দাঙি উঠি সমসাময়িক লোক আৰু পৰবৰ্তী বংশধৰসকলৰ শিক্ষা তথা জ্ঞান লাভত সহায় কৰি আহিছে; যদিও এই সমস্ত কথাকেই আমি ইয়াত আলোচনাৰ মাজলৈ নানি কেৱল ভিন ভিন সময়ত কিদৰে শুৱালকুছিৰ শিক্ষানুষ্ঠানসমূহ গঢ়ি উঠিছিল তাকেহে এই প্ৰবন্ধৰ জৰিয়তে আমি সহৃদয় ৰাইজৰ আগত থূলমূলভাৱে দাঙি ধৰিবৰ চেষ্টা কৰিম।

শ্ৰীহাটীৰ শ্যামৰায় সত্ৰত থকা ঐতিহাসিক সংস্কৃত টোলখন প্ৰাচীনকালৰ এক প্ৰখ্যাত সংস্কৃত শিক্ষাকেন্দ্ৰ আছিল যদিও তাৰপৰা সৰ্বসাধাৰণ ৰাইজ উপকৃত হব পৰা নাছিল, কিয়নো সৰ্বসাধাৰণ লোকৰ কাৰণে এই শিক্ষানুষ্ঠানৰ দ্বাৰ ৰুদ্ধ আছিল। মুষ্টিমেয় শ্ৰেণী বিশেষৰ সীমিত শিক্ষা ব্যৱস্থাই সৰ্বসাধাৰণৰ শিক্ষাৰ পৃষ্ঠপোষকতা কৰা নাছিল; ফলত সাধাৰণ ৰাইজ তিমিৰাচ্ছন্ন অৱস্থাতে থাকিবলগীয়া হৈছিল।

বৰ্তমানৰ আনুষ্ঠানিক শিক্ষাপদ্ধতিৰ বহুদিন আগৰে পৰাই শুৱালকুছিৰ সত্ৰানুষ্ঠানসমূহে সমূহীয়া শিক্ষাৰ কেন্দ্ৰ হিচাপে কাম কৰিছিল। সত্ৰানুষ্ঠান সমূহত প্ৰথম শিক্ষাৰম্ভ হৈছিল অংকাৰ ফলা (অ-ফলা) আৰু কংকাৰ ফলাৰে (ক-ফলা)। অংকাৰ ফলা আৰু কংকাৰ ফলা জনাৰ পিছত এজনে শাস্ত্ৰসমূহ পঢ়ি যায় আৰু বাকীবিলাকে শুনি গৈছিল আৰু পুথিত চাই গৈছিল। তাৰ পাছত যেতিয়া মানুহৰ আক্ষৰিক জ্ঞান হৈছিল তেতিয়া শাস্ত্ৰসমূহৰ প্ৰতিলিপি কৰিব শিকাইছিল।

শুৱালকুছীয়া মুদৈসকলে নিজৰ ঘৰৰ চ'ৰা ঘৰটোকে



বিদ্যালয় হিচাপে লৈ ওচৰৰ চুবুৰীয়াৰ ল'ৰা-ছোৱালী-বিলাকক আখৰ শিকোৱা আৰু পাঠদান কৰাত ব্যস্ত হৈছিল বিনা পাৰিশ্ৰমিকে। এই চ'ৰাঘৰৰ শিক্ষাৰ মানদণ্ড আছিল আখৰ কেইটা চিনি পোৱা হৈ বোপা-ককাৰ বা ওচৰ চুবুৰীয়াৰ শ্ৰাদ্ধ-পাৰ্বন আদিত পুথিখন পঢ়িব পৰা হোৱা আৰু অঙ্কজ্ঞান অলপ লৈ বোপা-ককাৰ বৃত্তি চলোৱা।

এইদৰে নিজৰ চ'ৰাঘৰটোকে বিদ্যালয় হিচাপে লৈ শিক্ষাদানত ৰত হোৱা ব্যক্তিসকলৰ ভিতৰত আছিল ৺বিষয়ৰাম পণ্ডিত আৰু ৺ভগীৰাম পণ্ডিত। উল্লেখযোগ্য যে এই ভগীৰাম পণ্ডিতে তাহানি কালতে ভাৰত ভ্ৰমণ কৰি যথেষ্ট জ্ঞান আৰ্জিছিল। উক্ত ৺বিষয়ৰাম পণ্ডিতৰ পৰা শিক্ষালাভ কৰি তেখেতৰ সুযোগ্য জীয়ৰী ৺জাম্ব দেৱানে পিছত স্ত্ৰী শিক্ষাৰ পৃষ্ঠপোষকতা কৰি নিজৰ ঘৰতে ওচৰ চুবুৰীয়াৰ ছোৱালীখিনি গোটাই লৈ বিনা পাৰিশ্ৰমিকে শিক্ষাদান কৰিছিল। ৺জাম্ব দেৱানৰ নিজা ঘৰত আৰম্ভ হোৱা এই ছোৱালী শিকোৱা পদ্ধতিয়েই কালক্ৰমত শুৱালকুছি বালিকা মজলীয়া বিদ্যালয় ৰূপে ঠন ধৰি উঠে। এই বিষয়ে স্থানান্তৰত বিষদভাবে আলোচনা কৰা হ'ব। ব্যক্তিগত চ'ৰাঘৰত আৰম্ভ হোৱা এই শিক্ষা কেন্দ্ৰই পাছত লোকেল বোৰ্ডৰ অধীন হৈ আনুষ্ঠানিক বিদ্যালয়লৈ ৰূপান্তৰিত হয়। লোকেল বোৰ্ডৰ অধীন হৈ শুৱালকুছিত যেতিয়া প্ৰথম আনুষ্ঠানিক বিদ্যালয় স্থাপন হয় তেতিয়া ৺ভগীৰাম পণ্ডিতক পাঁচ টকা দৰ্মহাত শিক্ষক নিযুক্তি দিছিল; কিন্তু তেখেতে সেই বেতন কম হোৱা বুলি শিক্ষকতা নকৰি পদ ইস্তফা দিয়ে।

আমি আগতে উল্লেখ কৰা ব্যক্তিগত চ'ৰাঘৰত বহা বিদ্যালয়েই সময়ত লোকেল বোৰ্ডৰ অধীন হৈ আনুষ্ঠানিক বিদ্যালয় হোৱা শুৱালকুছিৰ প্ৰথম বিদ্যালয় বা স্কুল হ'ল বৰ্তমানৰ "**শুৱালকুছি বালক মজলীয়া বিদ্যালয়**" আৰু তাহানিৰ "**শুৱালকুছি উচ্চ প্ৰাইমাৰী বিদ্যালয়**"।

৺বিষয়ৰাম পণ্ডিতৰ চ'ৰাঘৰত জন্মলাভ কৰা শিক্ষা-কেন্দ্ৰই কালক্ৰমত শুৱালকুছি উচ্চ প্ৰাইমাৰী বিদ্যালয়ৰূপে প্ৰতিষ্ঠিত হয় পোন প্ৰথমে বৰ্তমানৰ বজাৰ চকৰ উত্তৰ পূব চুকত, যি ঠাইত এতিয়া শ্ৰীযুত গিৰিধৰ ডেকাৰ দোকান বিদ্যমান। যেতিয়া সেই ঘৰটো ভাঙি যায় তেতিয়া বিদ্যালয়ৰ স্থান পৰিবৰ্তন হৈ এতিয়া বিদ্যালয়খন যি ঠাইত আছে তাৰ দক্ষিণ ফালে বৰ্তমান শ্ৰীমন্ত গ্ৰাহক ভাণ্ডাৰ থকা ঠাইত লোৰ খুটাৰ আঠচুকিয়া চালেৰে ঘৰটো সজা হৈছিল। উল্লেখযোগ্য যে এই অনুষ্ঠানত প্ৰথমতে বঙলা মাধ্যমে প্ৰবৰ্তন হৈছিল। সেয়েহে মানুহে ইয়াক বঙালী ছাত্ৰবৃত্তি বুলিও কৈছিল। গতিকে ইয়াৰ নিৰ্মাণৰ সময় এই কালছোৱাৰ ভিতৰত সীমিত হোৱাতো নিশ্চিত। তথাপি গাওঁখনৰ বয়োবৃদ্ধ পূৰ্বৰ উক্ত শিক্ষানুষ্ঠানৰ ছাত্ৰয়ো প্ৰকৃত সময় নিৰূপণ কৰি কব নোৱাৰে যদিও উক্ত কালছোৱাৰ কোনো এক মাহেন্দ্ৰ ক্ষণকেই এই স্কুল স্থাপনৰ সময় হিচাপে সাক্ষদান কৰে।

এই বিদ্যালয়ৰ পোন প্ৰথমে প্ৰধান শিক্ষকৰ পদ অলংকৃত কৰিছিল হাজো নিবাসী ৺হাঁহিৰাম দাস দেৱে। তেখেতৰ পাছত এই বিদ্যালয়ৰ প্ৰধান শিক্ষক হিচাপে অধিষ্ঠিত হয় ৺গন্ধৰাম দাস দেৱে। এখেতৰ মৃত্যুৰ পিছত ৺দুৰ্গাচৰণ চৌধুৰী দেৱে এই বিদ্যালয়ৰ প্ৰধান শিক্ষকৰ কাৰ্য্যভাৰ গ্ৰহণ কৰে ১৯৪০ চনত। ৺গন্ধৰাম দাস ৺দুৰ্গাচৰণ চৌধুৰী দুয়োজনে গাওঁৰ উন্নয়নৰ কামত আৰু সমাজ ৰক্ষণত যথেষ্ট বৰঙণি যোগাইছিল। স্বৰ্গীয় চৌধুৰী দেৱৰ পিছত শ্ৰীধনদেৱ গোস্বামী, শ্ৰীসোণাৰাম দাস, শ্ৰীদেবীৰাম দাস আৰু ৺তৰুণ চন্দ্ৰ শৰ্মায়ো যথাক্ৰমে প্ৰধান শিক্ষকৰ পদ অলংকৃত কৰে। বৰ্তমান শ্ৰীসোণাৰাম দাস আৰু তেখেতৰ সহকাৰী শিক্ষক দহ গৰাকীয়ে এই বিদ্যালয়ৰ শিক্ষাদানত অংশ গ্ৰহণ কৰি আছে।

১৮৭২ চনৰ পৰা অসমৰ পঢ়াশালি সমূহৰ পৰা বঙালী ভাষা উঠি যায় যদিও তাৰ বহুদিন পাছলৈ বিদ্যালয়বোৰত বঙালী ভাষাৰ প্ৰাদুৰ্ভাৱ মাৰ যোৱা নাছিল। শুৱালকুছিৰ উচ্চ প্ৰাইমাৰী স্কুলখনতো বঙলা ভাষাৰ প্ৰভাৱ বহু দিনলৈ মাৰ যোৱা নাছিল। সেয়েহে শুৱালকুছিয়া ৰাইজে বঙলা ভাষাৰ প্ৰাদুৰ্ভাৱ নথকা নিকা অসমীয়া প্ৰাথমিক

বিদ্যালয় এখনৰ অভাৱ বাকৈকৈয়ে উপলব্ধি কৰিছিল। সেই উদ্দেশ্য পূৰণৰ কাৰণে গাওঁৰ ৰাইজে একগোট হৈ গাওঁখনৰ মধ্যস্থান মাটি পৰ্বতত বৰ্তমান শ্ৰীজগত দাসৰ বাসস্থানতেই "নিম্ন প্ৰাইমাৰী স্কুল" এখন স্থাপন কৰে। এই স্কুলত অসমীয়াতে শিক্ষা দিয়া হৈছিল। স্কুলখন নিৰ্মাণৰ সময়ো সঠিকভাৱে জনা নেযায় যদিও সেই সময়ত গুৱাহাটী মহকুমাত মাত্ৰ ষাঠি খনহে নিম্ন প্ৰাইমাৰী স্কুল আছিল। কিয়নো শুৱালকুছি মাটি পৰ্বত নিম্ন প্ৰাইমাৰী স্কুলৰ নম্বৰ আছিল গুৱাহাটী মহকুমাৰ ভিতৰতে এষষ্ঠি নম্বৰ। সেয়ে এই স্কুলখনৰ নাম হয় "**৬১ নং শুৱালকুছি মাটি পৰ্বত নিম্ন প্ৰাইমাৰী স্কুল**"। সেই সময়ত শুৱালকুছিৰ পূবৰ পৰা পশ্চিমলৈ যিমান ল'ৰা আছিল সেই সকলোবোৰেই এই স্কুলত প্ৰাথমিক শিক্ষা গ্ৰহণ কৰিছিল। প্ৰথমে নিৰ্মাণ কৰা ঠাইত কিছুবছৰ থকাৰ পিছত ব্ৰহ্মপুত্ৰৰ গৰা খহনিয়া লাগি খহাই নিয়া কাৰণে স্কুলখন স্থানান্তৰিত কৰি বৰ্তমান শুৱালকুছি বালিকা এম, ভি স্কুলখন থকা ঠাই ডোখৰতে নতুনকৈ স্থাপন কৰে। ইয়াতো বিদ্যালয়খন কিছুদিন থকাৰ পিছত কিবা অসুবিধা হোৱাত ১৯:৩ চনত বৰ্তমানৰ শুৱালকুছি কালিৰাম কাৰিকৰ উচ্চ মাধ্যমিক বিদ্যালয়খন থকা ঠাইলৈ তুলি নি নতুনকৈ স্থাপন কৰে আৰু এই ঠাই খনতেই ১৯৫৪ চন পৰ্য্যন্ত বিদ্যালয়ৰ কাম চলায়। ১৯৫৪ চনত যেতিয়া শুৱলকুছীয়া ৰাইজে ছোৱালীৰ উচ্চ শিক্ষাৰ কাৰণে শুৱালকুছিত এখনি ছোৱালী উচ্চ ইংৰাজী বিদ্যালয় স্থাপনৰ আঁচনি কৰে তেতিয়া মাটি পৰ্বত নিম্ন প্ৰাইমাৰী স্কুল আৰু শুৱালকুছি বালিকা এম, ভি, এম, ই, স্কুলত পৰিচলনা সমিতিৰ সদস্যসকলে লগ লাগি সমিলমিল ভাৱেৰে বিভাগীয় কৰ্তৃপক্ষৰ নিৰ্দ্দেশ অনুসাৰে ৬১ নং মাটি পৰ্বত নিম্ন প্ৰাইমাৰী স্কুলখন বালিকা এম, ভি, এম, ই, স্কুল থকা ঘৰলৈ স্থানান্তৰিত কৰে। এই সময় ছোৱাত ৬১ নং মাটি পৰ্বত নিম্ন প্ৰাইমাৰী স্কুলৰ প্ৰধান শিক্ষকৰূপে কাৰ্য্য নিৰ্বাহ কৰে শ্ৰীআদিত্য চন্দ্ৰ দেৱশৰ্মাই। শ্ৰীআদিত্য চন্দ্ৰ দেৱশৰ্মাই ১৯৭৪ চনত অৱসৰ লয়। বৰ্তমান এই স্কুলৰ প্ৰধান শিক্ষক শ্ৰীবগাৰাম দাস।

ব্যক্তিগত চ'ৰা ঘৰত জন্মলাভ কৰি পাচলৈ পূৰ্ণাঙ্গ শিক্ষানুস্থান হিচাপে মূৰ দাঙি উঠা আন এখন বিদ্যালয় হ'ল শুৱালকুছি বালিকা মজলীয়া বিদ্যালয়। এই বিদ্যালয়ৰ প্ৰথম জন্মদাত্ৰী ৺জাম্ববালা দেৱান, ৺বিষয়ৰাম পণ্ডিতৰ সুযোগ্য জিয়ৰী ৺জাম্ববালা দেৱানে পোনতে পিতৃৰ ওচৰত শিক্ষা লাভকৰি নিজে ওচৰ চুবুৰীয়াৰ ছোৱালী সকলক শিক্ষা-দান কৰিবলৈ লৈছিল নিজৰ ঘৰতে। শেষলৈ শুৱালকুছিত নাৰী শিক্ষাৰ পৃষ্ঠ পোষকতা কৰি নাৰী শিক্ষাৰ কাৰণে স্বকীয়া শিক্ষানুষ্ঠান এখনি গঢ়াৰ মানসে মাটি পৰ্বতনিবাসী ৺হৰিনাথ শৰ্মাই নিজৰ ঘৰতে ছোৱালীৰ প্ৰাথমিক স্কুল এখনি আৰম্ভ কৰে ১৯১৫ চনত। ১৯১৬ চনত স্কুলখন লোকেল বোৰ্ডৰ অধীন হয় আৰু সেই চনৰ পৰাই ৺শৰ্মাৰ ঘৰৰ পৰা অনুষ্ঠান খন স্থানান্তৰ কৰি বৰ্তমান ৬১ নং মাটি পৰ্বত প্ৰাথমিক বিদ্যালয় থকা ঠাইত স্কুলঘৰ নিৰ্মাণ কৰা হয় আৰু এই স্কুলৰ নাম হয় শুৱালকুছি বালিকা প্ৰাথমিক বিদ্যালয়। ১৯১৬ চনৰ পৰা ১৯১৯ চনলৈ স্কুলখন বালিকা প্ৰাথমিক স্কুল হিচাবে থাকি ১৯২০ চনত মজলীয়া ছাত্ৰবৃত্তি বুলি ১৯২২ চনত পূৰ্বাঙ্গ **শুৱালকুছি বালিকা এম, ভি, এম, ই স্কুলত** পৰিণত হয়। শ্ৰীপ্ৰবীন চন্দ্ৰ ডেকা এই বিদ্যালয়ত প্ৰধান শিক্ষকৰ পদত থাকি আজিলৈকে তেখেতে কাৰ্য্য নিৰ্বাহ কৰি আছে।

যি সময়ত শুৱালকুছিত আধুনিক শিক্ষানুষ্ঠান সমূহ গঢ়ি উঠিছিল সেই সময়তে আকৌ প্ৰাচীন শিক্ষাৰ কেন্দ্ৰ হিচাপে এখনি সংস্কৃত টোল গাওঁখনত গঢ়ি উঠিছিল শুৱালকুছি মাটি পৰ্বত নিবাসী ৺ৰতিকান্ত দেৱশৰ্মা ভৰালীৰ ঐকান্তিক চেষ্টা আৰু সংস্কৃত শিক্ষাৰ প্ৰতি থকা একান্ত নিষ্ঠাৰ বলত। ৺ৰতিকান্ত শৰ্ম্মা মাটি পৰ্বত গণেশ বিগ্ৰহৰ ভড়ালী আছিল। ৺শৰ্মাই লিখা পূজা পাতলৰ বহুবিলাক বিধি ব্যৱস্থা সুন্দৰ হাতৰ আখৰেৰে আজিও ৰতিকান্ত চতুষ্পাঠী পুথি ভড়ালত সংৰক্ষিত অৱস্থাতে আছে। মহাপুৰুষীয়া ধৰ্মৰ বিধি ব্যৱস্থা সম্পৰ্কীয় ছখন হাতে লিখা পুথিও উক্ত পুথি ভড়ালত সংৰক্ষিত অৱস্থাত আছে। ১৯১৭ চনত ৰতিকান্ত চতুষ্পাঠী টোল প্ৰতিষ্ঠা হয়। এনেদৰেই বিভিন্ন সময়ত বিভিন্ন অধ্যাপকে উক্ত টোলত অধ্যাপনা কৰে। সেই সকল হল :—

(১) শ্ৰীহৰেশ্বৰ শৰ্মা ব্যাকৰণ শাস্ত্ৰী—নকুছি (মনাহকুছি)
(২) শ্ৰীৰবিচন্দ্ৰ ব্যাকৰণ তীৰ্থ—বালাবন গাওঁ ( নলবাৰী )
(৩) শ্ৰীগোপীকান্ত ব্যাকৰণ তীৰ্থ ভাগৱত ভূষণ ( কেন্দূৱা )
(৪) শ্ৰীকমলা কান্ত শৰ্মা ব্যাকৰণ তীৰ্থ—বৰনদ্দী ( নলবাৰী )
(৫) শ্ৰীৰঘুনাথ শৰ্মা ব্যাকৰণ তীৰ্থ—পাৰোৱা
(৬) শ্ৰীধাৰেশ্বৰ ভট্টাচাৰ্য্য স্মৃতি ব্যাকৰণ তীৰ্থ— ( ধুৰকুছি )

সাধাৰণ ভাবে টোলৰ কাম প্ৰায় ১৫।২০ বছৰ কাল চলাৰ পিচত ১৯৩৮ চনত ৺শৰ্মাই এটি ডাঙৰ সিদ্ধান্ত লয়। ৺শৰ্মাৰ বয়স তেতিয়া ৯৮ বছৰ। তেখেতৰ একনিষ্ঠ ভক্ত যজমান অত্যন্ত বিশ্বাসী প্ৰিয়পাত্ৰ মাটি পৰ্বতৰ ৺জয়ৰাম ভড়ালীৰ ( পিতৃ আহুৰাম কলিতা ) নামত স্থাৱৰ অস্থাৱৰ সকলো সম্পত্তি উইল কৰি দিয়ে। স্থাৱৰ সম্পত্তি প্ৰায় ৩ বিঘা ৪ কঠা ৬ লেচা জমি আৰু নগদ ২০০০.০০ টকাৰ লগতে টিনৰ ঘৰ তিনিটা, তেওঁৰ কুলদেৱতা ৰাজ ৰাজেশ্বৰ নাৰায়ণ বিগ্ৰহ, তেওঁৰ স্মৃতি ৰক্ষাৰ্থে স্থাপিত ৰতিকান্ত চতুষ্পাঠীৰ নামত উইল কৰি দিয়ে। উইলত লিখামতে এই সম্পত্তিৰ পৰা আনকি তেওঁৰ অন্ত্যেষ্টি ক্ৰিয়াতো কোনো ধন ব্যয় কৰিব নোৱাৰিব।

১৯৪২ চনত পৰম ত্যাগী আৰু সংস্কৃত শিক্ষাৰ পৃষ্ঠ-পোষক ৺ৰতিকান্ত দেৱ শৰ্মাই নশ্বৰ দেহ এৰি অনন্ত ধামলৈ গতি কৰে।

সেই সময়ত বাহিৰৰ পৰা কম দৰ্মহাত শিক্ষক নিযুক্তি দিয়া টান হোৱাত বামুন শুৱালকুছিৰ ৺গোপাল চন্দ্ৰ শাস্ত্ৰী কাব্য ব্যাকৰণ তীৰ্থক উক্ত টোলত অধ্যাপক নিয়োগ কৰা হয়। এইজনা অধ্যাপকে মৃত্যুৰ আগমুহূৰ্ত-লৈকে টোলত অধ্যাপনা কৰিছিল। ৺গোপাল চন্দ্ৰ শাস্ত্ৰীৰ অকাল বিয়োগ হোৱাত শ্ৰীযোগেন্দ্ৰ নাথ শাস্ত্ৰী উক্ত টোলৰ অধ্যাপক আৰু সম্পাদক নিযুক্ত হয়। এখেতৰ চেষ্টা আৰু কষ্টৰ ফলতে ১৯৭২ চনতে উক্ত টোলখন চৰকাৰৰ হাতলৈ হস্তান্তৰিত হয়।

১৯৭২ চনত অসম চৰকাৰৰ "সংস্কৃত শিক্ষা পুনৰ গঠন আচনি" (Reorganisation of Sanskrit Education Plan) অনুসৰি ৰতিকান্ত চতুষ্পাঠী আদৰ্শ বিদ্যালয়-লৈ ৰূপান্তৰিত হয়।

বৰ্তমানে এই টোলত শ্ৰীশৰৎ চন্দ্ৰ মিশ্ৰ কাব্য ব্যাকৰণ তীৰ্থদেৱে ( অময়াপুৰ ) প্ৰধান অধ্যাপক ৰূপে অধ্যাপনা কাৰ্য্য চলাই আছে আৰু সম্পাদক হিচাপে কাৰ্য্য পৰিচালনা কৰি আছে শ্ৰীবাসুদেৱ শৰ্মা ডাঙৰীয়াই।

সময়ৰ চকৰি বাগৰি অহাৰ লগে লগে গাওঁৰ জনসংখ্যাও বৃদ্ধি পাবলৈ ধৰে আৰু সেই অনুপাতে গাওঁখনৰ পৰিসৰ ক্ৰমে বিস্তাৰ লাভ কৰে। বৰ্দ্ধিত জন সংখ্যাৰ তুলনাত পূৰ্বৰ শিক্ষানুষ্ঠান কেইখনত ছাত্ৰৰ ভিৰ হোৱালৈ লক্ষ্য কৰি আৰু গাওঁৰ পৰিসৰ বাঢ়ি যোৱাত গাওঁখনৰ মধ্যস্থানত প্ৰাথমিক বিদ্যালয় এখনৰ অভাব অনুভব কৰি ১৯২০ চনত মাটি পৰ্বত নিবাসী ৺পণ্ডিত যদুপতি শৰ্মাদেৱে অশেষ কষ্ট আৰু ত্যাগ স্বীকাৰ কৰি গাওঁৰ মুখিয়াল লোক কেইজন মানৰ সহায় লৈ এখনি প্ৰাথমিক বিদ্যালয় স্থাপনৰ ব্যৱস্থা কৰে। এই সকল বিদ্যোৎসাহী লোকৰ ভিতৰত আছিল ৺ডাঃ হৰিশচন্দ্ৰ কাকতি, ৺মধুৰাম মাহাজন, ৺দশাচন্দ্ৰ দেউৰী, যদুৰাম মেধি, ৺দেহিৰাম কাকতি, ৺বনমালী দাস, শ্ৰীআনন্দি ৰাম গাওঁবুঢ়া, ৺যোগেশ্বৰ মহাজন, ৺গন্ধৰাম পণ্ডিত আৰু শ্ৰীপীতাম্বৰ কবিৰাজ ইত্যাদি। উল্লেখযোগ্য যে ছাত্ৰৰ সংখ্যা বেছি হোৱাত এজন শিক্ষকে পাঠদান কৰাত অসুবিধা হোৱা কাৰণে বিদ্যালয়ৰ মাটি দাতা ৺উপেন্দ্ৰ চৌধুৰী দেৱে বিনা বেতনে সহকাৰী শিক্ষক হিচাপে পাঠদান কামত সহায় কৰি দিয়ে।

ভূতপূৰ্ব প্ৰধান শিক্ষক ৺যদুপতি শৰ্মাদেৱৰ আপ্ৰাণ চেষ্টাত এই বিদ্যালয়খনে সকলো ফালে উন্নতি লাভ

কৰাত বিভাগীয় কৰ্ত্তৃপক্ষই ১৯৫১ চনত বিদ্যালয়খন আদৰ্শ বিদ্যালয়ৰ তালিকা ভূক্ত কৰে। বৰ্তমান প্ৰধান শিক্ষক শ্ৰীভবানন্দ শৰ্মা।

প্ৰাথমিক শিক্ষানুষ্ঠানৰ সংখ্যা একাধিক হ'লেও ১৯১৯ চনলৈ গাওঁখনিত ইংৰাজী শিক্ষাৰ অনুষ্ঠান গঢ়ি উঠা নাছিল। সেয়েহে গাওঁৰ বিদ্যোৎসাহী লোকসকলে লগলাগি এখনি মাইনৰ স্কুল স্থাপনৰ যো-জা কৰে। এই ক্ষেত্ৰত আগ-ভাগ লোৱা লোকসকলৰ ভিতৰত আছিল ৺জয়চৰণ মড়ল (মেধি) ৺পূৰ্ণৰাম মহাজন, ৺কৃষ্ণৰাম দাস, ৺মধুৰাম মহাজন, ৺দণ্ডিৰাম মহাজন (ওস্তাদ) ৺মাণিক চৌধুৰী (উকিল), ৺জয়ৰাম ভৰালী, ৺তাৰানাথ শৰ্মা, ৺হৰিনাথ শৰ্মা পোষ্ট মাষ্টৰ), ৺দুৰ্গা চৌধুৰী, ৺গন্ধ ৰাম দাস (পণ্ডিত), ৺বগা মেধি, ৺ডাঃ হৰিশ্চন্দ্ৰ কাকতি ইত্যাদি। এইসকল লোকে গাওঁৰ আঢ্যৱন্ত লোকৰ ঘৰৰ পৰা দান বৰঙনি সংগ্ৰহ কৰি ৺মধুৰাম মহাজন আৰু ৺পূৰ্ণৰাম মহাজনে দান দিয়া মাটিত সাধাৰণ থেৰি ঘৰ এটা সাজি ১৯২০ চনৰ জানুৱাৰী মাহৰ পৰাই পাঠদান কাৰ্য্য আৰম্ভ কৰে। ১৯২০ চনৰ মে মাহৰ কোনো এক শুভ দিনত পৰিচালনা সমিতিৰ সভাপতি কামৰূপ জিলাৰ ডি. চি. বেন্টিঙ্ক চাহাবে এই ঘৰটো আনুষ্ঠানিক ভাবে উদ্বোধন কৰে। উল্লেখযোগ্য যে নবনিৰ্মিত বিদ্যালয়ৰ ভৱনটো আনুষ্ঠানিকভাবে উদ্বোধন কৰোতে ৺জয়ৰাম ভড়ালীয়ে নিজহাতে তৈয়াৰ কৰি দিয়া ৰূপৰ ডাঙৰ তলা এটা দুৱাৰত লগাই থোৱা হৈছিল আৰু এপাট ৰূপৰ চাবিৰে সেই তলাটো খুলি পৰিচালনা সমিতিৰ সভাপতিয়ে ঘৰৰ দ্বাৰ উদ্বোধন কৰে। ৰাইজে দল বান্ধি গাওঁত অৰ্থ সংগ্ৰহৰ অভিযান চলাইছিল আৰু এই কাৰ্য্যত জোৰ কৰি টকা আদায় কৰাত ৰাইজক সহায় কৰিছিল শ্ৰীশ্ৰীঈশ্বৰ হাটী সত্ৰৰ সেই সময়ৰ সত্ৰাধিকাৰ সন্ত ৺বুদৰাম অধীকাৰ দেৱে।

১৯২০ চনৰ পৰা ১৯৩৮ চন পৰ্য্যন্ত শুৱালকুছি মাইনৰ স্কুলেই এই অঞ্চলটোৰ একমাত্ৰ উচ্চ শিক্ষাৰ কেন্দ্ৰ হিচাপে কাম কৰিছিল। ইয়াতকৈ উচ্চ শিক্ষা লাভ কৰিবৰ কাৰণে বা হাইস্কুলৰ শিক্ষা লবলৈ গাওঁৰ আঢ্যৱন্ত ঘৰৰ লৰাই গুৱাহাটী, পলাশবাৰী, নলবাৰী, কৰৰা বা সুদূৰ গৌৰিপুৰ আদি ঠাইত প্ৰবাস খাটিবলগীয়া হৈছিল। ১৩/১৪ বছৰীয়া কিশোৰ লৰাৰ পক্ষে মাক বাপেকৰ চকুৰ আতৰত প্ৰবাসত থাকি বিদ্যালাভ কৰাটো যে কিমান দুষ্কৰ তাক ভুক্ত ভুগীয়েহে অনুমান কৰিব পাৰে। আনহাতে সাধাৰণ ঘৰৰ লৰাই মাইনৰ স্কুলৰ দেওনা পাৰ হোৱাৰ পাচত শিক্ষাৰ নামত স্বস্তি দিব লাগিছিল। সেয়েহে গাওঁৰ বিদ্যোৎসাহী লোক সকলে ইয়াত এখন 'হাইস্কুল' পতাৰ চেষ্টা চলায়। গাৱলীয়া ৰাইজৰ পৰা দান বৰঙণি তুলি হাইস্কুলৰ কাৰণে এটি গৃহ নিৰ্মাণ কৰে। ১৯৩৯ চনৰ মাৰ্চ মাহৰ কোনো এক মাহেন্দ্ৰ ক্ষণত এই স্কুলৰ দ্বাৰ মুকলি কৰা হৈছিল। গাওঁৰ কৃতি সন্তান, শিক্ষাবিদ ৺হৰমোহন দাস প্ৰমুখ্যে গাওঁৰ মুষ্টিমেয় ৰাইজৰ আশীৰ্বাদ লৈ ভাষাবিদ ৺কালিৰাম মেধি ডাঙৰীয়াই শুৱালকুছি লৰা হাইস্কুলৰ দ্বাৰ মুকলি কৰিছিল।

১৯৩৯ চনত উক্ত হাইস্কুলৰ একেটামাত্ৰ শ্ৰেণী আৰম্ভ কৰা হৈছিল আৰু সেই শ্ৰেণীটোৰ কাৰণে পলাশবাৰী নিবাসী (পাচত গাওঁৰ স্থায়ী বাসিন্দা হয়) ৺জগন্নাথ দেৱ শৰ্মা বি, এ, দেৱক শিক্ষক নিযুক্তি দিয়া হৈছিল। এখেতে অশেষ কষ্ট কৰি পৰিচালনা সমিতিৰ সদস্য মণ্ডলীৰ লগত গাওঁত ঘৰে ঘৰে টকা পইচা তুলি স্কুলৰ পুঁজি টনকিয়াল কৰে। ১৯৪০ চনত উক্ত স্কুল এম, ই, স্কুলৰ লগত চামিল কৰা হয় বিভাগীয় কৰ্তৃপক্ষৰ অনুমোদন সাপেক্ষে। এই স্কুলৰ প্ৰধান শিক্ষকৰ ভাৰ অস্থায়ীভাবে আগৰ এম, ই, স্কুলৰ প্ৰধান শিক্ষক শ্ৰীলক্ষ্মীনাথ শৰ্মা দেৱৰ ওপৰত ন্যস্ত কৰা হয়। এই বছৰতে স্কুলৰ সহকাৰী শিক্ষক হিচাপে বেজেৰাৰ শ্ৰীশৰৎ চন্দ্ৰ ডেকা এম, এ, দেৱক নিয়োগ কৰা হয়। ১৯৪১ চনত শ্ৰীশৰৎচন্দ্ৰ ডেকা এম, এ, দেৱেই স্কুলৰ প্ৰধান শিক্ষকৰ দায়িত্ব ভাৰ গ্ৰহণ কৰে কিন্তু ছয়মাহ চাকৰী কৰাৰ পাচত তেখেতে এই পদ এৰি গুচি যায়। তাৰ পাচত ৰঙিয়া নিবাসী শ্ৰীপ্ৰানেশ্বৰ শৰ্মা বি-এ দেৱক উক্ত স্কুলৰ প্ৰধান শিক্ষক নিযুক্তি দিয়া হৈছিল যদিও মাত্ৰ



দুদিনৰ পিচতেই শ্ৰীযুত শৰ্মা ঘৰলৈ গৈ কামলৈ আৰু ফিৰি নাহিল। শ্ৰীশৰ্মাৰ পাচত শ্ৰীলক্ষীদেৱ গোস্বামী বি-এ বি-টি দেৱক প্ৰধান শিক্ষক নিযুক্তি দিয়া হৈছিল যদিও মাত্ৰ ছয়মাহ কাৰ্য্য নিৰ্বাহ কৰাৰ পাচত অইন স্কুললৈ গুচি যোৱাত ১৯৪৩ চনৰ শেষ ভাগত স্থানীয় শ্ৰীহৰিণ চন্দ্ৰ কলিতা এম-এ দেৱক উক্ত স্কুলৰ প্ৰধান শিক্ষকৰ পদত নিযুক্তি দিয়া হয়। শ্ৰীকলিতাদেৱে ১৯৪৪ চনৰ পৰা ১৯৪৮ চনলৈ প্ৰায় পাচ বছৰ কাল এই পদত সুখ্যাতিৰে কাৰ্য-নিৰ্বাহ কৰাৰ পাচত চাব্ ডেপুটি পদ পাই স্কুল এৰি গুচি যায়। শ্ৰীকলিতাৰ পিচত ১৯৪৯ চনৰ পৰা ৺জগন্নাথদেৱ শৰ্মা বি-এ দেৱে উক্ত স্কুলৰ প্ৰধান শিক্ষকৰ পদত থাকি প্ৰায় কুৰি বছৰ কাৰ্য্যনিৰ্বাহ কৰাৰ পাচত ১৯৬৯ চনৰ এপ্ৰিল মাহত কাৰ্য্যৰত অৱস্থাতে নশ্বৰ দেহা ত্যাগ কৰি স্বৰ্গগামী হয়। ৺শৰ্মাৰ পাচত ১৯৬৯ চনত উক্ত স্কুলৰ প্ৰধান শিক্ষক পদত নিযুক্ত হয় ৺প্ৰমোদ চন্দ্ৰ মড়ল দেৱে। কিন্তু বেচি দিন এই কাৰ্য্য নিৰ্বাহ কৰিবলৈ নোপাওতেই ১৯৭৩ চনৰ আগষ্ট মাহত এখেতে অকালতে মৃত্যুবৰণ কৰে। ৺মড়লদেৱৰ পাচত শ্ৰীকালিচৰণ মেধি বি-এ দেৱে অস্থায়ী ভাবে প্ৰধান শিক্ষক হিচাবে কাম কৰাৰ পাচত শ্ৰীপ্ৰভাত চন্দ্ৰ শৰ্মাক এই পদত নিযুক্তি দিয়া হয়।

১৯৪২ চনৰ গণ আন্দোলনৰ সময়লৈকে শুৱালকুছিত স্ত্ৰী শিক্ষাৰ মাত্ৰ এখন হে অনুষ্ঠান আছিল। সেয়ে হৈছে শুৱালকুছি বালিকা মজলীয়া বিদ্যালয়। এই বিদ্যালয় খনো গাওঁৰ প্ৰায় পূৱ মূৰত অৱস্থিত কাৰণে গাওঁৰ মধ্য আৰু পশ্চিম অঞ্চলৰ লোক সকলে স্ত্ৰী শিক্ষাৰ পৰা প্ৰায় বঞ্চিত হৈ আহিছিল বুলি কব পাৰি।

সেই সময়ত শুৱালকুছি সনাতন পাৰ্টিৰ এটি আহল বহল থিয়েটাৰ হল এনেয়ে পৰি আছিল। এই সনাতন পাৰ্টিৰ উদ্যোক্তাসকলে নাৰী শিক্ষাৰ কেন্দ্ৰ হিচাপে এখনি ছোৱালীৰ প্ৰাথমিক বিদ্যালয় খোলাৰ সিদ্ধান্ত লয়। তেখেতসকলে অঞ্চলটিৰ সহৃদয় ৰাইজৰ সহযোগত ১৯৪৪ চনত শুৱালকুছি সনাতন প্ৰাথমিক বিদ্যালয় নামেৰে ছোৱালীৰ প্ৰাথমিক স্কুল এখনি খোলে আৰু ১৯৪৫ চনৰ শিক্ষা বছৰৰ লগে লগে ক আৰু খ মান শ্ৰেণী মুকলি কৰি থিয়েটাৰ পাৰ্টিৰ হলটোতে স্কুল আৰম্ভ কৰে আৰু বিদ্যালয়ৰ নামত হলটো দান কৰি দিয়ে। সেই সময়ত শুৱালকুছি হাইস্কুলৰ প্ৰধান শিক্ষক শ্ৰীহৰিণ চন্দ্ৰ কলিতাক সভাপতি আৰু সহকাৰী শিক্ষক শ্ৰীধৰণীধৰ দাসক সম্পাদক হিচাপে লৈ এখনি শক্তিশালী পৰিচালনা সমিতি গঠন কৰে। পৰিচালনা সমিতিয়ে ৺ৰামেশ্বৰ দাসক প্ৰধান শিক্ষক আৰু ৺ৰামচৰণ শৰ্মাক সহকাৰী শিক্ষক মনোনীত কৰি ৰাইজৰ বৰঙণিৰে বোৰ্ডৰ নিৰিখত দুয়োজন শিক্ষকক বেতন দিয়াৰ দিহা কৰে। উল্লেখযোগ্য যে শ্ৰীগোবিন্দৰাম মহাজনে এজন শিক্ষকৰ এবছৰৰ বেতন দান দিয়ে। এইদৰে ৰাইজৰ দান বৰঙণিৰে চলাৰ পিচত ১৯৪৭ চনত বিদ্যালয়খন লোকেল বোৰ্ডৰ অধীনলৈ যায়। সেই সময়ত বিদ্যালয়খনৰ প্ৰধান শিক্ষয়িত্ৰী হিচাপে নিযুক্তি দিয়ে ৺ৰাজবালা মেধিক। এখেতে ১৯৭৪ চনলৈ প্ৰধান শিক্ষয়িত্ৰীৰ কাম চলোৱাৰ পিচত সেই চনতে অকালতে মৃত্যু বৰণ কৰে আৰু তেওঁৰ ঠাইত শ্ৰীকনকলতা দাসক প্ৰধান শিক্ষয়িত্ৰী নিয়োগ কৰা হয়।

এইখিনিতে উল্লেখ কৰিব পাৰি যে ১৯৪৮ চনত বিদ্যালয়ৰ শেষ পৰীক্ষাত ২৪ জনী ছাত্ৰী উত্তীৰ্ণ হোৱাত সেই বিদ্যালয়তে মজলীয়া ইংৰাজী বিদ্যালয় আৰম্ভ কৰা হয় ১৯৪৯ চনত। ৺গৰ্গৰাম দাস দেৱ এই বিদ্যালয়ৰ লগত ওতঃপ্ৰোতভাবে জৰিত হৈ পৰে। সময়ত এই মধ্য ইংৰাজী বিদ্যালয়খন যেতিয়া হাইস্কুললৈ ৰূপান্তৰিত হয় তেতিয়া পূৰ্বৰ সনাতন পাৰ্টিৰ থিয়েটাৰ হলটিত ই গণেশ দাস হাইস্কুল নাম লয় আৰু এই গণেশ দাস হাইস্কুলৰ দক্ষিণ ফাললৈ সনাতন বালিকা প্ৰাথমিক বিদ্যালয়ৰ স্থান পৰিৱৰ্তন কৰা হয়।

যি সময়ত অসমত স্ত্ৰী শিক্ষাৰ অৱস্থা অতি পিচ পৰা আছিল আনকি লৰাৰ শিক্ষাও আশানুৰূপভাবে আগবাঢ়িব পৰা নাছিল সেই সময়তে ১৯৪৩ চনত শুৱাল-কুছিৰ স্ত্ৰী শিক্ষাৰ একমাত্ৰ কেন্দ্ৰ শুৱালকুছি বালিকা মজলীয়া স্কুলত স্কুলৰ পৰিচালনা সমিতিয়ে এটা ইংৰাজী

শিক্ষাৰ শাখা খোলাৰ মনোভাৱ দাঙি ধৰে। এই মনোভাব কাৰ্য্যকৰী কৰা প্ৰধান উদ্যোক্তা আছিল উক্ত বিদ্যালয়ৰ সেই সময়ৰ প্ৰধান শিক্ষক ৺নিধিৰাম দাস দেৱ। ক্ৰমান্বয়ে শ্ৰেণী আগবাঢ়ি আছিল আৰু ইং ১৯৫১ চনলৈ ই মধ্য ইংৰাজী শ্ৰেণী হিচাপে মজলীয়া স্কুলতে চলি আছিল। গাওঁৰ অভিভাৱকসকলৰ পৰা স্কুললৈ ছোৱালী পঠোৱাত আশানুৰূপ সহাৰি পোৱা নগৈছিল যদিও শিক্ষকসকলৰ প্ৰচেষ্টাত স্কুল আগবাঢ়ি গৈছিল। সেইসময়ৰ শিক্ষকৰ ভিতৰত শ্ৰীহৰিবিলাস কলিতা, ধৰণীধৰ শৰ্মা আদি লোকৰ নাম উল্লেখযোগ্য।

হাইস্কুল খনৰ শুৰি ধৰিছিল পৰিচালনা সমিতিৰ সভাপতি স্বৰ্গীয় কন্দৰ্পেশ্বৰ মেধি দেৱে। পৰিচালনাৰ সমিতিয়ে গাওঁত দান বৰঙনি আদায় কৰিছিল। এই ক্ষেত্ৰত দুজন লোকৰ পৰা উল্লেখযোগ্য দান পোৱা গৈছিল। সেই সকল হ'ল—৺হৰমোহন মেধি আৰু ৺কালিৰাম কাৰিকৰ। ১৯৫৫ চনত স্কুলত দশম মান শ্ৰেণী সম্পূৰ্ণ হয় আৰু ১৯৫৬ চনত গুৱাহাটী বিশ্ববিদ্যালয়ত নিয়মীয়া পৰীক্ষা দিয়াৰ অনুমতি লাভ কৰে। এই ক্ষেত্ৰত বিশেষ সহায় কৰিছিল সেই সময়ৰ ডি পি আই শ্ৰীদিবাকৰ গোস্বামী ডাঙৰীয়াই। বহুতো লোকে স্কুলখন ঠন ধৰি উঠাত সহায় কৰিছিল। এই সকলৰ ভিতৰত উল্লেখযোগ্য হল শ্ৰীমধুৰাম দাস, শ্ৰীগিৰিন্দ্ৰ দেউৰী, শ্ৰীভগবান চন্দ্ৰ মড়ল, শ্ৰীধৰ্মকান্ত শৰ্মা, শ্ৰীধীৰেণ কলিতা, শ্ৰীশৰৎ চন্দ্ৰ মেধি, শ্ৰীদেবেন্দ্ৰ চন্দ্ৰ দাস, ডাঃ শ্ৰীগোলোক চন্দ্ৰ দেউৰী, ডাঃ শ্ৰীদেবেন্দ্ৰ নাথ কাকতি, ডাঃ শ্ৰীশনিৰাম কলিতা, ডাঃ শ্ৰীসোনেশ্বৰ কলিতা, শ্ৰীবিমলা দেউৰী, শ্ৰীউপেন বৈশ্য আৰু শ্ৰীশুভ্ৰেন্দু শৰ্মা আদি।

৺কালিৰাম কাৰিকৰ ডাঙৰীয়াই এক কালিন ভাবে ন হেজাৰ টকাৰ আৰ্থিক দান আগবঢ়োৱাত ৰাইজৰ সন্মতি সাপেক্ষে পৰিচালনা সমিতিয়ে স্কুলখন শুৱালকুছি কালিৰাম কাৰিকৰ ছোৱালী হাইস্কুল নামেৰেই জনাজাত হয়।

শুৱালকুছি গণেশ দাস হাইস্কুল খন শুৱালকুছি গাওঁৰ উচ্চ মাধ্যমিক বিদ্যালয় সমূহৰ ভিতৰত তৃতীয়। আমি আগতে উল্লেখ কৰি আহিছোঁ যে প্ৰথমতে শুৱালকুছিৰ এচাম কলামোদি ৰাইজে "সনাতন অপেৰা পাৰ্টি" নামে এটি থিয়েটাৰ পাৰ্টি খুলি গাওঁৰ পশ্চিম ফালে এটি থিয়েটাৰ হল স্থাপন কৰিছিল। ৺ ডাঃ হৰিশ্চন্দ্ৰ কাকতি ৺ভুবিন চন্দ্ৰ মেনেজাৰ, শ্ৰীদুৰ্গাচৰণ ভড়ালী, শ্ৰীদেবীৰাম দাস, শ্ৰীসিদ্ধেশ্বৰ ওজা, শ্ৰীনৰোত্তম দাস, শ্ৰীনবীন চন্দ্ৰ দাস, শ্ৰীধৰণীধৰ দাস, শ্ৰীপ্ৰভাত চন্দ্ৰ দাস, শ্ৰীকেশৱ চন্দ্ৰ দাস আৰু ৺গৰ্গৰাম দাস এই দলটিৰ শুৰি ধৰোতা আছিল। পিচলৈ সেই সময়ৰ উদ্যোগী কৃতি শিক্ষক আৰু অভিনেতা গৰ্গৰাম দাসৰ যত্নত ১৯৪৪ চনত সেই থিয়েটাৰ হল স্ত্ৰী শিক্ষাৰ অনুষ্ঠান সনাতন বালিকা বিদ্যালয়লৈ ৰূপান্তৰিত হয়। এই বিদ্যালয় পাচ বছৰ চলাৰ পিচত ১৯৪৮ চনত ই মধ্য ইংৰাজী বিদ্যালয় হয়। তিনি চাৰি গৰাকী শিক্ষক শিক্ষয়িত্ৰীৰ দ্বাৰা এই মধ্য ইংৰাজী বিদ্যালয় খন পৰিচালিত হৈছিল। পিচত গাওঁৰ পশ্চিম অঞ্চলটোও এখনি উচ্চ মাধ্যমিক বিদ্যালয়ৰ আৱশ্যকতা উপলব্ধি কৰি কেইজন মান সদাশয় ব্যক্তিয়ে এই অনুষ্ঠানটিকে হাইস্কুললৈ ৰূপান্তৰিত কৰাৰ ভাব পোষণ কৰি ১৯৫৪ চনত সপ্তম মান শ্ৰেণী খোলে। সেই সময়ত কিছুদিনৰ বাবে ই "গান্ধীস্মৃতি উচ্চ বালিকা বিদ্যালয় নামে অভিহিত হৈছিল। শ্ৰীহৰিণচন্দ্ৰ কলিতা, শ্ৰীহিৰণ চন্দ্ৰ বৈশ্য আদি সদাশয় শিক্ষক সকলে বিনা বেতনে এই স্কুলত কাম কৰিছিল। ৺গৰ্গৰাম দাসৰ আপ্ৰাণ চেষ্টাৰ ফলত স্কুলখনে দোপত দোপে আগবাঢ়ি আহে কিন্তু তেখেতে স্কুলখন সম্পূৰ্ণ কৰিবলৈ নোপাওতেই অকালতে মৃত্যু বৰণ কৰে। ৺দাসৰ পাচত শ্ৰীনবীন চন্দ্ৰ বৈশ্য ডাঙৰীয়াই সম্পাদকৰ দায়িত্ব লয় আৰু আন আন উদ্যোগী ব্যক্তি সমূহক লগত লৈ ৰাইজৰ পৰা দান বৰঙনি সংগ্ৰহ কৰি এটি দুমহলীয়া ঘৰ সাজি উলিয়াই। এই কাৰ্য্যত শুৱালকুছিৰ মানুহৰ উপৰিও নিকটবৰ্ত্তী গাওঁ বাথান শ্ৰীহাটীৰ ৰাইজেও আশানুৰূপ সহাৰি আগ বঢ়ায়।

৺গৰ্গৰাম দাসৰ মৃত্যুৰ পাচত স্কুলখনৰ পানীত হাহনচৰা অৱস্থা হয়। স্কুলৰ এনেকুৱা মৃতপ্ৰায় অৱস্থা দেখি গাওঁৰ ৰাইজে আলোচনা কৰি সেই সময়ত শুৱালকুছি হইস্কুলত কাম কৰি থকা শ্ৰীৰমেশচন্দ্ৰ কাকতীক প্ৰধান শিক্ষক নিযুক্তি দিয়ে আৰু সেই সময়তেই গাওঁৰ এগৰাকী বিশিষ্ট ব্যক্তি সমাজ কৰ্মী ৺ ডাঃ গণেশচন্দ্ৰ দাসৰ পৰা নগদ দহ হেজাৰ টকাৰ এক কালিন দান এটি লৈ ৰাইজৰ মত সাপেক্ষে স্কুলখনৰ নাম গণেশ দাস হাইস্কুল ৰখা হয়।

শুৱালকুছিৰ পুব প্ৰান্তত অৱস্থিত প্ৰাথমিক বিদ্যালয় খনিৰ নাম হল **কৈৱৰ্ত্ত পাৰা প্ৰাথমিক বিদ্যালয়।** এই স্কুলখন প্ৰথমতে শ্ৰীসুভদ্ৰা দাস নামৰ এজনী কৈৱৰ্ত্ত সম্প্ৰদায়ৰ গাভৰু ছোৱালীয়ে স্থাপন কৰে। তেওঁ কেই-গৰাকীমান ওচৰ চুবুৰীয়াৰ ছোৱালীক লৈ তেওঁলোকৰ গোসাই ঘৰতেই বিনা বেতনে পাঠদান কৰে। পাচত অঞ্চলটোৰ ৰাইজে লগলাগি অঞ্চলটিত বিদ্যালয় এখনৰ অত্যন্ত আৱশ্যক অনুভৱ কৰে আৰু শ্ৰীসুভদ্ৰা দাসে আৰম্ভ কৰা স্কুলখনকেই ৺জিনাৰাম মেধি মহাজনৰ পৰা দুই কঠা ন লেচা মাটি লৈ ৰাইজৰ দান বৰঙণিৰে এটি খেৰি ঘৰ নিৰ্মাণ কৰি ৰাজহুৱা স্কুল আৰম্ভ কৰে। এই স্কুলত শ্ৰীসুভদ্ৰা দাসৰ ককায়েক শ্ৰীযোগেন্দ্ৰ নাথ দাসক প্ৰধান শিক্ষক নিযুক্তি দিয়া হয়। এইদৰে চলাৰ পিচত ১৯৪৯ চনত লোকেল বোৰ্ডৰ অধীন হয়। ১৯৫১ চনত শ্ৰীযোগেন্দ্ৰ নাথ দাসক মাটি পৰ্বত স্কুললৈ বদলি কৰি শ্ৰীকমলা কান্ত দাসক উক্ত স্কুলৰ প্ৰধান শিক্ষক নিয়োগ কৰে। ৰাইজৰ অশেষ যত্ন আৰু ত্যাগৰ ফলত পুৰণি খেৰি ঘৰৰ ঠাইত এটি টিনৰ ঘৰ উঠে। এই স্কুলৰ ছাত্ৰ-ছাত্ৰীসকল কেৱল কৈৱৰ্ত্ত সম্প্ৰদায়ৰে নহয়। অঞ্চলটিত থকা ব্ৰাহ্মণ আৰু অন্যান্য সম্প্ৰদায়ৰ লৰা-ছোৱালীও এই স্কুলতে পঢ়ে। বৰ্তমান স্কুলৰ প্ৰধান শিক্ষয়িত্ৰী শ্ৰীহৰেশ্বৰী দত্ত।

বহুদিনলৈ শুৱালকুছিৰ মধ্য অঞ্চলত প্ৰাথমিক শিক্ষাৰ বিদ্যালয় এখনৰ অভাৱ ৰাইজে অনুভৱ কৰি অহাৰ মুৰত ১৯৫৮ চনত এই অঞ্চলটিত **শুৱালকুছি জনতা প্ৰাথমিক বিদ্যালয়**"ৰ জন্ম হয়। স্কুলখনৰ জন্ম সংক্ৰান্তত ৰাইজৰ দান বৰঙণি আৰু যত্নৰ উপৰিও এজন লোকৰ অশেষ ত্যাগ আৰু কষ্টৰ মুৰত যে স্কুলখনে ঠন ধৰি উঠিছিল সি ধুৰূপ। এইজন ব্যক্তি হল কম্‌ৰেড ৺ৰবীন্দ্ৰ নাথ কলিতা। কম্‌ৰেড ৺কলিতাৰ অশেষ কষ্ট আৰু চেষ্টাৰ ফলত স্কুলখনে কমদিনৰ ভিতৰতে এখন লেখত লবলগীয়া অনুষ্ঠান হিচাপে মুৰ দাঙি উঠে। ৺কলিতাৰ লগতে স্কুলৰ প্ৰথম উদ্যোক্তা সকলৰ ভিতৰত কেইগৰাকীমান হল ৺খৰ্গেশ্বৰ কলিতা, ৺উমাৰাম বৈশ্য, শ্ৰীৰজনী কলিতা, শ্ৰীকেশৱ কলিতা, শ্ৰীকন্দৰ্প ভড়ালী, শ্ৰীঅৰবিন্দ বৈশ্য সাউদ, শ্ৰীমহীৰাম মহাজন, শ্ৰীকেশৱ বৈশ্য, শ্ৰীবংশী কাকতি আৰু শ্ৰীদেবীৰাম দাস পণ্ডিত আদি। প্ৰথম অৱস্থাত ৺খৰ্গেশ্বৰ কলিতা সম্পাদক আৰু শ্ৰীসিদ্ধিৰাম প্ৰধান শিক্ষক নিযুক্ত হয়। ১৯৫৮ চনত প্ৰায় চাৰি বিঘা চৰকাৰী মাটি বেড়িলৈ বাহৰ খুটাৰ এটি সৰু ঘৰ নিৰ্মাণ কৰা হৈছিল।

ইতিমধ্যে শুৱালকুছিত কণ কণ ল'ৰা-ছোৱালীৰ কাৰণে কেবাখনো প্ৰাথমিক আৰু মজলীয়া বিদ্যালয় গঢ়ি উঠিলেও শুৱালকুছিৰ পশ্চিম অঞ্চসটোত এনেকুৱা স্কুল গঢ়ি উঠা নাছিল। এই অঞ্চলৰ ল'ৰা-ছোৱালীৰ অসুবিধা দুৰ কৰিবৰ কাৰণে পোনতে ১৯৬২ চনৰ মাঘ বিহুত বহা শান্তি তোলৰ তুলীয়া ৰাইজে চিন্তা কৰে আৰু এখনি প্ৰাথমিক বিদ্যালয়ৰ নিৰ্মানৰ কাৰণে শ্ৰীঅতুলচন্দ্ৰ দাসক সম্পাদক হিচাপে লৈ কমিটি কৰি দিয়ে। এই কমিটিয়ে গাওঁত জাননী দি ২৮।১।৬২ তাৰিখে ৺ডাঃ গদেশচন্দ্ৰ দাস দেৱৰ সভাপতিত্বত এখনি ৰাজহুৱা সভা পাতে আৰু এই ৰাজহুৱা সভাত কেবাজনো দাতাই দান বৰঙনি দিয়াৰ প্ৰতিশ্ৰুতি দিয়ে। এই ৰাজহুৱা সভাতে শ্ৰীশ্যামচৰণ দাসক সভাপতি আৰু শ্ৰীভৃগুৰাম দাসক সম্পাদক নিৰ্বাচিত কৰি এঘাৰ জন সদস্যৰে পৰিচালনা সমিতি এখনি পাতি দিয়ে। প্ৰথমতে এই বিদ্যালয়ৰ নাম আছিল "শুৱালকুছি প্ৰাথমিক বিদ্যালয়।" পাচত ৺হৰিণচন্দ্ৰ বায়ন আৰু শ্ৰীচন্দ্ৰকান্ত বায়নে ৬ কঠা মাটি দান দি বিদ্যালয়ৰ ভবন নিৰ্মানৰ স্থান দিয়াত তেখেত সকলৰ ইচ্ছামতে তেখেত সকলৰ মাতামতত ৺গম্ভীৰ মেধিৰ নামেৰে স্কুলখনৰ নামাকৰণ কৰি **গম্ভীৰ মেধি নিম্ন প্ৰাথমিক বিদ্যালয়** নাম ৰখা হয়। শান্তি তুলীয়া ৰাইজে গৃহ নিৰ্মানৰ কাৰণে খুটা আৰু নগদ টকাৰ

অনুদান আগবঢ়ায়। ইয়াৰ উপৰিও কেবাগৰাকী ব্যক্তিৰ পৰা ঋণ বাবদ ২৫'০০ টকা ৫০'০০ টকাকৈ লোৱা হয়।

শুৱালকুছি এখন বয়ন শিল্প প্ৰধান ঠাই। এই গাওঁবাসীৰ বয়ন শিল্পই প্ৰধান জীৱিকাৰ পথ। ইয়াৰ যুৱক যুৱতী সকলে বিশেষকৈ মুগা আৰু পাট শিল্পৰ উন্নয়ন সাধি শুৱালকুছিৰ ঐতিহ্য মহিমামণ্ডিত কৰি ৰাখিছে। পিচে এই সকল লোকৰ আৰ্থিক অৱস্থা অতি শোচনীয়। আৰ্থিক দুৰবস্থাৰ হেতু তেওঁলোকে কাম কৰাৰ সক্ষম হোৱাৰ পিচৰ পৰাই লিখা পঢ়া ত্যাগ কৰি জীৱিকা উপাৰ্জনৰ বাবে নিজৰ বা আনৰ তাতশালত কাম কৰিব লগীয়া হয়। ফলত এই শ্ৰেণীৰ লোক সকল অৰ্থাভাৱে শিক্ষালাভৰ পৰা বঞ্চিত হয়। এই কথা উপলব্ধি কৰি ৺প্ৰমোদচন্দ্ৰ মড়ল দেৱৰ নেতৃত্বত তেতিয়াৰ সদৌ শুৱালকুছি বয়ন শিল্পী সঙ্ঘৰ সভ্য সকলে ১৮।১২।৬৩ ইং তাৰিখে এখন সাধাৰণ সভা আহ্বান কৰে আৰু অৰ্থাভাৱে শিক্ষালাভৰ পৰা বঞ্চিত বোৱণী, যোগাৰী, আৰু আৰ্টিজেন বন্ধুৱা আদিক শিক্ষিত কৰি প্ৰকৃত নাগৰিক কৰি গঢ়ি তুলিবৰ উদ্দেশ্যে "সদৌ **শুৱালকুছি বয়ন শিল্পী নৈশ বিদ্যালয়**" নামেৰে এখনি নৈশ বিদ্যালয় স্থাপনৰ সিদ্ধান্ত কৰে। শ্ৰীঅচ্যুতচন্দ্ৰ মহন্তক সভাপতি আৰু ৺প্ৰমোদ মড়লক সম্পাদক হিচাপে লৈ এখনি বিদ্যালয় পৰিচালনা কমিটি গঠন কৰা হয়। বৰ্তমানলৈকে শ্ৰীযতীন্দ্ৰনাথ শৰ্মাই এম. ই শাখাৰ প্ৰধান শিক্ষক আৰু সম্পাদক হিচাপে কাম কৰি আহিছে।

অসমত নতুন শিক্ষানীতি প্ৰবৰ্তনৰ ফলত আৰু এম্ ই শাখাই ঘাটি মঞ্জুৰী পোৱাৰ যোগ্য হোৱাত ১৯৭৫ চনৰ পৰা Coaching class ৰ ব্যৱস্থা ৰহিত কৰি হাইস্কুলৰ শ্ৰেণীসমূহ বিধিগতভাৱে পুনৰ খোলা হয়। ১৯৭৭ চনত ৮ম শ্ৰেণী খোলাৰ বিভাগীয় অনুমতি পোৱা হয় আৰু এই বছৰত বিভাগীয় স্বীকৃতি লাভ কৰা হয়। বৰ্তমানলৈ হাইস্কুল শাখাৰ বাবে চৰকাৰৰ ফালৰ পৰা কোনো অনুদান পোৱা নাই যদিও সময়ে সময়ে চৰকাৰী অনুদানৰ আশ্বাস পাই থকা হৈছে। শ্ৰীসন্তৰাম কলিতা হাই স্কুল শাখাৰ প্ৰধান শিক্ষক আৰু সম্পাদক আৰু শ্ৰীঅচ্যুত চন্দ্ৰ মহন্ত দুয়োখন কমিটিৰ সভাপতিৰ দায়িত্বত আছে।

১৯৬৭ চনত শুৱালকুছিৰ আদাবৈ অঞ্চলত **"হৰমোহন দাস বিদ্যাপীঠ"**ৰ জন্ম হয়। এই অঞ্চলত কণ কণ ল'ৰা-ছোৱালীৰ শিক্ষানুষ্ঠান নথকাত সৰু সৰু ল'ৰা-ছোৱালী-বোৰে বহুদূৰ বাট খোজকাঢ়ি আদৰ্শ প্ৰাইমাৰী বা মাটি পৰ্বত প্ৰাথমিক বিদ্যালয়লৈ যাব লাগিছিল। বাট-পথ দুৰ্গম, তাতে আকৌ বৰষুণ বতৰত কণ কণ লৰা-ছোৱালী বোৰে বোকা পানী গছকি দুৰলৈ যাব নোৱাৰে। সেই কাৰণে অঞ্চলটোৰ ৰাইজে ১৯৬৭ চনৰ জানুৱাৰী মাহত প্ৰাথমিক স্কুল এখনি স্থাপনৰ উদ্দেশ্যে ৰাজহুৱা সভা এখনি আহ্বান কৰে। আৰু সেই সভাৰ সিদ্ধান্ত ক্ৰমে সেই চনৰে জানুৱাৰী মাহৰ পৰাই স্থানীয় গণেশ প্ৰাঙ্গনত বিদ্যালয়ৰ কাম আৰম্ভ কৰে। স্কুলৰ নাম ৰখা হৈছিল "আদাবৈ প্ৰাইমাৰী স্কুল। গণেশ প্ৰাঙ্গনত বিদ্যালয় চলি থাকোতেই এদিন স্থানীয় বিধায়ক শ্ৰীৰাধিকাৰাম দাস আৰু সংসদী সদস্যা শ্ৰীমতী ৰেণুকা দেৱী বৰকটকীয়ে স্কুল পৰিদৰ্শন কৰে আৰু তেখেত সকলৰ অনুৰোধ ক্ৰমে অসম প্ৰাথমিক শিক্ষা পৰিষদে স্কুলখন পৰিষদৰ অন্তভূক্তি কৰে ১৯৬৭ চনৰ জানুৱাৰী মাহৰ পৰাই। ইতিমধ্যে ৰাইজৰ দান বৰঙনিৰে স্কুলৰ গৃহ নিৰ্মানৰ কাৰণে মাটি বিচাৰি স্থানীয় ৰাইজে পূৱ শুৱালকুছি গাওঁ পঞ্চায়তৰ সেই সময়ৰ সভাপতি ৺সুৰেন্দ্ৰনাথ ডেকাৰ ওচৰ চপাত তেখেতে শুৱালকুছিৰ কৃতি সন্তান শিক্ষাবিদ ৺হৰমোহন দাসৰ পুত্ৰ গুৱাহাটী নিবাসী শিক্ষাবিদ ডঃ শ্ৰীভুবন মোহন দাসৰ ওচৰলৈ ৰাইজৰ সজাতি দলটি লৈ যায়। ডঃ শ্ৰীযুত দাস ডাঙৰীয়াই ৰাইজৰ কথা শুনি তেখেৰ পিতৃৰ নামেৰে স্কুলখন নামাকৰণ কৰাৰ মত পোষণ কৰে। সেই উদ্দেশ্যে ১৯৬৭ চনৰ জানুৱাৰী মাহৰ ২০ তাৰিখে আদাবৈ গণেশ প্ৰাঙ্গনত বহা ৰাজহুৱা সভাত তেখেত সকলৰ শুৱালকুছিত থকা প্ৰায় তিনি কঠা মাটি স্কুলৰ নামত দান দিয়াৰ প্ৰতিশ্ৰুতি দিয়ে আৰু স্কুলঘৰ নিৰ্মাণ কৰিবলৈ ১০০০'০০ টকা এক কালিন দান দিয়ে। তেতিয়াৰ পৰা স্কুল খনৰ



নাম "হৰমোহন দাস বিদ্যাপীঠ" ৰখা হয়।

শুৱালকুছি আৰু ইয়াৰ আশে পাশে থকা অঞ্চলৰ ৰাইজৰ সহায় সহযোগত ১৯৬৩ চনত শুৱালকুছি বৃন্দৰাম-মাধৱ সত্ৰাধিকাৰ মহাবিদ্যালয়লয়ৰ কেইবাগৰাকী বিশিষ্ট ব্যক্তিয়ে আনুষ্ঠানিক ভাবে হোৱা মহাবিদ্যালয়ৰ উদ্বোধনী উৎসৱত যোগদান কৰি ৰাইজক অনুপ্ৰাণিত কৰে আৰু তেখেতসকলে ৰাইজৰ আগ্ৰহত সন্তোষ প্ৰকাশ কৰে। শুৱালকুছিত অৱস্থিত শ্ৰীশ্ৰীঈশ্বৰ হাটীসত্ৰৰ সত্ৰাধিকাৰ দানীপুৰুষ স্বৰ্গীয় মাধৱ চন্দ্ৰ সত্ৰাধিকাৰ দেৱে এই অনুষ্ঠানটিৰ বাবে বহুমূলীয়া ৪২ বিঘা মাটি দান দিয়ে আৰু তেখেতৰ ইচ্ছানুযায়ী মহাবিদ্যালয়ৰ নাম "শুৱালকুছি বৃন্দৰাম-মাধৱ সত্ৰাধিকাৰ মহাবিদ্যালয়" ৰখা হয়। এই অনুষ্ঠানটি স্থাপন হোৱৰ পৰা অকল শুৱালকুছিৰেই নহয় ইয়াৰ আশে পাশে থকা লাহ, হালোগাওঁ, বামুন্দি, ৰামদিয়া, দামপুৰ, হাজো, দমদমা, কুলহাটী, চেচা, পচৰিয়া, দদৰা, দলিবাৰী, আজ্ঞাঠুৰী, শিঙ্গিমাৰী, গন্ধমৌ, বংশৰ ইত্যাদি বৃহৎ এলেকা এটিৰ উঠি অহা ল'ৰা-ছোৱলীৰ বাবে উচ্চ শিক্ষাৰ বাট সুচল হৈ পৰিছে। উল্লেখযোগ্য যে গাৱঁৰ কেইবাগৰাকী বিশিষ্ট ব্যক্তিৰ আশাসুধীয়া প্ৰচেষ্টাত এই অনুষ্ঠানটি ঠন ধৰি উঠিছে। সেই সকলৰ ভিতৰত ৺ডাঃ গণেশ দাস, শ্ৰীহেম দাস আদিৰ নাম উল্লেখযোগ্য। স্থানীয় ৺হৃষিকেশ দেৱানে অনুষ্ঠানটিৰ বাবে ১৫০০'০০ টকাৰ এটি অনুদান আগবঢ়ায়। মহাবিদ্যালয় খনিৰ প্ৰতিষ্ঠাপক অধ্যক্ষ ড° তাৰাচৰণ ৰাষ্টোগী। বৰ্তমান অধ্যক্ষ শ্ৰীহিৰণচন্দ্ৰ বৈশ্য।

এই প্ৰবন্ধটি কৰোতে শিক্ষানুষ্ঠানসমূহৰ সংশ্লিষ্ট মুৰব্বীসকলে আগবঢ়োৱা সহায় সহযোগৰ বাবে তেখেত সকললৈ কৃতজ্ঞতা জ্ঞাপন কৰি প্ৰবন্ধৰ মোখনি মাৰিলোঁ।

---

# সজালোঁ বণিজৰ নৌকা

শ্ৰীসদা মৰল

বৰ লুইতৰ পাৰত এইখন আমাৰ গাওঁ; দক্ষিণত বৰলুইতৰ চাকৰি। পূব-উত্তৰ আৰু পশ্চিমত কেবাখনো পাহাৰে আবৰি আছে। তেতিয়া অৰ্থাৎ আজিৰ পৰা ছকুৰি আঢ়ৈকুৰি বছৰৰ আগত গাওঁখনক সংযোগ কৰা কোনো ডাঙৰ আলিবাট নাছিল। উত্তৰৰ বংশৰ, হাজোলৈ যোৱা পথকৰা আলি। পশ্চিমত বাথান, শ্ৰীহাটী, হালোগাওঁ, বামুন্দীলৈ যোৱা আলি বাটতো তাহানিৰ লোকেল বোৰ্ডে শিলগুটি পৰা নাছিল। যাতায়তৰ একমাত্ৰ ব্যৱস্থা লুইতৰ ওপৰেদি যোৱা নাওঁ। পলাশবাড়ীলৈ পাৰ হৈ গৈ তাৰ পৰা গুৱাহাটীলৈ যোৱাৰ ব্যৱস্থা। কেতিয়াবা আকৌ নাৱেৰে উজাই গৈ গুৱাহাটী। নাৱেই আছিল যাতায়তৰ একমাত্ৰ ব্যৱস্থা।

এই নাওঁ বিধে বিধে আছিল। সৰু নাও, মাজু নাওঁ আৰু বৰ নাওঁ। সৰু নাওঁবোৰত ছৈ নাথাকে। সেই নাৱেৰে লুইতত বাৰিষা উটি অহা খৰি ধৰা হয়। সেইবোৰ নাওঁত একৰ পৰা দেৰ টনলৈ বোজাই দিব পাৰি। পাৰা-পাৰৰ কাৰণেও সেই নাওঁ ব্যৱহাৰ কৰা হয়। মাজু নাওঁবোৰত আঢ়ৈ তিনি টন বোজাই দিব পাৰি। সেই বোৰত ছৈ থাকে। এইবোৰ বিশেষকৈ ধানৰ বেপাৰৰ বাবেহে ব্যৱহাৰ কৰা হৈছিল। সেই নাওঁত দুই বা তিনি জন থাকে। শালি ধান চপোৱাৰ সময়ত পাতি দৰং মঙলদৈ অঞ্চললৈ বাণা, বৰনদীৰে গৈ তাৰ পৰা ধান কিনি আনি গুৱাহাটীৰ ধানৰ কলত বিক্ৰী কৰা হৈছিল আৰু সময়ে সময়ে গাওঁতো বিক্ৰী কৰা হৈছিল। কিয়নো এতিয়াৰ দৰে সেই সময়তো শুৱালকুছিৰ প্ৰায় আটাইখিনি লোকেই অনাকৃষিজীৱি আছিল। ধান চাউল সদায়েই বাহিৰৰ পৰা সংগ্ৰহ কৰিব লগীয়া হৈছিল। ধানৰ বেপাৰৰ সময় আছিল আঘোণ-পুহ-মাঘ মাহত। সেই সময়ত লুইতৰ উপনদীবোৰৰ পানী শুকাই যায়। ডাঙৰ নাওঁ চলাচলৰ অসুবিধা; সেয়েহে মাজুনাওঁৰে বেপাৰ কৰা হয়। কেতিয়াবা এনেকুৱা অৱস্থা হয় যে নাওঁত ধান বোজাই দি আনিলে নৈৰ পানী কম থকা কাৰণে নাওঁ নচলে। তেতিয়া নাওঁৰ পৰা ধানৰ বোজা পাৰত থৈ খালী নাওঁখন টানি আনি আকৌ ধান বোজাই দিব লগীয়া হয়। আমাৰ যি সকল নাৱৰীয়া যায় তেওঁলোকে নিজেই এই কাম সমাধা কৰে। ধান কিনিবৰ সময়ত তেওঁলোক মহাজন, নাওঁ বাবৰ সময়ত নাৱৰীয়া আৰু ধানৰ বোজা নমাবৰ বা তুলিবৰ সময়ত তেওঁ লোকেই মজদুৰ। এইধৰনেই আমাৰ ব্যৱসায়ী সকলে পৰিশ্ৰম কৰি বেপাৰ কৰিছিল। আজি সেই বেপাৰ নাই। আলি পদুলি হ'ল, মটৰ-লৰী গাড়ে ভুক্ৰে যাব পৰা হ'ল। চৰকাৰে নিজেই ধান কিনে সমবায়ৰ জৰিয়তে আৰু অবাধ বাণিজ্যৰ ওৰ পৰাৰ লগে লগে এই বেহা বেপাৰো নোহোৱা হ'ল।

বৰ নাওঁৰ কথা কবলৈ ওলাওঁতে এটা ব্যক্তিগত ঘটনা মনত পৰিছে। ১৯৩৪ চনৰ নবেম্বৰ মাহ। আমি তেতিয়া শুৱালকুছি মজলীয়া স্কুলৰ তৃতীয় মানৰ ছাত্ৰ। সেই সময়ত তৃতীয় মানৰ পৰা বাছি দুজন বা তিনিজন ছাত্ৰক গুৱাহাটীলৈ বৃত্তি পৰীক্ষাৰ বাবে পঠিয়ায়। সেইবাৰ যি



ছাত্ৰ বছা হৈছিল তাৰ এজন আমি নিজে আছিলোঁ। এদিন স্কুলৰ হেড্ পণ্ডিত স্বৰ্গীয় গন্ধৰাম দাস ডাঙৰীয়াই নিজে তৃতীয় শ্ৰেণীলৈ আহিছিল। আমাৰ বহী পত্ৰবোৰ চালে। দুই এটা প্ৰশ্ন সুধিলে। তেতিয়া মোৰ হাতৰ আখৰ বেয়া আছিল। তেখেত সম্বন্ধত মোৰ জেঠ্ পেহা হয়। শ্ৰেণীত বিশেষ একো নকলে। স্কুল ছুটীৰ পিছত আমাৰ ঘৰলৈ আহিল। তেতিয়া মই আমাৰ ঘৰতে কাম কৰা ছানা-কাকাৰ লগত ছৈ বুই আছিলোঁ। মোক ছৈ বুই থকা দেখি আইক কলে, "ই মহাজন হ'ব খুজিছে। পিছে মহাজনৰ দিন উকলি আহিল। পঢ়াশুনা ভালকৈ কৰিলে আৰু হাতৰ আখৰ ভাল হলে ই বৃত্তি পাব।"

পৰীক্ষা দিবলৈ তেখেতে মোক নিজেই গুৱাহাটীলৈ আনিছিল। বৃত্তি পাইছিলোঁ। পিছলৈ পিতা-পিতামহৰ লক্ষীৰ আৰাধনা এৰি সৰস্বতীৰে পূজা অৰ্চ্চনাত লাগিলোঁ। সেয়া আন কথা।

ডাঙৰ নাওঁবোৰত কুৰি-পছিশ টন বোজাই দিব পাৰি। এই নাওঁৰ বণিজ শুৱালকুছিৰ সাউদ সকলে বহু আগৰ পৰাই কৰি আহিছে। নাওঁ সজাবলৈ আৰম্ভ কৰে পুহ-মাঘ মাহৰ পৰা। নাওঁখনৰ কাঠৰ মেৰামতি কাম কৰি ভালকৈ আলকাতৰা লেপি দিয়া হয়। এই আলকাতৰা ডাঙৰ ডাঙৰ কাঠৰ ঢোলত আহিছিল। তেতিয়া এই ঢোলবোৰ ইংলেণ্ডৰ পৰাই আহিছিল। ইংলেণ্ডৰ খনিৰ কয়লা উলিয়াই কয়লাৰ নিৰ্য্যাস উলিয়াবলৈ তাত পাতন পদ্ধতিৰ প্ৰচলন আছিল আৰু এই এছ্ফাল্ট তাৰে উপজাত দ্ৰব্য (by-product) হিচাপে ওলাইছিল আৰু সেইবোৰ জাহাজত ভৰাই আনি ইংৰাজ বণিক সকলে তেওঁলোকৰ সাম্ৰাজ্যৰ বজাৰত অধিক মূল্যত বিক্ৰী কৰি ধন উপাৰ্জ্জন কৰিছিল।

নাওঁৰ মেৰামতিৰ পিছত পাৰৰ পৰা নাওঁখন পানীলৈ নিবলৈ শিমলু কাঠৰ গড় পাৰি দি বহুত মানুহে বল দি ঠেলি পানীত নমাইছিল। তাৰ পাছত ঢাপৰবোৰৰ ওপৰত ছৈ দিয়া হৈছিল। দুখন পাতলকৈ বোৱা ছৈৰ মাজত টকো অথবা তৰাৰ পাত সিজাই পাৰি দিয়া হৈছিল। সেইবোৰৰ ঢাপৰৰ ওপৰত দি তাত বাঁহৰ কামিৰে বোৱা এটা আবৰণ দিয়া হৈছিল। সজাই পৰাই নাওঁত প্ৰয়োজনীয় বয়বস্তু লৈ এটা দিন চাই বণিজলৈ যাত্ৰা কৰে। সৰুতে আইতাহঁতে গোৱা শুনিছিলোঁ—

"সদাগৰ যাই বণিজক
চম্পাবাসী সদাগৰ যাই বণিজক।
প্ৰথমে মেলিলা ডিঙা নামে মধুকৰ
তাতে ভৰি আছে সাধুৰ ডাব নাৰিকল"

ইত্যাদি।

সাউদৰ বেপাৰৰ ঐতিহ্য চম্পকনগৰৰ চান্দ সদাগৰৰ বাণিজ্যৰ সৈতে জড়িত। প্ৰথমে ডাঙৰ ডাঙৰ নাওঁত গাওঁ অঞ্চলৰ মানুহৰ প্ৰয়োজনীয় পণ্য-সামগ্ৰী লৈ গৈ তাত গাওঁৰ মানুহৰ উৎপাদিত দ্ৰব্যৰ লগত বিনিময় কৰিছিল। শুৱালকুছিৰ মুগা-পাটৰ কাপোৰৰ ঐতিহ্য সুদূৰ অতীতৰ পৰাই আছে। চাণক্যৰ অৰ্থশাস্ত্ৰত উল্লেখ আছে, স্বৰ্ণাভ বস্ত্ৰ কামৰূপৰ পৰা আহিছিল। কুমাৰ ভাস্কৰ বৰ্মণে হৰ্ষবৰ্ধনৰ ৰাজসভালৈ যেতিয়া ৰাজকটকী হংসবেগক পঠিয়াইছিল তেওঁৰ হাততো কামৰূপৰ বিখ্যাত স্বৰ্ণাভ পট্টবস্ত্ৰ উপঢৌকন দিছিল। পাছলৈ ওচৰ চুবুৰীয়া খাছি আৰু জয়ন্তীয়া ৰাজ্যলৈ তেওঁলোকৰ তিৰোতাসকলে পৰিধাণ কৰা পাট মুগাৰ কাপোৰ পঠিয়াইছিল। এই পাট মুগাত যি ৰং দিয়া হৈছিল সেই ৰং তাঁতীসকলে নিজেই প্ৰস্তুত কৰিছিল। মেজাংকৰী, লা, মাজেঠী (লাৰ নিচিনা এবিধ বস্তু) এইবোৰৰ পৰা সুন্দৰ ৰং প্ৰস্তুত কৰিছিল। এইবোৰ বস্তুও এই সাউদ সকলে গাওঁবিলাকৰ পৰা সংগ্ৰহ কৰিছিল। লাহে লাহে নাওঁ উজাই গৈ মাজুলিৰ আশে পাশে আৰু মাজুলিতো লুইতৰ চাপৰি বোৰত বসবাস কৰা মিৰি জনজাতি সম্প্ৰদায়ৰ লোক সকলৰ উৎপাদিত সৰিয়হ সংগ্ৰহ কৰি ইতিমধ্যে অসমত নগৰ চহৰত প্ৰতিষ্ঠিত তেলপেৰা কলত সৰবৰাহ কৰিছিল!

আজিকালি ৰবি শস্যৰ খেতি কৰাৰ প্ৰচাৰ চৰকাৰে চলাইছে। কিন্তু এই মিৰি জনজাতীয় লোকসকলে বহু দিনৰ্ পৰাই ৰবি শস্যৰ খেতি কৰিছিল। প্ৰকৃতিয়ে

মানুহৰ আটাইতকৈ মহান শিক্ষক। চাপৰিত বাস কৰা লোকসকলে জানে যে ব্ৰহ্মপুত্ৰৰ বানে তেওঁলোকৰ শালী-খেতি ধুৱাই লৈ যায়। সেই কাৰণে তেওঁলোকে আগতীয়া আহুখেতি চপাই বাৰিষা কালটো বাণপানীৰ লগত যুজি খৰালিৰ আৰম্ভণীতে সৰিয়হৰ খেতিৰ কাৰণে লাগে।

শুৱালকুছিৰ সাউদসকলে সৰিয়হ চপোৱাৰ সময়ত তেওঁলোকৰ প্ৰয়োজনীয় পণ্য সূতা, ৰঙা আঁচু, নিমখ, লালি, (ধপাতৰ বাবে) ছাতি, মাৰ্কিণ কাপোৰ আনকি আ-অলঙ্কাৰ পৰ্য্যন্ত নাওঁত ভৰাই লৈ যায়। এইবোৰ তেওঁলোকক দি তাৰ বিনিময়ত তেওঁলোকৰ পৰা সৰিয়হ লয়। সেই সৰিয়হ সোৱণশিৰীমুখ, বদতিঘাট, ধনশিৰী-মুখ আদি জাহাজ ঘাটত জাহাজৰ বোটত দিয়ে।

মাঘৰ শেষত আৰু ফাগুণৰ আগতে ডাঙৰ ডাঙৰ নাওঁলৈ ৩০০/৪০০ কিল'মিটাৰ উজাই যায়। একোখন নাওঁত ১০।১২ জন লোক থাকে। নাওঁৰ মহাজন, ভাগিয়া প্ৰত্যেকৰে নিজৰ নিজৰ কাম থাকে। নাওঁৰ বেপাৰত যোৱা এই সামূহিক জীৱন লক্ষ্য কৰিবলগীয়া প্ৰত্যেকজনেই নিজৰ সামৰ্থ্য অনুযায়ী কাম কৰে। একেলগে বহি খায়। অলপীয়া বস্তু হলেও সকলোৱে সমানে ভাগ কৰি খায়। "কিঞ্চিৎ হলেও দিবা, বঞ্চিত নকৰিবা।" এই মতবাদ তেওঁলোকে সকলো সময়তে মানি চলে। সেই কাৰণেই বোধকৰোঁ তেওঁলোকৰ জীৱনবোধ সদায় সামূহিক স্বাৰ্থৰ পিনেই ধাবিত হৈছিল।

দ্বিতীয় মহাসমৰৰ সময়ৰ পৰাই এই ব্যৱসায় লাহে লাহে পৰি আহিল। ভিতৰুৱা অঞ্চলবোৰলৈ আলিবাটৰ সা-সুবিধা হ'ল। তেলৰ কলৰ মালিক সকলে নিজেই লৰী মটৰ লৈ গাওঁ অঞ্চললৈ গৈ সৰিয়হ সংগ্ৰহ কৰিব ধৰিলে। তদুপৰি ধান চাউলৰ ওপৰত চৰকাৰী নিয়ন্ত্ৰণে মুক্ত ব্যৱসায়ত বাধা দান কৰিলে। তাৰ ফলত শুৱাল-কুছিৰ সাউদৰ ব্যৱসায়ো সংকুচিত হ'ল। নতুন চামৰ লৰা-ছোৱালীয়ে লিখা-পঢ়া কৰি চৰকাৰী বে-চৰকাৰী অনুষ্ঠান প্ৰতিষ্ঠানত চাকৰিত সোমাল। চহৰীয়া বাবু-সংস্কৃতিয়ে নতুন চামক হাত বাউল দিলে আৰু লাহে লাহে এই পৰিশ্ৰম-সাধিত ব্যৱসায়ৰ পিনে সকলোৱে পাচ দিলে।

পৰিবৰ্তিত সমাজত সকলোৱে পৰিবৰ্তন হোৱাই বাঞ্ছণীয়। সেয়েহে আজি সাউদৰ ডিঙৰাও নাই আৰু শুৱালকুছিৰ ঘাটত অন্ততঃ কেবা শ বৰ নাওঁৰ আজি এখনো দেখিবলৈ নাই। কিন্তু শুৱালকুছিৰ নতুন-পুৰুষৰ মাজতো যদি তেওঁলোকৰ পিতৃ-পিতামহৰ পৰিশ্ৰম কৰাৰ আৰু সামূহিক স্বাৰ্থৰ স্পৃহা থাকে তেনেহলে ন সমাজ গঢ়াত শুৱালকুছিৰ নতুন পুৰুষে নিশ্চয় অধিক বৰঙণি যোগাব পাৰিব।



# বিভিন্ন শিল্পত শুৱালকুছি

শ্ৰীদীনবন্ধু দাস

ভাৰতৰ অন্যতম তথা বৰ্তমানৰ কামৰূপ জিলাৰ অন্তৰ্গত শুৱালকুছি গাওঁ সুদূৰ অতীতৰে পৰা এখন শিল্প সমৃদ্ধ ঠাই হিচাপে প্ৰসিদ্ধি লাভ কৰি আহিছে। আজি শিল্পৰ দিশত মুগা-পাট বস্ত্ৰ শিল্পই ঠাইখনক ভাৰতৰ হাতে বোৱা বস্ত্ৰ শিল্পৰ মানচিত্ৰত এখন গুৰুত্বপূৰ্ণ স্থানৰ অধিকাৰী কৰিছে। ই কেৱল শুৱালকুছি বাসীৰ পক্ষেই যে গৌৰৱৰ কথা এনে নহয়, প্ৰকৃতাৰ্থত এই গৌৰৱৰ অংশীদাৰ সমগ্ৰ অসমবাসী।

"শুৱালকুছিত উৎপাদিত হয় সোণ-ৰূপৰ বস্ত্ৰ", অতি-ৰঞ্জিত কৰি কোৱা কথা নহয়। যুগাবধি অসমৰ চুকে কোণে কিয় ভাৰতৰ ইমূৰৰ পৰা সিমূৰলৈ সকলোতে এই ঐতিহাসিক নাম দুটিৰেই পৰিচিত হয় শুৱালকুছিৰ মুগা-পাট কাপোৰ। এই মুগা-পাট কাপোৰ শুৱালকুছিৰ বৰ্তমানৰ অৰ্থ নৈতিক বুনিয়াদ হ'লেও অসমৰ সাংস্কৃতিক সম্পদ বুলি অসমবাসী তথা অসমীয়া মাত্ৰৰেই স্বীকৃত। বৰ্তমানৰ তাঁতশালৰ খট্‌খট্‌ শব্দত নিঃশব্দ হৈ থকা শুৱালকুছিৰ আন আন শিল্প কেইটিমানৰ চমু আভাস ধৰাৰ ডাঙি আগতে আমি শুৱালকুছিৰ গোষ্ঠীভিত্তিক বাসস্থান বোৰৰ ওপৰত দৃষ্টি নিদিলে গাওঁখনৰ শিল্পীক দিশৰ পাৰিপাট্যৰ আকৰ্ষণ ম্লান হৈ ৰ'ব।

পুবা-পশ্চিমাকৈ প্ৰায় পাচ কিলোমিটাৰৰ অল্প অধিক দৈৰ্ঘ্যৰ আৰু উত্তৰ-দক্ষিণাকৈ দুই কিলো মিটাৰৰ অলপ অধিক প্ৰস্থৰ এই গাওঁখনৰ ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰত। একেবাৰে পুব প্ৰান্তৰ বৰবামুণপাৰা, তাৰ পশ্চিমত কৈৱৰ্ত পাৰাৰ পশ্চিমৰ কেওঁৰ পাৰা ক্ৰমে গাওঁৰ একেবাৰে পশ্চিম প্ৰান্তলৈ ক্ৰমে সোণাৰী পাৰা, তাঁতি পাৰা। কেওঁট পাৰাৰ উত্তাঞ্চল আৰু কেওঁট পাৰা আৰু সোণাৰী পাৰাৰ মধ্যাঞ্চল ক্ৰমে আদাবৈ কুমাৰ পাৰা আৰু বামুণ শুৱালকুছি কুমাৰ পাৰা নামে জনাজাত।

### মাছ ধৰা শিল্প

শুৱালকুছিৰ প্ৰায় তিনিশ পৰিয়ালৰ কৈৱৰ্ত পাৰাৰ লোক সকল সানমিহলি হৈ সৃষ্টি হোৱা এক জন গোষ্ঠী। এই অঞ্চলৰ অধিকাংশ আদিবাসী লোক মানৰ আক্ৰমণত হেনো শুৱালকুছি ত্যাগ কৰি আন ঠাইলৈ পলাই গৈছিল। ইয়াৰ পিছত উজনি অসম যেনে শিৱসাগৰ, লক্ষীমপুৰ আৰু ক্ৰমে কামৰূপৰ আন ঠাইৰ পৰা আহি সেই গোষ্ঠীৰ লোকে বাসস্থান পাতি কম সংখ্যক আদিবাসীৰ লগতে সহঅৱস্থান কৰি থাকিবলৈ ললে। এই গোষ্ঠীয় লোকৰ ভাষা উজনি অসমৰ সুৰীয়া ভাষাই আজিও উজনি অসমৰ প্ৰভাৱৰ চিনাকি দিয়ে।

এই গোষ্ঠীৰ লোকৰ একমাত্ৰ শিল্প মাছ ধৰা আৰু বিভিন্ন মাছ ধৰাৰ বাবে ব্যৱহৃত বিভিন্ন ধৰণৰ জাল নিজ হাতে তৈয়াৰ কৰা। বিশেষকৈ নিজহাতে ধৰা মাছৰ ব্যৱসায় কৰে তেওঁ লোকৰ তিৰোতা সকলে। বিক্ৰী ব্যৱসায়ত পুৰুষ সকলে সময় কটাব নোৱাৰাৰ একমাত্ৰ কাৰণ এহাতে তেওঁলোকৰ ব্যৱহাৰ্য নানা ধৰণৰ জালৰ বাবে সূতা প্ৰস্তুত আৰু বুনন আৰু আনহাতে মাছৰ

অন্বেষণ আৰু মাছ ধৰাৰ ব্যস্ততা। তেওঁলোকৰ মাছৰ সাধাৰণ উৎস ব্ৰহ্মপুত্ৰৰ বহল বুকু। ব্ৰহ্মপুত্ৰৰ বহল বুকু বঁতাহৰ চঞ্চল গতিয়ে সঘনে আন্দোলিত কৰাৰ বাবে মাছ ধৰাৰ কাল অতীৱ সীমিত হয় ফলত তেওঁলোকৰ ব্যৱসায়ত প্ৰচুৰ ব্যাঘাত জন্মে। এই আঘাতে তেওঁলোকৰ জীৱিকা নিৰ্বাহত বাধাৰ সৃষ্টি কৰে। শুৱালকুছিৰ ওচৰে পাজৰে তেনে লেখত লবলগীয়া মাছৰ উৎস নথকাৰ বাবে এই কম মৎস ব্যৱসায়ীয়ে আন আন নানা ধৰণৰ ব্যৱসায়ত ধৰিবলৈ বাধ্য হৈ পৰিছে। বিশেষকৈ ১৯৫০ চনৰ ভূমিকম্পৰ ফলত ব্ৰহ্মপুত্ৰৰ মাছৰ সীমাহীন মৃত্যুৱে এই সম্প্ৰদায়ৰ অৰ্থ নৈতিক অৱস্থাত বেয়াকৈ আঘাত কৰে। শুৱালকুছি প্ৰধানতঃ এখন মৎস ভোজী ঠাই, গতিকে এই ব্যৱসায়ৰ অৱনতিৰ লগতে সামগ্ৰীক ৰূপত সমগ্ৰ গাওঁ খনৰে স্বাস্থ্যৰ কথাটোও ভাবিব লগীয়া।

এই অঞ্চলৰ লোক সকলে মাছ ব্যৱসায় কৰি জীৱিকা নিৰ্বাহ কৰিলেও কাপোৰ বোৱা শিল্পতো তেওঁলোকৰ শিপিনী পটু। তিৰোতা সকলে নিজহাতেৰেই বৈ লয় তেওঁলোকৰ লাগতীয়াল কাপোৰ কানি। এই কাপোৰ সাধাৰণতঃ সূতাৰ, পাট বা মুগাৰ নহয়।

এই শিল্প ব্যৱসায়টোৰ পুনৰুদ্ধাৰৰ দায়ীত্ব চৰকাৰে নল'লে অদূৰ ভৱিষ্যতে এই গোষ্ঠীৰ লোকৰ অৱস্থা দুৰ্বহ হৈ পাৰিব, লগতে এই কৰ্মসংস্থানহীন লোক সকল দেশৰ কাৰণে এক বোজা হৈ পৰিব।

## তেলৰ ঘানী

শুৱালকুছিৰ মাটি পৰ্বত অঞ্চলৰ সৰিয়হ ঘানী তেলৰ নাক চেৰচেৰাই যোৱা গন্ধ সামকাটিবৰ আজি প্ৰায় তিনি দশকত ভৰি দিলে। গন্ধ সামকটাই নহয় ঘানীয়ে একেবাৰেই বিদায় লৈছে। এই ঘানী সংখ্যাত আঠ দহোটা হ'লেও তাত ব্যৱহাৰ হোৱা গৰু আৰু ঘোৰাৰ কথাটোই ইয়াৰ ব্যৱসায়িক ভিত্তিত থকা চাহিদাৰ পৰিপ্ৰেক্ষিতে ইয়াক এক শিল্পলৈ ৰূপান্তৰিত কৰি পেলাইছিল। ঘানীৰ কেঁচামাল আছিল সৰিয়হ আৰু এই সৰিয়হ সৰবৰাহ কৰিছিল শুৱালকুছিৰ এচাম "মাহাজনে" উজনি অসমৰ মাজুলি অঞ্চলৰ পৰা। অৱশ্যে শুৱালকুছিৰ উত্তৰাঞ্চলৰ গাওঁবোৰক পৰাও সৰিয়হ আমদানি কৰা হৈছিল যদিও তাৰ পৰিমাণ আছিল চাহিদাৰ তুলনাত নূণ্যতম। এই শিল্পত লাগি থকা পাৰিয়ালবোৰে তেল পেৰিয়েই জীৱিকাৰ থোৰাক উলিয়াইছিল। তেতিয়াৰ হিচাবত এসেৰ ওজনৰ কেঁচা সৰিয়হৰ বিনিময়ত সৰিয়হ দিওঁতা লোকে এপোৱা খাঁটি সৰিয়হৰ তেল পাইছিল।

এই শিল্পটিৰ অৱনতিৰ কাৰণ কেঁচা সৰিয়হৰ অভাৱ। শুৱালকুছিৰ "মাহাজন" গোষ্ঠীৰ হাতৰ পৰা উজনি অসমৰ সৰিয়হৰ বেপাৰ নোহোৱা হোৱাৰ লগে লগেই এই শিল্পটিয়েও চিৰ দিনলৈ চকু মুদিলে। ফলত এই শিল্পত জৰিত লোক সকলে জীৱিকাৰ বাবে আন ব্যৱসায়ত ধৰিলে। মন কৰিব লগীয়া কথা হ'ল এই শিল্পত ব্যৱহৃত ঘানী তেওঁলোকে অতি নিপুণতাৰে তৈয়াৰ কৰি লৈছিল। দুঃখৰ কথা যে আজি শুৱালকুছিৰ প্ৰায় মানুহেই ঘানীৰ নাম শুনিলেও কিমান জনে দেখিছে সন্দেহৰ বিষয়। এই আপুৰুগীয়া শিল্পটিৰ পুণৰুদ্ধাৰৰ দায়িত্ব অসমৰ খাদী আৰু গ্ৰামোদ্যোগ বোৰ্ডে ল'ব পাৰে। বৰ্তমানৰ যান্ত্ৰিক কল কাৰখানাত পেৰা তেলৰ পৰিমাণৰ লগত ফেৰ মাৰিব নোৱাৰিলেও গুণৰ দিশত ঘানীৰ তেল নিঃসন্দেহে স্বাস্থ্য সম্মত।

## স্বৰ্ণ শিল্প

স্মৰণাতীত কালৰে পৰা শুৱালকুছিৰ সোণাৰী পাৰাৰ স্বৰ্ণ শিল্প চলি আহিছে। প্ৰায় শতাধিকৰো ওপৰ গৃহস্থীৰ ভিতৰত একুৰিৰো কম গৃহস্থীতহে এই শিল্পটোৰ কাম চলি আছে। স্বৰ্ণ শিল্প বুলি কওঁতে স্বৰ্ণৰ লগতে ৰূপ, তাম আদিৰ কথাকো সামৰি লোৱা হৈছে। গাওঁৰ এই স্বৰ্ণকাৰ সকল পৰম্পৰাগত ভাবেই নিপুণ শিল্পী। গাওঁখনৰ অলঙ্কাৰৰ চাহিদাত এইখিনি স্বৰ্ণকাৰ কৰ্মচ্যুত হোৱাৰ আশঙ্কা নাই। কিন্তু অলঙ্কাৰ গঢ়িব দিয়া লোকৰ হাতত



সোণ, ৰূপ আদিৰ প্ৰাপ্ত সীমিত হ'লে স্বৰ্ণকাৰ বা গাওঁত সাধাৰণতে "সোণাৰী" বুলি জনাজাত এই শিল্পী সকলৰ কৰ্মৰ পৰিমাণো সীমিত হৈ পৰে, ফলত তেওঁলোকৰ আৰ্থিক দিশত আঘাত পৰে। এই খিনিতে বৰ্তমানে বজাৰত উভৈনদী হৈ পৰা ৰল্ড গোল্ড, ষ্টেইনলেচ ষ্টিল আৰু তেনে ধৰণৰ গহনা আদিয়ে এই থলুৱা পুৰ্ণ শিল্পত যে আঘাত কৰিছে তাক নকলেও হ'ব। ইয়াৰ প্ৰতি মানুহৰ আকৰ্ষণৰ দুটা কাৰণঃ এটা হ'ল মানুহৰ আৰ্থিক দিশৰ দুৰ্বলতা আৰু আনটো হ'ল সেই কৃত্ৰিম গহনাবোৰ মানুহক সহজে মুহিব পৰা গুণ থলুৱা শিল্পটিৰ এইবোৰ অন্তৰায় থাকিলেও নতুনত্বক ভাল পোৱা লোকৰ মন যোগোৱাৰ বাবে নতুন নতুন গঢ়ৰ গহনা শিল্পী সকলে তৈয়াৰ কৰিবই লাগিব। আজিৰ যুগ প্ৰতিযোগিতাৰ যুগ। এই প্ৰতিযোগিতাত জয় লাভ কৰিবৰ হ'লে থলুৱা স্বৰ্ণ শিল্পী সকলে বাহিৰৰ পৰা আমদানি হোৱা কৃত্ৰিম গহনাৰ গঢ়ৰ গহনা তৈয়াৰ কৰি গ্ৰহীতাৰ মন যোগাব পাৰিব লাগিব। এয়ে নহ'লে থলুৱা স্বৰ্ণ শিল্পৰ ভৱিষ্যতত আঘাত পৰাৰ সম্ভাৱনীয়তা দুই কৰিব নোৱাৰি। এটা অতি জৰুৰী কথাৰ প্ৰতি বৰ্তমান সজাগ হ'বৰ হ'ল। কথাটো হ'ল এই স্বৰ্ণ শিল্পী সকলৰ পৰিবাৰৰ লোকসকলৰ আন কৰ্মৰ প্ৰতি ধাউতি। নিজৰ শিল্পৰ প্ৰতি বিৰাগ বা অনাকৰ্ষণৰ ভাবে এই শিল্পৰ জীয়াই ৰখা প্ৰতিজন স্বৰ্ণ শিল্পীৰেই মহান কৰ্তব্য। আৰ্থিক দিশৰ কথা বাদ দিলেও এই শিল্পৰ মহত্বৰ কথা কোনেও উলাই কৰিব নোৱাৰে। কৰ্মৰ মহত্ত উপলব্ধি কৰি উঠি অহা শিক্ষিত ডেকা চামে এই শিল্পক জীয়াই ৰাখিবই লাগিব। হাজাৰ ঘাত-প্ৰতিঘাতৰ মাজতো এই শিল্প শুৱালকুছিৰ দৰে এখন বিশাল গাওঁত বৰ্তি থাকিবই।

## কাঠ শিল্প

শুৱালকুছিৰ কাঠ শিল্প গাওঁখনৰ কোনো এটি বিশেষ অঞ্চলৰ একক শিল্প নহয়। এই শিল্পত নিয়োজিত লোকৰ সংখ্যা অধিক নহ'লেও শিল্প নৈপুণ্যৰ দিশত তেওঁলোক আধুনিক প্ৰশিক্ষণ প্ৰাপ্ত লোকতকৈ কোনো গুণে হীন নহয়। মাথোন আধুনিক যন্ত্ৰপাতি ব্যৱহাৰৰ যোগে প্ৰশিক্ষণ প্ৰাপ্ত লোক সকল শ্ৰম পাকৈত। এই শ্ৰম সংকোচন যেতিয়া আৰ্থিক স্বাৱতাৰ বুনিয়াদ সেই বাবে থলুৱা শিল্পী সকলেও প্ৰশিক্ষা যোগে শ্ৰম সংকোচন পদ্ধতি শিকিব লাগে। তাৰোপৰি আধুনিক আচবাব পত্ৰৰ সাজন পদ্ধতি আদিও থলুৱা শিল্পী সকলৰ বাবে অপৰিহাৰ্য্য হোৱা উচিত। এই খিনিতে অনধিক থলুৱা শিল্পীৰ শিল্প নৈপুণ্যৰ চানেকি হিচাপে কেবাটিও নামঘৰত থকা হনুমান, গড়ুৰ পক্ষী, শাস্ত্ৰ থোৱা ঠগা, দীঘলীয়া পেৰা, জয়-বিজয়, নানা ধৰণৰ পক্ষী, আৰু সুপ্ৰাচীন শাস্ত্ৰ সম্মত ঘটনা ৰাজিৰ কাঠৰ ওপৰত খোদাইৰ কাম নিদৰ্শনলৈ আঙুলিয়াব পাৰি। আনকি মানুহৰ সাধাৰণ বাসগৃহৰ কাঠৰ দুৱাৰত কটা নানা ধৰণৰ চিত্ৰ ভাস্কৰ্য্যৰ চানেকী এই কাঠ শিল্পী সকলৰ গভীৰ অন্তৰ দৃষ্টিৰ পৰিচায়ক আৰু দৈন্যতা আজি শিল্পানুৰাগী মাত্ৰেই অনুভৱ নকৰি নোৱাৰে। আজি এনে চানেকীৰ শিল্প কৰ্মৰ শিল্পী নাই; নানকি তাহানিৰ সাধাৰণ বাঁহ-কাঠ আদিৰে তৈয়াৰ কৰা নানা পশু-পক্ষীৰ চানেকিৰে তিৰোতাৰ মূৰৰ চুলি আঁচুৰিবৰ বাবে ব্যৱহাৰ কৰা "জঁট-ভঙা" এখন কৰি দেখুৱাব পৰা লোকেই পাবলৈ নাই। কপাহী সূতা, মুগা পাট আদিৰ কাপোৰ তৈয়াৰ কৰাৰ আগতে বাটি কঢ়াৰ পুৰণি পদ্ধতিত যি "কাঢ়ণি" ব্যৱহৃত হৈছিল তাৰ নিৰ্মাণ পদ্ধতি আজি গাওঁত লুপ্ত প্ৰায়, কাঢ়ণিৰ ওপৰত পশু চিত্ৰ-বিচিত্ৰ চৰাই আদিৰ খোদাই কামৰ কথা বাদেই।

গাওঁখনৰ তাঁত-শালৰ সৰঞ্জাম আমি সম্পূৰ্ণ থলুৱা কাঠ-শিল্পীসকলেই সজোৱা। বিবাহৰ আৰু গৃহস্থীৰ বাবে লাগতিয়াল পালেং, আলমাৰীৰৰ পৰা আৰম্ভ কৰি সাধাৰণ পীৰাখনলৈকে থলুৱা কাঠ-শিল্পীৰ দ্বাৰা সৃষ্ট। আন আন গাওঁৰ বিপৰীতে শুৱালকুছি গাওঁৰ ঘৰৰ বৈশিষ্ট্যঃ এইবোৰ কাঠ আৰু টিনেৰে নিৰ্মিত-পকী ঘৰৰ কথা বাদেই। এই ঘৰবোৰৰ নিৰ্মাণ সম্পূৰ্ণ থলুৱা কাঠ শিল্পীৰ। নামঘৰবোৰৰ নিৰ্মাণ শিল্প থলুৱা কাঠ-শিল্পীৰ শিল্প দক্ষতাৰ

চানেকি। এইখিনিতে প্ৰায় দুই দশক মানৰ ভিতৰতে মৰহি যোৱা কঠাল কাঠৰ পেৰা ( যাক গাওঁত "কঠালৰ পেৰা" ) সজা শিল্পটোৰ কথা উল্লেখ নকৰি নোৱাৰিলোঁ, কাৰণ এই কঠালৰ পেৰাৰ লগত শুৱালকুছিৰ "মহাজন" গোষ্ঠীৰ উঞ্জনি অসমত কৰা সৰিয়হৰ বেপাৰৰ সম্পৰ্কে এসময়ত ওতঃপ্ৰোতভাৱে জৰিত আছিল। কাৰণ চমহীয়া বেপাৰলৈ বুলি ৰাওনা হোৱাৰ চমাহৰ আগৰে পৰাই থলুৱা কাঠ-শিল্পী, অৰ্থাৎ মিস্ত্ৰী বুলি জনাজাত লোক এচামৰ মিস্ত্ৰী কাৰখানাত যুদ্ধৰ গতিত কাম চলিছিল, কঠালৰ পেৰাৰ ; ডাঙৰ দোকান আৰু ডাঙৰ কাপোৰ কেক্টৰী কেইখন মানত বাদে গোটেই গাওঁখনৰ প্ৰতি ঘৰতে জলা লেম-চাকিৰ বিপৰীতে মিস্ত্ৰী-কাৰখানাবোৰ পেট্ৰোমেক্স, হেজাক্ আদি লাইটৰ পোহৰে ঢৌৱাই ৰাখিছিল। মাজনিশালৈকে চলা এই কামবোৰে মিস্ত্ৰী-সকলৰ পৰিয়ালৰ আথিক দিশ টনকীয়াল কৰিছিল। মাহাজন গোষ্ঠীৰ সৰিয়হ বেপাৰৰ মৃত্যুৰ লগে লগে এই শিল্পটোয়ো চিৰদিনলৈ চকু মুঁদিলে।

বেহা-বেপাৰৰ দিশত ব্যৱহৃত হৈছিল একো একোখন প্ৰকাণ্ড নাওঁ। একো একোখন নাওঁত সৰিয়হ ধৰিছিল সৰ্বোচ্চ পাঁচ'শ মোণ। এই নাওঁবোৰ সাজিছিল এক প্ৰকাৰ নাওঁ-নিৰ্মাণ কুশলীয়ে। সাধাৰণতঃ এওঁলোক নাওঁ-কটা মিস্ত্ৰী বুলিয়েই জনাজাত আছিল। নাওঁৰ নিৰ্মাণৰ উপৰিও এওঁলোক কি কাঠৰ কি নাওঁ, কি গুণযুক্ত হ'ব তাক সঠিককৈ ঠাৱৰ কৰাত ৰব পাকৈত আছিল। নাওঁৰ নিৰ্মাণ পদ্ধতি যে কিমান জটিল তাক দেখোঁতা সকলেহে জানে। তেনে একো একোখন বিৰাট আকাৰৰ নাওঁ যি নাম মাত্ৰ সা-সৰঞ্জামেৰে সাজি উলিয়ায় তাক আজিৰ অতি জটিল যন্ত্ৰ-সৰঞ্জামৰ ব্যৱহাৰৰ দিশৰ পৰা ভাবি চালে নিঃসন্দেহে তেওঁলোকক নাওঁ নিৰ্মাণ বিশেষজ্ঞ বুলি কব পাৰি। উল্লেখযোগ্য যে এনে একো একোখন নাওঁত ( হেলোং নাওঁ ) আঠ/দহজন মানুহৰ চমাহ/এবছৰ পৰ্য্যন্ত সেই নাওঁতেই সুন্দৰভাবে থকা-খোৱাৰ ব্যৱস্থাৰে সজ্জিত আছিল। আমি আগতেই কৈ আহিছো যে সামগ্ৰীক দিশত শুৱালকুছিৰ কাঠ-শিল্পৰ কোনো এটি বিশেষ অঞ্চলৰ একক শিল্প নহয়, সিচঁৰিত ভাবে এই কুশলিবোৰ গাওঁখনৰ সকলো অঞ্চলতে আছিল।

বৰ্তমান সৰু সৰু নাওঁৰ প্ৰচলন গাওঁখনত আছে আৰু ব্ৰহ্মপুত্ৰ নৈ থকালৈকে থাকিব। গতিকে যি কম সংখ্যক "নিৰ্মাণ কুশলি" বৰ্তমানলৈকে আছে নাওঁৰ অপৰিহাৰ্যতাই নিশ্চয় নতুন নিৰ্মাণ কুশলিৰ সৃষ্টি কৰিবই। বিশাল গাওঁখনৰ কাঠৰ আচবাব পত্ৰ, ঘৰ নিৰ্মাণ, তাঁত শিল্পৰ বস্ত্ৰ-বেহানি আদিৰ চাহিদাৰ অনুকূলে আধুনিক যন্ত্ৰ-পাতিৰে সজ্জিত কাঠ-শিল্পৰ কাৰখানাৰ আৱশ্যকতা কোনেও নুই কৰিব নোৱাৰে ; লগতে আধুনিক কাৰখানা প্ৰতিষ্ঠাৰ বাবে শুৱালকুছিৰ উঠি অহা ডেকা চামৰ অন্ততঃ কেইজনমান আগ্ৰহীয়ে যদি চৰকাৰী-বেচৰকাৰী অনুষ্ঠান সমূহে আগবঢ়োৱা আনুষ্ঠানিক প্ৰশিক্ষাৰ যোগে নিজকে নিপুণ শিল্পীৰূপে গঢ় দিব পাৰে, আৰু তেওঁলোকে এই থলুৱা শিল্পটোত নতুনত্ব প্ৰদান কৰিব পাৰে, আমি নিশ্চয় ক'ব পাৰোঁ যে এই দিশত শুৱালকুছি ওচৰ-পাজৰৰ গাওঁবোৰৰ চকুত কাঠ শিল্পৰ নতুন বাটকটীয়া হৈ পৰিব, আনহাতে গাওঁৰ অৰ্থনীতিতো এটা নতুন ধাৰাৰ সৃষ্টি কৰিব পাৰিব। বৰ্তমানৰ গাওঁৰ কাঠ-শিল্পৰ অৱস্থা ক্ষীণ হ'লেও এটা শুভ লক্ষণ দেখা গৈছে। ওচৰ-পাজৰৰ গাওঁবোৰৰ অৱস্থাৰ পৰিৱৰ্তনৰ লগতে তেওঁলোকৰ কাঠৰ আচবাব পত্ৰৰ প্ৰতি আকৰ্ষণো বাঢ়িছে। এই আকৰ্ষণে আনহাতে শুৱালকুছিৰ কাঠ-শিল্পত প্ৰভাৱো পেলাইছে পৰিমাণে। কেঁচামাল অৰ্থাৎ বিভিন্ন ধৰণৰ কাঠৰ আমদানি গাওঁৰ পৰিবহন ব্যৱস্থাৰ ওপৰত নিৰ্ভৰশীল। অদূৰ ভৱিষ্যতে ভৈৰৱ কুণ্ড, নলবাৰী, পলাশবাৰী, ওদালগুৰি আদি ঠাইৰ পৰা বুজন পৰিমাণৰ কাঠ আনি গাওঁতেই মজুত কৰাৰ সুবিধা ওলাব।

## মৃৎ শিল্প

মাটিৰ সাজ-বাচন তৈয়াৰ কৰা বা কুমাৰ শিল্প সুদূৰ অতীতৰে পৰা শুৱালকুছিৰ বামুণ শুৱালকুছি কুমাৰপাৰা



আৰু আদাবৈ কুমাৰপাৰাৰ প্ৰধান শিল্প আৰু ব্যৱসায় আছিল। বৰ্তমান মুঠতে প্ৰায় পঞ্চাশ ঘৰমান কুমাৰ লোক দুয়োখন ঠাইতে আছে। এই প্ৰাচীন শিল্প কৰ্মত কিছুমানে চাঁক ব্যৱহাৰ কৰিছিল : লোৰ নিৰ্মিত আৰু মাটিৰ। হাতেৰেও মাটিৰ সাজ-বাচন গঢ়াত এওঁলোক আছিল শিল্প নিপুণ।

সুপ্ৰাচীন এই গাওঁখনৰ ৰন্ধনৰ বাবে মাটিৰ সাজ-বাচন ব্যৱহাৰ চ্যুত হ'বৰ আজি প্ৰায় পঞ্চল্লিশৰ পৰা পঞ্চাশ বছৰৰ অধিক নহ'ব। এই সময়খিনিৰ আগলৈকে কুমাৰপাৰাই আমদানি কৰিছিল ৰন্ধনৰ সাজ-বাচন। প্ৰাক-স্বাধীনতাৰ আগলৈকে ক্ৰমে নিস্তেজ হৈ অহা এই বাচন শিল্পটোই স্বাধীনোত্তৰ যুগৰ এলুমিনিয়াম, লো আৰু নানাধৰণৰ ধাতৱ বৰ্তনৰ আমদানিৰ আঘাতত মৃত্যু বৰণ কৰিলে।

তাহানিৰ মাটিৰ কলহে বোৱাৰী ছোৱালীৰ শুৱনি কৰা ককাল আৰু শুৱনি কৰিব ধৰিলে পিতলৰ কলহে। অৱশ্যে এই পৰিৱৰ্তনৰ গুৰিত বিভিন্ন কাৰণত আৰ্থিক দিশত জনসাধাৰণে লাভ কৰা প্ৰগতিৰ কথা সুঁৱৰিব পাৰি। পৰিৱৰ্তন সদায়েই আৰ্থিক অৱস্থাৰ দাস।

কম-বেছি পৰিমাণে আজিও গাওঁখনত ব্যৱহৃত হৈ থকা বস্তুবিলাকৰ ভিতৰত নাম ল'ব পাৰি ঘট, গছা, ধূপদানি, টেকেলি, চাকি, লুড়কি, মলা চৰু আৰু ল'ৰা-ছোৱালীৰ খেলৰ নানা ধৰণৰ সামগ্ৰী, যেনে—ভকুকা, দৰা-কইনা, হাতী-ঘোঁৰা আদি। এইবোৰৰ ভিতৰত প্ৰায়বোৰেই সাময়িকভাবে ব্যৱহাৰ হয়। কিছুমান মৃত্যু-কামত আৰু কিছুমান বিবাহ, যাগ-যজ্ঞ অনুষ্ঠান আদিত। বিবাহত লগা বস্তুবোৰৰ চাহিদা মাঘ মাহৰ পৰা বহাগলৈকে সীমিত। শুৱালকুছিৰ দৰে এখন গাওঁ সমুখত ৰাখি এই কুমাৰ শিল্পৰ অৱনতিয়ে কেতিয়াবা হ'ব পাৰে ভাবিবলৈ টান লাগে। কিন্তু এই শিল্পৰ যে অৱনতি হৈছে ই তেনেই বাস্তৱ। আৰ্থিক দিশৰ পৰিবৰ্তনৰ আৱৰ্তত গাওঁবাসীসকলৰ মনতো পুৰণি বস্তুৰ সলনি নতুন বস্তুৰ হেঁপাহে ভুমুকি মাৰিছে, ৰুচিৰ পৰিবৰ্তন ঘটিছে। এই বাধা দি ৰাখিব নোৱাৰা সোঁতে কুমাৰসকলৰ জীৱিকাৰ বাবে গ্ৰহণ কৰা মৃৎ-শিল্পত দেখদেখকৈ আঘাত কৰিছে।

এই শিল্পটোৰ বিকাশ সাধন কৰিবৰ হ'লে গাওঁৰ লোকসকলে শিল্পটোৰ স্বাৰ্থৰ বাবেই মৃৎ পাত্ৰৰ ব্যৱহাৰ কৰিব লাগিব। সাময়িকভাৱে ব্যৱহৃত পাত্ৰবোৰ বাধ্যতা-মূলকভাবে ক্ৰয় কৰিব লাগিব, লগতে কুমাৰসকলে সজা পাত্ৰবোৰৰ দাম নিম্নগতিত ৰাখিব লাগিব। তাকে কৰিবলৈ যাওঁতে তেওঁলোকে চাঁক ব্যৱহাৰ কৰি উৎপাদনৰ মাত্ৰা বঢ়াব লাগিব, লগতে বিজ্ঞানসন্মত চুলা সাজি সেই-বোৰ পোৰাৰ খৰচো কমাব লাগিব। এই শিল্পটোৰ উন্নতিৰ বাবে অসম খাদী গ্ৰামোদ্যোগ বিভাগে যথোপযুক্ত সহায় আগবঢ়ালে বৰ্তমানে যিসকল কুমাৰে এই শিল্প কৰ্মত লাগি আছে তেওঁলোকৰ আথিক অৱস্থা টনকিয়াল হব। কুমাৰসকলে এই দিশত হাত সাৱটি বহি থাকিলে সময়ৰ সোঁতত এই শিল্পটো নিঃশেষ হৈ যাব পাৰে। এইখিনিতে আমি উল্লেখ কৰিব পাৰোঁ যে অসমৰ বাহিৰৰ ৰাজ্যবোৰৰ পৰা নদীৰ সোঁতৰ দৰে ৰেড ক্লে'ৰ ( লালমাটি ) নিৰ্মিত ফুলদানি ক্ৰমে নানা ধৰণৰ বিলাস সামগ্ৰীয়ে আজি অসমৰ গাওঁ-ভূই পৰ্য্যন্ত দখল কৰিছে। আমাৰ শিল্পী-সকলেও এনে আহিৰে আমাৰ থলুৱা শিল্পটোক নতুনত্ব দিব পাৰিলে এই শিল্প নতুনকৈ গা কৰি উঠিব।

## বাঁহ-বেত শিল্প

প্ৰায় চল্লিশ বছৰমান আগলৈকে গাওঁখনত বুঢ়াচাম লোকে ঘৰত ব্যৱহৃত বাঁহ-বেতৰ সাধাৰণ লাগতিয়াল সামগ্ৰীবোৰ নিজেই সাজি লোৱা আমাৰ আজিও মনত আছে। পাচী, খৰাহী, ডলা, কুলা, দোন, ধান থোৱা ডাঙৰ ডাঙৰ মেৰ ডুলি, মুগা শুকুৱা চালনি, গুড়া চলা চালনি, ধান জৰা কুলা, খোথা, শালত মহুৰা ৰখাৰ নাও আকৃতিৰ সামগ্ৰী, জাকৈ, খালৈ, প'লো, চেঁপা আৰু কত কি বাঁহ-বেতৰ সামগ্ৰী লোকসকলে সাজি নলৈছিল। তাহানিৰ এই পৰম্পৰাগতভাবে বাগৰি অহা

শিল্পটো আজি লুপ্তপ্ৰায়। ইয়াৰ কাৰণ এহাতে বোৱা-কটা শিল্পৰ লগত ব্যস্ততা আনহাতে তাৰপৰা হোৱা আৰ্থিক লাভেৰে অধিক সংখ্যক তেনে বাঁহ-বেতৰ সামগ্ৰী কিনাৰ সমৰ্থতা। উঠি অহা ডেকাচামে এই শিল্পটোৰ পুনৰুদ্ধাৰত মনোযোগ দিলে এই দিশৰ অভাৱ পুৰণ হোৱাৰ উপৰিও আজিৰ দিনত ই এটা অৰ্থকৰী শিল্পৰূপে প্ৰতিষ্ঠা লাভ কৰাৰ যথেষ্ট সম্ভাৱনা আছে। বাঁহ-বেতৰ শিল্প বৰ্তমানে এনে এক কুটীৰ শিল্প যাৰ জৰিয়তে দেশ হিচাপে ভাৰতে বিদেশৰ পৰা বৃজন পৰিমাণৰ বৈদেশিক বিনিময় মুদ্ৰা অৰ্জন কৰিবলৈ সক্ষম হৈছে। এইখিনিতে আমি উন্নুকিয়াই থ'লো যে বাঁহ-বেতৰ শিল্পৰ চাহিদা এই বিশাল গাওঁখনত আছে। বৰ্তমানৰ উন্নত প্ৰণালীৰ শিল্প নৈপুণ্যেৰে বাঁহ-বেতৰ চোফা-চেট, চকী-মেজ আৰু নানা ধৰণৰ সাজন-সামগ্ৰী সাজি নিজৰ অৰ্থনীতিৰ দিশ সবল কৰাৰ সুবিধা গ্ৰহণৰ বাবে চৰকাৰী-বেচৰকাৰী প্ৰশিক্ষণ আৰু উৎপাদন কেন্দ্ৰৰ সাহায্য আজি সহজলভ্য। অসমৰ উদ্যোগ বিভাগ তথা ভাৰতৰ হস্ত শিল্প বোৰ্ডে এই দিশত সহায় কৰিবলৈ সদায়েই সাজু, মাথো লাগে উদ্যমী মন, আৰু শিল্পটোৰ প্ৰতি প্ৰগাঢ় আগ্ৰহ। আমাৰ চুবুৰীয়া ৰাজ্য ত্ৰিপুৰাই আজি বাঁহ-বেতৰ শিল্পৰ পৃথিৱীৰ বজাৰত একক স্থান দখল কৰিবলৈ সমৰ্থ হৈছে। সেই আহিঁৰে আগবাঢ়ি যাবৰ বাবে লাগতিয়াল সামগ্ৰীৰ অভাৱ আমাৰ ইয়াত নাই।

### লেখন শিল্প

আমাৰ পূৰ্বপুৰুষসকলে লিখন শিল্পৰ ওপৰত বিশেষ গুৰুত্ব দি আহিছিল। তাৰে সাক্ষী হিচাপে প্ৰতি ঘৰতে অন্ততঃ এখনকৈ হ'লেও হাতে লিখা সাঁচি পাতৰ পুথি আছে। সাঁচি পাত, চিয়াঁহী, কলম আদিৰ প্ৰস্তুত প্ৰণালী তথা ইয়াৰ সংৰক্ষণৰ জ্ঞান সম্পৰ্কে পুথি দেখিলেই অনুমান কৰিব পাৰি। জনা যায় যে পুথি লিখা বেছি ভাগৰেই আক্ষৰিক জ্ঞান নাছিল, কিন্তু আশ্চৰ্যৰ বিষয় যে তেওঁলোকে সূক্ষ্ম কাৰিকৰী নিপুণভাবে যিকোনো পুথি চাই অবিকলভাবে তাৰ প্ৰতিলিপি কৰি পুথিৰ সংখ্যা বঢ়াইছিল। এনে পুথি এঘৰত এশলৈকে থকাৰ উদাহৰণো পাইছোঁ। অকল এয়েই নহয় শুৱালকুছিত চিত্ৰৰ দ্বাৰায়ো পুথি প্ৰণয়ন হৈছিল। জনা যায় যে এনে আপুৰুগীয়া পুথি এখন শ্ৰীবিদানন্দ তালুকদাৰৰ ঘৰত আছে বুলি জানিব পৰা গৈছে। এই পুথিখন অসমীয়া সাহিত্য-সংস্কৃতিৰ এক কীৰ্তিস্তম্ভ। শুৱালকুছিৰ দৰে এখন জনবহুল আৰু অৰ্থনৈতিক দিশত সমৃদ্ধ ঠাইৰ কাৰণে লেখন শিল্প তেনেই নতুন। ই প্ৰকৃততে ব্যয়বহুল, কিন্তু আয়কৰ। এই আধুনিক শিল্পটোৰ কাৰণে শিক্ষিত ডেকাচামে মন দিব বুলি আশা কৰিলোঁ এই শিল্পৰ ভবিষ্যৎ উজ্জ্বল, মাথো উপযুক্ত প্ৰশিক্ষণৰ যোগে নিজকে নিপুণ কৰ্মী কৰি গঢ়ি তোলাহে প্ৰথম কথা। চৰকাৰৰ ফালৰ পৰা সাহায্যৰ অভাৱ নহ'ব।

আমি শুৱালকুছিৰ শিল্পৰ দিশটোত আলোচনাৰ সামৰণিত ক'ব বিচাৰিছোঁ যে শুৱালকুছিৰ দৰে এখন অৰ্দ্ধ-চহৰত নানা ধৰণৰ হস্ত শিল্প আৰু ক্ষুদ্ৰ উদ্যোগৰ যথেষ্ট সম্ভাৱনা আছে: বুক-বাইণ্ডিং (কিতাপ-বহী বন্ধা উদ্যোগ), কাপোৰত ৰং কৰা, ছাপ দিয়া, উল গুঁঠা, কাপোৰত ডিজাইন কৰা, বিজ্ঞানসম্মত ফটো শিল্প, বিজুলি বাতি শিল্প আৰু আন আন কম মূলধনী শিল্প আদি তেনে ধৰণৰ কেইটিমান শিল্পোদ্যোগ। গুৱাহাটীত বামুণী মৈদানত থকা ক্ষুদ্ৰ উদ্যোগ সেৱা অনুষ্ঠান, উদ্যোগ সঞ্চালকালয়, চান্দমাৰীত অৱস্থিত জিলা উদ্যোগ কেন্দ্ৰ, হস্ত শিল্প বোৰ্ড, আমবাৰীত থকা উত্তৰ-পূৰ্বাঞ্চল হস্তশিল্প আৰু তাঁত শিল্প বিকাশ নিগমৰ সহায়ত শিল্প আৰু উদ্যোগ প্ৰতিষ্ঠা কৰি অৰ্থনৈতিক দিশত শুৱালকুছিক এখোজ আগুৱাই নিয়াৰ উপৰিও ঠাইখনৰ নিবনুৱা সমস্যাৰ সমাধানত সক্ৰিয় সহযোগ আগবঢ়াব পাৰি। দেশ সেৱাৰ এনে এটা বিকল্প পথৰ পথিক হ'বলৈ আমি আটায়ে প্ৰস্তুত হ'বৰ হ'ল।

## চিত্ৰত শুৱালকুছিৰ মুগা উদ্যোগৰ একাংশ



মুগাবোৰ ৰদত শুকুৱা অৱস্থাত



মুগা কটা অৱস্থাত বয়ন শিল্পী :— শুৱালকুছিৰ শিশুৱে সূতা প্ৰস্তুত কৰি পৰিয়ালক সহায় কৰিবলৈ সমৰ্থ।



বুঢ়ী আইতাও বহি থকা নাই।

## চিত্ৰত শুৱালকুছিৰ মুগা উদ্যোগৰ একাংশ





মহিলা আৰু শিশুটিয়ে কৰা ভাঙিছে ঃ
বাতি কঢ়াৰ আগতে মুগা কটা সূতাবোৰ
কৰাৰপৰা এইদৰে প্ৰস্তুত কৰা হয়।



কম সময়তে এইদৰে ড্ৰামত বাটিবোৰ
কঢ়া হয়।

## চিত্ৰত শুৱালকুছিৰ মুগা উদ্যোগৰ একাংশ



বাটি ফুৰাইছে ঃ—
শুৱালকুছিত মুকলি ঠাইৰ অভাৱ
যদিও সত্ৰ-প্ৰাঙ্গনবোৰে আহল-বহল
ঠাইৰ আৱশ্যক থকা কামত ঠাইৰ
অভাৱ পূৰায়।



বাটিবোৰ শাললৈ নিয়াৰ আগতে এনেদৰে
'ব' বান্ধি লোৱা হয়।



তাঁতৰ পাটত 'জীয়ৰী' ।



তাঁতশালত শুৱালকুছিৰ বোৱাৰী ।

চিত্ৰত শুৱালকুছিৰ মুগা উদ্যোগৰ একাংশ



মহুৰা বতি কাপোৰ প্ৰস্তুত কৰিবলৈ শিপিনীক সুতাৰ যোগান ধৰিছে ।



"সপোনৰ ফুল বচা"
শুৱালকুছিৰ শিপিনীৰ এটি নিপুণ নিদৰ্শন ।
ফুলৰ লগতে জাতিৰ জনক গান্ধীজী আৰু
নেহৰু খুড়াক কাপোৰত তুলিছে ।

# চিত্ৰত শুৱালকুছিৰ মুগা উদ্যোগৰ একাংশ



বৃটিছ্‌যুগত শুৱালকুছিৰ তাঁতশিল্পৰ যুগান্ত সৃষ্টি কৰা বিখ্যাত 'জেকার্ড মেচিন'।



সহজ পদ্ধতিত ফুলবচা কাপোৰ প্ৰস্তুত কৰিবলৈ বৰ্তমান বহুলভাৱে ব্যৱহৃত হোৱা জনপ্ৰিয় 'ডুবি মেচিন'।



দূৰ দৃষ্টিপটত শুৱালকুছি।



শুৱালকুছিত গান্ধীজীয়ে তাঁতশিল্পৰ প্ৰদৰ্শনী চাই মন্তব্য দিছিল—শুৱালকুছিৰ শিপিনীয়ে কাপোৰত পৰীৰ সাধু ৰচিব পাৰে। এয়া গান্ধীজীয়ে একান্তমনে প্ৰদৰ্শনী চোৱাৰ দৃশ্য।



১৯৪৬ চনত মহামানৱ মহাত্মা গান্ধীয়ে শুৱালকুছিলৈ 'ডাবিন' জাহাজৰপৰা নামি আহিছে।



প্ৰাচীন সিদ্ধেশ্বৰ মন্দিৰৰ দ্বাৰত থকা এটি ভাস্কৰ্য।



সিদ্ধেশ্বৰ দেৱালয়ৰ ভিতৰত থকা চতুৰ্ভুজ বিষ্ণু মূৰ্তি।

# সংগীত চৰ্চাত শুৱালকুছি

শ্ৰীনাৰায়ণ চন্দ্ৰ দাস (শিক্ষক)

সুন্দৰেযে ফুলাৰ মন্ত্ৰ
অহোৰাত্ৰি মাতে;
সেয়েহে আজি ইমান ফুল
প্ৰভাতে প্ৰভাতে।

সংস্কৃতি, সাহিত্য আৰু সংগীত মানৱ জীৱনৰ প্ৰধান আহিলা। শব্দ-ব্ৰহ্মৰ তাত্বিক ৰূপ যিয়েই নহওক কিয় দাৰ্শনিক সকলে এই শব্দ-ব্ৰহ্মৰ অপৰ নাম সংগীত বুলি কয়। সংগীতৰ সূত্ৰ যিদৰে সাধাৰণ নহয় স্বৰূপাৰ্থত তাৰ সংজ্ঞা দিয়াও অতীব কঠিন। সংগীতৰ গুণ বৰ্ণনাতীত। বনৰ পশু-পক্ষী, আকাশৰ মেঘ, স্ৰোতস্বিনী তৰঙ্গিণীকো তবধ লগাই দিয়াৰ কাহিনী বা কিংবদন্তি অনেক বিদ্যমান। সংস্কৃতৰ "সাহিত্য সংগীত কলাবিহীন সাক্ষাৎ পশু" বোলা কথাষাৰৰ যথাৰ্থতে সত্যতা নুই কৰিব নোৱাৰি। ভাগৱতত "তম্ভাইলন্ত ৰথ নুপুৰায় সিটো ৰাতি" কথাৰ পৰা সংগীত আৰু নৃত্যৰ বিস্ময়তাৰ বিষয়ে বুজিব পাৰি।

সংগীতৰ বিবিধ সংজ্ঞা অৱতাৰণা কৰা আমাৰ প্ৰবন্ধৰ উদ্দেশ্য নহয়, মাত্ৰ শুৱালকুছিত সংগীত চৰ্চাৰ ক্ৰমবিকাশৰ আভাস এটাহে দাঙি ধৰা হ'ব। শুৱালকুছি গাওঁৰ ঐতিহ্য মহান। ইয়াৰ বুৰঞ্জী প্ৰত্নতাত্বিক সকলৰ বিচাৰৰ বস্তু। মন কৰিলে বুজা যায় যে এই গাওঁৰ নামৰ লগতো যেন সংগীতৰ এটা প্ৰলেপ যঁহা আছে।

শুৱালকুছি দুটা দিশত বৰ চহকী। তাৰে এটা বেহা-বাণিজ্য, আনটো সত্ৰ-ধৰ্ম। শুৱালকুছিৰ বাণিজ্য চলিছিল নাৱেৰে। "কিহেৰে সজালি বণিজৰে নাও..." কথাষাৰত লোকগীতৰ সুৰৰ প্ৰলেপ আছে। সত্ৰবোৰ শংকৰী যুগৰ ধৰ্ম-সংস্কৃতি, সাহিত্য-কলা চৰ্চা আৰু বিচাৰালয়ৰ শাশ্বত সাক্ষী। শুৱালকুছিত অৱস্থিত সত্ৰবোৰৰ গণ্ডীৰ ভিতৰত এক সংগীতৰ চৰ্চা চলিছিল আৰু সেয়াই আছিল সত্ৰীয়া সংগীত। সত্ৰীয়া সংগীতবোৰৰ কৌশলী প্ৰশিক্ষণ হোৱাৰ পূৰ্বে লোকগীতৰ প্ৰচলন এই শুৱালকুছিত আছিল। টোকাৰী গীত, দেহ-বিচাৰৰ গীতত শুৱালকুছি পিছপৰা নহয়, তাৰ সাক্ষী গুৱাহাটীৰ আকাশবাণীৰ থেৰ আৰু চাৰিবে সজ্জিত ঘৰৰ ইতিহাসৰ বুকুত সোমাই আছে। দুয়োটি চকু নষ্ট হোৱা অন্ধ ৺মণিৰামে টোকাৰীত দেহবিচাৰৰ গীত তুলি গাওঁৰ বাটে-ঘাটে গাই ফুৰিছিল। আমি ব' লাগি শুনিছিলোঁ। তেওঁৰ গীতে অনুভূতিশীল বয়সীয়াল কত লোকৰ চকুৰ পানী নিগৰাই আনিছিল আজি তাৰ সংখ্যা কোনে দিব? প্ৰাচীন এই গাওঁখনিত লোকগীতৰ পৰম্পৰা নিশ্চয় পুৰণি। এতিয়াৰ বৈষ্ণৱ ধৰ্মপ্ৰধান গাওঁখনিত অৱস্থিত সিদ্ধেশ্বৰ দেৱালয়, পুব আৰু উত্তৰ দিশত অৱস্থিত গণেশ (গণেহ) দেৱালয়বোৰে গাওঁখনিৰ বিগত ঐতিহ্য-ৰাশি বহন কৰি আছে। তাৰে পৰিপ্ৰেক্ষিতত আই-নাম, ধাই-নাম, গোসাঁনীৰ নাম ইত্যাদিবোৰৰ প্ৰচলন বুৰঞ্জীয়ে কব। গাওঁখনৰ এটা অঞ্চলত প্ৰচলিত "চৰাই-ৰৰত" অনুষ্ঠানে পুৰণা প্ৰচলিত গীতৰ কথা সোঁৰৰাই আছে।

সাহিত্যৰ বুৰঞ্জীৰ মাপ-কাঠীৰে নিৰ্ণয় কৰা নিৰ্ঘন্টত গুৱালকুছিৰ নাম চিৰ বিদ্যমান। কাৰণ লোকগীত, বৰগীত, আধুনিক গীত আৰু বৰ্তমানৰ গীত-মাতৰ কেউটি দিশৰ সাঙোৰ ইয়াত আছে। আমাৰ প্ৰশ্ন হ'ল পাহৰণিয়ে গিলি পেলোৱা স্মৃতিৰ গৰ্ভত গুৱালকুছিত সঙ্গীতৰ অঁাত বিচৰা সহজ নহয় যদিও বৈষ্ণৱ যুগ গড়কাৰ পাছত সত্ৰানুষ্ঠান বোৰক এক মাইলৰ খুটি বুলি ধৰি লব পাৰি। গুৱালকুছিৰ মাজত অৱস্থিত "সৰু সত্ৰ" খনতেই প্ৰথমে অংকীয়া নাটৰ আখৰা মুকলি কৰিছিল বুলি শুনা যায়। সত্ৰৰ নিত্য নৈমিত্তিক অনুষ্ঠান-বোৰৰ মাজত চৈধ্যটি প্ৰসংগৰ লগত সংগীত বৰ ওতপ্ৰোতঃ-ভাৱে জড়িত। ভীমা বায়ন, উচিত গায়নৰ নাট আৰু সংগীতৰ অৱদান গুৱালকুছিত অনেক। এই দুজনা ব্যক্তিয়েই গুৱালকুছিৰ কিছু বছা বছা শিল্পীক গীতৰ সুৰ, তাল, মান শিকাই গাওঁত অংকীয়া নাটৰ পৰিবেশ তৈয়াৰ কৰে শতাব্দীৰ আগতেই। বৰ্তমানেও সেই গীত-নাটৰ চৰ্চা চলি আছে। অনুষ্ঠানো এটি এটিকৈ কেইবাটাও তৈয়াৰ হ'ল।

১৮৩৬ চনৰ পৰা অসমৰ আন কোনো কোনো বস্তৰ দৰে গুৱালকুছিতো বঙলুৱা গীতৰ আবিৰ্ভাৱ হ'ল। বংগৰ সংকীৰ্তন আদিয়ে নহয়, যাত্ৰা পাৰ্টিৰ গীততো বঙলা গীতেই সোমাল। উল্লেখযোগ্য যে বঙলা গীতনাটে স্থানীয় লোকক ৰাৰুকৈয়ে আঘাত দিছিল আৰু অসমীয়াৰৈ ভাঙনি কৰি হলেও দেখুৱাবলৈ বাধ্য হল। ফলত অসমীয়া আধুনিক গীত সৃষ্টিৰ বাতাবৰণ এটাৰ গাৰত অঙ্কুৰ হল। উল্লেখযোগ্য যে কামাখ্যাৰ পৰা অহা এজন চিলেটিয়া সন্ন্যাসীয়ে গাওঁৰ পূব পিনে থকা মাটি পৰ্বতক কেন্দ্ৰ কৰি এটি সংকীৰ্তনীয়া দল গঠন কৰে। বৰ্তমান গাওঁৰ বয়োজ্যেষ্ঠ শ্ৰীপীতাম্বৰ কবিৰাজে সেই সংকীৰ্তনৰ দোহা বৰ্তমানেও কণ্ঠস্থ কৰি ৰাখিছে। কামাখ্যাৰ পৰা অহা সন্ন্যাসীৰ দ্বাৰাই চৈতন্যীয়া সংকীৰ্তন গুৱালকুছিত বিস্তাৰ হোৱাত বঙলুৱা সংকীৰ্তন-বোৰ পৰিবেশন কৰাৰ লগতে এক আধুনিক বাদ্যযন্ত্ৰৰ আমদানীও গুৱালকুছিত হল।

স্বনামধন্য ৺দণ্ডিনাথ ওস্তাদ আছিল হাৰমনিয়াম যন্ত্ৰ ব্যৱহাৰৰ প্ৰথম ওস্তাদ। তেতিয়াৰ কলেজিয়েট হাইস্কুলৰ ছাত্ৰ ৺দণ্ডিৰাম বৈশ্য সাউদে এজন সন্ন্যাসীক ঘৰত ৰাখি সৰ্বভাৰতীয় সঙ্গীত অধ্যয়ন কৰি, কম সময়ৰ ভিতৰতে হাৰমনিয়াম আৰু তবলাত পাৰদৰ্শিতা লাভ কৰে।

এইখিনিতে উল্লেখনীয় যে এই সত্ৰীয়া সংস্কৃতিৰ সম্পূৰ্ণ প্ৰভাৱ থাকোতেই ঈশ্বৰ ডেকাবাপু সত্ৰৰ ৺ৰামনাথ মহন্তই চৈতন্য ধৰ্মৰ ধুৱা ভাওনা বা বড়াগানা গোৱালপাৰা জিলাৰ কোনো স্থানত শিকি আহি নতুন সংস্কৃতি এটাৰ পোহাৰ মেলে। লগে লগে সেই সময়ত শ্ৰীচৈতন্য কীৰ্তন গোৱা কেইটিমান মণিপুৰী দলে ইয়াত ব্যৱসায়িক ভিত্তিত গীত-নৃত্য-বাদ্যৰ জৰীয়তে ভিন্নসুৰী ৰসৰ আভাস দিয়ে।

গুৱালকুছিৰ সঙ্গীত ক্ষেত্ৰত পৰিণত হোৱা আন এটি দিশ হল ইয়াত যাত্ৰা পাৰ্টিৰ নাট্য আন্দোলন। এই আন্দোলন কুৰি শতিকাৰ প্ৰথম খণ্ডত আহি পৰে। লগে লগে হাৰমোনিয়াম, তবলা, ক্লেৰোনেট, ঢোলক, কৰ্ণেট, ঝাঁজ, ড্ৰাম, চা-ড্ৰাম, খুটিতাল ইত্যাদিৰ প্ৰচলন হয়। এই দিশত কামাখ্যাৰ ৺ৰামনাথ দাস ওস্তাদৰ ৰবঙণি উল্লেখযোগ্য। তেখেতৰ অনেক ছাত্ৰই ধ্ৰুপদ, মধ্যালয়, সুৰফাঁক, ত্ৰি-তাল, চৌ-তাল, কাপ-তাল প্ৰভৃতি তালত আৰু শাস্ত্ৰীয় ৰাগ-ৰাগিনী অধ্যয়ন কৰাটো মনকৰিবলগীয়া আছিল।

ইয়াৰ পিচতে আহি পৰে 'ৰেডিঅ'-গ্ৰামফোন' যন্ত্ৰ-সংগীতৰ যুগ। সুখৰ বিষয় এই যন্ত্ৰৰ মাধ্যমত স্থানীয় জনচেৰেক শিল্পীয়ে সুখ্যাতি অৰ্জন কৰিছে। উল্লেখযোগ্য যে ১৯৪৯ চনৰে পৰা অল ইণ্ডিয়া ৰেডিঅ'ৰ লগত স্থানীয় শিল্পীসকলৰ যোগদান পৰিলক্ষিত হয়। এই অনুষ্ঠানত পোনপ্ৰথমে এই প্ৰৱন্ধ লেখকে ১৯৬৪ চনলৈ যোগদান কৰি থাকে; আধুনিক বা লঘু সংগীতত। টোকাৰী গীতত ৺মণিৰাম বৈশ্য সাউদে অৰিহণা যোগাইছিল। বৰগীতত স্বনামধন্য ওজাশিল্পী শ্ৰীযুত গন্ধৰাম বায়নদেৱ আৰু মহিলা শিল্পী কনকলতা দাসে বৰ্তমানলৈ অৱদান দি আছে। উল্লেখযোগ্য যে বায়নদেৱৰ পৰিচালনাত দুখন অংকীয়া



নাট পৰিবেশনো কৰা হৈছিল; প্ৰথম "অৰ্জুন-ভঞ্জন" আৰু দ্বিতীয় "পাৰিজাত-হৰণ" নাট। লোকগীতত শ্ৰীডিম্বেশ্বৰ ডেকা, পৰমানন্দ দাস আদিয়ে সুনাম ৰাখি আছে। যান্ত্ৰিক আৰু বাদক হিচাপে শ্ৰীলোকনাথ বৈশ্য, পৰেশ চন্দ্ৰ কাকতি, প্ৰফুল্ল ভৰালী (গায়ক হিচাপেও) সকলোৰে সমাদৃত।

গুৱালকুছিত বিশেষ ভাৱে মনকৰিবলগীয়া এই যে কৰ্মব্যস্ততাৰ মাজেৰে শোৱাপাটীলৈ যোৱালৈকে মানুহৰ কামৰ মাজতে সংগীতৰ মুৰ্ছনা এটা ভাহি থাকে—হয় বৰগীত নহয় লঘুগীত; বয়সস্থসকলে পুৱাৰ বৰগীতেৰে পাটীতে নাতী-বোৱাৰীক জগাই তোলে। বৰগীত, গুণমালা, ভটিমা বয়সস্থ পুৰুষ-মহিলা সকলোৰে আংশিক হলেও জানে।

# গুৱালকুছিৰ ভৌগোলিক অৱস্থিতি

স্বাতী ভিক্ষু

গুৱালকুছি গাওঁখন বুৰঞ্জীয়ে গবকা। ইয়াৰ গাত প্ৰাচীন ইতিহাসৰ এটি ঢৌ লাগি আছে। নানা কাৰণত হয়তো এই ঢৌ চঞ্চল নহয়, শৰতকালৰ নদীৰ সোঁতৰ দৰে এই গাওঁৰ ইতিহাসৰ সোঁত লোকচক্ষুৰ আঁৰে আঁৰে বৈ আছে। বুৰঞ্জীৰ পাত লুটিয়ালে ইয়াৰ সাক্ষীৰূপে বহুখিলা পাত ওলাই পৰিব।

গুৱালকুছি নামটো আধুনিক। সময়ৰ আঁচোৰত গুৱালকুছি শব্দৰ বৰ্ণ আৰু ধ্বনিৰ পৰিবৰ্তন হৈ বৰ্তমানৰ ৰূপ প্ৰকাশ হৈছে। প্ৰাচীন, প্ৰাচীন আৰু আধুনিক আধুনিক; গুৱালকুছিৰ প্ৰাচীন নাম যিয়েই নাথাকক বৰ্তমান গুৱালকুছি নামৰ ধ্বনিত গুৱালকুছিৰ লোক-মানসৰ মধুৰ ধ্বনি-প্ৰিয়তা আৰু সৌন্দৰ্য্য প্ৰিয়তাৰ ৰঙে ৰহন সানিছে। গাওঁখনৰ লোকৰ দৈহিক গঢ় পৰিচ্ছন্ন ৰহন-সহন, পৰিষ্কাৰ ৰুচিকৰ সাজ-পোছাক, পোন পোন আলি-পদূলি সহ গাওঁখনৰ পত্তনে 'গুৱালকুছি' নামটোকে সাৰ্থক কৰিছে।

গুৱালকুছি গুৱাহাটীৰ পৰা ১৪ মাইল মান পশ্চিমত। ইয়াৰ অৱস্থিতি বিশাল ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে। ই দীঘলে ৬ মাইলৰ অধিক আৰু ইয়াৰ প্ৰস্থ উত্তৰা-দক্ষিণাকৈ প্ৰায় ২।৩ মাইল হব। গাওঁখনৰ বিভিন্ন বৃত্তিৰ জন সংখ্যা ২৮ হাজাৰৰ কম নহব। জন-বসতি বৰ ঘন। এনে ঘন বসতিৰ গাওঁ পৃথিৱীত আছে নাছে সন্দেহ। গাওঁখনৰ ঘৰ বোৰ শাৰী শাৰীকৈ কঠালৰ কোঁহৰ দৰে মনোৰমকৈ সজোৱা।

জন-শ্ৰুতি, পুৰাণ আৰু কিছু ইতিহাসৰ পৰা অনুমান কৰিব পাৰি যে, গাওঁখন পুৰাকালত বৰ্তমান নীলাচলৰ লগত সংযোজিত আছিল। গাওঁখনৰ উত্তৰ-পূৰ্ব দিশেৰে ব্ৰহ্মপুত্ৰই হাজো স্পৰ্শ কৰি ধাৱমান হৈছিল। পুৰাণ-ইতিহাসৰ পাত নুলুটিয়াই জন-শ্ৰুতিৰ কথা নুশুনি এটা সাধাৰণ কথাৰে প্ৰমাণ কৰিব পাৰি যে প্ৰাচীন কালত ব্ৰহ্মপুত্ৰ গুৱালকুছিৰ উত্তৰ-পূৱেৰে বৈ গৈছিল। কিছু বছৰ আগতে অৰ্থাৎ ১৯৪২ চন মানলৈ গুৱালকুছিৰ পশ্চিমে সিদ্ধেশ্বৰ পাহাৰ বুলি ৰচনাত লিখিছিলোঁ। সেইমতে শিক্ষকেও আমাক নম্বৰ দিছিল। পৰ্য্যবেক্ষণ কৰিলে দেখা যায় যে সিদ্ধেশ্বৰ পাহাৰৰ দক্ষিণফালে সিদ্ধেশ্বৰ মন্দিৰলৈ উঠি যোৱা চিৰিটো ডাঙৰ ডাঙৰ শিলেৰে সজোৱা। অথচ পূৱত জন বহুল গাওঁখন আগতলৈ মন্দিৰলৈ যোৱা বাটটো কেচা, তাত কোনো ধৰণৰ শিল বা ইটা পাৰি দিয়া হোৱা নাই। সিদ্ধেশ্বৰ মন্দিৰৰ দক্ষিণৰ বাটটো এতিয়াহে মুকলি হৈছে; কিন্তু অলপ দিন আগলৈ ই হাবি জংগলময় হৈ আছিল। ইয়াৰ পৰা সহজে অনুমান কৰিব পাৰি যে পুৰাকালত সিদ্ধেশ্বৰ মন্দিৰ আৰু পাহাৰ গুৱালকুছিৰ উত্তৰে আছিল। অৰ্থাৎ গুৱালকুছি গাওঁখন সিদ্ধেশ্বৰৰ দক্ষিণত আছিল। সিদ্ধেশ্বৰ পাহাৰ পোন কৰি এতিয়া যত ব্ৰহ্মপুত্ৰ আৰু তাৰ চাপৰি আছে তাত হেনো বহু কেইখন গাওঁ আছিল। এই আটাইখিনি কথা ৺কান্তিৰাম মেধি দেৱৰ মুখৰ পৰা শুনা হৈছিল। কথাখিনি কিন্তু প্ৰণিধান যোগ্য।

বৰ্তমান গুৱালকুছিৰ পূৱত ঘাটিয়া পাহাৰ। পাহাৰ-



খন সৰু; কিন্তু সৰু সৰু শিলেৰে ভৰপূৰ। ব্ৰহ্মপুত্ৰই কঢ়িয়াই লৈ অহা আটাইখিনি প্ৰবল সোঁতৰ হেচা এইখন পাহাৰতে পৰে। খৰালি কালত পাহাৰখনৰ তলত নদীৰ বুকুত থিৰি থকা শিলবোৰৰ পৰা এই কথা সহজে অনুমান কৰিব পাৰি। এই পাহাৰখনেই যেন দুবাহু মেলি বুকু ফিন্দাই মহাবাহু ব্ৰহ্মপুত্ৰক পৰাস্ত কৰি পৱিত্ৰ গাওঁ গুৱালকুছিক ৰক্ষা কৰি আছে। অৱশ্যে প্ৰৱল গৰা-খহনীয়াৰ পৰা পলাশবাৰীক ৰক্ষা কৰিবলৈ অপৰিপক্ক ইঞ্জিনিয়াৰৰ পৰামৰ্শক্ৰমে লুইতৰ পানী স্পৰ্শ কৰি থকা ঘাটিয়া পাহাৰৰ মনোৰম আগভাগ নিষ্ঠুৰভাৱে ভাঙি পেলোৱা হ'ল। কিন্তু পলাশবাৰীক ৰক্ষা কৰিব পৰা নগল, বিপৰীতে ঘাটিয়াৰ পাকৰ সোঁতে সুকুণ্ডা পোৱাত শ্ৰীগণেশ মন্দিৰকে আৰম্ভ কৰি বামুণপাৰা, কৈৱৰ্ত্তপাৰা, কুমাৰপাৰা আদি ঠাইৰ বিশাল অঞ্চল এটা ব্ৰহ্মপুত্ৰই বুকুত সামৰি ললে। ঘাটিয়া পাহাৰৰ পৰা আৰম্ভ কৰি পূবলৈ অনন্ত পাহাৰ নামক মনোৰম পাহাৰৰ দৃশ্য দেখা যায়। ইয়াৰ ওচৰতে ব্ৰহ্মপুত্ৰৰ মাজত ৰাক্ষসী পাহাৰ। ঘাটিয়া পাহাৰৰ পৰা বৰ্তমান শৰাইঘাট দলং আৰু সুদূৰৰ কামাখ্যা দেৱীৰ নিবাস স্থান নীলাচল পাহাৰৰ দৃশ্য অতিকে মনোৰম।

আগতে উল্লেখ কৰা হ'ল—গাওঁখনৰ দক্ষিণ ফালেৰে মহাবাহু ব্ৰহ্মপুত্ৰ বৈ গৈছে। গাওঁৰ বয়বৃদ্ধ লোকে কোৱা শুনা যায় যে, কিছুকাল আগেয়ে গাওঁৰ কাষেৰে কোম্পানীৰ জাহাজ অহা-যোৱা কৰিছিল। অসমৰ ব্ৰহ্মপুত্ৰ-সভ্যতা-সংস্কৃতিয়ে এই গাওঁখনকো স্পৰ্শ কৰিছে। গাওঁখনৰ বাণিজ্যিক দিশত ব্ৰহ্মপুত্ৰৰ অৱদান উল্লেখনীয়। ব্ৰহ্মপুত্ৰৰে যাতায়তৰ সুচল কাৰণেই গুৱালকুছিৰ লোকে এসময়ত বণিজ কৰিছিল। বণিজৰ কাৰণে বৰ বৰ হোলোং নাওঁ সাজি লৈছিল। সৰিয়হৰ বেপাৰৰ কাৰণে হোলোং নাওঁ লৈ ৬ মাহৰ কাৰণে শিৱসাগৰৰ মাজুলীলৈ ব্ৰহ্মপুত্ৰৰ বুকুৰে ডাৱ আৰু যাতিবাহৰ সলসলীয়া পোন মনোহৰ লগী মাৰি উজাই গৈছিল আৰু লখিমীক আদৰি গাওঁলৈ উলটি আহি লখিমীক গাওঁত থাপিছিল। মাজু নাও লৈ বৰনদী আদিৰে দৰং জিলালৈ গৈছিল। সেই একেদৰে লখিমী কোচাই আনি গুৱালকুছিক লখিমীৰ বসতি স্থানত পৰিণত কৰিছিল। ইয়াৰ চাহিদাতে গাওঁত বাটৈ-সূতাৰৰ জন্ম হৈছিল। গাওঁখন ধনে-ধানে নদন-বদন হৈছিল, মানুহবোৰ সুখী হৈছিল। মানুহবোৰে নিজৰ নাওঁ বা পাইকাৰী নাওঁৰে গুৱাহাটী, পলাশবাৰী আদি ঠাইলৈ যাতায়ত কৰিছিল। এইদৰে বিভিন্ন ঠাইৰ লোক-সমাজৰ সংস্পৰ্শলৈ আহি গুৱালকুছিৰ লোকৰ মন-প্ৰাণ শক্তিশালী-প্ৰশস্ত-প্ৰসন্ন হৈছিল। ইয়াৰ ব্যৱসায়ী গোষ্ঠীয়ে নাওৰে বিশাল ব্ৰহ্মপুত্ৰ পাৰ হৈ গাড়ী-মটৰ আৰু ট্ৰেনেৰে সুদূৰ শিৱসাগৰ আৰু গাৰো পাহাৰলৈ মুগা কিনিবলৈ গৈছিল। এই মুগাবোৰ কোনোৱে ৰেলগাড়ী বা মটৰেৰে পলাশবাৰীলৈ আনি তাৰ পৰা নাও বোজাই দি গুৱালকুছিলৈ আনিছিল। কিছুৱে আকৌ বাহেৰে প্ৰকাণ্ড মাৰ বান্ধি তাতে মুগাৰ বস্তাবোৰ লৈ ব্ৰহ্মপুত্ৰৰ কোবাল সোঁতত পাৰি দি গুৱালকুছিত উঠিছিল। এইদৰে মৰণত শৰণ দি গুৱালকুছিৰ লোকে গাওঁখনক শিল্পময় আৰু আঢ্যৱন্ত কৰি গঢ়ি তুলিছিল। আৰু অলপ বাস্তৱতালৈ নামি গৈ চালে গুৱালকুছিৰ লোকৰ সাংসাৰিক জীৱনত ত্যাগ, সাহস আৰু কষ্ট-সহিষ্ণুতাৰ মনোৰম চানেকি পোৱা যায়। এই ক্ষেত্ৰত ব্ৰহ্মপুত্ৰৰ অৱদান চমৎকৃত। গুৱালকুছি গাওঁৰ সমাজে ঘৰুৱা জীৱন স্বচ্ছল কৰাতো বহুখিনি সহায় ব্ৰহ্মপুত্ৰৰ পৰা পাইছে। বাৰিষা নাওৰে কোবাল সোঁতত নাও মেলি দি ব্ৰহ্মপুত্ৰৰ বুকুৰ পৰা ডকা-চাকনৈয়াকো কেৰেপ নকৰা থৰি আৰু বৰ বৰ গছ একোডাল ৰচিৰে নাওৰ 'বাৰ'ত বান্ধি থৰিৰে বোজাই চপচপীয়া নাও একোখন যেনেদৰে লৈ আহে ভাবিলে মূৰ আচন্দ্ৰাই কৰি আনে। এইদৰে খৰি ধৰিবলৈ যাওঁতে গাওঁৰ কিমান জনে যে প্ৰাণ হেৰুৱাইছিল দেখোতাইহে লেখিছে। গাওঁৰ শক্তিমন্ত ডেকা-লৰাই, বুঢ়া-বেথাই নাওঁৰে ব্ৰহ্মপুত্ৰৰ বুকুৰ পৰা ইলিচ মাছ মাৰি আনিছিল। মাছৰ জাউৰি আহিলে নাৰ, ভেঙেনা, বৰলিয়া, গতু আদি মাছ মাৰি আনি সুখেৰে খাই আৰু ৰাইজক খুৱাই

স্বাস্থ্য নিপোটল কৰিছিল।

এই আটাইবোৰৰ উপৰিও গুৰুত্বপূর্ণ কথা হল—গাওঁথনৰ পূৱ আৰু দক্ষিণেৰে বৈ যোৱাত ব্ৰহ্মপুত্ৰই গাওঁথনৰ জলবায়ু অতি স্বাস্থ্যকৰ কৰি তুলিছে। গাওঁথনত অনবৰতে যে মলয়া বতাহে বা দি থাকে। গৰম লাগিলে গাওঁৰ ডেকা-লৰাই নদীৰ মুকলি চাপৰিলৈ ওলাই গৈ গাত জুৰ লৈ শক্তি অটুট ৰাখে। সাগৰীয় জলবায়ুৰ প্ৰভাৱতে সম্ভৱ সমগ্ৰ গাওঁথনতে নাৰিকলৰ গছ প্ৰচুৰ পৰিমাণে হৈছে। সিদ্ধেশ্বৰ পাহাৰৰ পৰা পূবলৈ চাই পঠিয়ালে সমগ্ৰ গাওঁথনকে এখন নাৰিকলৰ বাগান যেন লাগে আৰু দক্ষিণৰ নাৰিকল গছেৰে ভৰপূৰ কেৰেলা ৰাজ্যৰ কথা সোঁৱৰাই দিয়ে। গুৰুসকলৰ তিথিত বা আন সময়ত একোবাতি মুগৰ গাজি আৰু একোটা নাৰিকল চোবাই নজৰ দেহ আৰু মস্তিষ্ক সবল কৰি ৰাখিছিল।

গুৱালকুছিৰ উত্তৰে বিস্তৃত জলাশয় আছিল। আমি জনাৰে গুৱালকুছিৰ উত্তৰে সৰুথাবা আৰু বৰথাবা। সেই অঞ্চলত কোনো কোনো লোকে খেতি আদিও কৰিছিল। সৰুথাবা, বৰথাবা মাছৰ ৰাজ্য আছিল। তাৰ পৰা মানুহে অনবৰতে মাছ মাৰি আনিছিল। এই ঠাই পাৰ হৈয়েই বংশৰ গাওঁ। বংশৰৰ কৃষিজীৱি লোকৰ পৰা গুৱালকুছিৰ লোকে এসময়ত আৰু এতিয়ালৈ ধান-মাহ, সৰিয়হ, তিল, মিঠাই, চাউল আদি লাগতিয়াল বস্তু খৰিদ কৰি লৈছিল।

গুৱালকুছিৰ পশ্চিমত ৰাঘেশ্বৰী পাহাৰ, বাথান গাওঁ আৰু কিছু উত্তৰলৈ বৰবাৰী পাহাৰ আৰু বৰবিল। এই পাহাৰৰ পৰা গাওঁৰ লোকে খৰি-কাঠ আদি সংগ্ৰহ কৰিছিল। বিশেষকৈ বৰবাৰী পাহাৰ নানাবিধ বাহ— আছিল। জাতি, ভলুকা কটা আদি বাহেৰে ভৰপূৰ আছিল। গাওঁৰ লোকে তাৰপৰা বাহ আদি কাটি ঘৰৰ কামত আৰু আন কামত লগাইছিল। ভাৱে ভাৱে কটা বাহৰ শাই কাটি লতা জাতীয় টিয়হ, নিলাজী, ভোল, জিকা আদিত দি খেতি কৰিছিল। কিছু বছৰ আগলৈকে প্ৰতিঘৰৰ সমুখে সমুখে জিকা-ভোল-নিলাজী মোক খা-মোক খাকৈ ওলমি আছিল। এতিয়া এই দৃশ্য অদৃশ্য হৈ গ'ল। বৰবিলৰ পৰা মানুহে বাহেৰে সজা পল', জিলিকি, নানা ধৰণৰ লাঙি আৰু আচৰা জালেৰে হালধীয়া বুকুৰ বুঢ়া কাৰৈ শ'ল, চেনাল, বুঢ়া ৰবালী খালৈ ভৰাই ভাৰ বান্ধি আনিছিল। এই মাছেৰে ৰন্ধা বগৰি টেঙাৰ আঞ্জা আৰু মাটি মাহৰ দালিৰ আঞ্জাৰে খোৱা মাঘী-পন্তাৰ সোৱাদ আমি এতিয়াও পাহৰা নাই। আজিৰ ডেকা-গাভৰুৱে এইবোৰৰ সোৱাদ নাপালে।

গুৱালকুছি গাওঁৰ তিনিফালে থকা পাহাৰবোৰ বাঘ-ৰৰা-পহুৰে ভৰা আছিল। গাওঁথনৰ লোকক বাঘে সঘনে সন্ত্ৰস্ত কৰি ৰাখিছিল। সেইদৰে বনৰীয়া ৰৰাই অত্যাচাৰ কৰি দাঁতেৰে মানুহ খুচি মৰাও শুনা গৈছিল। মানুহে নানাবুদ্ধিৰে পাহাৰৰ পৰা নানা জাতৰ পহু মাৰি আনি সঘনে খাইছিল। কেতিয়াবা আকৌ ব্ৰহ্মপুত্ৰ পাৰ হৈ সুদুৰ চকৰদৈ পাহাৰৰ পৰা বনৰীয়া হাতী আহি মানুহ খিনিক জুলুম কৰিছিল।

এতিয়া গাওঁথনৰ জন-সংখ্যা বৃদ্ধি হৈ পৰ্বত-পাহাৰ, খাল-বিলো বসতিপূৰ্ণ হ'ল। হাবি-জংগল নাইকিয়া হ'ল। গুৱালকুছিৰ চতুৰ্দিকে থকা বিভিন্ন গাওঁৰ পৰা যাতায়তৰ সুচল হ'ল। মানুহৰ সমাগমত বনৰীয়া জীৱ-জন্তু অন্তৰ্দ্ধান হোৱা যেন হ'ল। তথাপি ইয়াৰ সুবিস্তৃত পাহাৰ অঞ্চল আৰু মুকলি সমতল অঞ্চল সামৰি চৰকাৰে গুৱালকুছিৰ প্ৰসিদ্ধ পাট-শিল্পটোৰ উন্নতিকল্পে পৰিকল্পনা হাতত লব লাগে। বিশেষকৈ মুগা শিল্পৰ উন্নতিৰ কাৰণে স্থায়ী আৰু স্থানীয় ব্যৱস্থা কৰিলে গাওঁথনৰ লোক উপকৃত হব। এই কাৰ্য্যৰ কাৰণে পাহাৰ অঞ্চলত মুগাৰ কাৰণে উপযোগী গছ আদি ৰোপণৰ ব্যৱস্থা চৰকাৰে অতি শীঘ্ৰে হাতত লোৱা উচিত। শুনামতে অসমৰ মুগা হেনো বিভিন্ন কামৰ কাৰণে এতিয়া বাহিৰলৈ চালান হয়। এই-টোও শুনা যায় যে বাহিৰা লোকে মুগাতকৈ বেচি দাম দি ধোহা কিনে। গতিকে মুগা পোহা লোকে মুগা বোৰ ধোহা কৰি বিদেশী লোকৰ ওচৰত বেচে। গতিকে স্থানীয় ভাৱে ইয়াৰ উৎপাদনৰ ব্যৱস্থা নহলে এদিন হয়তো মুগা-শিল্পটো



লোপ হৈ যাব।

আমাৰ আশা—চৰকাৰে যদি মুগা-পাট শিল্পৰ উন্নতি কল্পে পূৰ্ণ হতীয়া প্ৰচেষ্টা হাতত লয় তেন্তে গুৱালকুছি গাওঁৰ পাহাৰ অঞ্চল গছ-গছনিৰে পুণৰবাৰ সেউজীয়া হৈ উঠিব আৰু ইয়ে গুৱালকুছিৰ ভৌগোলিক অৱস্থিতিও গুৰুত্বপূৰ্ণ কৰি তুলিব।

বৰ্তমান ই উন্নত গাওঁ হলেও ভৌগোলিক অৱস্থানত আওহতীয়া যেন হৈ পৰিল। কোনো এটা অঞ্চলজুৰি ই কেন্দ্ৰস্থল যেন হৈ উঠিব নোৱাৰিলে। এইটো কাৰণতে সম্ভৱ আশা কৰা মতে গুৱালকুছিয়ে ভূগোলৰ মানচিত্ৰত দোপত দোপে গুৰুত্বপূৰ্ণ স্থান অধিকাৰ কৰিব নোৱাৰিলে। তথাপি ফেৰী বা নাওৰে পলাশবাৰী অঞ্চলৰ লগত যোগাযোগ ৰক্ষা কৰি আছে। মাজতে গুৱাহাটীৰ পৰা গুৱালকুছিলৈ জাহাজ চলিছিল যদিও এতিয়া বন্ধ হৈছে। ইয়াৰ মুল কাৰণ গাওঁথনত এনে এটি ব্যৱসায়ী গোষ্ঠী গঢ়ি উঠা নাই যিটো উদ্যোগৰ কাৰণে জাহাজৰ প্ৰয়োজন হব পাৰে। ইয়াৰ কাৰণে কোনো উৎসাহী ডেকাই মন-কাণ দিলে সুখৰ কথা হব। এতিয়া মটৰ পৰিবহনে গুৰুত্ব লাভ কৰিছে। গুৱাহাটীৰ পৰা উত্তৰ পাৰেৰে দদৰা, শিঙি-মাৰী বংশৰ আদি গাওঁৰ মাজেৰে পৰিবহন ব্যৱস্থা হোৱাত ভাবিব নোৱাৰা কষ্টৰ মাজেৰে মানুহে মটৰেৰে অহা-যোৱা কৰি আছে।

১৯৭৯ চনৰ মাঘ মাহৰ এক শুভক্ষণত (৯, ১০, ১১ ফেব্ৰুৱাৰী) গুৱালকুছিত অসম সাহিত্য সভাৰ ৪৬তম অধিবেশন অনুষ্ঠিত হোৱাত গুৱালকুছি-বংশৰ-শিঙিমাৰীৰ কেই কিলোমিটাৰ মান ৰাস্তাই স্বাধীনতাৰ সুদীৰ্ঘ ৩০ বছৰৰ মূৰত যেন ৰাজনৈতিক শাপ-মুক্তি লাভ কৰিলে। এই খিনিতে উল্লেখ কৰাটো উচিত হব যে, অসম চৰকাৰে যেন সাহিত্য সভাৰ অধিবেশনৰ পৰাই গুৱাহাটীৰ পৰা গুৱালকুছিলৈ অসম পৰিবহন নিগমৰ বাছ স্থায়ীভাৱে চলাচলৰ ব্যৱস্থা কৰি গাওঁথনৰ যাতায়তৰ পথ সুগম কৰাৰ লগতে ব্যৱসায় বাণিজ্যৰ ক্ষেত্ৰতো আগবঢ়াই নি সমগ্ৰ অঞ্চলটোৰে সামূহিক অগ্ৰগতিত সহায় কৰে—জন-গণৰ মঙ্গল সাধন কৰে।

# দধি-সত্ৰৰ আঁতি-গুৰি

চিত্ৰ মহন্ত

ভাৰতবৰ্ষ মন্দিৰ ভূমি। ক'বলৈ গ'লে উত্তৰ আৰু দক্ষিণ ভাৰতৰ এই মন্দিৰ সমূহেই ভাৰতীয় সাংস্কৃতিক সুঁতিটোক একত্ৰিত কৰি ৰাখিছে। কিন্তু অসমৰ সংস্কৃতিৰ ক্ষেত্ৰত ইয়াৰ কিছু তাৰতম্য আছে। অসমৰ মন্দিৰসমূহে অসমক সৰ্বভাৰতীয় সুঁতিটোৰ লগতহে একত্ৰ কৰি ৰাখিছে যদিও অসমীয়া সংস্কৃতিৰ প্ৰতীক আমাৰ সত্ৰসমূহহে। শ শ বছৰ ধৰি এই সত্ৰসমূহে অসমীয়া সংস্কৃতিৰ ধাৰ্মিক দিশটোকেই কেৱল পৰিপুষ্ট কৰা নাই, বৰঞ্চ অসমীয়া সমাজ-সাহিত্য, গীত-বাদ্য, নাট-অভিনয় সকলো দিশকে বিকশিত হোৱাত অৰিহণা যোগাই আহিছে।

শ্ৰীমন্ত শংকৰদেৱৰ জীৱিত কালছোৱাত বাস্তৱিকতে ধৰ্মৰ নীতি নিৰ্ধাৰণ বা প্ৰচাৰৰ দিশটোহে উজ্জলতৰ কৰা হৈছিল, কিন্তু মহাপুৰুষীয়া ভাগৱতী বৈষ্ণৱ ধৰ্মক প্ৰকৃতপক্ষে এক গণ-ধৰ্ম হিচাপে ৰূপ দিয়ে মহাপুৰুষ মাধৱদেৱে। অসম দেশৰ পূবে-পশ্চিমে সকলো দিশকে বৈষ্ণৱ-সত্ৰৰ প্লাৱনেৰে প্লাৱিত কৰাৰ উদ্দেশ্যে মাধৱদেৱে ঠায়ে ঠায়ে সত্ৰ বা নামঘৰ নামেৰে অনুষ্ঠানবোৰ প্ৰতিষ্ঠা কৰোৱায়। লগতে প্ৰতিখন ঠাইলৈ একো একোজন লোকক ধৰ্মাচাৰ্য্য হিচাবে পঠিয়ায়। বৰপেটাত হেঙুল-হাইতেল খচিত এটি অপূৰ্ব সুন্দৰ কীৰ্ত্তন-ঘৰ নিৰ্মাণ কৰায়। এইদৰে অন্যান্য ঠাইতো কীৰ্ত্তনঘৰ সজাতে কেৱল ব্যস্ত নাথাকি, মাধৱদেৱ পুৰুষে উক্ত স্থান সমূহলৈ নিজে হৈগ হৈগ প্ৰচাৰ কাৰ্য্যৰ চোৱা-চিতাও কৰিছিল। এইদৰে এক পৰিকল্পিত আঁচনিৰে সমগ্ৰ অসমকে গণতান্ত্ৰিক বৈষ্ণৱ ধৰ্মৰ এনাজৰীৰে বান্ধি পেলাবলৈ লৈছিল। ৰাজনৈতিকভাৱে একত্ৰিত নাথাকিলেও গুৰু দুজনাই সদিয়াৰ পৰা কৰতোৱালৈকে বৃহত্তৰ অসম ৰাজ্যক সাংস্কৃতিকভাৱে একত্ৰিত কৰি পেলাইছিল।

ঠিক তেনে এটা সময়ৰে কথা। এদিন কোচবিহাৰৰ এজন ধনী আৰু সাধু ব্যৱসায়ীৰ পুত্ৰ লক্ষ্মীকান্ত হৈগছিল ধাৰ পাঁচ টকা সাধিবলৈ কৰেবাৰী গাৱঁৰ জোলাকোচৰ ঘৰলৈ। বেচেৰা জোলা কোচ! ক'ৰপৰা দিব ৰূপ পাঁচ টকা—সি যে আও দৰিদ্ৰ! জোলাই আথেবেথে আদৰ-অপ্যায়ন কৰি কাতৰভাৱে লক্ষ্মীকান্তৰ মুখলৈ নতজানু হৈ চাই থাকিল! লক্ষ্মীকান্তৰ দৰদী মন আৰু দৰদী হৈ পৰিল। জোলা কোচৰ সৰগ দেখা জুপুৰীটোলৈও এবাৰ দৃষ্টিপাত কৰিলে। তেনেতে হঠাতে পীৰালিৰ ওপৰৰ পিনে আঁৰি থোৱা এটা কাঠৰ পেৰাত তেওঁৰ দৃষ্টি নিবদ্ধ হ'ল। তেওঁ অতি জিজ্ঞাসুভাৱে জোলা কোচক সুধিলে উক্ত পেৰাটোত কি আছে বুলি। তাৰ পিছত ক্ষন্তেকতে গাটি তিয়াই লৈ আথেবেথে পৱিত্ৰভাৱে পেৰাটি আনি লক্ষ্মীকান্তৰ হাতত তুলি দিলে জোলাই। পেৰাটিৰ ভিতৰৰ সাঁচিপতীয়া শাস্ত্ৰখনিত লক্ষ্মীকান্তৰ চকু এনেকৈ নিবিষ্ট হ'ল যে



কিমান সময় কেনেকৈ পাৰ হৈ গ'ল তেওঁ তলকিবকে নোৱাৰিলে।— ভাৱবিভোৰ লক্ষ্মীকান্তই হঠাতে চকু উঠাই সম্মুখতে বহি থকা জোলা কোচৰ প্ৰতি কলে—"ককাই, ৰূপ পাঁচ টকা তোমাৰ হৈ থাকক, আৰু গ্ৰন্থখনি আমাক দিয়া হওক। আমি হাততে সৰগ পাম।" জোলাই ক'লে—"দেউতা, আমি যে হাততে সৰগ হেৰুৱাম!" তথাপি ঋণ মুক্তিৰ আকাংক্ষাত জোলাৰ মুখমণ্ডল উৎফুল্লিত হৈ উঠিছিল। নিৰক্ষৰ জোলাৰ কাৰণে গ্ৰন্থখন আছিল সেৱাৰ বস্তুহে কেৱল।

লক্ষ্মীকান্তই এইদৰে সংগ্ৰহ কৰা গ্ৰন্থ খনি আছিল মহাপুৰুষ মাধৱদেৱ বিৰচিত ৰত্নাৱলী।—এতিয়া লক্ষ্মীকান্তৰ দিন-ৰাতি কেৱল চিন্তা হ'ল ইয়াৰ ৰচক পুৰুষজনক ক'ত বিচাৰি পায়। কোনেও সঠিক ঠাইৰ কথা ক'ব নোৱাৰে যদিও এইটি সম্ভেদ দিলে যে তেওঁক পূৰ্ব-দেশৰ কোনো ঠাইত পোৱা যাব।

নিজ ঘৰ, বংশ পৰিয়াল আৰু বৃদ্ধ পিতৃৰপৰা বিদায় লৈ লক্ষ্মীকান্ত গুৰু-সন্ধানত ওলাল। বহুদিন বাটকুৰি বাই আহি আহি লক্ষ্মীকান্তই তাঁতীকুছি (বৰপেটা) পালে আৰু তাতেই গুৰুজনাৰপৰা একশৰণ ভাগৱতী ধৰ্মত শৰণ ল'লে।

সেই সময়ত হাজো অঞ্চলৰ ভালেমান লোক গুৰু-ভজনৰ বাবে তাঁতীকুছিলৈ সততে আহ-যাহ কৰিছিল। এনেদৰে যাওতে এদিন বাটতে বনজুয়ে ভক্তসকলক পালে। বাট-পথ একো নমনি। ওৰে ৰাতি জগংলময় বাটতে পৰি থাকি, ৰাতিপুৱাহে শৰীৰকেটা বন্য জন্তুৰ ভোজন নোহোৱাকৈ কোনোমতে গুৰুৰ থান পায়।—এই ঘটনাটোৱে গুৰুজনাক চিন্তিত কৰিলে।

এনেতে আৰু এটা আনুষঙ্গিক ঘটনাই মাধৱদেৱক পথৰ সংকেত দিলে। হাজো অঞ্চলক কৰ্মকাণ্ডী ব্ৰাহ্মণ-সকলৰ কঠোৰ পীড়নে উৎপীড়িত কৰি তুলিছিল। গতিকে এই সকলোবোৰ কথা চিন্তা কৰি লক্ষ্মীকান্তক কোচ হাজোৰ পূৱদিশৰ মধ্যস্থান হিচাপে গণ্য কৰি হাজোলৈ পঠিওৱাৰ স্থিৰ কৰিলে। গুৰুসঙ্গ এৰিবলৈ লক্ষ্মীকান্তৰ বৰ কষ্ট হৈছিল—তথাপি গুৰুবাক্য পেলাব নোৱাৰি ১৫০৯ শকৰ এদিনাখন ২১ বছৰ বয়সত লক্ষ্মীকান্ত হাজো পায়হি। হাজোলৈ আহি 'ধোপ' গছ এজোপাৰ অদূৰতে সত্ৰ পাতি ধৰ্ম-প্ৰচাৰ কাৰ্য্যত লক্ষ্মীকান্ত ব্ৰতী হয়। হাজো নগৰবাসীসকল মহাপুৰুষ গুৰুজনৰ প্ৰকৃত প্ৰতিনিধি এজনক পাই অতি হৰ্ষিত হ'ল। তেনে সময়তে কিছুমান সমস্যাই লক্ষ্মীকান্তক আগুৰি ধৰাত আৰু গুৰুজনেও থকা-মিলাৰ সা-সুবিধা হৈ উঠিলে আহিব বুলি কথা দিয়াত, ইতিমধ্যে গুৰুজনাৰ বাবে এটি ঘৰো ভকতসকলে নিৰ্মাণ কৰি তোলাৰ পিছত মহাপুৰুষ গুৰুক আনিবলৈ চাৰিজন ভকত হৈগ তাঁতীকুছি পালে।—বৰ বেছি দিনৰ পলম নকৰি মাধৱদেৱেও গায়ন-বায়ন-নটুৱা আৰু সেৱক সমন্বিতে হাজো বুলি যাত্ৰা কৰিলে। হাজোত থকা কালত গুৰুজনাই এদিনাখন 'ৰুক্মিণীহৰণ' ভাওনা পাতিলে। এইদৰে অলপ দিনৰ ভিতৰতে গুৰুজনাৰ প্ৰভাৱে চৌদিশ ৰজন-জনাই দিলে—নতুন প্ৰাণৰ সঞ্চাৰ কৰিলে। গুৰুজনাই ইয়াত থাকি ভালেমান লোকক শৰণ ধৰ্ম দান কৰি ধোপৰগুৰিত সত্ৰৰ শলাবন্তি জ্বলাই দি লক্ষ্মীকান্তক পূবদিশৰ অধিকাৰ হিচাবে অধিষ্ঠিত কৰি শৰণ দানৰ আদেশ কৰিলে।

এইদৰে দধি-সত্ৰৰ মূল ধোপৰ গুৰি সত্ৰৰ ভেটী মাধৱদেৱে স্থাপন কৰিলে। দ্বিতীয়বাৰ মাধৱদেৱ পুৰুষৰ লগত লক্ষ্মীকান্তৰ সাক্ষাৎ হৈছিল তেৰা লেঙা-মাগুৰিৰ কণ্ঠ ভূষণৰ তালৈ যাবলৈ আহোতে। এইবাৰ মাধৱদেৱে লক্ষ্মীকান্ত আতৈয়ে লিখি থকা বুঢ়া দশম গ্ৰন্থখনিত আঢ়ৈ শাৰী পদো লিখিলে। পিছদিনা গুৰুজনাই বিদায় ললে। কিন্তু তেনেতে এটি অঘটন ঘটিল। তেৰাই হাতত পিন্ধি থকা শ্ৰীআঙুঠিটি কৰণিত এৰি থৈ গ'ল। পদ লিখা সময়ত কৰণিত আঙঠিটি থৈছিল। কথিত আছে যে এই আঙঠিটি শ্ৰীমন্তশংকৰ গুৰুয়ে মৃত্যুৰ আগতে গুৰুপত্নী আইগোসানীক দিছিল আৰু আইগোসানীয়ে মাধৱদেৱক দিছিল।—গুৰুজনা

যোৱাৰ পিছত লক্ষীকান্তই কৰণিত আঙঠিটি দেখি—এটিও বাক্য ব্যয় নকৰি আঙঠিটি শিৰত তুলি লৈ দৌৰী দৌৰী যাবলৈ ধৰিলে।—বহুদূৰ দৌৰী গৈ পাই আঙঠিটি গুৰুজনালৈ আগবঢ়োৱাত তেৰাই ক'লে—"লক্ষীকান্ত পূৰ্বে আই গোসানীয়ে অতি স্নেহবস হৈ গুৰুজনাৰ এই আঙঠিটি মোক দিছিল। ময়ো মোৰ স্নেহৰ পাত্ৰ, তোমাক এইটি দিলোঁ।"

লক্ষীকান্তই আঙঠিটি গুৰু বিভূতি বুলি নিত্য সেৱাৰ বস্তু হিচাবে সত্ৰৰ গুৰু আসনত থাপনা কৰিলে।

তৃতীয়বাৰ গুৰুজনা দীঘলীয়া সময়ৰ বাবে হাজোলৈ আহিছিল। মাধৱদেৱ এইবাৰ কোচ ৰজাৰ অন্তৰীণ আদেশ অনুসৰি ইয়াত ৰামদিয়াৰ বালিত ছমাহ জুৰি থাকিল। এইবাৰ গুৰুজনাৰ ব্যক্তিত্বৰ সম্পূৰ্ণ সুযোগ লক্ষীকান্তই গ্ৰহণ কৰিলে।

পূবে বৰনদীকে লৈ উত্তৰে ব্ৰহ্মপুত্ৰলৈকে এই সমগ্ৰ অঞ্চলটোতে একশৰণ ভাগৱতী বৈষ্ণৱ ধৰ্মৰ সোঁত লক্ষীকান্তই বোৱাই দিলে।

দূৰ-দূৰণিৰ শিষ্য-ভকতসকল গুৰু সেৱাৰ বাবে সততে আহি ধোপৰগুৰি সত্ৰত উপস্থিত হবলৈ ধৰিলে। এনেদৰে আহ-যাহ কৰোতে সময়ে সময়ে বিপদো আহে বহুত। গুৱালকুছিৰ দুখীয়া, জনাৰ্দন, গুটি মৌ, খৰৰদাহ, দক্ষিণ শিঙৰাৰ বিশ্বেশ্বৰ, সিদ্ধেশ্বৰ, বগাকাজি, কলা কাজি আৰু দধিৰ নাৰদ বুঢ়া আদিয়ে লক্ষীকান্তৰ ওচৰত শৰণ ধৰ্ম লাভ কৰিলে। এই শিষ্যসকল গুৰু ভজনৰ কাৰণে যাওতে কেইবা দিনো বাটত ভালুক আদি বনৰীয়া জন্তুৰ আক্ৰমনৰ সন্মুখীন হ'ল।

এনে অৱস্থাত গুৰুজনাই নিজৰ দ্বিতীয় আৰু শাস্ত্ৰজ্ঞ পুত্ৰ সনাতনক তেওঁলোকৰ ঠাইলৈ নি তাতেই শৰণ ভজন লোৱা আৰু সত্ৰ প্ৰতিষ্ঠাৰ বাবে উপদেশ দিলে। কিন্তু সনাতনক কোন ঠাইলৈ নিয়া হ'ব এই লৈ বিবাদ আৰম্ভ হ'ল। ব্ৰহ্মপুত্ৰৰ পাৰৰ মাছ-পুঠিৰ সুচল ঠাই গুৱালকুছিৰ পৰাই সৰ্বাধিক দাবী আছিল, তাৰ পিছতে শস্যে-মৎসে অনুপম দক্ষিণ শিঙৰাৰ দাবীও দুৰ্বল নাছিল। কিন্তু এই দুয়োখন ঠাই বিভিন্ন কাৰণত নিৰ্বাচনত নুঠিল আৰু অৱশেষত মধ্য ঠাই নাৰদ বুঢ়াৰ দধিকে নিৰ্বাচিত কৰা হ'ল। সনাতনে দধি পাই ৰাইজ আৰু ভকতসকলৰ সহযোগত সত্ৰ প্ৰতিষ্ঠা কৰিলে। ওপৰোক্ত (শিষ্য) বাৰজন বুঢ়াই প্ৰতিষ্ঠাত আগ ভাগ লোৱা বাবেই সম্ভৱতঃ সত্ৰখনৰ নাম বুঢ়া সত্ৰ হ'ল। অৱশ্যে আগলৈ গৈ যাতায়াতৰ অসুবিধাৰ কাৰণেই সনাতন আতৈয়ে লৈ নিজে গুৱালকুছিলৈ গৈ কাছিমা আমৰগুৰিত সত্ৰৰ শলাবন্তি জলাই দি মাওৰীৰ বুঢ়াক মেধি পাতি থৈ আহে। সেই দৰে দক্ষিণ শিঙৰালৈ গৈ তাতো শলা-বন্তি জলাই দি তাৰ ভাৰ সমূহৰ হাতত গতাই দি আহে। তথাপি ধোপৰ-গুৰিৰ বন্তিৰ অংশ হিচাবে দধিৰ বুঢ়া সত্ৰই মূল সত্ৰ হিচাপে পৰিগণিত হৈ থাকিল। আগলৈ মাধৱদেৱে লক্ষীকান্ত আতৈক প্ৰদান কৰা আঙঠিটিও দধিৰ সত্ৰলৈ আহে সিটিক 'গুৰু-সৰ্বহ' হিচাবে দৰ্শনীয় আৰু সেৱাৰ বস্তু বুলি গণ্য কৰা হয়। একেদৰে মাধৱদেৱৰ হস্তাক্ষৰ সম্বলিত সচিত্ৰ বুঢ়ী-দশম শাস্ত্ৰখনিও কোনোবা এজন ধৰ্মান্ধ বংশধৰৰ হাতত অৱহেলিত অৱস্থাত এতিয়াও দধি সত্ৰতে আছে। এই সচিত্ৰ গ্ৰন্থখনি অসমৰ এক আপুৰুগীয়া আৰু ৰাষ্ট্ৰীয় সম্পত্তি যদিও তাক উদ্ধাৰৰ বা ৰক্ষণাবেক্ষণৰ কোনো প্ৰচেষ্টাকে চলোৱা হোৱা নাই। সেইদৰে গুৰুজনাৰ হস্তস্পৰ্শিত শ্ৰীআঙঠিটি সম্পৰ্কেও নানা বাদানুবাদ চলি আছে। আমাৰ অনুমান মতে এই দধিসত্ৰ (গাঁও)ত দুই শতাধিক সাঁচি পতীয়া পুথিও ওলাব এক বৃহৎ অংশ উৱলি যোৱাৰ পিছতো। আমাৰ পিতৃদেৱতাৰ মৃত্যুৰ পিছত মই এবাৰ হিচাব কৰি উলিওৱা মতে আমাৰ ঘৰতে ৪৪খন সাঁচিপতীয়া বিভিন্ন পুথি আছিল। অৱশ্যে আমাৰ সুদীৰ্ঘ প্ৰৱাসৰ ফলত তাৰ চাৰি দশাংশ বিলুপ্ত হৈ গ'ল। সেইদৰে আমাৰ পৰিয়ালৰ দ্বাৰা পৰিচালিত অভয়পুৰীয়া পুৰুষোত্তম আতৈ সত্ৰৰ জৰাজীৰ্ণ অৱস্থাৰ কাৰণে ব'দ



ৰৰষুণতো ভালেমান পুথি নষ্ট হ'ল। তাৰে কিছু সংখ্যক আধৰুৱা সাঁচিপতীয়া পুথি উদ্ধাৰ কৰি নিজৰ লগত ৰখা হৈছে।

বুঢ়া সত্ৰ এই অঞ্চলৰ সমূহ মহাপুৰুষীয়া সত্ৰৰ ভিতৰত মুখ্য সত্ৰ। এনেকি আগলৈ গৈ ধোপৰগুৰি সত্ৰতকৈও দধিৰ বুঢ়া সত্ৰৰ খ্যাতিহে বাঢ়ে। কথা-গুৰু চৰিতৰ এটা বাক্য এই ক্ষেত্ৰত দ্ৰষ্টব্য—"হাজো উঠি দধিৰ লক্ষীকান্ত আতৈৰ মুখে বাৰ্তা পাই আত্ৰাহি হ'ল—গুৰুজন বেহাৰে ভটিয়াই গ'ল।"—অৰ্থাৎ কথা-গুৰু চৰিতেও দধিসত্ৰকে মান্যতা দিলে আৰু লক্ষীকান্ত আতৈকো দধিৰ বুলিহে ক'লে।

তথাপি সোঁ সিদিনালৈকে পঞ্জাবৰ প্ৰাক্তন ৰাজ্যপাল শ্ৰীমহেন্দ্ৰমোহন চৌধুৰীৰ বাদন্যতা নোপোৱা-লৈকে এই সত্ৰ অতি নিঃকিন আৰু জৰাজীৰ্ণ অৱস্থাত আছিল। এতিয়া তাক পুনৰ নিৰ্মাণ কৰি থকা হৈছে।

ধোপৰগুৰি সত্ৰ (হাজো) য'ত মাধৱদেৱ পুৰুষৰ তিনিবাৰ চৰণ ধূলি পৰিছিল, য'ত তেৰাই ভালেমান দিন প্ৰৱাস খাটিছিল; তাক ব্যক্তিগত সম্পত্তি হৈ ৰ'বলৈ দিয়াটো বা সাংস্কৃতিক দৃষ্টিৰে তাৰ ৰক্ষণাবেক্ষণৰ ব্যৱস্থা নকৰাটো এক জাতীয় অপৰাধ স্বৰূপ বুলি ক'ব পাৰি। একে কথা বুঢ়া সত্ৰৰ ক্ষেত্ৰতো খাটে। বুঢ়া সত্ৰৰ নামত থকা ৰজাঘৰৰ দানত পোৱা মাটি-ভেটীবোৰ সত্ৰৰ সলনি ব্যক্তিগত হৈ পৰাত বা বংশানুক্ৰমিক সম্পত্তি হৈ পৰাটো দুখৰ কথা। 'গুৰুসৰ্বহ' সংৰক্ষিত এই সত্ৰ-খনিৰ সংৰক্ষণ-সম্বৰ্দ্ধন আৰু পৰিচালনাৰ ক্ষেত্ৰত সমগ্ৰ অসমবাসীৰে দৃষ্টি থকা যুগুত।

লক্ষীকান্ত আতৈৰ প্ৰথম পুত্ৰ পুৰুষোত্তম আতৈয়ে দধিৰ অনতিদূৰত অভয়পুৰত—সত্ৰ স্থাপন কৰিছিল। যিহেতু এওঁ নিঃসন্তান আছিল গতিকে আগলৈ গৈ এওঁৰ সত্ৰখনো পুনঃ বৰদধিলৈ তুলি অনা হয়। ইয়াৰ অৱস্থাও অতি জৰাজীৰ্ণ। এই সত্ৰত থকা চন্দন কাঠৰ হেঙুল হাইতেল দিয়া আৰু কাৰুকাৰ্য্যখচিত পীড়াখন অভয়-পুৰীয়া সত্ৰৰ মাটিৰ তলৰপৰা খান্দি অনাৰ পিছত উক্ত পীড়াখন বৰ্তমান সন্ধানহীন হৈ আছে। কথিত আছে যে মাধৱদেৱ পুৰুষে এই পীড়াখনতে বহি বুঢ়ী দশমৰ পদ লিখিছিল।

লক্ষীকান্ত আতৈৰ তৃতীয় পুত্ৰ নৰোত্তম আতৈৰ বংশধৰ সকলেও আগলৈ গৈ দধিতে নিজৰবৰীয়া কৈ সত্ৰ পাতি বহিল। চতুৰ্থ পুত্ৰ অনন্ত আতৈয়ে গুৱাল-কুছিত সত্ৰ পাতিলে।

ধোপৰগুৰিৰ সত্ৰৰ শাখা-প্ৰশাখা তথা বুঢ়া-সত্ৰৰ পৰা ফাটি যোৱা শাখা-প্ৰশাখা মিলি মুঠতে দধিসত্ৰ ৮ খন সত্ৰ বা নামঘৰৰ সমষ্টি।

এইদৰে দধি কেৱল এখন গাৱেঁই নহয়, এই গোটেই গাওঁখনকে এখন সত্ৰ বুলিব পাৰি। গাৱঁৰ ইমূৰৰপৰা সিমূৰলৈ কেৱল সত্ৰ আৰু নামঘৰৰ পয়োভৰ। ভাদ-মহীয়া গুৰুকীৰ্তনৰ সময়ত গোটেই গাওঁখনি তাল-খোলৰ শব্দত ৰজনজনাই থাকে। সমগ্ৰ অঞ্চলটোৰ ভিতৰতে ধাৰ্মিক দৃষ্টিৰে এই গাওঁখনৰ এক বিশিষ্ট ভূমিকা আছে। মাঘ-মাহত গুৰুজনা লক্ষীকান্তৰ তিথি মহোৎসৱ তিনিদিনীয়া কাৰ্যসূচীৰে বৃহৎ আকাৰে পালন কৰা হয়। গুৱালকুছি সমন্বিতে সমগ্ৰ হাজো অঞ্চল-লৈকে এই উৎসৱে এক প্ৰাণ-প্ৰাচুৰ্য্য আনি দিয়ে। চাৰিওপিনৰ কৰ্মকাণ্ডী ব্ৰাহ্মণ আৰু শাক্ত মতাৱলম্বী জনগণৰ মাজত ই এখন বিশুদ্ধ পৱিত্ৰ মহাপুৰুষীয়া গাওঁ-যাৰ ঐতিহ্য সৰ্বদিশতে মহতোমহিয়ান।

# স্মৃতিৰ সৌৰভ

## অসমীয়া কাব্য সাহিত্যৰ ব্যাসঃ কবি ৰাম সৰস্বতী

শ্ৰীচক্ৰধৰ ভট্টাচাৰ্য্য

নমো নিত্য নিৰঞ্জন করুণা সাগৰ দেৱ
মঙ্গলৰো পৰম মঙ্গল,
যাক মহা যত্ন কৰি প্ৰৱন্ধে সমাধি ধৰি
নপাৱয় চৰণ কমল ॥

### কাব্যিক প্ৰতিভাঃ

বৈষ্ণৱ যুগক অসম তথা অসমীয়া সাহিত্যৰ স্বৰ্ণ যুগ বলিব পাৰি। এই যুগত যি সকল মহান পুৰুষে সাহিত্য সংস্কৃতিৰ যোগ সাধন কৰিছিল আৰু সাধনাত সিদ্ধি লাভ কৰি অসমীয়া সাহিত্য কাননক এখনি মহান আশ্ৰম হিচাপে গৰি গৈছিল, সেইসকলৰ ভিতৰত কবি ৰাম-সৰস্বতী অগ্ৰণী। ৰাম-সৰস্বতীৰ কাব্যিক প্ৰতিভা, ৰচনাৰ মাধুৰ্য্যতা, পাণ্ডিত্য আৰু কবিত্বৰ পৰিচয় তেখেতৰ ৰচিত গ্ৰন্থ-ৰাজিয়ে প্ৰকাশ কৰি আছে। কবিবৰে ৰচনা কৰা কাব্যসমূহ অতি ৰসাল। সেইবাবে তেখেতৰ ৰচনা অসমীয়া সমাজৰ অতি আদৰৰ। ৰচনা-কৌশল মৌলিক আৰু সামাজিক চিত্ৰস্বৰূপ। তাৰোপৰি ভক্তিক প্ৰাধান্য দি অসমীয়া সমাজক আধ্যাত্মিক আৰু নৈতিক জ্ঞানেৰে অন্তৰ স্পৰ্শিব পৰা আদৰ্শ দাঙি ধৰিছে। সেইবাবে কবিয়ে ৰচনাত নানা উপমা, ভাষাৰ প্ৰাঞ্জলতা আৰু জতুৱা বাক্যৰ ঠাঁচ ব্যৱহাৰ কৰিছে। কবিয়ে ৰচনা কৰা ৰচনাৱলীক দুটা ভাগত ভগাব পাৰি—মহাভাৰতৰ পদ অনুবাদ আৰু বধকাব্য। কবিয়ে মহাভাৰতৰ পদ ভাঙনি কৰোঁতে মূল মহাভাৰতৰ পদৰ উপৰিও মৌলিক চিন্তা বিকশিত কাব্যিক সংযোজনা কৰাত কবিৰ নিজ পাণ্ডিত্য প্ৰকাশ পাইছে। বিশেষকৈ বন-পৰ্বত তেখেতৰ মৌলিক বুদ্ধি-কৌশলৰ প্ৰাধান্য বেছি। বধ কাব্যবোৰক ৰসকাব্য বোলা হয়। বধকাব্য ৰচনা কৰোঁতে কবিয়ে পুৰাণ উপ-পুৰাণ আদিৰো আশ্ৰয় লৈছিল। ৰচনাৰ পূৰ্ণতাত আনকি ভাগৱতৰো আশ্ৰয় লৈছিল। ইয়াৰ দ্বাৰা ভাৰতীয় সংস্কৃতিৰ আভাষ দিছে। নানা আখ্যান-প্ৰখ্যানৰ মাজেৰে অসমীয়া সমাজত ধৰ্মক্ষেত্ৰ ৰচনা কৰাও কবিৰ উদ্দেশ্য আছিল। ৰাম সৰস্বতীৰ কাব্যিক প্ৰতিভা অসমীয়া কাব্য সাহিত্যত চিৰ উজ্জ্বল জ্যোতিষ্ক স্বৰূপ। সেইবাবে এইজনা অপ্ৰমাদি আৰু অগ্ৰণী কবিক অসমীয়া কাব্য সাহিত্যৰ ব্যাসদেৱ বোলা হয়।

### কবিৰ ৰচনাৱলীঃ

(১) **মহাভাৰতৰ ভাঙনি**—মূল মহাভাৰতৰ পদ সংস্কৃতৰ পৰা ভাঙনি কৰা পৰ্বসমূহৰ ভিতৰত (১) আদিপৰ্ব, (২) সভাপৰ্ব, (৩) বনপৰ্ব, (৪) বিৰাট পৰ্ব, (৫) উদ্যোগ পৰ্ব, (৬) ভীষ্মপৰ্ব, (৭) দ্ৰোণপৰ্ব, (৮) কৰ্ণপৰ্ব, (৯) গদা পৰ্ব (১০) বিজয় পৰ্ব, (১১) সিন্ধুৰা পৰ্ব, (১২) মণিচন্দ্ৰ ঘোষ পৰ্ব (১৩) পুষ্পহৰণ বন পৰ্ব (১৪) ব্যঞ্জন



পৰ্ব কেইটিৰ উপৰিও (১৫) ভীম চৰিত্ৰ, (১৬) ব্যাধ চৰিত্ৰ, (১৭) ব্যাসাশ্ৰম, (১৮) পাঞ্চালী বিবাহ এই সমূহত অইন পুথিৰ আশ্ৰয়ত ৰচিত। ইয়াত কাব্যিক প্ৰতিভা আছে। মহাভাৰতৰ ঘটনাবলীক ইয়াত বেছি সন্নিবেশ ঘটিছে। মূল মহাভাৰতৰ নায়ক কৌৰৱ-পাণ্ডৱক যিদৰে অধৰ্ম আৰু ধৰ্মৰ চৰিত্ৰত ৰূপায়িত কৰা হৈছে, তেনেদৰে ৰাম সৰস্বতীৰ ৰচনাতো একে দেখা যায়। ৰাম সৰস্বতীয়েও ভগৱান শ্ৰীকৃষ্ণৰ ওপৰত প্ৰাধান্য দি ভগৱদ ভক্তিৰ ভাব বেছি প্ৰকট কৰি তুলিছে। কবিয়ে নিজেই ভগৱদ্ভক্তিৰ প্ৰেমৰসত বুৰগৈ দাস্য ভাব প্ৰকাশ কৰিছে,—বোলে ৰাম-সৰস্বতী মই বৰ দীন,

নিজ দাস কৰি মোক ভক্তি ধনে কিন ॥

ৰচনা কালত কবিয়ে বাগ্দেৱী সৰস্বতীলৈও ভক্তি-অনুৰাগ প্ৰকাশ কৰিছে—

হে মাৱ সৰস্বতী কণ্ঠে লৈয়ো বাস।
তোমাৰ প্ৰসাদে হোক পদৰ প্ৰকাশ ॥

মহাভাৰতৰ পদ তাঙনিত নিজৰ বিশেষ কৃতিত্ব প্ৰকাশ কৰে বনপৰ্বত। মহাভাৰতৰ অবলম্বনত যথেষ্ট কাব্যিক সম্ভাৰ সংযোগ কৰিছে। বনপৰ্বত কবিয়ে ৩০ হেজাৰ পদ ৰচনা কৰিছে।

(২) **বধকাব্যঃ** ওপৰত উল্লেখ কৰা পৰ্বসমূহৰ ভিতৰতো কেইখনমানত যুদ্ধ বিগ্ৰহৰ ঘটনা বহুলভাৱে আখ্যান-প্ৰখ্যান আকাৰত ৰচনা কৰা। কাব্যিক ভাৱত এইবোৰকো বধকাব্যৰ শ্ৰেণীভুৰ্ক্ত বোলা হয়। (১৯) বঘাসুৰ বধ, (২০) কুলাচল বধ, (২১) কালকুঞ্জ শোষক বধ, (২২) জঙ্ঘাসুৰ বধ, (২৩) ভোজকূট বধ, (২৪) জটাসুৰ বধ, (২৫) অশ্বকৰ্ণ বধ আদি বধ কাব্য বোলা হয়। এই কাব্যসমূহৰ মাজেৰে অত্যাচাৰী, অধৰ্মী দৈত্য-দানৱ, অসুৰক পঞ্চ পাণ্ডৱৰ দ্বাৰা দমন বা ধ্বংস কৰা ৰসাল ঘটনাসমূহ আখ্যান আকাৰে কাব্যিক ভাষাৰে প্ৰকাশ কৰি ধৰ্ম আৰু অধৰ্মৰ জয়-পৰাজয়ৰ বৰ্ণনা কৰিছে। অসমীয়া কাব্য সাহিত্যৰ ই এটা মহান বৈশিষ্ট্য।

কবিৰ ৰচনা আৰম্ভণি হয় ষোড়শ শতিকাৰ চতুৰ্থ দশকত। তেখেতৰ আদি ৰচনা-পৰিচয় সম্ভৱতঃ মহা-ভাৰতৰ আদিপৰ্ব। এই পৰ্বত কবিয়ে কোনো অনুগ্ৰহ বা পৃষ্ঠপোষকতাৰ কথা উল্লেখ কৰা নাই। শেষ ৰচনা শান্তি পৰ্ব বুলিয়ে ধৰা হয়। হয়তো অপ্ৰকাশিত বা অসমাপ্ত ৰচনাৰ গ্ৰন্থ আছিল। কবিয়ে আত্মপ্ৰতিষ্ঠা কৰাৰ সুবিধা লাভ কৰে মহাৰাজ নৰনাৰায়ণৰ পৃষ্ঠপোষকতাত। বিক্ৰমাদিত্য সদৃশ মহাৰাজ নৰনাৰায়ণৰ ৰাজ সভাতো পণ্ডিতসকলৰ সমাবেশ ঘটিছিল। শঙ্কৰদেৱ, মাধৱদেৱ, দামোদৰদেৱ, ৰাম সৰস্বতী আদি পণ্ডিতসকলে নৱৰত্নৰ আসন শোভিত কৰিছিল। মহাৰাজ নৰনাৰায়ণৰ পৃষ্ঠপোষকতাত অসমীয়া ভাষা-সাহিত্য, সংস্কৃতিয়ে সমৃদ্ধি লাভ কৰিছিল। আনকি ব্যাকৰণ আৰু অংক শাস্ত্ৰও ৰচিত হৈছিল। মহাৰাজ নৰনাৰায়ণৰ আদেশত ৰাম সৰস্বতীয়ে মহাভাৰতৰ পদ ভাঙনি কৰিছিল। উল্লেখ আছে—

আমাক কৰিলা আজ্ঞা সাদৰ বচনে।
ভাৰত পয়াৰ তুমি কৰিয়ো যতনে ॥
আমাৰ ঘৰত আছে ভাষ্য টীকা যত।
নিয়োক আপোন গৃহে দিলোহো সমস্ত ॥
এই বুলি ৰাজা পাছে বলধি যোৰাই।
পঠাইলা পুস্তকসব আমাসাৰ ঠাই ॥

কবিয়ে চল্লিশ বছৰৰো অধিক কাল কাব্যিক সাধনাত ব্ৰতী আছিল। প্ৰথমতে মহাৰাজ নৰনাৰায়ণৰ ৰাজ-কবি আছিল। পিছৰ ৰজাসকলৰো একে সমাদৰ লাভ কৰিছিল। মহাৰাজ নৰনাৰায়ণৰ পিছত ৰঘুদেৱ, পৰীক্ষিত নাৰায়ণ, ধৰ্ম নাৰায়ণ (বলি নাৰায়ণ) আৰু সুন্দৰ নাৰায়ণৰো একে সমাদৰ আৰু পৃষ্ঠপোষকতা পাই আহিছিল।

### চমু পৰিচয়

ৰাম সৰস্বতী ষোৰশ শতিকাৰ আদি ভাগতে জন্ম লাভ কৰে। তেখেতৰ পিতৃৰ নাম ভীমসেন কবিচূৰামণি। প্ৰথম পুত্ৰ কবিচন্দ্ৰ আৰু দ্বিতীয় পুত্ৰ অনিৰুদ্ধ

অনিৰুদ্ধই আমাৰ কবিবৰ ৰাম সৰস্বতী। এই কথা বন-পৰ্বত পোৱা যায়—

বিপ্ৰকুলে জাতহুয়া পঢ়িলো শাস্ত্ৰক।
গুৰু বাক্যে চিনিলোহা ইশ্বৰ কৃষ্ণক॥
পিতৃয়ে মাতৃয়ে নাম অনিৰুদ্ধ থৈলা।
কবিচন্দ্ৰ নাম মোৰ দেৱানে বুলিলা॥
ৰাম সৰস্বতী নাম নৃপতি দিলন্ত।
ভাৰতৰ পদ মোক কৰা বুলিলন্ত॥

ভাৰত ভূষণ, ভাৰত চন্দ্ৰ উপাধিৰেও ভণিতাত পৰিচয় পোৱা যায়। ৰাম সৰস্বতীৰ পূৰ্ব প্ৰকৃষসকল কণৌজ-কুলীয়া। ভূঞাসকলৰ দৰে গৌৰৱ পৰা আহি কামৰূপত বসতি কৰে। ৰজা-মহাৰজাসকলৰ পৰা মাটি-বাৰী দান লৈ দেৱী-দেৱালয় আদিৰ সেৱা পূজা কৰিছিল। পুৰুষানুক্ৰমে তেওঁলোকে পণ্ডিত আছিল। অনিৰুদ্ধ দেৱেও নিজ পাণ্ডিত্যৰ গুণত বংশৰ শিৰোমণি হ'ব পাৰিছিল। জ্যেষ্ঠ ভ্ৰাতৃ কবিচন্দ্ৰৰ ওচৰত তেখেতে শিক্ষালাভ কৰিছিল। তেখেত সংস্কৃত বিদ্যাত সৰবৰহী পণ্ডিত আছিল। ৰাম সৰস্বতীৰ গুৰু আছিল **মুকুন্দ দেৱ**।

হৌক পদ লোকত প্ৰচাৰ মেৰুত্তৰ।
ভনে ৰামসৰস্বতী মুকুন্দ কিঙ্কৰ॥
প্ৰণামো মুকুন্দদেৱ তবু পাৰে কৰো সেৱ
মোক দাস কৰিয়া লৈয়োক।

ৰামসৰস্বতী সোতৰ শ শতিকাৰ আদি ভাগলৈ জীয়াই আছিল। শতাধিক বৰ্ষ জীয়াই থাকি স্বৰ্গগত হয়। কবিৰ সাংসাৰিক জীৱনৰ বৰ্ণনা বিতংভাৱে কতো পোৱা নাযায়। গোপীনাথ পাঠক তেখেতৰ পুত্ৰ যে হয়, কবিৰ ভণিতাত স্পষ্ট নহয়। গোপীনাথ পাঠককেহে পিতৃ অনিৰুদ্ধ (ৰাম সৰস্বতী ?) বুলি উল্লেখ কৰিছে।

**জন্মস্থান**

কবি ৰাম সৰবীৰ জন্মস্থান কামৰূপৰ হাজো আৰু গুৱালকুছিৰ ওচৰৰ প্ৰসিদ্ধ পছৰীয়া গাওঁত। বিৰাট পৰ্বত উল্লেখ আছে—

গ্ৰাম মধ্যে সাৰোদ্ধাৰ পচৰিয়া নাম যাৰ
কলি যুগে শ্ৰেষ্ঠ লিখে যাক।
ব্ৰাহ্মণ সকলে নিতে ভাগৱত অবিশ্ৰাম
চৰ্চ্চা কৰে পাতিয়া সভাক॥
তাতে ভৈল দ্বিজবৰ সজ্জনৰ প্ৰিয়কৰ
সুশীল কৰ্মত যাৰ ৰতি।
বীৰগণী শিষ্ট শান্ত দেৱদ্বিজ আৰাধন্ত
তাৰ নাম ৰামসৰস্বতী।

মহাৰাজ নৰনাৰায়ণৰ আদেশত কবিয়ে গৰু গাড়ীত তুলি ৰাজ—পুথি ভঁৰালৰ পৰা ভাষ্য টীকা পছৰীয়ালৈহে আনিছিল। মহাবাহু ব্ৰহ্মপুত্ৰ গৰু গাড়ীৰে অতিক্ৰম কৰিব পৰা ভাৰ হাস্যকৰ। তাৰোপৰি কোচৰজা সকলৰ হাজোৰ লগত বিশেষ যোগাযোগ আছিল। কবিয়ে অকল মহাৰাজ নৰনাৰায়ণৰ গুণ বৰ্ণনা কৰিয়ে এৰা নাই, পিচৰ পৃষ্ঠপোষক ৰজা সকলৰো গুণাৱলী বৰ্ণনা কৰি গৈছে। ই স্বাভাৱিক শিষ্টাচাৰ। গোপীনাথ পাঠকে দিয়া পৰিচয়ৰ লগত কবিয়ে উল্লেখ কৰা ঠাইৰ সাদৃশ্য নাই। গোপীনাথে উল্লেখ কৰা পাট চৌৱাই পছৰীয়াৰ নামান্তৰ ধৰিলেও চিনাকোনা বুলি কোনো নাম ইয়াত নাই। কবিবৰৰ সম্পৰ্ক সত্ৰ-সমূহৰ লগত থকাতো লক্ষ্য কৰি পাট চৌৱাই পাটবাউসী সত্ৰৰ অঞ্চল হ'ব পাৰে। এই থিনিতে উল্লেখ কৰিব পাৰি পছৰীয়াতো এথনি সত্ৰ চলি আছিল। 'চুৰামণি' (কবিচন্দ্ৰ) বংশই পৰম্পৰাগতভাৱে ইয়াৰ পৰিচালনা কৰি আহিছিল। দেৱালয়ৰ পুজা-সেৱা কাৰ্য্য অইন ব্ৰাহ্মণক দান কৰি তেওঁলোকে দেৱালয়ত ভাগৱত পাঠ কৰা দায়িত্ব বহন কৰি আহিছিল। অগ্নিবাণেশ্বৰ দেৱালয়ত এই ব্যৱস্থা চলি আহিছিল। উক্ত সত্ৰতো ভাগৱত চৰ্চ্চা চলি আছিল। পিছত সত্ৰত দায়িত্ব এজন শিষ্যক অৰ্পণ কৰে। এওঁকে বুঢ়া ভকত বোলা হৈছিল। বৰ্তমান কবিবৰ ৰাম সৰস্বতীৰ স্মৃতিত গাওঁখনিত কেইবাটাও অনুষ্ঠান গঢ়ি উঠিছে। পুথিভঁৰাল, সাহিত্য সভা, সংস্কৃতি সমাজ, নাট্য সমিতি, যুৱ কল্যাণ সঙ্ঘ আদি কবিবৰৰ স্মৃতিস্তম্ভ। বৰ্তমান গাঁওখনি অৰ্থনৈতিক ক্ষেত্ৰত উন্নত নহয় যদিও কবিবৰ ৰাম সৰস্বতীৰ স্মৃতিয়ে আগুৱাই যাবলৈ প্ৰেৰণা দিব।

# অনন্ত কন্দলি

অধ্যাপক ড° **শ্ৰীনবীনচন্দ্ৰ শৰ্মা,**

(লেখকৰ 'অনন্ত কন্দলিৰ ৰচনাৰ সমীক্ষামূলক অধ্যয়ন' প্ৰবন্ধৰ অংশ)

অনন্ত কন্দলি বৈষ্ণৱ যুগৰ এগৰাকী নিঙাত আৰু প্ৰখ্যাত কবি; যি গৰাকী কবি আছিল শঙ্কৰদেৱৰ বয়ঃ কনিষ্ঠ-সমসাময়িক। এইজনা মহান কবিৰ জীৱন-বৃত্ত অধ্যয়নৰ পৰিপ্ৰেক্ষিতত পৰ্য্যাপ্ত পৰিমাণে সমল পোৱা যায়; আৰু যাক প্ৰধানভাৱে চাৰিটা ভাগত বিভক্ত কৰিব পাৰি:—

(১) কন্দলিৰ স্বীয় ৰচনা।
(২) চৰিত পুথি।
(৩) বংশাৱলী সাহিত্য (Historical literature) আৰু
(৪) আধুনিক সমীক্ষকৰ ৰচনা।

(১) **অনন্ত কন্দলিৰ স্বীয় ৰচনাঃ** পুৰণি কবি-সকলৰ চিৰাচৰিত ৰীতি আৰু ঐতিহ্য ৰক্ষা কৰি অনন্ত কন্দলিয়েও তেওঁৰ বিভিন্ন ৰচনাৱলীত দীৰ্ঘ পৰিসৰবিশিষ্ট আত্মপৰিচয়মূলক বৰ্ণনা পৰিৱেশন কৰিছে। 'বৃত্ৰাসুৰ বধ' কাব্যত সন্নিবিষ্ট আত্মপৰিচয় জ্ঞাপক ভণিতাৰপৰা জনা যায় যে, ৰৌতা নগৰত সাগৰ নামধাৰী এগৰাকী আঢ্যৱন্ত ব্ৰাহ্মণে বাস কৰিছিল। শ্ৰীচন্দ্ৰ কন্দলি আৰু ৰত্ন ভাৰতী নামৰ তেওঁৰ দুজন পুত্ৰ আছিল। সাগৰৰ জ্যেষ্ঠপুত্ৰ শ্ৰীচন্দ্ৰ কন্দলীৰ বনমালা নামেৰে এজনী কন্যা আছিল। দিহিঙ্গাবন্ধৰ নিবাসী বাণী ঠাকুৰৰ কনিষ্ঠ পুত্ৰ ধ্বজলৈ বনমালাক বিয়া দিয়া হৈছিল। বিয়াৰ পিছত ধ্বজে পত্নীসহ কামৰূপৰ অন্তৰ্গত পবিত্ৰ তীৰ্থস্থান হাজোত বাস কৰিবলৈ লয়। ধ্বজে সত্ৰ প্ৰতিষ্ঠা কৰি শ্ৰীমদ্ভাগৱত পুৰাণ চৰ্চাত মনোনিবেশ কৰে। পুৰাণ-সূৰ্য্য শ্ৰীমদ্ভাগৱতত থকা বিশাল পাণ্ডিত্যৰ বাবে ধ্বজে লাভ কৰে ৰত্ন পাঠক বিভূষা। ৰত্ন পাঠকৰ চাৰিজন পুত্ৰ আছিল— (১) হৰিচৰণ, (২) ৰামচৰণ, (৩) অচ্যুত আৰু (৪) যদুমণি। জ্যেষ্ঠপুত্ৰ হৰিচৰণ শিশুকালৰে পৰা হৰি-ভক্ত আছিল। দশম (মধ্য আৰু অন্ত্য) আৰু ৰামায়ণতো অনন্ত কন্দলিয়ে আত্মপৰিচয় দীৰ্ঘ পৰিসৰ বিশিষ্টভাৱে দিছে। কন্দলিৰ পিতৃদত্ত নাম আছিল হৰিচৰণ, ব্যাকৰণত থকা অসামান্য পাণ্ডিত্যৰ বাবে হৰিচৰণে লাভ কৰে চন্দ্ৰ ভাৰতী উপাধি। তৰ্ক-শাস্ত্ৰত (ন্যায়ত) থকা বিশাল আৰু গভীৰ পাণ্ডিত্যৰ বাবে চন্দ্ৰ ভাৰতীয়ে লাভ কৰে অনন্ত কন্দলি বিভূষা। ভাগৱত শাস্ত্ৰত থকা অতুলনীয় পাণ্ডিত্য আৰু গভীৰ জ্ঞানৰ বাবে তেওঁ ভাগৱতাচাৰ্য্য আৰু ভাগৱত ভট্টাচাৰ্য্য বিভূষা দুটি লাভ কৰে:

'ৰত্ন পাঠক নামে পণ্ডিত পৰম।
ভাগৱত শাস্ত্ৰে যাৰ আছিল বিক্ৰম॥
শ্ৰীহৰিচৰণ নামে তাহান সন্ততি।
ব্যাকৰণ পঢ়ি নাম শ্ৰীচন্দ্ৰ ভাৰতী॥
তৰ্কত লভিলা নাম অনন্ত কন্দলি।
ভাগৱতে আচাৰ্য্য পদবী ভৈল বলী॥
ভাগৱত ভট্টাচাৰ্য্য বোলে আৰ্য্যজনে।
তেহো বিৰচিলা পদ কৃষ্ণৰ চৰণে॥

আদিতে তেওঁ আছিল বৰ তাৰ্কিক। বিশিষ্ট ভাগৱতী স্বৰূপে পিতৃ ৰত্ন পাঠকৰ যশ-খ্যাতি বৈ বৈ যোৱা আছিল; যদিও অনন্ত কন্দলিৰ অন্তৰত তাদৃশ ভাগৱত-ৰতি জন্মা নাছিল; যিহেতু তেওঁৰ মন-প্ৰাণ সততে নীৰস তৰ্ক-শাস্ত্ৰতহে নিমজ্জিত হৈ আছিল। অৱশেষত তেওঁৰ তৰ্কপ্ৰিয় নীৰস-মতি ভাগৱত-প্ৰেম-ৰতিত দ্ৰবীভূত হৈ পৰে। কবিৰ ভাষাত:—

অনন্ত কন্দলি। নাম মাত্ৰ ভৈল খ্যাত।
কাৰ্য্য কিছু নভৈল তাহাৰ॥
নাৰাধিলো একো দেৱ। নকৰিলো ৰাজসেৱ।
একো শাস্ত্ৰ নজানিলো আৰ॥
নাচাহিলো কাব্য কোষ। কাতো নাহি পৰিতোষ।
তৰ্কতো কৰ্কশ ভৈল মতি॥
একে ভাগৱত শাস্ত্ৰে। চিত্তক তুষিলা মোৰ।
তাতেসে দ্ৰৱিল প্ৰেম ৰতি॥

অনন্ত কন্দলি আছিল সংস্কৃত পণ্ডিত। ইচ্ছাকৰাহেঁতেন তেওঁ দেৱভাষা সংস্কৃতত কাব্য প্ৰণয়ন কৰিব পাৰিলে-হেঁতেন; কিন্তু সৰ্বসাধাৰণে সংস্কৃত ভাষা বুজিব নোৱাৰে, গতিকে অশিক্ষিত জন-গণে যাতে সংস্কৃত শাস্ত্ৰাদত থকা জ্ঞান লাভ কৰি হৰি-ভক্তি-প্ৰেম-প্ৰবাহত অৱগাহন কৰি পৰমানন্দ লাভ কৰিব পাৰে সেই উদ্দেশ্যে তেওঁ দেশী ভাষাত কাব্যাদি প্ৰণয়ন কৰিছে:—

“শ্লোক সংস্কৃতে আমি।
লিখিবাক ভাল জানি।
তথাপি কৰিবো পদ বন্ধ।
স্ত্ৰী-শূদ্ৰ যত।
জানোক পৰম তত্ত্ব।
শ্ৰৱণত মিলয় আনন্দ॥

ওপৰৰ আলোচনাৰপৰা দেখা যায় যে, অনন্ত কন্দলিৰ জন্মস্থান হাজো। প্ৰায়বিলাক পণ্ডিতেই এই মতটো গ্ৰহণ কৰিছে। অৱশ্যে ডঃ প্ৰতাপচন্দ্ৰ চৌধুৰীয়ে এই সন্দৰ্ভত বিভিন্ন মতবাদ পোষণ কৰে। তেওঁৰ মতে অনন্ত কন্দলিৰ জন্ম হৈছিল নগাওঁ জিলাৰ অন্তৰ্গত কদলি ৰাজ্যত। তেওঁৰ ভাষাত:—This kingdom of 'Narirajya' is located by some in Manipur or Burma or Cachar or even in the North-Western Frontire, but it is rather to be locaced in the Kadali, Nowgong, ruled probably by Kachāri or Jayantia queen, enjoying the liberty accorded to women by the Tantrik-Buddhists, and possibly as a feudatory of the Palas of Assam. This place at a later time became associated with the birth of two noted Assamese writers, Madhava Kandali and Ananta Kandali."

প্ৰাক্ বৈষ্ণৱ যুগৰ অপ্ৰমাদী কবি মাধৱ কন্দলিৰ জন্ম যে নগাওঁত হৈছিল তাত কাৰো দ্বিমত থাকিব নোৱাৰে; কিন্তু অনন্ত কন্দলিৰ জন্ম কেতিয়াও নগাওঁত হোৱা নাছিল। কবিয়ে নিজেই যেতিয়া তেওঁৰ ৰচনাৱলীসমূহৰ অনেই ঠাইত আত্ম-পৰিচয়মূলক বৰ্ণনা দিয়াৰ পৰি-প্ৰেক্ষিতত **হাজোৰেই** তেওঁৰ জন্মস্থান বুলি উল্লেখ কৰিছে, তেনে ক্ষেত্ৰত ডঃ চৌধুৰীৰ এই মতটো কষ্ট কল্পিত যেন লাগে। দ্বিতীয়তে ‘গোৰক্ষ-বিজয়’ আৰু ‘ময়নামতীৰ গীত’ত উল্লেখ থকা ‘কদলি-ৰাজ্য’ৰ লগত ‘কন্দলি’ শব্দটোৰ কোনো সম্পৰ্ক নাই। ‘কন্দলি’ উপাধি বিশেষ, ন্যায়ত পাণ্ডিত্য লাভ কৰোঁতা জনক সাধাৰণতে এই উপাধি প্ৰদান কৰা হয়। প্ৰমাণ স্বৰূপে আমি শ্ৰীধৰৰ ‘ন্যায়-কন্দলি’ গ্ৰন্থলৈ আঙুলিয়াব পাৰোঁ।

‘কথা-গুৰু চৰিত’ত অনন্ত কন্দলিৰ নাম আৰু তেওঁৰ পাণ্ডিত্যৰ বিষয়ে উল্লেখ কৰা হৈছে। এই খনি চৰিত পুথি মতে অনন্ত কন্দলি ওৰফে মধু ভাৰতীৰ ঘৰ আছিল পোতনি-পাথৰিত তেওঁ এগৰাকী বিখ্যাত পণ্ডিত তথাপি হৰি বিমুখ; শাক্ত। তেওঁ ধৰ্ম দেৱতাক পূজা কৰিছিল আৰু বৃষভ ৰূপে ব্যক্তহৈ ধৰ্ম দেৱতাই সেই পূজা গ্ৰহণ কৰিছিল। তেওঁৰ ভাৰ্য্যগৰাকী আছিল সতী-মাধবী আৰু বিষ্ণু ভক্তা। হৰি-গুণ-কীৰ্তন আৰু শঙ্কৰদেৱৰ মাহাত্ম্য কীৰ্তন কৰা হেতু কন্দলিয়ে তেওঁৰ পত্নীক এদিন প্ৰহাৰ কৰিলে। সেইদিনা ধৰ্মদেৱতাই পূৰ্ববদৰে পূজা গ্ৰহণ নকৰিলে। পত্নীৰ উপদেশ মতে যন্ত্ৰণা-পীড়িত ধৰ্ম-পূজক কন্দলিয়ে যাত্ৰা কৰিলে—বৰদোৱা অভিমুখে, শঙ্কৰদেৱৰ সাক্ষাৎ লাভ কৰিবলৈ। বৃষভৰূপী ধৰ্মদেৱতাক তেওঁ শঙ্কৰদেৱৰ ওচৰতৰ শুই থকা দেখিবলৈ পালে। বৃষভৰূপী ধৰ্মদেৱতাক নিবৰ বাবে কন্দলিয়ে অশেষ চেষ্টা কৰি ব্যৰ্থ হৈ অৱশেষত তেওঁ শঙ্কৰদেৱৰ ওচৰত শৰণ লয়।



ৰামচৰণ ঠাকুৰৰ ‘গুৰু-চৰিত’ মতে অনন্ত কন্দলি আৰু তেওঁৰ পিতৃ ৰত্ন পাঠক, শঙ্কৰদেৱৰ কন্যা মণুৰ বিয়ালৈ নিমন্ত্ৰিত হৈছিল। এই চৰিত পুথিমতে কোনোবা এজন বিবাদ পৰায়ণ অনন্ত কন্দলিয়ে শঙ্কৰদেৱৰ বিৰুদ্ধে আহোম স্বৰ্গদেৱৰ ৰোষ জগাই তুলিবলৈ অপচেষ্টা কৰিছিল। ইয়াৰ ব্যতিৰেক, ৰামচৰণ ঠাকুৰৰ ‘গুৰু চৰিত’ত উল্লেখ কৰা হৈছে যে কবি অনন্ত কান্দলিয়ে দশম স্কন্ধ অনুবাদ কৰিবলৈ শঙ্কৰদেৱৰ ওচৰত প্ৰাৰ্থনা কৰিছিল। ভূষণ দ্বিজৰ “শ্ৰীশ্ৰীশঙ্কৰদেৱ” মতে অনন্ত শন্দলিয়ে বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰা হেতু ক্ৰোধপৰায়ণ হৈ মহাৰাজ নৰনাৰায়ণে অনন্ত কন্দলিক শাস্তি বিহিবৰ বাবে ময়নানন্দ বিষয়াক নিৰ্দেশ-দিছিল। দৈত্যাৰি ঠাকুৰৰ ‘গুৰু চৰিত’ত অনন্ত কন্দলি সম্পৰ্কীয় কোনো সমল পোৱা নাযায়। ৰামানন্দ দ্বিজৰ ‘শ্ৰীশ্ৰীবংশীগোপালদেৱৰ চৰিত’ অনুসৰি অনন্ত কন্দলি, অনন্ত বংশীগোপাল দেৱৰ পতা ৪৫ জন মেধিৰ অন্যতম। ‘বৰদোৱা চৰিত’ মতে শঙ্কৰদেৱৰ নিৰ্দেশমতে কবি অনন্ত কন্দলিয়ে মধ্য আৰু আন্ত দশম ‘পদ বন্ধে’ অসমীয়ালৈ অনুবাদ কৰে।

ওপৰত বিভিন্ন ‘চৰিত পুথি’ত সন্নিবিষ্ট অনন্ত কন্দলি সম্পৰ্কীয় বৰ্ণনাৰ থূলমূল আভাস দিয়া হৈছে। এতিয়া এই বৰ্ণনা সমূহ কিমান দূৰ সত্য সেই বিষয়ে তলত আলোচনা কৰা হ’ল:

‘কথা-গুৰু-চৰিত’ত পৰিৱেশন কৰা অনন্ত কন্দলি সম্পৰ্কীয় বৰ্ণনাসমূহ অনেক ক্ষেত্ৰত উদ্দেশ্য প্ৰণোদিত, উদ্ভট আৰু বিদ্বেষ ভাবাপন্ন। প্ৰথমতে, অনন্ত কন্দলি কেতিয়াও শাক্ত নাছিল। তেওঁৰ পূৰ্বপুৰুষসকলো আছিল বৈষ্ণৱ,—ভাগৱত পুৰাণ পঠন-পাঠন আৰু আবৃত্তি তেওঁলোকৰ পৰিয়ালৰ এটি বিশেষ গুণ আছিল। এই সন্দৰ্ভত কন্দলিয়ে নিজেই এইদৰে লিখিছে:—

“পিতৃকুল অনুসাৰে। মহাভাগৱত শাস্ত্ৰে। কৃষ্ণে উপজাইল
কিছু ৰতি॥”
“কৃষ্ণৰ প্ৰসাদে। ভাগৱত শাস্ত্ৰে। ভৈলা তান কিছো
মতি॥”

অনন্ত কন্দলি আৰু তেওঁৰ পিতৃ—ৰত্ন পাঠকে হাজোৰ হয়গ্ৰীৱ-মাধৱ মন্দিৰৰ ওচৰতে বাস কৰিছিল। কন্দলিৰ পিতৃ ৰত্ন পাঠক আছিল বৈষ্ণৱ ধৰ্মৰ অকুণ্ঠ সমৰ্থক, ভাগৱত পঠন-পাঠন আছিল তেওঁৰ প্ৰধান গুণ; আনকি তেওঁ ভাগৱত-মন্ত্ৰও পৰিচালনা কৰিছিল। অনন্ত কন্দলি যে শাক্ত নাছিল, তেওঁ যে বৈষ্ণৱহে আছিল,—তাৰ স্পষ্ট আভাস ইয়াৰ পৰাই পাব পাৰি।

দ্বিতীয়তে, অনন্ত কন্দলিৰ অন্য এটি নাম মধুভাৰতী আছিল বুলি কেতিয়াও মানি লব নোৱাৰি। অনন্ত কন্দলিৰ ৰচনাৱলীত তেওঁৰ বিভিন্ন নাম আৰু বিভূষা, যেনে: হৰিচৰণ, চন্দ্ৰভাৰতী, অনন্ত কন্দলি, ভাগৱত ভট্টাচাৰ্য্য আৰু ভাগৱত আচাৰ্য্যৰ উল্লেখ পোৱা যায়; কিন্তু কোনো এখন গ্ৰন্থতে তেওঁ কেতিয়াও মধুভাৰতী নামোল্লেখ কৰা নাই। তেওঁৰ নাম মধুভাৰতী হোৱা-হেঁতেন কৰবাত নহয় কৰবাত এই নামটো উল্লেখ কৰিলে-হেঁতেন। এই ফালৰপৰা আমি কবলৈ বাধ্য হৈছোঁ যে ‘কথাগুৰু চৰিত’ত উল্লেখ থকা মধুভাৰতী ওৰফে অনন্ত কন্দলি, ব্যাকৰণ-স্মৃতি-ভাগৱত-পণ্ডিত-কবি অনন্ত কন্দলি হব নোৱাৰে।

তৃতীয়তে, ‘কথা গুৰু চৰিত’ অনুসৰি অনন্ত কন্দলিয়ে আদি দশম অনুবাদ কৰিছিল; কিন্তু কাৰ্য্যতঃ এই কাম শঙ্কৰদেৱেহে সম্পাদন কৰিছিল। গতিকে ‘কথা-গুৰু চৰিত’ৰ এই মন্তব্যটো সত্যৰ অপলাপৰ বাহিৰে অন্য একো নহয়। অন্যহাতে উক্ত ‘চৰিত’ মতে কন্দলিয়ে ‘ৰাম-কীৰ্ত্তন’, ‘ৰাম-গুণ-মালা’, ‘ঘুমুচা-কীৰ্তন’ আদি ৰচনা কৰিছিল; কিন্তু ভাগৱতাচাৰ্য্য অনন্ত কন্দলিয়ে এইবোৰ গ্ৰন্থ ৰচনা কৰা নাছিল।

চতুৰ্থতে, 'কথা গুৰু চৰিত'ত এই কথাখিনি কোৱা হৈছে শঙ্কৰদেৱ বৰদোৱাত থকা সময়ত। অনন্ত কন্দলিৰ বাসস্থান হাজো। তেনে স্থলত কন্দলিয়ে শংকৰদেৱক তৎক্ষণাৎ বৰদোৱাত লগ পোৱাৰ সম্ভাৱনা বৰ কম। ৰামচৰণ ঠাকুৰৰ 'গুৰু চৰিত'ত অনন্ত কন্দলি সম্পৰ্কত যি বৰ্ণনা দিয়া হৈছে—ই সত্যৰ ওপৰত প্ৰতিষ্ঠিত নহয় যেন লাগে; কিয়নো মন্থৰ বিবাহোৎসৱ উদ্‌যাপিত হৈছিল বৰদোৱাত, অনন্ত কন্দলি থাকে হাজোত, তেনে অৱস্থাত যান-বাহনৰ সুযোগ-সুবিধা নথকা কালত এজন মানুহে খোজ কাঢ়ি প্ৰায় ১৫০ মাইল পথ অতিক্ৰম কৰি বিয়ালৈ যোৱাটো সহজসাধ্য নাছিল। গতিকে এই-গৰাকী অনন্ত কন্দলি হাজোৰ অনন্ত কন্দলি নোহোৱাই স্বাভাৱিক। দ্বিতীয়তে, অনন্ত কন্দলিয়ে শঙ্কৰদেৱৰ বিৰুদ্ধে ৰাজৰোষ জগাবলৈ চেষ্টা কৰা কথাষাৰ পৰিহাৰ কৰাই শ্ৰেয়; কাৰণ কন্দলি আছিল পৰম বৈষ্ণৱ আৰু শঙ্কৰদেৱৰ প্ৰতি তেওঁৰ আছিল অসীম শ্ৰদ্ধা আৰু আনুগত্য।

ভূষণদ্বিজৰ মতে আমি কব পাৰোঁ যে অনন্ত কন্দলিয়ে বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰিছিল। ৰামানন্দ দ্বিজৰ উক্তি এই কাৰণেই মানি লব নোৱাৰি যে বংশীগোপাল দেৱ, কবি অনন্ত কন্দলিতকৈ বয়সত অনেক সৰু আছিল; আৰু তেওঁক কোনো দিনে কাঁহিকুছিৰ মেধি পতা হোৱা নাছিল। এইগৰাকী আন কোনোবা অনন্ত কন্দলি হব পাৰে।

চৰিত পুথিসমূহে, অনন্ত কন্দলিৰ জীৱন-বৃত্ত সম্পৰ্কে নিৰ্ভৰযোগ্য আৰু প্ৰামাণিক সমল যোগাব নোৱাৰিলেও আমি এই বৰ্ণনাসমূহৰ পৰা অনুমান কৰিব পাৰোঁ যে অনন্ত কন্দলি শঙ্কৰদেৱতকৈ বয়সত সৰু আছিল; আৰু শঙ্কৰদেৱৰ আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত হৈ নৱ-বৈষ্ণৱ ধৰ্মৰ প্ৰসাৰ আৰু পুষ্টি সাধনত মনোনিৱেশ কৰিছিল।

অনন্ত কন্দলিয়ে সম্ভৱ ৰাজকীয় পৃষ্ঠপোষকতা লাভ কৰা নাছিল; লাভ কৰাহেঁতেন তেওঁ উল্লেখ কৰিলে-হেঁতেন। অৱশ্যে কেশৱদাস দলপতিৰ পৰা অনুপ্ৰেৰণা লাভ কৰাৰ বিষয়ে কন্দলিয়ে উল্লেখ নকৰাকৈও থকা নাই।

সূৰ্য্যখড়ি দৈৱজ্ঞ বিৰচিত 'দৰঙ্গৰ ৰাজবংশাৱলী' মতে মহাৰাজ নৰনাৰায়ণে, গৌড়-কামৰূপৰ পৰা পণ্ডিতসকলক আমন্ত্ৰণ কৰি আনি 'সত্ৰ-দেৱালয়' পাতিছিল আৰু সেই আহুত পণ্ডিতসকলক 'পূৰ্ব শাস্ত্ৰাদি' নব্যভাৱে ৰচনা কৰিবলৈ অনুৰোধ কৰিছিল। তদনুক্ৰমে পুৰুষোত্তম ভট্টাচাৰ্য্যক 'প্ৰয়োগ ৰত্নমালা ব্যাকৰণ' প্ৰণয়ন কৰিবলৈ, ৰাম সৰস্বতীক ভাৰতৰ পদ ৰচনা কৰিবলৈ, শঙ্কৰদেৱক দ্বাদশস্কন্ধ ভাগৱত 'পদ-বন্ধে', ৰচিবলৈ, শ্ৰীধৰক 'জ্যোতিষ-ভাণ্ডি' মাধ্যখণ্ড ৰচিবলৈ, বকুল কায়স্থক 'লীলাৱতী' অনুবাদ কৰিবলৈ অনুৰোধ কৰে। 'দৰঙ্গ ৰাজবংশাৱলী'ৰ এই বৰ্ণনাত অনন্ত কন্দলিৰ নামোল্লেখ নাই। ৰজা নৰনাৰায়ণে কবি ৰামসৰস্বতীক 'ৰামায়ণ' অনুবাদ কৰিবলৈ নিৰ্দেশ দিছিল; যদিও স্বৰূপাৰ্থত ৰামসৰস্বতীয়ে 'ৰামায়ণ' অনুবাদ কৰা নাছিল—

"শুনিয়োক আজ্ঞা মোৰ ৰামসৰস্বতী।
ভাৰতৰ পদ তুমি কৰিয়ো সম্প্ৰতি॥
আৰু আছে সপ্তকাণ্ড ৰামায়ণ যত।
শ্লোকক ভাঙিয়া পদ কৰিয়ো সাম্প্ৰত॥

স্বৰূপাৰ্থত, সেই সময়ত অনন্ত কন্দলিয়েহে 'ৰামায়ণ' ৰচনা কৰিছিল। 'দৰঙ্গ ৰাজবংশাৱলী'ৰ এই বৈপৰীত্যমূলক উক্তিৰ পৰা আমি অনুমান কৰিব পাৰোঁ যে নৃপতি নৰনাৰায়ণে অনন্ত কন্দলিকহে 'ৰামায়ণ' অনুবাদ কৰিবলৈ নিৰ্দেশ দিছিল, ৰামসৰস্বতীক নিৰ্দেশ দিয়া নাছিল। অৱশ্যে এইটোও সত্য যে অনন্ত কন্দলিয়ে ক'তো কোচ নৃপতি নৰনাৰায়ণৰ পৃষ্ঠপোষকতা লাভ কৰাৰ কথা উল্লেখ কৰা নাই। কিন্তু ঐতিহ্য আৰু জনশ্ৰুতি মতে চন্দ্ৰভাৰতীৰ (অনন্ত কন্দলিৰ) ভাগৱত ব্যাখ্যা আৰু আবৃত্তিত সন্তুষ্ট হৈ কন্দলিৰ প্ৰতিভাৰ সন্মানাৰ্থে মহাৰাজ নৰনাৰায়ণে ৰাজাদুৱাৰৰ ওচৰত এটি মণ্ডপ নিৰ্মাণ কৰাই দিয়াইছিল। এই মণ্ডপটো অধুনাও চন্দ্ৰভাৰতীৰ মণ্ডপৰূপে পৰিচিত। এই মণ্ডপতেই এটি শিলত এইদৰে খোদিত কৰা হৈছিল—



"শীতে তৰণী তাপেন গ্ৰীষ্মে লৌহিত্য বায়ুনা।
সুখদোখিল লোকানাং মণ্ডপঃ চন্দ্ৰভাৰতে॥"

ওপৰৰ আলোচনাৰপৰা প্ৰতীয়মান হয় যে অনন্ত কন্দলিয়ে মহাৰাজ নৰনাৰায়ণৰ পৃষ্ঠপোষকতা লাভ কৰিছিল। কনকলাল বৰুৱাৰ মতেও কন্দলিয়ে নৰনাৰায়ণৰ পৃষ্ঠ-পোষকতা লাভ কৰিছিল। ড° বাণীকান্ত কাকতি ড° বিৰিঞ্চিকুমাৰ বৰুৱা, হেম বৰুৱা আদি প্ৰথিতযশা পণ্ডিতসকলেও এই মতটো সমৰ্থন কৰে। অনন্ত কন্দলিয়ে যে মহাৰাজ নৰনাৰায়ণৰ পৃষ্ঠপোষকতা লাভ কৰিছিল সেই বিষয়ে কবলৈ গৈ ছাৰ এডৱাৰ্ড গেইটে এইদৰে লিখিছে:—Naranarayana was a great patron of learning, and some of the best known Assamese writings date from his reign. Many Vaiṣnava hymns and homilies were written by Śankaradeva and Madhavadeva; Purusottama Vidyabagiśa compiled a grammar, and Ananta Kandali translated the Bhagavata and other books into Assamese."

পন্দিতসকলৰ মতৰ অনুকূলে অগ্ৰসৰ হৈ আমি কব পাৰোঁ যে অনন্ত কন্দলিয়ে ৰাজকীয় পৃষ্ঠপোষকতা লাভ কৰিছিল। দ্বিতীয়তে, অনন্ত কন্দলি যদিও শঙ্কৰদেৱৰ সমসাময়িক আছিল তত্ৰাচ তেওঁ শঙ্কৰদেৱতকৈ বয়সত সৰু আছিল। ইয়াৰ স্পষ্ট আভাস কন্দলিয়ে নিজেই দিছে:—

"আছিল কায়স্থ কৃষ্ণ কিঙ্কৰ শঙ্কৰ।
তেহো ভাগৱত কথা ৰচিলো সুন্দৰ॥
যাতহন্তে ভৈল কৃষ্ণ কথাৰ প্ৰসিদ্ধি।
জানিলেক লোকে ভকতি সে নৱনিধি॥
সিটো মহন্তৰ কথা কহিবো মহত।
যাৰ কৃষ্ণ কথা গীতে ব্যাপিলে জগত॥
নামতে কায়স্থ মহা হৰিত ভকত।
কৃষ্ণ স্মৰি স্থিত ভৈল বৈকুণ্ঠত॥"

অনন্ত কন্দলিৰ নিজা উক্তি আৰু কালিৰাম মেধি, ড° বিৰিঞ্চিকুমাৰ বৰুৱা, ড° সূৰ্য্যকুমাৰ ভূঞা, ড° বাণীকান্ত কাকতি, ড° সত্যেন্দ্ৰনাথ শৰ্মা, ড° মহেশ্বৰ নেওগ আদি পণ্ডিতসকলৰ সিদ্ধান্তৰ অনুকূলে গৈ কব পাৰি যে অনন্ত কন্দলি খ্ৰীঃ ষোড়শ শতিকাৰ প্ৰথম দুই দশকৰ ভিতৰত জন্ম লাভ কৰি ষোড়শ শতিকাৰ শেষ ভাগলৈ জীৱিত আছিল।

**ৰচনাৱলী:**—কাব্য-সাহিত্যৰ নভোমণ্ডলত কবি অনন্ত কন্দলিৰ গৌৰৱপূৰ্ণ দান—বিশাল আৰু ব্যাপক। অসমীয়া আৰু সংস্কৃত উভয়তে সিদ্ধহস্ত কবি-সাহিত্যিক কন্দলিয়ে, বাল্মীকি কৃত ৰামায়ণ আৰু ভাগৱত-পুৰাণৰ অন্তৰ্গত দশম স্কন্ধৰ অধিকাংশ অনুবাদ কৰিছিল; সংস্কৃতত পাণ্ডিত্যপূৰ্ণ নিবন্ধ ৰচিছিল আৰু বিভিন্ন পুৰাণৰ পৰা বিষয়বস্তু গ্ৰহণপূৰ্বক 'পদ-বন্ধে' কাব্য প্ৰণয়ন কৰিছিল।

'কথা-গুৰুচৰিত' মতে কন্দলিয়ে 'দশম', 'সপ্তকাণ্ড ৰামায়ণ', 'ৰাম-কীৰ্ত্তন', 'ৰাম-গুণ-মালা', 'ঘুনুছা-কীৰ্তন', 'বৈষ্ণৱামৃত', 'মন্বন্তৰ', 'মৎস্য মাধৱৰ-চিত্ৰকেতু চৰিত', 'ভাগৱত-পুৰাণৰ ৪ৰ্থ, ৫ম, ৭ম, ৯ম স্কন্ধ', 'ৰাম-মালিকা', 'কাণ-খোৱা', 'জীৱ-তুতি', 'ৰুদ্ৰ-যামল', 'সাত্বত-তন্ত্ৰ' আদি গ্ৰন্থ ৰচনা কৰিছিল। 'কথা-গুৰু চৰিত'ৰ এই বৰ্ণনা সত্যৰ ওপৰত সম্পূৰ্ণভাৱে প্ৰতিষ্ঠিত নহয়; কাৰণ এইটো সুনিশ্চিত যে চন্দ্ৰভাৰতী ওৰফে অনন্ত কন্দলিয়ে কেতিয়াও 'ৰাম-কীৰ্তন', 'ৰাম-গুণ-মালা', ঘুনুছা-কীৰ্তন', 'মন্বন্তৰ', 'মৎস্য-মাধৱৰ চিত্ৰকেতু চৰিত', 'ভাগৱত পুৰাণৰ ৪ৰ্থ, ৫ম, ৭ম, ৯ম স্কন্ধ', কাণ-খোৱা', 'ৰুদ্ৰ-যামল' আৰু 'সাত্বত তন্ত্ৰ' প্ৰণয়ন কৰা নাছিল। অনন্ত ঠাকুৰে ৰচনা কৰিছিল 'ৰাম-কীৰ্তন'। 'ঘুনুছা-কীৰ্তন' আৰু 'কাণ-খোৱা' পুথি দুখন প্ৰণয়ন কৰিছিল শ্ৰীধৰ কন্দলিয়ে। 'ভাগৱত পুৰাণ'ৰ ৪ৰ্থ স্কন্ধ অনুবাদ কৰিছিল জয়ৰাম, কলাপচন্দ্ৰ, বিষ্ণুভাৰতী, ৰত্নাকৰ মিশ্ৰ আৰু অনিৰুদ্ধই। ৫ম স্কন্ধ ভাগৱতৰ অনুবাদক অনিৰুদ্ধ কায়স্থ। ৭ম আৰু ৯ম স্কন্ধ ভাগৱত তৰ্জমা কৰিছিল কেশৱ কায়স্থই। ভাগৱত-পুৰাণৰ এই স্কন্ধকেইটা অনন্ত কন্দলিয়ে অনুবাদ কৰিছিল

যদিও সাম্প্ৰতিকলৈকে উদ্ধাৰ হোৱা নাই। ভাগৱত মিশ্ৰই ৰচনা কৰিছিল 'সাত্বত-তন্ত্ৰ'। 'ৰাম-মালিকা' শঙ্কৰদেৱৰ ৰচনাহে, অনন্ত কন্দলিৰ নহয়। 'ৰাম গুণ-মালা', 'মন্বন্তৰ', 'মৎস্য-মাধৱৰ চিত্ৰকেতু চৰিত' আৰু 'ৰুদ্ৰ যামল' পুথি কেইখন বৰ্তমানলৈও আমাৰ হাতত পৰা নাই; গতিকে এই কেইখন পুথিৰ প্ৰকৃত ৰচয়িতা কোন থাতাংকৈ কোৱা টান। অনন্ত কন্দলিয়ে যে 'মধ্য' আৰু 'অন্ত্যদশম' আৰু 'ৰামায়ণ' অনুবাদ কৰিছিল তাত বিন্দুমাত্ৰও সন্দেহ নাই। সেইদৰে 'বৈষ্ণৱামৃত' আৰু 'জীৱ-তুতি' পুথি দুখনো কন্দলিৰ ৰচনা বুলি মানি লোৱাৰ সপক্ষে যুক্তি দাঙি ধৰিব পাৰি।

কালিৰাম মেধিয়ে কন্দলিৰ নামত 'সহস্ৰ নাম', 'ঘুনুছা-কীৰ্ত্তন', 'কাণখোৱা' আৰু 'কুমৰ হৰণ কাব্য' সাঙুৰি দিছে। ড° বিৰিঞ্চিকুমাৰ বৰুৱাৰ মতে অনন্ত কন্দলিয়ে, 'মধ্য' আৰু 'অন্ত্যদশম', 'মহীৰাৱণ বধ', 'হৰি-হৰ যুদ্ধ', 'বৃত্ৰাসুৰ বধ', 'ভাৰত-সাৱিত্ৰী', 'জীৱ-তুতি' আৰু 'কুমৰ হৰণ' কাব্য প্ৰণয়ন কৰিছিল। ড° বৰুৱাই 'হৰি-হৰ যুদ্ধ' আৰু 'কুমৰ হৰণ' দুখন স্বকীয়া কাব্যৰূপে গ্ৰহণ কৰিছে; যদিও যথাৰ্থতে কাব্য এখনহে, নামহে দুটা। 'ভাৰত-সাৱিত্ৰী' নামৰ পুথিখন আজিলৈকে আৱিষ্কৃত হোৱাই নাই। গতিকে এই পুথিখন কন্দলিৰ নামত সাঙুৰি দিয়া টান। দেবেন্দ্ৰনাথ বেজবৰুৱাই উল্লেখ কৰিছে যে, কন্দলিয়ে 'খটাসুৰ বধ', 'কিৰাট যুদ্ধ', 'কীচক-বধ' আৰু 'সীতাৰ পাতাল প্ৰবেশ' নাটক ৰচনা কৰিছিল। তেওঁৰ মতে কন্দলিৰ 'সীতাৰ পাতাল প্ৰৱেশ' নাটখনি সৰ্বাঙ্গ সুন্দৰ আছিল আৰু এই নাটখনি নামঘৰত অভিনীত হৈছিল। বেজবৰুৱাৰ এই মত মানি লোৱা টান হৈ পৰে এই কাৰণেই যে কন্দলি কৃত এই পুথিসমূহ আজিলৈ উদ্ধাৰ হোৱা নাই। ডিম্বেশ্বৰ নেওগৰ মতে কন্দলিৰ ৰচনাৱলী হৈছে—'কুমৰ হৰণ কাব্য', 'বৃত্ৰাসুৰ বধ', 'মহীৰাবণ বধ', 'দশম', 'ৰামায়ণ' আৰু 'বৈষ্ণবামৃত'। ইয়াৰ বাহিৰেও নেওগে 'অভিমন্যু বধ', কথাসূত্ৰ', 'জন্ম ৰহস্য'' আৰু 'বৃহৎ স্যমন্তক হৰণ' কাব্যৰো ৰচয়িতা স্বৰূপে কন্দলিক নিৰ্দেশ কৰিছে; কিন্তু পুথি কেইখনৰ অন্তৰঙ্গ প্ৰমাণৰ ফালৰ পৰা কব পাৰি যে ভাগৱত ভট্টাচাৰ্য্য অনন্ত কন্দলিয়ে এই পুথি কেইখন ৰচনা কৰা নাছিল। ড° মহেশ্বৰ নেওগৰ মতে কন্দলিয়ে অবিসম্বাদিতভাবে 'কুমৰ হৰণ কাব্য', 'বৃত্ৰাসুৰ বধ', 'দশম' আৰু 'ৰামায়ণ' ৰচনা কৰিছিল। ড° সত্যেন্দ্ৰনাথ শৰ্মাৰ মতে অনন্ত কন্দলিয়ে 'মহীৰাৱণ বধ', কুমৰ হৰণ কাব্য', 'বৃত্ৰাসুৰ বধ কাব্য', 'দশম' আৰু 'ৰামায়ণ' পদ-বন্ধে ৰচনা কৰিছিল। 'মহীৰাৱণ বধ' কাব্যখনি চন্দ্ৰভাৰতীৰ ( অনন্ত কন্দলি ) নামত প্ৰচলিত আছে, যদিও যথাৰ্থতে এই কাব্য-খনি ভাগৱতাচাৰ্য্য কন্দলিৰ ৰচনা হয়নে নহয় বিচাৰ্য্য। সাম্প্ৰতিকলৈকে 'মহীৰাৱণ বধ' কাব্যৰ তিনিটা প্ৰতিলিপি পোৱা হৈছে। এই প্ৰতিলিপি তিনিটাৰ অন্তৰঙ্গ প্ৰমাণৰ ফালৰ পৰা আমি নিশ্চিতভাবে কব পাৰোঁ যে কন্দলিয়ে 'মহীৰাৱণ বধ' কাব্যখনি ৰচনা কৰা নাই। এই প্ৰসঙ্গত ড° সত্যেন্দ্ৰনাথ শৰ্মাই সমিচীন মন্তব্য দাঙি ধৰিছে :—"In view of the dominance of flippant fancy and shallow treatment of the subject, it is doubtful whether Ananta Kandali, the celebrated Vaisnava poet of the sixteenth century ever wrote it." ড° মহেশ্বৰ নেওগেও ড° শৰ্মাৰ এই মত সমৰ্থন কৰে।

পণ্ডিত শ্ৰীযুত মনোৰঞ্জন শাস্ত্ৰীৰ সৌজন্যত অনন্ত কন্দলি কৃত দুখন সংস্কৃত পুথিৰ সন্তেদ পোৱা হৈছে :—'কল্পদ্ৰুম' আৰু 'নীতিৰত্ন'। ড° প্ৰফুল্ল দত্ত গোস্বামীৰ সৌজন্যত অনন্ত কন্দলি কৃত 'লৱ-কুশৰ যুদ্ধ' শীৰ্ষক এটি পাণ্ডুলিপি পোৱা হৈছে। এই পুথিখন বিভিন্ন দুজন প্ৰকাশকে "অজ্ঞাত কবিৰ ৰচনা"ৰূপে প্ৰকাশো কৰিছে। কাব্যখনিৰ শেষৰ পদটিত মাথো এবাৰহে অনন্ত কন্দলিৰ নামোল্লেখ কৰা হৈছে। প্ৰকাশ প্ৰাপ্ত পুথিত এই পদটো লক্ষ্য কৰা নাযায়। সেই ফালৰ পৰা পাণ্ডুলিপিত গোচৰীভূত অনন্ত কন্দলি নাম যুক্ত পদটো প্ৰক্ষিপ্ত যেনহে লাগে। গতিকে এই পুথিখনো কন্দলিৰ নামত সাঙুৰি দিব নোৱাৰি। 'অশ্বমেধ' শীৰ্ষক অসম্পূৰ্ণ পাণ্ডুলিপি এটিতো কন্দলিৰ নামোল্লেখ লক্ষ্য কৰা যায়। এই কাব্যখনিৰ বিষয়বস্তুৰ লগত ভবদেৱ বিপ্ৰৰ 'নাগাক্ষ-যুদ্ধ' কাব্যৰ বিষয় বস্তুৰ সম্পূৰ্ণ সাদৃশ্য অনুমেয়। দ্বিতীয়তে, কাব্যখনিয়ে কন্দলিৰ কবি প্ৰতিভাৰ পৰিচয় নুঠাই নিদিয়ে আৰু ইয়াৰ ভাষাও অৰ্বাচীন। সাতে পাচে এই পুথিখনো কন্দলিৰ ৰচনা বুলিব নোৱাৰি।

ওপৰৰ আলোচনাৰ ওপৰত নিৰ্ভৰ কৰি অনন্ত কন্দলিৰ গ্ৰন্থসমূহৰ সুবিন্যস্ত আৰু অবিসম্বাদিত তালিকা এনে তলত দিয়া ধৰণে প্ৰস্তুত কৰিব পাৰি—

(১) কুমৰ হৰণ কাব্য, (২) বৃত্ৰাসুৰ বধ কাব্য,
(৩) নীতিৰত্ন ( সংস্কৃত ), (৪) কল্পদ্ৰুম ( সংস্কৃত )
(৫) জীৱ-তুতি, (৬) বৈষ্ণবামৃত,
(৭) ৰামায়ণ আৰু (৮) দশম।

কন্দলিৰ ৰচনাসমূহ তলত দিয়া ধৰণে কালানুসাৰে ভাগ কৰি দেখুৱাব পাৰি—

[ক] আদিকাল :—আনুমানিক খ্ৰীঃ ১৫৪০ চনলৈকে বিস্তৃত। এই সময়ছোৱাত চৰিত গ্ৰন্থসমূহ—

(১) কুমৰ হৰণ কাব্য।
(২) বৃত্ৰাসুৰ বধ কাব্য।

[খ] মধ্যকাল :—আনুমানিক খ্ৰীঃ ১৫৫০ চনলৈকে। এই কালছোৱাত ৰচিত পুথিসমূহ—

(১) নীতিৰত্ন ( সং )।
(২) কল্পদ্ৰুম ( সং )।
(৩) জীৱতুতি।
(৪) বৈষ্ণৱামৃত।

[গ] অন্ত্যকাল :—প্ৰায় ১৫৯০ চনলৈকে বিস্তৃত। অন্ত্যকালছোৱাত ৰচিত গ্ৰন্থৰাজি—

(১) ৰামায়ণ।
(২) দশম।

বিষয়বস্তু অনুসৰি অনন্ত কন্দলিৰ গ্ৰন্থসমূহ তলত দিয়া ধৰণে ভাগ কৰিও দেখুৱাব পাৰি—

(১) কাব্য :—[ক] কুমৰ হৰণ [খ] বৃত্ৰাসুৰ বধ।
(২) ধৰ্মতত্ত্ব সম্পৰ্কীয় :—[ক] জীৱতুতি, [খ] বৈষ্ণৱামৃত।
(৩) ভাগৱত পুৰাণৰ অনুবাদ :— [ক] দশম ( মধ্য আৰু অন্ত্য )
(৪) ৰামায়ণ অনুবাদ :— [ক] অযোধ্যা কাণ্ড, [খ] অৰণ্য কাণ্ড, [গ] কিষ্কিন্ধ্যা কাণ্ড।
(৫) স্মৃতি-শাস্ত্ৰ সম্পাদন :— [ক] নীতিৰত্ন [খ] কল্পদ্ৰুম।



# সাধু বুদ্ৰাম মহন্ত

শ্ৰীচিদানন্দ মহন্ত

শুৱালকুছি গাওঁত পঢ়িয়া মাধৱ আতৈৰ বংশত ভঠৌ মহন্ত নামে এজন অতি সাত্বিক সাধুপুৰুষ আছিল। তেওঁৰ পত্নী আয়ামালাৰ গৰ্ভত ১৭২৪ শকৰ ফাগুন মাহৰ ১১ তাৰিখ বুধবাৰে পূৰ্ণিমা তিথিত এটি পুত্ৰ সন্তান জন্ম হয়। এইজনাই হৈছে ক্ষণজন্মা পুৰুষ সাধু বুদৰাম মহন্ত।

বুদৰাম মহন্তৰ দুবছৰ হোৱাৰ পিছত ভঠৌ মহন্তৰ আৰু এটি ল'ৰা সন্তান জন্ম হ'ল। তেওঁৰ নাম থলে তাৰাৰাম। ইয়াৰ কিছুদিন পাছত ভঠৌ মহন্তৰ লোকান্তৰ ঘটে। আয়ামালাই অতি কষ্টৰ মাজেদি সন্তান দুটি লালন-পালন কৰে। সৰুৰে পৰা বুদৰাম আছিল অতি নম্ৰ, ধীৰ, স্থিৰ আৰু শান্ত স্বভাৱৰ। মাতৃৰ আদেশমতে কাইঠেলী পাঠশালাত পঢ়িবলৈ আৰম্ভ কৰি অতি কম দিনৰ ভিতৰতে সাঁচিপাতৰ পুথি পঢ়িব পৰা হয়।

তেওঁ দেখাত এজন অতি সুন্দৰ সুঠাম যুবক আছিল। শাৰীৰিক শক্তিও আছিল তেওঁৰ যথেষ্ট। লগৰীয়াবোৰে তেওঁক কোনো কথাতে কেতিয়াও পৰাভূত কৰিব নোৱাৰিছিল।

শাৰীৰিক শক্তিৰ নিচিনাকৈ মানসিক বিকাশতো তেওঁ কোনোগুণে পিছ পৰি থকা নাছিল। অসমীয়া শিকাৰ লগতে তেওঁ সংস্কৃত ভাষাও শিকিলে। কীৰ্তন দশম, নামঘোষা, ৰত্নাৱলী আদি শাস্ত্ৰসমূহ পঢ়ি অতালে। এই শাস্ত্ৰসমূহৰ অধ্যয়ন কৰি থাকোতে মাজে সময়ে হাটী সত্ৰলৈ গৈ তেতিয়াৰ অধিকাৰ হৰিজয় মহন্তৰ লগত ধৰ্মৰ কথা আলোচনা কৰে। পিছত বুদৰাম মহন্তই তেওঁৰ ওচৰতে এদিন শৰণ ধৰ্ম গ্ৰহণ কৰে।

শৰণ ধৰ্ম লৈ উঠি তেওঁ যেন নতুন জীৱন লাভ কৰিলে। এতিয়া তেওঁ হাটী সত্ৰৰ পৰা নুঠাতে পৰিল আৰু কেৱল নাম, কীৰ্তন কৰা, গুৰুসেৱা, ঈশ্বৰ সেৱাই হৈ পৰিল তেওঁৰ প্ৰধান কাম। সাংসাৰিক জীৱনৰ প্ৰতি তেওঁৰ কোনো আকৰ্ষণ নোহোৱা হ'ল।



ভোগ-বিলাসিতা ত্যাগ কৰি সহজ সৰল অনাড়ম্বৰ জীৱন যাপন কৰিবলৈ ধৰিলে।

সংসাৰৰ প্ৰতি উদাসীন মনোভাব লক্ষ্য কৰি এদিনা-খন মাতৃ আয়ামালাই বুদৰাম মহন্তক বিয়া বাৰু কৰাই দি সংসাৰ বন্ধনত আৱদ্ধ কৰিবলৈ বিচাৰিলে। মাতৃৰ মনত অলপো আঘাত নলগাকৈ অতি বিনীত-ভাৱে সেই প্ৰস্তাৱ প্ৰত্যাখ্যান কৰিলে আৰু তাৰ পৰিবৰ্তে ভায়েক তাৰাৰামৰ বিয়া পাতি দিবলৈ মাতৃক অনুৰোধ কৰিলে। লগতে মাতৃৰ পৰা আশীৰ্বাদ বিচাৰিলে যাতে তেওঁ অবিচলিতভাৱে ঈশ্বৰ সেৱাত ব্ৰতী হৈ থাকিব পাৰে।

ইয়াৰ পিছত এদিন তেওঁ হাটীসত্ৰলৈ আহি অধিকাৰ হৰিজয় আতৈৰ সেৱক হিচাপে থাকিবলৈ ললে। এতিয়া গুৰুৰ আদেশক্ৰমে হাটীসত্ৰৰ সকলো কামকে অতি দক্ষতাৰে কৰিবলৈ ধৰিলে। নাম প্ৰসঙ্গৰ পৰা আৰম্ভ কৰি সাধু-ভকতক সোধ-পোচ কৰা সকলো দায়িত্ব পৰিল তেওঁৰ ওপৰত। হৰিজয় অধিকাৰ ক্ৰমে বুঢ়া হৈ অহাত হাটীসত্ৰৰ বাবে এজন ডেকা অধিকাৰৰ দৰকাৰ হ'ল। আচলতে হৰিজয় মহন্তৰ ভতিজাক সোৰাম মহন্ত ডেকা অধিকাৰ হব লাগিছিল যদিও স্বভাৱ-চৰিত্ৰ আৰু ধৰ্মত মতিগতি উপযুক্ত নেদেখি বুদৰাম মহন্তকহে এদিন ভাল দিন বাৰ চাই ডেকা অধিকাৰৰ মালা মূৰত পিন্ধাই দিলে। এতিয়াৰ পৰা তেওঁ হাটী সত্ৰৰ সৰ্বাঙ্গীন উন্নতিৰ হকে কাম কৰাত আৰু অধিক মনোনিবেশ কৰিলে।

লাহে লাহে হৰিজয় আতৈ আৰু অধিক বুঢ়া হৈ অহাত হাটী সত্ৰৰ এজন উপযুক্ত গৰাকী পাতিবলৈ মনস্থ কৰিলে। সেই উপযুক্ত গৰাকীজন বুদৰাম মহন্তৰ বাহিৰে যে আন কোনো হ'ব নোৱাৰে এই কথা হৰিজয় আতৈ ভালদৰে উপলব্ধি কৰিলে। তথাপি বুদৰাম মহন্তই এই পদৰ অধিকাৰী হৈ সত্ৰ চলাব পাৰিবনে নোৱাৰে তাৰে পৰীক্ষা চোৱা সুযোগ বিচাৰিলে। বুঢ়া অধিকাৰে যিদৰে ভাবিলে; তেনে-দৰে এদিন পৰীক্ষা চোৱাৰ সুযোগ পালে। এদিন আবেলি গুৰুৰ বিনাঅনুমতিত বুদৰাম মহন্তই জয়ৰাম মহন্ত নামৰ এজন মহন্তৰ সৈতে ভাজঘৰৰ কাষত বহি ধৰ্মালাপৰ লগতে হাটীসত্ৰৰ বিষয়ে আলোচনা কৰি থাকোতে বুঢ়া অধিকাৰে গম পালে। আগেয়ে অনুমতি নোলোৱাকৈ এনে কাম কৰাত তেওঁক দোষী সাব্যস্ত কৰিলে আৰু সেই দিনাই হাটীসত্ৰৰ পৰা বিদায় দিলে।

নিজৰ দোষৰ বাবে ক্ষমা প্ৰাৰ্থনা কৰি গুৰুবাক্য লঙ্ঘন নকৰি বুদৰাম মহন্ত হাটীসত্ৰৰ পৰা ওলাই আহিল আৰু পোৰাভেটি সত্ৰত থাকিবলৈ ললে। তাত কিছুদিন থকাৰ পিছত বৰসত্ৰৰ সাধু ভকত সকলৰ আহ্বানক্ৰমে তেওঁ বৰসত্ৰলৈ আহে। ইয়াতে তেওঁ নাম-প্ৰসঙ্গ ধৰ্ম চৰ্চ্চা আদি কৰাৰ ওপৰিও যাত্ৰা ভাওনা, উৎসৱ-পাৰ্বন আদি মহাসমাৰোহেৰে পালন কৰি দিন নিয়াব ধৰিলে।

অলপ দিনৰ ভিতৰতে তেওঁৰ যশস্যা চাৰিওফালে বিয়পি পৰিল আৰু সকলো মানুহে তেওঁৰ সদাচাৰণত মুগ্ধ হৈ পৰিল। ইফালে হাটীসত্ৰৰ বুঢ়া অধিকাৰে তেওঁৰ এনে গুণ গৰিমাৰ কথা শুনি মনে মনে বৰ আনন্দ পালে। তেওঁ এতিয়া নিশ্চিত হল যে বুদৰাম মহন্তই ভৱিষ্যতে হাটীসত্ৰৰ বুঢ়া অধিকাৰ হৈ সত্ৰৰ গৌষ্ঠৱ বৃদ্ধি কৰিব পাৰিব তাত কোনো সন্দেহ নাই।

লাহে লাহে কিছুদিন যোৱাত হৰিজয় আতৈয়ে নিজৰ গা অৱশ যেন পাই বুদৰাম মহন্তক বৰসত্ৰৰ পৰা কেইজনমান বিশিষ্ট ভকতৰ দ্বাৰা নিমন্ত্ৰণ কৰি পুনৰ হাটীসত্ৰলৈ আনিলে। তাৰ পিছত এদিন ভাল দিন-বাৰ চাই বুঢ়া অধিকাৰে হৰিকীৰ্তন পাতিলে। তালৈ গাওঁৰ সাধুমহন্ত, বৈষ্ণৱ ভকত সকলোকে নিমন্ত্ৰণ কৰিলে। নাম কীৰ্তন সমাপনৰ পিছত বুঢ়া অধিকাৰ হৰিজয় আতৈয়ে বুদৰাম মহন্তক সেই দিনাৰ পৰা হাটীসত্ৰৰ গৰাকী বুলি ঘোষণা কৰিলে আৰু ধৰ্মমালা মূৰত পিন্ধাই দি হৰিধ্বনি কৰিলে।

বুদৰাম মহন্ত হাটীসত্ৰৰ গৰাকী হোৱাৰ সাত দিনৰ পাছত বুঢ়া অধিকাৰৰ বৈকুণ্ঠ প্ৰয়াণ ঘটে। মহাসমাৰোহেৰে তেওঁৰ অন্ত্যেষ্টি ক্ৰিয়াৰ পাছত হৰি নাম কীৰ্তনেৰে সকলো কাৰ্য সমাপন কৰিলে।

এতিয়া বুদৰাম মহন্তই হাটীসত্ৰৰ গৰাকী হৈ সত্ৰৰ সকলো কাৰ্য্যকে অতি সুন্দৰভাৱে পৰিচালনা কৰি ধৰ্ম-চৰ্চ্চা কৰিবলৈ ধৰিলে। সকলো সময়তে কেৱল ঈশ্বৰ চিন্তাতে নিমগ্ন লৈ শিষ্যসমূহক সৎপথ দেখুৱাবলৈ ধৰিলে। তেওঁৰ সাত্বিক সৌম্যমূৰ্তি আৰু সজ আচৰণ দেখি হাজাৰ হাজাৰ মানুহে তেওঁৰ ওচৰত ধৰ্ম কথা শুনিবলৈ অহা হ'ল। এইদৰে তেওঁ শুৱালকুছিৰ বিভিন্ন জাতি-ধৰ্মৰ মানুহৰ পৰা সমানে শ্ৰদ্ধা-ভক্তি লাভ কৰিব ধৰিলে। বহুতোলোকে তেওঁৰ ওচৰত শৰণ ধৰ্ম গ্ৰহণ কৰিলে।

ধৰ্মৰ প্ৰতি থকা আগ্ৰহৰ নিচিনাকৈ কৰ্মৰ প্ৰতিও তেওঁৰ যথেষ্ট আগ্ৰহ আছিল। নিজৰ খোৱা-লোৱাৰ ব্যৱস্থা নিজে কৰিছিল। নিজৰ কাপোৰ-কানি নিজে ধুই লৈছিল। আনকি বাহাৰ বাড়ীত কোৰ মৰা কামো নিজে কৰিছিল। বাঁহ বেটৰ কাম, কাঠৰ ডাঙৰ নাও সজা কাম আৰু সেই নাও ভাৰালৈ দিয়া ব্যৱসায়ো তেওঁ কৰিছিল। ইয়াৰ বাহিৰেও গাওঁৰ মেল-দৰবাৰতো তেওঁ ৰায় দিছিল।

তেখেতৰ পিন্ধা-উৰা কাপোৰো আছিল অতি সাধাৰণ ( ধুতি এখন, চাদৰ এখন, গামোছা এখন আৰু গাঁতি এখন )। তেখেতৰ আহাৰো আছিল অতি সামান্য। একেটা পাত্ৰতে চাউল দালি আদি একেলগে সিজাই ভোজন কৰিছিল। তাকো প্ৰসঙ্গৰ আগতে জালকুৰা মাৰি পাত্ৰতো জুইৰ ওপৰত তুলি দি যায় আৰু প্ৰসঙ্গৰ পিছত আহি বাঢ়ি লৈ ভোজন কৰে। সেইদৰে তেওঁৰ শয়নৰ বাবে বিচনাও আছিল অতি সাধাৰণ ধৰণৰ।

তেওঁ অধিকাৰ হৈ থকা সময়তে হাটীসত্ৰত এখনি সৰুকৈ পাঠশালা পাতি বাহাৰ ভকতসকলক শিক্ষা দিয়াৰ ব্যৱস্থা কৰিছিল। নিজে উপদেশতকৈ আৰ্হিৰ দ্বাৰা সকলোকে শিক্ষা দিছিল।

জগতত প্ৰায়বিলাক মহৎলোকৰ জীৱনতে সৰ্ব-সাধৰণ লোকতকৈ কোনো কোনো ক্ষেত্ৰত কিবা নহয় কিবা বিশেষত্ব দেখা যায়। এখেত বুদৰাম মহন্তৰ জীৱনতো কিছুমান অলৌকিক ঘটনা ঘটাৰ দৃষ্টান্ত পোৱা যায়। তেখেত আছিল এজন বাকসিদ্ধ পুৰুষ।

তেখেতে যি কৈছিল, সেই কথাই আখৰে আখৰে ফলিয়াইছিল। এতিয়া বুদৰাম মহন্তৰ বয়স বাঢ়ি আহি বৃদ্ধকাল উপস্থিত হোৱাত লক্ষ্মীকান্ত নামে এজন ডেকা মহন্তক হাটীসত্ৰৰ ডেকা অধিকাৰ পদত অভিষিক্ত কৰিলে।

এইদৰে যেতিয়া তেওঁৰ বয়স ১১৫ বছৰ হলহি এদিন ভাল দিন-বাৰ চাই হৰিকীৰ্তন পাতিলে আৰু ডেকা সত্ৰাধিকাৰ লক্ষ্মীকান্তৰ মূৰত ধৰ্মমালা দি বুঢ়া সত্ৰাধিকাৰ পাতি হাটীসত্ৰৰ সম্পূৰ্ণ দায়িত্বভাৰ অৰ্পণ কৰিলে।

লাহে লাহে বুদৰাম মহন্তৰ অন্তিম সময় উপস্থিত হ'ল আহি। এদিন এটি পালনামৰ আয়োজন কৰিলে। তালৈ সমূহ শিষ্য, সাধু, মহন্তক নিমন্ত্ৰণ কৰা হ'ল। সকলো থানৰ বাতৰি, ৰাইজৰ বাতৰি আৰু গুৰুৰ বাতৰি সুধি বাহা ঘৰৰ কাঠৰ গাদিত বহিল। সেইদিনা তেওঁ সমূহ বাপুভকতৰ আগত তেওঁৰ শেষবাণীত সকলোকে মিলা-প্ৰীতিৰে থাকিবলৈ আহ্বান জনাই আশীৰ্বাদ কৰিলে।

অৱশেষত পিছদিনাখন বৃহস্পতিবাৰে ঢলপুৱাতে ডেকা অধিকাৰক জগাই দি গা-পা ধুবলৈ ক'লে আৰু তেওঁকো স্নান কৰাই দিবলৈ ক'লে। সেইদৰে তেওঁক স্নান আদি কৰাই নতুন বস্ত্ৰ পৰিধান কৰোৱাৰ পাছত চোতালত আসন সজাই তেওঁক আনি শুৱাই দিলে। সেই সময়ত সাধুসকলে নামকীৰ্তন কৰি আছিল আৰু তেওঁ এবাৰ চাৰিওফালে চকু ঘূৰাই কীৰ্তন ঘৰ আৰু বাহাঘৰৰ ফালে সেৱাজনাই শেষ নিশ্বাস ত্যাগ কৰিলে।



বৈকুণ্ঠ প্ৰয়াণৰ সময়ত তেওঁৰ বয়স হৈছিল ১১৭ বছৰ। সেইদিনটো আছিল ১৮৪১ শকৰ ৩০ মাঘ, বৃহস্পতিবাৰ।

এইদৰে শুৱালকুছি গাওঁৰ এজন মহৎ পুৰুষৰ নশ্বৰ দেহৰ অৱসান হ'লেও আজিও তেওঁৰ নাম প্ৰত্যেক গাওঁবাসীৰ মুখে মুখে শুনা যায়। এতিয়াও তেওঁৰ অমৰ আত্মাৰ সাক্ষী হৈ আছে হাটীসত্ৰ, সাক্ষী হৈ আছে শুৱালকুছি বুদৰাম-মাধৱ সত্ৰাধিকাৰ মহাবিদ্যালয়।

# বিহগী কবি ৰঘুনাথ চৌধাৰী

অধ্যাপক শ্ৰীতৰুণ ভৰালী

কামৰূপ জিলাত ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে শুৱালকুছিৰ পৰা ২২ কিঃ মিঃ পশ্চিমে বৰলীয়া আৰু ব্ৰহ্মপুত্ৰৰ সঙ্গম-স্থলত, পশ্চিম বংশৰ মৌজাৰ লাওপাৰা গাওঁত, ১৮০০ শকৰ ৬ মাঘ বৃহস্পতিবাৰৰ শুক্লা চতুৰ্থী তিথিৰ শতভিষা নক্ষত্ৰত ( ইং ১৮৭৮ খৃঃ ), কবি ৰঘুনাথ চৌধাৰীৰ জন্ম হৈছিল। ৰঘুনাথৰ পিতৃ ভোলানাথ চৌধাৰী সেই অঞ্চলৰ এজন মুখিয়াল লোক। ভোলানাথৰ পুৰোহিতদেৱ বিজয় চন্দ্ৰ চক্ৰৱৰ্তী নৱজাতকৰ খবৰ লবলৈ আহি আশীৰ্বাদ দিয়াৰ লগতে ভোলানাথলৈ চাই কৈছিল—"বোপা, এওঁ তোমাৰ বংশৰ ৰঘুনাথ হব।" জন্মৰ ছদিন পিছত গণনা কৰি চৌধাৰীদেৱৰ নাম থোৱা হ'ল সোমনাথ ( গুপ্তনাম ধননাথ ), কিন্তু পুৰোহিতদেৱে প্ৰথমে উচ্চাৰণ কৰা ৰঘুনাথ নামটোৱে প্ৰসিদ্ধি লাভ কৰিলে।

জেঠ মাহৰ এদিন আবেলি পৰত নমহীয়া ৰঘুনাথে বগুৱা বাই থাকোঁতে পিৰালিৰ দাঁতিতে থকা আওগঢ়ীয়া শিলটোলৈ বাগৰি পৰি ভৰি দুখন কঁকালৰপৰা তেনেই বেয়াকৈ ভাগে; বিশেষকৈ সোঁ ভৰিখনৰ চাব নোৱাৰা অৱস্থা। যি মাটিৰ বুকুত কবিয়ে এদিন কাব্যৰ গোলাপ ফুলালে, সেই মাটিত থিয় দি আন চাৰিজন শিশুৰ দৰে তেওঁ শৈশৱৰ প্ৰথম নাচটিকে নাচিব নোৱাৰিলে। নিয়তিৰ কি নিৰ্মম পৰিহাস!

ৰঘুনাথৰ বয়স যেতিয়া চাৰি বছৰ, সেই সময়ত জহনীৰোগত অকস্মাতে তেওঁৰ মাক মৃত্যুমুখত পৰে। সেই একে ৰোগতে এসপ্তাহ পিছতে ককায়েক-বায়েক দুয়োটি ঢুকায়। ভোলানাথ সঁচাকৈয়ে বলিয়া হ'ল। এনে অৱস্থাত সেই গাৱঁৰে উদাৰ হৃদয়ৰ লোক জয়পাল দাসে ( গুৱাহাটীৰ ৺শান্তপাল দাসৰ ককাক ) ল'ৰাটিক নিজৰ ঘৰলৈ লৈ যায় আৰু তেওঁৰ গাভৰু জীয়েক সোণমাইক ( গুৱাহাটী নিবাসী শুৱালকুছিৰ ৺ডাক্তৰ জ্যোতি দাসৰ মাতৃ ) ৰঘুনাথক গতাই দি কয়—"আই, তই ইয়াক সৰু ভায়েৰৰ দৰে মৰম কৰিবি।" সোণমাইৰ চেনেহত বুৰগৈ ৰঘুনাথ প্ৰায় এবছৰ থাকে।

ইয়াৰ পাছত ৰঘুনাথৰ জেঠাক বালকৰাম চৌধাৰীৰ গুৱাহাটীত নাজিৰ কাম কৰি থকা কনিষ্ঠ পুত্ৰ গৰ্গৰাম চৌধাৰীয়ে তেওঁৰ তত্বাৱধানত গুৱাহাটীতে ৰাখি এম. ভি স্কুলত নাম লগাই দিয়ে। ১৮৯৬ চনত ছাত্ৰবৃত্তি পৰীক্ষা পাছ কৰে। ইংৰাজী স্কুলত দুবছৰ পঢ়ে। শুক্ৰেশ্বৰ ঘাটত

থকা তেতিয়াৰ সংস্কৃত টোলৰ অধ্যক্ষ মহামোহপাধ্যায় ধীৰেশ্বৰ ভট্টাচাৰ্যদেৱ আৰু মিথিলাৰ পণ্ডিত বালমুকুন্দ ঝাঁৰ তলত গৰ্গৰাম চৌধাৰীৰ নিৰ্দেশক্ৰমে ঘৰতে সংস্কৃত শিকে।

চৌধাৰীয়ে গুৱাহাটী প্ৰাথমিক বিদ্যালয়ৰ প্ৰধান শিক্ষক ১৮৯৯-১৯০৩, প্ৰথম মহাসমৰলৈকে ৰোমান কেথলিক্ বালিকা স্কুলৰ শিক্ষকতা কৰি থাকোঁতে ঘৰুৱা লেঠাত বাৰুকৈ মনোনিবেশ কৰিব লগীয়া হোৱাত চাকৰি বাদ দি বীৰকুছি অঞ্চলৰ খাটত কৃষক-জীৱনৰ পাতনি মেলে। বীৰকুছিৰ এক মনোৰম আবেষ্টনীৰ মাজতেই **'সাদৰী'**, **'দহিকতৰা'** আৰু **কেতেকী'**ৰ প্ৰায়ভাগ কবিতাৰে জন্ম হৈছিল। বীৰকুছিয়েই কবিৰ কাব্যভূমি।

১৯২০ চনত জাতীয় কংগ্ৰেছত যোগদান দিয়ে; তিনিমাহ বিচাৰাধীন আৰু এবছৰ কাৰাদণ্ড ১৯২২ চনত ভোগ কৰে। ১৯২৮ চনত বিশ্বশান্তি পৰিষদৰ অসম শাখাৰ সভাপতি হয়। ১৯৫২ চনত কলিকতা মহানগৰীত মহাপয়োভৰেৰে সদৌ ভাৰত বিশ্বশান্তি সন্মিলনৰ তৰফৰ পৰা যি সাংস্কৃতিক সন্মিলন হৈছিল তাঁত শিল্পী, সাহিত্যিক আৰু শান্তি প্ৰচাৰক সকলক সম্বৰ্দ্ধনা জনোৱা হৈছিল। ৰঘুনাথ চৌধুৰীক সম্বৰ্দ্ধনা জনাওতে ডক্তৰ মূলক্ৰাজ আনন্দই কৈছিল, "আপোনাক লৈ আমি গৌৰৱ কৰিব পাৰোঁ। আপুনি কবি হিচাপে সুখ্যাতি অৰ্জন কৰিছে আৰু শান্তি প্ৰচাৰ কাৰ্যত যিথিনি কৰিছে সি অতুলনীয়।" ১৯৫৫ চনত সীমা-নিৰ্দ্ধাৰণ সমিতিৰ সভাপতি হয়। ১৯৩৫ চনত অসম সাহিত্য সভাৰ তেজপুৰ ষোড়শ অধিবেশনত পৌৰোহিত্য কৰে।

১৯১০ চনত **সাদৰী**, ১৯১৮ চনত **কেতেকী**, ১৯২৩ চনত **কাৰবালা**, ১৯৩১ চনত **দহিকতৰা** আৰু ১৯৫৮ চনত **নৱমল্লিকা** প্ৰকাশিত হয়। **পচতিয়া** আৰু **কৰণি** (গল্প) অপ্ৰকাশিত পুথি। ১৯৫৩ চনত চৌধাৰীদেৱৰ যত্নতেই 'সবিতা সভা'ৰ জন্ম হয়। ইয়ে প্ৰবীণ নবীন লেখকসকলৰ বাবে এটি নতুন পথ মুকলি কৰে। চৌধাৰীদেৱ অ-ভা-উ-সা সভাৰ (গুৱাহাটী কেন্দ্ৰ) মুখপত্ৰ জোনাকীৰ সহকাৰী সম্পাদক, ১৯২৫ চনত শিশু আলোচনী মইনাৰ সম্পাদক, ১৯৩৬ চনৰ পৰা ১৯৩৮ চনলৈ জয়ন্তীৰ সম্পাদক আৰু ১৯৪০ চনত সুৰভিৰ সম্পাদক আছিল।

কি অনুপ্ৰেৰণাত আৰু কেনেকুৱা পৰিবেশত এটা কবিতাৰ জন্ম হয় সেই কথা জানিবৰ আগ্ৰহ প্ৰায় পাঠকৰেই থাকে। সমালোচক সকলৰ বাবে ই নিতান্ত প্ৰয়োজনীয়। কবি চৌধাৰীৰ জীৱনী লিখি যাওঁতে মই এই কথা লক্ষ্য ৰাখিছিলোঁ। তেখেতৰ বিখ্যাত কবিতা পুথি "কেতেকী", "দহিকতৰা", "সাদৰী" আদিত সন্নিবিষ্ট দুই চাৰিটা কবিতাৰ বিষয়ে তেখেতৰ মুখৰ পৰা যিদৰে শুনিছিলো তাকে লিপিবদ্ধ কৰি ৰাখিছিলোঁ, ১৯৫৪ চনত। আজি চমুকৈ তাকেই পঢ়ুৱৈ সমাজলৈ আগ-বঢ়াইছোঁ—এই আশাত যে তেওঁলোকে এই কবিতাসমূহ সহজে বুজিব পাৰে।

ৰঘুনাথ চৌধাৰীয়ে সৰুতে ৺কৃষ্ণচন্দ্ৰ মজুমদাৰৰ "সদ্ভাৱ শতক" নামে এখন বঙালী কবিতা পুথি পঢ়িছিল। এই কবিতাবোৰ পঢ়ি তেওঁ খুব ভাল পাইছিল আৰু অসমীয়াত এনে কবিতা পুথি কিয় নাই তাকে ভাবি বৰ দুখ পাইছিল। ৺মাইকেল মধুসূদন দত্তৰ কবিতাবোৰে তেওঁৰ মন আকৰ্ষণ কৰিছিল। ভোলানাথ দাসৰ কবিতমালা "চিন্তা-তৰঙ্গিনী", "সীতা-হৰণ" আদি কবিতাৰ পুথিসমূহেও তেওঁক প্ৰবলভাবে আকৰ্ষণ কৰিছিল। কবিতা লিখাৰ প্ৰেৰণা পাইছিল তেওঁ সংস্কৃত-কাব্যৰ পৰা। ছাত্ৰাৱস্থাতেই তেওঁ মহামহোপাধ্যায় ৺ধীৰেশ্বৰ ভট্টাচাৰ্য্য আৰু বালমুকুন্দ ঝা নামেৰে দুজন ডাঙৰ সংস্কৃত পণ্ডিতৰ তলত কিছুদিন পঢ়ি সংস্কৃত কাব্য চৰ্চা কৰিবলৈ সুবিধা পাইছিল। কালিদাস, ভৱভূতি আদি সংস্কৃত কবি সকলৰ কবিতাৰ ৰসপান কৰিবলৈ সুবিধা পাইছিল উক্ত পণ্ডিত দুজনৰ পৰা।

ইয়াৰ উপৰিও ৰমেশ চন্দ্ৰ ৰাজখোৱা নামৰ কটন কলেজৰ ছাত্ৰ এজনে ৰঘুনাথ চৌধাৰীৰ লগত কবিতা সম্পৰ্কে আলোচনা কৰিছিল। এই ছাত্ৰজনৰ পৰাই তেওঁ Words-worth, Coleridge, Shelly,



Keats আদি বিদেশী কবি সকলৰ কবিতাৰ সোৱাদ গ্ৰহণ কৰিছিল। কবিয়ে অতি দুখেৰে কৈছিল—"বিদেশী সাহিত্য পঢ়িবৰ সৌভাগ্য মোৰ হোৱা নাছিল, কাৰণ মোৰ স্কুলীয়া শিক্ষা নিচেই তাকৰ (অষ্টম মান শ্ৰেণী পৰ্য্যন্ত)।" যিয়েই নহওক তেওঁৰ কবিতাবিলাক উক্ত ৰাজখোৱাই চকু ফুৰাই দিছিল আৰু উচ্চ প্ৰশংসা কৰি তেওঁক কবিতা লিখিবলৈ প্ৰেৰণা যোগাইছিল।

বিহগী কবিয়ে কৈছিল—"কবিতা মই কোনোদিন দিনত লিখা নাই। দিনত ৰাজহুৱা কাম-কাজ আৰু বন্ধু-বান্ধৱৰ লগত আলোচনা কৰি কটাওঁ। ৰাতি খাই বৈ উঠাৰ পাচতহে মই কবিতা লিখিছিলোঁ। কবিতাবোৰ ক'তো প্ৰকাশ কৰা নাছিলোঁ। লিখি লিখি থৈ দিওঁ—মাজে সময়ে উলিয়াই পঢ়োঁ; এয়ে মোৰ কবিতা লিখাৰ প্ৰথম প্ৰয়াস।"

ৰঘুনাথ চৌধাৰীয়ে স্কুলত পঢ়ি থকা অৱস্থাত কবিতা লিখিবলৈ আৰম্ভ কৰে। 'এটি মনৰ ভাব' নামৰ কবিতা-টিয়েই তেখেতৰ প্ৰথম ৰচনা। এই কবিতাটি অধ্যাপক শ্ৰীঅতুল হাজৰীকাই পিচলৈ "জোনাকী"ত প্ৰকাশ কৰে—বিহগী কবিৰ প্ৰথম পৰ্য্যায়ৰ ৰচনাৰ নমুনা হিচাপে। কবিৰ ২য় প্ৰকাশিত কবিতা হ'ল, **"মৰমৰ পখী"**। অতি ঘৰুৱা মাত কথাৰে কেনেকৈ কবিতা লিখিব পাৰি তাকে চেষ্টা কৰিছিল—এই কবিতাটিৰ যোগেদি। গতানুগতিক "ফুলে ফুলে ভোমোৰা উৰে" ধৰণৰ উপমাবোৰ বাদ দি অলপ ভাব গধুৰ আদৰ্শ এটা কবিয়ে কবিতাটিৰ জৰিয়তে প্ৰৱৰ্তন কৰিবলৈ হেপাহ কৰিছিল। এই কবিতাটিও 'জোনাকী'ত প্ৰকাশ হয়। কবিয়ে কিন্তু কবিতাটি প্ৰকাশ কৰোঁতে নিজৰ নাম দিয়া নাছিল। কবিতাটি প্ৰকাশ হৈ ওলালত পাঠক সকলৰ মাজত এটা মৃদু আলোড়নৰ সৃষ্টি হৈছিল।

চৌধাৰীদেৱে কবিতা লিখোঁতে সেইবোৰত কোনো চন, তাৰিখ আদি দিয়া নাছিল। প্ৰথম অৱস্থাত মনত কেতিয়াবা কিবা ভাবৰ সৃষ্টি হলে তেওঁ দুই এটা কবিতা লিখিছিল। সেইবোৰ বিচনাৰ তলত থৈছিল। অসাৱ-ধানতাৰ হেতু সেইবোৰ প্ৰায়ে হেৰাইছিল। **সাদৰী, দহিকতৰা, কেতেকী** আদি পুথিৰ যিথিনি কবিতা থুপাই থোৱা হৈছে সেইবোৰৰো কোনো ধাৰাবাহিক ক্ৰম নাই। বাচি বাচি মাথো তেনেকৈ লগ কৰা হৈছিল।

পৰ্বতে-পাহাৰে অনাই বনাই ফুৰি চৌধাৰীদেৱে খুব ভাল পাইছিল পাহাৰৰ সেউজীয়া বননি-দৃশ্য, নিজৰাৰ কুল্-কুল্ শব্দ, বিহঙ্গৰ কোমল কণ্ঠস্বৰ—এইবোৰেই কবিক আপোন পাহৰা কৰে। কবিয়ে কৈছিল—"স্কুলত পঢ়া দিনতেই শুনিছিলোঁ, বশিষ্ঠাশ্ৰমৰ কথা; আজিৰ দৰে তেতিয়া বশিষ্ঠাশ্ৰম জনাকীৰ্ণ হোৱা নাছিল। সেই ভয়াবহ ঠাইলৈ যাবলৈ মানুহে ভয়েই কৰিছিল। মই এবাৰ ঘোঁৰাগাড়ী এখন লৈ দুজন বন্ধুৰে সৈতে বশিষ্ঠাশ্ৰমলৈ যাওঁ। সেয়ে মোৰ বশিষ্ঠাশ্ৰম প্ৰথম দৰ্শন। সন্ধ্যা, ললিতা, কান্তাৰ কুলু-কুলু সুৰে মোৰ মনতো এনেদৰে সন্মোহিত কৰিলে যে মই একেবাৰে আপোন পাহৰা হৈ পৰিলোঁ। মনত পৰিল হেজাৰ হেজাৰ বছৰৰ আগৰ সেই বশিষ্ঠ, সৌম্য-মুৰ্ত্তিৰ সাধু পুৰুষ জনলৈ। মনতো কেনেবা কেনেবা লাগিল। গধুলি ঘৰলৈ আহি কাকত পেঞ্চিললৈ এটা কবিতা লিখিলোঁ। সেয়েই বশিষ্ঠাশ্ৰম কবিতাৰ জন্ম-ৰহস্য"। কবলৈ গলে প্ৰকৃতিৰ লগত সুগাঢ়ভাবে সেই-দিনাৰ পৰাই মোৰ সম্বন্ধ-স্থাপিত হয়। শৈশৱ কালৰ কল্পনাবোৰ যেন হঠাতে সজাগ হৈ উঠিল।

"এদিনাখন ৰাতি তিনিজন নাৱৰীয়া লগতলৈ এখন বিলৰ মাজেদি যাব লগা হৈছিল—ওচৰৰ গাঁৱ এখনলৈ। জোনাক নিশা লাহে লাহে নাওঁখন আহি এডোখৰ চলং পালো। এই মুকলি ঠাই ডোখৰতে হেজাৰ 'মকুৱা-ফুল' (ভেট-ফুল) ফুলি ঠাইডোখৰ গোন্ধেৰে আমোল-মোলাই আছিল। চাৰিওফালে চালো—যেন এখন শুভ্ৰ-ফুল-শয্যাহে। লাহে লাহে মৃদু গতিত ভেট ফুলৰ পাহি ভাঁঙি আমাৰ নাওঁখন আগবাঢ়িল। ক্ষীণ ঢৌ লাগি পানীৰ ওপৰত তিৰবিৰণি উঠা ৰূপালী জোনাকবোৰে কঁপি কঁপি আমাক যেন কি বুজাব খুজিছিল। চাই মুগ্ধ হঁলো।

সেই নিশাটো অতীতৰ বুকুত হেৰাই গ'ল। কিন্তু ভালেদিন পিচতো মোৰ মনোৰাজ্যত মাৰ নোযোৱা সেই

অভিনৱ অনুভূতিখিনিক মই ছন্দত ৰূপ দিয়াৰ চেষ্টা কৰিলোঁ। সেয়ে 'ভেট-কলি' কবিতাৰ জন্ম দিলে।

তেখেতৰ বিখ্যাত কবিতা **"বহাগীৰ-বিয়াত"** ঠায়ে ঠায়ে যি চৰাই চিৰিকতিৰ বৰ্ণনা আছে, সি তেওঁৰ সৰু কালৰ পৰা থকা বিহগ-প্ৰীতিৰ বাহিৰে আন একো নহয়। ডিব্ৰুগড়ৰ পৰা প্ৰকাশিত 'আলোচনী'ৰ সম্পাদক লক্ষী ফুকনৰ অনুৰোধত লিখা আৰু উক্ত কাকততেই এই কবিতাটি প্ৰথমে প্ৰকাশিত হয়।

পৰ্বত-পাহাৰৰ মাজত ঘূৰি ফুৰোঁতে গছৰ আঁৰৰ পৰা ভিন্ন সুৰত মতা চৰাইবোৰ বিচাৰি চৌধাৰীদেৱে প্ৰায়েই হাবাথুৰি খাইছিল। সিহঁতৰ মাত শুনিলে তেওঁৰ মনত পূৰ্ব জন্মৰ স্মৃতিবোৰ যেন ৰিনিকি-ৰিনিকি মনত পৰে।

বৰ্তমান নুনমাটিৰ তেল শোধানাগাৰৰ ওচৰতে 'বিৰুবাৰী' গাওঁ। তাত কবি চৌধাৰীয়ে দদায়েকৰ এখন পামত কাম কৰিছিল। এবাৰ গৰম-কালি বহাগ নে জেঠ মাহ। দুপৰীয়া তেওঁ বাল্টিটো হাতত লৈ গা ধুবলৈ যাব ওলাইছিল। দুৱাৰ মুখ পাইছেহে মাথোন এনেতে এটা ধুনীয়া বিহগ কণ্ঠস্বৰ তেওঁৰ কাণত পৰিল। বাল্টিটো মাটিত থৈ তেওঁ সেই মাতটো অনুসৰণ কৰি এজোপা গছৰ তল পালেহি গছ জোপা গোলাপী ৰঙৰ ফুলেৰে ভৰি আছিল। সেই অপূৰ্ব সৌন্দৰ্য্যৰ মাজত কবিয়ে দেখিলে গছজোপাৰ এটা সৰু ঠানিত পৰি অকণ মানি চৰাই এজনীয়ে গীত গাই আছে—গীত গাইছে চিঞৰি চিঞৰি আপোন মনেৰে। তেওঁ তাইৰ স্বাভাৱিক উল্লাসক বাধা নিদি নীৰৱ দৰ্শক হৈয়ে ৰ'ল। কিছু সময়ৰ পিচত হঠাতে তাই কবিক দেখিয়েই নেকি ভয় খাই উৰা মাৰিলে। কবিয়ে কৈছিল, "সেই জনী কোনো অচিনাকি চৰাই নাছিল; সৰ্বসাধাৰণে সদায় দেখি থকা দহিকতৰা এজনীহে। তেতিয়াৰে পৰা মই ভগৱানৰ কাৰ্য্যকলাপ দেখি চিন্তান্বিত হৈ পৰিলোঁ। সামান্য দহিকতৰা এজনী। আমাৰ ঘৰৰ ওচৰে পাজৰে ঘূৰি ফুৰে; কিন্তু ক'তা—এনেদৰে গীত গাব পাৰে বুলি মই জনা নাছিলোঁ। মানৱ সমাজৰ কুটিলতাৰ মাজত হয়তো তাই শান্তিৰ বাণী ওঠত লৈও মনে মনে থাকে চাগৈ। আজি জন সমাজৰ পৰা আঁতৰত মুক্ত বিহঙ্গই মুক্ত সুৰত গীত গাইছে। এই গীতৰ যোগেদি তাই শান্তিৰ বাণীকে শুনাইছে নে ঈশ্বৰক স্তুতিয়ে কৰিছে কোনে জানে।"

এই ঘটনাৰ ছয় মাহ মান পাচত কবি চৌধাৰী এক দুৰ্ঘটনাত পতিত হয় আৰু কিছুদিন শয্যাশায়ী হৈ থাকিব লগাত পৰে। এই সময়ৰ ভিতৰতে তেওঁ দহিকতৰা নামৰ কৱিতাটি লিখি উলিয়ায়। এই কৱিতাটি 'মিলন' কাকতত 'মিলন দূত' নামেৰে প্ৰকাশ পায়। পিচলৈ ই **দহিকতৰা** নামলৈ কিতাপ আকাৰে ওলায়।

কবিৰ আন এটি বিখ্যাত কৱিতা হ'ল—**কেতেকী**। এই কৱিতাটি কি প্ৰেৰণাত লিখিছিল সিও এক ৰহস্য। কবি চৌধাৰী এবাৰ গুৱাহাটীৰ ঘৰৰ পৰা বেলতলা খাটলৈ গৈছিল খেতি বাতিৰ তদাৰক কৰিবলৈ। তাতে এটি সৰু পজাঁত তেওঁ অকলশৰে থাকিবলৈ লৈছিল। নিজে ভাত ৰান্ধি খাইছিল। ওচৰৰ পৰ্বতীয়া নিজৰা এটিৰ পৰা পানী কঢ়িয়াই আনিছিল।

ফাগুন নে চ'ত মাহৰ গধূলি এটা। হঠাৎ ক'লা মেঘে আকাশ ওন্দোলাই আনিলে। তেওঁ ৰাতিৰ ভাত সাজৰ বাবে জুই ধৰিছিল মাত্ৰ। ধুমুহা অহাত তেওঁ জুই কুৰা নুমুৱাই থলে। চাওতে চাওতে বিজুলী চেৰেকনীৰে সৈতে প্ৰচণ্ড বতাহ বৰষুণ আহিল। বতাহৰ হো-হোৱনী ক্ৰমে বাঢ়ি যাবলৈ ধৰিলে। ওচৰৰ গছবোৰৰ ডাল পাত ভঙ্গাৰ শব্দ তেওঁ শুনিবলৈ পালে একো একোবাৰ তেওঁৰ ঘৰটো বতাহতে মেৰ মেৰাই উঠে। চৌধাৰীদেৱে বিচনাখতে বহি ভগৱানৰ নাম লবলৈ ধৰিলে।

প্ৰায় দেড় ঘণ্টা মানৰ পিচত লাহে লাহে ধমুহা শাম কাটি আহিল। এনেতে চৌধাৰীদেৱে কেতেকী চৰাই এজনীৰ মাত শুনিবলৈ পালে। বতাহৰ শব্দত তাইৰ মাতটো কেতিয়াবা শুনে কেতিয়াবা নুশুনে। চৌধাৰীদেৱৰ মনটো হঠাতে আনন্দত নাচি উঠিল। তেওঁৰ মনৰ ভয় শঙ্কা সকলো যে নিমিষতে উৰি গ'ল। ইমান দুৰ্য্যোগৰ মাজতো যেন কেতেকীজনী আহি তেওঁক সান্ত্বনাৰ বাণী শুনাই থৈ গ'ল। তেওঁৰ মনত খেলালে কেতেকী চৰাই নহয়, ই যেন শান্তিৰ দেৱ দূতী।



ধুমুহা এবাৰ পিচত প্ৰকৃতিয়ে আকৌ শান্ত মূৰ্ত্তি ধাৰণ কৰিলে। অষ্টমীৰ জোনে পূৱ আকাশত দেখা দিলে। কৱিয়ে কাগজ-পেঞ্চিল উলিয়াই ললে। জন্ম হ'ল 'কেতেকী' কবিতাৰ।

কবিতাত ব্যৱহাৰ কৰা ভাষা আৰু ৰীতি সম্পৰ্কে কবি চৌধাৰীয়ে মোক কৈছিল,—"মই কবিতাবোৰত মোৰ জন্মভূমি অসমৰ ৰূপৰাশি অতি ঘৰুৱা মাত কথাৰে ফুটাই তুলিবলৈ যত্ন কৰিছিলোঁ। মাজে মাজে আকৌ সংস্কৃত শব্দৰ যোজনা দি উজুতি নোখোৱাকৈ কৱিতা লিখা চেষ্টা চলাইছিলোঁ। গিৰি মল্লিকা এই শ্ৰেণীৰ কবিতা।"

গিৰি মাল্লিকা এবিধ ফুল। এইবিধ ফুল দেখিবলৈ প্ৰায় নোহোৱাৰ দৰেই হ'ল। সংস্কৃত কাব্যত (মেঘদূত) এই বিধ ফুলৰ নাম উল্লেখ আছে। কবি চৌধাৰীদেৱে কৈছিল যে তেওঁ এবাৰ উত্তৰ-গুৱাহাটীৰ মনিকৰ্ণেশ্বৰ পাহাৰত ঘূৰি ফুৰোঁতে গিৰি মল্লিকা ফুল এজোপা দেখিবলৈ পায়। ফুলটো দেখাত অতি অদ্ভুত ধৰণৰ—দূৰৈৰ পৰা চালে মূৰত ওৰণি লোৱা লাজকুৰীয়া এজনী গাভৰু যেন দেখি। সেই দেখি তেওঁহেনো কবিতাটি আৰম্ভ কৰিছিল—

"অয়ে অনৱগুণ্ঠিতা ফুল্লশিখৰিণী
… … …
… …।"

ফুল জোপা কিন্তু জোপোহা গছ নহয়—লতাহে। উগ্ৰগ'ন্ধী। ফুল ফুলিলে শ শ ভোমোৰাই আগুৰি থাকে।

# "পদ্যাৱলী"ৰ কবি

## শিশু সাহিত্যিক বিষয় চন্দ্ৰ বিশ্বাসী

শ্ৰীপ্ৰেমময়ী দাস

অসম ইংৰাজৰ অধীনলৈ যোৱাৰ পিছত ১৮৩৬ চনৰ পৰা ১৮৭৩ চনলৈ অসমৰ পঢ়াশালি আৰু আদালতত বঙলা ভাষা চলিছিল। প্ৰায় দুকুৰি বছৰীয়া এই কালছোৱাত অসমীয়া মানুহে মাতৃভাষাৰ শিক্ষাৰ কোনো সুবিধা পোৱা নাছিল। ফলস্বৰূপে অসমৰ শিক্ষা আৰু সাহিত্যৰ ক্ষেত্ৰত অশেষ ক্ষতি সাধন হৈছিল। অসমীয়া পঢ়াশলীয়া পাঠ্য পুথিৰ অভাৱৰ কালছোৱাত যিসকল ব্যক্তিয়ে পাঠ্য পুথি যুগুত কৰি অসমৰ প্ৰাথমিক শিক্ষা ক্ষেত্ৰত বিশিষ্ট বৰঙণি আগবঢ়াইছিল সেইসকলৰ ভিতৰত বিষয় চন্দ্ৰ বিশ্বাসীও অন্যতম। শিক্ষা ব্যৱস্থা উন্নত কৰিবলৈ আৰু দেশৰ কণ কণ শিশুহঁতৰ অন্তৰ নৈতিক বলেৰে দৃঢ় কৰিবলৈ শিশু-পাঠ্য পুথিৰ বিজ্ঞান সন্মত প্ৰণয়ন অপৰিহাৰ্য। পাৰিপাৰ্শ্বিকতাৰ লগত শুদ্ধ পৰিচয় আৰু সেইবোৰৰ

প্ৰতি সজ ব্যৱহাৰৰ শিক্ষা পাঠ্য পুথিৰ যোগেদি যাতে শিশুবিলাকে লাভ কৰিব পাৰে তাৰ বাবেও পাঠ্য পুথি প্ৰণেতাসকল সচেতন হোৱা প্ৰয়োজন।

বিষয় চন্দ্ৰ বিশ্বাসীয়ে এনেবোৰ আদৰ্শৰ প্ৰতি লক্ষ্য ৰাখি প্ৰাথমিক স্তৰৰ একশ্ৰেণীৰ পাঠ্য পুথি প্ৰণয়ন কৰি আমাৰ শিক্ষাৰ ক্ষেত্ৰত যথেষ্ট বৰঙণি আগবঢ়াইছিল। পাঠ্য পুথিৰ উপৰিও তেওঁ খনচেৰেক কবিতাৰ পুথিও ৰচনা কৰিছিল।

১৮৭৩ চনত বঙ্গৰ ছুৱলীয়া লাট ছাৰ জৰ্জকেম্বেলৰ আদেশ অনুসৰি অসমৰ অসমীয়া ভাষাৰ পুনৰ প্ৰতিষ্ঠা কৰা হয়। সেই বছৰতে অসমীয়া পাঠ্য পুথি ৰচনাৰ বাবে ছাৰ জৰ্জ কেম্বেলৰ জাননীৰ যোগে বঁটা ঘোষণা কৰে। এই জাননী পাই ওজা সাহিত্যিক হেমচন্দ্ৰ বৰুৱা ডাঙৰীয়াই প্ৰথমে তিনিছোৱা "আদিপাঠ" তাৰ পিছত "পাঠমালা" আৰু "অসমীয়া ল'ৰাৰ ব্যাকৰণ" আদি পুথি প্ৰণয়ন কৰি চৰকাৰৰ ঘৰৰ পৰা ক্ৰমে পাঁচশ আৰু এহেজাৰ এশ টকাৰ বঁটা লাভ কৰে।

হেমচন্দ্ৰ বৰুৱাৰ পিছতে পাঠ্য পুথি প্ৰণয়নৰ ক্ষেত্ৰত আধুনিক অসমীয়া সাহিত্যৰ অন্যতম নিৰ্মাতা ৰায়বাহাদুৰ পদ্ম নাথ গোহাঞি বৰুৱাৰ বিশিষ্ট বৰঙণি আছে। ১৮৯৩ চনৰ পৰা প্ৰায় সুদীৰ্ঘ ২৫ বছৰ কাল পঢ়াশালিৰ সমস্ত পাঠ্য পুথি প্ৰণেতা স্বৰূপে গোহাঞি বৰুৱাক শীৰ্ষস্থান দিব পাৰি। সাধাৰণতে গোহাঞি বৰুৱাই মাধ্যমিক স্তৰৰ পাঠ্য পুথি ৰচনাৰ ক্ষেত্ৰত মনোনিবেশ কৰিছিল। তেওঁৰ সহপাঠী আন এগৰাকী কৃতী শিক্ষক পানীন্দ্ৰ নাথ গগৈদেৱে গোহাঞি বৰুৱা ডাঙৰীয়াৰ সহযোগত প্ৰাথমিক স্তৰৰ পাঠ্য পুথি ৰচনা কৰি অসমীয়া ভাষাত উপযুক্ত পাঠ্য পুথিৰ অভাৱ দূৰ কৰে।

এওঁলোকৰ পিছতে শিশু পাঠ্য পুথি প্ৰণেতা হিচাপে ৰত্নেশ্বৰ মহন্ত, লম্বোদৰ বৰা, আবদুল মালিক, দেবেশ্বৰ চলিহা, বিষয় চন্দ্ৰ বিশ্বাসী, দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা, ধনাই বৰা, চোলেমান খাঁ, প্ৰমোদ বৰঠাকুৰ প্ৰভৃতিৰ নাম স্মৰণীয়।

কামৰূপ জিলাৰ প্ৰাচীন ঐতিহ্য মহিমামণ্ডিত পঞ্চতীৰ্থৰ সঙ্গম স্থান হাজোৰ এটি প্ৰাচীন পৰিয়ালত ১৮৮২ চনত বিষয় চন্দ্ৰ বিশ্বাসীৰ জন্ম হয়।

বিষয় চন্দ্ৰ আছিল চানাৰাম বিশ্বাসীৰ তৃতীয় সন্তান। নিচেই পানীকেচুৱা অৱস্থাতে কিছুদিনৰ অগা-পিছাকৈ বিষয় চন্দ্ৰৰ পিতৃ-মাতৃ দুয়োগৰাকী পৰলোকপ্ৰাপ্তী হয়। পিতৃ-মাতৃ বিয়োগ হোৱাত মাউৰা বিষয় চন্দ্ৰক বাইদেউৱেক ধনেশ্বৰীয়ে লৈ যায় আৰু নিজে লালন পালন কৰি ডাঙৰ দীঘল কৰে। তাৰ পিছত তেওঁক উপযুক্ত সময় হোৱাত ওচৰতে থকা উচ্চ প্ৰাথমিক স্কুলত ভৰ্ত্তি কৰি দিয়ে। বিষয় চন্দ্ৰই শ্ৰেণীত সদায় প্ৰথম স্থান লাভ কৰিছিল। শান্ত প্ৰকৃতিৰ বিষয় চন্দ্ৰই একাগ্ৰতা আৰু অধ্যৱসায়ৰ কাৰণে শিক্ষকৰ পৰা সদায় মৰম চেনেহ পাইছিল। পিতৃ বিয়োগ হোৱাৰ পিছৰে পৰা বিষয় চন্দ্ৰ বিশ্বাসীহঁতৰ ঘৰৰ আৰ্থিক অৱস্থা ক্ৰমে বেয়া হবলৈ ধৰে। আনকি অৱশেষত বিষয় চন্দ্ৰৰ পঢ়াটোও এটা সমস্যা হৈ উঠিছিল। উচ্চ শিক্ষা লাভৰ প্ৰবল আকাঙ্খাই বিষয় চন্দ্ৰক চিন্তাত পেলালে। একমাত্ৰ চিন্তা হ'ল ভৱিষ্যৎ তেওঁ পঢ়ে কেনেকৈ ? গতিকে উচ্চ প্ৰাথমিক পৰীক্ষাত বৃত্তি লাভ কৰিব নোৱাৰিলে তেওঁৰ সকলো আশা আকাঙ্খাৰ ওপৰত এচলু চেঁচা পানী পৰিব। এই ভাবি তেওঁ এবাৰ এবাৰকৈ তিনিবাৰ উচ্চ প্ৰাথমিক পৰীক্ষাত বহিছিল। কিন্তু তিনিওবাৰেই প্ৰথম বিভাগত উত্তীৰ্ণ হৈ (৩য়) শেষৰবাৰত সুখ্যাতিৰে জলপানী লাভ কৰে।

এইদৰে বিষয় চন্দ্ৰ বিশ্বাসীয়ে সৰুকালৰেপৰা নিজকে নিজে গঢ়াৰ পৰিকল্পনা লৈছিল।

সেই কালত হাজোত এতিয়াৰ দৰে উচ্চশিক্ষা লাভৰ ব্যৱস্থা নাছিল। সেই কাৰণে উচ্চ প্ৰাথমিক পৰীক্ষাত উত্তীৰ্ণ হৈ বিষয় চন্দ্ৰ বৰ চিন্তাত পৰিল। "হাতত নাই বিত, মনে কৰে পিত্‌পিত্'—টকা কড়ি নাথাকিলেও কিন্তু উচ্চশিক্ষা লাভৰ যি অফুৰন্ত হেপাহ, তাক বাধা দিব একোৱে নোৱাৰিলে ক'ৰ জোৰা ক'ত মাৰ্ যায় তাক পৰিস্থিতিয়ে কব, ইয়াকেই মাৰোগত কৰি:লৈ বিষয়চন্দ্ৰ এদিন ঘৰৰপৰা ওলাল আৰু গুৱাহাটীৰ ৰাজআলিৰ বুকুত ঘূৰি ফুৰিবলৈ ধৰিলে। তেনে অৱস্থাতে এজন ভদ্ৰলোকে এই ৰাজআলিত ঘূৰিফুৰা ল'ৰাটোক লগ পালে। তেওঁৰ কমবয়সীয়া কোমল আৰু সুশ্ৰী মুখখন দেখি ভদ্ৰলোকজনৰ পুতৌ ভাৱ উপজিল; আৰু তেওঁক ঘৰলৈ মাতিলৈ গ'ল।

এই দয়ালু ভদ্ৰলোকজন আছিল শিৱসাগৰৰ খ্যাতিমন্ত নাগৰিক অক্ষয়কুমাৰ ঘোষ, বি, এল, মহাশয়। উদাৰ আৰু বিদ্যোৎসাহী ঘোষ মহাশয়ে বিষয়চন্দ্ৰক শিৱসাগৰৰ তেওঁৰ ঘৰলৈ লৈ গ'ল আৰু তাৰ উচ্চ মাধ্যমিক স্কুলত নাম লগাই দিলে। তেতিয়াৰে পৰা বিষয়চন্দ্ৰই ঘোষৰ পৰিয়ালৰে এজন ল'ৰাৰ নিচিনা সুখে-স্বচ্ছন্দে থাকিবলৈ ললে। বিষয়চন্দ্ৰ নিজ দায়িত্বৰ প্ৰতি সদায় সচেতন আছিল। নিজৰ যাবতীয় সকলো কামকাজ কৰিমেলিও স্কুলৰ পাঠ সুকলমে দি শিক্ষকসকলক চোকা মনৰ পৰিচয় দিব পাৰিছিল। শিৱসাগৰতেই তেওঁ স্কুলীয়া শিক্ষা শেষ কৰি শেষত গুৱাহাটীলৈ ঘূৰি আহে।

১৯০৪ চনত বিষয় চন্দ্ৰ বিশ্বাসীয়ে প্ৰথম বিভাগত এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰি নিজৰ কৰ্মময় জীৱনৰ পাতনি মেলে। প্ৰথমে আবকাৰী বিভাগত কিছুদিন তেওঁ কেৰানী কাম কৰিছিল। তাৰ পিছত দক্ষতা আৰু অধ্যৱসায়ৰ ফলত পদোন্নতি লাভ কৰি "একাউণ্টেণ্ট" নিযুক্ত হয়। কিন্তু ঘৰুৱা দুৰ্যোগত পৰি চৰকাৰী চাকৰি এৰি দি ঘৰলৈ গুচি আহিল।

ঘৰলৈ আহি বিশ্বাসীদেৱে গাওঁ সংগঠনৰ কামত আত্মনিয়োগ কৰিবলৈ ধৰিলে। এবাৰ তেওঁ এটি গাঁৱলীয়া "বেঙ্ক" প্ৰতিষ্ঠা কৰিছিল কিন্তু মানুহে ধাৰলৈ নিয়া টকা নিয়মমতে ঘূৰাই নিদিয়াত "বেঙ্ক" বন্ধ কৰিবলৈ বাধ্য হয়। গাওঁ উন্নয়নৰ প্ৰায়বোৰ অনুষ্ঠানৰে তেওঁ গুৰি ধৰিছিল। হাজো ভোগালী বিহু উৎসৱ, কৃষক সভা, শিপিনী সঙ্ঘ, দুৰ্গোৎসৱ, পুথি ভঁড়াল, সংস্কৃত টোল আদি নানান জনহিতকৰ অনুষ্ঠান প্ৰতিষ্ঠা কৰি মৰণৰ কাললৈকে সিবোৰৰ লগত ঘনিষ্ঠভাৱে জৰিত থাকি বিষয়চন্দ্ৰই সমাজৰ এক মহান কৰ্তব্যনিষ্ঠাৰ চানেকি দি যায়। হাজোৰ শ্ৰীশ্ৰীহয়গ্ৰীৱ মাধৱদেৱালয়ৰ উন্নয়নত বিশ্বাসীদেৱৰ বিশিষ্ট বৰঙণি সদায় স্মৰণীয় হৈ থাকিব। তেওঁৰ অক্লান্ত পৰিশ্ৰমৰ বাবেই এই দেৱালয়ৰ সংৰক্ষণ আৰু পৰিচালনাৰ বিভিন্ন আঁচনি কাৰ্য্যকৰী ৰূপায়ণত সফলতা লাভ কৰিব পাৰিছে।

বিষয় চন্দ্ৰ বিশ্বাসীদেৱ এজন নিভাজ সাহিত্যিক আছিল। তেওঁৰ সহজ সৰল আৰু শিক্ষাপ্ৰদ ৰচনা সমূহত বাৰে বঙ্গলুৱা শব্দ প্ৰয়োগ দেখা নাযায়। গদ্য আৰু পদ্য দুয়োবিধ ৰচনাতে তেওঁৰ হাত আছিল। বিশেষকৈ শুৱলা ছন্দ আৰু নিমজ ভাষাৰ মনোৰম প্ৰকাশেৰে শিশু উপযোগী কৱিতা ৰচনা কৰি তেওঁ প্ৰতিভাৰ পৰিচয় দিব পাৰিছিল। তেওঁৰ "বামুণী আৰু নেউল" নামৰ কবিতাটোৰ নিমজ ছন্দ আৰু কৌতূহল উদ্দীপক কাহিনীৰ সহজ সৰল বিশ্লেষণ কৌশলে প্ৰতিজন পঢ়ুৱৈৰ বুদ্ধি আৰু মন দুয়োটাকে দীপ্ত আৰু অভিভূত কৰি তোলে।

"বিধিৰ বিপাক কি কম তোমাক
এনে কপালৰ ফেৰ,
ক'ৰবাত এটা মাটি ফেঁটি সাপ
আহি কৰে কেৰকেৰ,......"

বিশ্বাসীদেৱে লিখা দুই এখনমান গীতৰ পুথিও ৰচনা কৰিছিল। সেইবোৰ এতিয়া কি অৱস্থাত আছে তাক জানিব পৰা নাই। বিশ্বাসীদেৱে লিখা শিশু সাহিত্য সমূহ হ'ল 'শিশুপাঠ' ১ম ভাগ, ২য় ভাগ, ৩য় ভাগ, ৪ৰ্থ ভাগ, ৫ম ভাগ, ৬ষ্ঠ ভাগ, 'ধাৰাপাত' আৰু 'শিক্ষা সোপান'। এই পুথিসমূহ নিম্ন আৰু উচ্চ প্ৰাথমিক মহলাৰ বহু বছৰ পাঠ্যপুথি আছিল। তেওঁৰ কবিতাৰ পুথিবোৰৰ ভিতৰত 'পদ্যাৱলী', 'নক্সা', 'সোণতৰা' প্ৰভৃতিয়ে প্ৰধান।

হেমচন্দ্ৰ বৰুৱাৰ "পাঠমালা"ৰ লগত এই পদ্যাৱলী কেবাবছৰো ৬ষ্ঠ মানৰ পাঠ্য হিচাবে আমাৰ পঢ়াশালিবোৰত চলিছিল। এই পুথিৰ অন্তৰ্গত "কৃপণ আৰু কুবেৰ" নামৰ কবিতাটো ইংৰাজীৰ সফল অনুবাদ, সহজ সৰল বৰ্ণনা আৰু ফকৰা, যোজনা, পটন্তৰ আদিৰ প্ৰয়োগে ইয়াৰ কবিতা সমূহক সুখপাঠ্য কৰি তুলিছে। তেওঁৰ দ্বাৰা সংকলিত (পুথি) কাব্য "মণিকূট"ত শ্ৰীশ্ৰীহয়গ্ৰীৱ মাধৱৰ বিগ্ৰহ প্ৰতিষ্ঠা সম্বন্ধে পুৰাণৰ কাহিনী সহজ সৰল অসমীয়াত বৰ্ণনা কৰি দেখুৱা হৈছে। আন এখন পুথি দুৰ্গাবৰীৰ কাব্য। বৰ্তমান পুথিখনিৰ নাম দুৰ্গাবৰী। দুৰ্গাবৰ নামৰ জনৈক কবিৰ লিখা। এই নিমিত্তে ই এই নামেই সৰ্বসাধাৰণৰ ওচৰত পৰিচিত। অন্যপক্ষত ইয়াক গীতি ৰামায়ণহে বুলিব পাৰি। যিহেতু ইয়াৰ বৰ্ণিত বিষয়ৰ ৰচনা ৰাগ আৰু পদত। এনেকুৱা কাব্য আমাৰ ভাষাত প্ৰায়ে বিৰল। কবি এজন অতি উচ্চস্তৰৰ পণ্ডিত আৰু গীতাদিত বিশেষ পাৰ্গত আছিল পুথিৰ ৰচনাৰ পৰা সেইটো প্ৰকাশ পাইছে। পুথিৰ ৰচিত গীতবিলাক ৰাগে সৈতে গালে এনেসুন্দৰ শুনি যে করুণ ৰসপূৰ্ণ বিলাকত আপোনা-আপুনি চকুলোঁ ঝৰিব ধৰে। সীতাক লঙ্কাধিপতি ৰাৱণে যেতিয়া ছলনা কৰি তপস্বীবেশে হৰি ল'লে, সেই সময়—সীতাৰ বিলাপ, ক্ৰন্দনৰ গীত, ৰামচন্দ্ৰ মৃগয়াৰ পৰা ওভতি আহি "কুটীৰ"ত সীতাক নেদেখি "বিলাপ" মনপ্ৰাণ বিদাৰক।

তেওঁৰ ৰচিত আন কেইখনমান কাব্য পুথি হ'ল "কাব্যহাৰ", "শান্তি", "জিবণি", আৰু "আভাস"।

বিশ্বাসীদেৱে দুই এখনমান গীতৰ পুথিও ৰচনা কৰিছিল। উপযুক্ত সংৰক্ষণ আৰু প্ৰকাশৰ অভাৱত এইবোৰ হয়তো এদিন কালৰ বুকুত জহি যাবও পাৰে। বিশ্বাসীদেৱৰ হাতে লিখা অৱস্থাত আৰু কেইখনমান পুথিত থকাৰ অনুমান পোৱা যায়।

বৰ্তমান সেই হাতে লিখা পুথিসমূহ পোৱাৰ কাৰণে অশেষ চেষ্টা চলোৱা হৈছে। তিনিকুৰি বছৰৰ দেওনা পাৰ হওঁতে নৌহওঁতেই এই গৰাকী একনিষ্ঠ সাহিত্যসেৱকে জীৱনৰ শেষ নিশ্বাস পেলায়।

# হৰমোহন দাস

অধ্যাপিকা মঞ্জুমালা দাস



মানুহ জীয়াই থাকে কৰ্মৰ মাজেৰে। পৃথিৱীত এনে বহুলোক আছে যিসকলে জীৱনত বহু কাম কৰাৰ কথা ভাবে; কিন্তু তেওঁলোকে ভবা কথা আৰু কৰ্মৰ মাজত যোগসূত্ৰ স্থাপন কৰিব নোৱাৰি সমাজক একো দি যাব নোৱাৰে। ভবা কথাখিনি কাৰ্য্যত ৰূপায়িত কৰিবলৈ হলে কিছুমান গুণৰ প্ৰয়োজন; যেনে—আত্মবিশ্বাস, সততা, নিষ্ঠা আৰু নিয়মানুবৰ্তিতা। এই কেইটা গুণৰ যিজন অধিকাৰী তেওঁ প্ৰতিকূল পৰিৱেশৰ মাজতো নিজ কৰ্ম পথত অগ্ৰসৰহৈ সীমিত এটা জীৱন কালত বহু কাম কৰি থৈ যাব পাৰে। ওপৰোক্ত সকলো গুণৰ অধিকাৰী, এজন প্ৰকৃত কৰ্মযোগী আছিল হৰমোহন দাস ডাঙৰীয়া। তেখেত আছিল একেধাৰে সাহিত্যিক, শিক্ষাবিদ, পাঠ্য-পুথি প্ৰণেতা, নিঃস্বাৰ্থ সমাজ সেৱক, কৃতী শিক্ষক আৰু এজন উদাৰ ধৰ্মপ্ৰাণ বৈষ্ণৱ।

হৰমোহন দাসদেৱৰ জন্ম হৈছিল ১৮১২ শকৰ ৭ আহাৰৰ (ইংৰাজী ১৮৯০ চনৰ ২০ জুন) দিনা কামৰূপ জিলাৰ প্ৰসিদ্ধ শুৱালকুছি গাঁৱত। জন্মৰ পঞ্চম দিনাই তেখেত মাতৃস্নেহৰ পৰা চিৰদিনলৈ বঞ্চিত হয়। ৩ শ্ৰেণী পাওঁতেই দেউতাক ললিতমোহন দাসৰো পৰলোক হয়। ধৰ্মপ্ৰাণ দেউতাক আৰু কুলগুৰু মায়ামৰা মহন্তৰ প্ৰভাৱ দাসদেৱৰ ওপৰত যথেষ্ট পৰিমাণে পৰিছিল। এই দুয়োজনাই সৰুতেই তেখেতৰ অন্তৰত যি ধৰ্মৰ বীজ ৰোপণ কৰিলে সিয়েই বয়সকালত গভীৰভাৱে শিপাই তেখেতৰ মন ভগৱৎ মুখী কৰি তুলিছিল। ১৯০২ চনত মাহে তিনি টকাকৈ জলপানী লৈ দাস ডাঙৰীয়া প্ৰাইমেৰী পৰীক্ষাত উত্তীৰ্ণ হ'ল। তাৰপিছত ঘাট-মাউৰা হৰমোহন দাসে দদায়েক সোণাৰাম ৰাজমেধি ডাঙৰীয়াৰ ঘৰত থাকিয়েই পঢ়াশুনা কৰি প্ৰথম বিভাগত সুখ্যাতিৰে এদিন মেট্ৰিকৰ দেওনাখনো পাৰ হ'ল। বিদ্যা অৰ্জনৰ প্ৰতি তেখেতৰ প্ৰৱল ধাউতি আছিল বাবেই আৰ্থিক অসুবিধাই বা প্ৰতিকূল পৰিৱেশে তেখেতৰ সেই হেঁপাহ পূৰণত বাধা দিব নোৱাৰিলে। নানা আলৈ আহুকালৰ মাজেদি কটন কলেজৰ পৰা তেখেতে এদিন বি, এ পৰীক্ষাতো উত্তীৰ্ণ হ'ল। কলেজত পঢ়া কালছোৱাত দাস ডাঙৰীয়া

বিবিধ সভা-সমিতি, অনুষ্ঠান আদিৰ লগত জড়িত হৈ পৰিছিল। যেতিয়াই কোনো ধৰ্মালোচনী সভা আদি হৈছিল তেখেতে তাত যোগ দিছিল আৰু ৰচনা আদিও পাঠ কৰিছিল।

হৰমোহন দাসদেৱৰ জীৱনৰ প্ৰধান লক্ষ্য আছিল এজন কৃতী শিক্ষক হোৱাৰ। সেইবাবেই তেখেতে অন্য কোনো কামৰ চেষ্টা কৰা নাছিল। তেখেত যে সেই মহান উদ্দেশ্য সাধনত সফল হৈছিল তাত কোনো সন্দেহ নাই। কাৰণ এসময়ৰ তেখেতৰ ছাত্ৰ আৰু বৰ্তমান বিভিন্ন কৰ্মক্ষেত্ৰত সুপ্ৰতিষ্ঠিত বহু ব্যক্তিৰ মানসত এজন কৃতী শিক্ষক ৰূপে তেখেতৰ স্মৃতি আজিও অম্লান হৈ আছে। ডিব্ৰুগড়, গুৱাহাটী, তেজপুৰ আদি বিভিন্ন ঠাইৰ স্কুলত দাসদেৱে শিক্ষকতা কৰিছিল। তেজপুৰ হাইস্কুলত প্ৰধান শিক্ষক হৈ থকা কালছোৱাত স্কুলখনৰ সৰ্বাঙ্গীন উন্নতি দেখি স্কুল পৰিদৰ্শকসকলে বৰ সন্তুষ্টি প্ৰকাশ কৰিছিল। তেখেতৰ আশাশুধীয়া যত্নৰ ফলতেই প্ৰতি বছৰে সেই স্কুলৰ ল'ৰাই বৃত্তি পাইছিল। সেই সময়তেই তেখেতে ঢাকালৈ গৈ শিক্ষাদানৰ প্ৰশিক্ষণ লৈ আহিল। এই প্ৰশিক্ষণতো সুখ্যাতিৰে প্ৰথম বিভাগত উত্তীৰ্ণ হ'ল। ইয়াৰ পিছত দাসদেৱে ক্ৰমে গুৱাহাটীৰ মাণিক চন্দ্ৰ বৰুৱা মধ্য ইংৰাজী স্কুল, সোণাৰাম হাইস্কুল আৰু কলেজিয়েট হাইস্কুলত শিক্ষকতা কৰি চৰকাৰী চাকৰিৰ পৰা অৱসৰ লৈ গুৱাহাটীৰ ডনবস্কো হাইস্কুলৰ প্ৰধান শিক্ষক হৈছিল। কৃত্তিত্বেৰে শিক্ষকতা কৰি এই স্কুলৰ পৰাই তেখেতে ১৯৫৩ চনত শিক্ষকৰ কামৰ পৰা অৱসৰ লয়।

স্কুলৰ কামৰ পৰাহে হৰমোহন দাসদেৱে অৱসৰ গ্ৰহণ কৰিলে ; অন্যান্য কৰ্মক্ষেত্ৰত কিন্তু ব্যস্ততাৰে সোমাই পৰিল। শিক্ষাৰ প্ৰতি প্ৰবল হেঁপাহ থকাৰ কাৰণেই ৬৬ বছৰ বয়সতো বৃন্দাবনৰ জিয়লজিকেল বিশ্ববিদ্যালয়ৰ পৰা 'মাষ্টাৰ অৱ জিয়লজি' ডিগ্ৰী লৈছিল। আজীৱন শিক্ষাব্ৰতী দাসদেৱৰ বৈষ্ণৱ দৰ্শন সম্বন্ধে ব্যাপক অধ্যয়ন আৰু বিস্তৃত জ্ঞান আছিল। হাতে লিখা অৱস্থাতে অসমৰ বৈষ্ণৱ দৰ্শন সম্বন্ধে বহু টোকা, প্ৰবন্ধ ইত্যাদি তেখেতৰ অপ্ৰকাশিত অৱস্থাতেই থাকিল।

হৰমোহন দাস ডাঙৰীয়াৰ কৰ্মবহুল জীৱনে এটা কথাই স্পষ্টভাৱে শিকায় যে ঐকান্তিক আগ্ৰহ আৰু সময়ৰ মূল্য জ্ঞান থাকিলে মানুহে জীৱনত বহু কাম কৰি যাব পাৰে। দাস ডাঙৰীয়া কিমান যে ৰাজহুৱা অনুষ্ঠান, সভা-সমিতি আদিৰ লগত জড়িত আছিল তাৰ লেখ নাই। তেজপুৰত থকা কালছোৱাৰ ভিতৰতে তেখেতে অফিচাৰ বেঞ্চ খুলি তাৰ চেক্ৰেটেৰী পদৰ দায়িত্ব লৈছিল। মৃত প্ৰায় অঃ ভাঃ উঃ সাঃ সভাৰ সম্পাদকৰ দায়িত্ব লৈ পুণৰ সঞ্জীৱিত কৰিছিল। ১৯২৯ চনত গুৱাহাটীৰ অঃ ভাঃ উঃ সাঃ সভাৰ সম্পাদক আছিল। সেই সময়তে কামৰূপ অনুসন্ধান সমিতিৰ লগতো তেখেত সক্ৰিয়ভাৱে জড়িত আছিল। ১৯৩৩ চনত বৰোদাত বহা আৰু ১৯৪১ চনত হায়দৰাবাদত বহা সৰ্দো ভাৰত প্ৰাচ্য সন্মিলনত দাসদেৱে কামৰূপ অনুসন্ধান সমিতিৰ প্ৰতিনিধি স্বৰূপে যোগ দিয়ে। ১৯৪৬ চনত গঠন হোৱা গুৱাহাটীৰ 'মহাপুৰুষীয়া ধৰ্ম সমাজৰ' সম্পাদক, ১৯৪৯ চনত গঠন হোৱা 'অসম জাতীয় উৎসৱ সমিতিৰ, সম্পাদক, ১৯৪৯ চনত গঠন হোৱা গুৱাহাটীৰ শ্ৰীমন্ত শঙ্কৰ সংস্কৃতি আৰু সমাজ সেৱা প্ৰচাৰ সমিতিৰ যুটীয়া সম্পাদক হৰমোহন দাসদেৱেই আছিল। ক্ৰমাৎ জৰা-জীৰ্ণ অৱস্থা প্ৰাপ্ত কোচবিহাৰৰ মধুপুৰ সত্ৰৰ পুনৰ নিৰ্মাণ কমিটীৰ সভাপতি আছিল বাগ্মীবৰ নীলমণি ফুকন ডাঙৰীয়া আৰু সম্পাদকৰ দায়িত্ব লৈছিল দাসদেৱে। ১৯৫৩ চনত তেখেতৰ ঘৰতেই ডঃ সূৰ্য্য কুমাৰ ভূঞা, দেবেন্দ্ৰ নাথ বড়া, অধ্যাপক চন্দ্ৰ নাথ কলিতা, হৰিনাথ পাঠক চৌধুৰী প্ৰমুখ্যে কেই গৰাকীমান বিশিষ্ট ব্যক্তি গোট খাই এখন সভা পাতে—শ্ৰীমন্ত শঙ্কৰদেৱৰ অমৃতময় লেখনি নিসৃত অমূল্য ৰত্ন সদৃশ বাণীসমূহৰ বহুল প্ৰচাৰৰ উদ্দেশ্য লৈ। এই সভাই জন্ম



দিলে গুৱাহাটীৰ শঙ্কৰ কৃষ্টি বিকাশ সমিতিৰ। এই সমিতিৰ সভাপতি আছিল লোকবন্ধু ডঃ ভুবনেশ্বৰ বৰুৱা আৰু সম্পাদকৰ দায়িত্ব ন্যস্ত হৈছিল হৰমোহন দাস দেৱৰ ওপৰত।

ওপজা গাওঁখনক দাস ডাঙৰীয়াই পাহৰা নাছিল। গুৱালকুছি গাওঁখনক শিক্ষাক্ষেত্ৰত আগুৱাই নিবলৈ তেখেতে সততে যত্ন কৰিছিল। ১৯৬৬ চনৰ ১০ আগষ্টৰ 'অসম বাতৰি'ত 'গুৱালকুছি হাইস্কুলৰ ইতিবৃত্ত' প্ৰবন্ধত প্ৰবন্ধ লেখক শ্ৰীশ্ৰীমান চক্ৰৱৰ্ত্তীয়ে লিখিছিল,—"আজি গুৱালকুছিত বহুতো শিক্ষিত মানুহ ওলাইছে ; ডাক্তৰ, ইঞ্জিনীয়াৰ, প্ৰফেচাৰ আদি বিভিন্ন উচ্চপদস্থ চাকৰিয়ালেৰে গুৱালকুছি ভৰি পৰিছে ; কিন্তু অপ্ৰিয় হ'লেও সত্য, সেই সময়ত এমুঠি লোকে গুৱাল-কুছিৰ বাহিৰত থাকি গাওঁখনৰ আভ্যন্তৰীণ বিষয়ত যিমানখিনি ভাবিছিল, আজি যেন তাৰ অভাৱ হৈছে। হৰমোহন দাসৰ দেহ গুৱাহাটীত আছিল সঁচা, মন হলে আছিল গুৱালকুছিতহে। কিদৰে গাওঁখনৰ শিক্ষা-ক্ষেত্ৰত উন্নতি হয়, সেয়ে শিক্ষাব্ৰতী দাস ডাঙৰীয়াৰ লক্ষ্য আছিল।" গুৱালকুছিৰ হাইস্কুলখন স্থাপন হোৱাৰ গুৰিতো দাস ডাঙৰীয়াৰ অৱিহণা অসীম। শ্ৰীচক্ৰৱৰ্তীদেৱৰ প্ৰবন্ধটোৰ এঠাইত আছে—"জাগ্ৰত চেতনাই ( গাৱঁৰ মানুহৰ ) পাৰ ভাঙো ভাঙো হৈ আছেই। এজন পথপ্ৰদৰ্শকৰহে মাথোন আৱশ্যক। স্বনামধন্য ললিতমোহন দাসৰ পুতেক হৰমোহন দাস এনে সময়তে গুৱাহাটীত প্ৰতিষ্ঠিত হৈ উঠিছিল। তেতিয়াৰ স্কুল-পৰিদৰ্শক শৰৎচন্দ্ৰ গোস্বামী ডাঙৰীয়ায়ো হৰমোহন দাসক এনে মহৎ কামৰ ( হাইস্কুল পতা ) বাবে তলে তলে উদ্গণি দিছিল।

গাঁৱৰ দুই এক মানুহে দাস ডাঙৰীয়াক ৰাইজৰ মনৰ কথাষাৰ জনালে। আজিৰ যুগত স্কুল স্থাপন কৰা তেনেই সহজ। সেই যুগ এনে যুগ আছিল ইংৰাজে মুখেৰে এষাৰ কয়, কামেৰে আন এটা কৰে। হৰমোহন দাসেও সেই কথা জানে। আৰু এইটোও জানে যে যদি হাইস্কুল স্থাপনৰ কিবা এটা কৰে তেনেহ'লে তেখেতৰ মূৰতে সকলো ভাৰ পৰিব। কিন্তু হ'লেও সেই কাম কৰিবই লাগিব। চৰায়ে পাখিৰে পোৱালিক ৰক্ষা কৰাৰ দৰে হৰমোহন দাসেও বাহিৰৰ সকলো জঞ্জাল কাম্ফপাতি লবলৈ আগবাঢ়িল।"

গুৱালকুছি ৰাইজৰ সশ্ৰদ্ধ সোঁৱৰণৰ মাজত হৰমোহন দাস ডাঙৰীয়া আজিও জীয়াই আছে। গাৱঁৰ প্ৰাথমিক স্কুল এখনৰ নাম 'হৰমোহন দাস প্ৰাথমিক বিদ্যালয়'।

হৰমোহন দাসদেৱে যথেষ্ট সংখ্যক কিতাপ লিখি থৈ গৈছে। তেখেতে লিখা কিতাপবোৰ ঘাইকৈ দুটা ভাগত ভাগ কৰিব পাৰি—এভাগ পঢ়াশলীয়া পাঠ্যপুথি আৰু আনভাগ ধৰ্মমূলক পুথি। এই দুই ভাগৰ বাহিৰেও তেখেতে গল্প, জীৱনী আদিও লিখিছিল। পাঠ্যপুথি লিখিবলৈ লোৱাৰ বিষয়ে দাসদেৱে নিজেই লিখি থৈ গৈছে—

"ঢাকাৰ পৰা এল-টি পাছ কৰি অহাৰ পিছত শিক্ষা প্ৰণালীৰ বহু অভিজ্ঞতা জন্মে। কলেজত যেনেকৈ শিকি আহিছিলো, তেনেধৰণে পঢ়ুৱাব পাৰিলে শিক্ষাৰ মান ভাল নহৈ নোৱাৰে। কলেজত শিকি অহা ধৰণে প্ৰতিটো বিষয়ৰ টোকা লিখি লিখি ছাত্ৰবিলাকক শ্ৰেণীত পঢ়ুৱাবলৈ ধৰিলোঁ। পঢ়াওঁতে কোনো কোনো বিষয়ৰ পাঠ্যপুথিৰ বিষয়বোৰ অসম্পূৰ্ণ আৰু অসাৰ যেন লাগিল। বিশেষকৈ এংলো আসামীজ ট্ৰেনশ্লেছন, গ্ৰামাৰ আৰু কম্পোজিছন এই বিষয় কেইটাৰ সম্বন্ধে মই দকৈ ভাবিবলৈ ধৰিলো। কেনেকৈ পঢ়ুৱালে ছাত্ৰহঁত বেছি উপকৃত হয় সেই চিন্তাই মোৰ লগ নেৰা হ'ল। মই প্ৰতিটো বিষয়ৰে টোকা লিখি যাবলৈ ধৰিলো। য'তে ল'ৰাহঁতে বুজিবলৈ টান পায়, ত'তে সহজ ভাষাৰে বুজাবলৈ চেষ্টা কৰিলো, লগতে টোকা ৰাখি গ'লো। এই শ্ৰেণীত পঢ়ুৱাবলৈ কৰা টোকাবোৰ গোটালে এখন কিতাপ হ'ব পাৰে ; এনেকুৱা ধাৰণা হ'ল।"

হৰমোহন দাসদেৱে লিখা গ্ৰামাৰ, ট্ৰেনশ্লেছন, কম্পজিছন আদি এখন এখনকৈ স্কুলৰ পাঠ্যপুথি মনোনীত হ'ল। তেখেতে লিখা স্কুলীয়া পাঠ্যপুথিৰ তালিকাখনত এনে পাঠ্যপুথি প্ৰায় ডেৰকুৰিখনমান। ল'ৰা-ছোৱালীক প্ৰকৃত শিক্ষা দিয়াটোৱেই তেখেতৰ জীৱনৰ পৱিত্ৰ ব্ৰত আছিল। এই ব্ৰত তেখেতৰ সফলো হৈছিল।

দাসদেৱে ৰচনা কৰা ধৰ্মমূলক পুথিসমূহ হ'ল— শ্ৰীকৃষ্ণ, শ্ৰীক্ষেত্ৰ, মহাপুৰুষ, জন্মোৎসৱ, শ্ৰীমন্ত শঙ্কৰৰ একশৰণ নামধৰ্ম, মিনতি, নীতি, জন্মাষ্টমী, শ্ৰীমন্ত শঙ্কৰ, শ্ৰীমন্ত শঙ্কৰৰ অৱদান, Contribution of Srimanta Sankardeva, Sankardeva—a study আৰু Janmastami and Bhakti cult ; ইয়াৰ বাহিৰেও তেখেতে সম্পাদনা কৰিছিল অসমীয়া, ইংৰাজী আৰু হিন্দী অনুবাদসহ নামঘোষা পুথিখন। মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱৰ দ্বাৰা প্ৰৱৰ্তিত ভাগৱতী বৈষ্ণৱ ধৰ্মৰ ওপৰত সহজ সৰল ভাষাৰে, সকলোৱে বুজিব পৰাকৈ ৰচনা কৰা দাসদেৱৰ পুথি কেইখনে যথেষ্ট আলোকপাত কৰিছে। তেখেতে ইংৰাজীতে লিখা পুথিকেইখন হায়দৰাবাদ, আহমেদাবাদ, আন্না-মালয়ত অনুষ্ঠিত হোৱা প্ৰাচ্য সন্মিলনত পাঠ কৰা হৈছিল। দাসদেৱৰ জীৱনৰ এটি মহৎ কীৰ্তি হ'ল মহাপুৰুষ মাধৱদেৱৰ 'নামঘোষা' পুথিখন হিন্দী, ইংৰাজী অনুবাদসহ প্ৰকাশ কৰা। অনুবাদ কৰাৰ উপৰিও স্থান বিশেষে বিভিন্ন ধৰ্ম-শাস্ত্ৰৰ উদ্ধৃতি সমূহেৰে গ্ৰন্থখনিৰ সৌষ্ঠৱ বঢ়োৱা হৈছে। গ্ৰন্থখনিৰ 'আগকথা'ত তেতিয়াৰ ভাৰতৰ উপ-ৰাষ্ট্ৰপতি ডঃ সৰ্বপল্লী ৰাধাকৃষ্ণণৰ মন্তব্যখিনি মূল্যবান। 'নামঘোষা'ৰ দৰে এখন মহামূল্যবান পুথি অসমৰ বাহিৰৰ ৰাইজৰ মাজত প্ৰচাৰ কৰাৰ মহৎ উদ্দেশ্য দাসদেৱৰ নিঃসন্দেহে অতি প্ৰশংসনীয়।

পাঠ্যপুথি আৰু ধৰ্মমূলক পুথিকেইখনৰ বাহিৰেও হৰমোহন দাসদেৱে ৰচনা কৰা অন্যকেইখন পুথি হ'ল 'পঞ্চতীৰ্থ' আৰু 'অদ্ভুত গল্প' নামৰ দুখন গল্প পুথি, গুৱালকুছিৰ হদীসত্ৰৰ অধিকাৰ সাধু বুদৰাম মহন্তৰ জীৱনী 'সাধু বুদৰাম মহন্ত', 'মানৱ জ্যোতি' 'সাহিত্য তত্ত্ব' আদি। কেইখনমান অপ্ৰকাশিত পুথি হ'ল— তত্ত্বকথা, বিশেষ তত্ত্ব, বৈষ্ণৱ তত্ত্ব, গীতা ভাগৱত কীৰ্তন নামঘোষা শাস্ত্ৰৰ সাৰ সংগ্ৰহ, শ্ৰীমন্ত শঙ্কৰ-মাধৱৰ সাহিত্য প্ৰতিভা, বিশ্ব গৌৰৱ আৰু গল্পমালা।

নিয়মানুৱৰ্তিতাৰ মাজেৰে এটা সুশৃঙ্খলিত জীৱন যাপন কৰাৰ বাবেই হৰমোহন দাসদেৱে নিজৰ কাৰণে, পৰিয়ালৰ কাৰণে, সমাজৰ কাৰণে বহু কাম কৰি থৈ যাব পাৰিলে। জীৱনৰ প্ৰতিটো কাম তেখেতে ঘড়িৰ কাটা ধৰি কৰিছিল। কৰ্ম আৰু জ্ঞান অৰ্জনৰ নীৰৱ সাধনাত জীৱন উছৰ্গা কৰা এইজনা ধৰ্মপ্ৰাণ, কৰ্মীপুৰুষৰ মৃত্যু হয় ইংৰাজী ১৯৫৭ চনৰ ২০ ফেব্ৰুৱাৰীৰ দিনা তেখেতৰ গুৱাহাটীৰ পাণবজাৰৰ নিজা বাসভৱনত।

# শ্ৰীমৎ স্বামী কৃষ্ণপুৰী পৰিব্ৰাজক

শ্ৰীযতীন দাস



শ্ৰীমৎ স্বামী কৃষ্ণপুৰী পৰিব্ৰাজক দেৱৰ ১৮২১ শকাব্দৰ ২৫ পুহ শুক্লপক্ষৰ নৱমী তিথি মঙ্গলবাৰে বগাৰাম দাসৰ ঔৰসে বসুন্ধৰী দেৱীৰ গৰ্ভত গুৱালকুছিত জন্ম হয়। এখেতৰ আদিনাম আদিত্যমোহন দাস।

বুজা হোৱাৰ পৰাই নামতীসৱৰ সৈতে নাম ঘৰলৈ গৈ নাম ধৰি, চাপৰি বজাই খুউব ভালপোৱা আদিত্য মোহনৰ মনত সৰুকালতেই ভক্তিৰ বীজে পোখা মেলিছিল। গাৱঁৰে পাঠশালা স্কুলৰপৰা বৃত্তি লাভ কৰি শলাশবাৰী মাইনৰ স্কুলত পঢ়ে। "যি মুলা বাঢ়িব তাৰ দুপাততে চিন।" প্ৰত্যেক শ্ৰেণীতে প্ৰথম হৈ শেষ পৰীক্ষাত প্ৰথম বিভাগত পাছ কৰি গুৱাহাটীৰ কলোজয়েট হাইস্কুলত প্ৰবেশ কৰে। ইয়াতো প্ৰত্যেক শ্ৰেণীতে প্ৰথম হৈ শেষ পৰীক্ষাত দক্ষতাৰে এন্ট্ৰেঞ্চ পাছ কৰি গুৱাহাটীৰ কটন কলেজত ভৰ্তি হয়। অকল স্কুল কলেজৰ ঘৰতে জীৱন গঢ়াৰ সপোন দেখা নাছিল। দেহা ঘৰৰ ভিতৰৰ মন আদি কিছুমান শক্তিমন্ত শত্ৰুক সংযত কৰিবলৈ কঠোৰ সংযম শিক্ষা কৰে। পঢ়ি থকা কাল ডোখৰতে মাছ মাংস পৰিত্যাগ কৰি ব্ৰহ্মচৰ্য্য ব্ৰতত নেৰানেপেৰাকৈ লাগি যায়। যোগশাস্ত্ৰৰ পদ্মাসন, সিংহাসন, ৰেচক, পুৰক, কুম্ভকৰ যোগে প্ৰণায়াম কৰি উশাহ নিশাহৰ সুস্থিৰ অৱস্থালৈ আনে।

সংস্কৃত টোলত ৪ বছৰৰ ঠাইত মাত্ৰ ৮ মাহতে ৰত্নমালা ব্যাকৰণৰ শেষ পৰীক্ষাত অতি সুখ্যাতিৰে পাচ কৰি সকলোকে চমক খুৱায়। এই চোৱা কালতে ৺হেমচন্দ্ৰ বৰুৱাৰ ছবি আঁকি সাহিত্য সভাৰ পৰা ২৫ টকাৰ পুৰস্কাৰ লাভ কৰে।

পুতেকৰ বৈৰাগ্য স্বভাৱ দেখি বাল্য কালতে মাকে গাৱঁৰে মমত সাউদৰ দেখনিয়াৰ ছোৱালী উৰ্বশীক বিয়া কৰাই দিয়ে।

হাই স্কুলৰ শেষ পৰীক্ষা দি ভক্ত হৃদয় আদিত্যমোহনে গুৰু অন্বেষণ কৰি থাকোতে সুন্দৰ সুঠাম যোগী বৈষ্ণৱ ব্ৰাহ্মণ শ্ৰীমৎ স্বামী ভোলাপুৰীদেৱৰ গুণত মোহিত হৈ কায় বাক্য মনে গুৰু উক্তিৰ পৰকাষ্ঠা দেখুৱালে আৰু কৃষ্ণভক্ত আদিত্যমোহন প্ৰিয়তম শিষ্য হৈ নাম পালে কৃষ্ণপুৰী। সেইদিনাৰ পৰাই আদিত্যমোহন হ'ল শ্ৰীমৎ স্বামী কৃষ্ণপুৰী পৰিব্ৰাজক।

পৰিব্ৰাজক ৰূপে শ্ৰীমৎ স্বামী কৃষ্ণপুৰীয়ে ৰামদিয়াত হীৰা ভকতৰ ঘৰত বত্তি আৰু বিষ্ণুৰ পদ শিলা প্ৰতিষ্ঠা কৰি প্ৰথম সত্ৰ স্থাপন কৰে আৰু বহুতকে সৰণ-ভজন দিলে। ইয়াৰ পাচত ক্ৰমে কালাগ, সৰ্থেবাৰী, শিয়ালমাৰী, নলৈ, উদয়পুৰ, হচং, নথতি, উত্তৰ গুৱাহাটী, সৰপাৰা, শিংমাৰী, ৰামপুৰ ইত্যাদি ঠাইত সত্ৰপাতি ভাৰত, ভোটান, নেপাল ভ্ৰমণ কৰি ধৰ্ম জগতত এক খ্যাতি অৰ্জন কৰি গৈছে। আনফালে ৩৫ খন পুথি ৰচনা কৰি অসমীয়া সাহিত্য ভৰালত যি অৰিহণা যোগালে সি চিৰস্মৰণীয়। তাৰ ভিতৰত 'বিশুদ্ধ শ্ৰীশ্ৰীভগৱান গীতা', 'শ্ৰীশ্ৰীশঙ্কৰদেৱ স্তোত্ৰ ৰত্নাৱলী', 'অমৃত ঘোষা', 'ব্ৰহ্মবাণী', 'শ্ৰীশ্ৰীশঙ্কৰদেৱৰ অষ্টোত্তৰ শতনাম', 'কৌৰৱ গীতা', 'মনবোধিনী গীত', 'মাধুৰী গীত' 'বসুন্ধৰী গীত', 'আদিত শিক্ষা', 'ব্ৰহ্মচৰ্য্য বোধ', 'বিয়ানাম', 'তুষ্টামী পুৰাণ', 'টঙ্কাৰী জাতিৰ ইতিবৃত্ত' আদি উল্লেখযোগ্য।

এইজন বিশুদ্ধ ভাগৱতী ধৰ্মৰ প্ৰচাৰকে ৰাইজক কন্দুৱাই ১৮৮২ শকৰ ১৮ পুহ সোমবাৰ প্ৰতিপদ তিথিত ইহলীলা সম্বৰণ কৰে।

# কৃতীপুৰুষ ড° মাধৱ চন্দ্ৰ দাস

শ্ৰীপ্ৰবীণ চন্দ্ৰ ডেকা ( শিক্ষক )

স্বৰ্গীয় মাধৱ চন্দ্ৰ দাসৰ জীৱন বৈচিত্ৰময়। শুৱালকুছি গাওঁত মাধৱ দাসৰ ১৯০৮ চনৰ ২১ আগষ্টত জন্ম হৈছিল। পিতৃৰ নাম ৺হাঁহিৰাম কলিতা আৰু মাতৃৰ নাম ৺দীন-বালা কলিতা। ৺দীনবালা কলিতাৰ গৰ্ভত একমাত্ৰ সন্তান মাধৱ দাসেই।

মাধৱ দাসে শুৱালকুছি গাওঁৰ অসমীয়া মজলীয়া বিদ্যালয়ত পোন প্ৰথম বিদ্যাৰম্ভ কৰে আৰু ১৯২০ চনতে গাৱলীয়া পঢ়াশালিৰ শিক্ষা সাং কৰি নগৰীয়া শিক্ষাৰ পাতনি মেলে। সেই সময়ৰ শুৱালকুছি গাওঁৰ লোক সকল কৰ্মপটু, বেহা-বেপাৰত পাৰ্গত আৰু ভাৰত বিখ্যাত মুগা-পাট কাপোৰৰ নানা ফুল বচা খচিত তাঁত ব্যৱসায়ত নিপুণ কাৰিকৰী বিদ্যাত পাৰ্গত। গতিকে পাৰিবাৰিক জীৱন নিৰ্বাহৰ প্ৰধান সম্বল ব্যৱসায়ৰ বাহিৰে উচ্চ শিক্ষা লাভৰ বিশেষ আৱশ্যক নাছিল। বেহা-বেপাৰ কৰি সুখেৰে জীৱন নিৰ্বাহ কৰিয়েই কালহৰণ কৰিছিল। সেয়েহে গাওঁত উচ্চ শিক্ষাৰ সম্বল গঢ়ি উঠা নাছিল আৰু কম সংখ্যক লোকেহে উচ্চ শিক্ষা লাভ কৰিছিল। কিন্তু মাধৱ দাসৰ নিচিনা সম-সাময়িক এচাম ডেকা ল'ৰাই গাওঁৰ পঢ়াশালিৰ শিক্ষা সাং কৰি উচ্চ শিক্ষা লাভ কৰি নিজৰ নিজৰ সম্বল সংগ্ৰহ কৰি ল'ব পাৰিছিল। মাধৱ দাসৰ লগতে প্ৰায় সমসাময়িক ৺গবিন্দ দাস বি. এ., শ্ৰীকন্দৰ্প চৌধুৰী বি. এল., বংশীৰাম দাস এম. এচ.-চি., চন্দ্ৰকান্ত দাস এম. এচ-চি., কনক দাস এম. এচ-চি., কেপ্টেইন ডাঃ ঘনশ্যাম দাস এম. বি., গাজিৰাম দাস বি. এল., বি. কম., কবি চন্দ্ৰ দাস বি. এল., ডাঃ বিহাৰি লাল চৌধুৰী এম. বি., ডাঃ উদয় চন্দ্ৰ মহন্ত আদি ডেকাই গাওঁৰ পঢ়াশালি শিক্ষা সাং কৰি উচ্চ শিক্ষা লাভৰ বাবে নগৰমুখী হোৱাত গাওঁবাসীয়ে গৌৰৱ কৰিছিল।

ডঃ মাধৱ দাসে ১৯২৭ চনত গুৱাহাটী চৰকাৰী কটন কলেজিয়েট হাইস্কুলৰ পৰা প্ৰথম বিভাগতে প্ৰৱেশিকা পৰীক্ষা পাছ কৰি বৃত্তি লাভ কৰে। গুৱাহাটী কটন কলেজত ভৰ্ত্তি হৈ ১৯২৯ চনতে আই. এচ-চি পৰীক্ষাতো প্ৰথম বিভাগতে পাছ কৰি বৃত্তি লাভ কৰি কলিকতালৈ যায়। কটন কলেজত বিজ্ঞান বিষয়ৰ শ্ৰেণী নথকাত কলিকতালৈ গৈ ১৯৩১ চনত বি. এচ-চি পৰীক্ষাতো প্ৰথম বিভাগতে পাছ কৰি বৃত্তি লাভ কৰে। ১৯৩৩ চনত কলিকতা বিশ্ববিদ্যালয়ত উদ্ভিদ জীৱ বিদ্যাত প্ৰথম বিভাগৰ প্ৰথম স্থান লাভ কৰি সোণৰ পদক লাভ কৰে। এওঁৱেই উদ্ভিদ জীৱ বিজ্ঞানত প্ৰথম বিভাগৰ প্ৰথম হৈ পাচ কৰা প্ৰথম অসমীয়া ছাত্ৰ আছিল। এম. এচ-চিত তেওঁৰ গৱেষণাৰ বিষয়টোও অতি আকৰ্ষণীয় আৰু কৃষি প্ৰযুক্তি বিদ্যাৰ ক্ষেত্ৰত অতি প্ৰয়োজনীয়। বিষয়টো আছিল Cytology of Trichosamthes Dioica. অসম ছাত্ৰ সন্মিলনৰ যোগেদি সম্বৰ্দ্ধনা আৰু আদৰণি জনোৱাত শুৱালকুছি মধ্য ইংৰাজী বিদ্যালয়ৰ ছাত্ৰ সন্থাৰ পৰা সোণৰ পদক লাভ কৰে। আনকি এই অনুষ্ঠানৰ লগতে গাওঁৰ অসমীয়া মজলীয়া বিদ্যালয়ৰ প্ৰধান শিক্ষক আৰু গাওঁৰ এজন বিশিষ্ট ধৰ্মপ্ৰাণ লোক মাননীয় ৺গন্ধৰাম দাস



মহোদয়ে মাধৱ দাসৰ কৃতীত্বত গৌৰৱ অনুভৱ কৰি নিজে এটি সোণৰ পদক পুৰস্কৃত কৰি সুখ অনুভৱ কৰিছিল।

তেওঁৰ জীৱন যাত্ৰাৰ মুলধন বিশ্ববিদ্যালয়ৰ শেষ পৰীক্ষাটোত প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ পাছ কৰা ডিগ্ৰীটো আছিল যদিও সেই সময়ত চাকৰীৰ বৰ অভাৱ আছিল। সেয়েই পোন প্ৰথম ১৯৩৫ চনত যোৰহাট নৰ্মাল প্ৰশিক্ষণ বিদ্যালয়ত বিজ্ঞান বিষয়ৰ প্ৰশিক্ষক কামত নিযুক্ত হৈ কৰ্মজীৱনৰ পাতনি মেলে। ১৯৩৭ চনত তিতাবৰ কৃষি কাৰ্য্যত সহকাৰী গৱেষক আদি কাম কৰি নিজৰ বিজ্ঞান যোগ্যতাৰ স্ফুৰণ নোহোৱা ক্ষেত্ৰটো ব্যৰ্থতাৰে জৰ্জৰিত হৈছিল। কিছুদিনৰ কাৰণে ঢাকাত গৈ বি. টি. পঢ়ি পাঠ্যক্ৰমৰ বৈজ্ঞানিক প্ৰথাই তেওঁৰ বিশ্লেষণী মনটোৰ গভীৰ ৰেখাপাত কৰিছিল। তেওঁ সফল অধ্যাপক হোৱাত ইয়ো বিশেষভাৱে বৰঙণি যোগাইছিল। ইয়াৰ পিছতে ১৯৩৯ চনতে গুৱাহাটী কটন কলেজত ডেমনষ্ট্ৰেটৰ হৈ অধ্যাপক হোৱাৰ ভাগ্যত ঘটিছিল। ১৯৪০ চনৰ ভিতৰতে ছিলেটৰ ( বৰ্তমান বাঙলাদেশ ) মুৰাৰিচাঁদ কলেজত অধ্যাপকৰ কাম কৰি অধ্যাপনাৰ জীৱন স্মৰণীয় কৰি থৈ গৈছে।

মাধৱ দাসৰ উচ্চতৰ শিক্ষা, গৱেষণা, অতুষ্ট অভিলাষ সৰু কালৰ পৰাই আছিল। সেই কাৰণেই মুৰাৰিচাঁদ কলেজত অধ্যাপনা কৰি থাকিয়েই সন্তুষ্ট নাথাকি অফুৰন্ত মানসিক ক্ষমতাত বিশ্বাস ৰাখি এক মহৎ প্ৰেৰণা বুকত বান্ধি লৈ অৰ্থাভাৱত থাকিও গৱেষণাৰ অধিক জ্ঞানৰ বাবে এডিনবৰালৈ যায়। আৰু তাৰে বিশ্বাবিদ্যালয়ত গৱেষণা কৰি পি. এইচ. ডি. ডিগ্ৰী লাভ কৰে। এই বিষয়ত এওঁৱেই দ্বিতীয় অসমীয়া পি. এইচ. ডি। তেওঁৰ গৱেষণাৰ বিষয় আছিল—Mycology and Cytology of certain Smuts on Agriculture and other plants. বিষয়টো সচাঁকৈয়ে বৰ প্ৰয়োজনীয় আৰু গুৰুত্বপূৰ্ণ। লণ্ডনৰ লিনিয়েল ছ'চাইটিৰ ফেলো আৰু ৰয়েল মাইক্ৰোচ্কপিকেল ছ'চাইটিৰ ( লণ্ডন ) ফেলো ডিগ্ৰীও লাভ কৰি প্ৰথম শ্ৰেণীৰ বিজ্ঞানী হৈ অসমলৈ ফিৰি আহে। অসমলৈ ফিৰি আহিয়েই তেওঁৰ সদায় বিশ্বাস আছিল যে বিজ্ঞান ভিত্তিক এখন অসমীয়া সমাজৰ আৰু তেওঁৰ স্বপ্ন আছিল অনাগত দিনৰ অসমখনক কৃষি বিজ্ঞানৰ প্ৰায়োগেৰে নদন-বদন কৰি তোলাৰ মানস। ইয়াৰ মুল প্ৰেৰণা আছিল তেওঁৰ স্বদেশ প্ৰীতি। সেয়েহে তেওঁ আপ্ৰাণ আশাশুধীয়া চেষ্টাত পোন প্ৰথম ১৯৪৮ চনত অধ্যক্ষ হৈ কৃষিবিজ্ঞানৰ কলেজ স্থাপন কৰি যোৰহাট নগৰৰ এক বিশাল ( বৰভেটা ) অঞ্চল কৃষিৰে নদন-বদন কৰি তুলিছিল। আনকি তেওঁৰ মৃত্যুৰ ৮।৯ বছৰ আগতে কৃষি বিশ্ববিদ্যালয়ৰ সপোন দেখিছিল। শিক্ষা-গৱেষণাৰ প্ৰয়োগ আৰু কাৰিকৰী জ্ঞানৰ সম্প্ৰসাৰণৰ প্ৰাণকেন্দ্ৰ স্বৰূপ কৃষি বিশ্ববিদ্যালয়ৰ বিষয়ে কাগজে-পত্ৰে অসমীয়া, ইংৰাজী আৰু বঙলা ভাষাত প্ৰবন্ধ লিখি বিশ্ববিদ্যালয় স্থাপনৰ জনমত গঢ়ি তুলিছিল। সহকৰ্মী সকলক তাৰবাবে কৃতবিদ্য কৰিবলৈ অকণো যত্নৰ ত্ৰুটী কৰা নাছিল। অশেষ চেষ্টাৰ ফলত অগ্ৰ'নমী আৰু প্লেণ্ট্ পেথেল'জিত স্নাতকোত্তৰ বিভাগ খুলি কৃষি বিশ্ববিদ্যালয়ৰ প্ৰাথমিক বাতাবৰণৰ সৃষ্টি কৰিছিল। সম্প্ৰসাৰণৰ প্ৰশিক্ষণেই আৰু কৃষি প্ৰয়োগ কৰা জ্ঞানেই কৃষকৰ উন্নীত কৰা বিজ্ঞানসন্মত কৰ্ম পন্থা বুলি অন্তৰ দৃষ্টিৰে ধৰিব পাৰি যুক্তৰাষ্ট্ৰৰ লেণ্ডগ্ৰাণ্ট বিশ্ববিদ্যালয়সমূহত ইয়াৰ বাস্তৱ প্ৰয়োগ বুঢ়া বয়সতো চাই আহিবলৈ কুণ্ঠাবোধ কৰা নাছিল। টকিওত ( জাপান ) উন্নতৰ কৃষি প্ৰয়োগৰ চানেকি চাই আহিছিল। কৃষি-উন্নতিৰ; কৃষি-শিক্ষাৰ উন্নতি আৰু কৃষি-বিজ্ঞানৰ গৱেষণাৰে আঞ্চলিক অগ্ৰগতিৰ পথেৰে দুখুনী অসমী আইৰ মুখ উজ্জ্বল কৰিবলৈ ক্ষুধাতুৰৰ মুখত এমুঠি অন্ন যাচিবলৈ আৰু যুৱকশক্তিক জীৱন উদ্দেশ্যত এক সুনিৰ্দ্দিষ্ট গতি দিবলৈ নিজক আহুতি দিছিল।

উদাৰ মনীষা মাধৱ দাসৰ মানুহৰ প্ৰতি একান্ত আস্থা আছিল আৰু প্ৰত্যেক ব্যক্তিৰে অফুৰন্ত মানসিক ক্ষমতাত বিশ্বাস আছিল। ব্যক্তিবিশেষৰ বিশেষ পাৰদৰ্শিতাক সময়-সুবিধা আৰু পাৰিপাৰ্শ্বিকতাৰ অৱদান বুলি ভাবিছিল। তেওঁৰ জীৱন দৃষ্টি নিৰাসক্ত নিৰহঙ্কাৰ। পোনতে কথা পতা

মানুহ জনৰো তেওঁক আপোন আপোন যেন লাগে। পিয়নৰ পৰা উচ্চতৰ কৰ্মচাৰীলৈকে সকলোকে সমদৃষ্টিৰে চাব পৰা উদাৰতা তেওঁৰ আছিল। ই সঁচাকৈয়ে এক আদৰ্শ শিল্পী জীৱনৰ বাস্তৱ প্ৰতিচ্ছবি।

মাধৱদাসৰ অসমীয়া সাহিত্য জগতলৈ অৱদান বহুল। জীৱ বিজ্ঞানৰ ( কৃষি বিজ্ঞান ) বহু কথাই গৱেষণাৰ ভিত্তিত প্ৰবন্ধ আদি আলোচনী কাকতত সিচৰিত হৈ আছে।

যোৱা ১৯৬৯ চনৰ তেইশ জুনৰ বিয়লি বেলাত যোৰহাট নগৰৰ ৰজামৈদামৰ নিজ ঘৰত ৬১ বছৰ পূৰ নৌহওঁতেই তেওঁৰ অমৰ আত্মাই সেই অজান অসীম পুৰীলৈ উৰা মাৰিলে।

মানুহ অৱস্থাৰ দাস বুলি কোৱা হয়; কিন্তু মানুহৰ মনুষ্যত্ব আছে। যি প্ৰকৃত মানুহ তেওঁ অৱস্থাৰ দাস হৈয়ো তাত সেও নামানে; নিজ নিজ প্ৰতিভাৰ গুণেৰে প্ৰতিকূল অৱস্থাক অনুকূল কৰি লয়। মাধৱদাস এনে এজন লোক আছিল যি অৱস্থাৰ দাস হৈও অসমত জাকত জিলিকা জন হৈ ৰব পাৰিছে। তেওঁৰ নিজ প্ৰতিভাৰ বলত অসমৰ কৃষি ক্ষেত্ৰৰ গৱেষণাৰ সাধনাত সিদ্ধি লাভ কৰি অমৰত্ব লাভ কৰিব পৰিছে।





# শতবাৰ্ষিকীৰ শ্ৰদ্ধাঞ্জলি ঃ

# কালিৰাম মেধী

অধ্যাপক শ্ৰীৰামচৰণ ঠাকুৰীয়া

জোনাকীৰ পুৰন্দৰসকলে প্ৰতিষ্ঠা কৰি থৈ যোৱা আদৰ্শক অনুসৰণ কৰি অসমৰ যিসকল প্ৰাতঃস্মৰণীয় ব্যক্তিয়ে মৌলিক চিন্তা-চৰ্চ্চা আৰু গৱেষণাৰে অসমীয়া ভাষা-সাহিত্যৰ বেদীলৈ বিশেষ অৰিহণা আগবঢ়াই গৈছে, সেইসকলৰ ভিতৰত কালিৰাম মেধিও এজন। এই নামটো মনলৈ অহাৰ লগে লগেই আমাৰ মনত পৰে—পুৰণি অসমীয়া সাহিত্যৰ ধাৰাবাহিক চৰ্চ্চা আৰু অসমীয়া ভাষাৰ ঐতিহাসিক বিচাৰ-বিশ্লেষণেৰে তেখেতে আগবঢ়োৱা বৰঙণিৰ কথা, আৰু মনত পৰে,—পাঠ-পৰীক্ষামূলক বিচাৰ-পদ্ধতিৰে পুৰণি অসমীয়া পুথি সম্পাদনাৰ ক্ষেত্ৰত তেখেতে দাঙি ধৰা নতুন আদৰ্শ টিৰ কথা। হেমচন্দ্ৰ বৰুৱাই নিৰ্দিষ্ট কৰি দিয়া আজিৰ অসমীয়া ব্যাকৰণৰ নিয়ম মানি হেম স্বৰস্বতী, মাধৱ কন্দলি, হৰিহৰ বিপ্ৰ, শঙ্কৰদেৱ আদি কবি-সাহিত্যিকসকলে যে অসমীয়া ভাষাত গ্ৰন্থ ৰচনা কৰা নাছিল, পুৰণি অসমীয়া বৈষ্ণৱ সাহিত্য যে কেৱল আপোনাৰ বস্তুৱেই নহয়—বিশ্ব সাহিত্যৰো অমূল্য সম্পদ, আমাৰ পূৰ্ব-সুৰীসকলৰ বৰ্ণাৱলীক 'শুধৰাই' নতুন কৰাটোযে পুৰণি পুথি সম্পাদনাৰ নিয়ম নহয়, বৰং তাৰ ব্যতিক্ৰমটোৱেহে ৰীতি—আজিৰ যুগৰ লেখকসকলৰো বহুতৰ বাবেই অপৰিচিত অথচ পণ্ডিতসকলৰ বাবে বিশেষভাৱে গ্ৰহণীয়—এনেবোৰ কথা কালিৰাম মেধিদেৱেই পোন প্ৰথমে সাহসেৰে আমাৰ মাজত ঘোষণা কৰে। তদুপৰি অসমীয়া ভাষাত বিজ্ঞান-মূলক প্ৰবন্ধ ৰচনা আৰু পুথিবিজ্ঞান (Menuscriptology) সম্পৰ্কীয় আলোচনাৰ ক্ষেত্ৰতো মেধি ডাঙৰীয়াই হৈছে বাটকটীয়া স্বৰূপ। বিদেশী চৰকাৰৰ তলত চাকৰি কৰি আৰু উচ্চ প্ৰশাসনীয় গধুৰ দায়িত্বত থাকিও অসমীয়া ভাষা আৰু পুৰণি অসমীয়া সাহিত্য,

